# বাসনাৰ অতীত

পীয়েৰ লা মূৰে

অনুবাদ :

প্ৰণীতা দেৱী





Basanar Atit, A Novel, from Pierre La Mure's BEYOND DESIRE by Pronita Devi, and Published by K. N. Dutta Baruah, Lawyer's Book Stall, Gauhati—781001, 1977.
Price Rs. 30·00

প্ৰকাশক ঃ
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্ত বৰুৱা
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী ১

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী ১৯৭৭

মূল্য ঃ ৩০ টকা

প্ৰচ্ছদপট ঃ শ্ৰীমনীন্দ্ৰ মিত্ৰ

ছপা ঃ
শ্ৰীজয়ন্ত বাকচি
পি, এম, বাক্‌চি এণ্ড কোম্পানী প্ৰাইভেট লিমিটেড
১৯ গুলু ওস্তাগৰ লেন,
কলিকতা-৬

# বাসনাৰ অতীত

বগ্‌লস লগোৱা ত্ৰীচ আৰু ঘৈণীয়েকে ববদিনত আনি দিয়া নকল চুলিৰ টুপী আৰু জোতা পিন্ধি থিয় হৈ থকা মানুহজনে ঘৈণীয়েকৰ ফালে চাই এটা সন্তোষৰ হাঁহি মাৰিলে-যিটো আছিল অন্ধৰ হাঁহি।

ঘৈণীয়েকে ওঁঠৰ কপঁনি দমন কৰিবলৈ চেষ্টা কৰি ক'লে "হয়, মোৰ জোহান, এইটো ঠিক হৈছে।" ঘৈণীয়েকে সাধাৰণতে তেওঁক 'জোহান চেবষ্টিয়ান' বুলিয়েই সম্বোধন কৰিছিল, কিন্তু যেতিয়া তেওঁৰ কথা চিন্তা কৰিছিল তেতিয়া "মোৰ জোহান" বুলি চিন্তা কৰিছিল আৰু কেতিয়াবা এই শব্দটো হঠাতে মুখৰ পৰা পিছলি আহিছিল। পাতল ওৰণিৰে আবৃত্ত মুৰটো ভীত ভাবে দুপিয়ায় তেওঁ ক'লে "এইটো ঠিক হৈছে, তুমি অৰ্গেনটো বজোৱাগৈ। ই তোমাৰ উপকাৰ কৰিব।"

এইদৰে তেওঁক মাজনিশা অৰ্গেন বজাবলৈ কোৱা তেওঁৰ বলিয়ালি হৈছিল বুলি তেওঁ বুজিছিল। ই গোটেই স্কুলটোৰ টোপনি ভাঙিব। চেনচৰ ওৱেনলিক তললৈ দৌৰি আহিব আৰু হয়তো তেওঁ চিটি কাউন্সিললৈ ৰিপোৰ্ট দিব যে তেওঁৰ জোহান যেনেদৰে অন্ধ তেনেদৰে বলিয়াও। চহৰৰ স্কুলত তেওঁবিলাকে তেনেকুৱা সমবেত সঙ্গীতৰ শিক্ষক ৰাখিব নোৱাৰে। তেওঁক তেতিয়া কৰ্ত্তৃপক্ষই বৰ্খাস্ত কৰিব। চিকিৎসক সকলে তেওঁ বিলাকৰ সঞ্চিত ধন যথা সৰ্ব্বস্ব নিলে। তেনেহলে তেওঁবিলাক যাবইবা ক'লৈ? 'হে মহান প্ৰভূ যীশু, এই কামৰ অনুসন্ধান কৰি ফুৰিবলৈকো অতি বৃদ্ধ আৰু অন্ধ মানুহজনকলৈ তেওঁ বিলাকৰ বাৰু কি গতি হ'ব? পুতেক গট্‌ফ্ৰেইডৰ মুৰৰ বিকাৰ। এতিয়াও পাৰ হৈ যোৱা নাই জাৰকালি-লিপজিগ যে এতিয়াও বৰফাবৃত্ত! সোতোঁৰা শুকান মুখমণ্ডলৰ চকুজৰি আতঙ্কত ডাঙৰ হৈ গৈছিল তেওঁৰ। হতাশাত মানুহজনীয়ে মুৰটো জোকাৰি আছিল আৰু তেওঁৰ সমগ্ৰ শৰীৰ থক্ থক্কৈ কঁপিছিল—তেওঁ উপলব্ধি কৰিব পৰা নাছিল কি হ'ব তেওঁবিলাকৰ অৱস্থা। কিন্তু তেওঁ আৰু সহ্য কৰিব পৰা নাছিল নেদেখা জুইকুৰাৰ

পিনে চাই থকা নিশা সময়ৰ উমান দিয়া চন্তবীৰ সঙ্কেটত সময় নিৰিখি আঠুৰ ওপৰত হাত থৈ বহি থকা গিৰিয়েকৰ এই অসহায় ৰূপটো। পুৱালৈ কি হ'ব জোহানে বুজিছিল। সেই কাৰণেই তেওঁ ভয় খাইছিল আৰু শক্তি লাভৰ কাৰণে প্ৰাৰ্থনা কৰিব খুজিছিল বুলি ঘৈণীয়েকে বুজিছিল। তেওঁৰ প্ৰাৰ্থনাৰ মাধ্যম আছিল সঙ্গীত। সেই কাৰণে লাট-বাহাদূৰে তেওঁবিলাক সকলোকে বন্দীশাললৈ পঠিয়ালেও আজি নিশা জোহানক তেওঁ অৰ্গেনটো বজাই এই শেষ আনন্দকণ উপভোগ কৰিবলৈ দিব।

স্বামীক পৰম চেনেহেৰে আকোৱালি লৈ তেওঁ ক'লে-"এৰা, মোৰ জোহান, যোৱা বজোৱাগৈ। মাত্ৰ বৰ ডাঙৰকৈ নবজাবা আৰু বেচি সময় নবজাবা।" -শেষৰ কথখিনি আসন্ন বিপদৰ এক অনিশ্চয় সাহসেৰে তেওঁ উচ্চাৰণ কৰিলে।

"মই বেচি সময় নবজাঁও।"

তেওঁৰ ওঁঠদুটা লৰিছিল, কিন্তু কোনো শব্দ শুনা নগ'ল। হৃদয়ত উপচি পৰা কৃতজ্ঞতা পোনে পোনে যেন ঘৈণীয়েকক শুনাব-এনে ভাবে তেওঁক জোহানে সাবতি ধৰিলে। এনেতে শোৱনী কোঠাৰ দুৱাৰখন মুকলি কৰি সোমাই আহিল গট্‌ফ্ৰেইড। তাৰ মূৰত হেলনীয়া ভাবে থকা নকলী চুলিৰ টুপীটোলৈ আৰু এপাট মোজা পিন্ধিবলৈ পাহৰি যোৱা ভৰিখনলৈ মানুহগৰাকীয়ে এক যন্ত্ৰণাবে চালে। তাক দেখি তেওঁৰ মনত পৰি গৈছিল পুৰণি দিনৰ এক ক্ষতলৈ। কিন্তু ততালিকে তেওঁ এই বিষযটো পাহৰি গ'ল। তেওঁ বুজিছিল যে তাৰ মূৰৰ দোষ থকাৰ কাৰণেই সি তেনেবোৰ কাম কৰিছে আৰু কাহনিও সি আৰোগ্য নহয় বুলি ডাক্তৰবোৰে কৈছেই। সুন্দৰ, সুশ্ৰী, দীঘল ডাঙৰ লৰা আছিল সি। তাৰ সঙ্গীতত্তো ৰাপ আছিল। ক্লেভিকোৰ্ডত বহি সি কেতিয়াবা ইমান শুৱলা সঙ্গীত আবিষ্কাৰ কৰিছিল যে সঙ্গীত ক্ষেত্ৰত বৰ সাংঘাটিক হৈ থকা তাৰ দেউতাক জোহানেও এই সুৰ শুনি চকুলো মোহাৰিছিল। বুদ্ধিহীন এই লৰাটোৱে দেউতাকক সুধিলে—

"দেউতা ময়ো যামনে? মই হাৱা দিম।" জোহান চেবাষ্টিয়ান

বাচে মুৰ দুপিয়ালে—"এবা মোৰ সোণাই আমি দুয়ো একেলগে প্ৰাৰ্থনা কৰিম।"

ডেকা পুতেকৰ কান্ধত ভৰ দি শেঁতা পোহৰ পৰি থকা বাটটোৱেদি অন্ধ মানুহজন আগবাঢ়ি যোৱা দুৱাৰ মুখৰ পৰা আনা মেগডালেনাই দেখিলে। তাৰ পাছত তেওঁ দুৱাৰখন বন্ধ কৰি হাতেৰে মুখখন ঢাকি স্থিৰ হৈ ৰ'ল।

তেতিয়া আনাই কান্দিবলৈ অৱকাশ পাইছিল। কৰিব পৰাৰ ভিতৰত আছিল কান্দিব পৰাটোৱেই। কিয় ঈশ্বৰে তেওঁ বিলাকক ইমান কষ্ট দিছে? আজি এই প্ৰশ্ন সুধিবলৈ তেওঁ নিৰিচাৰে। তেওঁ বিলাক সজলোক নাছিল জানো? ঈশ্বৰৰ গুণ-গৰিমাৰ প্ৰশংসা কৰিবলৈ, ঈশ্বৰৰ গুণকীৰ্ত্তন গাবলৈ, মমবাতিৰ পোহৰত গীত-পদ লিখোঁতে জোহানে জানো দুয়োটা চকু নষ্ট কৰি পেলোৱা নাছিল? এই কথা তেওঁ জানে। সেই পদ, বৰ্ণনা, ৰচনা, ছন্দ, যীশুৰ যন্ত্ৰণা ভোগ আৰু মৰণৰ পদাৱলী—এই সকলোবোৰ তেওঁ লিখিছিল ভগবানৰ উদ্দেশ্যেই। এই বিলাকৰ কোনো এটাও জানো তেওঁৰ কাণত নপৰিল গৈ?

মুখমণ্ডলৰ পৰা হাতখন আতৰাই মানুহগৰাকীয়ে মনোযোগেৰে কাণ পাতি শুনিলে, তেওঁ বজাবলৈ আৰম্ভ কৰিছিল মৰণ যন্ত্ৰণাৰ সেই ভয়াবহ ভজনটো। সেইটো তেওঁ বজাইছিল কাৰণ এইটো ত্ৰাণকৰ্ত্তা যীশুৰ মৰ্ম্মবিদাৰক কাহিনী। কেনেকৈ সিহঁতে তেওঁৰ দেহত থুৱাইছিল আৰু তেওঁৰ শিৰত কাঁইটৰ মুকুত পিন্ধাই পেৰেঙ্গনিডাল পাহাৰৰ ওপৰৰ ফাঁচী মঞ্চলৈ কঢ়িয়াই নিবলৈ বাধ্য কৰিছিল। এটি কথাও নোকোৱাকৈ ঈশ্বৰৰ পুত্ৰই নিৰৱে সহ্য কৰি গৈছিল সকলো।...আৰু এতিয়া তেওঁৰ জোহানে বজাইছে স্বৰচিত সেই ভয়াবহ ভজনটো হয়তো এই বাবেই যাতে ৰাতি পুৱালে তেওঁ যীশুৰ দৰেই এক নিৰ্ম্মম পৰিস্থিতিৰ সম্মুখীন হ'ব পাৰিব।

ভৰিৰ কট্‌প কট্‌প শব্দ শুনি তেওঁ দুৱাৰখন খুলি দিবলৈ বুলি ঘূৰিলে—হয় এয়া মাননীয় ওৱেনলিক। ক্ৰোধত অধীৰ হৈ ভোৰভোৰাই তেওঁ এক প্ৰকাৰ দৌৰিয়েই আহিছিল। আনকি তেওঁ জোতাৰ ফিটাও

বন্ধা নাছিল! অলপ দূৰৈৰ ৰবাই তেওঁ আনাক এক ৰকম চিঞৰিয়েই সুধিলে "তেওঁৰ হ'ল কি? এতিয়া মাজনিশা বুলি তেওঁ জানো নেজানে? এই বিশাল অৰ্গেনটো বজোৱাৰ অধিকাৰেই বা তেওঁক দিলে কোনে? মাত্ৰ অৰ্গেনবাদকৰ হে এইটো বজাবলৈ অধিকাৰ আছে। তেওঁচোন এজন কোৰাচৰ হে শিক্ষক—তেওঁ বলিয়া হ'ল নেকি বাৰু।"

মানুহজনে কথা কৈ কৈ ক্ৰমাৎ আগবাঢ়ি আহি থকা আনাই মন কৰিছিল। তেওঁ মনতে ভাবিলে, কিছু সময় তেওঁক ক'বলৈ দিয়াই ভাল। অলপ তেওঁ ভাগৰি যাওক। এজন মানুহৰ লগত তেওঁ বহু বছৰ একে লগে থাকি এইটো ভালকৈ বুজিছে। তাহানি কালত জোহানৰ কেতিয়াবা ইমান খঙ উঠিছিল যে খঙৰ কোবত মূৰৰ টুপীটোকে দলি মাৰি পেলাই দি চিঞঁৰি শাও-শপনি দিছিল। আৰু তেতিয়ামাত্ৰ কৰিব পৰা কামেই আছিল নিৰৱ হৈ থকাটো। তেতিয়াহে খন্তেক পাচতে তেওঁ শাঁন্ত হৈ পৰিছিল।

"আপুনি শুনিছেনে তেওঁ মাত্ৰ কোৰাচৰ হে শিক্ষক" আনাৰ পৰা মাত্ৰ কেইফুট মান আঁতৰত থিয় হৈ এতিয়া ওৱেনলিকে ফোপাঁইছিল— "মই এখন ৰিপোৰ্ট পঠিয়াম।"

"আহক ডাঙৰীয়া ওৱেনলিক, অলপ বহকহি"—লাহেকৈ আনাই কোৱাৰ লগে লগে তেওঁৰ পাছে পাছে আহি অস্ফুট ভাবে ক'লে—"মই বহিবলৈ অহা নাই নহয়। মই আপোনাক চাবলৈ আহিছো—"

তেওঁ বিলাক সোমাই অহাৰ পাছতে দুৱাৰখন জপাই দিয়াত গীত আৰু আগৰ দৰে স্পষ্টভাবে শুনা নগৈছিল। থকা ঘৰৰ গৃহিণীৰ ঘৰৰ ওপৰও থকা অধিকাৰৰ শান্ত কৰ্তৃত্বৰ সুৰে আনাই ক'লে "চকীখনত বহি খন্তেক জিৰণি লওক।" আহাৰ খোৱা সুবৃহৎ মেজখনৰ ওচৰতে তেওঁ বহিল আৰু তেওঁৰ কাষতে বহিলহি আনা। তেওঁৰ ফালে চাই আনাই ভাবিলে প্ৰকৃততে তেওঁ নীচলোক নহয়। মাত্ৰ তেওঁৰ দৰে, তেওঁৰ জোহানৰ দৰে প্ৰতিজন দুখীয়া মানুহৰ দৰে তেওঁ দুখীয়া আৰু ভীতগ্ৰস্ত। মানুহক নিষ্ঠুৰ কৰি তোলাৰ এইটো ভয় আছিল…

"এই নিশাখন কোট নিপিন্ধাকৈ এইদৰে বাহিৰলৈ ওলায় অহা

আপোনাৰ অনুচিত হৈছে।”

তেওঁ আস্ফালন কৰি কলে “কোনো কথা নাই।” “কিন্তু আপোনাৰ অসুখ হ'ব। আপোনাক দেখি আপোনাৰ উশাহ বন্ধ হৈ যোৱা যেন লাগিছে। আপুনি যেন ঘামিছেও…”

“মই ভালে আছো। মই মাত্র আপোনাক সাৱধান কৰি দিওঁ যে…”

“মই আপোনালৈ অলপ চুকুহাকে আনোগৈ” এই বুলি মানুহগৰাকী উঠি গলেই।

জুইৰ ওপৰত থকা চুকুহাৰ কেৰাহীটোৰ ফালে তেওঁ হালি পৰোঁতে গুৱেনলিৱে ক'লে “মোক চুকুহা নেলাগে। মই ঠিক আহিছিলো…”

“আপোনাৰ অসুখ হলে আপুনি বাৰু কি কৰিব?” শান্তভাবে চুকুহাখিনি পাত্রত ঢালি আনাই ক'লে। “আপোনাৰ বেমাৰ হ'ব পাৰে। তেতিয়া হলে আপুনি লৰাবোৰৰ তত্বাৱধান লব নোৱাৰিব আৰু কিজানি ৰেক্টৰে কাউন্সিললৈ লিখিব যে তেওঁ নতুন চেনচৰ লব লাগিব।” মেজখনলৈ আনা পুনৰ উভতি আহি তেওঁৰ সন্মুখত চুকুহাখিনি থৈ ক'লে “এইখিনি আপুনি খাওক, ই আপোনাৰ উপকাৰ কৰিব।” কোঢ়াল কৰি কেইচামুচমান খাই তেওঁ ক'লে “মই আপোনাক কওঁ যে তেওঁ বৰকৈ বাঢ়িছে। শেহত মই হয়তো পঠিয়াবলৈ বাধ্য হ'ম যে…”

নিৰস ভাবে আনাই কলে “খাওকচোন চুকুহাখিনি।” চিত্ত-বিনোদনৰ বাবে সাহস নকৰি খন্তেকপৰ লৰালৰিকৈ নিৰৱে তেওঁ খালে। আনাই তেওঁৰ ফালে হালি ক'লে “এয়া তেওঁৰ দোষ নহয়। বজাবলৈ ময়েই তেওঁক কৈছিলো।”

খঙত কৈ এইবাৰ তেওঁ অধিক আচৰিত হৈ সুধিলে “আপুনিনে? কিহৰ কাৰণে আপুনি এই কাম কৰিলে বাৰু?”

“এয়া তেওঁৰ প্রয়োজন হৈছিল। আপুনি বুজিছে নহয় পুৱালৈ চিকিৎসক সকল আহিব।” যেন বন্ধুৰ লগত হে কথা পাতিছে এনেদৰে আনাই ক'লে।

আক্রমণাত্মক মনোভাব তেওঁৰ কমি আহিল।

কণ্ঠস্বৰ সৰু কৰি সুধিলে "অস্ত্ৰোপচাৰৰ কাৰণে নেকি ?"

"কেইটা বজাত ?"

"সাত বজাত তেওঁক সাজু কৰিব লাগিব। কিন্তু প্ৰথমতে তেওঁৰ সহকাৰী সকলহে আহিব।" উচুপনিত মাতটো আনাৰ ভাগি গৈছিল।

কিছু সময় চেনচৰ জনে একো নেমাতিলে। এই অস্ত্ৰোপচাৰৰ ভয়াবহতাৰ সাক্ষী হোৱাৰ অভিজ্ঞতা তেওঁৰ আছিল। আৰু মাত্ৰ সোঁৱৰনীয়েই তেওঁৰ দেহত জোকাৰ দিলে। হাতখন তেওঁ আনাৰ হাতৰ ওপৰত থৈ ক'লে "মই দুঃখিত, সঁচাকৈয়ে মই দুঃখিত।" মানুহজনে মনোযোগেৰে কাণ পাতি শুনিলে যে সংগীত বন্ধ হৈছে। যাবলৈ বুলি থিয় হৈ তেওঁ কলে—"মই এতিয়া যাবগৈ লাগিল। লৰাহতঁক শুবলৈ লৈ যামগৈ।" দুৱাৰমুখলৈ আগবাঢ়ি আহি পুনৰ উভতি চাই তেওঁ ক'লে "আপোনাৰ ভাগ্য ভাল। ৰেক্টৰ পাছফালে শুইছে। যিয়ে নহওক তেওঁ অলপ কাণেৰে কম শুনে।"

"তেন্তে আপুনি কাউন্সিললৈ নিলিখে ?" তেওঁ মুৰটো জোকাৰি সুধিলে। "কিন্তু পুনৰ এই কাম কৰিবলৈ তেওঁক নিদিব।"

"তেওঁ আৰু নবজায়"—কথাষাৰ কিন্তু কাণত নপৰিল তেওঁৰ। ইতিমধ্যে তেওঁ লৰাহতৰ শোৱনী কোঠাৰ ফালে দৌৰি গলেই।

কিছুসময় তেওঁ সন্মুখৰ ফালে চাই মেজখনৰ কাষত বহি বৈ ভাবিলে, জোহানে তেওঁৰ প্ৰতিশ্ৰুতি ৰাখিলে। বেচি সময় নবজালে···তেওঁ হয়তো সোনকালে পাবহি। উঠি আহি আনাই দুৱাৰ মুখত ৰলহি। আৰু বৰ সোনকালেই আনাৰ দৃষ্টিগোচৰ হ'ল—তেওঁৰ প্ৰিয়তম আৰু পুতেক ধীৰ গতিৰে আগবাঢ়ি অহা। তেওঁবিলাকক লগ ধৰিবলৈকে আনা আগবাঢ়ি গ'ল। "লেনা, তোমাক ধন্যবাদ।"

মানুহজনৰ মুখাবয়বৰ পৰা ভয় তেতিয়া আতৰি গৈছিল। তেওঁ প্ৰাৰ্থনা কৰিলে আৰু এতিয়া তেওঁ সাজু।

বাহিৰত জহ কালিৰ উশাহ বন্ধ কৰি দিয়া এটা আবেলি পৰত লিপ্‌-জিগে টোপনিয়াইছিল। খিৰিকীবোৰেদি সূৰ্য্যৰ পোহৰ সৰকি আহিলেও

খোটালীটো নিষ্প্ৰভ আৰু চেঁচা হৈ আছিল। তেওঁবিলাকৰ আখ্ৰ গছৰ কাঠৰ ওখ শোৱা পাটীখনত পৰম শান্তিৰে তেওঁ শুই থকা আনাই দেখিলে। তেওঁৰ এখন হাত আছিল আচ্ছাদন খনৰ ওপৰত আৰু গাৰুৰ ওপৰত তেওঁৰ মূৰটো দ-কৈ বহি গৈছিল। তেওঁ শান্তভাবে উশাহ লোৱা যেন লাগিছিল। অস্ত্ৰোপচাৰৰ পাছত গোটেই সপ্তাহটো গেঙাই থকাৰ দৰে অন্ততঃ তেওঁ আৰু গেঙাই থকা নাছিল......

শান্ত আৰু শেঁতা পৰি থকা মুখাৰ দৰে স্থিৰ হৈ যোৱা মুখমণ্ডলৈ আনাই শোৱাপাটীৰ ওচৰত বহি সস্নেহে চাইছিল। উশাহ লওঁতে প্ৰতিবাৰেই তেওঁৰ ওঠটো কঁপিছিল। আনাই জানিছিল তেওঁৰ মৃত্যু হ'ব! আৰু অধিক ভাও ধৰি থকাৰ বা আশা কৰি থকাৰ নাইবা অধিক প্ৰাৰ্থনা কৰি থকাৰ কোনো আৱশ্যক নাই। এইটো হৈ যোৱাৰ তিনিমাহ হ'ল তাকো হ'ল অসাৰ্থক। এই আঘাতৰ পৰাই মানুহজনৰ তিলে তিলে মৃত্যু হ'ব লাগিছে।

উস্ সেই অস্ত্ৰোপচাৰ—ইয়াৰ সেই অবিশ্বাস্য অবৰ্ণনীয় ভয়াবহতাৰ কথা কেতিয়াবা তেওঁ পাহৰিবনে? এই অস্ত্ৰোপচাৰটো আৰম্ভ হৈছিল চিকিৎসকজনৰ চাৰিটা হৃষ্টপুষ্ট বিশাল দেহাকৃতিৰ তেজৰ দাগ লগা সজ্জা-ৰক্ষনী পিন্ধা পশুৰূপী সহকাৰীৰ সৈতে। ঘাটকক বাটে ঘাটে মানুহে পৰিহাৰ কৰিবলৈ বিচৰাৰ দৰে ইহঁতকো মানুহে যদি পৰিহাৰ কৰি যাবলৈ বিচাৰে তেন্তে ই একো আচৰিত বিষয় নহয়। সম্ভৱ জীয়াই থাকিবলৈ আৰু নিশা টোপনি যাবলৈকে সিহঁত নিৰ্ম্মম, জঘন্য আৰু মদাহী হ'ব লগা হৈছিল। এই কাম মনোযোগ দি কৰি থকা অৱস্থাতে বহুত হেনো বলিয়া হৈ গৈছে! আনকি মানুহে কোৱা-মেলাও কৰিছিল কেতিয়াবা কোনোবাটোৱে নিজৰ ডিঙিও কাটিছিল বুলি।

সিহঁতৰ লগত আছিল এচৰিয়া বিশেষ ধৰণৰ পানীয়। তুমি যাতে দুঃখ অনুভৱ নকৰা তাৰ বাবে এইখিনি তোমাক খুৱাই দিব আৰু নিজৰ স্নায়ু সবল কৰি ৰাখিবলৈ বুলি সিহঁতে নিজেও হাঁহি খিকিন্দালি মাৰি জঘন্য ব্যঙ্গ কৌতুক কৰি একোঢোক ইয়াৰ পানীয় পি নিজৰ কাম আৰম্ভ কৰে। এইদৰেই সিহঁতে এখন সুবৃহৎ মেজৰ ওপৰত জোহানক শুৱাই

দি চামৰাৰ বন্ধনীৰে হাতৰ মনিবন্ধ আৰু ভৰিৰ গাঁঠি আটি আটি বন্ধাৰ লগে লগেই সোমাই আহিল ডাঃ টেইলাৰ। তেওঁ সোমাই অহাৰ লগে লগে কেউটাই থিয় হৈ তেওঁক অভিবাদন জনালে আৰু লগে লগে আৰম্ভ হ'ল কচাইৰ কাম। ডাক্তৰে হাতত চুৰিখন হৈ জোহানৰ চকুটো ঘুকুতি থাকোঁতে জোহানে যি দৰে অসহায় ভাবে গেঙাইছিল, আৰ্ত্তনাদ কৰিছিল—এই কথা আনা এশবছৰ জীয়াই থাকিব লগা হলেও কেতিয়াও নেপাহৰে। মজিয়াখনৰ ওপৰত মানুহজনীৰ আঠু কেইটা স্থবিৰ হৈ গৈছিল। তেওঁ মিনতি কৰিছিল এটি এটিকৈ জোহান আৰু তেওঁক মাৰি নিবৰ কাৰণে। সমগ্ৰ চেণ্ট থমাছ স্কুল ঘৰটোত তেওঁৰ কান্দোন বিয়পি গৈছিল। কিন্তু লাহে লাহে তেওঁ শান্ত হৈ পৰিছিল। মাত্ৰ গেঙাইছিল। চিঞৰিবলৈ তেওঁৰ আৰু শক্তি নাছিল। তেওঁৰ চকুৰ পৰা গালেদি বৈ অহা তেজ আৰু মুখৰ লেলাৰুটি মোহাৰি এই গোটেইখিনি সময় আনা তেওঁৰ ওচৰতে আছিল। এবাৰ তেওঁ প্ৰিয়তমা পত্নীক নাম ধৰি মাতিছিল—যেন বহু দূৰণিৰ পৰা আহিছিল এই কণ্ঠস্বৰ এনে লাগিছিল। আনাই সহাঁৰি দিছিল এই আহ্বানক। যেন কৈছিল এয়া সোণ মইচোন তোমাৰ ওচৰতে আছোঁ।

এই গোটেই খিনি সময় চিকিৎসক জনে অহৰহ কথা কৈ আছিল। বিশেষকৈ ইংলণ্ডত * তেওঁ কেনেদৰে সফলতা আৰ্জ্জিছে তাকে তেওঁ কৈছিল। কথা কৈ থাকোঁতেই এবাৰ কাম কৰি থকা অৱস্থাতে চুৰিখন শূন্যত ধৰি থাকি আতঙ্কজনক আশঙ্কাৰে মূৰটো জোকাৰি ক'লে 'এয়া জঠৰতা বহি গৈছে।'

তেওঁ ঠিক কি অৰ্থ কৰিছে আনাই বুজা নাছিল। কিন্তু সেই মুহূৰ্ত্তত তেওঁ জানিছিল জোহান অন্ধ হ'ব। তাৰ পাচত ক্ষীপ্ৰ গতিৰে চিকিৎসক জনে তেওঁৰ কাম শেষ কৰিলে। প্ৰত্যেক দুদিন তিনদিনৰ অন্তৰে অন্তৰে তেওঁ বেণ্ডেজ সলনি কৰি দিবলৈ আৰু অন্ততঃ এমাহ সময়-ৰোগীক এটা এন্ধাৰ খোটালীত থ'বলৈ বৃথা পৰামৰ্শ দি তেওঁ গলগৈ।

---

* একেজন ডাঃ টেইলাৰে আচৰিত ভাবে হেন্দেলৰ অস্ত্ৰোপচাৰ সফলতাৰে কৰিছিল।

দুদিন পাছত তেওঁ লিপ্‌জিগৰ পৰাও বিদায় লৈ গ'লগৈ।

ব্ৰজপাতত বিধ্বস্ত হৈ মৰিযোৱা ওক গছ এজোপাৰ দৰে দিনে দিনে জোহানৰ মৃত্যু হৈ আহিছিল। এই সকলোবোৰ ঘটি গ'ল। আনা-এৰা তেওঁ সুখী হৈছিল যে জোহানৰ মৃত্যু হব খুজিছে। যদি আনাও তেওঁৰ লগত যাবগৈ পাৰিলেহেতেন তেন্তে হয়তো ভাল হলহেতেন—

গাৰুটোৰ ওপৰত মানুহজনৰ মূৰটো লৰি থকা আনাই দেখিলে। আনাৰ নামৰ আখৰটো জোটাবলৈ তেওঁৰ ওঠদুটা কঁপিছিল। তেওঁ অস্ফুট কণ্ঠেৰ মাতিলে "লেনা"—

"এৰা, মোৰ জোহান।"

"কথেনৰ কথা তোমাৰ মনত পৰেনে ?"

তেওঁবিলাকৰ মাজত চিনাকি হৈছিল কথেনতেই। এতিয়া সেই কথা স্মৰণ কৰাটো কেনে বিস্ময়জনক।

'এৰা মোৰ মনত আছে।'

হাঁহিৰ এটা আভাস তেওঁৰ মুখৰ ওপৰেদি বাগৰি গ'ল।

'বাগিছাখনৰ সেই সৰু দেৱালখনৰ কথা তোমাৰ মনত পৰেনে ?'

লাহেকৈ তেওঁৰ হাতখন তুলি লৈ কলে 'এৰা মোৰ জোহান, মনত পৰে। কথা বেচি নকবা। তুমি ভাগৰিব নেলাগে।"

"তোমাক ইমান শুৱনী লাগিছে"...শব্দবোৰ তেওঁৰ ওঁঠৰ মাজতে লীণ হল। তেওঁৰ যে টোপনি আহিছে আনাই বুজিলে।

'কথেন'!...তোমাৰ মৃত্যুৰ ঠিক পূৰ্ব্বে অতীতৰ সমগ্ৰ জীৱনটো তোমাৰ স্মৃতি পটলৈ আহে আৰু জীৱনৰ প্ৰতিটো ঘটনা তোমাৰ স্মৰণ হয় বুলি মানুহে কয়। হয়তো এই কাৰণেই তেওঁ উল্লেখ কৰিলে কথেনৰ কথা। শেষবাৰৰ কাৰণে সম্ভৱ এই পৃথিবীত তেওঁ উভতি চাইছে অতীত জীৱনলৈ...

'কথেন'। সেয়া বহু দিন আগৰ কথা। প্ৰায় ত্ৰিশ বছৰৰ আগৰ কথা। পাহাৰৰ ওপৰৰ বিশাল প্ৰসাদটোৰ সৈতে এয়া আছিল এখন ক্ষুদ্ৰ চহৰ। জহকালিৰ সূৰ্য্যালোকত পৰ্ব্বতৰ চূড়াবোৰ তিৰবিৰাই উঠিছিল।

সেই দিনটো আছিল উৎসৱমুখৰ। ডিউকৰ জন্মদিন। প্ৰাঙ্গনত ধ্বজা উৰিছিল।

আমাতসকল প্ৰাঙ্গনলৈ সোমাই আহাৰ লগে লগে ডিউকৰ প্ৰহৰীয়ে প্ৰতিবাৰেই ভেৰী বজাইছিল। লগুৱাইঁতে মূৰত শুভ্ৰ নকলী চুলিৰ টুপী পিন্ধি ব্যস্ত হৈ লৰা-ধপৰাকৈ ফুৰা কুকুৰা চৰাইৰ দৰে ঘূৰিছিল।

এৰা, এই সকলোবোৰ আনাৰ মনত আছে। আনকি জোহান চেবাষ্টিয়ান বাচক প্ৰথম লগ পোৱাৰ বিষয়টোও। লগুৱাৰ দৰেই সাজ পোছাক কৰিছিল তেওঁ। মুখৰ বৰণটো আছিল ৰঙা। জোহানে বাগীৰ হাতোৰাত ধৰি থাকোঁতে আনাই বৰকৈ হাঁহিছিল। বৰ জধলা যেন লাগিছিল মানুহজনক। সেই গধূলিয়েই প্ৰসাদৰ এটা কোণত জোহানক তেওঁ পুনৰ দেখিছিল। এখন চাপৰ শিলৰ দেৱালৰ ওপৰত তেওঁ আহি নিৰলে আপোনমনে বহিছিলহি। কিয় জানো আনাও আহি তেওঁৰ ওচৰতে বহিলহি। এই বিষয়ত আনাই যেন সীমা পাৰহৈ গৈছিল এনে লাগিছিল। সেই গধূলি তেওঁ বিলাকে বৰ সামান্য কথা হে পাতিছিল। কিন্তু দ্বিতীয়নিশা তেওঁবিলাকৰ মাজৰ সম্বন্ধৰ যেন এখোপ উন্নতি হ'ল। বাগীৰ দুৱাৰৰ হাতোৰাত ধৰি জোহানে হুলস্থূল কৰিছিল বুলি আনাই কওঁতে জোহানে হাঁহি তেওঁক বুজাই কৈছিল যে তেওঁ ডিউকৰ লগুৱা নহয়, কেপলমাষ্টাৰ হে।

প্ৰয়োজনবশতঃ এই কাম তেওঁ কেতিয়াবা কৰিব লগা হৈছিল। বহু পৰ তাত নিৰৱতা আহি পৰিছিল। জোহানে বেচি কথা নকৈছিল। তথাপি তাত নাছিল কোনো বিহ্বলতা, কোনো অস্বস্তি। আছিল মাত্ৰ তাত জোনাকত দুয়ো একেলগে বহি থকাৰ আনন্দকণ।

তৃতীয় নিশাটো আছিল শেষ নিশা—আনাৰ বাবে। আনাৰ দেউতাক বিকুলবাদক আৰু ডিউকৰ তিনিদিনীয়া জন্মউৎসৱলৈ তেওঁক বন্দোৱস্ত কৰি আনিছিল। এইবাৰ তেওঁ বিলাকে বহুত কথা পাতিলে। নিজৰ বিষয়ে আনাই সামান্যই কৈছিল। তেওঁ কৈছিল যে তেওঁ অবিবাহিতা আৰু দেউতাকৰ লগত 'ওৱেজেনফেলত' থাকে। দেউতাকে চহৰত বিকুল বজায়। পৰম আগ্ৰহেৰে জোহানে আনাক কৈ যায়

কিদৰে মাথোঁ। সঙ্গীতৰ কাৰণেই নিজক ক্ষয় কৰি দিছে। সঙ্গীত ৰচিবলৈকে তেওঁ কেনেদৰে অনেক উজাগৰী নিশা পাৰ কৰি দিছে আৰু কেনেকৈ মাত্র উনৈশ বছৰ বয়সতে মোলহাউচেনত অৰ্গেনবাদক হিচাবে নিযুক্ত হৈছিল। ইয়াতেই তেওঁ স্থিতি লভিব পৰা হ'লে সুখী হলহেতেন কিন্তু নহঁল। অঘৰীলোকৰ দৰে ইয়াৰ বাহিৰেও অ'ৰত'ৰ গীৰ্জ্জা ঘৰবোৰত, সৰু সৰু চহৰবোৰত অৰ্গেন বজাই নিজৰ জীৱিকা উলিয়াইছিল। কেতিয়াবা কোনোবা গীৰ্জ্জাৰ কৰ্ম্মচাৰীৰ পৰা তেওঁৰ সঙ্গীতৰ জটিলতাৰ কাৰণে জুলুম পাইছে। কেতিয়াবা আকৌ কোনোবা ঐশ্বৰ্য্যশালী ৰাজকুমাৰৰ প্ৰসাদত ক্লেভিকৌও নাইবা বীণাকে শিকাইছে, প্ৰসাদৰ গীৰ্জ্জাঘৰত দেওবৰীয়া উপাসনাত অৰ্গেন বজাইছে, আৰু যদি কেতিয়াবা মহমান্যই কোনো অভ্যৰ্থনা বা নাচৰ আয়োজন কৰে তেওঁ পৰিচালনা কৰে ক্ষুদ্ৰ অৰ্কেষ্ট্ৰা। 'কথেন' ৰ প্ৰাসাদত তেওঁ এই ছয়ত্ৰিশ বছৰ তাকেই কৰিছিল। তেওঁ বুজিছিল যে তেওঁ কাহানিও ধনী কিম্বা বিখ্যাত হ'ব নোৱাৰে। হঠাতে যোৱাবছৰ তেওঁৰ ঘৈণীয়েক ঢুকাল। এৰি থৈ গ'ল সৰু সৰু কেইটামান লৰা-ছোৱালী। ঈশ্বৰৰ সহায় বিচাৰি পথ নিৰ্দ্দেশৰ বাবেই তেওঁ আহি এয়া চাইছিলহি আকাশৰ তৰাবোৰলৈ।

তেওঁৰ কথা আনাই বুজিছিল। কিয়নো আনাৰ দেউতাকো তেওঁৰ দৰেই এজন সঙ্গীতপ্ৰেমী। তেওঁৰ দেউতাক ধনীও নাছিল আৰু বিখ্যাতো নাছিল। আনাই বুজিছিল সঙ্গীতৰ পৰা যেনেকৈ তুমি একো আশা কৰিব নোৱাৰা তেনেকৈ তুমি সুখী হ'ব পাৰা। পিছৰ কেইমাহ আনাক দেখা পাবলৈ মাজে সময়ে 'উইজেনফেলচলৈ' জোহান আহিছিল। আৰু এবাৰ কোনোবা এটা ডিচেম্বৰত তেওঁবিলাকৰ বিয়া হৈ গ'ল। প্ৰথমে তেওঁবিলাক ডিউকৰ প্ৰাসাদতে আছিল ; তাৰ পাছত লিপজিগৰ কোৰাচৰ শিক্ষক 'কানাওৰ মৃত্যু হোৱাত জোহান চেবাষ্টিয়ান বাচে এই পদটোৰ কাৰণে দৰ্খাস্ত কৰিলে আৰু তেতিয়াৰ পৰাই তেওঁ-বিলাক ইয়াত আছিল।

কেনে বৈচিত্ৰহীন তথাপি জীৱন পূৰ্ণ হ'ব পাৰে। গতানুগতিক

তথাপি গভীৰ আবেগপূৰ্ণ, আনন্দজনক তথাপি বেদনাদায়ক হ'ব পাৰে।

সুদীৰ্ঘ ত্ৰিশটা বছৰ এজন মানুহেৰ সৈতে সংসাৰ কৰাৰ পাছত তুমি মানুহজনক চিনি পাবা। যদিহে তুমি এগৰাকী নাৰী তেনেহলে তেওঁতকৈ তুমি নিজেহে তেওঁক ভালকৈ চিনি পাবা। দিনে দিনে জোহানৰ আনাৰ প্ৰতি মৰম বাঢ়ি গৈছিল। এইটো নহয় যে তেওঁ দেৱদূত আছিল নাইবা করুণাময় আছিল। কেতিয়াবা তেওঁ কঠোৰ হৈ পৰিছিল। এবাৰ কোনোবা এজন অৰ্গেনবাদকে, তালমান নৰখাৰ কাৰণে ক্ৰোধত অধীৰ হৈ তেওঁৰ মূৰৰ টুপীটোকে দলি মাৰি পঠিয়াছিল। তেওঁ জেদী আছিল। যিটো তেওঁ ঠিক বুলি ভাবিছিল স্বয়ং ভগবানেও তেওঁক তাৰ পৰা বিৰত কৰিব নোৱাৰিছিল। নাই, তেওঁ দেৱদূত নাছিল। কিন্তু স্বামীৰ পৰিবৰ্তে হয়তো তিৰোতাই কাহানিও দেবদূত বিচৰাও নাই। তেওঁ আছিল সুন্দৰ, কোমল আৰু শক্তিশালী। এতিয়া মৰি যোৱা মুগাবৰণীয়া হতভাগ্য চকুযুৰি এদিন মৃদু পৰিহাসত উদ্ভাসিত হৈ উঠিছিল আৰু হাহোঁতে বহল কান্ধটোত জোকাৰণি উঠিছিল। তেওঁ ধেমালি কৰি ভাল পাইছিল। জুহালৰ ওপৰত ওলমি থকা চুৰটৰ নলীটো লৈয়ো তেওঁ কবিতা ৰচিছিল। প্ৰকৃততে তেওঁ মানুহ আছিল আৰু মহত্বই আছিল তেওঁৰ মনুষ্যত্ব। প্ৰেম আৰু মৰম আনাই যিদৰে জোহানৰ পৰা লাভ কৰিছিল হয়তো কোনো নাৰীয়েই ইমান সৌভাগ্য-শালী নাছিল। নিজৰ স্বামীৰ বাবে এগৰাকী পত্নী গাভৰু আৰু কাম্য হৈ থকাৰ আনন্দ উপলব্ধিৰ লগত কোনো সাজ-পোছাক কিম্বা মণি-মুক্তাৰ তুলনা কৰিব নোৱাৰি। প্ৰেম তেওঁৰ মুখৰ নাছিল। আছিল কামৰ। এবাৰ ৰোগগ্ৰস্থ হৈ চিকিৎসকসকলক আনাই বিবুদ্ধিত পেলাইছিল। সেই দুৰ্দ্দিনত জোহানৰ সেৱা যত্নৰ অন্ত নাছিল। এতিয়া জোহানৰ হাতত যিদৰে ধৰি আছে তেওঁ, সেই দৰে অনেক ৰাতি জোহানে তেওঁৰ হাতত ধৰি নিজম নিশা ঈশ্বৰক প্ৰাৰ্থনা কৰি পাৰ কৰিছিল। আনা সুস্থ হৈ পৰাৰ পাছত যেতিয়া পুনৰ তেওঁ কামৰ মাজত ব্যস্ত হৈ পৰিব লগা হৈছিল তেতিয়া জোহানে আনাক সঙ্গ দিবলৈ আনি দিছিল এটি গান গোৱা চৰাই। আনকি আনাৰ 'হাৰ্পিচকোৰ্ডৰ'

কাৰণে এখন নোট বহীও লিখি পেলাইছিল তেওঁ।

প্ৰতিটো পাৰ হৈ যোৱা বছৰত তেওঁৰ মহত্ব আনাই ক্ৰমাৎ অধিক উপলব্ধি কৰিবলৈ ধৰিলে। সঙ্গীতৰ বিষয়ে আনাৰ জ্ঞান সীমাবদ্ধ আছিল আৰু তেওঁৰ দৃঢ় ধাৰণা আছিল যে জোহান শ্ৰেষ্ঠ সঙ্গীতজ্ঞ। আনাই প্ৰায়েই মন কৰিছিল পাখি কলমটো হাততলৈ সৰু মেজখনৰ ওপৰত হালি তেওঁ সুৰৰ পৰ্দাৰ চাবি নিয়ন্ত্ৰণ কৰি থকা আৰু লাখ লাখ টোকা লিখি থকা। কেতিয়াবা তেওঁ এনেদৰে তন্ময় হৈ পৰিছিল যেন তেওঁ কোনেও নুশুনা গানহে শুনিছে। এক সৰগী সুখত আত্মহাৰা হৈ পৰিছিল তেওঁ। তাৰ পাছত সূৰ্য্যালোকত দীপ্ত হৈ পৰাৰ দৰে তেওঁৰ মুখমণ্ডল পোহৰ হৈ পৰিছিল আৰু তেতিয়া তেওঁ এই পৃথিবীৰ নাছিল—এজন দেৱদূতৰ দৰে যেন কোনো দূৰ নীলিমাৰ, যলৈ কোনো পাৰ্থিব বস্তুৱে অনুসৰণ কৰিব নোৱাৰিছিল।

আঙুলিৰ মৃদু চাপ তেওঁ অনুভৱ কৰিলে—"এৰা মোৰ জোহান, এয়া মই ইয়াতে আছোঁ।"

"লেনা, লেনা…" তেওঁৰ কণ্ঠস্বৰ ইমান ক্ষীণ আছিল যে আনাই তেওঁৰ মুখৰ ওপৰত হালি পৰিব লগা হৈছিল।

"কথা নকবা জোহান, শুবলৈ চেষ্টা কৰা।'

'লেনা', তেওঁ পুনৰ মাতিলে আৰু শব্দটো শেষ হ'ল উচুপনিৰে।

দুটোপাল নিঃসঙ্গ চকুলো বাগৰি আহিছিল। তেওঁৰ আনাই দেখিলে, 'মোক ক্ষমা কৰা' তেওঁ কলে।

আনাক সন্তোষ দিবলৈকে তেওঁ আৰু কথাবোৰ নকলে—যিবোৰ কোনেও নুশুনাকৈ তেওঁৰ মগজুতে বিলীন হৈ গ'ল।

হয়তো তেওঁৰ মনত পৰিছিল 'কথেনৰ' প্ৰসাদৰ সেই শিলৰ দেৱাল খনৰ ওপৰত জোনাক নিশা ৰূপালী চুলিখিনি বতাহত নচুৱাই আনা আহি যেতিয়া তেওঁৰ কাষত বহিছিলহি তেতিয়াৰ সেই ৰূপহী আনা-জনীলৈ। বেচাৰী লেনা, এতিয়া দেহত বাৰ্দ্ধক্যৰ আঁচোৰ লাগিছে, চুলি বগা হৈ পৰিছে, জীৱন জোৰা শ্ৰম আৰু গোপন দৰিদ্ৰতাই তেওঁৰ সৰু মুখমণ্ডলত বহুৱাইছে অনেক দাগ। দুখীয়াক কোনোবাই এটা পাই

পয়চা দিয়াৰ দৰেই সাধাৰণ ভাবেই আনাই নিজকে তেওঁৰ ওচৰত আত্মসমর্পণ কৰিছিল। তেওঁৰ সঞ্চিত ধন চিকিৎসকে লৈ গ'ল। কি হব তেন্তে লেনাৰ অৱস্থা? তাই এতিয়া লোকৰ ঘৰ মচা ঘহা কৰা বান্দীহে হবগৈনেকি? প্ৰত্যেকৰে জীৱনত আহে দুখ-যন্ত্ৰণাৰ এটা সময়। তেওঁৰ শেষ হ'ল, আৰু লেনাৰ এয়া আৰম্ভ হ'ল।

আৰু এই সকলোবোৰৰ মূলতে হ'ল সঙ্গীত। অথচ কোনেও শুনিবলৈকো নিবিচাৰিলে এই সঙ্গীত আৰু ই তেওঁক নিঃস্ব কৰিলে। তেওঁ এৰি থৈ যোৱা এই গীত, পদ, ৰচনা, গৌৰ চন্দ্ৰিকা, উপাসনা গীত আৰু এই সকলোবোৰৰ উপৰিও 'চেইণ্ট মেথিউ'ৰ মতে লিখা আমাৰ প্ৰভুৰ মৰণ যন্ত্ৰণাৰ তেওঁৰ প্ৰিয় ভজনটো, যিটোত তেওঁ ঢালি দিছিল তেওঁৰ হৃদয় আৰু বিশ্বাস আৰু এখন মনোৰম অধিক স্নেহশীলা পৃথিবীৰ সমগ্ৰ মানৱ জাতিৰ আশা—এইবোৰৰ হ'ব কি? জাবৰৰ দৰে দ'ম কৰিবগৈনেকি নাইবা পুৰি পেলাবগৈ। নহলে বৰষুণত বাহিৰলৈ সাৰি পেলাই দিব নেকি? তেওঁ নেজানিলে, তেওঁ কেতিয়াও নেজানিবও। প্ৰয়োজনহীন আৰু অৰক্ষিত অৱস্থাত লেনাক এৰি থৈ যোৱাৰ দৰে এই বোৰো তেওঁ এৰি থৈ যাব। আৰু কৰিব পৰাৰ ভিতৰত আছিল মাত্ৰ প্ৰাৰ্থনা। লাহে লাহে তেওঁ কলে 'ইচ্ছা তয়ু পূৰ্ণ হওক হেৰা দয়াময়…'

'অলেচিয়াছ-গ্ৰামলাৰে' আন এটা কাগজৰ টোপোলা ভৰাই আনা মেগডালেনাৰ ফালে ঘূৰি পচি যোৱা দাঁতৰ মঙহ বোৰ উলিয়াই আৰু এক মিনিটো ৰসিকতা আবদ্ধ কৰি ৰাখিব নোৱাৰা একন লোকৰ দৰে কলে—

"মই কি ভাবিছো জানে আইদেও বাচ? আপোনাৰ গিৰিহঁতে হ'লে বহুত গীত-মাত লিখিছিল।"

আনা মেগডালেনাই শুনা যেন নেলাগিল। তেওঁ খিড়িকীয়েদি বাহিৰলৈ চাইছিল। কিন্তু আবৰ্জ্জনা সদৃশ মানুহটোৱে এই ৰগৰটোত পৰমোল্লাসিত হৈ ভয়ঙ্কৰ ভাবে হাঁহি হাঁহি শেহত কাঁহিবলৈ ধৰিলে। তাৰ পাছত আনন্দ উল্লাস শাম কাটিলত তাৰ হাতৰ পিঠিৰে চকুপানী

বোৰ মোহাৰি মোনাটো কান্ধত ওলোমাই লৈ সি বাহিৰ ওলাই গ'লগৈ।

তেওঁ মাথোঁ অলৰ অচল ভাবে থিয় হৈ চাইছিল খিড়িকীয়েদি বাগৰি অহা শৰৎ কালৰ বৰষুণৰ সৰু সৰু নৈ বোৰলৈ। এই শেষ বাৰৰ কাৰণে তেওঁ এইখন খিড়িকীয়েদি চাইছিল। শেষবাৰৰ কাৰণে তেওঁ দেখিছিল তলৰ লুঙ্গেৰষ্টাইন বাগিছাৰ মনোৰম প্ৰকৃতি আৰু ঘৰবোৰ। পাই পয়চাটোৰ বাবে চিন্তা কৰিব লগা নোহোৱা আৰু প্ৰয়োজনীয় সকলোবোৰ ধন সম্পত্তি লৈ জীৱন ধাৰণ কৰা মানুহবোৰৰ এই মনোৰম ঘৰ বোৰলৈ কত বাৰ চাইছিল তেওঁ! তেওঁ বিলাকৰ মাজত দূৰত্বৰ ব্যৱধান আছিল মাত্ৰ ডুশ-কি তিনিশ গজ, তথাপিও তেওঁ বিলাক যেন বহু-দূৰণিৰ আন এখন পৃথিবীৰ মানুহ আছিল। তেওঁ আৰু এই ঘৰ বোৰ অধিক দিন দেখা নেপাব।

উকঙা খোটালীটোলৈ তেওঁ জুমি চালে। কাঠৰ সাজ-সৰঞ্জাম-বিহীন আগতে ছবি ওলোমাই যোৱা সমকোণী দাগ থকা উকা বেৰ বোৰৰ সৈতে এইটো তেওঁৰ আচৰিত ভাবে বিদেশী যেন লাগিছিল। মনেৰে তেওঁ সদায় দেখি অহাৰ দৰে এইটো সজালে জোহান চেবাষ্টিয়ান বাচৰ মৃত্যু হোৱা সেই আখ্ৰ্দ বাদাম গছৰ কাঠৰ বিছনাখন, যি খন মেজত তেওঁ সঙ্গীত ৰচনা কৰিছিল সেই ৰান্ধনীশালৰ মেজৰ ওপৰত ওলমি থকা মাৰ্টিন লুথাৰৰ . প্ৰতিকৃতি, দ'ম দ'মকৈ সঙ্গীতৰ কাগজেৰে ভৰি থকা ওক্ কাঠৰ আলমাৰিটো। প্ৰত্যেকটো গ'ল—মাত্ৰ থাকিল মজিয়াত দ'ম হৈ থকা সঙ্গীতৰ কাগজবোৰ।

তেওঁ এইখিনি ৰক্ষা কৰিবলৈকে চেষ্টা কৰি নিজৰ বন্ধু-বান্ধৱীক এই পাণ্ডুলিপিখিনি তেওঁবিলাকৰ গুডামত ৰাখিব পাৰিবনে কি অনেক বাৰ সুধিছিল। তেওঁ বিলাকে গুডাম ভৰ্ত্তি হৈ থকা বুলি কলে। শেহাস্তৰত এই আবৰ্জ্জনা যেন মানুহটোকে এইবোৰ লৈ যাবলৈ কোৱাত সি মান্তি হৈছিল। সি মোনাই প্ৰতি এক পেফেনিংতকৈ বেচি দিব নোৱাৰে বুলি কৈছিল। কাৰণ পুৰণি কাগজ বেচাটো সহজ কথা নহয়। তাতে এই সকলোবোৰতে টোকা লিখা আছিল। আৰু এই পৃথিবীত হয়তো বস্তু

বেচিবলৈ দোকানীয়ে নহলে জুই ধৰিবলৈ বা খৰপা সজাবলৈ গৃহিনী সকলে কিনাৰ বাহিৰে আন নো কোনে কিনিবলৈ বিচাৰিব ? এতিয়া সেইবোৰ গ'ল। তাৰ পাছত আন দুই কি তিনি মোনা যাব। তেতিয়া এইখন ঠাই সাৰি নিকা কৰি পেলাব পাৰিব যাতে নতুন শিক্ষক ডাঙৰীয়া হেৰেৰে আহি ঠাই খন পৰিষ্কাৰ দেখেহি।

জোহানৰ মৃত্যু হোৱাটো হয়তো ভাল হ'ল। তেওঁৰ সঙ্গীতৰ কি দুৰ্দ্দশা হ'ল তেওঁ নেদেখিলে। এই সকলোবোৰ শুৱলা গীত মোনাত ভৰাই জাবৰৰ দৰে ঠেলা গাড়ীত লৈ যোৱা দৃশ্যই তেওঁৰ হিয়া ভাঙিলে- হেতেন। সম্ভৱ তেওঁ জানিছিল তেওঁৰ এই অমৃততুল্য সঙ্গীত ফালি পেলোৱা হ'ব, নাইবা পুৰি পেলোৱা হ'ব, নাইবা বতাহত সিচৰিত হৈ পৰিব। মৃত্যুৰ আগদিনা তেওঁ কৈছিল 'ইচ্ছা তথু পূৰ্ণ হওক হেৰা দয়াময়'। সেই নিশাই তেওঁ কৈছিল আমি কিদৰে ভগবানৰ হাতত সকলো আছোঁ আৰু আমি সকলোৱে তেওঁৰ অসীম দয়াৰ ওপৰত আস্থা ৰখা উচিত। মঙ্গলৰ কাৰণে করুনাময়ৰ ওচৰত আশা কৰাৰ বাহিৰে ইয়াত আৰু একো কৰিব লগা নাই। তেওঁ আমাৰ প্ৰভু। যি কোনো কাম তেওঁ কৰিব পাৰে। যদি তেওঁ বিচাৰে জোহানৰ সঙ্গীত পুনৰ পৃথিবীয়ে শুনক তেন্তে এইটো গোৱাবলৈ কিবা উপায় উলিয়াব। এয়া তেওঁৰ কথা। কিন্তু যীশুৰ মৰণ যন্ত্ৰণাৰ ভজনগীত আবৰ্জ্জনাৰ দৰে ঠেলা গাড়ীত লৈ যাবলৈ আনাই নিদিয়ে কাকো। নাই, তেওঁ নিদিয়ে, কাকো নিদিয়ে। এইটো তেওঁ নিজৰ লগত ৰাখিব। এইটো অন্ততঃ তেওঁ কৰিব পাৰে। কাৰণ জোহান এইটো ভজনৰ প্ৰেমিক আছিল। এইটো প্ৰকাশ হ'লে জোহানৰ আত্মা হয়তো তৃপ্ত হ'ব—এই কথাকে সুঁৱৰি এইটো ভজন যাতে প্ৰকাশ কৰিব পাৰি তাৰো যত্ন আনাই কৰিব।

শেষৰ কোৰাচ-গীতটোৰ পিছৰ অংশৰ পাণ্ডুলিপিখিনি সঙ্গীত প্ৰকাশক মাননীয় জেইলাকৰ ওচৰলৈ আনাই যেতিয়া আনিছিল তেতিয়া আন কি প্ৰকাশকজনৰ লগত দেখা কৰিবলৈকো সহকাৰী বিষয়াইঁতে তেওঁক দিয়া নাছিল। তেওঁ হেনো বৰ ব্যস্ত হৈ আছিল। অৱশেষত যেতিয়া তেওঁৰ দৰ্শন লভিল তেতিয়া আধাঘণ্টা জুৰি আনাক কৈছিল যে

তেওঁ ইমান ব্যস্ত যে নিজৰ কাৰণে তেওঁৰ এক মিনিটো আজৰি নাই। তেওঁৰ স্বামীৰ মৃত্যু হোৱাৰ খবৰটো জেইলাকে পাইছে সেই কাৰণে তেওঁ দুঃখিত। তেওঁ এজন সুদক্ষ শিল্পী আছিল। কিন্তু তেওঁৰ সঙ্গীতৰ বাবে জনপ্ৰিয় আবেদন নাই। তাতে আজি কালি জনপ্ৰিয় সঙ্গীত বোৰহে বিক্ৰী কৰিব লাগে। শেহত আনাক সন্তোষ দিবৰ মনেৰেই তেওঁ গানৰ সেই কেই পৃষ্ঠা হাতত লৈ কলে যে সম্প্ৰতি তেওঁ এইখিনি চাব আৰু অহা সপ্তাহলৈ এবাৰ আনা আহি খবৰ কৰি যায় যেন। তেতিয়াহে জেইলাকে তেওঁক ক'ব এইখিনিৰ কিবা গতি তেওঁ লগাব পাৰিবনে নাই। কিন্তু পাছৰ সপ্তাহ তেওঁ বৰ ব্যস্ত আছিল আৰু তাৰ পাছত তেওঁ বাহিৰলৈ গ'লগৈ। আৰু অৱশেষত আনাই যেতিয়া শেহতগৈ প্ৰকাশক জেইলাকক লগ পাইছিলগৈ তেতিয়া মানুহজন বেচ কঠোৰ আৰু অধৈৰ্য্য হৈ পৰিছিল। এৰা তেওঁ জোহানৰ ৰচিত সঙ্গীত বোৰ চালে। 'কিন্তু এয়া টান' তেওঁ কৈছিল। এটা দ্বৈত-সমবেত সঙ্গীত! আজি কালি দ্বৈত-সমবেত সঙ্গীত কোনে পৰিচালনা কৰিব পাৰিব? শেহান্তৰত তেওঁ সেই পৃষ্ঠা কেইখনো বিচাৰি নেপালেগৈ; মানুহগৰাকীয়ে তেওঁৰ সময়বোৰ নষ্ট কৰা দেখি তেওঁৰ খঙো উঠিল। সেই গোলমলীয়া কাগজ কিখনৰ কাৰণেই তেওঁ জানো গোটেই দপ্তৰটোকে চাব পাৰে? তাৰ পাছত সেই কাৰণেই ৰিক্ত-হাতেৰে আনা উভতি আহিব লগা হৈছিল। আৰু এতিয়া আন কি মৰণ যন্ত্ৰনাৰ ভজন সঙ্গীতটো সম্পূৰ্ণ হৈয়ো নেথাকিল।

কিন্তু বাকী অংশ তেওঁ যাবলৈ নিদিয়ে।

এয়া আছিল গোলমলীয়া চিন্তা। এই ডোখৰ তেওঁ ৰক্ষা কৰিব। এটোপোলা পুৰণি কাগজে বেচি ঠাই নলয়। আৰু এইখিনি তেওঁৰ লগত থাকিলে বৰ নিঃসঙ্গ যেনো নেলাগিব। তেওঁ এইখিনিলৈ চাব, ইয়াৰ লগত কথা পাতিব, তেতিয়া জোহানক এই খোটালীটোৰ মাজত পোৱা যেন লাগিব। তেওঁ ভাবিব জোহান যেনিবা দেওবৰীয়া প্ৰাৰ্থনা সঙ্গীতৰ আখৰাৰ অনুশীলন কৰিবলৈকে বাহিৰলৈ গৈছে—খন্তেক পাছতে উভতি আহিব। তোমাৰ মৰমৰ মানুহজনৰ মৃত্যু নোহোৱা

২

কথাটো ভাবিবলৈ তোমাৰ কষ্ট অকণোকে নহ'ব।

*  *  *  *

দহবছৰ পাৰ হৈ গৈছে। ১৭৬০ কোনোবা এটি ৰাতিপুৱা। লিপজিগৰ কোনো এক প্ৰান্তত জীৰ্ণ এটি ঘৰৰ ভিতৰত এদ'ম খেৰৰ মাজত মৰি থকা এগৰাকী বৃদ্ধাক লোকে পাইছিল। পাৰ্থিব সম্পত্তিৰ ভিতৰত মানুহ গৰাকীৰ আছিল কেইডোখৰ মান কাপোৰ আৰু ৰন্ধনৰ কাৰণে বাচন-বৰ্ত্তন।

সমাধিস্থ কৰোঁতে চহৰৰ যিডোখৰ ঠাইত মাত্ৰ ব্যয় হয় দুই থেলাৰ সেই ডোখৰ ঠাইতে এই মৃতদেহটো সমাধিস্থ কৰা হ'ল।

ইয়াৰ কেইবছৰমান পাছত প্ৰাচীন চেণ্টজন সমাধিস্থানৰ মাজেদি এটা আলিবাট নিৰ্ম্মান কৰোঁতে বহুত শৱাধাৰ অপসৰণ কৰিব লগা হৈছিল। ইয়াৰ মাজত আছিল কোনোবা জোহান চেবাষ্টিয়ান বাচৰ শৱাধাৰ। পূৰ্ব্বতে তেওঁ চেইণ্ট থমাচ উপাসনা মন্দিৰৰ গাত লাগি থকা চেইণ্ট থমাচ স্কুলৰ কেনটোৰ নাইবা কোৰাচগানৰ শিক্ষক আছিল।

এই সাধাৰণ অনাৱশ্যকীয় বিষয়টোলৈ বিশ্ববাসীয়ে মন নকৰিলে। বিৰাট পৰিবৰ্ত্তন আহিছিল। দূৰণিৰ আমেৰিকাত তেৰখন উপনিবেশত বিদ্ৰোহৰ অগ্নি জ্বলিছিল। স্বাধীনতাৰ বাবে এই বিদ্ৰোহী উপনিবেশে সংগ্ৰাম কৰিছিল। তেৰ বছৰৰ পাছত জুলাই মাহৰ এটা জহৰ দিনত বজা ঘৰীয়া বন্দীশাল বাষ্টিলেলৈ দুৰ্দ্দান্ত জনতা হুঙ্কাৰ কৰি ধূমুহাৰ গতিৰে সোমাই আহিছিল। মাজনিশালৈ সমগ্ৰ পেৰিচবাসী এই বিপ্লৱত প্ৰায় লিপ্ত হৈ পৰিব লগা হৈছিল। ঠিক যেতিয়া শেষ মূৰটো গিলোটীনৰ পৰা সৰি পৰিছিল নেপোলিয়ন বোনাপাৰ্ট নামৰ এজন ক্ষুধিত দীঘল চুলিৰ কৰ্চিকান লেফটেনেণ্ট মঞ্চলৈ সোমাই আহি কাম আৰম্ভ কৰিলে ক্ষীপ্ৰতাৰে। এইদৰে অস্ত পৰিল ওঠৰশ শতাব্দীৰ শিষ্টাচাৰ, নৃত্য-গীত, হাঁহি-মাত বৰটোপৰ ধ্বনি, আহত লোকৰ গেঙনি আৰু বিজয় ঘোষণাৰ মাজত।

যেতিয়া এক-শতাব্দীৰ শেহত নেপোলিয়ন ভূমিকম্পৰ জোকাৰণিৰ শাম কাটিল তেতিয়া চেতনহীন ইউৰোপে দুঃখ বেদনা পাহৰি কবিতা

আৰু সঙ্গীতত মন ঢালি দিলে নতুন আশাৰ গীত গাবলৈ। ৰোমাঞ্চ অঙ্কুৰিত হ'বলৈ ধৰিলে বেদনাৰ মাজত।

এতিয়া পাৰ হৈ গৈছে কেইবা শতাব্দী-লিপজিগৰ আখুৰা গছৰ কাঠেৰে সজা শয্যাখনত মৃত্যু হোৱা সেই অসহায় অন্ধ সমবেতৰ শিক্ষকজনৰ। ক'ৰবাত দুখীয়া আৰু অনামী মৃতকৰ মাজত হয়তো তেওঁ শুই আছে—মাত্র এজনৰ বাহিৰে বিজনৰ ওপৰত তেওঁ থৈ গৈছিল তেওঁৰ বিশ্বাস। তেওঁৰ বাহিৰে সকলোৱে তেওঁক পাহৰি গৈছে।

চেপ্টেম্বৰ মাহৰ এটা দোকামোকালি। নামনি বাৰ্লিনৰ ঠেক্ বাটটোৱেদি এখন ঢুচকীয়া নীলা বৰণৰ বাগী দ্রুত গতিৰে গৈছিল হামবুৰ্গৰ ঘোৰাৰ বাগীবোৰৰ আশ্রয়স্থানলৈ। পশমৰ টুপী, কাশ্মীৰী গলাবন্ধ আৰু সৰিয়হ বৰণীয়া হাতমোজা পিন্ধা দুজন যুৱক ওচৰা-ওচৰিকৈ ইয়াৰ ভিতৰত বহিছিল। বাগী-খনৰ প্রত্যেকটো জোকাৰণিত তেওঁবিলাক থিৰেৰে ৰ'ব পৰা নাছিল আৰু দুয়ো একেলগে ঢুলিছিল। তাৰে এজন আছিল ফেলিক্স মেণ্ডেলচন—বেঙ্কৰ মালিক জনৰ পুতেক, আনজন আছিল কাৰ্ল ক্লিংগমেন তেওঁৰ শ্রেষ্ঠ বন্ধু।

হতাশেৰে ভোৰ ভোৰাই কাৰ্লে ক'লে "আৰু এজনী নাৰীৰ কাৰণেই সকলো ঘটিল।" ৰাগীখনৰ খিড়িকীয়েদি তেওঁ তেওঁৰ চিন্তিত সু-গোল চকুযুৰিৰে বাহিৰলৈ চাওঁতে এটা নিঃশ্বাসে নিমজকৈ ডাড়ি খুকুৱা শকত গালখন কপাই দিলে।

বন্ধুৰ কামিজৰ হাতৰ ওপৰত ফেলিক্সে হাতখন থৈ দৃঢ়ভাবে ক'লে "তাইক পাহৰি যোৱা, সেই ছোৱালীজনীক তোমাৰ মনৰ পৰা নিচিহ্ন কৰি দিয়া।" আনৰ বিপদত আমি বিৰোধ কৰাৰ দৰে সেই কঠোৰ দৃঢ়তাৰে তেওঁ কৈ গ'ল।

"সোনকালেই তুমি ইংলেণ্ড পাবাগৈ আৰু নিৰাপদ হ'বা।"

যেই হওক এই মন্তব্যটোৱে কোনো প্রতিক্রিয়া নকৰিলে। চিন্তাত বিলুপ্ত হৈ কাৰ্লে মনে মনে আছিল। তেওঁৰ মুখখন খিড়িকীৰ পিনে ঘূৰি আছিল। বাহিৰত জন্ম হৈছিল এটা নতুন দিনৰ—এটা আনন্দপূর্ণ শেহতীয়া গৰম কালিৰ পুৱাই পুৱতীৰ লাইলাক বৰণীয়া আবেষ্টনীৰ

মাজত সাৰ পাইছিল। নিশাৰ টুপী আৰু সাজপাৰৰ সৈতে সুস্থ আৰু ৰূপহী গৃহিণী সকলে কাঠৰ খিড়িকীবোৰ ঠেলি ঠেলি খুলি খিড়িকীৰ কাঠচটাৰ ওপৰত থকা ফুলৰ টাববিলাকলৈ নিক্ষেপ কৰিছিল সস্নেহ দৃষ্টি।

গাড়ীখনৰ অকস্মাতে অহা জোকাৰণি এটাৰ বিৰুদ্ধে অটলভাবে বহি কাৰ্লে হঠাতে তেওঁৰ সঙ্গীজনৰ ফালে ঘূৰি কপাঁ সুৰৰে কলে "মাত্ৰ সেই ৰঙামুৰীয়া আনা স্ক্ৰাম্পনেগেল নামৰ বেশ্যাজনীৰ বাবেই মই ধাৰত আৰু আৰু লাজত লৰালৰিকৈ বাৰ্লিনৰ পৰা পলাইছোঁ।"

সম্মুখত এটা সমস্যা আহি পৰিছে বুলি অনুভৱ কৰি ফেলিস্কে কলে "সাহসী হোৱা।"

কথাৰ মাজতে হোৱা ব্যাঘাতটো অবজ্ঞা কৰি কাৰ্লে কৈ গ'ল—"আৰু পূৱাৰ এই অধাৰ্ম্মিক সময়টোত যেতিয়া তোমাৰ মোৰ দৰে সম্ভ্ৰান্ত বংশৰ ডেকালৰাৰ উচিত আছিল শোৱা পাটিলৈ যোৱাৰ!"

ফেলিস্কে ক'লে "এই কথা আৰু ভাবি নেথাকিবা, তুমি দেখিবা ইংলণ্ড তোমাৰ ভাল লাগিব আৰু তাৰ ছোৱালীবোৰ বৰ সুন্দৰ।"

"ছোৱালীবোৰ!" নিৰস ভাবে জোৰ দি শব্দটো কাৰ্লে উচ্চাৰণ কৰিলে।

"অনুগ্ৰহ কৰি মোক কৃতাৰ্থ কৰা আৰু ছোৱালীৰ কথা নকবা।"

"তুমি এতিয়াহে তেনেকৈ কৈছা—কিন্তু মই বাজি ৰাখিছো যে এমাহৰ ভিতৰতে তুমি প্ৰেমত আকৌ দেহেমনে ডুব যাবা।"

তিৰস্কাৰৰ চাৱনিৰে কাৰ্ল ক্লিংগমেনে বন্ধুৰ কথাষাৰ উপলব্ধি কৰি কলে "মই মাত্ৰ যেতিয়া যৌন সম্বন্ধেহে সক্ষম কেনেকৈ তুমি মোক প্ৰেমৰ কথা ক'ব পাৰিলা।"

"প্ৰকৃত প্ৰেমৰ মূল্য বিৰল।"

মুহূৰ্ত্তকাল বিস্ময়ে কাৰ্লক বোবা কৰি দিছিল। তেওঁ ক'লে "তেনেকুৱা গভীৰ নিৰ্ব্বোধ কথা এজন কঁহকহীয়া ডেকাইহে উচ্চাৰণ কৰিব পাৰে। তুমি নেজানা জানো ধৰ্ম্মিষ্ঠা নাৰী যে অতি ব্যয়বহুল হ'ব?"

"নহয়, যদি সিহঁতে তোমাক ভাল পায়।"

কাৰ্লে শুনা যেন নেলাগিল। উখহি থকা চকুকিটাৰে লাহে লাহে

কার্লে তেওঁৰ বন্ধুলৈ দৃষ্টিপাত কৰিলে। উজ্জ্বল মুগা বৰণীয়া চকুযুৰি, ডিম্বাকৃতি নাকৰ বিন্ধাৰে সৈতে সন্ত্ৰান্ত মুখ মণ্ডলত তেওঁৰ দৃষ্টি পৰিল। হতাশেৰে অসহায় ভাবে তেওঁ হুমুনিয়াহ পেলাই কলে "অৱশ্যে মই যদি তোমাৰ দৰে আচৰিত ভাবে ঘুৰনি হলোহেতেন ঘটনাই বেলেগ হল-হেতেন আৰু আমি এতিয়ামানে দুয়ো সাৱতাসাৱতি কৰি পলালোহেতেন।" নিজৰ প্ৰতি পুতৌত তেওঁৰ মাতটো ডাঙৰ হৈছিল আৰু কঁপিছিল।

"যেতিয়া মই দূৰণিৰ কুৰঁলীয়ে আবৰা ইংলেণ্ডলৈ নিৰ্ব্বাসিত হৈ আহিছো তেতিয়া বেশ্যাজনী অলসভাবে শোৱাপাটিত পৰি আছে আৰু হয়তো তাই অকলশৰেও থকা নাই।"

"সম্পূৰ্ণ বিপৰীতে ইংলণ্ড এখন ধুনীয়া দেশ। তুমি হেনোভাৰ দূতাবাসৰ চেক্ৰেটাৰী কাৰণে তোমাৰ বাবে খোলা হৈ থাকিব প্ৰত্যেক খন দুৱাৰেই। তোমাক মৰি যোৱাকৈ খুৱাব ভোজ-ভাত আৰু সুৰা। মোৰো তোমাৰ লগতে যাবৰ মন গৈছে। যোৱাবছৰ মই তাত আছিলোগৈ দুৰ্ভাগ্যবশতঃ মোৰ দেউতাৰ সৈতে। আৰু মই লগ পাইছিলো সকলোতকৈ মনোৰম গাভৰুজনীকে তাইৰ নাম আছিল মাৰ্গাৰেট। তাইৰ আছিল পৰীৰ দৰে এখন মুখ—" "আৰু ডাইনীৰ দৰে এখন হৃদয়—" কার্লে শেষ কৰিলে। মিনতিৰে সৈতে বন্ধুৰ মনি-বন্ধত হাতখনেৰে টেপা এটা দি ক'লে "মোক বিশ্বাস কৰা ফেলিস্ক, নাৰী গুৰিতেই কেৰোণ লগা। এই পৃথিবীত সিহঁতৰ কাম হ'ল মানুহৰ হৃদয় ভঙা, তেওঁবিলাকৰ মোনা উদং কৰা আৰু তেওঁবিলাকৰ জীৱন বিধস্ত কৰা। সিহঁতে নকৰি নোৱাৰে। কৰিব লগা মাত্ৰ এটা কাম আছে—সিহঁতৰ অস্তিত্ব নাই বুলি ভাও ধৰি থকা।"

"মই জানো আনা বৰ নিষ্ঠুৰ। কিন্তু তুমি বিৰক্ত হ'ব নেলাগে। সকলো তিৰোতো তাইৰ দৰে নহয়। কিছুমান ভাল। উদাহৰণ স্বৰূপে মাৰ্গাৰেট—"

"নিশ্চয় তাই তোমাৰ বুকুত লুটি খাই পৰিছিল। সিহঁত সকলোৱেই কৰে।" কার্লে হিংসাপূৰ্ণ দৃষ্টি নিক্ষেপ কৰিলে। "তুমি সকলোতকৈ ভাগ্যবান মানুহজন জীয়াই আছা। তুমি সাধাৰণ মানুহ নহয়; তুমি

এটা বিস্ময় আৰু নিয়মৰ ব্যতিক্ৰম, এক বিচাৰৰ ব্যতিক্ৰম। তোমাৰ সকলো আছে—চেহেৰা, প্ৰতিভা, ধন।"

ক্ষীণভাবে বাধা দি ফেলিস্কে ক'লে "মই সেইটো কোৱা নাই। মোৰ দেউতাই চোন মোক কৈ থাকে যে ৰথচাইল্ড হতঁৰ লগত তুলনা কৰিলে আমি সকলো নিঃস্ব। প্ৰত্যেক দিনেই তেওঁ মোক সতৰ্ক কৰি থাকে যে মই যদি কাম কৰিবলৈ নবহোঁ তেন্তে এইখন দৰিদ্ৰালয় হ'ব।"

কাৰ্ল ক্লিংগমেনে অনাহক এটা শব্দ নাকেৰে কৰি ক'লে "এইটো আমাৰ জাতিটোৰ নিশ্চয় এটা বিশিষ্টতা। কিন্তু সকলো ইহুদী পিতৃ-মাতৃয়ে নিজৰ সন্তানক জড় বুদ্ধিৰ বুলি ভাবে। মোৰ দেউতাই মই আনাৰ কাৰণে কিনি অনা লোমযুক্ত কোট চোলাটোৰ বিলখন আৰু জুৱাখেলৰ কিছুমান শ্লিপ পালে। তেতিয়া তেওঁ মোলৈ এখন দীঘল দাম্ভিকতাপূৰ্ণ চিঠি লিখি শাও-শপনি দিলে, অথচ তেতিয়া মোৰ প্ৰয়োজন আছিল বাকীলৈ ধন পোৱাৰ এখন চিঠি। যেতিয়া মই ভালকৈ জানিছিলো যে তেওঁ মিউনিকত এটা নতুন শাখা খুলিছে মাত্ৰ তেতিয়া তেওঁ মোক কৈছিল যে দেৱলীয়া হোৱাৰ ভয়ত তেওঁ বিহ্বল হৈছে।"

"ধনতকৈ প্ৰয়োজনীয় এনে বহুত কথা-জীৱনত আছে।" কাৰ্লে অধৈৰ্য্যৰে কান্ধটো জোকাৰি ক'লে "এতিয়া তুমি এজন শিল্পীৰ দৰে কথা কৈছা। শিল্পীসকলৰ নিজস্ব অদ্ভুত ধৰণৰ ভণ্ডামিৰ চিন আছে। যেতিয়া তেওঁবিলাকে ধনৰ বাহিৰে আন কথা চিন্তা নকৰে তেতিয়া তেওঁবিলাকে ভাও ধৰে ধনক ঠেলি দিয়াৰ।"

"মই নধৰো।"

"নিশ্চয়, কাৰণ তোমাৰ এইটো আছে। মই তোমাকো কৈছিলো তোমাৰ সকলো আছে। তোমাক আৰাধনা কৰিবলৈ দুজনীকৈ বাই-ভনী আৰু ৰূপ গুণ থকা এগৰাকী বাগদত্তা আছে।"

"নিনা মোৰ বাগ্‌দত্তা নহয়।"

"এই দিনবোৰৰ মাজতে যে তোমালোকৰ বিয়া হ'ব প্ৰত্যেকেই জানে দেখোন।"

"একমাত্ৰ কাৰণ আমি দুয়ো একে লগে ডাঙৰ হৈছিলো। আমি

দোলনাত দোল খায় থাকোতেই আমাৰ আই-দেউতাই আমাৰ বিয়া হোৱাটো উচিত বুলি বিবেচনা কৰি থৈছিল।"

"আৰু এইটো ভূষিত কৰিবলৈ তোমাৰ আছে প্ৰতিভা এজন শিল্প-পতিৰ কাৰণে সম্পূৰ্ণ অনাবশ্যকীয় বস্তু। তুমি ইতিমধ্যেই এজন মহৎ গ্ৰন্থকাৰ হৈছাই।"

"তুমি কেনেকৈ জানিলা। তুমি দেখোন গীতবাদ্য ঘৃণাহে কৰা।"

"সচাঁ। মই মাত্ৰ ভদ্ৰ হৈ থাকোঁ। মই যিমানদূৰ জানো গীত-বাদ্য অনাবশ্যক আৰু ব্যয়বহুল কোঢ়াল, কিন্তু প্ৰকৃত কথাটো হ'ল তুমি বিখ্যাত হৈছা।" আচৰিত ভাবে তেওঁৰ চকুযুৰিলৈ আহিল সবিস্ময় আৰু শ্ৰদ্ধাৰ হতাশ ভাব। "দেবতাসকল তোমাৰ প্ৰতি দয়ালু। কেনেবাকৈ তুমি ইয়াৰ মূল্য দিব লাগিব। সম্ভৱ তুমিও দিয়া নাই। তোমাৰ আনা স্ক্ৰাম্পনেগেলক লগ পাবা তেতিয়া তুমি প্ৰতিদানহীন প্ৰণয়ৰ নিৰ্য্যাতন বুজিবা। মোক বিশ্বাস কৰা ফেলিস্ক, বৰ বেচি পলম হৈ যোৱাৰ পূৰ্ব্বে তিৰোতা বৰ্জ্জন কৰা।" আশ্ৰয়স্থলৰ অভিমুখে বাছখন গৈ থাকোঁতে কাৰ্লে নিজৰ অসুখী অভিজ্ঞতা সমূহৰ পৰা তেওঁৰ বন্ধুক শিক্ষা লবলৈ কৈ সজ-অসজ সকলো তিৰোতাকে বৰ্জ্জন কৰিবলৈ ক'লে। সজ তিৰোতাই চিৰকাল চেষ্টা কৰিব পুৰুষক সংশোধণ কৰিবলৈ, আৰু তেওঁবিলাক কৃতকাৰ্য্য হ'ব মাত্ৰ তেওঁবিলাকৰ মিছলীয়া আৰু ভণ্ড কৰিবলৈহে। আৰু আনবোৰ জঘন্য প্ৰাণী, সিঁহত সাধাৰণতে অতি আকৰ্ষণীয়ও।

যিজনী তিৰোতা তেওঁৰ নিৰ্ব্বাসনৰ কাৰণ সেইজনী তিৰোতাৰ বিৰুদ্ধে তেওঁ খঙেৰে ক'লে "তাই এজনী মিছলীয়া, স্বাৰ্থপৰ, কামুক, অসৎচৰিত্ৰ, লুণ্ঠনকাৰী আৰু ব্যয়বহুল। আনকি তাইৰ স্ক্ৰাম্পনেগেল নামটোও সাংঘাটিক। তাইৰ আছে গলিৰ এটা মেকুৰীৰ স্বভাৱ আৰু কবৰখানাৰ ডকাইতৰ নীতিশাস্ত্ৰ। তাই অৰ্থ শোষণকাৰী এজনী হৃদয়হীনা ডাইনী, কিন্তু···" যেতিয়া তেওঁৰ মনৰ ভিতৰত স্মৃতিয়ে ভিৰ কৰিলে তৎক্ষণাতে তেওঁ বৈ গ'ল। "কিন্তু তাইৰ চুলিকোছা কেনে কোমল, তাইৰ মুখখন কিমান গভীৰ, তাইৰ স্তন বিশুদ্ধ ডেলফিক মাৰ্ব্বলৰ

দৰে আৰু অধিক উত্তপ্ত।" কিছু সময় ধৰি তেওঁৰ অন্তৰত বিৰক্তি আৰু অনুতাপৰ সংঘৰ্ষ হোৱা যেন বোধ হ'ল। যেই হওক কামনাই সোন-কালেই অন্যান্য সকলো আবেগক আতৰাই থলে।

"তাই এজনী বেশ্যা, আৰু চয়তানৰ প্ৰাণী। কিন্তু তাইৰ অবিহনে মই জীয়াই থাকিব নোৱাৰোঁ।" তেওঁ ফেলিস্কৰ মনিবন্ধত খামোচ মাৰি ধৰিলে "তুমি শুনিছানে ? যি কোনো উপায়েৰে মই নিশ্চয় তাইক লণ্ডনলৈ আনি মোৰ লগ লগাব লাগিব—" ফেলিস্কৰ মনিবন্ধত থকা খামোছটি আৰু দৃঢ় হ'ল—"আৰু তুমি তাইক মোৰ ওচৰলৈ অৱশ্যে আনিব লাগিব।"

"মই নে।" অপ্ৰত্যাশিত ভাবে সলনি হোৱা কথাষাৰত উচাপ খায় ফেলিস্কে আচৰিত হৈ ক'লে।

অকস্মাতে কাৰ্লে কলে "এই বিষয়ে সোমাবলৈ আৰু মোৰ সময় নাই।" এতিয়া কাৰ্লে সম্পূৰ্ণভাবে জাগি উঠিল। "এক মূহুৰ্ত্ত পূৰ্ব্বে তুমি কৈছিলা যে তুমি লণ্ডনলৈ আহিব খুজিছা আৰু তোমাৰ মাৰ্গাৰেটক আকৌ চাবলৈ বিচাৰিছা। বসন্ত কালত তোমাক লণ্ডনলৈ আনিবলৈ কিবা চেলু উলিয়াবলৈ মই স্বৰ্গ-মৰ্ত্ত্য এক কৰি দিম—কিন্তু মাত্ৰ এটা স্বৰ্ত্তত যে তুমি তুমি তোমাৰ লগত আনাক আনিব লাগিব।"

"কিন্তু কাৰ্লে তুমি এইমাত্ৰ কৈছিলা—"

তেওঁৰ বন্ধুৱে চিঞৰি ক'লে "মই যি কৈছিলো মন নকৰিবা!" মই আনাক নিশ্চয় পাবই লাগিব—নহ'লে মই নিজকে শেষ কৰি দিম আৰু তুমি ইমান উদাৰতাৰে মোক ধাৰলৈ দিয়া ধন কেতিয়াও নেপাবা। অভিনয়ৰ পাছত আজিনিশা তাইক দেখা কৰিবলৈ যাবা। মই তাইক ক্ষমা কৰিছোঁ বুলি তাইক ক'বা। আৰু তাইক মোৰ অমৰ প্ৰেমৰ বিষয়ে নিশ্চয়তা দিবা। নিন্দা ভোজলৈ তাইক নি তাইৰ কঠিন হৃদয়ত মোৰ স্মৃতি সজীৱ কৰি ৰাখিবা।"

হামবুৰ্গ মেইলৰ আশ্ৰয়স্থলত আহি বাগীখন সোমাওঁতেও তেওঁ ফেলিস্কক শেহ মুহৰ্ত্তৰ নিৰ্দ্দেশ দি আছিল। ইতিমধ্যেই বাগী যোৱাৰ কোঢ়ালত বতাহ মুখৰিত হৈ পৰিছিল।

মেইল বাগীখনৰ ঘোৰা চাৰিটা সিহঁতৰ সাজ সৰঞ্জামৰ ভিতৰত থাকি অস্থিৰ হৈছিল। নীলা সাজপিন্ধা বন্ধুৱা কেইটাই চামৰাৰ গুড় গুড় শব্দ কৰি যাওঁতে কালে খিড়িকীখনত ভৰদি বিষাদেৰে কমাল খন জোকাৰি কলে—"মনত ৰাখিবা ফ্রেডেৰিক উইল হেলষ্টেড থিয়েটাৰ! আজি ৰাতিয়েই তাইক দেখা কৰিবাগৈ।"

অভিনয় মঞ্চৰ কাষৰীয়া খোটালীটোৰ পৰা ফেলিস্কে গধূলি সময়টো আনা গ্রাম্পনেগেলক চায় আনন্দ লভিছিল। নাটঘৰৰ দুৱাৰ ৰখীয়াটোক দিয়া খেলাৰটোৱেই এই অধিকাৰ তেওঁক দিলে।

ফ্রেডেৰিক থিয়েটাৰৰ চিত্ত-বিনোদক সকলৰ গোপনীয়তা সম্বন্ধে কোনো ধৰাবন্ধা নিয়ম নাছিল। শিল্প-কলাৰ প্রতি হোৱা ইয়াৰ উচৰ্গাই বহুদিন ইয়াৰ ধনঘটাৰ প্রয়োজন মিটাইছে। শেষলৈ পৰিচালক বৰ্গৰ দ্বাৰা উৎসাহিত হৈ অভিনেত্রী সকলে সম্পূৰ্ণ ভাবে পুৰুষৰ দ্বাৰা গঠিত হোৱা দৰ্শক সকলৰ লগত মিলি যাবলৈ আৰু মাত্র দামী সুৰাৰে গুচাৰ পৰা এক উত্তপ্ত তৃষ্ণাৰ ভাষা অনুকৰণ কৰাৰ শিক্ষা দিয়া হৈছিল। তেওঁৰ সেই সুবিধাজনক দিশটোৰ পৰা চাই ফেলিস্কে তেওঁৰ বন্ধুৰ কথা সচা বুলি বিশ্বাস হ'ল! আনা বিখ্যাত শিল্পী নহয়, কিন্তু তাইৰ ভৰিকিটা অসাধাৰণ ভাবে শুৱনী। ভৰিকিটা তাই ব্যৱহাৰ কৰিছিল কথা কোৱাৰ দৰে। প্রতিটো গীতৰ অন্তত যি হাত চাপৰিয়ে সম্ভাষণ জনাইছিল, সেই হাত চাপৰি কণ্ঠ সঙ্গীত'কৈ ভৰি কেইখনৰ প্রতিহে অধিক আছিল। তাইৰ গান শুনি ফেলিস্ক বিস্ময় নহৈ নোৱাৰিছিল—কেনেকৈ এই মিহি আৰু কম্পিত স্বৰ এই হৃষ্ট এখন বুকু আৰু বহল ৰাঙলী ওঠ থকা এখন মুখৰ পৰা ওলায় আহিছে? দেখা দেখিকৈ দৰ্শক সকলৰ কোনো আচুতীয়া বন্দবস্ত নাছিল। এওঁবিলাকে গায়িকাৰ ইন্দ্রিয়গত মুখমণ্ডলত আৰু মনোৰম দেহ বল্লৰীত চকু বিলাক আবদ্ধ ৰাখি শিল্পী সুলভ নহলেও লাভ কৰিছিল এক শক্তিশালী অভিজ্ঞতা।

ফেলিস্কে কঠোৰ ভাবে নিজকে সোঁৱৰাই দিলে যে তেওঁ ইয়ালৈ আহিছে এটা দয়াৰ বাৰ্ত্তালৈ। তেওঁৰ কামটো সজ আৰু অনাকৰ্ষণীয়। এতিয়া হামবুৰ্গ অভিমুখে বাগীত জোকাৰ খায় গৈ থকা বন্ধুৰ কাৰণে

তেওঁ এইটো সহায় শেষ বাৰলৈ কৰিছে। অনুগতও হৈছে বন্ধুত্বৰ প্ৰতি সংযোগ স্থাপনকাৰী শিলাখণ্ড। যেতিয়া তেওঁ এক মুহূৰ্ত্ত পাছত আনাৰ ছো-ঘৰৰ দুৱাৰত টুকুৰিয়াইছিলগৈ তেতিয়া তেওঁৰ মন বন্ধুৰ প্ৰতি আনুগত্যৰে ভৰি আছিল। উচ্চ কণ্ঠে এগৰাকী তিৰোতাই তেওঁক ভিতৰলৈ মাতিলে। ছো-ঘৰটোলৈ সোমায় আহোঁতে ফেলিস্কে মন কৰিছিল আনাৰ লগত আৰু এগৰাকী অভিনেত্ৰী আছিল। এই সময়ত উজ্বল বৰণৰ ৰঙীন কাগজ আৰু ডাঙৰ আইনাৰ টুকুৰাৰে তৈয়াৰ কৰা এডাল কমৰ বন্ধা বান্ধিছিল। সাজটোৰ প্ৰধান অংশ ইয়াৰেই তৈয়াৰ হৈছিল যেন লাগিছিল। তেওঁৰ উপস্থিতিত কোনোৱে আপত্তি নকৰিলে নাইবা কোনো আশ্চৰ্য্য ন'হল।

এজনী ৰঙা বৰণীয়া চুলি থকা ছোৱালীক তেওঁ নিজেই সুধিলে "আইদেউ আনা স্কাম্পানেপেল ক'ত ?"

"আপোনাক কি লাগে ?" নিৰপেক্ষ আছিল উত্তৰটো।

"মোৰ বন্ধু কাৰ্লৰ হৈ মই আহিছো।"

"হেৰি, আপুনি পোণে পোণে উভতি গৈ তেওঁক কওকগৈ যে মই তেওঁক আৰু চাবলৈ বিচৰা নাই।" তাইৰ কণ্ঠস্বৰ এক মুহূৰ্ত্ত পূৰ্ব্বে মঞ্চত যিদৰে মিহি আৰু সুৱদী আছিল এতিয়া সেই অনুপাতে কৰ্কশ হৈ পৰিছিল।

"সেই প্ৰকাণ্ড শকত মুখখন মই আৰু কেতিয়াও চাবলৈ নিবিচাৰোঁ।"

"আপুনি চাব নেলাগে। আজি পুৱা তেওঁ বাৰ্লিনৰ পৰা গলগৈ"— ফেলিস্কে কলে।

প্ৰথমবাৰৰ বাবে আনাই তাইৰ তন্দ্ৰালস চকুজুৰিৰে তেওঁলৈ চালে আৰু বিস্ময়ত তাই চকুখালে। "আপুনি তেওঁৰ বন্ধুনে ?" তাই স্পষ্ট ভাবে অধিক সৌহাৰ্দ্দৰে সুধিলে।

আবেগেৰে ফেলিস্কে ক'লে "তেওঁৰ শ্ৰেষ্ঠ বন্ধু।"

"আমি ভাই-ককাইৰ দৰে। গোটেই জীৱনটোৱেই তেওঁক জানিছোঁ। যোৱাৰ আগমুহূৰ্ত্তত তেওঁ মোক কেইটামান অতি আৱশ্যকীয়

বাতৰি আপোনাক দিবৰ কাৰণে মোক ভাৰ দি থৈ গৈছে।"

তিনটা ভেৰী আৰু এটা ঢোলেৰে গঠিত হোৱা অৰ্কেষ্ট্ৰাৰ পৰা অহা ক্ৰমাগত ঠন্ ঠন্ সুৰে কথাবতৰা পতাত ব্যাঘাত কৰিছিল। কথাবোৰ যাতে শুনিবলৈ পায়—এই বাবে তেওঁ মাতটো ডাঙৰকৈ কথা কৈছিল। আনজনী তিৰোতালৈ ক্ষন্তেক সময় অৰ্থপূৰ্ণ দৃষ্টিৰে চায় ক'লে "সেই বিলাক ব্যক্তিগত ধৰণৰ। অভিনয় অন্তত আপুনি যদি মোৰ লগত ভোজন কৰেহি তেন্তে মই সম্মানিত হোৱা যেন অনুভৱ কৰিম।"

আনাৰ দৃষ্টি আবদ্ধ হৈ আছিল তেওঁৰ ওপৰত। আনাই তেওঁৰ বিষয়ে যেন বৰ অপ্ৰিয় মত পোষণ কৰা নাই তেওঁৰ এনে লাগিছিল। যিজনী অভিনেত্ৰীয়ে শেষত পত্ৰাচ্ছাদিত কমৰ বন্ধনীডাল তাইৰ ককালত বান্ধিলে, সেইজনীয়ে ক'লে "তেওঁ নোৱাৰিব। আমাৰো দুগুণ প্ৰতিশ্ৰুতি দিয়া আছে, নাইনে বাৰু আনা?" এই সম্বোধনটোৱে আনাক তাইৰ কল্পনাৰ পৰা জাগৃত কৰি দিয়া যেন দেখা গ'ল। "সিহঁতক কৈ দিবা মোৰ অসুখ হৈছে, যি কোনো কথা সিহঁতক কৈ দিবা। "তাৰ পাছত তাই ফেলিস্কৰ ফালে ঘুৰি এটা অশান্তিৰ হাঁহি মাৰি ক'লে' মোৰ কাৰণে অপেক্ষা কৰিব।" খোৱাৰ সময়ত ফেলিস্কে পৌৰুষজনোচিত ভাবেৰেই নিজৰ কৰ্ত্তব্য কৰি গ'ল।

তেওঁ অহৰহ কথা কৈছিল আৰু কথাবোৰ আছিল প্ৰৰোচনামূলক। কা'ল'ৰ মানসিক গুনাৱলী, অভিমান, সুন্দৰৰ প্ৰতি সমৰ্থন, উদাৰ হৃদয়ৰ কথা বঢ়াই কৈ তেওঁৰ প্ৰশংসা কৰিছিল। আনাই বেচি কথা কোৱা নাছিল। মাত্ৰ চাইছিল দুঃসহ তিৰ্য্যক চাৱনিৰে আৰু আতঁৰাই থৈছিল অপ্লাবিত আহাৰ। ফল মূলবোৰ মেজৰ পৰা আতৰাই নিয়াৰ পাছত যেতিয়া তেওঁবিলাকে অলপ অলপকৈ মদ পিছিল যেতিয়া তেওঁ অহা বসন্ত কাললৈ আনা ইংলণ্ডলৈ যোৱাৰ বিষয়টো আৰম্ভ কৰিলে—"স্বাভাবিকতে আপোনাৰ খৰছ তেওঁ বহন কৰিব। তেওঁৰ উদাৰতাৰ ওপৰত আপুনি নিৰ্ভৰ কৰিব পাৰে।"

তাই ইতস্ততঃ কৰি ক'লে "লণ্ডন বহুত দূৰ ঠাই। মই তাৰ বিষয়ে আৰু শুনিবলৈ আছে।"

এইটো বুজা গ'ল যে কাৰ্লৰ প্ৰস্তাব তাই নিজৰ কোঠালীত হে শুনিব। তাইৰ পৰামৰ্শটো গ্ৰহণ কৰাৰ বাহিৰে ফেলিস্কৰ আন উপায় নাছিল। তেওঁৰফালে তেনেকুৱা কোমল চকুজুৰিৰে চাই থকা এই চমৎকাৰ প্ৰাণীটোৰ বাবে এক অকৃত্ৰিম সহানুভূতি অনুভব মিহলি হলহি তেওঁৰ বন্ধুৰ প্ৰতি থকা আনুগত্যত। তাইৰ খোটালীটোলৈ তেওঁ বিলাক আহিল। এইটো চহৰখনৰ ভাল ঠাইত আছিল। কিন্তু ইয়াৰ কাঠৰ সৰঞ্জাম বোৰ বিশৃঙ্খল ভাবে আছিল। তাই যেতিয়া পোছাক সলোৱাৰ কথা কৈ "অধিক আৰামদায়ক" পোছাক সলাইছিল, তেতিয়া তাই এই কাম কৰি থাকোঁতে দেৱালৰ ফালে চাই থাকিয়েই কৃতাৰ্থ মানিছিল তেওঁ। খন্তেক পাছত তাইক ঘৰুৱা পাতল সাজত দেখা গ'ল। এইজোৰ সাজ বৰ আৰামদায়ক নিশ্চয় আছিল—তাৰোপৰি অভ্যন্তৰ অংশও দেখা গৈছিল। ফেলিস্কৰ গালখন ৰঙা পৰিল। মাত কথা তেওঁৰ সঙ্কুচিত হ'ল। তথাপিও কাৰ্লৰ প্ৰতি থকা আনুগত্য তেওঁৰ শিথিল নহ'ল। দৃষ্টি আঁতৰাই তেওঁ ক'লে "আপুনি বাস্তবিকে ইংলেণ্ডলৈ যাব লাগিব।"

এতিয়া তাই শোৱা পাটিৰ ওপৰত হেলান দিয়া অৱস্থাত আছিল। অৱসন্নভাবে তাই ক'লে "আহা, মোৰ ওচৰত বহাঁহি। মই তোমাৰ চকুজোৰ চাব খুজিছোঁ, আৰু মই বুজিব খুজিছোঁ তুমি সচাঁকৈয়ে মই ইংলণ্ডলৈ যোৱা উচিত বুলি ভাবিছানেকি ?" স্পষ্টভাবে প্ৰতীয়মান হ'ল যে তেওঁৰ চকুজুৰিৰ অভ্যন্তৰ অংশ তাই চাবলৈ ইচ্ছা কৰাৰ, কাৰণ —তাই অনাবৃত বাহুৰে তেওঁ শোৱা পাটিখনৰ এমূৰত বহাৰ লগে লগে তেওঁক সাবতি মেৰিয়াই ধৰি অপ্ৰতিহত গতিৰে তেওঁক তাইৰ ফালে আকৰ্ষণ কৰিবলৈ ধৰিলে।

এতিয়া মাত্ৰ তেওঁ শুনাকৈ ফুচফুচায় তাই সুধিলে "মই ইংলণ্ডলৈ যোৱাটো তুমি বিচাৰা জানো ?" তেওঁ নিজকে মুক্ত কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু সমতা ৰক্ষা কৰিব নোৱাৰিলে। তাইৰ বাহুৰ অকণমান আকৰ্ষণে তেওঁক তাইৰ কাষলৈ চপাই নিলে। তেওঁবিলাকৰ মুখকিখন ইমান ওচৰ চাপি আহিছিল যে তেওঁৰ মনোভাৱ প্ৰকাশ পায় বুলি ভয়

কৰিছিল। গোলমলীয়া চিন্তাই তেওঁৰ সমগ্ৰ মনত তুলিলে ধুমুহা। তেওঁ বন্ধুক আভুৱা ভাবিছেনেকি নাইবা তেওঁ গভীৰ বিশ্বাসী? তাৰোপৰি তেওঁ কাৰ্লক প্ৰতিশ্ৰুতি দিছিল যে তাইক লণ্ডনলৈ তেওঁ আনিব আৰু তাই প্ৰায় সন্মত হোৱা যেনেই অনুমান হ'ল। "এৰা" তেওঁ মৰো জীওঁকৈ পুনৰ জোৰেৰ ক'লে "তুমি ইংলণ্ডলৈ যাবই লাগিব। তুমি বৰ নিষ্ঠুৰ হৈ তেওঁৰ হিয়া ভাঙিলা—"তেওঁ ফোঁপাই ভৰ্ৎসনা কৰিলে।

তাইৰ উজ্বল দুচকুত বিৰিঙিল হাঁহিৰ নিচিনা কিবা এটা। তাই ক'লে "মই মাত্ৰ তেওঁৰ বেঙ্কৰ হিচাবহে নষ্ট কৰিলো। আৰু মই নিষ্ঠুৰ নহয়। মই নিবিচাৰো তুমি মোক নিষ্ঠুৰ বুলি ভবাটো। তুমি ভাবানে মই নিষ্ঠুৰ বুলি?"

তেওঁ নিজৰ অনুভবটো ব্যাখ্যা কৰি যেতিয়া কব খুজিছিল, তেতিয়াও তেওঁক তাই নিজৰ ফালে আকৰ্ষণ কৰি আছিল। তপত মঙহৰ বালিত তেওঁ ক্ৰমান্বয়ে সোমায় যোৱা যেন অনুভব কৰিলে। বিদায়গামী বাগীখনৰ খিড়িকীয়েদি কাৰ্লৰ বেদনাপূৰ্ণ মুখখন বাহিৰলি উলিয়াই হতাশ হতাশভাবে ৰুমালখন জোকাৰিছিল—সেইয়াই আছিল ফেলিক্সৰ শেষ সজ্ঞান স্মৃতি। জ্ঞানপোৱাৰ পাছত নিজকে তেওঁ পালে আনাৰ বিপৰীতে। পৰিপূৰ্ণ তৃপ্তিৰ ভঙ্গীৰে তেওঁৰ কান্ধত তাই মুখখন থৈছিল। খিড়িকীৰ সিফালে বাহিৰত ৰূপোৱালী পৰ্দ্দাত পুৱঁতীৰ শেতা পোহৰ জিলিকিছিল। সোনকালেই ই দিনৰ পোহৰ হ'বগৈ। তাইৰ অজ্ঞাতসাৰে তেওঁ তাইৰপৰা অকণ অকণকৈ আতৰি আহি শোৱা পাটিৰ পৰা উঠিবলৈ সমৰ্থ হ'ল। সামান্য যত্নেৰে লৰালৰিকৈ তেওঁ সাজপাৰ পিন্ধিলে। খন্তেক পৰ আনা শুই থকা চাই ভাবিলে তাইক জগাই দিয়া উচিত হবনে? এইটো নকৰিবলৈকে স্থিৰ কৰি তেওঁ নিৰৱে দুৱাৰখন খুলি বাহিৰলৈ ওলয়ে গল।

এনেকুৱা সময়ত বাগী পোৱা টান আছিল। অৱশেহত তেওঁ যেতিয়া এখন পালেগৈ, কাচোৱানটোক ততালিকে ঠিকনাটো কৈ জীৰ্ণ চামৰাৰ আসনত আউজি বহিল। পুৱাৰ শীতলতাৰ মাজেৰে এই

সুদীৰ্ঘ পথ আহোঁতে তেওঁ সতেজ হৈছিল আৰু তেওঁৰ মনলৈ আহিছিল উদ্দীপনা। আকৌ তেওঁ নিজকে সুধিলে বন্ধুৰ প্ৰতি তেওঁ বিশ্বাসঘাটকতা কৰিলেনেকি? কেই মুহূৰ্ত্ত মান যুক্তি তৰ্কৰ পাছত তেওঁ স্থিৰ কৰিলে যে তেওঁ বিশ্বাসঘাটকতা কৰা নাই। তেওঁ তাৰ বাহিৰে কি কৰিব পাৰে, তাতকৈ তেওঁ কেনেকৈ তাইক ভালকৈ লক্ষ্য কৰিব পাৰে। ইংলণ্ডলৈ যাবলৈ মান্তি কৰাব পাৰে। কবলৈ গলে তাইৰ আদৰ-সাদৰ স্নেহ আনৰ হৈ হে তেওঁ গ্ৰহণ কৰিছে। বাগীখন সুবৃহৎ বাসভবনটোলৈ আগুৱাই আহোঁতে তেওঁ বেচ্ উল্লাসমনেৰেই আহিছিল। তেওঁ কাচোৱানটোক ভৃত্যৰ বাবে থকা দুৱাৰ খনৰ ওচৰত বাগীখন ৰখাবলৈ নিৰ্দ্দেশ দিলে। ভৃত্যৰ বাসস্থানৰ ফালে যোৱা বাৰাণ্ডা খনৰ শেষমূৰত থকা পদূলিৰ দুৱাৰখনেদি সোমায় গৈ শেহত এখন কোঁণত থকা দুৱাৰেদি গৈ বৃহৎ সদৰ ঘৰটোৰ প্ৰবেশ পথ পালেগৈ। পুৱাৰ নিস্তব্ধতাৰ মাজত এইটো অধিক বিশাল আৰু মনোৰম দেখা গৈছিল। সতৰ্কতাৰ মাজেদি হোৱা অভ্যাসটোৰ কাৰণে তেওঁ জোতাজোৰ খুলি মোজা পিন্ধি ভৰিৰে বহল মাৰ্ব্বলৰ খট্‌খটিৰে প্ৰথম মহলাৰ তেওঁৰ খোটালীটোলৈ বগাই গ'ল। মাক-দেউতাকৰ শোৱা কোঠা পাৰ হৈ যাওঁতে তেওঁ আঙুলিৰ ওপৰত ভৰদি নিঃশব্দে কিন্তু বেগাই খোজ কাঢ়ি গৈছিল। তেওঁ জনা নাছিল যে দেউতাকে শোৱনী কোঠাৰ দুৱাৰ মুখৰ পৰা সকলো মন কৰি আছিল। আনকি উদং ভৰি, নিশাৰ কামিজ আৰু ফিটা লগোৱা নিশাৰ টুপীটো থকা স্বত্বেও এব্ৰাহাম মেণ্ডেলচনক বেঙ্কৰ মালিক যেনেই লাগিছিল। এই সময়ত বৰ বিষন্ন আৰু বিৰূপ হৈ আছিল। যুগ্ম শোৱা পাটী খনলৈ পুনৰ উভতি আহি কলেহি তেওঁ "মই তোমাক জনাবলৈ পাই সুখী হৈছো যে তোমাৰ পুতেৰ 'জেকব' এতিয়া ঘৰ পালেহি।" পুতেকক 'জেকব' বুলি মতাটোতে এব্ৰাহাম মেণ্ডেলচন দৃঢ় আছিল। এই বিষয়টোত তেওঁ জেদী আৰু দন্দুৰা আছিল। তেওঁ কয় 'তোমাৰ যেনেকৈ ভাল লাগে সেইদৰেই তাক মাতিব পাৰা কিন্তু তাৰনাম জেকব লাডউইগ্ ফেলিক্স। আৰু মই বুজি নেপাওঁ কিয় মই তাক 'জেকব' বুলি মাতিব নোৱাৰিম।"

খন্তেকৰ বাবে লেহ মেঙেলচনে গভীৰ তন্দ্ৰাৰ পৰা সাৰ পাই ক'লে "আপুনি দেখিছেই নহয় সূকয পাটত বহাৰ লগে লগে সিও উঠিল।" হাঁহিৰ এটা আভাস তেওঁৰ ওঠত বিৰিঙিল। তাৰ পাছতেই তেওঁৰ পুনৰ গভীৰ টোপনি আহিল। কম্বল খনৰ জাপটোৰ মাজলৈ সোমায় গৈ দেউতাকে ভোৰ ভোৰায় ক'লে "এনেকুৱা আদৰ কৰাৰ কাৰণেই এনে হবলৈ পাইছে। এই নিৰ্ব্বোধ গান-বাজনা বোৰেবে উছাহ দি। মোৰ কথা শুনা ইয়াৰ পৰা একো ভাল নহয়।"

এই কথা তেওঁ প্ৰায়েই কৈছিল আৰু পুনৰ তেওঁ এইটো ক'বলৈ প্ৰস্তুত। কিন্তু এটা বক্তৃতা শুনিবৰ কাৰণে প্ৰয়োজন দৰ্শকৰ। তেওঁৰ ঘৈণীয়েক শান্তিৰে শুইছিল। কিছু সময় মৰম কোমল চকু জুৰিৰে তেওঁ ঘৈণীয়েকলৈ চালে। প্ৰিয়তমা লেহ, আচৰিত তিৰোতা, প্ৰশংসনীয় মাতৃ। যেনেকৈয়ে হওক প্ৰিয়তমাৰ এই পৰম সুখ দায়ক নিদ্ৰাই তেওঁক দিলে দৃঢ় আশ্বাস আৰু চূৰ্ণ কৰিলে তেওঁৰ বিপদৰ আশঙ্কা। তেওঁ এটা দীৰ্ঘ নিঃশ্বাস পেলালে। নিশা পিন্ধা ফিটা লগোৱা টুপীটো জোকাৰি এফালে আৰু ঘূৰিল আৰু টোপনি গ'ল। পিছদিনা পুৱা ফেলিস্কৰ ভৃত্য গুস্তভে তাৰ ডেকা গৰাকীৰ কোঠাত সোমায় সি আশা কৰি থকাৰ দৰেই গভীৰ টোপনিত তেওঁক পালেহি। একোৱেই যে তেওঁৰ টোপনি ভাঙিব নোৱাৰে অভিজ্ঞতাৰ পৰা বুজিছিল। তাহানিখন তেওঁৰ চকুত চেঁচা পানী চটিয়াব লগা হৈছিল তেওঁৰ চকু কেইটা মেল খুৱাবলৈকে। সি খোটালীটোলৈ সোমায় গৈ নিজে নিজে গুণ গুণকৈ কথা কৈ থাকোঁতে সি ফেলিস্কৰ কাপোৰ বাছি আছিল, এনেতে দুৱাৰখন খুলি সোমায় আহিল ফেনী মেঙেলচন।

"এতিয়াও টোপনিতেনে ?" উত্তৰলৈ অপেক্ষা নকৰাকৈয়ে তেওঁ সুধিলে। পুৰণি ভৃত্যটোৱে তাৰ সুউজ্বল শিৰাভৰণটোৰে সৈতে মূৰটো দুপিয়ায় নিজৰ কাম কৰি গ'ল।

দ্বিধাহীন ভাবে গাভৰু ছোৱালীজনীয়ে ভায়েকৰ গাল খনত চুমা খায় শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি কান্ধটো খামুচি ধৰি আদেশ কৰি ক'লে "উঠা, উঠাচোন, চাওঁ—তোমাৰ চকু মেলা। এইয়া

দুপৰীয়াইহলহি দেখোন! তোমাক কব লগা কিবা এটা মোৰো আছে। কিবা এটা বৰ দৰকাৰী কথা।”

“কি কথা?” আন এখন অতি দূৰণিৰ বিশ্বৰ পৰা কথাষাৰ যেন আহিল।

আন এটা হাড় ঠেটেলোৱা জোকাৰনি দি তেওঁ ক’লে “মই উইলহেলমৰ পৰা আৰু এখন চিঠি পাইছোঁ। জোহান বেক্কৰ পৰা উভতি আহোঁতে এইখন মোলৈ আনিছিল।” যন্ত্রণাৰ চেপা কাতৰ ধ্বনিৰে ফেলিস্কে বহিবলৈ বুলি চেষ্টা কৰি সুধিলে “তেওঁ নো কি লেখিছে? এতিয়া তোমাক বিয়া কৰাব খুজিছেনেকি?”

“অৱশ্যে তেওঁ বিয়া কৰাব খুজিছে। বসন্ত কালত তেওঁ উভতি আহিব।”

হাঁহি ফেলিস্কে ক’লে “তেওঁ তোমাৰ যৌতুকৰ বস্তুৰ পাছত আছে বুলিহে মই ভাবোঁ।” এইটো আছিল তেওঁ বিলাকৰ মাজত ধৰা বন্ধা ধেমালি। ফেনীৰ উইলহেল্‌ম হেনচেল নামৰ দুখীয়া ছাত্র জনৰ প্রতি হোৱা আকর্ষণৰ বিৰোধিতা কৰি দেউতাকে তিনিবছৰ ধৰি সহানুভূতিহীনতাৰে সকলো আলোচনা সংক্ষিপ্ত কৰি কৈছিল—“সি মোৰ ছোৱালীৰ যৌতুকৰ পাছত হে আছে।” মেণ্ডেলচনৰ লৰা ছোৱালীয়ে এই মন্তব্যটো স্বেচ্ছাচাৰিতা আৰু চূড়ান্ত অসম্মতিৰ অভিব্যক্তি বুলিয়েই ধৰি লৈছিল। এই তৰুণ শিল্পীজনে যোৱা দুবছৰ ৰোমত বসতি কৰি প্রতিকৃতি শিল্পী হিচাবে দৃষ্টি আকর্ষণ কৰিছে। মাত্র অলপতেহে এব্রাহাম মেণ্ডেলচনে সাৱধানে নিজৰ তত্বাবধানত ডেকা—গাভৰু হালৰ মাজত পত্রালাপৰ বিনিময় কৰিবলৈ দিবলৈ সম্মত হৈছে। এজন শিল্পী জোৱাই লাভ কৰাৰ দুঃখদায়ক সম্ভাবনাত লাহে লাহে তেওঁ এক মত হ’ল। অহা বসন্ত কালত এটা তাৰিখ ঠিক কৰিলে বিবাহৰ বাগদানৰ বাবে।

ফেলিস্কে হাঁহি ক’লে “এই মাত্র পোৱা চিঠিখন তুমি মোক পঢ়ি শুনাবলৈ যেন খুব হেপাঁহ কৰিছা মোৰ অনুমান হৈছে। চিঠিখন শুনি থাকোঁতে মই যদি জলপান খাওঁ তুমি বেয়া পাবানেকি? ভবা

পেটেৰে মানুহে ভালদৰে বুজিব পাৰে আৰু সহানুভূতিও জনাব পাৰে।" প্ৰেমত পৰা এজনী গাভৰুৰ দৰে ফেনী ৰঙা পৰিল লাজতে। তেওঁ আবেগেৰে প্ৰণয়ীৰ চিঠিখন পঢ়িলে। জলপান খাই থাকোঁতে তেওঁলৈ ফেলিস্কে স্নেহ আৰু হিংসাৰে চাইছিল। পৱিত্ৰ, অটল আৰু পূৰ্ণ এই প্ৰেম। প্ৰেমত পৰাটো কেনে আশ্চৰ্য্যজনক? ভায়েকৰ মনোভাৱ যেন ফেনীয়ে বুজিলে। চিঠিখন নিজৰ কোলাতে থৈ ফেনীয়ে ক'লে "তুমি যদি জানিলা হেঁতেন প্ৰেমত পৰা কেনে আশ্চৰ্য্যজনক কথা!"

"কিহৰ পৰা বুজিলা যে মই প্ৰেমত পৰা নাই?" তেওঁ প্ৰতিবাদ কৰিলে। মুখখন তেওঁৰ ভক্তি হৈ আছিল। "ভাব উপৰিও মোৰ কেইদিন মানৰ ভিতৰতে নানাৰ লগত বিয়া হ'ব। আৰু আমি অনুমান কৰিছোঁ ইটোৱে সিটোৰ বাবে প্ৰেমত বলীয়া হৈয়ে যাম।"

"কিন্তু তোমালোক বলীয়া নোহোৱা।"

"তুমি নো কেনেকৈ জানিলা?"

"তুমি ভাইক চুমা খাওঁতে গান, চৰাইৰ কাকলি শুনা জানো?" প্ৰশ্নটো ফেলিস্কে গমি চাই সুধিলে "তুমি জানো শুনা?"

"যেতিয়া বৰষুণ দিয়ে তেতিয়া তুমি জানো উজ্জ্বল ৰ'দালি অনুভৱ কৰা? আকাশত সূৰটো লগাই তুমি জানো ডাৱৰৰ ওপৰেদি খোজ কাঢ়া? তুমি যেতিয়া তোমাৰ মনৰ মানুহজনী পাবাগৈ তেতিয়া তোমাৰো এনে হ'ব—তুমি দেখিবা।"

এনে সময়তে গুস্তভে স্নানাগাৰটোৰ দুৱাৰ মুখলৈ আহি জনালেহি যে তেওঁ গা ধুবলৈ সকলো যতনাই থোৱা হ'ল। ভায়েকৰ মুখত ফেনীয়ে পুনৰ চুম্বন কৰি খোটালীটোৰ পৰা গ'লগৈ। গতানুগতিক ভাবে এই পুৰাও জোতাৰ লেখিয়া আকৃতিৰ পিতলৰ চৰিয়াটোত ফেলিস্কে বহু সময় ধৰি গাটো ঘঁহি ঘঁহি ধুই থাকোঁতে গুস্তভৰ লগত কথা—বতৰা পাতি আছিল। ফেলিস্কে পৰিপাটিকৈ ব্যস্তহীন ভাবে সাজ-পোছাক পিন্ধি থাকোঁতেও বৈচিত্ৰহীনভাবে তেওঁ বিলাকৰ মাজত কথোপকথন চলি আছিল। তাৰ পাছত চিস্কৰ এজোৰ সাজ কাপোৰ পিন্ধি অধ্যয়ন খোটালীলৈ আহিল। পৰিস্কাৰ লিখাপঢ়া কৰা মেজখনৰ

৩

পৰা কলমটো তুলি লৈ ইংৰাজ প্ৰকাশক ক্ৰেমাৰে আগদিনা পঠোৱা হাতে লিখা চাৰিখন গ লঘুতৰ স্বৰলিপিৰ প্ৰতিলিপি শুধৰাবলৈ ধৰিলে। পৰিপূৰ্ণ শান্ত ভাবেৰে তেওঁ দুঘণ্টা ধৰি গভীৰ মনোযোগেৰে কাম কৰিলে। তেওঁৰ মন সকলোবিলাক অবাস্তৱ চিন্তাৰ পৰা মুক্ত আছিল। ফুল-বাগিছাৰ পৰা অহা বিহঙ্গৰ কল-কাকলি, লিপজিগ্‌ৰ বাটেদি গড়্‌-গড়াই যোৱা গাড়ীৰ শব্দ, বাটেদি অহা যোৱা কৰা পথচাৰীৰ পদধ্বনিলৈ মন নকৰাকৈ তেওঁ অনায়াসে অথচ অদমনীয় মনযোগেৰে কাম কাজ কৰিছিল। খন্তেক পূৰ্ব্বৰ ইমান চঞ্চল মুখ-মণ্ডল এতিয়া দূৰণিৰ অভেদ্য মুখা যেন হ'ল। মাজে সময়ে তেওঁৰ চকুহালিয়ে পৃষ্ঠাবোৰৰ পৰা আতৰি আহি ইফালে সিফালে চাইছিল যদিও হৃদয়ত নিজে আঁকা পট-ভূমিৰ বাহিৰে তেওঁৰ চকুজুৰিয়ে একোকে দেখা নেপাইছিল। কামটো কৰা হৈ গ'ল। তেওঁ সকাহ পালে। তেওঁৰ অঙ্গ প্ৰত্যঙ্গবোৰ শিথিল হ'ল। যথাৰীতিৰে তেওঁ কলমটো কলম-আধাৰত থৈ থিয় হৈ ঘণ্টাটো বজালে।

গুস্তভক তেওঁ ক'লে "মই মুহূৰ্ত্তৰ ভিতৰতে চহৰলৈ যাম।"

"বোপা দেউতা, আপুনি বাগীত যাবনে নাই ঘোৰাত যাব?"

ফেলিস্কে আকাশৰ ফালে এবাৰ চাই ভাবিলে চকালগোৱা বাকচটোৰ ভিতৰত যাবলৈচোন এইটো বৰ মনোৰম দিন।

"মই জুনোৰ পিঠিতে যাম। অনুগ্ৰহ কৰি আধাঘণ্টা মানৰ ভিতৰতে তাক সাজু কৰাগৈ।"

লৰালৰি নকৰাকৈ কিন্তু সম্পূৰ্ণ সমন্বয়তাৰে আৰু অঙ্গীভঙ্গীৰে ইঙ্গিত নিদিয়াকৈ তেওঁ ঘোঁৰাত উঠোঁতে পিন্ধা খাপ খায় পৰা ক্ৰীম বৰনীয়া ব্ৰীচেজ আৰু মুগা বৰনীয়া চামৰাৰ ওখবুত জোৰ পিন্ধিলে। ঘোৰাত উঠিবৰ পৰত পিন্ধা নীলা আৰু ধূসৰ বৰনীয়া কোটকিটাৰ মাজত কোনটো পিন্ধিব ঠিক কৰিবলৈ কেই চেকেণ্ডমান ইতস্ততঃ কৰি থাকি শেহত ধূসৰ বৰণৰটোকে বাচি ল'লে। ৰূপালী ওলমি থকা ৰূপালী বেটুঁ লগোৱা চাবুক ডাললৈ মাকক সম্ভাষণ জনাবলৈ আহি দুৱাৰখনত টুকুৰিয়াব খোজোতে তেওঁ গুস্তভৰ ফালে চাই ক'লে "মোৰ মেজত থকা

প্ৰতিলিপিখন মোৰ যোৰাঁত থকা মোনাটোতে ভৰায় দিয়াগৈ। দিবা নহয় তুমি ?"

তেওঁ দুৱাৰখনত টুকুৰিয়াই পৰিচিত মাতষাৰৰ কাৰণে অপেক্ষা কৰিলে। তাৰ পাছত দুৱাৰৰ বেটু ঘূৰায় মাকৰ বহা কোঠালৈ সোমাই গ'ল।

এই কোঠাটোতে লেহ মেণ্ডেলচনে সৰহ সময় পাৰ কৰিছিল। ওখ পিঠি থকা ইফালে সিফালে চলাই লৈ ফুৰিব পৰা চকী এখনত বহি পঢ়াশুনা কৰিছিল। তেওঁ পঢ়িছিল মূলগ্ৰীচত হোমাৰ আৰু চফোক্লিচ —নাইবা তেওঁ পৃষ্ঠপোষকতা কৰা কোনো এখন অনাথ আশ্ৰমৰ কাৰণে গুঠিছিল উনসূতাৰ আলোৱান অন্তহীন গতিৰে। তথাপিও তেওঁৰ প্ৰায় অদৃশ্য উপস্থিতি এই বিশাল প্ৰসাদটোত পৰিব্যাপ্ত হৈ আছিল। অত্যন্ত জটিল কাৰ্য্য সাধন কৰাৰ প্ৰধান উৎস আছিল তেঁৱেঁই—যি এই অধিকতৰ বিশাল গৃহস্থালীখন সুচাৰুভাবে চলিবলৈ দিছিল নিশ্চয়তা। চূড়ান্তভাবে আগতিয়াকৈ বন্দোবস্ত কৰিব পৰা কাৰ্য্যনিৰ্বাহী গুণ তেওঁৰ আছিল। তেওঁৰ আদেশ দিব পৰা আৰু ফল পাব পৰা সমৰ্থতা আছিল। কোমল ফিটাৰে বন্ধা ছাইৰঙা চুলিৰ মাজত বিকাশ পোৱা তেওঁ শীৰ্ণ মুখমণ্ডল যেন তেওঁৰ মনৰ শৃঙ্খলতাৰেই দাপোন। তেওঁৰ নীলাভ চকুজুৰিত আছিল স্নেহ কিন্তু ভাবপ্ৰবনতা আছিল সামান্য। প্ৰবল ভাবে আবেগ প্ৰকাশ কৰাৰ আৰু কপট কথাবতৰা শুনাৰ কাৰণে তেওঁৰ পৰোক্ষভাবে ধৈৰ্য্য আছিল। ন্যায়পৰায়ণতা, পৰিচ্ছন্নতা আৰু নিৰ্ভুল কাম কাজ তেওঁৰ প্ৰিয় আছিল।

উনৰ গোঠনিখন কোলাৰ ওপৰত থৈ নিজৰ হাতখন ফেলিস্কৰ চুমা খাবলৈ দি এটা হাঁহি মাৰি মাকে ক'লে "তোক দেখি মই ভালপালো ফেলিস্ক। বহ আৰু কচোন এই পুৱা ছয় বজালৈকে কিহে তোক বাহিৰত ৰাখিছিল ?"

ফেলিস্কৰ চকুত বিস্ময়ভাব দেখি মাকে হাঁহিলে। দুইমিনিট মা: তেওঁৰ চকুজুৰিৰ কোণত বিচনীৰ দৰে পাতল ৰেখা দেখা গ'ল।

"মই জানিব খোজা নাই ভাইৰ নাম বা কি তাই কৰে—মাত্ৰ এইটো

গুৰুতৰ ধৰণৰ কিবা হয়নে নহয় ।”

সত্য কথা মাকৰ পৰা গোপন কৰিবলৈকো ফেলিস্কে মাকক বঢ়িয়াকৈ চিনি পাইছিল। তেওঁ মিছাক বেয়া আৰু সেইবোৰ বালসুলভ মিছা আৰু সময় অপচয় কৰা বুলি কয়।

তেওঁ ক'লে “নহয় আই, সেইটো কোনো গুৰুতৰ কথা নহয়। প্ৰকৃত কথা ক'বলৈ গ'লে এইটো এটা বৰ হাঁহি উঠা কথা। কাৰ্লক মই সহায় কৰিম বুলি দিয়া প্ৰতিশ্ৰুতিৰ পৰাই এনে হল। কিন্তু কোনো ভয় নকৰিবা। মোৰ হৃদয় নাইবা মোৰ মূৰ মই নষ্ট নকৰোঁ। মই মাত্ৰ বেচি মুৰ্খ বুলিহে নিজৰ কথা ভাবিছোঁ।”

“মই তাকেই জানিবলৈ বিচাৰিছিঁলো।” তেওঁৰ কণ্ঠস্বৰৰ পৰা বুজা গ'ল যে সেই বিষয়টো তেওঁ মনৰ পৰা আতৰ কৰিলে। “আজি তই কাম কৰিছিলিনে ?”

“মই মিড্‌চামাৰ যাত্ৰাভিনয়ৰ প্ৰাৰম্ভনিৰ অৰ্কেষ্ট্ৰা আৰু চাৰিখন হাতে ৰজাব লগা পিয়ানোৰ গ স্বৰলিপিৰ নকলৰ প্ৰুফবোৰ শুধৰাই-ছিলো।”

“কোনজন প্ৰকাশকৰ—স্কেলচিঙ্গাৰৰ নে ব্ৰেইট্‌কফৰ ?”

“কোনো এজনৰ নহয়। লণ্ডনৰ ক্ৰেমাৰৰ।”

“বেচ ভাল লাগিছে।” খন্তেকপৰ তেওঁ কথা কোৱা নাছিল। হাতী দাতৰ শলাজোৰৰ পৰা হোৱা মৃদু ক্লিক ক্লিক শব্দই হে তেওঁ-বিলাকৰ মাজৰ নিৰৱতা ভঙ্গ কৰিছিল। অৱশেহত তেওঁ ক'লে“আমাতকৈ বৃটিচ সকলেহে তোমাৰ সঙ্গীত অধিক সমৰ্থন কৰিছে।”

“তাৰোপৰি মিড্‌চামাৰ যাত্ৰাখন আহিছে সেক্সপীয়েৰৰ পৰা।”

“কিন্তু স্বৰলিপিটো অহা নাই। এই অষ্টপদী সঙ্গীত নাইবা পঞ্চকো অহা নাই। তথাপিও এইবোৰে ইয়াতকৈ ইংলণ্ডতহে অধিক সফলতা আৰ্জিছে।” তেওঁ গোঠনিখন কোলাত থৈ সুধিলে “তই কেতিয়াবা ইংলণ্ডত বসতি কৰাৰ কথা ভাবিছনেকি ?”

দ্বিধাহীন আৰু ক্ষীপ্ৰ আছিল উত্তৰটো। “মই এইটো ভাল নেপাম। তুমি জানাই ইংলণ্ড মই কিমান ভাল পাওঁ, কিন্তু মই

জাৰ্মান। এজন জাৰ্মানৰ দৰেই মই ভাবোঁ আৰু অনুভৱ কৰোঁ। মোৰ ঘৰ ইয়াত।"

"মই সুখী হলো। মই জানিব খুজিছিলো এই বিষয়ে তই কেনে অনুভৱ কৰিছ।" ফেলিস্কে আকৌ বুজিলে যে বিষয়টো ইমানতে অন্ত পৰিল আৰু মনৰ মনিকোঠাত এইবোৰ বিধে বিধে ভাগ কৰি মাকে মোহৰ মাৰি থলে। কিছু সময় ধৰি তেওঁ বিলাকে নানান বিষয়ে কথাবতৰা পাতিলে। নিজৰ গালত হাতখন থৈ মাকে তেওঁৰ ভৰিৰ ওচৰত লেপেটা খায় বহি মনোৰম মুখকান্তি ওপৰলৈ তুলি ধৰি যৌৱন চপলতাৰে কথাকৈ থকা ফেলিস্কক মন কৰিলে। আন সকলোতকৈ মাকে ফেলিস্কক বেচিকৈ জানিছিল। আনতকৈ ভালকৈ জানিছিল তেওঁৰ বিপৰীতমুখী স্বভাৱৰ কথা, অদ্ভুত আৰু গভীৰ বোধশক্তিৰমাজত হোৱা কেতিয়াও শেষ নোহোৱা সংঘৰ্ষ, অবিৰাম আবেগ প্ৰৱণতা আৰু বিষাদপূৰ্ণ মৰ্ম্মান্তিকতাৰ কথা। তেওঁৰ কৰ্ম্ম দক্ষতাৰ বিষয়ে—প্ৰতিভা শব্দটো মাকে বিশ্বাস নকৰিছিল। এই বিষয়ে তেওঁ নিশ্চিত। এজন বিশিষ্ট স্পষ্টভাষী সঙ্গীতজ্ঞৰ মতকে তেওঁ নিয়মনিষ্ঠাৰে পোষণ কৰিছিল। ৰূঢ় আৰু পাবলগা ধনৰ বাবে দাবী কৰি থকা শিক্ষক ঝেলটাৰে তেওঁক কৈছিল—"আইদেউ, তেওঁক শিকাব লগা মোৰ বেচি একো নাই, তেওঁহে মোক বহুত শিকাব পাৰে। তেওঁৰ সঙ্গীতৰ বিষয়ে থকা স্বাভাবিক জ্ঞান মুঠতে বিস্ময়জনক।" "এওঁৰ বিনা প্ৰস্তুতিতে ততালিকে কৰা ৰচনা শুনি পেৰিচ কনজাৰভেটৰীৰ দাম্ভিক আৰু বৰ্ব্বৰ লোক চেৰুবিনি বোবা হৈ গৈছিল। যিজন লৰাই যোল্ল-বছৰ বয়সত মিড্‌চামাৰ যাত্ৰা, পোন্ধৰ বছৰ বয়সত গ' স্বৰলিপি আৰু বাৰ বছৰ বয়স নৌ হওঁতেই চাৰিজন গায়কৰ উপযোগী যৌথসঙ্গীত লিখে সেইজনৰ বিষয়ে কি ক'ব পাৰে? মাকে মন কৰিছিল শ্ৰেষ্ঠজ্ঞানৰ সুস্থিৰ নিশ্চয়তাৰে ফেলিস্কে বৃত্তিধাৰী অৰ্কেষ্ট্ৰা পৰিচালনা কৰা তেওঁৰ জটিল কিন্তু নিখুঁত অৰ্কেষ্ট্ৰাই ফেলিস্কৰ শৃঙ্খলতা আৰু সৃজনীমূলক পদ্ধতি সম্বন্ধে তিলমানো সন্দেহ ৰখা নাছিল। তেওঁক নিয়োগ কৰা যি কোনো কাৰ্য্যক্ষেত্ৰত তেওঁ পোনপটীয়া চেষ্টা নোহোৱাকৈয়ে তেওঁক যি সফলতা আনি দিছিল

সেইয়া আছিল তেওঁৰ সম্পূৰ্ণ গভীৰ মনোযোগৰ ভয়লগা কাৰ্য্যদক্ষতা— এইয়া মাকে হাজাৰবাৰ মন কৰিছিল। খেলাৰদৰেই অসতৰ্ক ভাবে শিকি পেলাইছিল ছয়টা ভাষা। বাৰ্লিন বিশ্ব বিদ্যালয়ৰ পৰা সুন্দৰ ভাবে উত্তীৰ্ণ হৈছিল আইন পৰীক্ষাত। শ্ৰদ্ধাভাজন হেগেলে তেওঁক কৈছিল সহজেই তেওঁ এজন বিশিষ্ট উকীল হ'ব পাৰিলেহেতেন। এইবিলাকৰ উপৰিও তেওঁ পঢ়িবলৈ আৰু চিন্তা কৰিবলৈ সময় পাইছিল প্ৰাচীন আৰু আধুনিক দক্ষপূৰ্ণ সাহিত্য। সজ কামে তেওঁক চূড়ান্ত ভাবে আকৰ্ষণ কৰিছিল। এই প্ৰচুৰ দক্ষতাৰ আগত কোণে কি মাতিব পাৰে? নহয়, ফেলিস্কৰ মনটো সাধাৰণ নাছিল, কিন্তু তেওঁৰ মনটো মাত্ৰ তেওঁৰেই অংশস্বৰূপ আছিল। তেওঁ সুন্দৰ ভাবে ঘোঁৰাত উঠিছিল, সাতুৰিছিল, নাচিছিল, আৰু স্কেইট কৰিছিল। ডবা খেলত তেওঁ দেউতাকক পৰাজাতি কৰিছিল। বিলিয়াৰ্ডৰ বিজয়ী খেলুৱৈ বুলি তেওঁক মানিছিল।

তেতিয়া হলে উৎসটো কত? এই বৈচিত্ৰহীন পূৰ্ণাঙ্গ সুৰৰ তেন্তে অমিল কত? মাকে মাত্ৰ জানিছিল উত্তৰটো। আৰু যেতিয়া মাকে ভাব প্ৰবণ, সুন্দৰ অতি মনোৰম মুখ কান্তিলৈ চাই, তেওঁ অনুভৱ কৰে নিদাৰুণ মানসিক যন্ত্ৰণাৰ আকস্মিক বিক্ষুব্ধ আবেগ আৰু ভবিষ্যতৰ বাবে আশঙ্কা।

"তুমি চহৰলৈ ঘোৰাত যাবানেকি?" মাকে সুধিলে।

তেওঁ মূৰটো দুপিয়াই থিয় হৈ ক'লে "প্ৰতিলিপিবোৰ ইংলণ্ডলৈ ঘুৰাই ডাকত দিয়াৰ পূৰ্ব্বে শুধৰণি কৰাখিনি ডাঙৰীয়া ঝেলটাৰক দেখুৱাই ল'ব খুজিছোঁ। আৰু তাৰ পাছত—" তেওঁ হাউলি মুখখন এফালে ঘুৰায় ক'লে "মোৰ চিন্তা হৈছে যে মই বেঙ্কলৈ গৈ কিছু টকা লবগৈ লাগিব।"

ইয়াৰ কি অৰ্থ হয় দুয়ো বুজিছিল। দুয়োৰে মাজত বিনিময় হল ষৰযন্ত্ৰকাৰীৰ দৃষ্টি।

"হয়তো তুমি ভাগ্যবান, তোমাৰ দেউতাৰ সস্তুষ্ট সম্মিলনলৈ যাব। তোমাক তেতিয়া নেদেখিব"—মাকে ক'লে।

পুনৰ মাকৰ হাতখনত হাউলি চুমা খায় ফেলিস্কে ক'লে "আমি তাকে আশা কৰো।"

কিন্তু এব্ৰাহাম মেণ্ডেলচন কনকাৰেকত থকা নাছিল। পুতেকক তেওঁ দেখা পাবলৈ অত্যন্ত উদ্বিগ্ন হৈ আছিল। দুশ খেলাৰ বিচাৰি ফেলিস্ক তালৈ অহাৰ কথা প্ৰধান কোষাধ্যক্ষই কওঁতে দেউতাকে ঘোঁত ঘোঁতালে আৰু ক'লে "তেওঁক ইয়ালৈ পঠিয়াই দিয়া।" ফেলিস্কে এই বাণীটো বীৰত্বপূৰ্ণ সাহসিকতাৰে গ্ৰহণ কৰিলে।

সমকোণী বান্ধটোৰে তেওঁ দেউতাকৰ অফিচলৈ সোমায় আহি মূৰ তল কৰি থিয় হৈ দেউতাকৰ সাম্ভাব্য ক্লান্তিকৰ দীৰ্ঘ বক্তৃতাৰ কাৰণে সাজু হ'ল।

আজি দেউতাকে চামৰাৰ চকীখনত আউজি বহি পেটৰ ওপৰত হাত দুখন থৈ বেচ কিছু সময় ধৰি পুতেকলৈ মন দি চালে। অৱশেহত তেওঁ ক'লে "পুৱা জলপান খোৱাৰ সময়ত মই তোমাৰ সঙ্গলাভৰ আনন্দৰ পৰা বঞ্চিত হ'লো। সন্দেহ নাই যে তুমি দেৰীলৈকে কাম কৰিছিলা আৰু সুআৰ্জ্জিত বিশ্ৰাম উপভোগ কৰিছিলা।"

দেউতাকৰ এনে আচৰিত ধৰনৰ উপহাসৰ লগত ফেলিস্কৰ পৰিচয় আছিল বাবে মনে মনে থাকিবলৈকে থিৰ কৰিলে। মনতে ভাবিলে ঘুৰিবাৰ যেতিয়া তেওঁ দোকমোকালি ঘৰলৈ উভতিব তেতিয়া তেওঁ খিড়িকীৰে নিজৰ খোটালীত সোমাবগৈ। দেউতাকে সুৰদী কণ্ঠে কৈ গ'ল "তোমাৰ অসংখ্য বিল যেনেকৈ বেঙ্কলৈ আহে তেনেকৈ প্ৰায়ে নগদ ধন উলিয়াই নিয়াৰ তাগিদাই মোক বিশ্বাস কৰাইছে যে তুমি দৈহিক আৰামত মনোযোগ দিছা।" তাৰ পাছত হ'ল গৰ্জ্জন আৰু মেজত ঢকিওৱাৰ শব্দ। চয়তান, তই কেতিয়া কাম কৰিবলৈ আৰু কিছু ধন উপাৰ্জ্জন কৰিবলৈ আৰম্ভ কৰিবি হোঁ? এৰা, ধন। এই হীন অবজ্ঞাৰ যোগ্য বস্তুৰ বাবে তই ইমান সহজে খৰচ কৰিব লাগেনে? তই জাননে ধন ঘটা কিমান টান কাম? বস্তুত কিমান মূল্য লাগে?"

তাৰ পাছত এব্ৰাহাম মেণ্ডেলচনে আৰম্ভ কৰিলে মেণ্ডেলচন পৰিয়ালৰ ইতিহাস। যৌক্তিক মনৰ হোৱাৰ কাৰণে তেওঁ প্ৰাৰম্ভনিতে

ক'লে এলব্র নদীৰ পাৰৰ দেছুৰ স্কুল খনৰ দুখীয়া শিক্ষক জনৰ প্ৰেৰণা-প্ৰসূত ৰূপ কথাৰে। কোটী টকাৰ মালিক জনে করুণ ভাবে তেওঁৰ ককাদেউতাকৰ কষ্ট, অভাৱ, কঠোৰ দুঃখ দুৰ্দ্দশাৰ কথাবোৰ বিসদ ভাবে কৈ গ'ল। ফেলিস্কে হিচাব কৰি চাইছিল য'ত সাধাৰণতে পাঁচ মিনিট সময় লয় আজি তাত লাগিল দহ-মিনিটৰ বেচি। তাৰ পাছত দেউতাকে কবলৈ সাজু হ'ল তেওঁৰ দেউতাক মোজেছ মেণ্ডেলচনৰ অনুপ্ৰেৰণা প্ৰসূত জীৱন কথা। বক্তৃতাৰ এই ডোখৰেই আছিল উত্তম। পৰিয়ালটোৰ মুখ্য লোক আছিল মোজেছ মেণ্ডেলচন আৰু এইবাৰ তেওঁৰ পুতেকে ভাল কৰিলে অসাধাণ ভাবে।

তেওঁৰ দুখীয়া আৰু ক্লান্ত শিক্ষক দেউতাকে গোটেই জীৱনচোৱাত যিটো বুজিব পৰা নাছিল সেইটো তেওঁ চৈধাবছৰ বয়সতে বুজিব পাৰিছিল যে দেছুৰ লগত কৰিব লগা আছিল ইয়াৰ পৰা যিমান দূৰলৈ পাৰি সিমান দূৰলৈ আৰু যিমান সোনকালে পাৰি সিমান সোনকালে গুচি যোৱাটো। লৰালৰি হোৱা কাৰণে বার্লিনলৈ যোৱা এই গোটেই চোৱা বাট তেওঁ খোজ কাঢ়ি যাব লগা হৈছিল। কিছুদিন দেছুতকৈয়ো তেওঁৰ অৱস্থা তাত বেয়া হৈছিল সম্ভব। তাত তেওঁ কাকো চিনি নেপাইছিল। অৱশ্যে তেওঁৰ হাতত পয়ছা পাতিও নাছিল। তেওঁ ইহুদী হোৱাৰ কাৰণে সেই দিনত এইটো এটা পোনপটীয়া প্ৰতিবন্ধক আছিল। দেখাত তেওঁ অসাধাৰণ ভাবে কদাকাৰ আছিল। এক কথাত ক'বলৈ গলে তেওঁ কুঁজা আছিল। সৰহ ভাগ ডেকাই হয়তো তেতিয়াই তাতে স্বত্ব এৰি দিলে হেতেন। মোজেছে নিদিলে।

নস্য গুৰি অকণমান নাকৰ বিন্ধাত লৈ এব্ৰাহাম মেণ্ডেলচনে ক'লে "মোৰ দেউতাৰ আছিল দৃঢ় মনোভাব আৰু আছিল অসাধাৰণ বুদ্ধি আৰু উপায় উদ্ভাবনৰ অৰ্থে মহৎ দক্ষতা।" সম্পূৰ্ণ সমৰ্থনত ফেলিস্কে মুৰ দুপিয়ালে। তেওঁৰ ককাদেউতাকৰ এই তিনটা গুণ বাস্তবিকেই আছিল বুলি বিশ্বাস হ'ল, কাৰণ তেওঁ এমাহকাল পানী আৰু কটীৰ ওপৰত থাকি তেওঁ চিল্ক তৈয়াৰ হোৱা কাৰখানা এটাত হিচাব ৰাখোঁতাৰ কাম পাবলৈ সমৰ্থ হৈছিল। এইটো হৈ যোৱাৰ পাছত

এই আচৰিত ডেকাজনে অভিমানবিক কাৰখানা এখন নিৰ্ম্মানৰ কাৰণে আগবাঢ়ি দৃষ্টান্ত দেখুৱাব খুজিলে। জমা খৰছৰ খতিয়ানত প্ৰতিদিনে তেওঁ ৰীতিগত যোল্ল ঘণ্টাকৈ শ্ৰম কৰিছিল। তাৰ পাছত অৱস ভাবে নিজকে টানি আজুৰি আনি কণমান কুঠৰীটো পোৱাইছিলহি আৰু তেতিয়া আৰম্ভ কৰে কেইবাঘণ্টাও জুৰি প্ৰকৃততে কঠোৰ শ্ৰম। তেওঁ অধ্যয়ন কৰে তেতিয়া অত্যধিক ভাবে দৰ্শন শাস্ত্ৰ, ভাষা বিজ্ঞান, সমাজ বিজ্ঞান, অঙ্ক শাস্ত্ৰ, অধিবিদ্যা আৰু আন আন শ্ৰমসাধ্য বিষয় সমূহ। ককাদেউতাকনো শুইছিল কেতিয়া এই বিষয়ে কেলিস্কে ভাবি নেপালে। প্ৰশ্নটো সোধাও বিধেয় নহ'ব বুলি তেওঁ বুজিলে। এই ধাৰাত মোজেছ যে মাত্ৰ বৰ্ত্তি আছিল এনে নহয় 'প্ৰকৃত কথা হ'ল' তেওঁ হিব্ৰু বাইবেলখন জাৰ্ম্মান ভাষালৈ ভাঙনি কৰিছিল। এইটো স্বয়ং নিজেই এটা বিশাল কাম আছিল। তেওঁ লেখিছিল কেইবাখনো গভীৰ জ্ঞান পূৰ্ণ ৰচনা আৰু ভাল বিক্ৰি হোৱা ৰোমাঞ্চকৰ 'ফেইডন' নামৰ গ্ৰন্থখন। তাতকৈয়ো অদ্ভুত কথা হ'ল যে তেওঁ প্ৰেম কৰিবলৈ সময় পাইছিল। নাম আছিল তেওঁৰ ফৰ্মেট যুগেনহেইম—হামবুৰ্গৰ যি জনী ৰূপহী ছোৱালীয়ে প্ৰথমতে আনকি তেওঁলৈ চোৱাও নাছিল। এই প্ৰতি-বন্ধকো তেওঁ আতৰালে। তেওঁ ফৰ্মেটক বুজালে ফৰ্মেটে গোটেই জীৱন অপেক্ষা কৰি থকা মানুহ জন তেঁৱেই। তাৰপাছত এই কুঁজা কদাকাৰ মানুহজনৰ লগত ৰূপহী ফৰ্মেটৰ বিয়া হৈ গ'ল। ততালিকে তেওঁবিলাকে এটা ডাঙৰ পৰিয়াল গঢ়িবলৈ আৰম্ভ কৰিলে। যেতিয়া তেওঁৰ ছয়টি সন্তান—তিনটা লৰা আৰু তিনিজনী ছোৱালী জন্ম হল তেতিয়াহে তেওঁ ৰৈ গৈছিল। মনোৰম নম্ৰতাৰে সৈতে দেউতাকে ক'লে "মই আছিলো তৃতীয় সন্তান। ১৭৭৬ চনত মোৰ জন্ম হৈছিল। ওৱাটচে ভাপৰ ইঞ্জিন গবেষণা কৰি আৰু আমেৰিকাই ঘোষণা কৰিছিল স্বাধীনতা সংগ্ৰামৰ কথা। এই বাবে এই বছৰটো সম্পূৰ্ণ বৈশিষ্ট্যমূলক আৰু স্মৰণীয়। এই দুয়োটা ঘটনা আৰু সংখ্যাহীন ঘটনাৰে সৈতে এই বছৰটো আছিল গুৰুত্বপূৰ্ণ। মই জন্ম হওঁতে ইমান খীণ আছিলো যে কেছুৱা অৱস্থাৰ এই জটিল সময় ডোখৰত মই জীয়াই নেথাকিম বুলি ভয় কৰিছিল।"

ফেলিক্সৰ সন্মুখত থকা এই তজবজীয়া সমকোণী থুতৰিবে সৈতে মানুহজনক ক্ষীণ কেছুৰা বুলি ভাবিবলৈকে তেওঁৰ কিছু সময় টান লাগিছিল। কিন্তু তেওঁ এই চিন্তাৰ পৰা বিৰতহে মাথোঁ ভৱিখনৰ ঠাই সলনি কৰি বক্তৃতাৰ দ্বিতীয় অংশ শুনিবৰ কাৰণে সাজু হ'ল।

মোজেছ মেণ্ডেলচনক বখানি অনৰ্গল তেওঁৰ দেউতাকে কৈ গ'ল। বিবাহিত হৈ থিতাপী লোৱা বিখ্যাত গ্ৰন্থকাৰ মোজেছে লাভ কৰিছিল এখন চিল্কৰ কাৰখানাৰ অংশীদাৰৰ স্বত্ব। ই তেওঁক দিছিল পৰিমিত প্ৰভাৱ আৰু জনহিতকৰ কাম কৰিবলৈ তেওঁৰ ভাল লাগিছিল—ই দিছিল তেওঁক কল্যাণ মূলক কাম কৰিবলৈ অবসৰ। জন্মৰ পৰাই তেওঁ আদৰ্শবাদী হোৱাত তেওঁ লেখিব পৰিছিল সকলো ৰকমৰ উচ্চ বিষয় সমূহ। চিন্তাশীল আৰু বুদ্ধিবিদ ব্যক্তি হৈ খ্যাতি অৰ্জ্জাৰ পাছত সেই সময়ৰ শ্ৰেষ্ঠ লোক সকলে তেওঁৰ সান্নিধ্য বিচৰা হ'ল। ফ্ৰেডেৰিক দি গ্ৰেটৰ সৈতে চেনচৌচিত একে লগে ভোজন কৰিছিল আৰু তেওঁ বজোৱা বাঁহী মোজেছ মেণ্ডেলচনে শুনিছিল। বিশ্ববিখ্যাত দাৰ্শনিক, বৈজ্ঞানিক আৰু কূট নীতিজ্ঞ সকলৰ লগত মিলি বন্ধুত্বপূৰ্ণ আলোচনা কৰিছিল। ইহুদী আৰু অ-ইহুদী ধৰ্ম্মী লোক সকলৰ মাজত সম্বন্ধৰ উন্নতি কৰিবলৈ আৰু তেওঁবিলাকে গঢ়ি তোলা পাৰস্পৰিক মৰ্য্যাদা আৰু সন্দেহৰ দেৱালখন ভাঙি পেলবলৈ আপ্ৰাণ চেষ্টা কৰি তেওঁ আৰম্ভ কৰি দিলে এজনীয়া ধৰ্ম্ম যুদ্ধ। সকলো ঈশ্বৰৰ সন্তান আৰু সূৰ্য্যৰ ওচৰত সকলো সমান এই কথা তেওঁ সকলোকে সোঁৱৰাই দিছিল। সাতাৱন্ন বছৰ বয়সত তেওঁৰ মৃত্যু হওঁতে সমগ্ৰ জাৰ্ম্মানীত এনে এজন ইহুদী নাছিল যি নেজানিছিল মোজেছ মেণ্ডেলচনক। দেউতাকে সজ ভাবে ক'লে "মোৰ দেউতাই থৈ যোৱা ডাঙৰ নাম ৰক্ষা কৰাটোৱেই হৈছে আমাৰ ডাঙৰ দায়িত্ব।" মাত্ৰ এৰি থৈ যোৱা নাছিল মোজেছে এপদ বস্তু—সেইয়া হৈছে ধন। বিশ্বৰ উন্নতিৰ চিন্তাত বৰ ব্যস্ত হৈ থকাৰ কাৰণে নিজৰ আৰ্থিক উন্নতিৰ ফালে পিঠি দিলে। "এই সকলোবোৰ সলনি কৰিবলৈ মই স্থিৰ কৰিলো।" সৰলভাবে ফেলিক্সৰ দেউতাকে ক'লে। তাৰ পাছত এব্ৰাহাম মেণ্ডেলচনে নিজৰ বিষয়ে

ক'বলৈ আৰম্ভ কৰিলে। এই কাম তেওঁ কৰিলে সকলো আত্ম-জীৱনী লিখকৰ উৎসাহ আৰু পাণ্ডিত্যৰে আৰু এইটো কৰোঁতে প্ৰয়োজন হলে তেওঁ বিলাকৰ ক্ৰমে বিলোপ হোৱা স্মৃতি আৰু সত্যৰ প্ৰতি অকপট অশ্ৰদ্ধাৰে কৰিছিল। ডাঙৰীয়া ফাউল্ডৰ বেঙ্কত পেৰিচত তেওঁ কোষাধ্যক্ষ হিচাবে এই দালালি ব্যৱসায় শিকিলে। স্পাৰ্টাৰ্লৈ লোকৰ কঠোৰ তপস্যা আৰু সাহসী দৰিদ্ৰতাৰে ন-শিকাকৰ এই চুটি বছৰটো সযত্নে অঙ্কণ কৰিবলৈ এই চোৱা সময় তেওঁ যথেষ্ট যত্ন কৰিলে। লেহ মেণ্ডেলচনক বিয়া কৰাওঁতে বাহুল্যতা বৰ্জ্জিত হৈছিল। বাৰ্লিনৰ এগৰাকী ধনী উত্তৰাধিকাৰীক বিয়া কৰোৱাৰ পাছত পৰিশ্ৰম কৰি দৰিদ্ৰতা ধ্বংস কৰাৰ ঔপন্যাসিক জটিলতাৰ বিষয়ে ফেলিক্সৰ দেউতাকে বুজিব পাৰিলে। অক্লান্ত শ্ৰমশীলতাত তেতিয়া তেওঁ কৌশলেৰে সঞ্চাৰ কৰিলে বিদ্যুৎ। "তোৰ বয়সত হামবুৰ্গত এটা বৃহৎ বেঙ্ক স্থাপন কৰাৰ দায়িত্ব মোৰ আছিল। আৰু দিনে নিশাই এই কাম কৰিলো।" যি দৰেই হওক ইমানতো তেওঁ শুৱনী 'মাৰ্টেন্চ মুহলে' নামৰ ঘৰটো সকলোতকৈ আধুনিক চাল-চলন থকা ঠাইত কিনিবলৈ সময় পাইছিল। তেওঁ ব্যাখ্যা কৰি ক'লে 'এইটো তোৰ মাৰৰ কাৰণে কিনিছিলো। গাঁৱৰ নিৰ্ম্মল বতাহৰ প্ৰয়োজন হৈছিল তেওঁৰ। তোৰ বায়েৰ ফেণী, তই আৰু ৰেবেকা ইয়াতে জন্ম হৈছিলি। সেই সময়ত নেপোলিয়ন বা-মাৰলি হোৱাত আমাৰ অৱস্থা চৰম হৈছিলগৈ।

যথাসময়তে এই বা-মাৰলিয়ে হামবুৰ্গ সম্পূৰ্ণ ভাবে আচ্ছন্ন কৰিলে। এব্ৰাহাম মেণ্ডেলচনে তেওঁৰ পৰিয়াল আৰু বেঙ্ক বাৰ্লিনলৈ আনিবলৈ সিদ্ধান্ত কৰিলে। ইয়াতকৈ কোনো সিদ্ধান্তই অধিক সুবিধা-জনক নহ'ল হেতেন। কৰ্চিকান বোৰৰ ভৰিৰ তলত হামবুৰ্গ যেতিয়া দলিত হৈছিল তেতিয়া বাৰ্লিনৰ দালাল সকলে উপভোগ কৰিছিল উন্নতিৰ অধ্যায়। মেণ্ডেলচন বেঙ্কে আগতকৈও অধিক ক্ষীপ্ৰতাৰে ধন ঘটিবলৈ ধৰিলে। চতুৰ্থ সন্তান পলৰ জন্ম হ'ল। বাঢ়ি অহা পৰিয়ালটোক লগা হ'ল ডাঙৰ ঘৰ। এব্ৰাহামে 'নেৱে প্ৰমেণ্ডত এটা মনোৰম আহল বহল ঘৰ কিনিলে। তলৰ মহলা দিলে বেঙ্কক। বাকী অংশ হ'ল পৰিয়ালৰ।

মেণ্ডেলচনে অতীত স্মৃতি স্মৰণ কৰি হাঁহি ক'লে "মোৰ অফিচ কোঠাটো আছিল ওমলা ঘৰৰ তলত। কেতিয়াবা কেতিয়াবা তহঁতৰ চিঞৰৰ বাখৰ হাঁহি মাত চিলিঙৰ মাজেদি ভেদ কৰি আহিছিল।"

ধীৰ গতিৰে পাছৰ কেইবছৰ মেণ্ডেলচনে উন্নতি কৰিবলৈ ধৰিলে। ইদিনৰ পাছত সিদিনকৈ ধনী হৈ অতি উত্তম আৰু ভোগ-বিলাস পূৰ্ণ আনন্দৰ কথা এব্ৰাহামে জানিব পাৰিলে। মিতব্যায়িতাৰ মূল্য সম্বন্ধে যেতিয়া তেওঁ কৈছিল তেতিয়া তেওঁ নিজে চৰিতাৰ্থ কৰিছিল ভোগ-বিলাস। দীঘলীয়া ভ্ৰমণৰ বাবে নিজৰ পৰিয়ালটোক তেওঁ গৰম কালি নিছিল পেৰিচ, চুইজাৰলেণ্ড নাইবা ইটালীৰ হ্ৰদৰ পাৰলৈ। এই প্ৰাচুৰ্য্যহীন অনাকৰ্ষণীয় ভ্ৰমণৰ আদৰ্শ হৈ পৰিছিল বন্দী-বেটী, কেৰেণী, শিক্ষক, শিক্ষয়িত্ৰী আৰু নিজৰ চিকিৎসক জনৰ সৈতে চাৰিটা ঘোৰাই টনা সুন্দৰ বাগী তিনিখনৰে এটা শোভাযাত্ৰা। ব্যৱসায়ৰ প্ৰতি থকা তেওঁৰ সূক্ষ্ম বিচাৰ শক্তি আৰু সততাই তেওঁলৈ আনিলে সুখ্যাতি। ফৰাচী সাম্ৰাজ্য লোপ পোৱাৰ পাছত পেৰিচ-সম্মিলনত প্ৰুচিয়াৰ ক্ষতি পূৰণৰ দাবী কৰিবলৈ তেওঁকেই নিৰ্ব্বাচন কৰিছিল প্ৰতিনিধি। এইটো আছিল এটা আৱশ্যকীয় দৌত্য কাৰ্য্য। সম্পূৰ্ণ সফলতাৰে এই কাম তেওঁ কৰিবলৈ সমৰ্থ হৈছিল। জীৱনৰ এই উজ্জ্বল মনোৰম কাহিনী বন্ধ কৰি তেওঁ ক'লে "তোমাৰ দেশ সেৱাতকৈ অধিক সাৰ্থকতা কতো নাই।" অভিজ্ঞতাৰ ফেলিক্সে বক্তৃতা ক্ৰমে শেষ হৈ আহিছে বুলি বুজিব পাৰি অধিক সমৰ্থনেৰে মূৰ দুপিয়ালে। এই সময়তে এব্ৰাহামে চুটিকৈ উশাহ এটা লৈ অস্বস্তিৰে খিড়িকীয়েদি বাহিৰলৈ চালে। এই সংকেৎ ফেলিক্সে বুজিছিল। দেউতাকে হয়তো ক'ব খুজিছে তেওঁৰ দৰে এজন সাধু-ব্যবসায়ীয়ে ৩,লিপজিগৰ এই প্ৰসাদ যেন গৃহস্থালী খন কিনি লোৱাৰ বিষয়ে। মাত্ৰ প্ৰধান ঘৰটোতে আছিল বিয়াল্লিশটা খোটালী। ইয়াত আছে আশ্চৰ্য্যজনক সুন্দৰ এটা মাৰ্ব্বলৰ খট্খটি, একশজন লোকে একেলগে আহাৰ কৰিব পৰা এটা ভোজন খোটালী, এই অনুপাতে এটা ৰান্ধনীশাল আৰু এটা সু-সজ্জিত গান-বাজনা কৰা খোটালী আৰু এটা প্ৰকাণ্ড নাচ ঘৰ। সাত একৰ মাটিৰে সৈতে নিৰ্ম্মাণ হোৱা বাগিছাখনত

আছিল ফুলনী, মাৰ্ব্বলৰ পাত্ৰ আৰু প্ৰাচীন ভাস্কৰ্য্যৰ চানেকী। চৰাইৰ বাবে ইয়াত আছিল আশ্ৰয় স্থান। ইয়াত থকা সৰু হাবিখনত ভৰি আছিল পোহনীয়া জীৱ-জন্তু আৰু ৰং-ধেমালি। এঠাইত আছিল নাটঘৰ, মান-মন্দিৰ আৰু এটা গৰম কালিৰ বাবে ঘৰ। গৰম কালি ইয়াত দেওবাৰৰ দিনা দুশ অতিথিৰ সন্মুখত ভাড়াকৈ অনা কনচাৰ্ট শিল্পীসকলে বজাইছিল ঐক্য-বাদন। ভিন্ ভিন্ অট্টালিকাবোৰত প্ৰায় এখন বেচ ডাঙৰ গাৱঁৰ সমান ঠাই আছিল। খানচামা, দাসী, মালী, অশ্বপাল, কচোৱান আদিৰ এটা বাহিনীৰ ইয়াত প্ৰয়োজন হৈছিল। আৰু বাৰ্লিনত সকলোৱে কৈছিল এইখনেই সকলোতকৈ আৰাম থকা গৃহাস্থলী বুলি।

আন এজন মানুহে হয়তো এই বিশাল ধন-সম্পত্তি পৰিমিত সমৃদ্ধি আৰু কঠোৰ মিতব্যয়ীতা চিত্ৰ এখন চিত্ৰত খাপ খুৱাবলৈ চেষ্টা কৰিবলৈ দ্বিধা কৰিলেহেতেন। কিন্তু এব্ৰাহাম মেণ্ডেলচনে নকৰিলে। দক্ষতা আছিল তেওঁৰ দেউতাক মোজেছৰ দৰেই। "তোৰ মাৰৰ লগত মোৰ বিয়া হোৱা কুৰি বছৰ হৈছিল, আৰু আমাৰ পৰিমিত আৰ্জ্জনৰে মই ইয়াৰ লগত সঙ্গতি ৰাখি নিজৰ গুণ বা মৰ্য্যাদা তিলমানো জাহিৰ নকৰাকৈ বিবাহ বাৰ্ষিকী উৎসৱৰ বাবে উপহাৰ কিনি থকাৰ সময়তে মোক এই ঘৰটো অবিশ্বাস্য কম মূল্যত যাচিছিল। এইটো এনেয়েই পাইছিলো বুলি সত্য কথা কৈছো। ইয়াত আছিল এখন ফুল বাগিছা, আৰু মাৰে ফুল ভাল পাই, খন্তেকৰ দুৰ্ব্বলতাত মই এই প্ৰলোভনৰ বশ মানিলো।" তেওঁ আঙুলি দাঙি সতৰ্ক কৰি দি কলে "কিন্তু সেইবুলি নেভাবিবি যে মই এজন ধনী মানুহ। মই সত্যকথাকে কৈছো। ৰথ চাইল্ডইঁতৰ লগত ৰিজাই চালে মই প্ৰায় দুখীয়াই। এই কাৰণেই দৰকাৰ তই ধনঘটিবলৈ কিবা এটা উপায় বিচাৰি লোৱাৰ।" ভিতৰি উশাহ ললে ফেলিস্কে। বক্তৃতা শেষ হ'ল। মাত্ৰ তাত থাকিল সমাধান নোহোৱা আৰ্থিক বিষয়ক প্ৰশ্নৰ এটা পৰিচিত দৃষ্টিৰ বিনিময়।

ফেলিস্কে আপত্তি কৰি ক'লে "আপুনি জানে মোৰ খৰছ নিজে উপাৰ্জ্জন কৰি লোৱাতকৈ অধিক মই একো ভাল নেপাওঁ। কিন্তু সঙ্গীতত ধন নাই।"

"সেই কাৰণেই তুমি এইটো জীৱনৰ প্ৰধান কামহিচাবে নলৈ আমোদ প্ৰমোদ হিচাবেহে লোৱা উচিত। যি ব্যৱসায়ে মালিকৰ পেট-নভৰায় এইটো ব্যৱসায় নামৰ অযোগ্য।"

"মই এটা সুযোগৰ বাবে অপেক্ষা কৰি আছোঁ। মিউনিক বা কলোন নাইবা দাছেলড্ৰফত কিজানি কোনোবা এজনে দয়া কৰি ইস্তফা দিয়ে নহলেবা মৃত্যুকে বৰণ কৰিব যাতে মই সেই ঠাই ল'ব পাৰোঁ।"

অধৈৰ্য্য ভঙ্গীৰে এব্ৰাহামে ক'লে "সুদীৰ্ঘ কাল এই সমস্যাৰ সমীপবৰ্ত্তি হৈ থাকিব লাগিব। এনেকুৱা এটা কাম খালি হোৱালৈ বাট চাই তই হয়তো নিজেই বুঢ়া হৈ যাবিগৈ।" এই কথাষাৰ ইমান সচাঁ আছিল যে এই বিষয়ে আৰু একো কথা পতা নহ'ল। জোপোহা ভ্ৰু জোৰ বেকা কৰি এব্ৰাহামে পুতেকলৈ চাই ক'লে "অৱশ্যে তই ইয়াত আইনজ্ঞ হিচাপে কাম কৰিব পাৰ। মই আৰু এজন আইনজ্ঞ সদায় ৰাখিব পাৰোঁ।"

মুখখন মেলি ফেলিস্কে উশাহ লৈ ক'লে "আপুনি সেইটো বিচৰা নাছিল নহয় দেউতা! মই এজন ভয়ঙ্কৰ আইনজ্ঞ হোৱাটো।"

"তই মুৰ্খ নহয়।" থুতৰিটো তেওঁ ভালকৈ মোহাৰি চিন্তিত হৈ এই সমস্যাপূৰ্ণ সন্তানটোলৈ মনোযোগ দি অপ্ৰত্যাশিত ভাবে সুধিলে "আৰু নীনা, তাইক নো বাৰু তই কেতিয়ালৈ বিয়া কৰাবলৈ থিৰ কৰিছ?" এই প্ৰশ্নটোৰে ফেলিস্কক অশান্তি দিব বুলি জানিও তেওঁ সুধিলে। "যিমান সোনকালে আমি দুয়ো দুয়োৰে বাবে সুনিশ্চিত হ'ম।" "আৰু এই সুনিশ্চিত হ'বলৈনো কিমান সময় লাগিব?" এব্ৰাহাম ক্ৰমে খিট্‌খিটিয়া হৈ আহিছিল। "গোটেই জীৱনেই দেখোন তইঁত দুয়ো দুয়োকে জানি আহিছ?"

"কথা হ'ল সেইটোৱেই। আমাৰ সম্বন্ধ অধিক হৈছেগৈ ককাই-ভনীৰ দৰেহে। তাইৰ মোৰ প্ৰতি কিবা ৰোমাণ্টিক আকৰ্ষণ আছে বুলি ভাবিব পৰা নাই।"

"ৰোমাঞ্চ! বিয়াৰ লগত এইটোৰ আকৌ কৰিব লগা আছে কি?

তাই তোক ভাল পায়, নেপায় নে বাৰু ?"

"মই নিশ্চিত ভাবে জানো যে তাই মোক ভাল পায়।"

"হেৰ, তেন্তে এইটোৱেই যথেষ্ট। সৰ্ব্ব সন্মত বিয়াত মাথোঁ প্ৰয়োজন পৰস্পৰৰ প্ৰতি প্ৰেম। আমাৰ দিনত ছোৱালীবোৰক যি কৰিবলৈ কোৱা হৈছিল, সিহঁতে তাকেই কৰিছিল। কিন্তু আজি কালি সিহঁত মূৰ্খ হল। সিহঁতক ৰোমাঞ্চ লাগে। সিহঁতে সিহঁতৰ গিৰিয়েকহঁতক ভাল পোৱাৰ কথা দঢ়াই দঢ়াই কয়। ভাল পোৱাত ৰোমাঞ্চ বিচৰা আৰু বালিভোজ খোৱা একে কথা। বায়েৰ ফেণীলৈকে চাচোন। ফুটা কড়ি এটা নথকা এজন চিত্ৰকৰৰ কাৰণে তাই মুৰটো নষ্ট কৰিছে, যি হয়তো সৌভাগ্যৰ চিকাৰী। মোৰ কথা শুন, ইয়াৰ পৰা একো ভাল নহ'ব।" তিক্ত আশঙ্কাৰে তেওঁ কিছু সময় গভীৰ ভাবে চিন্তা কৰা যেন লাগিল। তাৰ পাছত তেওঁ ঘপহকৈ আকাশৰ ফালে চাই সুধিলে "ইয়াৰ আগতে তই নীনাক কেতিয়া দেখা পাইছিলি।"

"মোৰ ঠিক মনত নাই দেউতা। দহ বাৰ দিন মানৰ আগতে।"

"আজি আবেলিকৈ তাইক দেখা দিবিগৈ। অলপ ফুল তাইলৈ নিবি। ফুল তিৰোতাৰ প্ৰিয়। তিনি বা চাৰিডজন গোলাপ—লৰালৰিকৈ নিজৰ ভুলটো শুধৰাই কলে—"নহয় এক ডজন লবি—সেয়ে বহুত হ'ব। সেইখিনিতকৈ বেছি ললে কৃত্ৰিম যেন দেখিব।"

"হয়, দেউতা।"

"আৰু বিয়াখন তোৰ লগত যাতে সোনকালে হৈ যায় তাৰ কাৰণে তাইক বুজাবি। সুবুজাবি জানো!" ?

দুৱাৰত সন্তৰ্পনে কোনোবাই টুকুৰিয়ালে। এব্ৰাহামৰ চেক্ৰেটৰীয়ে খবৰটো দিলেহি যে ৰয়েল ট্ৰেজেৰিৰ কাউণ্টভন্ ষ্টীন মুলটজ্ আহি বাহিৰত বৈ আছেহি। এব্ৰাহামে মুৰটো দুপিয়াই চামৰাৰ চকীখনৰ পৰা উঠি দুৱাৰখনৰ ফালে আগবাঢ়ি যাওঁতে তেওঁ ক'লে "তোৰ দৰকাৰ হৈছে বিয়া কৰোৱাৰ। ই তোক উপযুক্ত সম্ভাবনা আৰু দায়িত্বজ্ঞান দিব। যাওঁতে কোষাধ্যক্ষৰ ওচৰত বৈ যি লাগে লৈ যাবি।"

"ভাল বাৰু দেউতা।"

সেই বছৰ গোটেই চেপ্টেম্বৰ মাহটোৱেই গৰম আছিল। তাৰ পাছত শৰৎ কালৰ প্ৰথম জাক বৰষুণ আহিল আৰু বতৰে গতি কৰিলে ঠাণ্ডাৰ পিনে। ফেলিস্কে খিড়িকীয়েদি দেখিলে বাগিছা খনৰ নিমজ বননিৰ ওপৰত ভাহি থকা এলম্ গছৰ মুগা বৰণীয়া পাতবোৰ। বাগিছাৰ ভিতৰত থকা জহকালিৰ জিৰণি লোৱা গৃহত গীত-বাদ্যবোৰ যেনেদৰে বন্ধ হৈ গৈছিল তেনেদৰে ইয়াত হৈ থকা চাহ আৰু ভোজৰ মেলবোৰো। যোৱামাহত এইবোৰ আছিল আনন্দৰ উপাদান। জাৰ কালি আহিল সোনকালেই। খিৰিকীৰ আইনাত বৰফৰ চামনি পৰিল আৰু আকাশৰ বৰণ হৈ পৰিল ধূসৰ। প্ৰকাণ্ড খৰিবোৰ জুহালত দপ্‌দপকৈ জ্বলিবলৈ ধৰিলে। ও, লিপজিগ্‌ৰ জীৱন আৰম্ভ হ'ল জাৰকালিৰ তালিকানুযায়ী। বহুমূলীয়া বাগী ত্যাগ কৰি এদ'ম নোমৰ মাজত স্লোমায় এখন শ্লেজ-গাড়ীত এব্ৰাহাম মেণ্ডেলচন একেদৰেই পুৰা কামলৈ গৈ থাকিল। লেহ-মেণ্ডেলচনে বৈঠক ঘৰটোৰ পৰা ওলাবলৈ এৰি দিলে। তেওঁ সৰহ সময় জুইৰ ওচৰত বহি পঢ়া শুনা, উন-গোঠা আৰু সু-বৃহৎ গৃহস্থালীৰ কামবোৰ কৰি থাকিল।

ফেলিস্কে আগতকৈয়ো সুন্দৰ ভাবে শুবলৈ ধৰিলে। যথেষ্ট বুজন সংখ্যক গীত তেওঁ ৰচিলে। বেচ স্কেটিং কৰিলে আৰু কৰিলে নাচ-বাগ। নিজৰ বন্ধু-বান্ধৱৰ লগত দেখা সাক্ষাৎ কৰিলেগৈ কেইফ বোৰত। বিশ্ব-বিদ্যালয়ত হৈশেলে দিয়া পষ্ট গ্ৰেজুৱেট ভাষণ শুনিলেগৈ, অপেৰা চালে, আৰু চিঙ্গাকেডেমিত গৈ কনচাৰ্ট শুনিলে। ফুল পঠিয়ালে, কিনিলে কিছুমান ব্যৱহাৰৰ অযোগ্য মূল্যবান বস্তু আৰু আৰ্জ্জিব নোৱাৰিলে মুঠেই ধন। বাগদত্তা নীনাৰে সৈতে তেওঁ পাৰ কৰিলে কিছুমান মনোৰম আবেলি আৰু আনাৰ সৈতে পাৰ কৰিলে কিছুমান পৰমানন্দৰ গধূলি।

তেওঁ আন্তৰিকতাৰে বন্ধু কাল'লৈ লিখিলে এই বসন্ত কালত আনাক লণ্ডনলৈ পঠিয়াবৰ কাৰণে তেওঁ কেনে ধৰনে যত্ন কৰিছে। আনাৰ প্ৰতি তেওঁ কেনে ধৰনে দৃঢ় প্ৰত্যয় আনিছে এইবোৰ বাহুল্য ভাবে লিখাৰ আৱশ্যক বুলি নেভাবিলে। সপ্তাহটো শেষ হৈ অহাৰ লগে

লগে আনাৰ প্ৰতি স্নেহ তেওঁৰ বাঢ়িছিল। তেওঁ দেখিলে তাই তেওঁ ভবাৰ দৰে হৃদয়হীনা আৰু অত্যন্ত লোভী নহয়। তাই বাধ্য, ভদ্ৰ, কোমল হ'ব পাৰে আৰু একেজনী মানুহ দুজন মানুহৰ ওচৰত কি দৰে সম্পূৰ্ণ বেলেগহৈ যাব পাৰে—তেওঁ বুজিলে। প্ৰেমত পৰাৰ লগে লগে তাই তীক্ষ্ণ নখ আঁতৰাই নিলে। আগৰ স্বভাৱ চেহৃদ কৰাৰ পাছত তাই এতিয়া প্ৰকাশ কৰিছিল যি সকলে প্ৰেম পোৱাতকৈ প্ৰেম দিছিল অধিক সেই সকলৰ মৰ্ম্মান্তিক অসহায় অৱস্থাৰ কথা। প্ৰথম বাৰৰ বাবে তাই লাভ কৰিলে প্ৰেমৰ অতি যন্ত্ৰণাদায়ক যাতনাৰ কথা। কেতিয়াবা আনন্দত, অধিকাংশ হেপাহঁত আৰু হতাশাত তাইৰ গৰুৰ দৰে চকুজুৰি সহজেই চকু লোৰে উপচি পৰিছিল। তেতিয়া তাইৰ দৰ্ম্মহাৰ এটা মোটা পৰিমানৰ আৰ্জ্জন কমি গৈছিল—তাই ফ্ৰেডেৰিক থিয়েটাৰৰ পৃষ্ঠ-পোষক সকলৰ লগত মিলা-প্ৰীতিও যেতিয়া বন্ধ কৰলে। তথাপিও ফেলিস্কে যেতিয়া এই পাৰ্থক্য আতঁৰ কৰিবলৈ নেৰানেপেৰাকৈ ধৰিলে তাই ঘৃণামিহলি ক্ৰোধেৰে প্ৰণয়ৰ এই কষ্ট আৰু বঞ্চনাৰ হৈ-চৈ পূৰ্ণ পাণ-ভোজন উৎসৱ গজালৰ আসনৰ বাবে থকা এজন ফকীৰৰ উদ্যমৰ সৈতে প্ৰত্যাখ্যান কৰিলে।

যেতিয়াই ফেলিস্কে তাইৰ লগত গৈ সন্ধিয়াটো কটাইছিলগৈ তেতিয়া তাই তেওঁক আনন্দিত কৰিবলৈ যথাসাধ্য যত্ন কৰিছিল আৰু এই যথাসাধ্যই আছিল তাইৰ উত্তম। আশা কৰিবলৈ তাইৰ অধিক শিক্ষা নাছিল। তাইৰ আচৰণ মোটামুটি আছিল। আকাশৰ দৰে স্বচ্ছ আছিল মন। কিন্তু প্ৰেম বিষয়ত তাইৰ জ্ঞান আছিল অতি জ্ঞানৰ ভড়াল। স্মৃতি আছিল তাইৰ আশ্চৰ্য্য, উদ্ভাবনী শক্তি আছিল তাইৰ বিস্ময়জনক ভাবে। মাথো উৰি ফুৰিবৰ কাৰণে জন্মলাভ কৰা এটা বিহঙ্গৰ দৰে তাইৰ জন্ম হৈছিল ভাল পাবলৈকে। হতবুদ্ধি হৈ ফেলিস্কে আবিষ্কাৰ কৰিলে যে এই সুন্দৰ হৃদয়ৰ ইন্দ্ৰিয়পৰায়ণ ছোৱালীজনী কোনোবা এজনৰ উত্তম পত্নী হ'ব পাৰিলেহেতেন!

একো সময়ত তেওঁ ভাবে তাইক লণ্ডনলৈ পঠোৱাৰ সলনি-তাইক এটা যৌতুক দি পামলৈকে ওভোতাই পঠাই দিয়াৰ কথা।

এইদৰে পাৰ হৈ গ'ল জাৰকালিটো। ঘৰৰ চালৰ ওপৰৰ তুষাৰ গলিবলৈ ধৰিলে আৰু বাট-পথবোৰ বোকা পানীৰে উপচি পৰিল। স্প্ৰী-নৈখন ওফন্দি পৰাৰ লগে লগে ইয়াৰ গৈৰিক জলধাৰা শিলৰ স্তম্ভবোৰত মন্থিত হৈ প্ৰবলতৰ ভাবে ঘূৰিবলৈ ধৰিলে। তাৰ পাছত আহিল এপ্ৰিল আৰু হঠাতে চাতক পখীৰ কূজণত বতাহ সজীৱ হ'ল। বাগিছাবোৰত গছ বিৰিখে অপেক্ষা কৰিলে বসন্ত আগমনৰ বাবে, প্ৰতি সেউজীয়া ডালে ডালে কলি লৈ। বননিত কলৰব কৰি ঢপলিয়াই ফুৰিবলৈ ধৰিলে ভেলভেটৰ চুট আৰু লেচৰ কলাৰ পিন্ধা লৰা-ছোৱালীবোৰে। ফেনীৰ ধৈৰ্য্যবান প্ৰাৰ্থী উইলহেলম্ হেন্‌চেল ৰোমলৈ উভতি আহিল। অনিচ্ছাৰে সৈতে এব্ৰাহাম মেণ্ডেলচনে সেই মাহৰ শেহলৈ বাগ্‌দানৰ এটা তাৰিখ ঠিক কৰিলে। এটা উত্তেজনা ভৰা বা-বতাহৰ সৃষ্টি হ'ল ঘৰত। এটা ভোজৰ লগতে এটা কনচাৰ্ট আৰু নাচৰ আয়োজন তাত অনুষ্ঠানিক ভাবে হ'ব লাগিব। সৰহ-ভাগকামেই আঁচনি আৰু সংগঠন কৰি থোৱা হৈছিল। এই উৎসৱৰ আয়োজন অৰ্থে ফেলিক্স ব্যস্ত হ'ল। এই উৎসৱ উপলক্ষে তেওঁ বিশেষ ভাবে সঙ্গীত ৰচি আখৰা কৰিবলৈ ধৰিলে অৰ্কেষ্ট্ৰাৰ।

অৱশেষত সেই বিশেষ দিনটো আহিল। শেহ মুহূৰ্ত্তত কৰিব লগা কিছুমান কামৰ কাৰণে তেওঁ আবেলি আগতিয়াকৈ চহৰলৈ আহিল। যেতিয়া ফুলৰ দোকানখন পাৰহৈ যাওঁতে তেওঁৰ আনালৈ মনত পৰিল। প্ৰায় তিনি সপ্তাহমানেই তাইক তেওঁ দেখা নাই। তেওঁ কাচোৱানটোক বাগীখন ৰখাবলৈ কৈ তেওঁ আহি দোকানখনত সোমালহি। এগৰাকী আদহীয়া তিৰোতাই সাদৰ সম্ভাষণৰ এটা হাঁহিৰে ফেলিক্সৰ ফালে আগবাঢ়ি আহি কলে "আমি আপোনাক বহুত দিন লগ পোৱা নাই।" তেওঁ বুজাই ক'লে যে বায়েকৰ বিয়াৰ বাগদান উৎসৱৰ বাবে তেওঁ বৰ ব্যস্ত হৈ আছে। এৰা, হয় তাই এই সকলোবোৰ খবৰ ৰাখিছে। মানুহজনীয়ে অহৰহ বকলামেলি কথাকৈ থাকোঁতে ফেলিক্সে দোকানখন ঘূৰি ঘূৰি ফুলৰ প্ৰদৰ্শনীখন চাইছিল। ধ্বংস হৈ অহা এটা হালধীয়া মহলৰ ভিতৰত দোকানখন আছিল। খন্তেক সময়ৰ বাবে এসময়ত এইটোৱে থিয়েটাৰ

আৰু কনচাৰ্ট হল হিচাবে জনপ্ৰিয়তা আৰ্জিছিল। তেতিয়াৰে পৰা সেই সময়ৰ ধূনপেচ চহৰৰ আনঠাইলৈ যোৱাত ইয়াৰ অৱস্থা বেয়া হ'ল। সাজ সৰঞ্জাম আৰু ভেলভেটৰ আসনবোৰৰ চাকচিক্য নোহোৱা হ'ল। আখৰা, ভোজবাজি, বক্তৃতা আৰু চমূকালৰ বাবে হোৱা নাটক আদিত এইটো ব্যৱহাৰ হয় তাকো সেৰেঙা দৰ্শকৰ সৈতে।

দৰিদ্ৰ কনচাৰ্টৰ শিল্পীয়ে তেওঁবিলাকৰ আত্ম প্ৰকাশৰ বাবে থকা আশাৰ বাবে, তেওঁবিলাক উভতি আহাৰ বাবে নাইবা তেওঁবিলাকৰ বিদায়ৰ বাবে এইটো ভাড়ালৈ লোৱা হৈছিল। যিসকল শিল্পীৰ আশা-বোৰৰ মৃত্যু হয় সেই সকলৰ প্ৰেতাত্মাবোৰেৰে বিষণ্ণ হৈ থকা অকৃতকাৰ্য্যতা আৰু সেমেকা গোন্ধ ও লোৱা এইখন ঠাই আছিল বিষাদভৰা।

সেই আবেলি পৰত দোকানখনৰ পাছফালৰ দেৱালেদি সৰকি অহা পিয়ানোৰ সুৰে ফেলিস্কৰ মন আকৰ্ষণ কৰিলে। তেওঁ বাক্যটোৰ মাজতে বৈ শুনিবলৈ ধৰিলে। তেওঁৰ কাৰণে কেতিয়াও নুশুনা এই সঙ্গীতটো আছিল অপৰিচিত, বন্য আৰু স্নেহপূৰ্ণ। বজোৱাৰ ধৰণটোত কিন্তু কোনো ৰহস্য নাছিল। পিয়ানোটো বজাইছিল উত্তম ভাবে। মানুহগৰাকীক তেওঁ সুধিলে—"আপুনি জানেনে কোনে বজাইছে?" "এই পিয়ানো বজেৱা ডেকা মানুহজন ফৰাচী লোক বুলিয়েই মই ভাবিছো। যেইহওক নামটো হ'লে তেওঁৰ ফৰাচী। কালি তেওঁ বজায় থাকোঁতে মই তেওঁক চাইছিলোহি। পিয়ানো বজোৱাৰ সলনি তেওঁ শোৱা-পাটিত হে থাকিব লাগিছিল বুলি মোৰ মনে ধৰিছিল।"

যিটো কোণৰ পৰা সঙ্গীত শুনা গৈছিল সেই কোণটোলৈ ওঁঠত আঙুলি এটা থৈ ফেলিস্ক আগবাঢ়ি গ'ল। অতি মনোযোগেৰে তেওঁ কিছুপৰ শুনিলে।

"হে, মোৰ ঈশ্বৰ, মানুহজনে কেনেকৈ বজাইছে!" হঠাতে তেওঁৰ হিংসা অনুভব হ'ল। সেই দৰে বজোৱাটো মান হানিকৰো। কোনো সময়ত পিয়ানোত বাজিছিল বেহেলাৰ কোমল সুৰ। আৰু আনবোৰ সঙ্গীত শুনোতে তেওঁৰ এনে লাগিছিল যেন দুটা পিয়ানোৰ কি-বোৰ্ডত

বহি দুজন পিয়ানোবাদকে হে পিয়ানো বজাইছিল। তেওঁ নিজক কাণকে বিশ্বাস কৰিবলৈ টান পালে। এইয়া কি-বোৰ্ডৰ কৌশল নহয় এইয়া ভেলেকী বাজী।

মানুহজনীয়ে ফুচফুচায় ক'লে "তেওঁ ভাল বজাইছে, নাই বজোৱা জানো ?"

তাৰ পাছত দেৱালৰ এটা নিৰ্জ্জন কোণলৈ আঙুলি দেখুৱায় ক'লে "আপুনি যদি হলৰ ভিতৰলৈ সোমাব খোজে তেন্তে সেইখন দুৱাৰেদি সোমায় যাব পাৰে।"

লৰালৰিকৈ ফেলিস্কে আনাৰ ঠিকনাটো দি এটা মৰমৰ বতৰা পঠিয়াই হল ঘৰটোলৈ সোমায় গ'ল। দৰ্শক মণ্ডলীৰ উপস্থিতি হিয়া বিদাৰক আছিল। কুৰিজনতকৈও কম লোক প্ৰথম দুশাৰীত সেৰেঙাকৈ বহিছিল। এইটো আৰু কনচাৰ্ট হৈ থকা নাছিল। এইটো আছিল জাগৰণ। এজন ব্যথিত সুন্দৰ বৰণৰ তৰুণে হতাশাত আত্ম-সমৰ্পণ কৰি মঞ্চৰ ওপৰত এইটো বজাইছিল। বহুতদিন আগেয়ে পাহৰি যোৱা তেওঁৰ কোনো দুখপূৰ্ণ ভাবত বিভোৰ হৈ পৰিছিল তেওঁ। তেওঁৰ এমুঠি শ্ৰোতা ফেলিস্কে উপলব্ধি কৰিলে। তেওঁ বাজোৱা শেষ হৈ যেতিয়া আহিল আনকি ক্ষীণ হাত চাপৰিও তেওঁৰ শুনা যেন নেলাগিল। যেন অন্তৰস্থ কোনো উন্মত্ততা মোহাৰি লৈ যাব এনেভাবে ততালিকে তেওঁ বাহু দুটা দাঙি সমস্ত দেহৰ এটা গতিৰে বজ্ৰধ্বনি পূৰ্ণ ঝঙ্কাৰেৰে আঘাত কৰি উদ্বোধন কৰিলে বৈপ্লৱিক কৌশল। অনেক পিয়ানো বাদকৰ বিস্ময়জনক কৃতিত্ব ফেলিস্কে দেখিছে—কিন্তু কেতিয়াও এনেকুৱা দেখা নাছিল কিম্বা শুনা নাছিল। কৰ্কশ আৰু পীড়াদায়কভাবে মূৰ ঝিমঝিম কৰা উত্তাল তৰঙ্গৰ ধ্বনি সুৰৰ আৰোহনে মৃত্যুমুখী এটা জাতিক যুদ্ধৰ বাবে সাজু হ'বলৈ চুলি চিঙি চিঞৰিলে। মৰণমুখী মানুহজনৰ এইয়া আছিল সুৰ-আচ্ছাদন। সঙ্গীতটো শেষ হোৱামাত্ৰকে ফেলিস্কে একেজাপে থিয় হৈ উত্তেজনাৰে হাত চাপৰি বজালে। কি-বোৰ্ডত বহি থকা ফ্ৰেডেৰিক চপাঁই তেওঁৰ ভাৱ বিহ্বল অৱস্থাৰ পৰা সাৰ পোৱা যেন দেখা গ'ল। বহি থকা তুল খন ক্ষীপ্ৰতাৰে ঘুৰায় এজন মানুহে

কৰা জয়ধ্বনীত বিস্ময় মানি কৃতজ্ঞতাবে ক্লান্ত হাঁহি মাৰি ফেলিস্কলৈ চালে। তাৰ পাছত তেওঁ থিয় হৈ পুতৌজনক ভাবে উপস্থিত থকা দৰ্শক মণ্ডলীলৈ আনুষ্ঠানিক ভাবে মূৰ দোৱাঁই মঞ্চৰ পৰা প্ৰস্থান কৰিলে।

কেই মিনিট মান পাছত ভয়ানক ভাবে বিশৃঙ্খল হৈ থকা পিছফালৰ এটা বাটেদি পিয়ানো বাদকজনৰ ছো-ঘৰটোলৈ আহিল তেওঁ। দুৱাৰত তেওঁ টোকৰ মৰাৰ লগে লগে শেতা বিবৰ্ণ ডেকা মানুহজনে আহি নিজেই দুৱাৰখন খুলিদিলে। তেওঁ পিন্ধিছিল তেতিয়া এটা কামিজ চোলা। তেতিয়াও কপালত আৰু নিমজকৈ খুৰুৱা হাড় ওলোয়া গাল খনত বিৰিঙি আছিল ঘাম। সেমেকা তাম বৰণীয়া চুলিখিনি তেওঁৰ মুখৰ পিনে স্থিৰ ভাবে ওলমি আছিল। তেওঁ ওখ কলাৰ দাল গুচাই সোতমোচ খাই থকা কামিজটোৰ ডিঙিৰ বুতামটো খুলিলে। তেওঁৰ হাতখনত আছিল সোঁতমোচখায় থকা টাৱেলখন। হাতচাপৰি বজায় প্ৰশংসা কৰা তেওঁৰ সমৰ্থকজনক তেওঁ চিনি পালে। আগন্তুকৰ কাৰণে তেওঁ যেন আশা কৰিহে আছিল এনেদৰে তেওঁ কলে “অ, এইয়া আপুনি।”

“মই আপোনাক মিনতি কৰিছো অনুগ্ৰহ কৰি সোমায় আহক।” জীৰ্ণ ছো-ঘৰটোলৈ সোমায় আহি ফেলিস্কে নিজৰ পৰিচয় দিলে। “মিড়চামাৰৰ প্ৰস্তাৱনা লিখা মেণ্ডেলচন নহয়টো?” ফেলিস্কৰ চোলাৰ হাতত ধৰি তেওঁ মুখ মেলি ৰ’ল। মিচিকিয়া হাঁহিৰে ফেলিস্কে মূৰ দুপিয়ালে আৰু অবিশ্বাস্য ভাবে পিয়ানো বাদকজনে উত্তেজনাত চিঞৰ এটা মাৰিলে।

ভব্যতা তেওঁৰ নাছিল। “মই যে এইটো বিশ্বাসকে কৰিব পৰা নাই! আপুনি জানেনে এইখন আপুনি উৎকৃষ্ট ভাবে ৰচিছিল? আনকি পিয়ানোৰ বাবে এইটো যদিও, তথাপি শুনিবলৈ আচৰিত লাগে। এই সঙ্গীত পিয়ানোত বজোৱা আপুনি শুনিছেনে?”

ফেলিস্কে পুনৰ মূৰ দুপিয়ালে। “মই পিয়ানোত নিজে বজাইছো। অৱশ্যেই আপোনোৰ দৰে নহয়।”

এক মূহুৰ্ত্তৰ আগৰ ভাগৰৰ কথা চপাঁই পাহৰি গ'ল। উত্তেজনাত তেওঁ ঠক্ ঠক্ কৰে কঁপিলে। দোমোজাত পৰি তেওঁ আগলৈ ওলমি থকা উজ্বল চুলিখিনি পাছফালে নি ক'লে "আমি একেলগে চাৰিখন হাতেৰে এইটো বজাবই লাগিব। ইয়াৰ কিছু অংশ ভাষান্তৰিত কৰা সম্বন্ধে মই আপোনাৰ পৰামৰ্শ লব লাগিব"—ঘপকৈ থিয়হৈ তেওঁ ক'লে "প্ৰসঙ্গক্ৰমে মোৰ নাম চপাঁ, ফ্ৰেডেৰিক চপাঁ। কিন্তু মোক নামটোৰ দ্বাৰা ফৰাচী বুলি মোক ভুল নকৰিব। মই পোলিচ হে। বিশুদ্ধ পোলিচ।"

"কি!" এইবাৰ মুখ মেলাৰ পাল ফেলিস্কৰ। "তেনেহলে পৰিবৰ্ত্তী লা-চি ডেৰেমৰ ৰচক আপুনিয়েই নে? আপুনি জানেনে যে আপুনি উৎকৃষ্ট সঙ্গীত লেখিছিল?"

দোধোৰ মোধোৰ অৱস্থাত পৰি উচ্ছ্বসিত আবেগেৰে হাঁহি ইজনে সিজনলৈ চাই ৰ'ল। তাৰ পাছত দুয়ো একে সময়তে খৰকৈ কথা কবলৈ আৰম্ভ কৰিলে। ইজনে সিজনক সুধিবলৈ আছিল অনেক কথা। তেওঁবিলাক পুৰণি বন্ধু যেন অনুভব কৰিলে। একমূহুৰ্ত্তৰ পূৰ্ব্বে চঁপাই চমৎকাৰ ভাবে বজোৱা সঙ্গীতৰ কথা ফেলিস্কে শ্ৰদ্ধা ভৰে প্ৰশংসা কৰোঁতে ফ্ৰেডেৰিক চপাঁই গভীৰ আতঙ্কৰে ঘোঁত-ঘোঁতাই কলে—এনেকুৱা আৰু এটা শ্ৰেষ্ঠ প্ৰদৰ্শন কৰিলে মই হয়তো পেৰিচলৈ খোজ কাঢ়িয়েই যাবগৈ লাগিব। মই আশা কৰিছিলো এই কনচাৰ্টে মোলৈ ধন আনিব; কিন্তু ই মোক ধ্বংশ কৰিলে। যদি মই বাগীৰ ভাড়াকণো দিবগৈ পাৰোঁ তেতিয়াও মই সৌভাগ্যশীল বুলি ভাবিম।"

"আপুনি কেতিয়ালৈ ইয়াৰ পৰা যাব খুজিছে?"

"কালিলৈ।"

ফেলিস্ক হতাশ হ'ল। তেওঁৰ কপালৰ গাঠি ঘোপা কৰিলে। তাৰ পাছত তেওঁৰ মুখখন পোহৰ হ'ল। "চাওক ফ্ৰেডেৰিক, আজি মোৰ বাইদেউৰ বিয়াৰ বাবে বাগ্‌দান হ'ব। সোনকালে মই ঘৰলৈ উভতিবও লাগিব। আপুনিনো মোৰ লগত নাহে কিয়? আপুনি তাত বহুলোক

লগো পাব আৰু আমি কথা বতৰা-পাতিবলৈও সুযোগ পাম। আপুনি বাৰু নাচিবলৈ ভাল পাবনে?"

"যি কোনো পোলিছ লোকে নাচিবলৈ ভাল পায়।"

"ভাল কথা। কাৰণ তাত হ'ব বল নাচ। তাৰ পাছত সকলো বিলাক যেতিয়া গুচি যাবগৈ তেতিয়া আমি—ঠিক আমি দুজনেই সঙ্গী হমইক।"

আৰু এতিয়া এইবোৰ হৈ গ'ল—ভোজ—কনচার্ট—নাচ। বহুত পলম হৈছিল—বহুত পলম। টৰ্চ চাকিৰ উজ্বল পোহঁৰত শেষ আলহী-জন যোৱা আৰু গাড়ীৰ চকাৰ গৰ্ গৰ্ শব্দ হোৱা দুঘণ্টাবো অধিক সময় হৈ গ'ল। হল ঘৰটোলৈ যোৱা বাটত আৰু কৰিডোৰৰ দেৱালত থকা ঝাৰ ফানুচত জ্বলি থকা মমবোৰ চিনদিয়া পোছাক পিন্ধা লগুৱা লৰাইঁতে বহুত পূৰ্ব্বেই ফুৱাই নুমায় থৈ গ'ল। খন্তেক আগৰ খম্-খমীয়া সাজ পোছাক আৰু নাচ-বাগেৰে জন পূৰ্ণ হৈ হাঁহি-গানবাজনাত সজীৱ হৈ থকা খোটালীটো—ওখ ধনুৰ আকৃতিৰ খিড়িকীয়েদি তীৰ্য্যক ভাবে অহা এছেৰেঙা জোনাক আৰু একোতে পিয়ানোৰ ওপৰত জ্বলি থকা ৰূপৰ গাছত থকা দুডাল সৰু মমৰ জ্বলা আঙঠাৰ লেখিয়া পোহৰকণাৰ বাহিৰে নিৰৱ হৈ পৰিছিল। পিয়ানোৰ বেঞ্চখনৰ ওপৰত বহি থকা ফেলিক্সৰ এখন হাত তেতিয়াও আছিল কি-বোৰ্ডৰ ওপৰত। কেইফুট মান আতঁৰত ভেলভেটৰ সেউজীয়া আসন থকা আৰামী চকীখনত ভৰিদুখন ওপৰা-ওপৰিকৈ ক্ৰচচিনৰদৰে থৈ চিন্তাৰ পৰা অব্যাহতি পোৱাৰ দৰে পৰি আছিল ফ্ৰেডেৰিক চপাঁ। তেওঁবিলাকৰ কোনেও কথা কোৱা নাছিল। তেওঁবিলাকে বহুত কথা পাতিলে। বহুত কটিকাৰ ৰাগী কৰিলে, হাঁহিলে, নাচিলে আৰু অতিমাত্ৰাই বজালে পিয়ানো। এতিয়া তেওঁবিলাক ক্লান্ত, তন্দ্ৰালু আৰু অলপ বিষন্ন হ'ল। ইজনে সিজনৰ সঙ্গত নিশাৰ নিৰৱতা উপভোগ কৰিবলৈ পায় তেওঁ বিলাক সুখী হৈছে। প্ৰত্যেকজন নিজৰ ভাবত বিভোৰ—নিজৰ দেহ আৰু মনৰ পৰা উত্তেজনাৰ জোৱাৰ বাগৰি যাবলৈ দিছে।

অকস্মাতে চপাঁই ক'লে "আজি নিশা আটাইতকৈ সুখী ছোৱালী

এই বিশ্বত আপোনাৰবায়েক"—খোটালীটোৰ মাজত থকা জোনাকখিনিত তেওঁৰ ধ্যানমগ্ন দৃষ্টি স্থিৰ হৈ আছিল। "তেওঁ ভাল পাইছে আৰু তেওঁক ভাল পাইছে—ইয়াতকৈ আৰু তেওঁৰ কি প্ৰয়োজন ?"

ফেলিস্কে হাঁহি ক'লে "আচৰিত আপুনি এইদৰে কৈছে, ময়ো সেই একে কথাকে ভাবিছিলো।"

"আচৰিত কিন্তু দুয়ো দুয়োকে কচিৎহে ভাল পায়। মই পোলেও কিয় এৰিলো—এইটোও এটা কাৰণ। যিজনী ছোৱালীক মই ভাল পাইছিলো সেইজনী ছোৱালীক কোনোবা এজনে ভাল পোৱাটো মোৰ সহ্য নহ'ল।"

পুনৰ দুয়োৰো মাজলৈ আহিল নিৰৱতা। কৰবাত ক্ৰমান্বয়ে টিক্-টিক্ কৈ ঘড়ী এটা বাজি আছিল।

ফেলিস্কে ক'লে "আচৰিত নহয়নে এইটো, সেই ধাৰবাহিকতাৰ চাপ-বোৰে, আনকি আটাইতকৈ সুখী জনেও অতীতৰ কথা অনুভব কৰায় আৰু ভবিষ্যতৰ কথা ভবায়। আৰু যেতিয়া আপুনি ভবিষ্যত সম্বন্ধে চিন্তা কৰে—এই চিন্তা শেষ হয়গৈ মৃত্যুত। "তেওঁ বেঞ্চখনৰ ওপৰত পোনহৈ উঠিবলৈ সাজুহৈ ক'লে "মই হতাশ হৈছোঁ। আমি শুবলৈ যোৱাই মঙ্গল।"

চপাঁই মিনতি কৰি ক'লে "মাত্ৰ আৰু কেইমিনিট মান—ঈশ্বৰে জানে কেতিয়া আমি পুনৰ ইজনে সিজনক দেখা পাম! আপুনি লেখা সঙ্গীত আৰু এবাৰ বজাওক, আৰু আমি বিদায় লমহঁক।"

"ভালবাৰু, কিন্তু মই কিবা এটা বজাম যিটো আপুনি নাইবা মই ৰচিব নোৱাৰিলোহেতেন।"

কথা কৈ থাকোঁতেই তেওঁ নিজৰ ওচৰত থকা সঙ্গীতৰ কাগজপত্ৰ থকা খলপা লগোৱা আলমাৰীটোৰ ফালে ঘূৰি টানমাৰি দুৰ্ল্লভ চামৰাৰে বন্ধোৱা পাতল এভাজ কাগজ আনিলে।

"এইটো এটা জোহান চেবাষ্টিয়ান বাচৰ এডোখৰ অৰেণ্টৰিও নাইবা কেনটাটা।"

চপাঁই মিছিকিয়াই হাঁহি ক'লে "প্ৰিয় বুঢ়া বাচ! তেওঁৰ নিৰ্দ্দিষ্ট

সুৰত বন্ধা সঙ্গীতখিনি মোক শিক্ষকে এনে ধৰণে বজাবলৈ দিছিল —যেতিয়ালৈকে মই পগলা হৈ যাম বুলি মই ভবা নাছিলো।"

"মোৰ জনেও তেনেকুৱাই কৰিছিল। যি সকলে পিয়ানো বজায় সেই সকলৰ প্ৰত্যেকেই এই ব্যায়ামৰ লগত সংগ্ৰাম কৰিব লাগে বুলি মই অনুমান কৰোঁ। কিন্তু এইটো কিবা এটা একেবাৰে বেলেগ বস্তু। ক্ষেত্ৰতত্ব বিষয়ৰ নক্সাত ৰেম-ব্ৰাঁ যেনে তেনেধৰনৰে বন্ধা এইটো সুৰ। ব্যক্তিগত ভাবে মই ভাবোঁ এনে মহৎ সঙ্গীত কেতিয়াও পূৰ্ব্বে লেখা হোৱা নাছিল।"

"এইটো প্ৰকাশ কৰা হোৱা নাই কিয় ?"

"কাৰণ মই আপোনাক কৈছোৱেই যে এইখিনি সুবৃহৎ সঙ্গীতৰ শেষৰ চাৰি পৃষ্ঠাহে মাত্ৰ! বাকীডোখৰ ক'ত আছে কোনেও নেজানে। মোৰ শিক্ষক মাননীয় ঝেলটাৰে পুৰণি বাদ্যযন্ত্ৰৰ ওডাম ঘৰ এটাৰ আবৰ্জ্জনাৰ মাজত এইখিনি পাইছিল। এইখিনি তালৈনো কেনেকৈ আহিল কোনেও নেজানে। এতিয়া চকু মুদক আৰু শুনক—এটা ঐক্য সঙ্গীত, এটা অৰ্গেন আৰু এটা সম্পূৰ্ণ অৰ্কেষ্ট্ৰাৰ কথা কল্পনা কৰিবলৈ চেষ্টা কৰক।" বজোৱা যেতিয়া তেওঁৰ শেষ হ'ল—বন্ধুৰ ফালে ঘুৰি ক'লে "শুনিছেনে ?"

ততালিকে তেওঁ উত্তৰ দিব নোৱাৰিলে। তেওঁ যেন বিহ্বলাবিষ্ট হৈ আছে এনে ধৰণৰে সম্মুখৰ ফালে চাই আছিল।

"এইটোৱে চুচুঁমৈ কৰি দিয়ে। আনকি এই চমৎকাৰ স্ৰষ্টা হেন্দেলৰ মেছায়াতো নাছিল।" ফেলিস্কৰ ফালে চাই তেওঁ সুধিলে— কেনেকৈ এইটো ঘটিব পাৰে ? "কেনেকৈ এনে এটা কাম নষ্ট হৈ যাব পাৰে ?"

"কেনেকৈ দুহেজাৰ বছৰ পথাৰত পোত খায় থাকিব পাৰে 'ভেনাচ দি মিলো' ? এই কথাৰ মোক উত্তৰ দিয়ক।" ফেলিস্কে চামবাৰে বন্ধোৱা কাগজখিনি আগৰ ঠাইত থৈ উঠিল আৰু কথা কৈ থাকিয়েই এডাল মম চপাঁক দিলে আৰু এডাল নিজে লৈ তেওঁ দুৱাৰৰ ফালে আগবাঢ়ি গ'ল। "এইটো অবিশ্বাস্য যেন লাগে। কিন্তু আপুনি যদি

এই বিষয়ে চিন্তা কৰিবলৈ এৰি দিয়ে তেন্তে অলেখ শ্ৰেষ্ঠ অবদান এই বাটে বা সেই বাটে নষ্ট হৈ যাব। জুইত, যুদ্ধত, ঠাই সলনি কৰোঁতে— এইটোৰ মূল্য নুবুজা মানুহৰ দৰে। কিয় দৃষ্টান্ত হিচাবে ইমান কম আছে পাৰ্গোলেজি নাইবা লাচোৰ সঙ্গীত? গ্ৰীক নাটকবিলাকৰ কোৰাচ গীতবোৰৰ কি হ'ল? আদিম কালৰ গ্ৰেগ্ৰিয়ান বোৰ একা?" মমকিডাল তেওঁবিলাকৰ মূৰৰ ওপৰত ধৰি প্ৰতিধ্বনি হৈ থকা কৰিডোৰটোৰেদি তেওঁবিলাক এতিয়া আগবাঢ়ি আহিছিল; তেওঁবিলাকক অনুসৰণ কৰি দেৱালখনত ছাঁ বোৰ গৈ আছিল। "পেইন্টিংৰ বেলিকাও একে কথায়। আপুনি বুজিছেনে মাত্ৰ সাতখন কি আঠখন ডা-ভিঞ্চিৰ পেইন্টিংৰ অস্তিত্ব আছে। এতিয়া এইটো বাৰু আচৰিত যেন নেলাগেনে—সত্তৰ বছৰবো অধিক কাল বাচি থকা এজন মানুহ—যি মৃত্যুৰ কেইদিনমান পূৰ্বেও পেইন্টিং কৰিছিল তেওঁৰ স্বামী-পেইন্টিংৰ এই অৱস্থা দেখি। আৰু ভাৰ্মিয়েৰ একা? এই পৃথিবীত ভাৰ্মিয়েৰ কিয় মাত্ৰ সাতত্ৰিশ খন হে আছে?" *

তেতিয়া তেওঁবিলাক দ্বিতীয় মহলা পাইছিলহি।

ফেলিক্সে হাঁহি এটা মাৰি ক'লে ভাগ্যক্ৰমে আবেলি চাৰিটাত এখন পেৰিচৰ বাগী যায়। আপোনাক মই বাগীৰ আশ্ৰয় স্থানলৈ লৈ যাম। তাৰ আগতে তালৈ যাবলৈ ব্যস্ত হ'ব নেলাগে। আপোনাৰ ঠাই বন্দোবস্ত কৰি ৰখা হৈছে।"

বন্ধুৱে কিবা এটা কোৱাৰ পূৰ্বেই ফেলিক্সে হাতজোকাৰি তেওঁক বিদায় দি নিজৰ কোঠাৰ ফাললৈ গ'ল।

পাছদিনা চৰ্পায় পেৰিচ এৰিলে। কাৰ্ল ক্লিংগমেনৰ দৰে দূৰলৈ যোৱা বাগীখনৰ পৰা বাহিৰলৈ ওলায় চৰ্পায় ৰুমাল খন জোকাৰিছিল। তাৰ পাছত তেওঁ গ'লগৈ। ফেলিক্স উভতি ঘৰলৈ আহিল।

তিনি, লিপজিগত পুনৰ আৰম্ভ হ'ল সহজ আৰু বিলাসৰ জীৱন।

---

* নাটকীয় ভাবে মেণ্ডেলচনৰ শ্ৰেষ্ঠ ৰচনা 'এ মিড্ চামাৰ নাইট ড্ৰীম'ৰ মূল পাণ্ডুলিপিৰ স্বৰগ্ৰাম খন ১৮২৯ চনত এখন ভাড়াতীয়া ঘোৰা বাগীত হেৰায়াছিল আৰু কেতিয়াও বিচাৰি পোৱা নগ'ল। ১৯০৬ চনত স্বৰগ্ৰাম খনৰ এটা নকল পোৱা গৈছিল, কিন্তু সেইয়া মেণ্ডেলচনৰ হাতৰ আখৰ নাছিল।

ফেণীৰ বাগ্‌দান উৎসৱৰ হুলস্থুলৰ পাছত শৃঙ্খলা বদ্ধ তালিকাই ঘৰখনলৈ আনিলে এক সাগ্ৰহ অব্যাহতি। বাহিৰত একো পৰিবৰ্ত্তন দেখা নগ'ল। কিন্তু সোনকালেই ঘৰখনৰ পৰিবেশ সলনি হৈ অহাৰ বিষয়ে ফেলিস্ক সজাগ হ'ল। বিষয় বস্তু সদায় যেনেদৰেই আছিল তেনে দৰেই থাকিব—এই অপৰিবৰ্ত্তনীয় স্বতঃসিদ্ধ মতবাদ ফেণীৰ বাগ্‌দান পৰ্ব্বই চূৰ্ণ-বিচূৰ্ণ কৰিলে। ইমান সুখী আৰু স্নেহবন্ধনত আবদ্ধ হৈ থকা এটা পৰিয়ালৰ আধ্যায় অন্ত পৰাৰ সঙ্কেত দিছিল, যিটো ইতিমধ্যে ৰামধেনুৰ দৰে বৰ্ণ বিশিষ্ট কাহিনী হৈ পৰিছিলগৈ। ভবিষ্যতে হব খোজা পৰিবৰ্ত্তনবোৰৰ এইয়া আছিল পূৰ্ব্বাভাষ। এক আৰু অভিন্ন বুলি ভাবি থকা মেণ্ডেলচন পৰিয়াল প্ৰায় চেদেলিভেদেলি হৈ সিঁচৰিত হৈ পৰাৰ উপক্ৰম হ'ল। ইতিমধ্যেই ফেণীৰ বাগদান হৈ গ'ল। সোনকালেই তেওঁ যাবগৈ। সকলোবোৰ প্ৰস্থান মৃত্যুৰ দৰেই দুখলগা, চহৰৰ কোনো এক প্ৰান্তলৈ তেওঁ গুচি যোৱাটো ইয়াৰ পৰা একো বেলেগ নহয়। ফেণীৰ প্ৰস্থানৰ পাছত ঘৰখন আগৰ দৰে হৈ নেথাকিব। তাইৰ মৌমিঠা মাত, হলঘৰটোত ওলমি থকা তাইৰ টুপী, তাইৰ ৰং, তুলি এই সকলোবোৰ.এই পৰিবেশৰ অংশস্বৰূপ আৰু ঘৰটোৰ প্ৰাণ কেন্দ্ৰ আছিল। সোনকালে ইয়াত হব আন আন বাগদান কাৰ্য্য, আন বিবাহ, আন বিচ্ছেদ। এজনৰ পাছত আনজনকৈ তৰুণ মেণ্ডেলচন যাবগৈ। জাকজমক প্ৰাসাদটো কেইবছৰ মানৰ ভিতৰতে হ'ব গৈ মাত্ৰ আনএটা পৰিত্যক্ত ঘৰ। দুজন আদহীয়া আৰু নিঃসঙ্গ লোকৰ কাৰণে সুন্দৰ কিন্তু বিষণ্ণ আশ্ৰয় স্থল হ'ব।

ঘৰখনৰ প্ৰত্যেকেই তলৰ কাঁহি বাতি ধোৱা পখলা কৰা লিগিৰি জনীলৈকে সজাগ হৈ পৰিছে এই আগন্তুক পৰিবৰ্ত্তনৰ বাবে। কিন্তু কৌতুহল আছিল যে দেউতাকে নিজৰ গোপন বেথা লুকুৱাই ৰাখিব পৰা নাছিল। খাবৰ সময়ত কেতিয়াবা তেওঁ গধুৰ পতাৰ চকুজুৰিৰে মেজখনৰ চাৰিওফালে দৃষ্টিপাত কৰে—প্ৰতিটো সন্তানৰ ওচৰত দৃষ্টি থমকি ৰয় আৰু বিৰিঙি উঠে চকু-লো ; নিজৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈকে তেওঁ গল খেকাৰিকে মাৰিব নাইবা নাকটোকে বজাব, নহলে কিবা এটি

অদ্ভুত কথাকে ক'ব।

ফেলিস্কে যত্ন কৰিলে নিজৰ প্ৰফুল্লময় চিন্তাহীন অস্তিত্বলৈ উভতি আহিবলৈ—কিন্তু নোৱাৰিলে। তেৱোঁ পৰিবৰ্ত্তন হৈ গৈছিল। ফেণী গুচি যোৱাৰ যেতিয়া উপক্ৰম হৈছে—তেওঁ মাক-দেউতাকক দেখুৱাব যে তেওঁ সাংঘাতিক আৰু কঠোৰ পৰিশ্ৰমী প্ৰকৃত মেণ্ডেলচন। নীনাৰ ·মত হ'লে আৰু যদি ইয়াৰদ্বাৰা পৰিয়ালটো সুখী হয় তেন্তে তেওঁ নীনাক বিয়া কৰাব। কিয়, তেওঁচোন বেঙ্কলৈ গৈয়ো কাম কৰিবগৈ পাৰে।

ইতিমধ্যে তেওঁৰ কৰিব লগা প্ৰথম কাম হ'ল আনৰ হৈ তেওঁ যি হাস্যকৰ আৰু ভণ্ডামীপূৰ্ণ সম্বন্ধ আনাৰ লগত স্থাপন কৰিছে তাৰ কাৰণে তাইক এটা শকত ধৰণৰ যৌতুক দি ঘৰলৈ পঠিয়াই দি এই সম্বন্ধৰ অন্ত পেলোৱাব। তেওঁ বন্ধুলৈ লেখিলে যে তেওঁ নিজৰ প্ৰতিশ্ৰুতি ৰাখিবলৈ অপাৰগ হৈছে আৰু সেই কাৰণে তেওঁক লণ্ডনলৈ নিবৰ বাবে যি সুবিধা কৰি দিয়াৰ কথা আছিল তাৰপৰা বন্ধুক তেওঁ মুক্তি দিলে।

এই কাম কৰা হৈ যোৱাৰ পাছত তেওঁ যেতিয়া আনাক দেখা কৰিবলৈ আহিছিল—তেওঁ তাইক শোৱাপাটিৰ এমূৰে বহি আঙুলিৰে তৰকাৰী খায় থকা পালেগৈ। গতানুগতিকতাৰে তাই ফেলিস্কক যেতিয়া চুমা খাবলৈ দৌৰি নাহিল তেওঁ আচৰিত হ'ল। তেওঁ আহি তাইৰ কাষত বহিলহি। চুমাএটা খায় কলে যে তাই লণ্ডনলৈ যোৱাটো তেওঁ আৰু ইচ্ছা নকৰে। তাই আকৌ তেওঁক আচৰিত কৰিলে যেতিয়া তাই কৈছিল যে তাই কোনো উপায়েই তালৈ নগলহেঁতেন। তাই তেওঁক আৰু দেখা সাক্ষাৎ কৰিব নোৱাৰিব—তাই কলে। অতি ৰঙা চুলিকোচা বেদনাদায়ক ভাবে জোকাৰি তাই ক'লে।

"আৰু নোৱাৰিব।" তাই বিষদ ভাবে কৈ গ'ল যোৱা তিনিসপ্তাহ ফেলিস্কে তাইক পাহৰি থাকোঁতে তাই বহুত চিন্তা কৰি এটা সিদ্ধান্ত কৰিছেগৈ যে তেওঁ আনাক ভাল পোৱা নাছিল আৰু কেতিয়াও ভাল নেপায়ও। তেওঁবিলাক ঠিক একে ধৰণৰ নহয়। অলপতে তাই

এজন লোক লগ পাইছে। তাইৰ নিজৰ দৰেই বুলি তেওঁক ভাবিছে। তুমি ঠিক তেওঁক ধুনীয়া বুলি ক'ব নোৱাৰা। তেওঁ চুটি, চাপৰ আৰু পেটটো ওলোৱা। তেওঁ মদ তৈয়াৰ কৰে। কিন্তু ধনী নহয়। হলেও তাইক তেওঁ বৰ ভাল পাইছে আৰু বিয়াও কৰাব খুজিছে। সকলোবোৰ কথা তেওঁক তাই কৈছে। সকলো দেখি শুনিও যেতিয়া তেওঁক তাই গ্ৰহণ কৰিব খুজিছে তায়ো হেপাহ কৰিছে সু-গৃহিণী হ'বলৈ। কথা কোৱা শেষ হ'ল। তাই তেতিয়া আবেগত অভিভূত হৈ পৰিছিল। তাইৰ ধুনীয়া চকুজুৰি উপচি পৰিল চকু-লোৰে। "মই তোমাকো বৰ বেছিকৈয়েই ভাল পাইছিলো। এইটো ভাল কথা নহয়। যেতিয়া তুমি বৰ বেচিকৈ ভাল পোৱা তেতিয়া সকলো সময়তে তুমি আঘাতো পাব লাগে"—তাই শান্ত ভাবে ক'লে।

তাই যৌতুকৰ নামকে মুশুনিলে। তাইলৈ এটা শ্ৰেষ্ঠ উপহাৰ ছদ্মনামত পঠিয়াই দিয়াৰ বাহিৰে ফেলিস্কৰ আন উপায় নাছিল। এই দৰেই আনা ফ্ৰামুনেগেল তেওঁৰ জীৱনৰ পৰা নিচিহ্ন হৈ গ'ল।

যথা সময়ত ফেলিস্কে এখন চিঠি কাৰ্লৰ পৰা পাইছিল। তেওঁ সকাহেৰে চিঠি খন পঢ়িলে—'চুজে প্লাস্কেট নামৰ অতি বুদ্ধিমতী আৰু মোহময়ী এগৰাকী ইংৰাজ মহিলাক লগ পোৱাৰ পাছত আনাৰ প্ৰতি তেওঁৰ আকৰ্ষণ নোহোৱা হৈ গ'ল।" মই চুজেৰ বিষয়ে তোমাক ক'বলৈ বাট চাই আছোঁ। কাৰণ ফিলহাৰমনিক অৰ্কেষ্ট্ৰাৰ ডিৰেক্টৰ চাৰ জৰ্জ্জ স্মাৰ্টে তোমালৈ নিমন্ত্ৰণ পঠাইছে—যাতে তুমি নিজে ৰ'চা সঙ্গীতৰ ইয়াত এটা কনচাৰ্টে বজাবহি পাৰা।"

সমৰ্থন নকৰি-নিন্দা আৰু আস্ফালন নকৰাকৈ দেউতাকে চাৰ জৰ্জ্জ স্মাৰ্টৰ চিঠিখন পঢ়া দেখি ফেলিস্ক আচৰিত হ'ল। ডেস্কৰ ওপৰত চিঠিখন পঢ়ি অতাই থৈ ক'লে "বাস্তবিকতে অতিৰঞ্জিতকৈ প্ৰশংসা কৰিছে। গোটেই লণ্ডনে তোৰ কাৰণে অপেক্ষা কৰিছে—পিছে টকাৰ কথা হ'লে তেওঁ একোকে উল্লেখ নকৰিলে। মই বুজিব পৰা নাই ইংলণ্ডলৈ তই যোৱাটো তেওঁ কেনেকৈ আশা কৰিছে। সম্ভৱ সাঁতুৰি……আন হাতে এইটো স্বীকাৰ নকৰি নোৱাৰি যে

তোৰ দৰে এজন ডেকাক ফিলহাৰমনিক অৰ্কেষ্ট্ৰা পৰিচালনা কৰিবলৈ নিমন্ত্ৰণ জনাই সম্মান দেখুৱাইছে।" বৃদ্ধৰ চকুত বিৰিঙি উঠিল গৌৰৱ উজ্জ্বল দীপ্তি। পুতেকৰ পৰা এইটো গোপন কৰিবলৈকে তেওঁ খিড়িকীয়েদি বাহিৰলৈ চালে। গভীৰ ভাবে চিন্তা কৰি গালখন মোহাৰি থাকি তেওঁ কৈ গ'ল "সম্ভৱ এই ভ্ৰমণটো প্ৰকৃততে হয়তো কামত লাগিবও পাৰে। মই ৰয়েল প্ৰুচিয়ান ট্ৰেজেৰিৰ পৰা এটা ধাৰ লবলৈ আলোচনা কৰি আছোঁ। আৰু ৰথ চাইল্ড বেঙ্কৰ বিভিন্ন শাখা সমূহত এই বাবে মই সম্পৰ্ক ৰাখিবলৈ যত্ন কৰিছোঁ। লণ্ডন শাখাৰ মুখ্যালোক নাথান ৰথচাইল্ডৰ লগত মোৰ ইতিমধ্যে সম্পূৰ্ণ মীমাংসা হৈ গৈছে। কিন্তু পেৰিচ শাখাৰ জেম্‌চ ৰথচাইল্ডে কিছু ইতস্ততঃ কৰিছে। এতিয়া তেওঁৰ ঘৈণায়েক গৰাকী যি ঘটনাক্ৰমে তেওঁৰ ভাগিনী ছোৱালীও এগৰাকী বৰ সুন্দৰ মহিলা আৰু কলা বিষয়ত বিশেষকৈ গানত তেওঁৰ বেচ ৰাপ আছে। এই বেটী ৰথ-চাইল্ডৰ স্বামীৰ ওপৰত প্ৰভাৱ বাৰুকৈয়ে আছে। এইটো মোৰ মনত খেলাইছে যে তই লণ্ডনৰ পৰা উভতি আহোঁতে বাটত কেইদিন-মানৰ কাৰণে পেৰিচত ৰৈ তেওঁৰ লগত এটা বন্ধুত্ব গঢ়ি তুলিব লাগে। যেহেতু মই কৈছেৱেই যে সঙ্গীতত তেওঁৰ অধিক ৰাপ আছে···"

"দেউতা, আপোনাৰ মনোভাব যেন মই বুজিব পাৰিছোঁ। মই যথাসাধ্য চেষ্টা কৰিম।"

যেতিয়া এসপ্তাহ পাছত হামবুৰ্গ বন্দৰৰ পৰা পাতিহাঁহ যেন জাহাজখনে সমুদ্ৰ মন্থন কৰি আগ বাঢ়িছিল তেতিয়া ফেলিস্কে জাহাজৰ পাতপৰা মুকলি ঠাইডোখৰৰ পৰা থিয় হৈ চাইছিল দূৰণিত ক্ৰমে বিলীন হৈ যোৱা জাহাজ ঘাটটো—তাৰ পাছত আকাশলৈ ঘুৰি উশাহ ললে লুনীয়া বতাহৰ। তেওঁৰ ভাল লাগিছিল ডেকা হ'বলৈ, ধনী হ'বলৈ, বিখ্যাত হ'বলৈ আৰু ইংলণ্ডলৈ যাবলৈ। লাহেকৈ তেওঁ চাৰ্‌ জৰ্জ্জৰ চিঠিখনৰ বাক্য এটা তেওঁ পুনৰ আওৰালে।" গোটেই লণ্ডনে তোমাৰ বাবে অপেক্ষা কৰিছে তেওঁ মিছিকিয়াই হাঁহিলে।"

ভেৰীৰ উচ্চধ্বনি, চাবুকৰ তীক্ষ্ণশব্দ আৰু ক্ৰমে জপিয়াই অহা ‘ঘোড়াৰ খুৰাৰ শব্দৰ মাজেৰে চেৰিং ক্ৰছৰ ‘আশ্ৰয়স্থলৰ শিলেৰে বন্ধোৱা চোতাললৈ ডোভাৰ বাগীখন অকস্মাতে সোমায় আহিল। আহি পোৱাৰ আনন্দ মুখৰ কোলাহলৰ মাজত মালপত্ৰবোৰ খোলা হল’, কুলি বিলাকে ট্ৰাঙ্ক আৰু টকা পয়চাৰ বাকচপত্ৰবোৰ ঠেলা গাড়ীত দ’ম কৰিলে। ভাজ কৰিব পৰা খটখটিবোৰেদি বিচিত্ৰ সাজপাৰ পৰিহিতা মহিলা সকলে তেওঁবিলাকৰ বাবে অপেক্ষা কৰি থকা আত্মীয়-স্বজনৰ বন্ধু-বান্ধবৰ লগত আলিঙ্গনত আবদ্ধ হ’ল।

লাইলাক্ বৰণীয়া ফ্ৰককোট পিন্ধা আৰু ফুলাম গলবন্ধ মৰা কলা-ক্লিঙ্গমেনলৈ গোপনে ফেলিস্কে চালে। আশ্চৰ্য্যজনক দক্ষতাৰে সৈতে কুটনৈতিক জনে বন্ধুৰ মাল-পত্ৰ পাৰ কৰাত লাগি আছিল।

সোনকালেই তেওঁবিলাক ছাঁ পৰি থকা চেণ্ট জেমছ পাৰ্কৰ বাটেদি আগবাঢ়ি গৈ থাকোঁতে কালে ক’লে “তুমি মোৰ লগতেই যাব লাগিব। মই তুমি হোটেললৈ যোৱাৰ কথা নুশুনো। এইচহৰ খনে তোমাৰ অপেক্ষা কৰিছে। তোমাৰ অনুৰাগী মহিলা সকলে তোমাক জীয়াই জীয়াই খাব, আৰু মোৰ মতে এই মৃত্যু আনন্দজনক হ’ব।”

পলকতে তেওঁৰ সু-গোল মুখমণ্ডলত বিষাদ আৰু সহানুভূতি দেখা গ’ল—“তোমাক ক’বলৈ মোৰ দুঃখ লাগিছে—তোমাৰ মাৰ্গাৰেট সম্প্ৰতি কঠোৰ আৰু থঁৰা পাইজামা পিন্ধা স্কট আলিৰ পত্নী। স্বয়ং ভগবানেই যেন পাহৰি গৈছে এনেকুৱা অনন্ত কুৱলীৰে পোত খায় থকা কোনো এখন বিশাল পতিত মাটিতে থকা এটা থাঁজ কটা প্ৰসাদত তাই বাস কৰে।”

হতাশত ফেলিস্কে ঢোক এটা গিলি ক’লে “তাই মোৰ বাবে অপেক্ষা কৰিব বুলি মোক কথা দিছিল। তুমি তিৰোতাৰ ওপৰত ঠিক কেতিয়াও নিৰ্ভৰ কৰিব নোৱাৰা।” কথাৰ সুৰত আছিল বিষাদ।

কালে’ জোৰ দি ক’লে “আনকি ইংৰাজ তিৰো তাকো নোৱাৰি। এই

মোৰ চুজেকেই ধৰা মই তাইক যেনেকৈ ভয়ঙ্কৰ ভাবে বেয়া পাইছিলো সেই দৰে ভয়ঙ্কৰ ভাবে মই তাইক ভালো পাইছিলো। তাই মোৰ যে হিয়া ভাঙিব মই বুজিছিলো। পুৰুষৰ হিয়া ভাঙি আনন্দ উপভোগ কৰিবলৈকে তিৰোতাক সৃষ্টি কৰিছে। আমাৰ সৌভাগ্য যে অসংখ্যবাৰ হিয়া ভগাৰ পাছতো আমি জীয়াই আছোঁ।" এইবোৰ কৈ দিয়াৰ পাছত তেওঁৰ বুকুখন যেন এটা বোজাৰ পৰা মুক্ত হ'ল এনেধৰণে বুকুখনবহল কৰি দি আনন্দৰে ললে এটা দীঘল উশাহ। কুঁহি পাতৰে সৈতে গছ-বন আৰু সোণবৰণীয়া পথাৰখনলৈ হাত খন জোকাৰি ক'লে "এই খন বাৰু মনোৰম উদ্যান নহয়নে? এসময়ত এইখন কদাকাৰ বিল আছিল বুলি তুমি বিশ্বাস কৰিবা জানো? আৰু বৃদ্ধ অষ্টম হেনৰিয়েই এইখন শুকুৱাইছিল, অপ্ৰিয় অষ্টম হেনৰী অবিহনে—"

বৰ্ণনাটো মাজতে বৈ গ'ল—যেতিয়া তেওঁ ফেলিস্কে সেউজীয়া বৰণৰ আটিল পৰিচ্ছদৰ সৈতে ঘোৰাত উঠি অহা এগৰাকী মহিলা আৰু তাইক অনুসৰণ কৰি অহা প্ৰতীক থকা সহিসটোলৈ চোৱা দেখিলে। তাই দুয়োখন ভৰি একেফালে ওলোমাই জীনত বহিছিল, চক্‌চকীয়া বাদাম বৰণীয়া ঘোৰাজনীৰ ধীৰ পদক্ষেপত মানুহজনীৰ লাহি নিতম্ব ছন্দে ছন্দে দুলিছিল। নিলগে থকাৰ গৰ্ব্বৰে তাই মূৰটো ওপৰলৈ তুলি আছিল। আনকি দূৰৈৰ পৰাই ফেলিস্কে দেখিলে তাই ৰূপহী আৰু সিহঁতৰ মাজত দূৰত্বৰ ব্যৱধান কমি অহাৰ লগে লগে তাইৰ সৌন্দৰ্য্যও বাঢ়ি যোৱা যেন লাগিল। তেওঁবিলাকৰ চকুৰ মিল হৈছিল। দীঘল নোম থকা চকুৰ পতাৰে তাই তেওঁক ইয়াৰ মূলৎ দিয়াৰ সময়তেই কাৰ্লে তেওঁৰ নোমৰ টুপিটো ভাঙি ক্ষীপ্ৰতাৰে ঘূৰি দিছিল এটা দীঘল চেলাম।

"তাই নো কোন?" ঘোৰাত উঠা—মানুহজনী দৃষ্টিৰ পৰা আঁতৰ হৈ যাওঁতে ফেলিস্কে সুধিলে।

"ডৰচাইঅৰ জমিদাৰণী, ইংলণ্ডৰ সকলোতকৈ ৰূপহী বিধবা আৰু এসময়ত ৰাণীৰ প্ৰধান সহচৰী আছিল।"

"এনেকুৱা ৰূপহী তিৰোতা ইমান গৰ্ব্বিতা আৰু প্ৰাণহীন হোৱাটো লাজৰ কথা।"

নেমু ৰঙণীয়া ওৱেষ্ট কোটটোৰ পৰা নস্যৰ টেমাটো উলিয়াই আনোতে অৰ্থপূৰ্ণ ইঙ্গিতেৰে ক'লে "চেহেৰাটোৰ পৰা সতৰ্ক হ'বা। অৱশ্যে এই প্ৰাণহীন আৰু গৰ্ব্বিতা। তাইৰ পৰা এইটো আশা কৰিব পাৰি। কিন্তু তাই মানুহ হয়নে নহয় মই সন্দেহ কৰোঁ। তাই ইউৰূপৰ দেশবোৰ—বিশেষকৈ ইটালীলৈ তাই প্ৰায়েই যায়। আৰু মই মন কৰিছোঁ একেসময়তে লণ্ডনৰ পৰা অন্তৰ্ধ্যান হৈ যায় এজন দেখনিয়াৰ লৰ্ড নাইৰ। চন্তৰীবোৰৰ এজন অতিশয় ধুনপ্ৰিয় বিষয়া নিয়মিত ভাবেই —তাইক পুনৰ ইয়াত দেখা পোৱাৰ দুদিন কি তিনিদিন পূৰ্ব্বে তেওঁ ইয়ালৈ উভতি আহে।" মুগাবৰণীয়া শুৰিখিনি নিজৰ নাকৰ বিস্ফাত তৰায় ভয়ঙ্কৰভাবে উশাহটো লৈ ক'লে "সন্দেহ নাই যে মাত্ৰ ঘটনাৰ ইসমন্বয়।" তেওঁ খিক্ খিক্কৈ হাঁহি ধুৰিলে। গ্ৰীণ পাৰ্কত বাগীখন ঘূৰোঁতে ফেলিস্কে ক'লে দেউতাকৰ বেঙ্কৰ জমা টকাৰ চিঠিখন তেওঁ দি যাব খোজে। কাৰ্লে কাচোৱানটোক ৰথচাইল্ড বেঙ্কলৈ নিবলৈ ক'লে। গাড়ীখন গৈ ৰওঁতে ফেলিস্কে ক'লে "মোৰ ঠিক মাত্ৰ এক-মিনিট হ'ব।"

কোষাধ্যক্ষজনে চছ্মাৰে চিঠিখন পৰীক্ষা কৰি আতৰি গৈ পুনৰ আহি ফেলিস্কক জনালেহি যে ৰথচাইল্ড তেওঁৰ লগত পৰিচয় হ'বলৈ ব্যগ্ৰ হৈছে। বেঙ্কৰ মালিক জনৰ ওচৰলৈ ফেলিস্কক আনিলে। ইতিমধ্যে কাহিনী হৈ পৰা ভেকুলী চকুৰা, টেকেলী পেটৰ পাতালৰ ধণ ঐশ্বৰ্য্য ৰক্ষাকাৰী বামন ভূত যেন ৰথচাইল্ডে ফেলিস্কক অভ্যৰ্থনা জনালে।

ডেস্ক এখনৰ পাছফালে তেওঁ বহিল আৰু ফেলিস্কক বহিবলৈ কৈ মালিকজনে ক'বলৈ ধৰিলে "আমাৰ দেউতাইঁতৰ মাজত বন্ধুত্ব আছিল। চিঠিপত্ৰ আদান প্ৰদানৰ মাজেদি মই নিজে তেওঁৰ লগত অতি আন্তৰিকতাৰে ব্যৱসায়িক সম্বন্ধ ৰাখিছোঁ। তুমি দেউতাৰৰ লগত লণ্ডনলৈ আহোঁতে তেতিয়া মই সদায় ইয়াত থকা নাছিলো কাৰণে মই এতিয়া দুঃখ কৰোঁ। আৰু এতিয়া তোমাক লগ পোৱাৰ সুযোগ পাই আনন্দিত হৈছো, বিশেষকৈ তুমি লণ্ডনত প্ৰথম কনচাৰ্ট দিবলৈ অহাৰ

বাবে।" খন্তেকপৰ তেওঁ ফেলিস্কৰ ওপৰত চকু হালি থলে আৰু এটা কৌতুহলপূর্ণ আকর্ষণীয় হাঁহিয়ে তেওঁৰ কঠিন আৰু কদাকাৰ মুখখন কোমল কৰি তুলিলে। "তোমাৰ বাবে তোমাৰ দেউতাৰা নিশ্চয় গৌৰৱান্বিত।" ফেলিস্কে প্রতিবাদৰ ভঙ্গী কৰিলে আৰু বেঙ্কাৰজনে কৈ গ'ল "তুমি কনচার্টৰ পাছতেই তেওঁ মনসলনি কৰিব।" ধীৰে সুস্থিৰে তেওঁ ফেলিস্কক পৰিয়ালৰ খা-খবৰ, তেওঁৰ অভিৰুচিৰ বিষয়ে সুধিলে—শেহত তেওঁৰ যেন চিঠিখনৰ কথা মনত পৰিল—'বেচ এটা শকত অঙ্ক। তোমাৰ দেউতাৰ এজন অতি উদাৰ লোক—" চকীখনৰ পৰা উঠি ফেলিস্কক দুৱাৰ মুখলৈকে আগবঢ়ায় দি ক'লে "তোমাৰ দৰে এজন তৰুণে কেতিয়াবা ফিলহাৰমনিক অর্কেষ্ট্রা পৰিচালনা কৰিছিল বুলি মই ভাবিব পৰা নাই। আমি সকলোৱেই শুনি আহিছো মোজেছ মেণ্ডেলচনৰ নাম—কিন্তু এতিয়া মই ভাবিছোঁ তেওঁৰ নাতিনিয়েকৰ বিষয়ে বহুত কিবা শুনিবলৈ পাম।" অৱশেহত ফেলিস্ক আহি বাগীখনৰ ওচৰ পাওঁতে বাগীখনত বহি কার্লে টোপনীয়াই আছিল।

"মোক ক্ষমা কৰা ভাই, মোক দেখা কৰিবলৈ বিচাৰিলে ৰথচাইল্ডে। দেখা যায় এই পৃথিবীত এনেকুৱা বেঙ্কৰোৰ মালিকৰ অনেক সময় আছে।"

টোপনিৰ পৰা উঠি কার্লে কাচোৱানটোক নিজৰ বাসস্থানৰ ঠিকনাটো দি ক'লে "যি কোনো ক্ষেত্রতে এইটো সচাঁ। তুমি যিমানে ডাঙৰ হৈ যাবা, সিমানে তোমাৰ কাৰণে কাম কৰিবলৈ বেচিমানুহ পাবা। তেতিয়া আৰু তোমাৰ কৰিব লগা প্রকৃততে একো নেথাকেগৈ। দূতাবাসত আমাৰ মন্ত্রী ডাঙৰীয়াই তেওঁৰ মৃত ৰক্ষিতা গৰাকীৰ বাবে গীতি-কবিতা লেখি সৰহ সময় পাত্র কৰে। জীয়াই থকা অৱস্থাত তাইক তেওঁ সহ্যও কৰিব পৰা নাছিল, আৰু এতিয়া যেতিয়াই তাইৰ কথা কয়-তেওঁ কান্দে। ব্যক্তিতকৈ স্মৃতিক ভালপোৱাটো অধিক সহজ।"

খিক্ খিক্কৈ হাঁহি ফেলিস্কে ক'লে "অতীজৰ ৰক্ষিতাৰ বিষয়ে তুমি যদি গীতি-কবিতা লেখিবলৈ আৰম্ভ কৰা তেন্তে তুমি দিনে নিশাই লেখিয়েই থাকিবা। কোৱাচোন বাৰু তোমাৰ কূটনীতিক হ'বলৈ কেনে লাগিছে?"

"এইটো মোৰ ভাল লাগিছে। ইয়াৰ বাবেই মই জন্ম হৈছিলো যে।" বাগীথন বাৰি-ষ্ট্ৰীতৰ ফালে আগবাঢ়ি গৈ থাকোঁতে এই স্বাস্থ্যবান ডেকাজনে এজন কূট-নীতিজ্ঞৰ কৰ্ম্মক্ষেত্ৰত থকা আকৰ্ষণৰ আৰু অধি-কাৰৰ বিষয়ে উচ্চ প্ৰশংসা কৰি ক'লে "কামটো আকৰ্ষণীয় আৰু পাতল। ইমান পাতল যে বিশেষকৈ দূতাবাসৰ প্ৰত্যেকেই ধীৰে সুস্থিৰে আহাৰ খাবলৈ সময় পায় আৰু দুপুৰীয়া প্ৰত্যেকেই শুবলৈ সময় পায়। গৃহিণী সকলেও ভাল পায় কূটনীতিজ্ঞক—যি কোনো ৰাজনীতিজ্ঞ লোক আনকি হেনোভাৰ দূতাবাসৰ তৃতীয় চেক্ৰেটৰী জনকো। কাৰ্লে কলে "কিন্তু ইয়াত থকা ৰাজনৈতিক পদমৰ্য্যাদাৰ যি ক্ষমতা সেইটোহে সকলোতকৈ আনন্দ-জনক বিষয়।"

"ভাবা মই যেনিবা মোৰ ঘৰৰ মালিকজনক ফাটেকলৈ পঠিয়াব খোজোঁ, সেই কাম মই পাঁচ মিনিটতে কৰিব পাৰোঁ।" আনন্দৰে উপচি পৰা ঘুৰণীয়া মুখ খনৰে ক'লে।

"কি ভিত্তিত ?"

"যি কোনো ভিত্তিৰ ওপৰত।" তেওঁ কোৱাৰ ধৰণটোৰ পৰা বুজা গ'ল ভিন ভিন অভিযোগ বোৰৰ পৰা যি কোনো এটা ফেলিস্কে মাত্ৰ বাচি লব লাগিব। "ধৰা মই কব পাৰিম তেওঁ এজন গুপ্তচৰ বুলি মই খবৰ পাইছোঁ—নাইবা এজন তেওঁ বিপদজ্জনক বিপ্লৱী। অনুসন্ধানে এটা ভয়ঙ্কৰ ভুল হৈ যোৱাবুলি যেতিয়ালৈকে প্ৰকাশ নকৰিব তেতিয়ালৈকে তেওঁ তিনি বা চাৰিসপ্তাহ কাল কাৰাবাসত থকাটো ভাল হ'ব। মোৰ ঘৰৰ মালিকজন তেতিয়া অন্যায়ভাবে ভাড়ালৈ উৎকণ্ঠিত হৈ পৰিছিল— মই এই বিষয়ে ব্যাখ্যা কৰি কওঁতে তেওঁ জ্ঞান পাইছিল আৰু চিন্কৰ দৰে কোমলহৈ পৰিছিল।"

বাগাখন আহি ৩৯, বাৰি ষ্ট্ৰীতৰ সৰু কিন্তু সু-সজ্জিত ঘৰৰ সন্মুখত ৰওতেও তেওঁ খিক্‌খিক্ কৈ হাঁহি আছিল। এই ঘৰটোতে তেওঁ বাস কৰিছিল।

পিছৰ দুসপ্তাহ কনচাৰ্টৰ প্ৰস্তুতিৰ কাৰণে অতিশয় ব্যস্ত হৈ থকাত ফেলিস্কলৈ অহা কোনো নিমন্ত্ৰণ গ্ৰহণ কৰিব পৰা নাছিল। অনুমান হ'ল

এই লাখপতি ধনী বচক জনক সকলোৱেই যেন লগপাবলৈ বিচাৰে ? পৰিপূৰ্ণ ভাবে এই সময়চোৱা জাতিষ্কাৰহে পৰিছিল আৰু লণ্ডন জিলিকি উঠিছিল। চহৰখনৰ প্ৰতিটো বিষয়েই তেওঁক আনন্দ দিলে। মানুহ-বোৰৰ মাৰ্জ্জিত ভদ্ৰতাজ্ঞান প্ৰবলভাবে আবেগ প্ৰকাশ কৰা যন্ত্ৰণাদায়ক লেটিন লোকতকৈ ইমান বেলেগ আছিল। তেওঁৰ ভাল লাগিছিল ছাঁয়াবৃত্ত ফুলবাগিছা, ঘৰ-দুৱাৰ, দোকান পোহাৰ আৰু অলিবাটবোৰ। তেওঁৰ ধাৰণা হ'ল বৰষুণতো লণ্ডনত আকৰ্ষণ থাকিব পাৰে। এই মুহূৰ্ত্তত লণ্ডনত আছে বিশ্বৰ শ্ৰেষ্ঠ গায়ক—চনটেগ., পিছাৰোণি, দনঝেলি আৰু মাত্ৰ অলপতে জনসাধাৰণৰ সম্মুখত প্ৰথম বাৰৰ বাবে আত্ম প্ৰকাশ কৰি সাফল্য লাভ কৰা সোণালী কণ্ঠৰ অসাধৰণ গায়িকা মেৰিয়া শ্বেলা। তথাপিও তেওঁ বাহিৰলৈ গৈ তেওঁবিলাকৰ গান শুশুনাৰ কাৰণে বন্ধুৰ ক্ৰমে ক্ষোভ হৈছে। কালে' মিনতি কৰি কৈছিল "অন্ততঃ তুমি মেৰিয়া-শ্বেলাৰ গানকে শুনাগৈ ব'লা "ভবিষ্যদ্বক্তাৰ দৰে তেওঁ এটা আঙুলি ফেলিস্ক নাকৰ তলত লৰাই ক'লে "তোমাৰ নাতি-পুতিহঁতে এদিন যেতিয়া শুনিব যে তুমি মেৰিয়াশ্বেলাৰ গীত সুযোগ পোৱা স্বত্বেও সুশুনি ঘৰতে স্বৰগ্ৰামত নাকঁটো গুজি থাকিলা তেতিয়া সিহঁতে ক'ব" আমাৰ ককা দেউতা অজ্ঞগৌ আছিল।" কৌতুক ৰস বোধেৰে ধৈৰ্য্যৰে ফেলিস্কে এই ভৎ'সনা সহি যায় আৰু নিজৰ কামলৈ উভতি যায়গৈ।

নষ্ট কৰিবলৈ সময় নাছিল। পাঁচিশ মে'ত কন্‌চাৰ্ট বজোৱাৰ দিন ধাৰ্য্য কৰা হ'ল। প্ৰগ্ৰেম কৰা হৈ গ'ল অপৰিহাৰ্য্যমিডচামাৰৰ ঐক্যতানৰ প্ৰস্তাবনা সঙ্গীতৰ উপৰিও 'গ'ত তেওঁৰ ঐক্যতান আৰু এই উপলক্ষে বিশেষ ভাবে ৰচাঁ তেওঁৰ অষ্টপদী গীতৰ এটা যন্ত্ৰ-সঙ্গীতৰ অৰ্কেষ্ট্ৰা পৰিচালনা কৰিব লগা হৈছিল। তেওঁ প্ৰত্যেক ঠাইতে লাভ কৰিছে বন্ধুত্ব আৰু সহযোগীতা। 'ফিলহাৰমনিক' চোছাইটিৰ ধন-ভড়ালী থমাছ এটুউদ স্বয়ং মৰমীয়াল আছিল। ফিলহাৰমানিক অৰ্কেষ্ট্ৰাৰ পৰিচালক চাৰ জৰ্জ্জ স্মাৰ্টে হিয়া উবুৰিয়াই সমৰ্থন জনাইছিল তেওঁৰ ডেকা প্ৰতিদ্বন্দী জনক। ভাল কৰিবলৈ তেওঁ যথেষ্ট উদ্বিগ্ন

হ'ল। বাৰ্লিনত তেওঁৰ পৰিয়ালে অপেক্ষা কৰিলে অধীৰ ভাবে—দেউতাকে ক'বৰ দৰে 'এই বৃটিচ অভিযানটো' হৈ যাবলৈ।

কিন্তু যিটো ভয়ঙ্কৰ বিচক্ষণ সঙ্গীতজ্ঞৰ দলে এই ফিলহাৰমানিক অৰ্কেষ্ট্ৰাৰ স্বৰলিপি লিখে সেই সকলক এওঁ পৰাজিত কৰিবলৈ বিচাৰিলে। তেওঁবিলাকৰ লগত ধন ঐশ্বৰ্য্য জন্মগত মৰ্য্যদা, সামাজিক সৌষ্ঠৱ গণ্য কৰিব নোৱাৰি; মাত্ৰ যোগ্যতা আৰু বিশুদ্ধ দক্ষতাই বিস্ময় জনক ভাবে কৌশল পূৰ্ণ কাম কৰিব।

প্ৰথমবাৰৰ বাবে যেতিয়া তেওঁ হাতত সৰু লাঠি ডাললৈ মঞ্চৰ ওপৰত থিয় হৈছিলহি তেওঁবিলাকৰ সন্দেহী চাৱনি অনুভব কৰি তেওঁৰ অন্তৰ কঁপি উঠিছিল। আনকি প্ৰথম আখৰা হৈ যোৱাৰ পাছতো সেই সুদক্ষ বৃত্তিধাৰী সকলে পৰাজয় মনা নাছিল। এইটো আছিল এটা দীঘলীয়া কষ্ট সাধ্য পথ। তথাপিও ফেলিস্কে উপলব্ধি কৰিছিল দিনে দিনে তেওঁবিলাকৰ বাঢ়ি অহা শ্ৰদ্ধা, তেওঁবিলাকৰ নেতৃত্ব কৰিবলৈ তেওঁৰ থকা স্বত্বৰ কথা ধীৰ ভাবে তেওঁবিলাকে লোৱা বুলি। তেওঁবিলাকে কৰা ভুলটো ধৰা নপৰাকৈ পাৰ হ'ব বুলি ভাবোঁতে ফেলিস্কে ভদ্ৰভাৱে কিন্তু দৃঢ় উক্তিৰে সেই ভুলটো শুধৰাই দিওঁতে তেওঁবিলাকৰ ভাঢ়ি থকা সোতোঁৰা মুখবোৰত হাঁহি বিৰিঙি পৰিছিল। চূড়ান্ত ভাবে আখৰা হৈ যোৱাৰ পাছত তেওঁবিলাকে শ্ৰদ্ধাভৰে স্বাভাৱিক ভঙ্গীৰে থিয় হওঁতে তেওঁ এই অপ্ৰত্যাশিত শ্ৰদ্ধা প্ৰদৰ্শণত এনেদৰে উচাপ খাইছিল যে তেওঁৰ এই অ-বৃটিশ উদ্বেগ প্ৰকাশৰ কাৰণে নিজৰ ওপৰতে ক্ষোভ হৈছিল আৰু তেতিয়াই তাতে চকুলো টুকিছিল। কিন্তু তেওঁ বিলাকে বুজিছিল আৰু এজন সুদক্ষ টুবা বাদকে ভুং ভুং শব্দ কৰি তেওঁবিলাকৰ নগৰীয়া ভাষাৰে নিজৰ অনুভৱ ব্যক্ত কৰিলে—"তুমি যিমান পাৰা কান্দা, তুমি এজন সুন্দৰ সুৰকাৰ আৰু তুমি দেখিবা আমি কালিলৈ এইয়া বজায় তেওঁবিলাকক বিভোৰ কৰি দিম।"

এই ভবিষ্যবাণী সচাঁ বুলি প্ৰমাণ হ'ল। কনচাৰ্টৰ অন্তত দৰ্শক-মণ্ডলীয়ে হাতচাপৰি বজায় জয়ধ্বনি কৰিলে। এইবাৰ ফেলিস্কে নেকান্দিলে। অবিচলিত লৌকিকভাৱে তেওঁ শিৰ অৱনত কৰিলে আৰু

এতিয়া বন্ধু সুৰকাৰ সকলৰ ফালে ঘুৰি এই মুহূৰ্ত্তৰ বিজয়ৰ অংশ তেওঁ-বিলাককো থিয় হৈ লব'লৈ ক'লে।

পাছত ছোঁ ঘৰলৈ আহি তেওঁ গম পাইছিল উৎসাহিত দৰ্শকৰ ভিৰ আৰু উচ্চ ৰৱে কৰা প্ৰশংসাৰ কথা। মহিলা সকলৰ কম্পিত চাৱনিত তেওঁ দেখিছিল বিস্ময় আৰু প্ৰশংসা—যি নেকি আছিল চেনেহৰ উপহাৰ। ৰীতি অনুসৰি তেওঁ যেতিয়া তেওঁবিলাকৰ হাতবোৰত চুমা খাইছিল তেওঁ অনুভব কৰিছিল হাতবোৰ যেন জঠৰ হৈ গৈছিল। অৱস্থাপন্ন মহিলা সকলে তেওঁক মিনতিৰে নিমন্ত্ৰণ কৰিলে নিশাৰ ভোজলৈ। আন এটা কনচাৰ্ট দিবৰ কাৰণে অনুৰোধ কৰিলে চাৰ জৰ্জ্জ স্মাৰ্টে। ডাঙৰীয়া ৰথচাইল্ডে তেওঁৰ হাতখনকে খামুচি ধৰি কলে "সুন্দৰ হৈছে ফেলিস্ক। মই এজন বিশেষ বাৰ্ত্তাবহ দূত দেউতাৰৰ ওচৰলৈ পঠাইছোঁ।" তেওঁ অসাৰ প্ৰশংসা বাদ দিবলৈ চেষ্টা কৰিলে; সৰ্ব্বোচ আৰু অদ্ভুত তোষামোদ বৰ্জ্জন কৰিলে। তেওঁ অমায়িক ভাবে কৃতজ্ঞতা জনালে শিৰ দোৱাঁই আৰু তেওঁক এনেদৰে প্ৰশংসা কৰাত দুখেৰে আপত্তি কৰি গুন্‌গুণালে।

কিন্তু একে সময়তে মোজাৰ্টৰ ছাত্ৰ থমাছ এটউদে তেওঁক প্ৰতিভাশালী বুলি কোৱা কথাটো আৰু বিশিষ্ট সমালোচক সকলে অবনত হৈ জনোৱা অভিবাদন আৰু বিখ্যাত শিল্পী সকলৰ অভিনন্দন লাভ কৰাটো আশ্চৰ্য্যজনক আছিল। এই হীন তোষামোদ, প্ৰলোভনৰ এই ফেন অগ্ৰাহ্য কৰা টান আছিল। এতিয়া যেতিয়া নিষ্ঠুৰা আৰু গৰ্ব্বিতা হৈ নথকা ডৰচাইথৰ জমিদাৰনীয়ে তেওঁক পাছদিনা চাহলৈ বুলি নিমন্ত্ৰণ কৰি কাণত ফুচফুচালে তেতিয়া তেওঁ ফুচফুচায় কলে "বাৰু।"

গধুলি বাৰিষ্টীটলৈ উভতি আহোঁতে কাৰ্লে সুধিলে "হেৰা লণ্ডনখন তোমাৰ ভৰিৰ তলত পাই তোমাৰ কেনে লাগিছেহে?"

"অদ্ভুত আশ্চৰ্য্য লাগিছে, কিন্তু মই যদি এই চহৰ খনত এমাহো থাকোঁ তেন্তে মই হৈ পৰিম অসাৰ, ফোঁপজহী জঘন্য গাধা।"

"এতিয়া তুমি মেৰিয়াৰ শ্বেলাৰ গান শুনিবলৈ যাবা নহয়? তাই

কালিলৈ বাৰবিয়েৰিত গানগাব আৰু মই তোমাক কৈছোঁ তাই এক বিস্ময়।"

"মই ভাবিছিলো তুমি গান ভাল নোপোৱা বুলিহে।"

"মই ভাল নেপাওঁ। তাইক চাবলৈকে মই যাওঁ। উস্ তাইৰ চকু জুৰি, সেই ওঁঠ জুৰি! সেই ছোৱালীজনীৰ বাবে আনকি মোৰ চুজেকো ত্যাগ কৰিব পাৰোঁ। এইটো অৱশ্যে কেৰাহীৰ পৰা গৈ জুইত পৰাৰ দৰে হ'ব—কাৰণ যি মই তাইৰ বিষয়ে শুনিছোঁ।"

আহিব খোজা হামিটো হাতেৰে ঢাকি ধৰি ফেলিস্কে ক'লে "তুমি কোৱা সকলো তাই হ'ব পাৰে। তথাপি মই নেযাওঁ। মই ভাগৰিছোঁ। মই আৰু বেচি গান গাবলৈ নিবিচাৰোঁ। আৰু এটা কনচাৰ্ট দিবলৈ মোক চাৰ জৰ্জ্জে কোৱাত তেখেতকো মই এই দৰেই কলো।" তেওঁ শোৱাপাটীৰ কাপোৰৰ জাপটো ভাগ কৰিবলৈ মাজলৈ সোমায় গৈ ক'লে "লণ্ডন মনোৰম ঠাই, ইয়াৰ অধিবাসীবোৰ আশ্চৰ্য্যভৰা, মেৰিয়া শ্বেলা বিস্ময়জনক, আৰু মই তাইক ভাল পাইছোঁ, মই তোমাৰ ঘৰটো ভাল পাইছোঁ আৰু মই তোমাকো ভাল পাইছোঁ। মই প্ৰত্যেককে ভাল পাইছোঁ। কিন্তু মই ক্লান্ত হৈছোঁ। আৰু মই বিচাৰিছো ঘৰলৈ উভতি যাবলৈ। এই সপ্তাহটোৰ শেহত মই থাকিম ওভতা বাটত।"

পাছদিনা আবেলি পৰত ফেলিস্ক বাৰ্কলে স্কোৱেৰত থকা ডৰচাইথৰ সু-বৃহৎ প্ৰাসাদটোলৈ আহিল। লোহাৰ ঘেৰৰ পৰিষ্কাৰ আৰু চাৰিকোণীয়া ঘাহনি ডৰাৰ মাজত আছিল ৰাজপ্ৰতিনিধিৰ সুন্দৰ প্ৰাসাদটো। প্ৰতীক লগোৱা সাজপিন্ধা এটা ভৃত্যই আহি বাগীৰ দুৱাৰখন খুলি দিলে। আন এটাই নিলেহি তেওঁৰ টুপী, কেইপ আৰু হাতমোজা জোৰ। আৰু এতিয়াও আন এটা ভৃত্যই আহি তেওঁক মাৰ্ব্বল পাথৰৰ কৰিডোৰটোৰেদি আগ বঢ়াই আনিলে আহল বহল ড্ৰইং ৰুমটোলৈ। ইয়াত আছিল মধ্যযুগৰ সাজ পাৰ, আৰু ভেলভেটৰ টুপী আৰু পাখীলগোৱা টুপীৰে সৈতে পৰিয়ালৰ দাম্ভিক মহিলাৰ চিত্ৰ আৰু ভয়ঙ্কৰ ভাবে যুদ্ধৰ সাজ বৰ্ম্মচোলা, চিল্কৰ আটিল ৰাজপোছাক

আৰু সোণালী আৰু ৰক্তিম বৰণীয়া সাজপিন্ধা লৰ্ড সকলৰ চিত্ৰ। তেওঁ উপলব্ধি কৰিলে এই জমিদাৰণী গৰাকীৰ উপকৰাকৈ আছে ভৃত্য আৰু পূৰ্ব্ব-পুৰুষ।

কিয় জানো তেওঁ তাত এটা সৰু আভিজাত্যৰ দল লগ পাবলৈ আশা কৰিছিল—আৰু তেওঁ আচৰিত হল হয় তাত কাকো নেদেখি; কিন্তু অসন্তুষ্ট নহ'ল।

তাই ছাই ৰঙা সাজজোৰ পিন্ধি খচমচ শব্দ কৰি ধীৰ গতিৰে খোটালীটোলৈ সোমায় আহি তেওঁৰ চিন্তাৰ প্ৰত্যুত্তৰ হিচাবে যেন মানুহজনীয়ে ক'লে "মই আন কাকো নিমন্ত্ৰণ কৰা নাই, কাৰণ মই আপোনাৰ লগত কথা হ'বলৈ এটি সুযোগ বিচাৰিছিলো।"

তেতিয়া কোনো গৰ্ব্ব তাইৰ নাছিল। যদি তাইৰ কোনো আচৰণে প্ৰবঞ্চনা কৰিছিলো সেইয়া আছিল একৰকম বিবুদ্ধি কৰা অমনোযোগীতা। বিমূঢ় হৈ হাতৰ মুঠিত ৰুমালখন সোঁতমোচ কৰিলৈ তেওঁৰ কাষত বহি তেওঁলৈ চাই কৈ গ'ল তাই। বগা হাতমোজা পিন্ধা এটা শকত ভৃত্যাই আনি মেজত থলেহি ৰূপৰ কাঁহী এখন আৰু অসহনীয় গাম্ভীৰ্য্যতাৰে মানুহটো আতৰি গল। জমিদাৰণী গৰাকীয়ে চাহ ঢালি থাকোঁতে হঠাতে ফেলিস্কে দেৱালত থকা পৰিয়ালৰ চিত্ৰবোৰৰ বিষয়ে ভদ্ৰতাৰে শলাগোঁতে তাই বৈ সেইবোৰলৈ বিৰক্ত আৰু গৌৰৱৰ চাৱনিৰে চাই ক'লে "কিছুমান মোৰ ভূতপূৰ্ব্ব স্বামীৰ পূৰ্ব্ব-পুৰুষ আৰু কিছুমান মোৰ। বিজয়ী উইলিয়মৰ সময়ত আমাৰ দুয়োটা পৰিয়াল ইংলণ্ডলৈ আহিছিল।" তাই দুয়োখন ঘৰৰ ক্লান্তিকৰ ইতিহাসত জপিয়াই পৰা দেখি ফেলিস্কে মন কৰিলে তাইৰ কথাৰ সুৰত ফুটি উঠিছিল ধীৰে হোৱা পৰিয়ালৰ গৌৰৱ আৰু তিক্ততাৰ সংমিশ্ৰন। তেওঁৰ ফালে ঘূৰি চাই তাই ক'লে "এৰা, দীঘলীয়া আৰু উজ্বলবংশ পোৱাটো সুখৰ কথা। কিন্তু আপুনি যদি জানিলেহেতেন কিমান বিপদ ই সৃষ্টি কৰে, কিমান সতৰ্কতা ই আৰোপন কৰে।" অন্যমনস্কতাৰে তাই নিজৰ হাতখন ফেলিস্কৰ আঠুৰ ওপৰত থ'লে "বিশেষকৈ যেতিয়া এজন মোৰ দৰেই অকলশৰীয়া হয়।"

লণ্ডন চহৰত এনেকুৱা ৰূপহী জমিদাৰণী নিঃসঙ্গ হোৱাটো অবিশ্বাস্য যেন লাগে আৰু ফেলিস্কে কলেও এইদৰেই। সেই ৰূপহী-সম্ভ্ৰান্ত মানুহগৰাকীয়ে দৃঢ়ভাবে ক'লে তথাপিও এইটো সচাঁ। তাই বৰ নিঃসঙ্গ আছিল। এৰা, হয় সহচৰী হিচাবে নিঃসঙ্গ ভাবে ঘোৰাত উঠি ফুৰা তাইৰ কৰ্ত্তব্য আছিল। কেইটামান সামাজিক উৎসৱে তাইৰ জীৱন পৰিপূৰ্ণতা সদৃশ কৰি তুলিলেও অন্তৰৰ গভীৰতম তলিত তাই এতিয়াও অনুভব কৰিছিল নিঃসঙ্গতা। কিন্তু গধূলিবোৰ তাইৰ বাবে যন্ত্ৰণাদায়ক হৈছিল ; তাই সজাগ হৈছিল এক ব্যাকুলতাৰ বাবে—কিহৰ বাবে এই ব্যাকুলতা তাই বুজা নাছিল।

"এজন বন্ধুৰেই হয়তো মোৰ প্ৰয়োজন" তাই বেকা পাতৰদৰে লোম থকা চকুজুৰিৰে তেওঁলৈ চাই হুমুনিয়াহ পেলায় ক'লে "যি মুহূৰ্ত্ততে গোপনে পাৰ্কত তাই তেওঁক দেখিছিল সেই মুহূৰ্ত্ততে তাই বুজিছিল দুয়ো সুন্দৰ বন্ধু হ'ব পাৰিব বুলি। কনচাৰ্ট হৈ থকাৰ সময়ত তেওঁক দেখাৰ পাছত এই বিষয়ে তাই সুনিশ্চত হ'ল; আৰু সেই কাৰণেই তেওঁক তাই নিমন্ত্ৰণ কৰিছিল—তেওঁক ক'বলৈ যে কিমান সুন্দৰ বন্ধুত্ব দুয়োৰে মাজত হ'ব পাৰে!

তাইৰ আঙুলিবোৰে তেওঁৰ উৰুত দৃঢ়ভাবে খামুচি ধৰিলে—তাই কথা কৈ থাকোঁতে। হাত খনেৰে তাইৰ হাতখনৰ ওপৰত তেওঁ দিছিল এটি মৃদু চাপ। এই নিৰ্দ্দোষ ভঙ্গীয়ে তাইৰ সমগ্ৰ লাহি দেহ মঞ্জুৰীত তুলিলে এটা শিহৰণ। তাই তেওঁৰ আৰু কাষ চাপি আহিল আৰু ফেলিস্কে নতুন বন্ধুৰ স্তনৰ কোমল স্থিতি অনুভৱ কৰিলে।

এৰা, বন্ধুত্ব, সেইটোকে তাই হাবিয়াস কৰিছিল। তেওঁৰ দৰে এজন মৰ্ম্মাস্তিক ভাবে অনুভৱকাৰী আৰু বুজন সুৰকাৰৰ সৈতে বন্ধুত্ব! কিন্তু লণ্ডনত, বন্ধুত্ব অসম্ভৱ! প্ৰত্যেকেই তাইক চিনি পায়—ডবচাইথৰ জমিদাৰণী, ৰাণীৰ সহচৰী হোৱাৰ মূল্য এইয়া। আনকি ঘৰতো তাই আবুৰ আশা কৰিব নোৱাৰে—কাৰণ ওঠৰটা ভৃত্যই আবৰি আছিল। ভৃত্যবোৰে ফুচাফুচাইছিল আৰু এই ফুচফুচনি ৰাজ প্ৰাসাদলৈকে

বিয়পিছিল। তেওঁবিলাকৰ আৱশ্যকীয় বন্ধুত্বৰ বাবে গোপনস্থান ক'ত তেওঁবিলাকে পাব পাৰে তাই জানিছিল। ইটালীত এটা ব'দ্ধ ঘাই ঘৰ……

"এইটো ৰাফেলোৰ ওচৰতে আছে।" তেওঁৰ কাণৰ বিপৰীতে তাই নিজৰ ওঁঠখন ঘহিছিল এতিয়া, মাতটো তাইৰ কামনাৰ ফোঁপনিৰে ওলায় আহিছিল। "পৰ্ব্বতৰ ওপৰত সুবিধা মতে থিতাপী হৈ থকা জলফাই কুঞ্জৰ···মোৰ প্ৰিয়তম সেইখনেই য়ে আমাৰ বাবে ঠাই···"

প্ৰথমে তাই যাব আৰু কেইদিনমান পাছত তেওঁগৈ তাতে তাইক লগ ধৰিবগৈ। কঠিন নিষ্ঠুৰ পৃথিবীৰ পৰা আতৰি গৈ তাত তেওঁবিলাক অকলে থাকিবগৈ। তাত তেওঁ গান লিখিব, নিৰল ক্ষুদ্ৰ উপসাগৰৰ স্ফটিক বাৰিধিত তেওঁবিলাকে গা ধুব, দুয়ো ওচৰা-ওচৰিকৈ পৰি ৰ'ব সূৰ্য্য-শ্লোকত। আৰু নিশা উজ্বল তৰা বোৰলৈ চাই শুনিব সিহঁতৰ আৰু ঝিলিৰ হৃদয়ৰ স্পন্দন। লাহেকৈ তেওঁ তাইৰ আলিঙ্গনৰ পৰা নিজকে মুক্ত কৰিলে। কাৰ্লৰ কথা তেওঁৰ মনত সবল হৈ আছিল। তাইলৈ চায় তেওঁ ভাবিলে এই পৃথিবীত কিমান বাৰ তাই একেদৃশ্য কৰিছে, একেবোৰ কথাকে কৈছে। তথাপিও তেওঁৰ হাঁহিবৰ মন ন'গ'ল। তাইৰ এই অন্তৰ্দ্বন্দ, যৌন ক্ষুধাৰ এই প্ৰবৃত্তিঃ—এই সংগ্ৰাম আৰু তাইৰ দৰ্প উপলব্ধি কৰি তেওঁ দুঃখিত হ'ল। এগৰাকী ৰাণীৰ দৰেই নিজৰ আশ্ৰয়স্থানত তাই কয়দী হৈ আছিল। নীহ কুলীয়া লোকৰ দৰে তাইৰ অধিকাৰ নাই পাপ কাম কৰিবলৈ। বংশ মৰ্য্যাদাৰ প্ৰতীকে তাইক বিন্ধি আছে। দেৱালৰ সেই চিত্ৰসমূহ তাইৰ অত্যাচাৰী জেইলাৰ। এইবোৰে তাইৰ অতিশয় যৌনক্ষুধাক বাধ্য কৰিলে পাৰ্কত দেখা পোৱা এজনী উদ্ধত সঙ্গহীন অশ্বাৰোহী নাৰী হ'বলৈ। তাইক সিহঁতে ভণ্ড কৰি তুলিলে, জঘন্য ইটালীয়গোপন প্ৰেমত সেও মনালে। সময়ত হয়তো সিহঁতে ইয়াৰ অন্তও পেলাব দুখখদায়ক ভাবে।

"আপোনাক মই ৰাফেলোত লগ পাবগৈ পৰা হ'লে ভাল পালোহেতেন, পিছে কেইদিনমানৰ ভিতৰতে মই ঘৰ পাবগৈ লাগিব," তেওঁ ক'লে।

তাইৰ অভিমান ৰক্ষা কৰিবলৈ তেওঁ শক্তি অনুসৰি যত্ন কৰিলে। তেওঁ স্নেহশীল হৈ আছিল। তেতিয়াও তেওঁৰ তাইৰ হাতখন ধৰিয়েই আছিল। তাই যে তেওঁক বন্ধু হিচাবেহে লৈছিল এই কথা তেওঁ পাহৰা নাছিল।—

তেওঁৰ ফালে তাই চাইছিল, ওঁঠ জুৰি তাইৰ শিথিল হৈ পৰিছিল। তাইৰ চকু জুৰিত আছিল চকুলো—হুতাহ, হতাশা আৰু লাজৰ। খন্তেক আগতে তাই যেনেদৰে ৰূপহী আৰু গাভৰু হৈ আছিল তেনেদৰে আৰু তাই শুৱনী হৈ থকা নাছিল। আগতে নেদেখা কিছুমান হালধীয়া ফুট্‌ফুটীয়া ডাগ আৰু পাতল ৰেখা তাইৰ মুখখনত তেওঁ দেখা পালে। গভীৰ নীলাবৰণৰ অশ্বাৰোহী সাজ পিন্ধা উদ্ধত আৰু কঠুৱা জমিদাৰণীৰ দৰে তাইক দেখা নাছিল, তাইক লাগিছিল এগৰাকী নাৰীৰ দৰে যিকোনো নাৰী যাৰ ৰোমাঞ্চৰ বুৰ্বুৰণি ভাগি টুকুৰা টুকুৰ হৈ গৈছিল। নিজৰ হাত দুখনৰ মাজত তাইৰ মুখখন তুলি ধৰি লাহেকৈ তাইৰ ওঁঠত চুমা এটা খালে আৰু তাৰ পৰা তেওঁ গুচি গ'ল।

সেই গধূলি তেওঁ বন্ধু কাৰ্লৰ লগত ডেভোনচায়াৰ হাউচত হোৱা এক অভ্যৰ্থনালৈ গৈ বহু নিশালৈকে নাচিলে। আনকি উৎসৱৰ ভয়ঙ্কৰ ৰীতি-নীতি আৰু চাৰিও ফালৰ জাকৃজমকতাই তেওঁৰ উৎসাহ দমাব নোৱাৰিলে। যোৱা কেইসপ্তাহ তেওঁৰ উত্তেজনা ৰুদ্ধহৈ আছিল। এতিয়া সেই ৰুদ্ধ হৈ থকা বালসুলভতাই আনন্দ উত্তেজনাৰ মাজত আত্ম প্ৰতিষ্ঠা কৰিলে। যৌৱনে অৱজ্ঞা কৰিলে তেওঁৰ যশস্যাক। যিটো তেঁওৰ স্বভাবৰ বিৰুদ্ধ আছিল সেই ফিতাহী ভৰা আড়ম্বৰত তেওঁ লাগি থাকিব নোৱাৰিলে। কামটো কৰা হৈ গ'ল; কনচাৰ্টৰ অন্ত পৰিল, তেওঁ বিচাৰে কিছু ৰং ধেমালি। আৰু ৰং ধেমালি তেওঁৰ প্ৰিয় আছিল। তেওঁ ৰং ধেমালি কৰিছিল। তেওঁ হাঁহি মাতি কথাবতৰা পাতি চট্‌ফটাই ফুৰিছিল। ফটিকাৰ বাগী গাত লাগি মজিয়াখন দোলখোৱা যেন লাগিছিল তেওঁৰ। শেষত অৱশিষ্ট গাম্ভীৰ্য্য কণো নৰ'লগৈ। বাগীখনৰে তেওঁবিলাক নিৰ্জ্জন পথটোৰেদি গৈ থাকোঁতে কাৰ্লে বিধিমতে আপত্তি কৰি ক'লে "তুমি জানানে তুমি

ছয়জনী ছোৱালীক প্ৰস্তাৱ দিছিলা যে? চেম্পেন আবিষ্কাৰ কৰিছিল এজন সন্ন্যাসীয়ে আৰু এইটো এটা বিশ্বাসঘাটক ফটিকা।”

পাছদিনা ৰাতি ‘লেণ্ডচডাউন’ হাউচতো একে কথাই হ’ল। কাৰ্লৰ ভৎসনা তীব্ৰ হ’ল। ফেলিস্কৰ অনুশোচনা নহ’ল। তেঁও ক’লে “মই যেতিয়া আনন্দ অনুভব কৰোঁ, তেনেদৰে আচৰনো কৰোঁ।” দুদিন পাছত, প্ৰুচিয়াৰ ৰাজদূতাবাসত তেওঁ আনকি আৰু বেচিকৈহে ফটিকা পিলে আৰু তেওঁৰ উদ্দীপনাই সেইদিনা মাত্ৰা চেৰাইগ’ল। বয়যষ্ঠ সম্ভ্ৰান্ত মহিলা সকলে তেওঁবিলাকৰ গাভৰু জীয়েকত ইঁতৰ চাৰিওফালে এই ফিলহাৰমানিক অৰ্কেষ্ট্ৰাৰ কেপাৰজনে কিশোৰ বালকৰ দৰে এই বলনাচৰ খোটালীটোত ঘুৰিফুৰা দেখি তেওঁবিলাকৰ মুখ মেল খালে, চেলাউৰি থিয হ’ল।

ঘঁৰলৈ উভতি আহোঁতে এই কাম ভাল পোৱা যে নাই এই কথা কৈ কাৰ্লে ক’লে “তুমি যদি স্কুলীয়া লৰাৰ দৰে কাম কৰা তেন্তে তুমি মানুহক মুগ্ধ কৰিবলৈ কেনেকৈ আশা কৰাহে?” জোনাক নিশাৰ নিৰৱতা ভঙ্গ কৰিছিল তেওঁৰ কণ্ঠস্বৰে। “তোমাৰ ককাদেউতাৰ মোজেছে কি কলেহেতেন বাৰু? “মোৰ ককাদেউতা এজন দাৰ্শনিক আছিল। তেওঁ কলেহেতেন হয়তো, গম্ভীৰ হোৱাৰ সময় আছে। আৰু মুৰ্খ হোৱাৰ সময় এইটোৱেই। আৰু মই কওঁ তুমি অধঃপাতে যোৱা।”

তেওঁবিলাক যেতিয়া আহি নিজৰ খোটালীটো পালেহি দেখিলে ডুডাল মমৰ পোহৰত জিলিকিথকা এখন চিঠি! এইখন এজন বিশেষ দূতে অনা এখন বাৰ্লিনৰ চিঠি। ঘোপা কৰি ফেলিস্কে চিঠিখন খুলি পঢ়িবলৈ আৰম্ভ কৰিলে—ফটিকাৰ ৰাগী আৰু হাঁহিত সতেজ হৈ উঠা মুখখন তেওঁৰ গম্ভীৰ হৈ গ’ল।

“কি হ’ল?” কাৰ্লে সুধিলে।

“চাইলেচীযাত থকা মোৰ দদাইদেউ নাথানে দেউতালৈ তাত হোৱা ভয়ঙ্কৰ বানপানীৰ কথা লিখিছে। শ-শ লোক গৃহহীন হৈছে। এতিয়া দেউতাই জানিব খুজিছে এই দুৰ্দ্দশাগ্ৰস্ত লোক সকলৰ কাৰণে মই এটা

লাভজনক কনচার্ট দিব পাৰিমনেকি ?”

পাছদিনা আবেলি পৰত তেওঁ জর্জ্জ্ৰেম্স্‌টিৰ অফিচত বহিছিলগৈ। আগনিশাৰ উৎফুল্লিত ডেকাজনৰ তেতিয়া চিন-চাবেই নাছিল। তেওঁৰ মুগাবৰণীয়া চকুজুৰি আহি চিন্তিত ভাবে বৈছিলহি এব্ৰাহাম মেণ্ডেলচনৰ চিঠি পঢ়ি থকা বয়সস্থ মানুহজনৰ ওপৰত। “হেৰি ভাওৰীয়া জর্জ্জ, আপুনি কি ভাবিছে বাৰু ? সেই মানুহবোৰৰ বাবে বৃটিচ জনসাধাৰণে চেষ্টা কৰিব জানো ?”

উত্তৰটো দিয়াৰ আগতে চাৰ জৰ্জ্জে তেওঁৰ থুতৰিটো মোহাৰিলে “বৃটিচ সকল বেচ উদাৰ হ’ব পাৰে, বিশেষকৈ তেওঁবিলাকে ধনৰ বিনিময়ত যদি তিলমানো আনন্দ লাভ কৰে। তুমি তোমাৰ দেউতাৰালৈ লেখিবা যে তেখেতে আমাৰ ওপৰত নির্ভৰ কৰিব পাৰে।”

“আপোনাক কেনেকৈ ধন্যবাদ দিম মই নেজানো। আমি কনচার্টটো নো কেতিয়ালৈ দিবগৈ পাৰিম ?”

“মোৰ ভয় হৈছে জুলাইৰ মাজ-মানতহে হ’বগৈ হয়তো।”

ফেলিস্কে মুখ মেলিলে—“জুলাইৰ মাজ ভাগতনে! তালৈ চোন ছমাহ আছে ?”

চাৰ জৰ্জ্জে মূৰ দুপিয়ালে। “কোনো উপায় নাই বুলি মোৰ চিন্তা হৈছে। আৰ্গাইল হল বা কভেণ্ট বাগিছা—কোনোটোৱেই তাৰ আগতে পোৱা নাযাব। তাৰ বাহিৰেও ইয়াত বহুত আয়োজনো কৰিব লাগিব—”

দুৱাৰখন ঘপহকৈ মুকলি হোৱাত তেওঁ বৈ গ’ল আৰু দেখিলে বৰ-শুৱনী, অতি উত্তেজিত এজনী গাভৰু এজাক সামুদ্ৰিক বতাহৰ দৰে তেওঁৰ অফিচটোলৈ সোমায় অহা।

ফেলিস্কে তাইৰ চকুজুৰি চকামকাকৈ দেখিলে। সম্ভৱ চকুজুৰি পাতল বৰণৰ আছিল, ছাই ৰঙাও হ’ব পাৰে—নহলে পাতল বাদামী বৰণীয়া তেওঁ স্থিৰ কৰিব নোৱাৰিলে। আৰু তেওঁ আচৰিত হ’ল তাইৰ মূৰৰ কৃষ্ণবর্ণ পাথৰৰ দৰে চুলিখিনি দেখি। কিন্তু পাতল চকুজুৰিত এতিয়া গাজনি আৰু ফিৰিঙতিৰে উপচি আছিল।

তাই ফেলিস্কক উপেক্ষা কৰিলে আৰু মেজখনৰ ওচৰ পাওঁতে নৌ পাওঁতেই কবলৈকে ধৰিলে—"ডাঙৰীয়া স্মাৰ্ট আপুনি এজন ডাঙৰ প্ৰবঞ্চক। আপুনি ডাঙৰ মিছা কথা কয়। আজিৰ এই দিনটোলৈকে মই ভাবি আছিলো আপুনি মোৰ বন্ধু বুলিয়েই।"

এই কথা চাৰ জৰ্জ্জে সম্পূৰ্ণ বিপদৰ আশঙ্কাৰে গ্ৰহণ কৰিলে। "তুমি মাননীয় মেণ্ডেলচনক চিনি পাইছা জানো?" স্বাভাবিক মাধুৰ্য্য-তাৰে তেওঁ সুধিলে।

গাভৰুজনীয়ে অধৈৰ্য্যভাবে ফেলিস্কলৈ মুৰ ঢুপিয়ালে আৰু মানুহ-জনীয়ে পুনৰ অদ্ভুত ইটালী ইংৰাজী মিহলি কথা কবলৈ আৰম্ভ কৰিব খোজাৰ পূৰ্ব্বে চাৰ জৰ্জ্জে মাথো ফেলিস্কক ক'বলৈ কথমপিহে পালে—"এইয়া কুমাৰী শেলা।" "যেতিয়া আনবোৰ মানুহে মিছা কথা কয় মই হাহোঁ, কাৰণ সিহঁতৰ কথাৰ একো মূল্য নাই।" তাই যি ভাবিছিল তাকেই যেন তাই কৈছিল।" কিন্তু মোৰ শ্ৰেষ্ঠ বন্ধু ডাঙৰীয়া স্মাৰ্টে যেতিয়া মিছা মাতে মই তেতিয়া বৰ দুঃখ পাওঁ।' নাটকীয়ভাবে তাইৰ মাতটো ভাঙিল। আশা ভঙ্গ শিশুৰ বিৰক্তিৰে তাই খন্তেক পৰ পুৰণি বন্ধু জনলৈ সহানুভূতিৰে চালে।

চাৰ জৰ্জ্জে এই সাময়িক বিৰতিৰ সুবিধা পায় ক'লে "তুমি কবলৈ বেয়া পাবানেকি এই সকলোবোৰনো কি হৈছে আৰু মই নো তোমাক কেনেকৈ মিছা কথা ক'লো?" অপেৰা গায়ক গায়িকাৰ লগত সু-দীৰ্ঘ কাল যন্ত্ৰণা ভুঞ্জি লাভ হোৱা অভিজ্ঞতাকে ধৈৰ্য্য ধৰি তেওঁ সুধিলে। "কিন্তু তুমি বহিব লাগিব। নহলে আমিয়েই থিয় হ'ব লাগিল।" তেওঁ আকৌ ক'লে "হয়তো ইয়াত কিছু সময়ো লাগিব পাৰে।"

ইয়াত সময় লাগিছিল! তাইৰ আপত্তিবোৰ জনাবলৈ মেৰিয়া শেলাক পঞ্চল্লিশ মিনিত সময় লাগিছিল। চাৰ জৰ্জ্জে তাইক নিয়োগ কৰিছিল। তেওঁ নিজৰ ফিলহাৰমানিক অৰ্কেষ্ট্ৰাৰ উপৰিও কভেণ্ট বাগিছাত পৰিচালক হিচাবে কাম কৰিছিল। তিনিমাহৰ কাৰণে দুহেজাৰ গিনিৰ এটা কত দৰ্ম্মহাত তাইক বন্দোবস্ত কৰিছিল। তেওঁ তাইক এই বানচ দিবলৈ মান্তি হোৱাৰ পূৰ্ব্বে তেওঁ কৈছিল যে এই

পৃথিবীত শ্ৰেষ্ঠ অতুলনীয় জাৰ্ম্মান গায়ক হেনৃৰিয়েট চনটাগে এনেকুৱা বানচ দাবী কৰে আৰু আজিহে কুমাৰী শ্বেলাই গম পালে যে চনটাগৰ দৰ্ম্মহা দুহেজাৰ আৰু পাঁচগিনি! এইটো তাই প্ৰবঞ্চনা, আৰু ব্যক্তিগত, জাতিগত ভাবে অপমান বুলি ধৰি লৈছে। বিশেষকৈ জাৰ্ম্মান গায়ক সকলে লা ট্ৰিপা—পেটৰ পৰা একো অনুভৱ নকৰাকৈ গায়, তেতিয়া তাৰ পৰিবৰ্ত্তে ইটালীয়ান গায়কসকলে গায় ইল কৌৰে—হৃদয়ৰ পৰা অধিক অনুভৱৰে গায়। এই সকলোবোৰ কুমাৰী মেৰীৰ অভিশাপৰ স্ৰোতেৰে আহিল। আৰু সকলোতকৈ আশ্চৰ্য্যৰ বিষয় হ'ল ফেলিস্কে এনেকুৱা অভিনেত্ৰীৰ প্ৰতিভা প্ৰদৰ্শনৰ আগতে সাক্ষী হোৱা নাছিল। এই পাঁচ গিনিৰ অমিলৰ বিষয়ে বাখ্যা কৰি কবলৈ বিবুদ্ধি হ'ল। "এই কোনোবা কেৰাণীৰো ভুল হ'ব পাৰে।" তেওঁ কলে। এইটো মেৰিয়াই বিশ্বাস নকৰিলে। এইটো এটা ষড়যন্ত্ৰ। আৰু তাইৰ কলা আৰু তাইৰ দেশক পোনপতীয়াকৈ অপমান কৰা হৈছে। তাইৰ মনোকষ্ট উপশম কৰিবলৈকে চাৰ জৰ্জ্জে নিজৰ চোলাৰ জেপৰ পৰাই ক্ষতিপূৰণ যাচিলে। 'নহব, সেই টো নহ'ব।' তাই চুক্তিটো শুধৰাবলৈ বিচাৰিছিল। নহলে কালিলৈ তাই 'ইল বাৰবিয়েৰিত' ৰচিনা গীতটো নেগায়। "দৰ্শক মণ্ডলী বৈ থাকিব, বৈ থাকিব আৰু বৈ থাকিব, কিন্তু লা শ্বেলা আৰু তাত নেথাকিব।" সুন্দৰ সময়ৰ জ্ঞানেৰে ফোঁচ ফোচায় নিন্দা কৰি কলে। এই ভীতি প্ৰদৰ্শনত চাৰ জৰ্জ্জৰ গোটেই কপাল খনত ঘাম বিৰিঙি উঠা অনুভৱ হ'ল—তেওঁ ভয়ঙ্কৰভাবে সতৰ্ক কৰি ক'লে "পাহৰি নেযাবা কুমাৰী শ্বেলা, যে তোমাৰ চুক্তি পত্ৰত দুশ-গিনিৰ অৰ্থ দণ্ডৰ এটা ধাৰাও আছে। যিজনে পাঁচগিনিৰ কাৰণে ইমান সাজ্বাতিক ভাবে তৰ্ক কৰিব পাৰে তেওঁৰ বাবে বৰং এইটো অধিক প্ৰতিশোধ স্বৰূপ হ'ব।"

নাকেৰে এটা শব্দ কৰি মানুহজনী ঘপহকৈ থিয় হৈ ক'লে—"চুক্তি!" 'চুক্তি শব্দটো কৈ তাই হাঁহি এইটোত থুই পেলালে। তাই পাঁচ গিনিৰ বাবে ঠগিলে আৰু চুক্তিৰ অন্ত পৰিল। এইদৰে কৈ তাই ক্ষীপ্ৰ গতিৰে দুৱাৰখনৰ ফালে চোঁচা ললে। বিদ্যুৎ গতিৰে চাৰ জৰ্জ্জে

দুৱাৰখনৰ ওচৰলৈ গৈ তাইৰ বাহুত খামুচি খোটালীটোৰ ফালে টানি হিয়া ভগা চিঞৰৰ এটামাৰি সুধিলে "তুমি মোৰ প্ৰতি এনে কাম কেনেকৈ কৰিব পাৰিলা ? মাত্ৰ নগণ্য পাঁচ গিনিৰ বাবে তুমি ইমান ধনলোভী, হৃদয়হীনা হ'ব পাৰিলা কেনেকৈ ? যেতিয়া চাইলেচীয়াৰ মানুহবোৰ গৃহহীন হৈ জাৰ আৰু ভোকত আছে।"

তাই ধীৰে খোটালীটোলৈ উভতি আহি জানিবলৈ বিচাৰিলে কি চাইলেচীয়া—কি মানুহ ?

চাৰ জৰ্জ্জে ফেলিস্কৰ ফালে ঘুৰি ক'লে "তেওঁক কোৱা।" ফেলিস্কে কবলৈ ধৰিলে—কল্পনাৰ পৰা তেওঁ বৰ্ণনা কৰি গ'ল—হত্যাকাৰী বানৰ কথা, ডুবিযোৱা খেতিবাতি, হেম্বেলিয়াই থকা গৰু-গাই ঘুলীয়া পানীৰ সোতত ডুবি যাওঁতে শেষবাৰৰ কাৰণে মাকে খামুচি ধৰা কেচুৱাৰ কথা বোৰ—"আমি ঠিক এটা লাভজনক কনচাৰ্টৰ বিষয়ে আলোচনা কৰি থাকোঁতেই আপুনি সোমায় আহিছিল—"তেওঁ শেষ কৰিলে। গায়িকা-গৰাকীৰ মুখলৈ আহিল এটা চমকপ্ৰদ পৰিবৰ্ত্তন। তাইৰ নিৰ্ম্মল আৰু যৎকিঞ্চিৎ বেকা চকু জুৰিত উদ্বিগ্নতা দেখা গ'ল। "আৰু লৰা-ছোৱালীবোৰ ?" এই সৰু সৰু মইনাহঁতৰ কি হ'বলৈ। তাই ততালিকে চাৰ জৰ্জ্জৰ পিনে ঘুৰি ক'লে যে তৎক্ষণাতে ঠিক এই মুহূৰ্ত্ততে তাইৰ দৰ্ম্মহাৰ পৰা এশগিনিলৈ দূৰ্ভগীয়া ক্ষুধিত শিশুহতলৈ পঠিয়াই দিব লাগে। আৰু তাইক ঠগি লোৱা আৰু তাইৰ প্ৰাপ্য সেই পাঁচ গিনিও···

"আৰু কালিলৈ তুমি গান গাবাগৈ নহয় জানো ?" মনে মনে স্বস্তিৰ নিঃশ্বাস এৰি জমিদাৰ জনে সুধিলে।

অৱশ্যে তাই গাব, আৰু হৃদয়ৰ পৰা গাব, আৰু চনটাগৰ দৰে পেটৰ পৰা নেগায়···ফেলিস্কে কৃতজ্ঞতা জনাই চাইলেচীয়াৰ শিশুহতঁৰ নামত ধন্যবাদ দিলে। ই তাইৰ হৃদয় পৰশিলে। অফিচটোৰ পৰিবেশ নিবিড়ভাবে উদ্বেগপূৰ্ণ হৈ পৰিল। কণ্ঠ পৰিস্কাৰ কৰিলৈ চাৰ জৰ্জ্জে ক'লে যে কুমাৰী শেলাৰ হৃদয় তেওঁৰ বিশাল মাতটোৰ দৰেই অসাধাৰণ। পৰস্পৰৰ প্ৰতি শ্ৰদ্ধা আৰু চিৰস্থায়ী উৎসৰ্গৰ প্ৰতিশ্ৰুতিৰ মাজেৰে লাহে লাহে এই দৃশ্যৰ সামৰণি পৰিল।

কুমাৰী শ্বেলাই ফেলিস্কৰ ফালে ঘূৰি চাই ক'লে "আপুনি মোৰ ঘৰলৈ যাবনে ?" ফেলিস্কে কথা কওঁতে তাইৰ চকুজুৰি আছিল তেওঁৰ ওপৰত। সেই জুৰি চকুত ফিৰিঙতি নাছিল। তেওঁ মন কৰিলে সেই জুৰি চকু আচৰিত ভাবে কোমলহৈ যাবও পাৰে। তলৰ মহলাত তাইৰ কাৰণে বৈ আছিল সম্পূৰ্ণ জোৰ হোৱা দুটা পোৱালী ঘোড়াই টনা এখন খোলা বাগী। অক্সফোৰ্ডৰ মুখৰ আলিবাটটোৱেদি আবেলিৰ ৰ'দ উপভোগ কৰি কথাৰতৰা পাতি তেওঁবিলাক বাগীখনত গৈ থাকিল। মে-ফেয়াৰৰ বণ্টন ৰওৰ হাক্ মুনষ্ট্ৰীটৰ কোণটোতে তাই থাকে বুলি কৈছিল। তেওঁ ক'লে যে বাৰিষ্ট্ৰীটৰ পৰা এইটোৰ দূৰত্ব হলে কম। এৰা, তেওঁবিলাক চোন চুবুৰিয়াই হ'ল। হয় প্ৰায়, তাইক জেনেহলে তেওঁ চাবলৈ আহিবও পাৰে···আৰু হয়তো তাই কেতিয়াবা গধূলি ৰান্ধিব বিভিন্ন তৰকাৰী তেওঁৰ কাৰণেই···তাই তেওঁক সুধিলে কিমান দিন লণ্ডনত আছে—তেওঁ কলে প্ৰায় এমাহমান থকা বুলি।

"তেন্তে আপুনি মোৰ গান শুনিবলৈ কভেণ্ট বাগিচালৈ গৈছিল ?" তাইৰ ওঠ জুৰি চেহ্‌দ হ'ল আশাৰ এটা আগ্ৰহৰে। "সম্ভৱ মই লা-বাৰবিয়েৰিত গোৱা গভি চিভিগ্‌লিয়া নাইবা লুচিয়া গানটো শুনিছিল নহয় নে ?" তাই সুধিলে। তেওঁ অলপ বিবুদ্ধিহে স্বীকাৰ কৰিলে যে তাইৰ সুন্দৰ কণ্ঠস্বৰ শুনি আনন্দ উপভোগ কৰিবলৈ তেওঁ এতিয়াও আহিব পৰা নাই। তাইৰ হাঁহিটো মোলান পৰিল। তাইৰ মুখমণ্ডলত হতাশাৰ ছাঁ পৰিল। তেওঁ লৰালৰিকৈ ব্যাখ্যা কৰি ক'লে যে কৰ্নচাটৰ আয়োজনত তেওঁ বৰ ব্যস্ত হৈ আছিল। বুদ্ধিমতীৰ দৰে তাই ক'লে "মই বাতৰি কাগজত দেখিলোঁ। আপুনি ডেভনচায়াৰ হাউচ আৰু প্ৰুচিয়াৰ দূতাবাসলৈ গৈছিল।" অদ্ভুত ভাবে ভমক কৰে চকুকিটা জ্বলি উঠিল। "সেইবোৰ ঠাইলৈ যাবৰ সময়ত আপুনি ব্যস্ত নাছিল নহয় জানো ? 'কিন্তু মোৰ গান শুনিবলৈ আপোনাৰ সময় নহ'ল।" তেওঁবিলাকে হাইদ পাৰ্ক অতিক্ৰম কৰি মে-ফেয়াৰত সোমায়-ছিলহি। তাইৰ সহানুভূতি পুনৰ লাভ কৰিবলৈ তেওঁৰ মাথোঁ কেই-মিনিট মান সময়হে লাগিছিল, নিজকে নিজে তেওঁ ক'লে "তাইৰ চকু-

জুৰিলৈ কোমলতা ঘূৰাই আনা।”

“হয়তো আপুনি ভাবিছে ছাগৈ যাত্ৰা অবোধ লোকৰ কাৰণেহে যোগ্য।” তাই আকোঁৰ গোঁজালিৰে ক'লে “সেই সু-বিশাল ঐক্যতান-বোৰৰ দৰে নহয়।”

“কুমাৰী শ্বেলা, ওলোটাটোহে। মই যাত্ৰা ভাল পাওঁ।”

“তেতিয়া হলে হয়তো আপুনি মোক ভাল নেপায়-আপুনি ভাবিছে কিজানি মই ‘ক্ৰুটা’ কুৎচিত।”

হাঁহিত তেওঁ ফাটি পৰিল। “কুৎচিত! কিয় আপুনিহে সকলোতকৈ আকৰ্ষণীয় বুলি মই ভাবিছোঁ।”

“হয়তো আপুনি ভাবিছে মই অজ্ঞানী, কাৰণ কথা কওঁতে মই অনেক ভুল কৰোঁ।”

“আপোনাক মই অভয় দিছো যে মই সচাঁ কথাকে কৈছোঁ।”

“তেন্তে আপুনি মোৰ গান শুনিবলৈ নাহিলে কিয়?” তাইৰ নেৰা-নেপেৰা কথাত তেওঁ বিৰক্ত হৈ আস্ফালন কৰি ক'লে “বাদ দিয়ক; মই আপোনাক কৈছোৱেই নহয় যে মই যাব পৰা নাছিলো। মোৰ কনচাৰ্টলৈওটো আপুনি যোৱা নাছিল—গৈছিল জানো?”

কঠিন ভৎ'সনাৰ চাৱনিৰে তাই ক'লে “কিন্তু মই আপোনাৰ কনচাৰ্টলৈ গৈছিলো। প্ৰস্তাৱনা সঙ্গীত আৰু সেই বিশাল অৰ্কেষ্ট্ৰা আপুনি বজোৱা মই শুনিছিলো।” উল্লাসিত হৈ তাইলৈ তেওঁ চালে। তেওঁৰ কনচাৰ্টলৈ তাই আহিছিল, ফিলহাৰমানিক অৰ্কেষ্ট্ৰা তেওঁ পৰিচালনা কৰা তাই দেখিছিল···“কিয়—কিয় আপুনি মোৰ ছো-ঘৰলৈ অহা নাছিল···”

বাগীখন আহি ইটাৰ দুমহলীয়া ঘৰটোত ৰওঁতে তাই নাকেৰে এটা অৱজ্ঞাসূচক শব্দ কৰি ক'লে “আপোনালৈ ভেৰাৰ দৰে চোৱা আৰু চাৰ্ভিনমাছে পানীৰ পৰা ওপৰলৈ উঠি মুখ মেলাৰ দৰে মুখমেলি চোৱা সেই মূৰ্খ ছোৱালীবোৰৰ দৰে নেকি?”

বাগীখনৰ পৰা তাই বাহিৰলৈ নামি যাওঁতে তেওঁ সহায় কৰি দিলে। হাতজোকাৰি তাই কাচোৱানটোক বিদায় দিলে। অবিৰাম গতিৰে

যোৱা ঘোঁৰাৰ খোজৰ ধ্বনি ক্ৰমে কমি গৈ বিলীন হৈ গ'ল। গধূলিৰ আগমনত হাফমুন ষ্ট্ৰীট হৈ পৰিছিল নিজম আৰু লাইলাক বৰণীয়া। তাই দুৱাৰখনৰ ফালে গৈ কেইটামান খট্‌খটি বগাই গৈ থাকোঁতেও কথা কৈ গল "আৰু আপুনি প্ৰত্যেকলৈ চাই হাঁহিছিল, সকলো তিৰোতাৰ হাতত চুম্বন কৰিছিল আৰু বন্ধুতকে অভিবাদন কৰিছিল। আৰু এই কাৰণেই মই ছো ঘৰলৈ যোৱা নাছিলো।" তেওঁবিলাকে তেতিয়ালৈ সমান ঠাইডোখৰ পাইছিলগৈ। "যদি এজন পুৰুষে মোক বিচাৰে, তেন্তে বাস্তবিকে মোকেই তেওঁ বিচাৰিব লাগিব।"

অকস্মাতে তেওঁবিলাকৰ মুখ লগ লাগিল—পৰিপূৰ্ণ, কোমল আৰু প্ৰেমভৰা এটা চুমা। তেওঁৰ গলধনটো তাই আঙুলিৰে গভীৰ ভাবে নিকপ্‌কপীয়াকৈ সাৱতি ধৰিলে। তেওঁ অনুভব কৰিছিল তাইৰ দাঁতজোৰ ফাঁক হৈ তাইৰ জীভাৰ আগটো তেওঁৰ জীভ্ৰাখনৰ ওপৰলৈ পিছলি আহিছিল-তেওঁৰ দেহৰ মাজত তাইৰ দেহ বল্লৰী লেউ সেউ হৈ পৰিল। খন্তেকপৰ তেওঁবিলাকৰ হৃদয়ৰ স্পন্দন তেওঁবিলাকৰ হৃদয়ত মিহলি হৈ গৈছিল।

তাৰ পাছত আচম্বিতে অহাৰ দৰে এইয়া আচম্বিতে শেষ হ'ল। দুৱাৰখন মুকলি হোৱাৰ লগে লগে তাই দৃষ্টিৰ পৰা আতঁৰ হৈ গ'ল।

অপ্ৰত্যাশিত ভাবে তাইৰ সন্মুখীন হোৱা বিষয়ে তেওঁ কাল'ক কৈছিল। "আৰু তাৰ পাছত তাই মোক চুমা খালে"—

সুবিধা বুজি কথাষাৰ ফেলিস্কে ক'লে।

"এইটো প্ৰথম দৃষ্টিতেই প্ৰেম, যদি কেতিয়াবা মই কোনোবাজনক দেখিছিলো।"

"হুতাহ, তুমি অৰ্থ কৰিছা। প্ৰথম দৃষ্টিতে প্ৰেম এনেকুৱা কোনো কথা নাই, মাত্ৰ প্ৰথম দৃষ্টিতে হুতাহহে—" কাৰ্লে হতাশাৰে ক'লে।

"যিহকেই নহওক, এইটো তৃপ্তিদায়ক আছিল।"

তেওঁৰ বন্ধু কেই খোজমান তেওঁৰ ফালে আগবাঢ়ি আহিল।

"পলোৱা ফেলিস্ক!" সনিৰ্বন্ধ মিনতিৰে ক'লে "কনচাৰ্টটোৰ কথা-পাহৰি যোৱা; পাহৰি যোৱা চাইলেচীয়াৰ বানপানীৰ কথা। মোক

বিশ্বাস কৰা—গুচিযোঁৱাগৈ আৰু উভতি নেচাবা।"

"আৰু সেই চুমাবোৰ বিসৰ্জ্জন দিম নহয় জানো ?"

"তুমি নিৰ্ব্বোধ। তুমি নাজানানে সেই চুমাটো আছিল হাঁকোটা আৰু তুমি সকলোবোৰ গিলিলা—এই ৰৰণীৰ টোপ, হাঁকোটা, ৰৰণীৰ জৰীত বন্ধা গুৰা। তাইৰ বাবে বৈ থকা মানুহবোৰৰ লাইনৰ শেহত গৈ তোমাক পালেগৈ।"

এৰা, তাইৰ গান শেহত তেওঁ শুনিছিলগৈ। আৰু নিৰ্ভুল যে তাইৰ কণ্ঠস্বৰ বিস্ময়কৰ আছিল। তাইৰ কম্পিত শুভ্ৰকণ্ঠৰ পৰা নিগৰি আহি সংকীৰ্ণ মুখেদি বাগৰি স্ফটিক ধাৰাৰ শব্দৰে ক্ৰমাৎ ওপৰলৈ উঠি উত্তাল সুৰতৰঙ্গৰ ওপৰত ভাহি পণ্ডিত, বিচাৰকমণ্ডলী বহা ঠাই, কভেণ্ট ৰাগিছাৰ প্ৰতিটো ফাঁটল আৰু গাঁত ভৰায় তোলা সেই কণ্ঠস্বৰটো আছিল বিস্ময়কৰ। তাই বিশাল নাট মঞ্চটোত স্পেনিচ পোছাকেৰে ঢুলি থকা নিতম্বৰে আৰু কেকোৰা চুলিকোচা ইফালে সিফালে লৰায় প্ৰতিজন দৰ্শকৰ কাম উত্তেজনা বঢ়ায় তোলা চাই থাকিবলৈ আচৰিত লাগিছিল। কিন্তু এই সকলোবোৰতকৈ তোমাৰ মন পুলকিত হৈছিল অধিক যেতিয়া তুমি জানিছিলা যে তাই তোমাক ভাল পায়···

কাৰণ তাই তেওঁক ভাল পাইছিল। নহলে সেই বিষয়ে কোনো ভুল নাই। ৰেচেৰা নিৰ্ব্বোধ কাৰ্ল! তেওঁৰ সেই "পলোৱা ফেলিস্ক!" যোৱা কালিৰ সেই চুমাটো আছিল গভীৰ প্ৰণয়ৰ বেৰি। তাই তেওঁৰ···আজি ৰাতি দেখা যাব তাইৰ চূড়ান্ত বশ্যতা স্বীকাৰ। উত্তেজক নাছিলনে বাৰু এইটো ? তাইৰ বাবে আকাঙ্খা কৰিছে লণ্ডনৰ প্ৰতিজন লোকে—আকুল হৈ আছে তাইৰ বাবে—আৰু তেওঁ এজন, বিদেশীয়ে কোনো যত্ন নোহোৱাকৈ তুলি লৈছে···কুমাৰী শ্বেলাক।

আচৰিত কথা যে অভিনয়ৰ গোটেই চোৱা সময়ত তাই ফেলিস্কক অবজ্ঞা কৰিলে। তথাপিও সম্ভৱ তাই ফেলিস্কক দেখাপোৱাকৈ থকা নাছিল। বক্সটো প্ৰকৃততে মঞ্চৰ ওপৰতে আছিল। পুনৰ বিবেচনা কৰি এইদৰেই ভাল যেন লাগিল তেওঁৰ। এইখন ফ্ৰেডেৰিক থিয়েটাৰ

নহয়, যত তেওঁ ভিতৰলৈ সোমায় অহামাত্ৰকে আনাই চুমা ফুৰাই দিছিল। এইখন কভেন্ট বাগিছা, আৰু সমগ্ৰ লণ্ডন ইয়াত আছে। সংযম একান্ত প্ৰয়োজন। বিশেষকৈ ৰজাৰ বস্কত বহি আছে মহামান্যা ৰাণী। ৰাজসভাৰ আধালোকে চাই আছে। সংযম—এৰা, এইটো আছিল এই চহৰৰ নীতি বাক্য। ঠিক একেদৰেই তায়ো তেওঁলৈ দিব পাৰে এটা গোপন হাঁহি।

অভিনয় শেষ হ'ল। লৰালৰিকৈ তেওঁ মঞ্চৰ পাছফালে আহি আশা কৰাৰ দৰেই তাইৰ ছো ঘৰটোৰ দুৱাৰ মুখত এটা সমবেত দেখিলে। তেওঁ স্থিৰ কৰিলে বাহিৰতে তেওঁ অপেক্ষা কৰিবগৈ। যিকোনো অভিনয়ৰ অন্তত সদায় হোৱা কোঢ়ালবোৰলৈ তেওঁ খন্তেক পৰ মন কৰিলে। মিহি ডাঠ তুলাপাতৰ গছ কঢ়িয়াই নিয়া মঞ্চৰ ভাৱৰীয়া সকলে, তেতিয়াও ভাৱৰীয়া সাজ পাৰ পিন্ধি থকা ভাৱৰীয়া সকলে ইফালে সিফালে ঘূৰা ঘূৰি কৰি ফুৰিছিল। ঠিক আছে—এতিয়ামানে তেওঁবিলাকে নিজৰ বক্তব্য কৈ শেষ কৰিব পায়, তাই যে এগৰাকী শ্ৰেষ্ঠা গায়িকা তাকেই তেওঁবিলাকে তেওঁক ক'লে ছাগৈ। তেওঁবিলাক ঘৰলৈ উভতি নেযায়গৈ বাৰু কিয়; তাই তেওঁবিলাকক ঘৰলৈ পঠিয়াই নিদিয়ে বাৰু?...তাই দেখোন জানেই তেওঁ যে তাতে আছেহি। সেইদিনা আবেলি তেওঁ তাইলৈ পঠোৱা গোলাপৰ লগতে চিঠিখনো চোন বান্ধি দিছিল। অভিনয় হৈ যোৱাৰ পাছত তাইক তেওঁ দেখা কৰিবলৈ আহিব বুলি তেওঁ লিখি দিছিল। তেন্তে কিয় তাই মানুহবোৰৰ পৰামুক্ত নহয়? তেওঁক এইদৰে অপেক্ষা কৰি থাকিবলৈ দিয়াটো অভদ্ৰতা হৈছে। তাইৰ পৰা গুচিগৈ তাইক এশিকনি দিবলৈও তেওঁৰ মনটো আছিল সাধু। তাইৰ খোটালীটোৰ পৰা শেষ দৰ্শকজন গুচি যোৱাৰ সময়লৈ তেওঁ যেনেকৈ ভয়ঙ্কৰ হৈছিল তেনেকৈ আঘাতো পাইছিল। এঘণ্টাৰো অধিক সময় তেওঁ থিয়হৈ থাকি অপেক্ষা কৰিছিল।

তেওঁ দুৱাৰখনত টুকুৰিয়ালে।

এজনী হাড়ময় সোতোঁৰা চাল থকা মুখৰ সৈতে তিৰোতাই দুৱাৰ

খন খুলি দিলে। সাজ পাৰ তাইৰ অধলা আছিল। আনকি তাই এজনী লিগিৰিৰ পোছাকো পিন্ধি থকা নাছিল। তেওঁ ভাবিলে এগৰাকী প্ৰধান গায়িকাৰ চাৰিওফালৰ এনেকুৱা দৈন্য—বৰ নিঃস্ব আঁহি।

গৰাকীয়নীৰ আদেশ অনুসৰি অধলা মানুহজনীয়ে ক'লে আপোনাক আইদেৱে ৰ'বলৈ কৈছে। কুৰি মিনিটৰ ভিতৰত আপুনি আকৌ আহিব শুনিছেনে ?

তেওঁ কিবা আপত্তি তোলাৰ পূৰ্ব্বেই তেওঁৰ মুখৰ ওপৰতে লাহেকৈ কিন্তু দৃঢ়ভাবে দুৱাৰখন বন্ধ কৰি দিলে।

সাংঘাতিক !······শ্লেলাৰ আছে এটা সুন্দৰী মাত, চুমাবোৰ তাইৰ যেনিবা একৰকম, কিন্তু তাইৰ আচৰণ আতঙ্কজনক হৈছিল। আতঙ্ক-জনক ! অলপ ডাঙৰকৈ তেওঁ নিজে ক'লে।

তৈতিয়াও তাৰ পৰা গুচিগৈ তাইক এশিকনি বাকুকৈয়ে দিবনেকি এই বিষয়ে আলচি থাকোঁতেই ছো ঘৰটোৰ দুৱাৰখন মুকলি হ'ল। মেৰিয়াই দাপোনখনৰ সন্মুখত থিয় হৈ গধূলি পিন্ধা সাজজোৰৰ কলাৰ ডাল পোনাইছিল। তেওঁক দেখি যেন তাই আচৰিত হ'ল—এনেদৰে তাই ডিঙিটো ঘূৰায় তেওঁলৈ চায় ক'লে, "তুমি যে আহিলা —মোৰ যে ইমান ৰং লাগিছে!" সম্পূৰ্ণভাবে আচহুৱা লোকৰ বাবে আচুতিয়াকৈ ৰখা—সেই কৃত্ৰিমতা আৰু আন্তৰিকহীনতাৰে মঞ্চত অভিনয় কৰাৰ সুৰে তাই কৈছিল। অমনোযোগীতাৰে তাই নিজৰ হাতখন তেওঁৰ চুম্বনৰ বাবে মেলি ধৰিলে। তাৰ পাছত তাই বেগেৰে দাপোন খনৰ ওচৰলৈ আহিল।

"অহাবাৰ তুমি গোলাপ নপঠাবা। সকলো মানুহে গোলাপ দিয়ে। তুমি আন কিবা পঠিয়াবা দেই।"

ছোৱালীজনীৰ বিদ্বেষ, ধৃষ্টতা !···কিহৰ পৰা তাই ভাবিলে তেওঁ আকৌ কেতিয়াবা তালৈ আহিব···কিন্তু বিচক্ষণ আৰু দুঃখদায়ক প্ৰতি-শোধৰ কথা ভাবোঁতে নৌ ভাবোঁতেই তাই তেওঁৰ বাহুত ধৰি মনোৰম হাঁহিটো মাৰি ক'লে "এতিয়া তুমি মোক আহাৰ খাবলৈ নিবা নহয় জানো।"

সেই গধূলি দহবাৰ তেওঁ উঠি যাবলৈ বিচাৰিছিল, দৃঢ়ভাবে গুচি যাবলৈ বিচাৰিছিল আৰু পুনৰ কোনোদিনেই তাইক তেওঁ চাবলৈ নিবিচাৰিছিল। তেওঁক ক্ষিপ্ত কৰি তোলা, তেওঁৰ গৰ্ব্বক বিদ্ধ কৰাৰ তাইৰ এটা পন্থা আছিল। তাইৰ সুৰীয়া মাত আৰু বিদ্রুপ চাৱনিয়ে তেওঁৰ নাৰ্ভ তাই আচুৰি নিছিল। তাৰ পাছত প্ৰেমৰ প্ৰতিশ্ৰুতিৰে গধুৰ হোৱা প্ৰচণ্ড চেনেহৰ দৃষ্টিৰে তাই এনেদৰে চাইছিল যে তেওঁৰ হিয়া নাচি উঠিছিল। ই উন্মাদ কৰিছিল। তাৰ উপৰিও কাৰ্লৰ কথা কিজানি সচাঁ আছিল···

তেওঁ বিলাকে ফটিকাৰ ৰাগী কৰাৰ সময়ত তাই খেল ধেমালিৰ কথা উলিয়ালে। যোৱাবছৰ ওখ চকাৰে সৈতে ভৰিৰে ঠেলি নিব পৰা বাইচাইকেলখন খেল পথাৰলৈ প্ৰচণ্ড গতিৰে সোমায় গৈ বলীয়াৰ দৰে হৈ পৰিছিল। পুৰা তাই এইখনত উঠি আনন্দ অনুভৱ কৰাৰ কথা ক'লে। "হয়তো এইখনত কেনেকৈ উঠিব লাগে তুমি জানা ছাগৈ"—তাই তন্দ্ৰাজড়িত আলস্যৰে সুধিলে।

বিৰক্ত হৈ তেওঁ কলে "নাই মই নেজানো আৰু মই শিকিবও খোজা নাই।"

তাই ওঠৰ ওচৰলৈ বাতিটো তুলি লৈ আৰু সোণোৱালী ৰূপোৱালী কাৰুকাৰ্য্যখচিত লেচৰ মাজেদি তেওঁলৈ জুমি চাই হৃষ্ট চিত্তে তাই গুণ্‌গুণায় ক'লে "কিজানি তোমাৰ ভয় আছে। ভেলোচিপেডলৈ বহু লোকৰেই ভয় আছে।"

তেওঁ উত্তৰ দিলে—"নাই, তুমি কোৱাৰ দৰে মোৰ ভয় নাই। মই এইটো হাস্যকৰ আবিষ্কাৰ বুলিহে ভাবোঁ।"

অবিচলিত জেদেৰে তাই কৈ গ'ল, তেওঁ মন কৰিছিল এইটো' তাইৰ চৰিত্ৰৰ বিৰক্তিকৰ লক্ষণ আছিল, "হয়তো তোমাৰ আৱশ্যকীয় ক্ষমতা নাই, মাত্ৰ পৈণত খেলুৱৈয়েহে এইখনৰ ভাৰ-সাম্য ৰক্ষা কৰিব জানে। কিজানি তুমি মাটিলৈ মুখকৰি পৰি যাবও পাৰা।" তাই যেন খিক্‌খিক্‌ কৈ হাঁহিব খুজিছিল। তেওঁ ক্ষিপ্ত হৈ প্ৰতিবাদ কৰি ক'লে "মই মাটিলৈ মুখ কৰি নপৰোঁ, ভেলোচিপেডখনত উঠাতো একো টান কাম নহয়।

অনেক মুৰ্খ লোক তাত উঠে। সিহঁতক বৰ বহুৱা যেন দেখি।" বিদ্ধি যোৱাকৈ তেওঁ ক'লে। তাই মিনতি কৰিলে, মিছা কথাৰে ফুচুলালে পাকে প্ৰকাৰে নানা উপায়ে কৌশলেৰে; ব্যঙ্গ কৰি; অশ্লিল মন্তব্য কৰিলে—কিন্তু তেওঁ কঠিন হৈ ৰ'ল। তেওঁ কৈছিল যি কোনো লোকৰ দৰেই তেওঁ খেল ধেমালি ভাল পায়। তেওঁ সাঁতুৰিব পাৰে, ঘোঁৰাত বৰং ভালকৈয়ে উঠিব পাৰে, ক্ৰোকেই তেওঁ ভাল খেলে আৰু খেল-পথাৰৰ আন সকলো ৰকমৰ খেল তেওঁ খেলে আৰু খেলিবও জানে। "কিন্তু সেই যন্ত্ৰবোৰৰ কোনো এটাতে উঠিবলৈ নেযাওঁ। আৰু তুমি যিহকেই নোকোৱা মোৰ মন সলনি নহয়।" পাছদিনা পুৱা তেওঁ হাইদপাৰ্কৰ পৰিত্যক্ত ৰ'দকাছলিত উদ্ভাসিত হৈ থকা কুঞ্জবন খনলৈ আহিছিল। তেওঁ মন তেতিয়াও সলনি কৰা নাছিল। এনে 'এটা যন্ত্ৰত'" তাই উঠাত সহায় কৰি দিব খোঁজোতেও তেওঁ কৈছিল তেওঁ নুঠে। শিক্ষয়িত্ৰী হিচাবে তাই আছিল এগৰাকী আশ্চৰ্য্য, ধৈৰ্য্যশীলা, মৰমিয়াল আৰু শৃঙ্খলাপূৰ্ণ মহিলা। কোমল জিলিঙনিৰে চকুহালি ভৰি আছিল। আৰু তেওঁ ভেলোচিপেড খন চলাওঁতে তাই অহৰহ তেওঁৰ সাহসক শলাগিছিল। তেওঁ যেনে ধৰণে ভাৰ-সাম্য ৰক্ষা কৰিছিল তাকো তাই ভদ্ৰতাৰে প্ৰশংসা কৰিছিল। এইখন চলোৱা সাধ্যাতীত হলেও ফেলিক্সে চলাইছিল। আৰু যেতিয়াই তেওঁ পৰি যাব খুজিছিল তাই দৌৰি আহি তেওঁক সাৱত মাৰি ধৰিছিলহি। তেওঁৰ জপৰা হৈ যোৱা চুলিখিনি সমান কৰি দি মিঠা কথাৰে ফুচুলাই চেডেলখনৰ ওপৰত তাই তেওঁক তুলি দিছিল। পুৱা শেষ হৈ আহোঁতে তেওঁ কিছু চলাব পৰা হৈছিলগৈ। আৰু তেতিয়া দুয়ো ওচৰাওচৰিকৈ সুখী কিশোৰ-কিশোৰীৰ দৰে হাঁহি মাতি গৈ আছিল।

পাছৰ কেইদিন তেওঁ মেৰিয়াক বাৰুকৈয়ে দেখা পাইছিল। তেওঁৰ সঙ্গে তাইৰ ভাল লাগিছে বুলি মেৰিয়াই কৈছিল। কিন্তু তাইক চুমা খোৱাৰ প্ৰেৰণা তেওঁৰ পৰা আতৰি যোৱা যেন লাগিল। তাই তেওঁক ক'লে "তুমি এজন মোৰ সহোদৰৰ দৰে।" তাই বুজাই কলে তাই এজন সহোদৰ বিচাৰিছিল। প্ৰথম দিনা তাই যি ধৰণে ফেলিক্সক

চুম্বন কৰিছিল তাৰ কাৰণে তেওঁ এই ঘপহকৈ পাক খোৱা সম্বন্ধটোৰ বাবে প্ৰস্তুত নাছিল। কিন্তু তেওঁ তাইক বিৰত নকৰিলে। অলেখ খেয়াল থকা এজনী ছোৱালী বুলি তাইক তেওঁ মন কৰিছিল। এই বোৰৰ বিপৰীতে নোযোৱাটোৱেই জ্ঞানীৰ কাম হ'ব। যদি তাই তেওঁক পিতৃবুলিও ক'লেহেতেন তেওঁ সন্মত হোৱাৰ ভাও ধৰিলেহেতেন। তাই যাতে সোনকালে বুজে তাকে মাত্ৰ তেওঁ আশা কৰিলে।

তেওঁ দেখিলে তাইৰ এই ভাতৃ-ভগ্নীৰ সম্বন্ধে ধাৰণা আছিল অস্পষ্ট আৰু সংস্কাৰ মুক্ত। এদিন মেৰিয়াই তেওঁক কৈছিল "স্নেহ বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁৰ ওপৰত তাইৰ বিশ্বাস সম্পূৰ্ণ হৈছে।" কন্ভেণ্ট বাগিছাত হোৱা অভিনয়ৰ পাছত তেওঁবিলাক বাগীৰে যেতিয়া উভতিছিল তাই তেওঁৰ দেহত স্নেহ পৰায়ণতাৰে লিপিট খায় বহি পূৰ্ণ বিশ্বাসেৰে তেওঁৰ কান্ধত তন্দ্ৰাজড়িত মূৰটো থৈছিল। তেওঁৰ দেহৰ বিপৰীতে মৃদুভাবে দোল খোৱা তাইৰ দেহবল্লৰী তেওঁ অনুভৱ কৰিছিল। মাজে সময়ে হোৱা জোকাৰণি একোটাত তাই তেওঁৰ গলধনটো সাৱত মাৰি ধৰিছিল। তেওঁৰ ওপৰত তাই স্থাপন কৰিছে ভাতৃ ভাৰ। এইটো ৰক্ষা কৰিবলৈকে তেওঁৰ প্ৰয়োজন হৈছিল সংযমৰ।

দিনবোৰ ক্ৰমাৎ জহ হৈ আহিবলৈ ধৰিলে। ছায়াছন্ন পাৰটোৰেদি থেমচ নদীৰ ওপৰেদি নাৱত দুয়ো ফুৰিছিল। কেতিয়াবা মেৰিয়াই আঙুলিৰে পানীত চিন থৈ যায়। তাইৰ নীলা বৰণীয়া ভিক্টোৰীয়া খনত উঠি দুয়ো ডুবাৰকৈ লণ্ডনৰ বাহিৰলৈ গৈ বালিভাত খাইছিলগৈ। খোৱাবোৱাৰ পাছত বননিৰ ওপৰত ওচৰা-ওচৰিকৈ দুয়ো পৰি থাকি শান্ত ভাবে তন্দ্ৰালু দৃষ্টিৰে চাইছিল গছ-পাতৰ মাজেদি নীলা আকাশৰ বিচিত্ৰ বৰণ, শুনিছিল তেওঁবিলাকৰ বহু ওপৰত হোৱা বিহঙ্গৰ গান। তাইৰ টোপনি আহিছিল। পৰিত্যক্ত শিশুৰ দৰে তেওঁক আকোৱালি ধৰি ওঠেৰে তাই স্পৰ্শ কৰিছিল তেওঁৰ কাণ।

এদিন পুৱা তেওঁবিলাক ঘোঁৰাত উঠি মলৰ মাজেদি যাওঁতে ককাই-ভনীৰ ভাবটো ঘপহকৈ অহাৰ দৰে অন্তৰ্ধ্যানো হ'ল। তেওঁবিলাকৰ যোৰটো মনোৰম হৈছিল। তেওঁ বিলাকক অতিক্ৰম কৰি যোৱা

বাটকৰাই তেওঁবিলাকলৈ চেডেলৰ পৰাই উভতি চাইছিল। আলি-এটাৰ কেকুৰিত তেওঁ দেখিছিল তেওঁলৈ পোনে পোনে চাই থকা জমিদাৰনীগৰাকীক। পলকতে তেওঁ সেই সুকোমল স্পন্দিত নিতম্ব আৰু মৃদুভাবে আন্দোলিত হোৱা তাইৰ দেহৰ ওপৰ অংশ চিনি পালে। স্বাভাৱিক ভাবেই তাই নিঃসঙ্গ। উদ্ধত হৈ আছিল, তাইক অনুসৰণ কৰি গৈছিল এটা ঘোঁৰা চহিচে। সেইদিনাও তাই নিলগকৈ আছিল। তেওঁবিলাকৰ চকুৰ মিল হ'ল। তেওঁ সৰু চকচকীয়া টুপীটো এবাৰ তুলি লৈ, এবাৰ মূৰটো দোৱাঁই, এটা হাঁহিৰে তাইক অভিবাদন জনালে···

তাই পলকতে প্ৰত্যুত্তৰ দিলে মূৰটো দুপিয়াই এটা ক্ষীপ্ৰ চাৱনিৰে। তাৰ পাছত মানুহজনী গ'লগৈ। এইখিনি কেইচেকেণ্ডমানৰ ভিতৰতে ঘটিল।

তেওঁৰ কাষতে হোৱা এক যন্ত্ৰণাদায়ক ক্ৰোধান্বিত নিঃশ্বাসৰ বিষয়ে তেওঁ সজাগ হৈ ঘুৰিলে। মেৰিয়াই তেওঁলৈ চাইছিল—চকুজুৰি হৈ পৰিছিল কঠিন উজ্জ্বল পাথৰ যেন।

"অভিশপ্ত !" তাই ফোচফোচায় কলে—"তুমি সেই দৰে চাই সেই মানুহজনীৰ লগত প্ৰেম কৰিলা নহয় জানো ?"

"মইনে ?···কিয়, মই মাত্ৰ—"

"আৰু তাই হাঁহিটো মাৰি দেখা কৰাৰ সময় ঠিক কৰি ললে···তুমি হ'বলা ভাবিছা মই একোকে দেখা নাই—মই প্ৰতিটো কথাকেই দেখিছোঁ" ···তাই গোটেই মানুহজনী থৰ থৰ কৰে কঁপিছিল, হিংসা আৰু খঙত তাইৰ কণ্ঠৰোধ হৈছিল। তাইৰ চকু জুৰি হৈ পৰিছিল জ্বলি থকা যেন এঙাৰ। তেওঁ ভাবিলে জপিয়াই পৰিব খোজা বাঘৰ চকু চাগৈ তেনেকুৱাই ঠিক হ'ব। "তুমি ভাবিছা হ'বলা তোমাৰ চকু কেইটা তাইৰ মেখেলাৰ তললৈ যোৱা মই নাই দেখা বুলি···"

"কিন্তু সোণজনী মই শপত···"

"সকলোবোৰ মানুহৰ দৰে তুমিও বৰ বৰ মিছা কথাত শপত খোৱা। তুমি এটা গাহৰি ! এৰা এটা গাঁহৰি," তাই আকৌ কলে—"এটা সাপ, এটা কাছ, এটা অভিশাপ।" চাবুক ডালেৰে সবেগে সোঁ

সেঁ৷ শব্দৰে ঘোঁৰাটোৰ পিঠিত কোবায় শেষ শব্দটো কলে।" যন্ত্ৰণাৰে চিঞৰি বিজুলী বেগেৰে ঘোড়াটো দৌৰি গ'ল। ততালিকে তেওঁ তাইৰ পিছ ললে। নিয়ন্ত্ৰণাধীন হৈ থকা শান্তিপূৰ্ণ আলিবাটত তেওঁ-বিলাকে আতঙ্কৰ বীজ চটিয়ালে। ঘোঁৰাৰ খোজৰ এই ভয়ঙ্কৰ নিনাদ শুনি ওখ টুপী পিন্ধা দুজন বিশিষ্ট খেলুৱৈয়ে ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰি তেওঁবিলাকৰ ভেল্চিপেডৰ পৰা মাটিত লুটিখায় পৰিল। অৱশেষত মেৰিয়াৰ যেন ওলাই থকা ঘোঁৰাটো ৰখাই তাইৰ হাতৰ পৰা তেওঁ লেকামডাল ফেলিস্কে কাঢ়ি লৈছিলগৈ। ঘৃণাৰে তাই তেওঁক লাহেকৈ আঘাত কৰিছিল, কিন্তু তেওঁবিলাক দুয়ো উশাহ লোৱাত কষ্ট পাইছিল। ঘামত তিতি টেপ্‌টেপিয়া হৈছিল আৰু তেতিয়াও খঙত থকাৰ কাৰণে কথা ক'ব পৰা নাছিল কোনেও।

তাই আহি ড্ৰইং ৰুমত সোমায়েই মূৰৰ টুপীটো দলিয়াই দি ঘূৰণীয়া মেজ এখনৰ পৰা চীনামাটিৰ সুন্দৰ পাত্ৰটো সাউত কৰে লৈ ফেলিস্কলৈ মাৰি পঠিয়ালে। এক ইঞ্চিৰ কাৰণে ব্যৰ্থ হ'ল।

তেওঁ সুধিলে "তুমি মোক মাৰি পেলাব খুজিছানেকি ?"

"ও" তাই দাঁত কৰচি ক'লে। তাইৰ অস্থিৰ চকুজুৰি আহি ৰৈছিলহি ড্ৰেছডেনৰ পৰা অনা এডাল মমৰ ওপৰত। "মই তোমাক বধ কৰিব খুজিছোঁ" তাই কথা কৈ থাকোঁতে দলিমাৰি দিয়া মমডাল তেওঁৰ কাণৰ ওচৰেদি ক্ষীপ্ৰতাৰে আহি দেৱালত লাগি ভাগি গ'ল। দলিমাৰি পঠিয়াবলৈ যোগ্য বস্তু আন কিবা এটা পোৱাৰ পূৰ্ব্বেই তেওঁ তাইৰ হাতত ধৰি পাশবিক ভাবে ফেলিস্কে টানিবলৈ ধৰি ক'লে "মোৰ ধাৰণা আছিল আমি ককাই-ভনী বুলিহে।" এই কথাৰ উত্তৰ স্বৰূপে তাই একেটা ভঙ্গীৰেই তেওঁৰ আঠুৰ তলত গুৰিয়াইছিল আৰু তেওঁৰ হাতত কামুৰিছিল। তেওঁবিলাকৰ মাজত মুষ্টি যুদ্ধ হ'ল। তেওঁ উপলব্ধি কৰিছিল তাইৰ কোনো শিক্ষা নাইবা খেলুৱৈৰ দক্ষতা নাই। তাই খুজিছিল মাত্ৰ আঘাত কৰিবলৈকে। নীতিশাস্ত্ৰ তাই উলাই কৰিলে। তাইৰ চুলি আউলি জাউলি হ'ল, অশ্বাৰোহণৰ বাবে পিন্ধা আটিল সাজ পোচাক বল-প্ৰয়োগৰ ফলত উৰুলি গ'ল। স্তম্ভিত কৰা ক্ষিপ্ৰতাৰে

তাই চিকুটিছিল, গুৰিয়াইছিল আৰু আচুৰিছিল ; এই সকলো সময়তে তাই ইটালী মাত কথাৰে তেওঁক শাও-শপনি দি থাকিল। তাৰ পাছত হঠাতে তাই বশ মানিছিল। তেওঁৰ গাত হেঁচা দি উচুপি উচুপি ফুচফুচায় লাজ লাজকৈ তাই কৈছিল—

"মই তোমাক ভাল পাওঁ।" তেওঁৰ বুকুত তাইৰ গালখন থ'লে।

"ইয়াৰ কি অৰ্থ ?"

"কাৰণ মই তোমাক ভাল পাওঁ" উৎকণ্ঠাৰে তাই তেওঁলৈ চালে।

"আগতে মই কেতিয়াও পুৰুষক ভাল পোৱা নাই। সদায়েই পুৰুষেই মোক ভাল পায় আহিছে। গোটেই জীৱন মোৰ ভয় আছিল ভাল পাবলৈ। কাৰণ ভাল পোৱাই অধিক যন্ত্ৰণা দিয়ে।" তাই মৌন হ'ল। বেদনাত তাইৰ মুখমণ্ডল সঙ্কুচিত হৈছিল।

"হয়তো তুমি গুচি যোৱাই মঙ্গলজনক হ'ব। কিজানি ই তোমাৰ কাৰণেও মঙ্গল আৰু মোৰ কাৰণেও মঙ্গল"—তাই কথাবোৰ ইমান সৰুকৈ কৈছিল যে তেওঁ প্ৰায় শুনাই নাছিল।

তেওঁ হাঁহিলে—প্ৰেমলাভ কৰা বুলি গম পোৱা এজন মানুহৰ অজস্ৰ হেপাঁহেৰে তাইৰ গালত তেওঁ থপৰিয়ালে। তাই এইদৰে কেনেকৈ কলে—কেনেকৈ দিব পাৰিলে এনে পৰামৰ্শ ? তেওঁ যে দিব লগা আছে সহায়ৰ বাবে এখন কনচাৰ্ট ! "মনত পেলোৱাচোন সেই অসহায় চাইলেচীয়ান শিশুহঁতলৈ—" তাইৰ চুলি কোচাত চুমা খায় তেওঁ বিদ্ৰূপেৰে ক'লে। এৰা, সিহঁতলৈ তাইৰ মনত পৰিছিল, তাই কন্ভেণ্ট বাগিছাত সাহায্যৰ বাবে অভিনয় কৰিব পাৰিলেহেতেন ! এই অভিনয়ে তেওঁৰ কনচাৰ্টতকৈ বহু বেছি ধন আনিব পাৰিলেহেতেন—তাই চাইলেচীয়ান শিশুহঁতৰ কাৰণে দুখন কি তিনিখন সাহায্য অভিনয় কৰিব পাৰিলেহেতেন—"কিন্তু তুমি যোৱাগৈ নহয় জানো ?" এতিয়া তাইৰ মাতত আছিল আন্তৰিক অনুবোধৰ সুৰ। "তুমি সোনকালে গুচি যোৱাগৈ।"

তেওঁ লাহেকৈ মুখখন টিপি হাঁহিলে আৰু তাই কৰা অভিনয়ে যি ধন

অনাৰ ধাৰণা তাই কৰা দেখিলে—এই লৈ তেওঁ কিছু বিৰক্তও হ'ল। অৱশ্যে কভেণ্ট বাগিছা আৰ্গাইল খোটালীতকৈ অধিক ভাঙৰ। আৰু সন্দেহ নাই যে সৰহ ভাগ লোকেই তেওঁৰ কনচাৰ্টতকৈ তাইৰ গান শুনিহে ভাল পাব। কিন্তু কনচাৰ্টৰ বিষয়ে ইতিমধ্যে জাননী দিয়াও হৈ গ'ল—জুলাইৰ তেৰ তাৰিখৰ সন্ধিয়া।

"সেই কাৰণেই তুমি দেখিছা সোণজনী যদি মই বিচাৰোঁও" হাউলি তাইৰ থুতৰিটো তুলি ধৰি ক'লে "এতিয়া মই যাবও নোৱাৰো।" "হয়তো তুমি অনুতাপ কৰিবা"...তাই গুণগুণ্‌কৈ ক'লে। চকুজুৰিত বিৰিঙি উঠিল এক আচৰিত দ্যুতি।

এটা ৰঙা পকা ফলৰ দৰে তাইৰ মুখখন মেল খাইছিল—তাই আঙুলিৰ ওপৰত ভৰ দি উঠিল—আৰু তেওঁ অনুভব কৰিলে চুমাটো যেতিয়া তাইৰ হৃদয়ৰ পৰা মুখলৈ আহিছিল তাইৰ দেহ মঞ্জৰী তেওঁৰ দেহৰ মাজতে উত্তেজিত আৰু সেও হৈ পৰিছিল। সেই চুমাটোৰে সৈতে আহিল এজনী নতুন মেৰীয়া—

অনন্ত জটিলতাৰ, মোহিনী শক্তিসম্পন্না আৰু চলনাময়ী এক প্ৰাণী তেওঁক বলীয়া কৰিবলৈকে যেন তাই নৰকৰপৰা উৰি আহিছিল। তিৰোতা অত্যধিকভাৱে আগবাঢ়ি আহি আকুল ভাবে তেওঁৰ ওচৰত বশ মনা বিষয়টোত তেওঁ অভ্যস্ত আছিল। এই প্ৰণয় খেলটো তেওঁৰ ভাল লাগিছিল যদিও বৈচিত্ৰহীন বিনোদন যেন লাগিছিল। এই ভুল ধাৰণাটো তাই শুধৰাবলৈ আগ বাঢ়িলে। তাইৰ যথেষ্ট দৈহিক সৌন্দৰ্য্য আছিল, তাৰোপৰি তাই সম্মোহন স্বাভাবিক দক্ষতাৰে কৰিব পৰা শক্তি আছিল। তাই ইয়াৰ ব্যৱহাৰ সম্পূৰ্ণভাৱে কৰিলে। প্ৰণয়ৰ তীব্ৰ যন্ত্ৰণাৰ লগত তেওঁক তাই পৰিচয় কৰাই দিলে। অব্যৰ্থ কৌশলেৰে তেওঁৰ কামনা প্ৰজ্বলিত কৰি তুলিবলৈ তাই নানাৰকমে চেষ্টা কৰিলে। তেওঁ জানিছিল তাই 'দেলা ৰবীয়া'। দেবীৰ দৰেও হ'ব পাৰে, তাই পতিতাৰদৰেও হ'ব পাৰে। তাইৰ যেনেদৰে নিজৰ বালিকাসুলভ আপত্তি প্ৰকাশ কৰিবলৈ সীমীত নিৰ্দ্দিষ্ট শব্দাৱলী যথেষ্ট আছিল বুলি প্ৰমাণ হৈছিল, সেইদৰে তাইৰ অতি উচ্ছৃঙ্খল পৰামৰ্শও প্ৰমাণ হৈছিল। এই

কৌশলৰ ফল আছিল উত্তেজক আৰু বিধ্বস্তকৰণ। প্ৰণয় লাভ কৰি প্ৰথম বাৰৰ বাবে তেওঁ প্ৰেমমগ্ন হ'ল। জিৰণি ভৰা স্বাভাৱিক তন্দ্ৰা তেওঁৰ নোহোৱা হ'ল। তেওঁৰ বিচাৰ বুদ্ধি আচ্ছন্ন হ'ল। তেওঁৰ ইচ্ছা শক্তি ক্ৰমান্বয়ে কমি গ'ল। প্ৰতিফলহীন কামনাৰ আবৰণে তেওঁক স্থায়ীভাবে অস্থিৰ অৱস্থাত ৰাখিলে। জীৱনত তেওঁ তেনে সুখ আৰু তেনেকুৱা বেদনা কেতিয়াও পোৱা নাছিল। তেওঁ এনে এটা অৱস্থাত উপনীত হৈছিলগৈ যত পৰাজিত লোকে শ্ৰদ্ধা কৰিছিল নিৰ্য্যাতনকাৰীক। মেৰীয়াক ঘিণ্ কৰি তাইক ত্যাগ কৰাৰ চিন্তা কৰাও তেওঁ সহিব নোৱাঁৰে। তেওঁৰ এই নতুন অৱস্থা যেনেকৈ উত্তেজক আছিল তেনেকৈ আছিল শ্ৰান্তিকৰো।

তেওঁ এইয়া অতি ব্যয় বাহুল্য যেনো পাইছিল। আনকি তিনি সপ্তাহ মাত্ৰ তেওঁৰ কনচাৰ্টলৈ বাকী আছিল আৰু মেৰীয়াই পোনপটীয়া ভাবেই মন স্থিৰ কৰিছিল ৰথচাইল্ড বেঙ্কত থকা ফেলিস্কৰ শকত পুঁজি তাৰ আগতেই শেষ কৰি তেওঁক কপৰ্দকহীন কৰি তোলা।

এইটো আৰম্ভ হৈছিল এটা ঘোঁৰাৰ সৈতে। এদিন পুৱা দুয়ো ঘোঁৰাত উঠি হাইদপাৰ্কৰ মাজেদি গৈ থাকোঁতে তাই ক'লে ভাৱালৈ অনা সকলোবোৰ ঘোৰাঁতকৈ ফেলিস্কৰ ঘোঁৰাটোৰ চাৰণি বৰ অৱস আৰু ভোদা যেন লাগে। এনেকুৱা ধৰণৰ ঘোঁৰাত উঠা মানুহজনৰ লগত কোনোবাই তাইক দেখিলে তাইৰ লাজ লাগে। বিশেষকৈ সেই মানুহজন যেতিয়া হয় মাননীয় মেণ্ডেলচন, কাৰণ সকলোৱেই জানে তেওঁ বিত্তবান পুৰুষ। ফেলিস্কে ক্ষীণ আপত্তি কৰি কৈছিল লণ্ডনত তেওঁ অলপ দিনহে থাকিব, এই কম সময়ৰ বাবে এটা ঘোঁৰা কিনাটো অলপ অমিতব্যয়ী যেন হ'ব। ইয়াৰ উত্তৰত তাই কৈছিল যে অমিতব্যয়ী হোৱা দুৰৰে কথা, এটা ঘোঁৰা কিনিলে বিচক্ষণ ভাবে ধন কামত খটোৱা হ'ব।

"তুমি বুজিছা প্ৰিয়তম, তুমি ভাৰাত দিয়া ধনহে ৰাহি কৰিবা—" কৌশলেৰে তাই ব্যাখ্যা কৰিলে। তেওঁৰ ক্ষয় হৈ যোৱা এই মানসিক অৱস্থাত এই যুক্তি অখণ্ডনীয় বুলি ধাৰণা হ'ল। তেওঁ বেঙ্কলৈ আহি

সবহকৈ ধন উলিয়াই এটা ঘোঁৰা কিনিলে।

মেৰীয়াই কোৱা সকলোখিনি কথাকে বেপাৰীজনে প্রতিপন্ন কৰিলে দৃঢ়ভাবে। ৰচিনাৰ গলধনটোত থপৰিয়াই থপৰিয়াই সি ক'লে "মই জানো, ডাওৰীয়া, এইয়া বহুত টকা যেন লাগিছে, পিছে আটাইতকৈ ভালটোৱেই হ'ল আটাইতকৈ সস্তা। আপুনি যাবৰ সময়ত এইটোক বেচিবলৈ অকণো আমনি নেপাব। সস্তৰ ভাল লাভো এটা কৰিব পাৰিব।"

ৰচিনাক দেখা পাওঁতে মেৰীয়াই শলাগিলে কিন্তু এইবাৰ তাই আপত্তি কৰিলে ফেলিস্কৰ সাজপোছাক লৈ—ফেলিস্কৰ সাজপোছাক বোৰে তাইক লাজত পেলায়।

আশাহত হৈ ফেলিস্কে সুধিলে "সচাঁকৈয়েনে? বার্লিনৰ সকলোতকৈ সুন্দৰ দৰ্জ্জীজনৰ পৰা এইবোৰ চিলোৱাই লোৱা হৈছে।"

"ঠিক সেইবাবেই এনে হৈছে। পুৰুষ মানুহৰ কাৰণে কেনেকৈ কাপোৰ কাটিব লাগে বার্লিনত সিহঁতে নেজানে। মাত্র জানে ইয়াত," এনেকুৱা হাঁহি উঠা সাজ পাৰ পিন্ধা ভদ্রলোকৰ লগত তাইক আৰু নেদেখে। যেতিয়া লণ্ডনৰ সাজপাৰত মানুহক সকলো ক্ষেত্রতে শুৱনী দেখি তেতিয়া এইয়া অনাবশ্যক খৰচো নহয়। "আনকি তুমি লণ্ডনলৈ উভতি যোৱাৰ পাছতো তোমাক শুৱনী লাগিব।"

কার্লে তেওঁক দৰ্জ্জীৰ ঠিকনাটো দিছিল। তেওঁ আৰু অধিক তিৰস্কাৰ বা সতর্ক কৰি দিয়াৰ পৰা বিৰত হ'ল। মাজে সময়ে তেওঁ উখহা চকুকিটাৰে অমঙ্গলৰ আশঙ্কা আৰু হতাশাৰ অভিব্যক্তিৰে বন্ধুলৈ চাইছিল। কিন্তু তেওঁৰ মনৰ ভাব নিজৰ মাজতে ৰাখিছিল, তেওঁ ক'লে "হোৱা এইটো ঠিকনা, এওঁক দিলে খৰচ বেচি পৰিব কিন্তু ভাল কাপোৰ হ'ব। যদি পাৰা অনুগ্রহ কৰি মোৰ নামটো উল্লেখ নকৰিবা।"

চেন্তাইল ৰওত ফেলিস্ক ৰূপান্তৰ হ'ল ফুলবাবুলৈ।

সম্পূর্ণ দীঘল এখন দাপোনৰ সম্মুখত তেওঁ অনেক সময় থিয়হৈ নিজৰ চেহেৰা চালে। তেওঁ বুজিলে এইবছৰ কোটৰ কলাৰৰ ভাজ কৰা অংশ অলপ বেচি বহল হৈছে আৰু ঋতুৰ বৰণটো হৈছে তাম

বেগুনীয়া। বুটজোতা বোৰ সমকোণা হ'ল। পশমৰ টুপী নাম মাত্ৰ তললৈ নমাই পিন্ধিছিল। লণ্ডনৰ নতুন সাজ পোছাকত বৰং তেওঁৰ অপ্ৰতিভ হোৱা যেন লাগিল। মেৰীয়াই মুখ মেলি তেওঁক সাবত মাৰি ধৰিলো। তাইৰ যেন উশাহ বন্ধ হৈ গৈছিল। তাই আন বাহিৰা কথা উলিয়ালে।

বেঙ্কত কোষাধ্যক্ষজনে স্পষ্ট উদ্বিগ্নতাৰে কিন্তু নিৰৱে তেওঁৰ বাকী থকা ধন খিনি গণি উলিয়াই আনি ফেলিস্কক দিলে। দেউতাকলৈ আগনিশা ফেলিস্কে লণ্ডনৰ সামাজিক জীৱনৰ প্ৰয়োজনীয়তা সম্পৰ্কে বুজাই চিঠি লেখিলে—নিশ্চয় তেওঁ বুজিব।

"তোমাৰ টকা পয়চা আছেনে নাই?" কেইদিন মানৰ পাছত কাৰ্লে সুধিছিল। আমনজিমনকৈ থকা দেখি তেওঁ উত্তৰটো বুজিলে। "তোমাৰ দেউতাৰাৰ পৰা এতিয়াও জানো উত্তৰ অহা নাই?"

"নাই অহা, কিজানি তেওঁ পোনে পোনে বেঙ্কলৈকে লিখিলে।"

অকণমান আশাৰে ফেলিস্কে ক'লে।

"পিতৃ-মাতৃ নিজৰ লৰাছোৱালীৰ আৰ্থিক সমস্যাৰ কাৰণে যে নিৰ্ম্মম এই কথা জনসাধাৰণৰ অবিদিত নহয়।" দুয়োজন বন্ধুৰ মাজলৈ আহিল মৌনতা। কাৰ্লে দীঘল হুমুনিয়াহ পেলায় ক'লে "নিজৰ সৎকৰ্ম্মৰ ওপৰত অধিকভাবে মূল্য আৰোপণ কৰে সৰহভাগ মহিলাই আনকি সেই সকলেও যি সকল প্ৰকৃততে একেবাৰেই সৎ নহয়।"

"তুমি যদি ইয়াত পৰোক্ষ ভাবে মেৰীয়াৰ কথা কৈছা, তুমি ভুল কৰিছা। তাই ধনলোভী নহয় মাত্ৰ অতিপাত খৰচী, মই ভাবোঁ মোক তাই ভাল পায়—কিন্তু তাই নিজৰ লগতেই সংগ্ৰাম কৰিছে।"

এইটো সঁচা। অনেকবাৰ বোধ হৈছিল তাই যেন বশ্যতা স্বীকাৰ কৰাৰ কাষ চাপিছিল। তাইৰ চকুজুৰি কোমল হৈ পৰিছিল, তাইৰ মুখ তেওঁৰ মুখত লিপিত খায় লাগি ধৰিছিল। তাই লেউ সেউ হৈ মাত্তি হৈছিল, তাৰ পাছত পৰম চেষ্টাৰে আত্ম সংবৰণ কৰি তেওঁক অতৃপ্ত বাসনা, বেদনা আৰু বিবুদ্ধিত ৰাখি ঘৰলৈ ওভোতাই পঠিয়াই দিছিল—পুৱতীৰ শেতা পোহৰৰ মাজেদি।

কাৰ্লে বিৰাগ পূৰ্ণ সহানুভূতিৰে ক'লে "নিজৰ ভিতৰতে কিছুমান তিৰোতাই বছৰ জুৰি সংগ্ৰাম কৰিব জানে। মই আশা কৰিছোঁ তোমাৰ বাবেই অনুৰাগে প্ৰধান্য লাভ কৰক সোনকালেই।"

হয়, সোনকালেই, মনৰ ভিতৰতে ফেলিস্কে ধ্বনি তুলিলে। সময় কমি আহিছে। অহা সপ্তাহত সেই সাহায্য কনচার্ট অনুষ্ঠিত হ'ব। আকস্মিক বিক্ষুব্ধ আক্ষেপেৰে তেওঁ সুঁৱৰিলে সেই নিৰ্ব্বোধ "ভগ্নী" সময়চোৰাৰ কথা; সেই নিবিহ বনভোজবোৰৰ কথা; সেই জুনমাহৰ সুখময় অৱসৰৰ মুহূৰ্ত্তবোৰৰ কথা। এইবোৰ প্ৰেমেৰে ওপচাই দিব পৰা গলহেতেন আৰু এইবোৰ নষ্ট হৈ গ'ল।

পৰাজয়ৰ কান্ধ জোকাৰনি এটাৰে তেওঁ ক'লে "মই আৰু তিৰোতাক চিনি নেপালো।"

বিদ্ৰুপ আৰু দুঃশ্চিন্তাৰ এটা ধীৰ হাঁহিয়ে কাৰ্লৰ মুখমণ্ডল আচ্ছন্ন কৰিলে। তেওঁ ক'লে "মই তাকেই কৈছো। মই কোৱা কাম কৰিবলৈ প্ৰত্যেকবাৰেই এজনী তিৰোতাই কৰিবলৈ অস্বীকাৰ কৰে। অথচ এই কাম তাই কৰা হ'লে মই ভাল পালোহেতেন। কিন্তু আনন্দিত হোৱা ফেলিস্ক। তিৰোতাক কোনেও বুজি নেপায়। শ্ৰেষ্ঠ লোক সকলেও চেষ্টা কৰি এৰি দিছিল। সন্তৰ বুজিব লগা ইয়াত একোৱেই নাই।"

পাছৰ কেইদিন ফেলিস্কে মেৰীয়াক বৰ কম দেখা পাইছিল। নতুন এখন অপেৰাৰ কাৰণে তাই ব্যস্ত হৈছিল আৰু তেওঁৰ নিজৰ সময়বোৰো গৈছিল তেওঁৰ আখৰাত। আকৌ এবাৰ সুৰকাৰ সকলৰ মাজত থাকি মেৰীয়াক মুহূৰ্ত্তৰ কাৰণে পাহৰি থাকিবলৈ তেওঁৰ ভাল লাগিছিল। গীত-বাদ্যই দুখ নিদিয়ে। ই নিকা কৰে আৰু দুঃখ দুৰ্দ্দশাৰ পৰা মুক্তি দিয়ে। সঙ্গীতৰ প্ৰতি থকা তোমাৰ প্ৰেমে আত্মালৈ আনে শান্তি আৰু পোহৰ আৰু যি প্ৰেম ইমান নিষ্ঠুৰ সেই আনৰকমৰ প্ৰেমক পাহৰাই ৰাখে। এৰা, মেৰীয়াই তেওঁক এটা শিক্ষা দিলে। তাই চূৰ্ণ কৰিলে তেওঁৰ দম্ভ আৰু সাহস হ্ৰাস কৰিলে। এইবাবে তেওঁ মেৰীয়াৰ ওচৰত কৃতজ্ঞ। পুনৰ তেওঁ কেতিয়াও নেভাবে যে প্ৰেম মাত্ৰ এটা বৈচিত্ৰ্যহীন খেলহে। লণ্ডনৰ পৰা পাথেয় হিচাবে তেওঁ লগত ইয়াকেই নিব।

এটা শিক্ষা আৰু এটা চেকা। শেষ আশা লৈ তেওঁ বেঙ্কলৈ আহিছিল কিজানি দেউতাকে তেওঁৰ বাবে আন এখন চিঠি কালিয়নে ধন দিবলৈ লেখি পঠিয়াইছে। সম্ভব এটা ধাৰৰ বাবে আলোচনা কৰিবলৈ তেওঁ সক্ষম হবও পাৰে। তাৰ বাহিৰেও ৰথচাইল্ড পৰিয়ালটোৰ বন্ধু। প্ৰথম কনচাৰ্টটোৰ অন্তত তেওঁক বেচ উৎসাহিত দেখা গৈছিল। আৰু দেখাত তেওঁ ইমান বুজন যেন লাগে। বেঙ্কত পলকতে তেওঁৰ পৰিচয় দিয়া হৈ গ'ল। নাথান ৰথচাইল্ডে আৰম্ভ কৰিলে "মই ঠিক তোমাৰ দেউতাৰৰ পৰা এখন চিঠি পাইছোঁ।"

"সঁচানে ?" ফেলিস্কৰ মুখখন পোহৰ যেন হৈ পৰিল। "মই ভাবিছিলো পোনে পোনে তেওঁ আপোনালৈকে লিখিব পাৰে বুলিয়েই। মই তেওঁলৈ বাহুল্য বিবৰণ দি পৰিস্থিতিটো জনাইছিলো। লণ্ডনত থকা অতি ব্যয়সাধ্য।"

সন্ধানী চকুজুৰিত পৰিহাসৰ জিলিঙনি জিলিকি উঠিল। "সঁচাকৈয়ে ব্যয় সাধ্য নহয় জানো ? আৰু ঘোঁৰাবোৰে ঘোঁৰাৰদৰে খায়, নেখায় জানো ?" চিঠিখন তেওঁ মেজৰ পৰা তুলি লৈ ক'লে—"তোমাৰ দেউতাৰাই কি লেখিছে মই পঢ়ি দিলে তুমি ভাল পাবা জানো ?"

বেঙ্কৰ মালিক জনৰ কথাৰ সুৰত ফেলিস্ক সতৰ্ক হ'ল। তেওঁৰ হৃদয় অসাৰ হৈ পৰিল। "মাননীয়, আপুনি চিঠিখন পঢ়িব নেলাগে। মই বুজিব পাৰিছোঁ। মোৰ দেউতাই হয়তো আপোনাক জনাইছে যে মই সাংঘাতিক খৰচী আৰু তেওঁ মোক অপ্লাবিত টকা তেওঁ দিছিল, সেই কাৰণে মোক আৰু এটা কড়িও যেন আগতিয়াকৈ দিয়া নহয়।" "তোমাৰ দেখিছো দেউতাৰাৰ মনটো বুজিবলৈ আছে অসাধাৰণ অন্তৰ্দৃষ্টি। তোমাক আগধন দিব পৰা হলে মোৰেই ভাল লাগিলে-হেতেন, কিন্তু—"

"মই বুজিছো আৰু ঠিক সেই কাৰণেই আপোনাক ধন্যবাদ দিছোঁ।" থিয় হৈ ফেলিস্কে ক'লে। "দেউতা আৰু আইহঁতে পাহৰি যায় যে তেওঁবিলাকো এসময়ত ডেকা-গাভৰু আছিল। এইটো ঠিক হৈছে। মই কিবা উপায়ে চলাম।"

"তোমাৰ দৰেই সকলোৱে কৰে।" এটা চিন্তা ভৰা হাঁহিৰে বেঙ্কৰ মালিকজনে ক'লে।

কনচাৰ্টৰ আগমুহূৰ্ত্তত কভেণ্ট বাগিছাৰ অভিনয়ৰ পাছত মেৰীয়াই ফেলিস্কক সুধিছিল নিশা ভোজন কৰিবলৈ তাইক নিব পাৰিবনেকি। কাৰণ তাই দুদিন তেওঁক দেখা নাই, আৰু সোনকালেই ফেলিস্ক যাবগৈ। এটা ভিতৰুৱা খোটালী লবলৈ তাই ক'লে। এদিন এই পৰামৰ্শই তেওঁক আনন্দিত কৰি তুলিলেহেতেন—এতিয়া কিন্তু এইটো তাইৰ আন এটা খেয়াল বুলিয়েই ফেলিস্কে ধৰি ল'লে।

ঘনবিন্যস্ত দলিছাৰে সৈতে সৰু খোটালীটোৰ সোঁমাজতে আছিল ভাতখোৱা মেজখন। একোণত এটা 'ঘটৰ' ওপৰত আছিল এজোপা তালগছ, ওচৰতে আছিল এখন অসাধাৰণ বৃহৎ আসন। ফটিকা আছিল উৎকৃষ্ট আৰু পৰিবেশন চলি আছিল অপ্ৰতিহত গতিৰে।

খোৱাৰ সময়ত তেওঁবিলাকে অধিক কথা-বতৰা পতা নাছিল। কেতিয়াও তাই ইমান শুৱনী নাইবা কমনীয় নাছিল। তেওঁ বিস্ময় মানিলে তাইৰ অলেখ বিচিত্ৰ অভিব্যক্তি পুনৰ দেখি। তাইৰ ডিঙিত থকা পান্নাৰ অসাধাৰণ ডাঙৰ গলপতা ধাৰ আৰু সৌন্দৰ্য্য তেওঁ পূৰ্বে কেতিয়াও মন কৰা নাছিল। মমৰ পৰা নিগৰি অহা পোহৰত তাইৰ চকুজুৰি শেঁতা সেউজীয়া দেখিছিল। তেওঁ ভাবিছিল তেওঁ যেন তাইৰ চকুজুৰিৰ সেই গোপন মিনতি, অনুশোচনা বুজিব পাৰিছে।

ফেলিস্কৰ হাতখন লৈ তাই ক'লে "কোনোবা দিনা তুমি বুজিবা।" "বুজিবা কি? মইচোন বিস্ময়জনক ভাবে আনন্দ কৰিলো—!" তেওঁ আচৰিত হোৱাৰ ভাও ধৰি ক'লে।

"তুমি বৰ মিছা কথা কোৱা" শান্তভাবে তাই ক'লে। তাইৰ ফুচফুচনিয়ে খোটালীটোৰ নিৰৱতাত সামান্যতম আলোড়ন তুলিলে "সোনকালেই তুমি এজনী লাৱণ্যময়ী ছোৱালী বিয়া কৰাবা আৰু তোমাৰ লৰা-ছোৱালী হ'ব—"

"মই জানো সেই দুখীয়া চাইলেচীয়াৰ লৰা ছোৱালীবোৰৰ দৰে।" তেওঁ সশব্দে হাঁহিলে। তেওঁ প্ৰফুল্লিত হ'বলৈ যত্ন কৰিলে—কিন্তু

নোৱাৰিলে। তাইৰ চকুজুৰি কোমল আৰু গভীৰ হৈয়েই আছিল, তাইৰ কথাবাৰ্ত্তাও পৰিবৰ্ত্তন হোৱা নাছিল। "তেনেহলে এনেকৈয়েই ভাল বুলি তুমি ভাবিছা—" তাই সুধিলে। "সুন্দৰ, বাৰু আমি অলপ ফটিকাৰ ৰাগীকে কৰোহঁক আহাঁ—" ফটিকাৰ গিলাছটো ডাঙিলৈ এঢোক পি মেৰীয়াৰ পিনে হাউলি ডিঙিৰ পাথৰ ডোখৰলৈ তিৰ্য্যক দৃষ্টি নিক্ষেপ কৰি তেওঁ ক'লে—"প্ৰসঙ্গক্ৰমে এই ডোখৰ চোন বৰবঢ়িয়া পান্না। "লা—স্কেলাত মই প্ৰথমে আত্ম প্ৰকাশ কৰোঁতে এই ডোখৰ কিনিছিলো মিলানোত। তুমি মিলানো দেখিছানে নাই?" তেওঁ মিলানো দেখিছেনে?···নিশ্চয় তেওঁ মিলানো দেখিছে, ফাচিটা লেচেৰে তৈয়াৰ হোৱা যেন লগা আশ্চৰ্য্যকৰ ডিউমো তেওঁ দেখিছে। আৰু ফ্লোৰেঞ্চ আৰু নেপলচ, অমাল ফি আৰু ৰোম···কিয়, তেওঁচোন নিজৰ দেশখনতকৈ ইটালীক হে ভালকৈ চিনি পায়।

ৰোমৰ মেডিচি বাসভবনত হৰেক ভানে'টৰ হতুৱাই তেওঁৰ প্ৰতিমূৰ্ত্তি আনকি চিত্ৰাঙ্কিতো কৰাইছিল। ইটালীক তেওঁ ভাল পায়। তেওঁ ভাল পায় সঙ্কীৰ্ণ 'ভিমকোলি', উদং ভৰিৰে সৈতে লৰা-ছোৱালীবোৰ, ভিক্ষাৰীবোৰ, পুৰণি উপাসনা মন্দিৰবোৰ আৰু মনোৰম ঠাই বোৰ। সেই জুৰামাটি, সেই ব'দালি, সেই সৌন্দৰ্য্য, আৰু অফুৰন্ত সময়—এইয়া আছিল ইটালী।"

তেওঁৰ কথা কোৱা অন্ত হ'লত তাই সুধিলে "তুমি ইটালীয় আহাৰ ভাল পোৱা নহয় জানো?"

"বাস্তবিকে মই ভাল পাওঁ।" ইটালীয় ৰন্ধনচোন সকলোৱেই ভাল পায়। পাইঝাঁ, পাষ্ট এজকিউয়েটা, ৰোষ্ট—এই সকলোবোৰ তেওঁ ভাল পায়···কিন্তু ইটালীৰ ৰন্ধনত কৌশল আছে। ইয়াত লাগে প্ৰচুৰ সমৰ্থতা, প্ৰচুৰ পৰিমাণে কৌশল।

তেওঁবিলাকৰ সম্বন্ধৰ সঙ্কট মুহূৰ্ত্ত পাৰহৈ যোৱাৰ পাছত অসন্তুষ্টি আৰু নিৰানন্দৰ পৰা খন্তেক ৰেহাই পাবলৈকে, নাৰ্ভৰ উত্তেজনাৰ পৰা মুক্তি পাবলৈকে তেওঁ অনৰ্গল কথা অতিৰিক্তভাবে কৈছিল বুলি ভাবি তাই ধৈৰ্য্যেৰে অপেক্ষা কৰিলে।

"হয়তো কালিলৈ মই তোমাৰ বাবে ইটালীয় আহাৰ ৰান্ধিব পাৰোঁ। প্ৰথমবাৰ দেখা পাবৰ দিনাই মই তোমাক কৈছিলো কিজানি তোমাৰ কাৰণে কেতিয়াবা ইটালীয় ৰন্ধা মই ৰান্ধিম—মনত আছেনে ? কালিলৈ কনচাৰ্ট হৈ যোৱাৰ পাছত তুমি মোৰ ঘৰলৈ আহিবা মই তোমাৰ কাৰণে ভেনিচদেশৰ আহাৰ ৰান্ধি থম দেই," তাই ক'লে।"

সেই গধূলি ফেলিস্ক ঘৰলৈ উভতি আহি দুৱাৰ খনৰ ভলেদি সৰকি অহা এছেৰেঙা পোহৰ দেখা পালে। মনে মনে তেওঁ জুমি চাই দেখিলে এক দুখৰ দৃশ্য। হেনোভাৰ দূতাবাসৰ তৃতীয় চেক্ৰেটৰীজনে তেওঁ নিশা পিন্ধা সাজপাৰ আৰু ফিটাবন্ধা টুপিটো পিন্ধি শোৱা পাটিৰ ওপৰত বহি দুঃখমনেৰে চাই আছিল শোৱা-পাটিৰ চাদৰ খনলৈ।

ফেলিস্ক সোমায় আহি তেওঁৰ শোৱাপাটিৰ একোণে বহি সুধিলে "কিয় তুমি চোন শোৱাই নাই ?"

কাৰ্লে দুঃখ পূৰ্ণ এটা হুমুনিয়াহ পেলায় গম্ভীৰ ভাবে ক'লে—"তুমি ধনহীন হৈ দৰিদ্ৰ অৱস্থাত উদ্বেগেৰে থকা মানুহ এজনলৈ চাইছা। আজি পুৱা মোৰ বেঙ্কৰ মালিকজনে মোক জনালে যে মই টকা সীমাৰ অতীত আনিলো। তাৰ পাছত যিজনী তিৰোতাক মই ভাল পাইছিলো সেই চুজেই এই গধূলি মোক জনালে যে মই তাইৰ পৰা আতৰি থকাটো তাই বাঞ্চা কৰে, তাই অধিক সুখী হ'ব যদিহে মই তাইৰ পৰা চিৰকাল আতৰি থাকো। অৱশ্যে এইটো আকস্মিক নাছিল, তথাপি ই মোক নিদাৰুন আঘাত দিছে।" কষ্টেৰে তেওঁ এটা উশাহ ললে আৰু বিষাদ ভৰা চকুজুৰিৰে বন্ধুলৈ চাই ক'লে "মোৰ দুখৰ বিষয়ে বাৰু আলোচনা নকৰোঁ। অপেৰাৰ প্ৰধান গায়িকা ছলনাময়ী কেনে আছে ?"

"আজি নিশা তাই বৰ মধুৰ আছিল। তাইক ইমান কমনীয় মই কেতিয়াও দেখা নাছিলো। তাই বিচাৰিছে লণ্ডনত থকা মোৰ শেষ সন্ধিয়াটো তাইৰে গৈতে পাৰ কৰা। তাই হেনো মোৰ কাৰণে ইটালীৰ ৰন্ধা ৰান্ধিব," তেওঁ কলে।

"কেনে মৰ্ম্মস্পৰ্শী। তিৰোতা অদ্ভুত। তুমি সিহঁতৰ কাৰণে নিজকে

ধ্বংশ কৰিছিলা, তাৰ পাছত সিহঁতে তোমাৰ কাৰণে ৰাখিব একাঁহী চেৰৈ আৰু এইয়া অকুটিল বুলি ক'ব। কালিলৈ যেতিয়া লণ্ডনৰ প্ৰতি গৰাকী ৰাজকুঁৱৰীয়ে নিশা ভোজমেলত তোমাক পাবলৈ ব্যাকুল হ'ব, তেতিয়া তুমি যিজনী গাভৰুৱে তোমাক মূৰ্খ কৰিছে সেইজনীৰ লগত এদ'ম চৰ্বিবিযুক্ত লেকেটীয়া আঞ্জা লৈ সংগ্ৰাম কৰি থাকিবা—" তেওঁ চিঞৰি ক'লে। মেজখনলৈ নস্যগুড়িৰ টেমাটোৰ কাৰণে হাতখন আগবঢ়ায় দি ক'লে "আনন্দিত হোৱা ফেলিস্ক, তুমি প্ৰকৃততে তাইৰ লগত প্ৰেমত পৰা নাই। আঘাত লাগিছে তোমাৰ গৰ্ব্বতহে। ময়ো তোমাৰ দৰেই আছিলোঁ। কিন্তু কেইবাৰমান এনে হোৱাৰ পাছত তুমি ইয়াত অভ্যস্ত হৈ যাবা। তুমি দেখিবা ক্ৰমান্বয়ে ই তোমাক কম আঘাত দিব। একে বয়সৰ দুজনী তিৰোতাই একেদৰে গাৰুত মুখ বোৰ পুতি কেনেকৈ চাব পাৰে এইটো বিস্ময়কৰ..."

থিয় হৈ ফেলিস্কে ক'লে "তুমি এজন বিশ্বনিন্দুক, বাৰু শোওঁগৈ দেই।" তেওঁ যাবলৈ ধৰোঁতেই কাৰ্লে ক'লে "তুমি নিশ্চয় জানা নহয় জানো তাইৰ যে এজন প্ৰণয়ী আছে?"

ফেলিস্কৰ খোজ জঠৰ হৈ গ'ল, তাৰ পাছত ধীৰে বন্ধুৰ ফালে ঘুৰি নীৰস কণ্ঠে ক'লে "এইটো মই বিশ্বাস নকৰো। এইয়া সত্য নহয়।"

নস্যৰ গুড়িখিনি নাকত ভৰায় নিজৰ কামিজ চোলাটোৰ পৰা সিঁচৰিত হৈ পৰা গুড়িবোৰ জাৰি জোকাৰি পেলায় কাৰ্লে বলে "কিন্তু এইটো সঁচা। তেওঁ আজি আবেলি মোক দেখা কৰিবলৈ আহিছিল। আচৰিত ভাবে সুন্দৰ মানুহজন। অসম্ভৱ ধনী। তেওঁ তাইক এডোখৰ পান্না দিছে। কনাচাৰ্টৰ শেহলৈ তেওঁ বুজিছিলগৈ যে কাৰ্লৰ কথা সচাঁ। এজন মানুহে তিৰোতাক কেতিয়াও গভীৰ ভাবে গ্ৰহণ কৰা উচিত নহয়। মেৰীয়াৰ প্ৰতাৰণাৰ কথা জনাৰ মুহুৰ্ত্তৰে পৰা প্ৰতিটো ঘণ্টা মঙহৰ ভিতৰলৈকে সোমায় যোৱা তীক্ষ্ণনখৰ আচোৰ যেন লাগিল তেওঁৰ। এতিয়া এইয়া যথেষ্ট হ'ল। এই সকলো বেদনা, এই বিমূঢ়তা, হিংসাৰ এই যন্ত্ৰণা এই সকলোবোৰ আছিল হাস্যকৰ। প্ৰেম, সত্য কিম্বা সাধাৰণ

সৌন্দৰ্য্যৰ কাৰণে অসমৰ্থ এজনী ধৃষ্টা তৰুণীৰ নৈতিতাবে মেৰীয়া বদ-মেজাজী। প্ৰথমৰ পৰাই তাই তেওঁক ভুৱা দিলে। তেওঁৰ লগত তাই খেলা খেলিলে আৰু অজস্ৰধন ভঙালে। এই বিষয়টোত কৰিব লগা আছিল এই সকলোবিলাক পাহৰি গৈ পুনৰ কেতিয়াও কোনো নাৰীকে বিশ্বাস নকৰাটো। নিশা খোৱাৰ পাছত, সেই ইটালীয় সুবিখ্যাত ঘৰত বন্ধা ব্যঞ্জনৰ পাছত—তাইক তেওঁ বাহুৰ মাজত লৈ ক'ব যে তাইৰ গুপ্ত প্ৰেমীকজনৰ বিষয়ে, তাইৰ মিছা কথাবোৰৰ বিষয়ে এই সকলোবোৰ সময়তে তেওঁ জানি আহিছে আৰু তাৰ পাছত ফটা পাতল চুমা খায় আনন্দৰে খিক্‌খিকিকৈ হাঁহি তাইক বিদায় দিব।

প্ৰশংসাৰ হাত চাপৰিৰ জাউৰিয়ে তেওঁক ওভোতাই আনিলে কনচাৰ্টৰ বাস্তৱতালৈ, আৰ্গাইল ৰুমলৈ, বিশিষ্ট আৰু উৎসাহিত দৰ্শকৰ মাজলৈ। তাৰ পাছত হোৱা সংক্ষিপ্ত অভ্যৰ্থনাৰ সময়চোৱাত তেওঁৰ মনলৈ বাৰে বাৰে অহা মেৰীয়াৰ চিন্তাৰ পৰা পাহৰি আছিল। প্ৰত্যুত্তৰ হিচাবে তেওঁ মিছিকিয়াই হাঁহি মূৰ দোৱাঁলে, ধন্যবাদ জ্ঞাপন কৰিলে, আৰু মহিলাসকলৰ হাতত চুম্বন কৰিলে, সংখ্যাহীন নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে আৰু পিছৰ বছৰ লণ্ডনলৈ পুনৰ আহিবলৈ প্ৰতিশ্ৰুত হ'ল।

আবেলিৰ শীতৰ মাজেদি বাগীৰে তেওঁ উভতিছিল তেওঁৰ বন্ধু কাৰ্লৰ লগত ঘৰলৈ। বাৰীষ্ট্ৰীটৰ ওচৰ পাওঁতে ফেলিস্কে চিঁঞৰিয়েই ক'লে "প্ৰায় তিনিশ গিণিতকৈয়ো অধিক চাইলেচীয়ান সকলৰ কাৰণে পঠোৱা হ'ব। দানৰ কাৰণে কাম কৰাত আনন্দ আছে।" "সম্ভৱ তুমি মোৰ কাৰণেও এটা সাহায্য কনচাৰ্ট দিব পাৰাহে। মোৰো চোন অৱস্থা সেই হতভগীয়া চাইলেচিয়াৰ শিশুহতঁৰ দৰেই হৈছেগৈ।" কাৰ্লে দুঃসাহস কৰি ক'লে।

তিৰস্কাৰৰ সুৰে ফেলিস্কে ক'লে "তোমাৰ গৰ্ব্ব ক'ত ?"

"এই মুহূৰ্ত্তত ক'তো নাই। কিন্তু কিছু মোক টকা দিয়া, আৰু মই সকলোতকৈ গৰ্ব্বী লোক হ'ম।"

ফেলিস্কে নিজৰ বন্ধা-কুন্ধাকাম আৰম্ভ কৰি তেওঁ বচিনাক বেচিবলৈ

নির্দ্দেশ দিওঁতেই দুৱাৰত টোকৰ পৰিল। কার্লৰ ভৃত্যই ভিতৰলৈ আনিলে মেকুৰীৰ দৰে গোঁফ থকা ওখ বৈশিষ্ট্যসূচক এজন ভদ্রলোকক।

সাংঘাতিক লৌকিকতাৰে মানুহজনে সুধিলে "এইয়া মাননীয় মেণ্ডেলচননে ?

"হয়"—পাওনাদাৰ বুলি ভাবিলে কেনেবাকৈ ফেলিস্কে।

"মাননীয় মেণ্ডেলচন জানো ?"

"হয়, বিষয়টো কি ?"

ভদ্রলোকজনে ভ্রূকুটি কৰিলে। সেই একে অলিম্পিয়ান সৌজন্যৰে তেওঁৰ উপাধিটো ক'লে, ·নামটো কলে, আৰু ফেলিস্কক জনালে যে মহামান্যা ৰাণীয়ে তেওঁক লগ পাবলৈ বিচাৰিছে।

"এঁতিয়াইনে ?" অবাক মানিলে ফেলিস্কে। তেওঁৰ মুখ মেল খালে। দুঘণ্টাৰ ভিতৰতে তেওঁ মেৰীয়াৰ ওচৰ পাবগৈ লাগে।

"এতিয়াই" ৰজাঘৰীয়া কটকীজনে চূড়ান্ত ভাবে ক'লে। বাকিংহামলৈ সু-সজ্জিত ৰজাঘৰীয়া বাগীখনত গৈ থাকোঁতে ফেলিস্কে খবৰ লৈছিল তেওঁনো ৰজাঘৰত· কিমান সময় থকাটো মহামান্যা ৰাণীয়ে বিচাৰে। ভদ্রলোকজনে ওঁঠ খন প্রায় নলগোৱাকৈয়েই ক'লে যে অতি আৱশ্যকীয় বিষয়বোৰত মহামান্যাৰাণী ইমান আবদ্ধ হৈ থাকে যে ৰজাঘৰীয়া দর্শক সকলৰ লগত দেখা-সাক্ষাৎ কৰিবৰ বাবে তেওঁৰ অতি অলপ সময় থাকে।

ৰাজপ্রাসাদৰ প্রবেশ পথত মানুহজনে এটা ক্ষুদ্র টোপোলাৰ দৰে ফেলিস্কক আনুষ্ঠানিক সমাৰোহেৰে বগাহাত মোজা পিন্ধা ৰঙা বৰণৰ আৰু সোণালী প্রতীক থকা ভৃত্যৰ হাতত চমজাই দিলে। দুর্দ্দশাজনক নিয়ম কানুনৰ মাজেদি এটা ৰিক্ত আইনা খটোৱা সু-সজ্জিত ডাঙৰ খোটালীয়েদি তেওঁক আনিলে ভিতৰৰা এটা সৰু খোটালীলৈ। ইয়াতে গাভৰু ৰাণীয়ে তেওঁৰ হাতৰ চিলাইখনৰ ওপৰত হাউলি হাঁহি মাতি সহচৰীবৃন্দাৰ লগত কথাবতৰা হৈ আছিল। দুৱাৰখন মুকলি হোৱাৰ লগে লগে ৰাণীয়ে তেওঁৰ নীলফুল যেন চকুহালিৰে ফেলিস্কলৈ চায়

হাঁহিলে। তেওঁৰ হাঁহিটোৱে ফেলিস্কক মুগ্ধ কৰিলে, এই হাঁহিটোত আছিল লাজৰ অনুপম বৈশিষ্টতা আৰু ৰাজোচিত মৰ্য্যাদা। ৰাণী তেওঁৰ হাতখন মেলি ফেলিস্কক অপহৰণ কৰি অনাৰ বাবে মাৰ্জ্জনা বিচাৰিলে। তেওঁ বাহুল্যভাবে কলে যে ফেলিস্কৰ উপস্থিতিয়ে তেওঁ কথাৰ তেওঁৰ ভদ্ৰমহিলা সকলক অতি আনন্দ দিছে। কিন্তু ভয়ঙ্কৰ ভাবে সঙ্গীত প্ৰেমী আৰু ফেলিস্কৰ এজন সুন্দৰ সমৰ্থক মহামান্য ৰজাৰ বাবে এইটো হ'ব আনন্দদায়ক বিস্ময়। এই মুহূৰ্ত্তত মহামান্য ৰজা প্ৰসাদত নাই, কিন্তু সোনকালেই উভতি আহিব। তাৰ পাছত ৰাণীয়ে তেওঁৰ অনুগামিনী সকলৰ লগত ফেলিস্কক পৰিচয় কৰি দিলে। তেওঁবিলাকক মুৰ দোৱাওঁতে ফেলিস্কে অন্তৰেৰে মিনতি কৰিছিল সোনকালেই যাতে মহামান্য ইংলণ্ডেশ্বৰ ঘৰলৈ উভতি আহে। দৰচাইথৰ জমিদাৰণীৰ হাতখনৰ ওপৰত হাউলি পৰোঁতে তেওঁ দেখিছিল তাই এটা সাৱধানী হাঁহি মাৰি ক্ষিপ্ৰতাৰে কিন্তু সুন্দৰ ভাবে দীঘল নোম থকা চকু জুৰিৰে টিপিয়াটিপি কৰা।

"ডাঙৰীয়া মেণ্ডেলচন, এতিয়া অনুগ্ৰহ কৰি আমাক আপোনাৰ সঙ্গীত বজায় সুশুনায় জানো?" ৰাণীয়ে সুধিলে।

তেওঁ বজাইছিল। অতিৰঞ্জিত সমালোচনাৰে প্ৰত্যেক ডোখৰ চমু অংশক তেওঁবিলাকে অভিনন্দন জনালে। সময়বোৰ বিমানেই পাৰ হ'বলৈ ধৰিলে সিমানেই প্ৰবল অনুৰোধ আৰু অসংখ্য অনুৰোধ আহিবলৈ ধৰিলে। ক্ৰমাৎ বাঢ়ি অহা অস্বস্তি আৰু হাঁহিৰে বজাই থাকোঁতে তেওঁ মন কৰিলে চিমনিৰ মেণ্টেলৰ ওপৰত থকা সু-সজ্জিত ঘড়ীটোলৈ। এতিয়াও মহামান্য অহা নাই। ক'ত, উস ক'ত বাৰু মহামান্য থাকিব পাৰে?...

চাকিবোৰ ভিতৰলৈ অনাৰ লগে লগে ইয়াৰ পোহৰত খোটালীটো আৰু পৰিচিত যেন লাগিল। কোনোমতেই যেন তেওঁবিলাক তৃপ্ত নহয় এনে ধৰণে পিয়ানোটো আবৰি ধৰি তেওঁৰ গুণগান কৰিবলৈ ধৰিলে। ঘড়ীটোত সাতটাৰ কোব পৰিল, তাৰ পাছত আঠটাৰ। ফেলিস্কে তেতিয়াও বজায়েই আছিল, কিন্তু তেওঁৰ মন আছিল সঙ্গীতৰ পৰা বহু

দূৰৈত। মেৰীয়াই কিজানি কোনোবা জনৰ লগত···এইটো যন্ত্ৰণাদায়ক হৈছিল। মহামান্য কেতিয়া আহিবনো? সঙ্গীত শুনাতকৈ দয়ালু ৰজাৰ আন ভাল কাম কৰিব লগা একোকে নাইনে? আৱশ্যকীয় বিষয় লৈ প্ৰধানমন্ত্ৰী নাহে জানো তেওঁৰ ওচৰলৈ? কোনো চৰকাৰী অনুষ্ঠান অনুষ্ঠিত নহয় জানো? ৰাজ্যৰ ক'তো বিদ্ৰোহ হোৱা নাইনে?

মেণ্টেলত থকা ঘড়ীটোত সময়ৰ বৰষুণ টোপ্ টোপ্‌কৈ পৰিছিল···

অৱশেহত ৰাজকুমাৰ এলবাৰ্ট সোমায় আহিল। তেওঁতকৈ কেইবছৰ মানৰ ডাঙৰ বৈশিষ্টপূৰ্ণ ওখপাখ এজন ভদ্ৰলোক তেওঁৰ সৈতে সোমায় আহিছিল। দুয়ো আছিল অসামৰিক পোছাকত। তেওঁ বিলাক সোমায় অহাৰ লগে লগে ৰাণীৰ সহচৰী সকলে সহজভাবে থিয় হৈ তেওঁবিলাকক অভিবাদন জনালে। পৰিপূৰ্ণ স্বাভাবিক মাধুৰ্য্যৰে ৰাজকুমাৰে ৰাণীৰ হাতত এটা চুমা খায় মহিলা সকলক মূৰ দোৱাঁই অভিবাদন কৰিলে। মেণ্ডেলচনক দেখা পায় মহামান্য আশ্চৰ্য্য হ'ল। কৌতূহলী হৈ ফেলিস্কৰ পিনে চাই থকা আনজন ভদ্ৰলোকৰ লগত ফেলিস্কক পৰিচয় কৰি দিয়াত ফেলিস্কে গম পালে সেইয়া চেস্কনিৰ ৰজা মহামান্য দ্বিতীয় ফ্ৰেডেৰিক আগষ্টাচ।

এটা মধুৰ হাঁহিৰে ৰজাই সুধিলে "হয়তো কোনোবা দিনা আপুনি চেস্কনিলৈ আহিব। আপুনি লিপজিগৰ গিৱানডাজ অৰ্কেষ্ট্ৰাৰ কথা শুনিছেনে?"

"বাস্তবিকেই শুনিছোঁ মহামান্য।"

কিন্তু ইতিমধ্যেই ৰাজকুমাৰ এলবাৰ্টে কথাৰ মাজতে ক'লে "ডাঙৰীয়া মেণ্ডেলচনে হয়তো কোনোবা দিনা গিৱানডাজ অৰ্কেষ্ট্ৰা পৰিচালনা কৰিবগৈ পাৰিব।" হাতখন মোহাৰি তেওঁ ক'লে "বাৰু এতিয়া আমি অলপ মনোৰম সঙ্গীতকে শুনোহক।" অনুভব হ'ল প্ৰত্যেকেই যেন পৰমানন্দ লাভ কৰিছে। আগতে আয়োজন নকৰাকৈ এই সঙ্গীত ইয়াত হোৱাৰ কাৰণে ই হৈ পৰিছিল ৰাজপ্ৰসাদৰ প্ৰণালীবদ্ধ নিৰস জীৱনৰ অপ্ৰত্যাশিত বিনোদন। মধুৰ হৃদয়েৰে বিজুলী সঞ্চাৰে আঙুলি বোলায় ফেলিস্কে বজালে কেইটামান নিজৰ ৰচা সঙ্গীত। তাৰ পাচত ৰাণীয়ে

ক'লে মেণ্ডেলচনৰ ৰচা গীত এটা তেওঁ গাব। গীতটো বিচাৰি নোপোৱাত ৰাণীয়ে খবৰ পালে যে এইটো ইতিমধ্যেই উইণ্ডচৰ প্ৰসাদলৈ যোৱাৰ উদ্দেশ্যে বন্ধা মালৰ লগত থাকিল। হঠাতে তেওঁ ক্ষীণ কৰ্তৃত্বৰ সুৰেৰে এইটো খুলি উলিয়াই আনিবলৈ আদেশ দিলে। কিছু সময় জুৰি ৰাজপ্ৰসাদৰ লগুৱা লিগিৰিবোৰৰ দৌৰাদৌৰিত খলক লাগিল। শেহত গীতটো পোৱা গল যেনিবা। ৰাণীয়ে মধুৰ সুৰে গীতটো গালে। ঘড়ীলৈ চাবলৈ আৰু ফেলিক্সৰ সাহস নহ'ল।

কনৰ্চাট শেহতগৈ শেষ হলগৈ। ৰাণীয়ে সুধিলে ফেলিক্সে ঘৰলৈ বাগীতে যাবলৈ ইচ্ছা কৰে নেকি? "মহামান্য, মাত্ৰ হাফমুন ষ্ট্ৰীটলৈকে, তাত মোৰ এজন বন্ধুক লগ পাব লগা আছে—" ভাল শুনিবলৈ বুলি তেওঁ আৰু ক'লে "মোৰপৰিয়ালৰ এজন পুৰণি বন্ধু, আমি দুয়ো একে লগে স্কুললৈ অহা-যোৱা কৰিছিলো।"

বাগী আনিবলৈ আদেশ কৰিব খোজোঁতেই সেই দৰচাইথৰ জমিদাৰণীয়ে মাতলগাই কলে যে তেওঁ ঘৰলৈ যোৱাৰ বাটতে হাফমুন ষ্ট্ৰীট পৰিব। গতিকে ৰাণীৰ আদেশ হ'ল মেণ্ডেলচনক তেওঁৰ পৰিয়ালৰ পুৰণি বন্ধুৰ ঘৰলৈ তেওঁৰ লগতে লৈ যাব পাৰিলে জমিদাৰণীয়ে ভাল পাব।*

জহকালিৰ নিশাবোৰৰে এটা নিশা আছিল এইটো। আকাশৰ বৰণ ক'লাৰ পৰিবৰ্ত্তে আছিল কজলা। ঠিক স্পৰ্শাতীত এখন সুকোমল হাতৰ পৰশৰ দৰে তেওঁবিলাকৰ মুখৰ ওপৰেদি পাৰহৈ গৈছিল এছাটি কোমল বতাহ। নিৰৱতাৰ মাজেৰে কিছুসময় দুয়ো গৈ আছিল। তাৰ পাচত মানুহজনীয়ে তেওঁৰ হাতখন-লৈ কৰ্পা মাতেৰে ফুচফুচায় সুধিছিল কিয় তেওঁ যাব নোখোজে ইটালীৰ গ্ৰাম্য ঘৰটোলৈ। "তুমি তাত ভাল পালাহেতেন…" সন্দেহ নাই যে তেওঁ এইটো ভাল পালেহেতেন। জলফাইৰ কুঞ্জ, নিৰলাৰ পাহাড়ী আশ্ৰয়, ভিলীৰ মাত—এই সকলোবোৰ তেওঁ ভাল পালেহেতেন, কিন্তু বাৰ্লিণত তেওঁৰ বাবে আছে দৰকাৰী কাম। তেওঁ লণ্ডণত বহুত দিন থাকিল…

---

* ৰাণীয়ে এই উপলক্ষে ফেলিক্সক এটা আঙঠি দিছিল। গোটেই জীৱন তেওঁ এইটো পিন্ধিছিল।

হাফমুন ষ্ট্ৰীটত গৈ যেতিয়া বাগীখন সোমায়ছিলগৈ তাই তেওঁৰ কাষলৈ হুঁহকি আহি গুণ্‌গুণায় কলে "মোক চুমা এটাকে দিয়াচোন" ইতিমধ্যেই তেওঁৰ অনুভব হ'ল এই মানুহজনীৰ ঘৰত হোৱা সেই বিপদৰ আশঙ্কা। তাইক চুম্বন কৰিবলৈ বুলি হাউলি পৰোঁতে তেওঁৰ উপলব্ধি হ'ল স্বয়ং তেওঁ নিজেই যেন ডুবি যাবলৈ ধৰিছে এক চাকনৈয়াত। বাহু যুগলৰে তাই তেওঁৰ গলধনটো কপকপীয়াকৈ সাৱটি ধৰি ক্ষুধিত জোকৰ দৰে তেওঁৰ ওঁঠত তাই নিজৰ ওঁঠখন এঠাৰ দৰে লগালে। এটা দীঘল আৰু অসুখী চুমা আছিল এইটো।

ভয়ঙ্কৰ ঝনঝননিৰে বন্ধহৈ যোৱা এখন খিড়িকীৰ শব্দ তেওঁ অস্পষ্ট ভাবে শুনিলে আৰু তেওঁ গমেই পোৱা নাছিল যে মেৰীয়াৰ খিড়িকীৰ তলত আহি বাগীখন ৰৈছিলহি বুলি। ক্ষীপ্ৰতাৰে নিজকে তেওঁ বিচ্ছিন্ন কৰি জাপমাৰি বাহিৰলৈ ওলায় গল।

খটখটিয়েদি উঠি যোৱাৰ পূৰ্ব্বে তেওঁ সাৱধানে অপেক্ষা কৰিলে ঘোঁৰাৰ খোজৰ ধ্বনি নিঃচিহ্ন হৈ নোযোৱালৈকে। তেওঁ ঘণ্টাৰ জৰীডাল টানিলে কিন্তু ঘৰটোৰ পৰা কোনো শব্দ নাহিল। তেওঁ পুনৰ বজালে; কেইবাৰমান এই ঘণ্টাৰ ধ্বনীয়ে নিশাটোক কোবালে, তাৰ পাচত লীণ হৈ গ'ল। তেওঁ তলৰ আলিবাটলৈ দৌৰি নামি আহি দেখিলে তাইৰ কোঠাৰ পৰা খিড়িকীৰ ফাঁকেদি সৰকি অহা পোহৰৰ কণা। তাই ওপৰৰ মহলাত আছে··· তাইক তেওঁ গোত্ৰৰ নামেৰে চিঞঁৰিলে, প্ৰথমে মৃদুভাবে তাৰপাছত জোৰেৰে।

এক আকস্মিক অন্ধ ক্ৰোধে তেওঁক আবৰি ধৰিলে। তাই তেওঁক ব্যাখ্যা কৰি বুজাই কবলৈ দিব নোখোজে, তাই তেওঁক বিদায় সম্ভাষণ কৰিব নোখোজে। তেওঁ গুচি যাবগৈ লাগিব তাইক নেদেখা কৈয়েই! তেওঁৰ ক্ৰোধ বাঢ়িগৈ প্ৰচণ্ড হ'ল। তাই তেওঁক ভুৱাদি তেওঁক মূৰ্খ কৰিছিল, আৰু এতিয়া এটা শব্দও নোকোৱাকৈ তেওঁক যাবলৈ দিছে। আনকি তাই তেওঁক নিশা খাবলৈ মাতি এতিয়া তাৰ পৰাও বঞ্চিত কৰিব খুজিছে। এইটোৱেই তেওঁক আচৰিত ভাবে আঘাত দিলে অত্যধিক ভাবে। তেওঁ তাইৰ পীড়াপীড়িত কিনি লোৱা ঘোঁৰাটোৰ বাবে,

বাকচ ভৰ্ত্তি কাপোৰৰ বাবে অপব্যয় কৰা ধনৰ কথা ভবা নাছিল—কিন্তু এই নিশাৰ আহাৰৰ পৰা তেওঁক বঞ্চনা কৰিবলৈ তেওঁ তাইক কেতিয়াও এৰি নিদিয়ে। তাৰ বাহিৰে তাইৰ পৰা তেওঁ একো নিবিচাৰে, কিন্তু এইটো তেওঁক লাগিবই। এইয়া তেওঁৰ প্ৰাপ্য।

তৃতীয়বাৰৰ কাৰণে তেওঁ চিঁঞৰিলে "মেৰীয়া!" মেৰীয়া...! তেওঁৰ চিঁঞৰ শুনিলেও যে তাই উত্তৰ নিদিব ফেলিস্কে জানিছিল। তেওঁ ফোপনি তুলি ঘৰটোৰ ভিতৰলৈ সোমাবলৈ ভিডিটো মেলি কিম্বা উপায় বিচাৰিলে আৰু তেওঁৰ বিদ্যুৎগতিৰে মনত পৰিল হঠাতে খটখটিৰ তলত থকা দুৱাৰখনৰ কথা—আৰু ইতিমধ্যেই ফেলিস্কে গৈ দুৱাৰৰ হাতোৰা ঘূৰালেই—

দুৱাৰখন খোল খোৱাৰ লগে লগে তেওঁৰ অকস্মাতে আনন্দ লাগিল। তেওঁ ক্ষীপ্ৰতাৰে সোমাল। তাৰ পাছত তলৰ মহলাৰ খোটালীটোৰ ভিতৰেদি দৌৰি একোবাৰত তিনটাকৈ খট্‌খটি বগায় তেওঁ ওপৰলৈ উঠি গ'ল। তাইৰ শোৱনী কোঠাৰ ওচৰ পাওঁতে তেওঁ তাই অ'ত ত'ত খুন্দা খায় দুৱাৰৰ ফালে দৌৰি অহা খোজৰ শব্দ শুনিলে। তাই দুৱাৰ-খনত চাবিটো লগোৱাৰ পূৰ্বেই এইখন হেঁচা মাৰি খুলিলে ফেলিস্কে। তাইক যেন মজিয়াখনত গজালেৰেহে লগাই থৈছে এনেদৰে থিয় হৈ ফেলিস্কৰ দৰেই সমান ক্ৰোধেৰে তাই তেওঁলৈ চালে।

দাঁত কৰচি তাই ক'লে "হয়তো তুমি ভাবিছা মই আঁকৰী বুলি! হয়তো তুমি ভাবিছা সেই মানুহজনীক তুমি চুমা খোৱা মই দেখা নাই বুলি নহয় জানো?"

যোৱা কালি হোৱা হ'লে ফেলিস্কে বুজায় কৈ এই সন্দেহ বন্ধ কৰিবলৈ চেষ্টা কৰিলেহেতেন। আজি নিশা তাই যিহকেই ভাবক লাগিলে তেওঁ কেৰেপ নকৰে। তাইৰ কান্ধটোত তেওঁ খামুচি ধৰি তাইক তেওঁৰ ফালে আকৰ্ষণ কৰিবলৈ ধৰিলে। শেহত তেওঁ তাইৰ মুখখন বিচাৰি পাইছিলগৈ। অপৈনত ভাবে প্ৰচণ্ডতাৰে তাই আকৌ সংগ্ৰাম কৰিলে। তাইৰ মুখখন ঘূৰি ভয়ঙ্কৰ ভাবে মোচড় খাই গৈছিল। ক্ৰোধত আচ্ছন্ন হৈ থকাৰ কাৰণে তাই কৰা আঘাত তেওঁ অনুভব কৰা নাছিল।

তাই বশ নমনালৈকে বাৰে বাৰে চুম্বন কৰি তাইক চূৰ্ণ কৰিলে। প্ৰতিকূল বাহু বন্ধনৰ মাজত দুয়োৰে পদ স্খলন হ'ল আৰু শোৱাপাটিত বাগৰি পৰিল। প্ৰচণ্ড ক্ষীপ্ৰতাৰে তাইক তেওঁ ফোপাঁই ফোপাঁই ৰাণীৰ কাৰণে সঙ্গীত বজাওঁতে অনিচ্ছাকৃতভাৱে দেৰীহৈ যোৱাৰ কথাটো ক'লে। সেই বিষয়ে তাই ভবা নাছিল। মাত্ৰ সেই চুমাটো—তলৰ বাগীৰ সেই চুমাটো! "এইবাৰ তুমি মোক ভুৱা দিব নোৱাৰা।...মই নিজ চকুৰে তোমাক দেখিছিলো।"

হঠাতে সশব্দে তেওঁ হাঁহিলে—"আৰু তোমাৰ হিংসা কৰিবৰ কি অধিকাৰ আছে?" এৰা, তাইৰ প্ৰেমীক জনৰ বিষয়ে একা? আৰু সেই পান্নাডোখৰ?..."মিলানোত কিনিছিলা—নহয় জানো?"

"তুমি জানা তেনেহলে?" কথাৰ মূৰত আছিল সকাহ আৰু আনন্দ।

"মই সুখী হলো..." তেওঁৰ বোধ হ'ল তাইৰ দেহ বল্লৰী কোমল হৈ প্ৰায় গলি যোৱা যেন। এতিয়া তাইহে তেওঁৰ মুখখনত চুমা খাবলৈ বিচাৰিলে। তেওঁৰ ওঠত ওঠ লগাই নিচেই সৰুকৈ তাই ক'লে "কালিলৈ মই তোমাক সকলো কথা কম আৰু আমি হাঁহিমইঁক—" তাৰ পাছত বশ্যতা স্বীকাৰৰ এটা নিঃস্বাসেৰে তাই ইটালীতে গুণ্‌গুনালে। খঙেৰে তাইক জোকাৰি তেওঁ ক'লে "ইংৰাজীত কোৱা।"

"তোমাৰ বিপুল শক্তি আছে," তাইৰ মুখমণ্ডলেদি ভাঁহি গ'ল এটা হাঁহি। মৌন সম্মতিত তাইৰ দেহাঙ্গ কোমল আৰু শিথিল হ'ল। "প্ৰেমৰ বাবে মোৰ বৰ ভয় আছিল—সেই কাৰণেই মই বহু সময় যুঁজিলো। কিন্তু আৰু যুঁজ নকৰো।"

তাৰ পাছত কোঠালীটো নিৰব হৈ গ'ল। ঘূৰণীয়া মেজখনৰ ওপৰত এডাল মমৰ অৱশিষ্ট শলিতাডালত কঁপি কপি জ্বলি আছিল অগ্নিশিখা।

এসপ্তাহৰ পাছত ফেলিস্কে সাৰ পাইছিল 'চাৰে'ৰ কোনোবা এটা আলহী ঘৰত আনন্দমুখৰ পৰিবেশৰ মেপল কাঠেৰে নিৰ্ম্মাণ কৰা সাজ-সৰঞ্জামেৰে সজোৱা এটা খোঁটালীত। খোলা খিড়িকীখনেদি দেখা

গৈছিল ওলমি থকা শেতাঁ নীলবৰণীয়া আকাশখন। হালধীয়া লতা গোলাপৰ সৌৰভে বৈ অনা মাজে সময়ে অহা একোছাটি বতাহে অকস্মাতে ভিতৰলৈ আহি পাতল পৰ্দ্দাখনত ঢৌ খেলি জনাইছিল আহ্বান ব'দালি পৃথিবীৰ সেউজীয়া বননীৰ। তেওঁৰ ঠিক স্বৰ্গত সাৰ পোৱা যেন লাগিছিল—প্ৰেমিক-প্ৰেমিকাৰ বাবেই থকা কোনোবা গ্ৰাম্য অঞ্চলৰ সৰগৰ। পটভূমিত স্থিৰ হৈ থকাৰ দৰে মেৰীয়াই তাই নিজৰ মুখখন তেওঁৰ উদং বুকুখনৰ ওপৰত থৈ তেওঁৰ কাষতে শুই আছিল, তাইৰ দেহৰ বাকী অংশ তাত বিয়পি আছিল। টোপনীত তেওঁবিলাকৰ দেহাঙ্গ ইজনৰ গাত সিজনৰ লিপিট খায় সদায়েই থাকে। তেওঁ সাৰ পায় তাইক সদায়েই এনে অৱস্থাত তেওঁ পাইছিল। ৰাতি ফুলা ফুলৰ দৰেই তাই নিজকে টোপনীতে উন্মুক্ত কৰি দিছিল। তেওঁবিলাকে লণ্ডনৰ পৰা পলায় আহি মেল মিটিংবোৰৰ পৃথিবীখনৰ চুক্তিবোৰৰ আৰু হিতাহিত জ্ঞানক বিদায় দি আহি যিবিলাক শিক্ষা লাভ কৰিছিল তাৰ ভিতৰত এইটোও এটা আছিল। তাইৰ বিষয়ে তেওঁ আৰু এটা কথা গম পাইছিল যে তাই বৰ সোনকালে সাৰ পায় আৰু চকুজুৰি উজ্বলহৈ পৰে আৰু বিৰিঙি উঠে দুষ্টালী। তাইৰ বিশ্বাসৰ দৰেই তাইৰ কাম-স্পৃহা আছিল মোটা, সৰল আৰু নিষ্ঠাহীন। ঈশ্বৰ, দেবদূত, আৰু সাধু সকলৰ প্ৰতি তাই ৰাখিছিল এক নিলগতীয়াকৈ এক বিশেষ শ্ৰদ্ধা। কুমাৰী মেৰীৰ প্ৰতিনিধিত্ব কৰা ক্ষুদ্ৰ ৰঙীন প্ৰতীকটোৰ লগত তাইৰ সম্বন্ধ আছিল ঘনিষ্ঠতম। এই পাথৰৰ মূৰ্ত্তিটো তাইৰ সকলোতকৈ মূল্যবান সম্পত্তি আছিল। যি মুহূৰ্ত্তত যি ভাব হয় সেইদৰেই তাই প্ৰায়েই দুৰ্বোধ্য ভেনীছ দেশীয় মাত কথাৰে এইটোক কেতিয়াবা হাতত তুলিলৈ মিনতি কৰিছিল—আৰু কেতিয়াবা ফুচফুচায়ছিল—আকৌ কেতিয়াবা ক্ষোভেৰে নিন্দা কৰিছিল।

লাহেকৈ তাইৰ চুলি কোচাত তেওঁ হাত ফুৰায় দি, আঙুলিৰে তাইৰ উদং কান্ধত চাব বহুৱালে এক অপ্ৰতিদ্বন্দী মালিকত্বৰ শান্তিপূৰ্ণ নিশ্চয়তাৰে। তাই তেওঁৰ, এই কথা এশবাৰ তাই কৈছিল—তেওঁ তাইক যি কৰিব খোজে তাকেই কৰিব পাৰে। উদাহৰণ স্বৰূপে যদি

তেওঁ তাইক কোবাব খোজে তেওঁ কোবাব পাৰিব। এইটো সম্পূৰ্ণ ভাবে ঠিক। মান্ধাতা আমোলৰ পৰাই তাই জন্ম লাভ কৰা ঠাই জেনিছত প্ৰেমিক সকলে নিজৰ প্ৰণয়িণাৰ গালত চৰ মাৰিবলৈ অধিকাৰ লাভ কৰি আহিছে। সেই বিষয়ে কোনো যুক্তি নাখাটে। উত্তেজনা যেতিয়াই য'তে হওক তেওঁ তাই গ্ৰহণ কৰিব পাৰিছিল। তেওঁ আছিল মালিক। এই কথা বহলাই তাই কৈছিল। তাই ফেলিস্কৰ সম্পত্তি আৰু তাইৰ উদ্দেশ্য হ'ব তেওঁক সুখী কৰি ৰখাই। আনহাতে যদি তাই তেওঁক আনন্দ দিয়ে আৰু প্ৰফুল্লিত কৰি ৰাখে, তেতিয়া তেওঁ নিশ্চয় তাইৰ প্ৰতি হ'ব লাগিব মধুৰ, বহু চুম্বন তেওঁ কৰিব লাগিব আৰু তেওঁ ক'ব লাগিব প্ৰেমভৰা কথা আৰু দিব লাগিব স্বাধীনতা। অধিক বিষয়ত তাইক নিজৰ মতে চলিবলৈ।

এই বন্দোবস্ত সাংঘাটিক ভাবে সফল হ'ল। তাই তেওঁক সুখত ৰাখিলে আৰু বিনিময়ত তাই স্বাধীনতা পালে। তাই পোন প্ৰথমেই বিচাৰিলে লণ্ডনৰ পৰা গুচি যাবলৈ। হাফমুনষ্ট্ৰীটৰ তাইৰ শোৱণী কোঠাত তাই সেই দিনা প্ৰথম পুৱাতেই তেওঁৰ থুতৰিৰ কোনোবাখিনিত চুম্বন কৰি তাই কৈছিল "তুমি আৰু মই দুয়ো গুচি যাওঁগৈ ব'লা। আৰু কেতিয়াও উভতি নাহোঁ।" অস্পষ্টভাবে তেওঁৰ স্মৰণ হ'ল যে তাইৰ এটা চুক্তি আছিল আৰু ডোভাৰলৈ যাবলৈ তেওঁৰ বাবে আসন বাগীতে বন্দোবস্ত হৈ গৈছিল।

তাইৰ গলধনটোত চুম্বন কৰি হুমুনিয়াহ পেলায় তেওঁ কৈছিল "তাৰ বাহিৰেও মোৰ ধন নাই। মোৰ সকলো টকা-পয়চা খৰছ হৈ গ'ল আৰু দেউতায়ো মোলৈ একো নপঠিয়াই।"

তাই নিদাৰুণ অবজ্ঞাৰে কান্ধটো জোকাৰি কৈছিল "টকা! মোৰ চোন টকা আছে—বহুত।"

তেওঁ আপত্তি কৰি ক'লে যে তেওঁ তাইৰ ধনেৰে গাৰঁলৈ কেতিয়াও নেযায়। এইটো অশোভনীয় আৰু এইটো অভদ্ৰতাও হ'ব। তেওঁলৈ চাই অবাক হৈ কৈছিল তাই "অভদ্ৰ হ'বলৈ এনে কি কথা হ'ল?" ঘৃণনীয়!......তাইৰ মনৰ মানুহজন তেৱেঁই নহয় জানো? এবা,

তেতিয়া হলে এইয়াই যথেষ্ট। তাই একোলৈকে কেৰেপ নকৰে, একেবাৰে একোলৈকে। তেওঁ ভদ্র হওকেই বা নহওঁকেই; কিন্তু তেওঁ কেৰেপ কৰিব লাগিছিল। তেওঁ মানী লোক। আৰু এজন মানী মানুহে তিৰোতাৰ ধন লৈ গাঁৱলৈ নেযায়। তেতিয়া তাইৰ মনত এটা ভাব খেলালে। তাই ক'লে "গাঁৱত তুমি অপেৰা লিখিবা। তুমি লিখা অপেৰাৰ গান মই গাম। তুমি বহুত টকা ঘটিব পাৰিবা। হেজাৰ হেজাৰ গিনি। তেতিয়া তুমি মোৰ ধন ওভোতাই দিব পাৰিবা।" পলকতে প্ৰতিটো বিষয় ফট্‌ফটীয়া আৰু উপযুক্ত যেন হ'ল। তেওঁ এই আগতিয়াকৈ লিখিবলৈ লোৱা অপেৰা হব এক সম্পূৰ্ণ বৈধ ব্যৱসায়। ৰছিনিয়ে যদি তেৰদিনত লিখিব পাৰিছিল 'বাৰবিয়েৰি ডি চিভিগলিয়া' তেওঁ, ফেলিস্ক মেণ্ডেলচনে নিশ্চয় ক্ষীপ্ৰতাৰে লিখি উলিয়াব পাৰিব কেই সপ্তাহ মানৰ ভিতৰতে এখন অপেৰা। প্ৰধান ভূমিকাত মেৰীয়া থাকিলে এইটো এটা বিজয় হ'ব। ধন আহিব নৈৰ সোতঁৰ দৰে, আৰু দেউতাকে বাৰু বিস্ময় নেমানিবনে? "কিন্তু, সোণজনী" তাইৰ থকা চুক্তিৰ কথা সুঁৱৰি তেওঁ কৈছিল, "আমি গাঁৱলৈ যাম কেনেকৈ? চাৰ জৰ্জ্জৰ লগত যে তোমাৰ চুক্তি আছে!" তাই কান্ধটো জোকাৰি বুজাই ক'লে "তাই চুক্তিত চহী কৰোঁতে, প্ৰেমত পৰা নাছিল। এতিয়া তাই প্ৰেমত পৰিছে সেই কাৰণে এই চুক্তি ভঙ্গ হ'ল। এই বিষয়ে ইমানেই সকলো।" প্ৰেম সদায় মৃত্যুৰ দৰেই প্ৰথমেই আহে। অস্পষ্টভাবে তেওঁ তাইক এই প্ৰতিশ্ৰুতিৰ সন্মান ৰক্ষা কৰি এইটো মান্য কৰাৰ বিষয়ে কওঁতে মেৰীয়াই ফেলিস্কলৈ আশ্চৰ্য্যভাবে চায় ভাবিলে সন্মান? সন্মানৰ এই মূৰ্খামি কিহৰ কাৰণে? তাই প্ৰেমত পৰিছে, তেওঁৰ লগত তাই গাঁৱলৈ বাবগৈ খুজিছে—নহয় জানো? যেতিয়া এজন প্ৰেমত পৰে সন্মান অদৃশ্য হয়। তাৰ বাহিৰেও মাননীয় স্মাৰ্ট, তেওঁ এজন ভাল মানুহ, তেওঁৰ আছে ভেনেধৰণৰ এখন বহল হৃদয়। নিশ্চয় তেওঁ বুজি পাব যে কভেণ্ট বাগিছাত কোনো মূৰ্খামি ভৰা অপেৰাত গীত গোৱাতকৈ য'ত বিহঙ্গই গীত গায়, য'ত ফুল ফুলে সেই গাৱঁৰ কৰবাত তাইৰ মনৰ মানুহটো'ৰে সৈতে থকা কথাটো অধিক প্ৰয়োজনীয় বুলি।

তাই তেওঁৰ মুখত চুমা খায় খায় কথা কৈ আছিল। শেহলৈ তেওঁ তাইৰ কথাতে প্ৰত্যয় মানিলেগৈ। গোটেই বিষয়টো কাৰ্লে অৱশ্যে অলপ বেলেগ ধৰণে ভাবিছিল। হিংসাৰ এটা হুমুনিয়াহ পেলায় তেওঁ মাত্ৰ মূৰটো জোকাৰি কৈছিল "উস, এইবোৰ সকলো বলিয়ালি……, যৌবনৰ সংযমহীনতা, প্ৰণয়ৰ পবিত্ৰতা ভৰা মূৰ্খামি...তেনেহলে তুমি অপেৰাকে লিখিবাগৈ।" কাৰ্লে কিন্তু বুজিছিল আৰু বহু কষ্টে গোটোৱা পঞ্চাশ পাউণ্ড ধনো আনকি তেওঁ দিব পাৰিছিল। 'সুন্দৰ আচৰিত কাৰ্ল'।

আৰু সেই কাৰণেই দোষীৰ দৰে তেওঁবিলাক পলায় আহিছিল এই অকণমান আলহী ঘৰটোলৈ, য'ত তেওঁ বিলাকে সৰগীয় আনন্দত পাৰ কৰিছিল এটা সপ্তাহ, আৰু এতিয়া তেওঁবিলাকৰ বাবে অপেক্ষা কৰিছে আৰু এটা আন সুখৰ দিনে।

খোটালীটো চাৰিওপফালে এটা হাঁহিৰে তেওঁ চকু বুলালে। তেওঁৰ চাৱনি গৈ ৰলগৈ তেওঁৰ বাবে মেৰীয়াই কিনি অনা কাগজৰ দ'ম হৈ থকা মেজখনত। কেইখন মান অপেৰা লিখিবৰ কাৰণে এইয়া যথেষ্ট। এতিয়ালৈকে তেওঁ এটা আখৰো লিখা নাই, কিন্তু সোনকালেই, খুব সোনকালে তেওঁ এইটো কাম কৰিবলৈ হাতত ল'ব।

মেৰীয়াই ইকাটি সিকাটি কৰিলে। তেওঁ দেখিলে তাইৰ টোপনী ভাঙিল। "সোণজনী, সুপ্ৰভাত দেই, তুমি মোৰ দেহত শিহৰণ তোলা বন্ধ কৰা—কৰিবানে ?" তেওঁ হাঁহি কলে।

তাৰ পাছত তেওঁৰ ওঁঠৰ ওচৰলৈ চাপি আহিছিল তেওঁৰ ওঠ জুৰি, আৰু তাইৰ দৃষ্টি আহি ৰৈছিলহি ইতিমধ্যে প্ৰলুব্ধ হোৱা স্বচ্ছ, বহল চকু-জুৰিত। তাই গুণ্‌গুণায় ক'লে "মই ভাল পাওঁ তোমাক, তুমি জানো মোক ভাল পোৱা ?"

"অৱশ্যে, মই তোমাক ভাল পাওঁ।"

"তুমি নো কোৱা নাই কিয়? প্ৰণয় হৈছে এজোপা পুলি গছৰ দৰে, ই নিশ্চয় পানী পাব লাগিব। তেনেকুৱা এজোপা গছৰ কাৰণে প্ৰণয়ৰ কথা হৈছে পানী স্বৰূপ।"

আৰু সেই কাৰণেই ফেলিস্কে তাইক ক'লে, তাইক তেওঁ ভাল পায়। তাই সুধিলে কিমান বেচি আৰু তেওঁ ক'লে বহুত বেচি আৰু তাই সুধিলে কিয়, তেওঁ কলে তাইৰ সকলো কথাকে তেওঁ ভাল পায় আৰু তাই কলে তেওঁ এজন মিছলীয়া। তেওঁ কলে তেওঁ মিছলীয়া নহয় আৰু তাই ক'লে তেওঁ মিছলীয়া হয়। তাৰ পাছত দুয়ো তৰ্ক কৰিলে। তৰ্ক কৰি থাকোঁতে সিৰে সিৰে প্ৰবাহিত হ'ল বিজুলী বেগেৰে শোনিতৰ ধাৰ। তাৰ পাছত তৰ্কৰ মাজত দুয়োৰে ওঁঠ আৰু হাতৰ এনেদৰে জোঁটা-পোটি লাগিল যে দুয়োৰে মাজত চিন-চাব হেবায় গ'ল। কিছু সময়ৰ মূৰত তাই ক'লে "আজি মই এটা ঘৰ বিচাৰি যাম।" তেওঁ ক্ষীণ আপত্তিৰে সুধিলে "কি ঘৰ? আমাৰ ঘৰৰ দৰকাৰ নাই। আমি চোন ইয়াতেই পৰম সুখী।" "হয়, পাছে এই আলহী ঘৰটোত আন মানুহো আছে। এনেকুৱা ঠাইত বাৰু তেওঁনো লেখা পঢ়া কৰিব কেনেকৈ? নাই, নাই তেওঁ নোৱাৰিব।" সেই কাৰণে মাত্ৰ তেওঁবিলাক নিজৰ মাজতেই থাকিব পৰাকৈ তাই এটা ঘৰ বিচাৰিব, এটা সৰু ঘৰ। তাত তেওঁ অপেৰা লিখিব। নাই তেওঁ তাইৰ লগত যোৱা তাই নিবিচাৰে। তাই তেওঁক অবাক কৰি দিব খুজিছে।

সেই দিনা তাই এটা হাঁহি লৈ দেৰীকে উভতিছিল। এটা হাঁহি বিজয়ৰ। এৰা তাই ঘৰটো পালেগৈ। এটা প্ৰাচীন সু-বৃহৎ আৰু সস্তীয়া ঘৰ। ইয়াতকৈ তাই আৰু বেচি নকলে। অৱশ্যে ঘৰটো ফেলিস্কে নিজে চাবগৈ লাগিব।

খন্তেক পাছত ছায়াচ্ছন্ন ঠেক বাটেদি দুয়ো ফুৰিছিল। আকাশত ভাহিছিল গোলাপ ৰঙা মেঘ। গাৱঁৰ ওপৰত আহি পৰিছিল অস্তগামী সূৰুযৰ দোদোল্যমান স্তব্ধতা। আলিটোৰ কেঁকুৰিটোলৈ আহি তেওঁবিলাকে ঘৰটো পাইছিলহি। কেৰিংটোন প্ৰসাদটো তাই দেখুৱাই সুধিলে "সোৱা তাত, তুমি এইটো ভাল পাবা—নহয়নে?" কেৰিংটোন প্ৰসাদটো উইগুচৰ প্ৰসাদতকৈ সৰু আছিল যদিও বৰ বেচি সৰু নাছিল। এইটো নিৰ্ম্মাণ হৈছিল একাদশ শতাব্দীত। মূল ভাস্কৰ্য্যৰ প্ৰকৃত সৌন্দৰ্য্য এইটোৱে ৰক্ষা কৰি আছিল। মাত্ৰ এটা প্ৰসাদতকৈও ই

অধিক আছিল এখন নিৰাপদ চহৰ, বিশাল আট্টালিকাটোৰ বাহিৰেও ইয়াত আছিল সুদৃঢ় অন্ধকাৰ খোটালী আৰু অ'ত ত'ত চূড়া, আত্মৰক্ষাৰ কাৰণে নিৰ্মাণ কৰা প্ৰাচীৰ, উপ-প্ৰাচীৰ, যুদ্ধৰ বাবে বিন্ধা থকা প্ৰাচীৰ, খাৰ বাৰুদৰ পৰা ৰক্ষা পৰিবলৈ সক্ষম হোৱা চালি থকা ঘৰ আৰু প্ৰহৰী আদিৰ দুৰ্গ। সকলো বিলাক সজা হৈছিল হাতেৰে কটা অসাধাৰণ শিলেৰে। পুৰণি হোৱাৰ বাবে এইটো ভৰি আছিল শেলুৱৈৰে আৰু সঙ্কীৰ্ণ গঠিক কাঁচবোৰ বিৰিঙি আছিল অসংখ্য সৰু সৰু দাগ। স্ৰোতহীন গভীৰ সেউজীয়া কাঁচতুল্য পানীৰ এটা পৰিখাই গোটেই প্ৰসাদটো আবৰি আছিল আৰু ইয়াত প্ৰতিফলিত হৈছিল সু-উচ্চ দেৱাল। পৰিখাৰ ওপৰেদি কেৰিংটোন প্ৰসাদটোলৈ যোৱা একমাত্ৰ প্ৰবেশ পথৰ বৃহৎ দলংখন বন্ধা আছিল বিবৰ্ণ হৈ থকা শিকলিৰে। "এইটোত মাহেকত মাত্ৰ দুশগিনি পৰিব"—তাই বুজাই কওঁতে ফেলিক্সে ব্ৰজাহত হৈ মুখ মেলি স্তব্ধ হৈ গ'ল।

ইমানবোৰ কথা তাইৰ ক'ব লগা হৈছিল—তাই কৈ গ'ল। কেনেকৈ তাই এনে এটা চুক্তিত আবদ্ধ হ'বলৈ পালে। বাৰবছৰৰ পূৰ্বে কেৰিংটোনৰ আৰ্লজনে ফ্লোৰেন্সলৈ যোৱাৰ পূৰ্বে প্ৰসাদ বেচিব খুজিছিল আৰু নহ'লে ভাড়াত দিব খুজিছিল। এইটো বৰ আচৰিত কথা যে এই মধ্যযুগীয় ভাস্কৰ্য্য স্বৰূপ মুক্তা বুতলি লবলৈ এতিয়ালৈকে কোনো নাহিল। এইটোৰ পৰাই ভালকৈ বুজিব পৰা গৈছিল যে কিয় মেৰীয়াই ইমান কম ধনৰ বিনিময়ত এইটো ভাড়ালৈ লব পাৰিছিল। মাহেকত আৰু মাত্ৰ দুশগিনিত তেওঁবিলাকে পাব প্ৰসাদটো প্ৰতিপালন কৰিবলৈ থকা নিম্নতম সংখ্যাৰ অপৰিহাৰ্য্য বত্ৰিশ জনীয়া ভৃত্যৰ দলটো।

"তোমাৰ অপেৰাৰ বাবে প্ৰেৰণা ইয়াত পাবা। ইয়াত তুমি মনোৰম গীত লেখিবা" তাই উত্তেজিত হৈ ক'লে। তেওঁবিলাক তত্তালিকে তালৈ আহিব পাৰে। আৰ্থিক বিষয়ৰ সকলো ফালে তাই মন দিলে। আৰু স্বাভাবিকতে তাই সতৰ্ক হৈ থকাৰ কাৰণে ভৃত্যৰ দলটোৰে সৈতে প্ৰসাদটো মাত্ৰ তিনিমাহৰ কাৰণেহে ভাড়ালৈ লৈছিল। বাৰশ গিনি! এই ক্ষুদ্ৰাকৃতিৰ মৃত দেহটোৰ কাৰণে তাই দিলে বাৰ-শ গিনি। বোৱা

বিস্ময়েৰে মুৰটো জোকাৰি ফেলিস্কে তাইলৈ চালে।

এক মৌনতা আহি পৰিল।

হঠাতে তাই তেওঁৰ বাহুত খামুচি ধৰি তেওঁলৈ চালে। প্ৰবল ভাবে বাগৰি আহিছিল অশ্ৰুজল।

"মই তোমাৰ মুখ দেখি বুজিছোঁ তুমি ভাবিছা মই বৰ আঁকৰী" তাই কঁপি কঁপি ফুচফুচায় কৈছিল। "আৰু তুমি ভাবিছা মই এটা গাধা। কিন্তু তুমি বুজা নাই, ভেনিছত মই যেতিয়া সৰু ছোৱালী আছিলো তেতিয়া মই বৰ দুখীয়া আছিলো। এজোৰ জোতাও মোৰ নাছিল। মই সদায় ভাবিছিলো সেই দিনটোৰ কথা যেতিয়া মই থাকিম এটা বিশাল প্ৰসাদত মোৰ ৰাজকুমাৰৰ লগত...মই মোৰ ৰাজকুমাৰক পালো—"

তাইক চুমাখাবলৈ তললৈ হাউলি তেওঁ হাঁহি ক'লে "আৰু এতিয়া তুমি তোমাৰ প্ৰসাদটো পালা নহয় জানো?" তেওঁ বুজিছিল, তাই শৈশৱৰ স্মৃতিত বাস কৰি আছে। আৰু প্ৰসাদটো ইয়াৰেই অংশ। "আমাৰ নতুন ঘৰত আমি বৰ সুখী হ'ম।" পাছদিনা তালৈ তেওঁবিলাক আহিছিল। ইংলণ্ডৰ প্ৰত্যেক গৰাকী ৰাণীয়ে ভিন ভিন সময়ত শোৱা আৰু বুৰঞ্জীৰ উত্থান পতন দেখা বাগ্‌দাদৰ পৰা অনোৱা সুবৃহৎ কাঠৰ পালেংখনত তেওঁবিলাক শুইছিল। উত্তাপ নহ'লে পোহৰ সৰবৰাহৰ বাট নথকাৰ বাবে প্ৰসাদটোত মধ্যযুগীয়া কষ্টকৰ জীৱন নিৰ্ব্বাহত অভ্যস্ত হৈ গৈছিল ফেলিস্ক। তেওঁ লিখা পঢ়া কৰিবৰ কাৰণে মেৰীয়াই বাচি ল'লে ভোজভাত খোৱা খোটালীটো। এন্ধাৰ সেমেকা আৰু সৰু এটা গীৰ্জ্জাঘৰৰ দৰে খোটালী। জৰাজীৰ্ণ খোৱা আহাৰৰ মলডি খোৱা মাখন চৰ্ব্বিৰ দৰে অনপসৰণীয় কুৰঁলীৰ দৰে তাহি কথা দুৰ্গন্ধই ফিউডেল যুগৰ আনন্দ পান-ভোজ উৎসৱৰ স্মৃতি আনিছিল। জুই ধৰা ভয়ঙ্কৰ ঠাইৰ পৰা আহিছিল ধোৱঁাৰ তীব্ৰ তৰঙ্গ। উত্তাপ হীন আছিল খোটালীটো। বহু ওপৰত থকাৰ কাৰণে আৰু ধূলিৰে ঢাক খায় থকাৰ কাৰণে পোহৰ আহিব পৰা নাছিল। মেৰীয়াই গীৰ্জ্জাঘৰৰ পৰা দুডাল প্ৰকাণ্ড মম, চুৰ কৰি আনি ফেলিস্কৰ মেজত থলেহে হয়, সেই কিডালৰ বহ্নিশিখা মেজখনৰ পৰা ছফুট ওপৰত

থকাৰ কাৰণে প্ৰকৃততে কামত নাহিল। কম্বলৰ তলত শুই শুই কিতাপ পঢ়ি থকা ফেলিস্কে থক থককৈ কঁপি কলে যে তেওঁৰ অধ্যয়ন সম্পূৰ্ণ হৈছে, আৰু কামলৈ যাবলৈ তেওঁ প্ৰস্তুত।

আৰু মেৰীয়াৰ কাৰণে, তাইৰ উৎসাহ চাবলগা হৈছিল। প্ৰসাদটোৰ ভিতৰত তাই প্ৰতিদিনেই কোনো নতুন অভিযান চলাইছিল আৰু যেতিয়া এই অভিযানবোৰৰ পৰা তাই উভতি আহিছিল লগত আনিছিল অনেক চমকপ্ৰদ গল্প—নতুন গোপন পথৰ, ৰহস্যাবৃত গলিৰ, আৰু কাৰাকক্ষৰ। এদিন তাই অসাৱধানতা বশতঃ বাটহেৰুৱাই প্ৰসাদটোৰ বন্দীশালত বন্দী হৈ ৰল। ফেলিস্কে নিজক গৰম ৰাখিবলৈ বুলি অধ্যয়ন খোটালীটোত অহা-যোৱা কৰি থাকোঁতে শুনিলে ডাঠ দেৱাল ভেদি অহা মেৰীয়াৰ আৰ্ত্তনাদ। তাইক বিচাৰি উলিয়াবলৈ আৰু উদ্ধাৰ কৰিবলৈ ফেলিস্কৰ সম্পূৰ্ণ দুঘণ্টা লাগিছিল। আৰু শেহত যেতিয়া আহি তাই তেওঁৰ বাহুৰ মাজত সোমায়ছিলহি তাই স্বস্তিৰে উচুপিছিল। এই ঘটনাটোৰ দ্বাৰা দুয়ো যথেষ্ট আঘাত পালে আৰু অন্তৰ্বৰ্ত্তী উত্তেজনা দূৰ কৰিবলৈ দুয়ো আহি বহিল খেৰৰ শয্যাৰ ওপৰত। বন্দীশালৰ পৰা তেওঁবিলাক যেতিয়া ওলায় আহিছিল তেতিয়া বিয়লি হৈছিল। আভিযানৰ প্ৰতি তাইৰ হেপাঁহ নাইকিয়া হ'ল। আৰু অধিকাংশ সময় তাই থাকিবলৈ ললে ফেলিস্কৰ লগত। দুয়ো আলোচনা কৰিলে ফেলিস্কে লিখিব খোঁজা অপেৰা খনৰ বিষয়ে। ফেলিস্কে কৈছিল যে অপেৰাৰ গীতৰ বাবে কিতাপ নোহোৱাটোৱেই বৰ টান কাম হৈছে বুলি। তাই ক'লে "সকলোবোৰ অপেৰাৰ নাটকচোন অৰ্থহীন। সেই কাৰণে গানবোৰ তুমি নিজেই লিখা।" এইটো উত্তম পৰামৰ্শ বুলি তেওঁৰ ধাৰণা হ'ল। এতিয়া, এটা বিষয়ৰ বাবে…

মেৰীয়া যে অধিক প্ৰয়োজনীয় এইখিনিতে বুজা গ'ল। দুয়ো একেলগে বিশদ ভাবে অনুসন্ধান কৰিলে বহুজাতিৰ ইতিহাস, প্ৰাচীন, আধুনিক আৰু পৌৰাণিক কাহিনী সমূহ, লোকাচাৰ বিদ্যা। এটা বিষয় লৈ কিছু সময়ৰ বাবে তেওঁৰ উৎসাহ বাঢ়িছিল। বিষয়টো আছিল এসময়ৰ লিগিৰি হৈ থকা ৰূপহী আৰু দুষ্ট চৰিত্ৰৰ ফ্ৰেডেগণ্ডেই ফ্ৰেঙ্কৰ

ৰাণী হৈ ৰজা চিল্ পাৰিকৰ অন্তৰ অদমনীয় লালসাৰে এনেদৰে পূৰ্ণ কৰি ৰাখিছিল যে তাইৰ পৰামৰ্শ অনুসৰি ৰজাই নিজৰ প্ৰথমা পত্নী অডোভেৰাক পৰিত্যাগ কৰিছিল আৰু দ্বিতীয়া পত্নী গাৰ্লচউইন্থাক ডিঙি চেপি বধ কৰিছিল। এইখন সুন্দৰ অপেৰা হ'ব যেন লাগিল মেৰীয়াৰ।

কেৰিংটোন প্ৰসাদত থকা শিৰচ্ছাদন আৰু পুৰুষৰ সাজ পিন্ধি এদিন মেৰীয়াই অতিবৃহৎ ঢাল খনেদি উকি মাৰি অস্ত্ৰাগাৰটোৰ পৰা চাওঁতে তেওঁ হাঁহি হাঁহি ভাগি পৰিছিল, তাই কান্দি কান্দি ফাটি পৰিছিল। দুয়ো দুয়োৰে বুকুৰ মাজত সোমায় পৰিল।

আৰু প্ৰত্যাখিত হ'ল ফ্ৰেডেগণ্ডে।

পুনৰ কেই দিন মান পাছত মেৰীয়াই আন এটা অভিনয় কৰিলে। মেৰীয়াই সেইদিনা চেণ্টে জেনে ভায়েভৰ বৰ মনোৰম বেশত তাই এট্‌টিলাক আহ্বান কৰিবলৈ গ'ল। এই অতি সাধাৰণ, অতি পাতল সাজত তাইক বৰ শুৱনী লাগিছিল। এইবাৰ ফেলিস্কে নেহাঁহিলে। এট্টিলাই যেনে কৰিলেহেতেন তেনেদৰে তেওঁ মেৰীয়াক নিজৰ ফাললৈ আকৰ্ষণ কৰি, ততালিকে গীত ৰচনা কৰি দুয়ো গালে দ্বৈত সঙ্গীত। তাই ভাও ধৰিলে ভয় খোৱাৰ, তেওঁ কৰ্কশ আৰু উদাত্ত সুৰে গুৰু গম্ভীৰ গৰ্জ্জন কৰি, চকুকিটা ভয়ঙ্কৰ ভাবে পকাই আহিব খোজা মানুহ জনক উদ্দেশ্য কৰি সুদক্ষভাবে বাওঁ হাতখন জোকাৰিলে। এই অভিনয়ৰ পাছত ফেলিস্কৰ অপেৰাৰ অন্ত পৰিল। পাছৰ দুসপ্তাহ মেৰীয়াই ধাৰাবাহিক ৰূপে ৰাচিয়াৰ কেথেৰিন, মানুহ খোৱা সম্ৰাজ্ঞী ক্লেবোপেট্ৰা, ট্ৰয় নগৰৰ হেলেন, জোৱান অৱ আৰ্ক, আৰু অতি ৰূপহী গাভৰু স্বহীদ চাস্তা বাৰবাৰা হৈ অভিনয় কৰিলে। ফেলিস্কে অপেৰা লিখা নাছিল, কিন্তু বৰকৈ হাঁহিছিল। কোনো সময়ত তেওঁ হঠাতে প্ৰকৃতিস্থ হৈছিল আৰু তেতিয়া পৰমানন্দেৰে এই আৱৰণ ছিন্ন হৈছিল। তেওঁবিলাকৰ হাস্যকৰ অৱস্থা তেওঁবিলাকে দেখিছিল, আৰু উপলব্ধি কৰিছিল তেওঁবিলাকৰ ভঙ্গুৰ প্ৰণয়ৰ কথা। পৰম আবেগেৰে দৃঢ়ভাবে মাত্ৰ দুয়ো দুয়োৰে আলিঙ্গন মাজত সোমায় পৰিছিল।

ইতিমধ্যে ভৃত্যৰ বত্ৰিশজনীয়া দলটোৱে অদৃশ্য ভাবে প্ৰসাদটোত বিচৰণ কৰি আছিল। সিহঁতৰ উপস্থিতিৰ কথা অনুভৱ কৰিব পৰা গৈছিল মাত্ৰ সিহঁতে শেষ কৰা আহাৰৰ পৰিমাণত। সিহঁত দৃষ্টিৰ পৰা আঁতৰত থাকিব পৰাটো প্ৰসাদটোত সহজ কথা আছিল। আনকি মেৰীয়াই কোনোবা এটাক বিচাৰিলেও দৃষ্টিৰ অন্তৰালতে আছিল সিহঁত। দেৱালৰ অ'ত ত'ত থকা ঘণ্টাৰ জৰীবোৰ টানি তাই অনৰ্থক বজাইছিল ঘণ্টাবোৰ। পৌৰাণিক যোদ্ধা সকলৰ বীৰত্বৰ দিনত কেৰিংটোনৰ অধিবাসীক যুঁজলৈ আহ্বান কৰিবলৈ যিটো ঘণ্টা বজোৱা হৈছিল সেই পিতলৰ ঘণ্টাবোৰ তাই এদিন হতাশ হৈ বজায় দিলে। কিন্তু কোনো এটাও মানুহ নাহিল। প্ৰসাদটোত সাৱধানে সিহঁতক বিচৰাও হ'ল। কিন্তু একো লাভ ন'হল। খোজ কাঢ়িবলৈ অপাৰগ হোৱা নব্বৈ বছৰীয়া বুঢ়া মানুহ এটিৰ বাহিৰে প্ৰসাদটো সিহঁতে ত্যাগ কৰি গ'ল। বয়সৰ কাৰণে কঁপি থকা মাতটোৰে মানুহটোৱে ক'লে যে বৰকৈ ঘণ্টাটো কোবোৱা বাবে সিহঁত অসন্তুষ্ট হ'ল আৰু সেই কাৰণে দলটোৰ সকলোবোৰ কৰ্মী মানুহ গুচি গৈছে।

সাহসেৰেই সেই গধূলিৰ আহাৰ মেৰীয়াই ৰান্ধিলে। এইয়া খুব ভাল নহ'লেও ফেলিস্কে জুটি পোৱাৰ ভাও ধৰিলে। অসম্ভৱ কামটোকে কৰিবলৈ যত্ন কৰি তাই প্ৰসাদটো সুন্দৰ ভাবে ৰাখিবলৈ প্ৰয়াস কৰিলে। ফেলিস্কৰ সহায় তাই নললে। চোতালত থকা নাদৰ পৰা পানী আনিলে, ৰন্ধনৰ কাৰণে খৰি গোটালে তাই। জুইকুৰা জ্বলাবলৈ বুলি গালকিখন উখহাই তাই ফুৱালে জুই কুৰা। জুই জ্বলাব নোৱাৰি তাই ক্ষিপ্ত হ'ল, তাৰ পাছত ভাগৰিলে আৰু শেহত হতাশ হ'ল। নিৰ্ব্বিকাৰ ভাবে ফেলিস্কে মেৰীয়াৰ ৰন্ধা খাদ্য কোনোমতে জোৰেৰে অন্ননলীলৈ ঠেলি দিয়া তাই ক্ষমা-ভিক্ষাৰ চাৱনিৰে চাইছিল আৰু কোনোমতে চকু-লো বোধ কৰিছিল। দুয়োৰে ওজন কমিলে। ভেওঁৰিলাকৰ আনন্দ যদিও আছিল কিন্তু এতিয়া এইটোও হেৰোৱাৰ উপক্ৰম হ'ল। বহুক্ষেত্ৰত দেখা গ'ল ভেওঁৰিলাকক আবৰি ৰখা নিৰ্ব্বোধ পৰমানন্দৰ আৱৰণ টুকুৰা টুকুৰ হৈ ছিন্ন-ভিন্ন হৈ গ'ল। তাইৰ দেহ কান্তিহীন হৈ

পৰিল আৰু তাইৰ নাড়ী অধিক ভাবে বেয়া হৈ পৰিবলৈ ধৰিলে। এটা সময়ত বাহিৰ ধুমুহা বলিছিল। মেৰীয়াই বাউল হৈ পৰা চুলিকোচা আৰু বন্য চকুজুৰিৰে কান্দি কান্দি হঠাতে দৌৰি ফেলিস্কৰ অধ্যয়ন খোটালীটোলৈ সোমায় আহি ফেলিস্কক ক'লে যে এটা প্ৰেতে তাইক খেদিছে।

আৰু শেহত তাই স্বীকাৰ কৰিলে যে কেৰিংটোন প্ৰসাদটো লৈ তাই ভুল কাম কৰিলে।

সেই ঠাইৰ পৰা প্ৰস্থান কৰাৰ আগমুহূৰ্ত্তত সেই গধূলি তেওঁবিলাকে ঘূৰি ফুৰিছিল প্ৰসাদটোত। পৰিপূৰ্ণ হৈ আছিল জোনটো। প্ৰাচীৰখনৰ ওপৰেদি সৰকি আহিছিল শেতা ৰূপালী জোনাক। এনেক্ষণত কিছু সময় জুৰি তেওঁবিলাক গ্ৰেনাইটৰ শিলাখণ্ডৰ ওপৰত বহিল। হাতে হাতে ধৰি বহু সময় মৌন হৈ তেওঁবিলাকে অনুভব কৰিলে দুয়ো দুয়োৰে যেন আৰু কাষ চাপি আহিছিল আৰু অনুভব কৰিলে শুচিতা, বৰ ক্ষুদ্ৰ আৰু অলপ অলপ বিভোৰ হোৱা।

তাৰ পাছত অকাৰণতে তাই কথা ক'বলৈ আৰম্ভ কৰিলে। তাই কৈ গ'ল ভেনিচৰ শৈশৱ কালৰ কথা।

বৈচিত্ৰহীন পুতৌজনক দৰিদ্ৰতাৰ এটা গল্প। দেউতাক ভিট্টোৰিয় আছিল এজন নাৱঁৰীয়া। চৈধ্যবছৰ বয়সতে মেৰীয়াই ভ্ৰমণকাৰীৰ এডোখৰ প্ৰিয়স্থান পাল'াজো ডুকেইলত ফুল বেচিবলৈ লয়। তেওঁবিলাকৰ কোনোবা জনে মাজে সময়ে ফুলবোৰৰ দৰেই তাইকো খোটালীলৈ নিছিল। আৰু সেইদিনা তাই ঘৰলৈ আনিছিল সৰহ টকা। হতাশ-জনক দৰিদ্ৰতাই কোনো প্ৰশ্ন নোশোধে আৰু কোনো প্ৰশ্নও সোধা নহৈছিল। "আইক বেজাৰ মুৱা দেখিছিলো। কিন্তু তেওঁ একো নকৈছিল। দেউতাইয়ো একো মাত মতা নাছিল। কিন্তু তেওঁ টেবাটেৰিয়ালৈ গৈ যথেষ্ট সুৰা পিছিলগৈ।"

এদিন বৰদিনৰ উৎসৱ উপলক্ষে তাইৰ পণ্যদ্ৰব্যৰ ওচৰত বহি গীতগাই থাকোঁতে এজন বয়সীয়া লোক তাইৰ কাষলৈ আগবাঢ়ি আহিল। কদাকাৰ মুখমণ্ডলত থকা মৰমিয়াল চকুজুৰিৰে তাইলৈ চাই সুধিছিল তাই

গায়িকা হ'বলৈ ভাল পাবনেকি ? তাই কৈছিল ভালপাব আৰু তেওঁৰ লগতে মেৰীয়া মিলানোলৈ গ'ল। তেওঁ এজন বিখ্যাত সঙ্গীতজ্ঞ আছিল। তাইৰ সুৰলা কণ্ঠস্বৰটোক তেওঁ তিনিবছৰ ধৰি শিকাইছিল। লা-স্কেলাত তাইৰ প্ৰথম উত্তেজনা পূৰ্ণ আত্ম প্ৰকাশেই আছিল তেওঁৰ শেষ আনন্দ; এসপ্তাহ পাছত তেওঁৰ মৃত্যু হৈছিল। হঠাতে তাই নিজকে পালেগৈ ধনসম্পদৰ ওপৰত বাগৰি থকা। মিলানোৰ প্ৰীতিভাজন হ'ল। মেৰীয়াই নিজৰ দূৰসম্পৰ্কীয়া বায়েক এগৰাকীক নিজৰ লগলৈ আনি তাইৰ সহচৰী কৰি ৰাখিলে। তাই ঘৰলৈ টকা পঠিয়াবলৈ ধৰিলে আৰু এই দৰেই অজ্ঞাতসাৰে চপাই আনিলে দ্ৰুতগতিৰে দেউতাকৰ মৃত্যু। জীয়েকৰ ধনেৰে সুৰাৰ ৰাগী কৰি ভিট্টোৰিয়ই কুৱঁলীয়ে আবৰি থকা এনিশা নাও বাই গৈ থাকোঁতে ভেনিচত থকা সংখ্যাহীন দলংৰ কোনো এখনত মূৰ তললৈ নমাবলৈ পাহৰি এনেদৰে শিলত খুন্দিয়ালে যে তেওঁ ঘূৰি ঘূৰি প্ৰণালীৰ ক'লা পানীত পৰি ডুব গ'ল। নাওখন এইতপ্ত প্ৰণালীৰে গৈ থাকিল আৰু তিনিদিনৰ মূৰত ট্ৰায়েষ্টি মূৱাকৈ গৈ থাকি আড্ৰিয়াতিকৰ ওপৰত ওপঙি উঠিছিল।

তেতিয়াৰ পৰাই মেৰীয়াই এই ভ্ৰমণকাৰীৰ জীৱনত বিভোলহৈ এই জীৱন অতিবাহিত কৰিছে। জয়ৰ পৰা জয় হৈছে, খন্তেকিয়া প্ৰেমময় জীৱন অতিবাহিত কৰিছে, চটিয়াই দিছে অজস্ৰধন, চিকুটি ধৰিছে পাই পয়চাটোক, বিমূঢ় হৈ অসাৱধানতাৰে, গোপনে আৰু মহা-আতঙ্কৰে অপেক্ষা কৰিছিল প্ৰেম আগমনৰ বাবে।

তেওঁলৈ চাই তাই ক'লে "সেই কাৰণেই মই ইমান নিৰ্ম্মম ভাবে তোমাৰ লগত যুজিছিলো। মোৰ বৰ ভয় লাগিছিল, কাৰণ তোমাৰ প্ৰেমত গভীৰ ভাবে আসক্ত হৈছিলো বুলি মই বুজিছিলো।" "সেই কাৰণে তুমি মোৰ যথাসৰ্ব্বস্ব টকা পয়চা ভঙালানেকি ?" বিদ্ৰুপৰ হাঁহি এটা মাৰি তেওঁ সুধিলে।

"এৰা, মই ভাবিলো যদি মোৰ ওপৰত তোমাৰ খং উঠে তেন্তে তুমি গুচি যাবাগৈ বুলি। কিন্তু মই প্ৰতিটো নিশাতেই কুমাৰী মেৰীক প্ৰাৰ্থনা কৰিছিলো যাতে তুমি থাকি যোৱা।"

"দুষ্ট সক ছোৱালীজনী···" হাঁহি দুয়ো দুয়োলৈকে চালে। প্রসঙ্গ ক্রমে সেই পান্নাডোখৰ একা? কি খবৰ! এই ডোখৰনো তোমাক দিলে কোনে? সম্মোহন আতৰাই তেওঁ সুধিলে।

তাই হাঁহি ক'লে যেতিয়া মই লণ্ডনলৈ আহি হাফমুনষ্ট্রীটৰ ঘৰটো ভাড়ালৈ লৈছিলো তেতিয়াই এইদৰেই তেওঁক লগ পাইছিলো। তেনেকুৱা ধৰণৰ এক আকস্মিক সাক্ষাৎ যি ভাগ্য বিধস্ত কৰি দিব পাৰে। ঘৰটোৰ মালিকজন আছিল অবসৰপ্রাপ্ত এজন সদাগৰ, এটা ধনী গম্ভীৰ পৰিয়ালৰ মানুহ। ঘৰটো তাইক দেখুৱাই দিয়াৰ শেহত তেওঁ তাইৰ প্রেমত ডুব গ'ল। আগতে তেওঁৰ এনেকুৱা কেতিয়াও হোৱা নাছিল। তেওঁৰ ৰঙা গাল, তেওঁৰ চাৱনি, তেওঁৰ বিহ্বলতা দেখি তাই বুজিছিল। তাই এইয়া দেখি হাঁহিলে আৰু অনুভব কৰিলে দুখ। এমাহৰ বাবে তেওঁ লণ্ডনৰ সকলোৰে কাম্য নাৰী গৰাকীৰ অধিকাৰ তেওঁ লাভ কৰিলে গোপনে। তাইৰ কাৰণে ইয়াৰ একো অৰ্থ নাছিল। তেওঁৰ বাবে এইয়া আছিল স্বৰ্গ আৰু নৰক, আদবয়সীয়া লোকৰ সেই কামোচ্ছাস যি তেওঁৰ জীৱনত তোলে প্রবল আলোড়ন। তাৰ পাছত তাই লগ পালে ফেলিস্কক, আৰু ততালিকে খেদাই পঠিয়ালে এই প্রণয়ীক। যিদৰে ঘপহ কৰে তাই তেওঁক গ্রহণ কৰিছিল সেইদৰে পলকতে তেওঁক আতৰাইও পঠিয়ালে। সেই বয়সীয়া মানুহজনৰ বাবে এইয়া হ'ল এক অনামী যন্ত্রণা। অৱশেহত তেওঁক আৰু এবাৰ দেখা দিবলৈ তাই যেতিয়া মান্তি হ'ল তেতিয়া তাই দেখিলে কামনাই এজন মানুহৰ মৰ্য্যাদা কিদৰে হানি কৰিব পাৰে! তেওঁ তাইৰ সম্মুখত আঠুকাঢ়ি কান্দিছিল আৰু মিনতি কৰিছিল। তাইৰ সম্মুখত ধৰি থকা পান্না ডোখৰ তাই লৈছিল, বিনিময়ত তাই একোকে নিদিলে। ভগ্নহৃদয়েৰে চাই বৰণীয়া এখন মুখ লৈ মানুহজন ঘৰটোৰ পৰা ওলায় গুচি গৈছিল।

তাই কোৱা শেহ হোৱা মাত্রকে ফেলিস্কে ক'লে "তুমি তৎক্ষণাতে এইডাল নিশ্চয় ওভোতাই দিব লাগিব, শুনিছানে মেৰীয়া, তৎক্ষনাতে।" ফেলিস্কৰ পৰিচিত তাইৰ সেই আশ্চৰ্য্যৰ চাৱনিৰে তেওঁলৈ ভথা লাগি চাই কলে "পান্না ডোখৰনে? লণ্ডন এৰি অহাৰ আগমুহূৰ্ত্তত মই

দেখোন এইডাল বেচি দিলো।"

কবলৈ একো বিচাৰি নেপায় তেওঁ তাইলৈ চালে। তাইক বুজিবলৈ তাত কোনো চেষ্টা নাছিল।···তাই যেনে আছিল তেনেই থাকিল। যাতে একেলগে তেওঁবিলাক গাঁৱলৈ পলায় যাবগৈ পাৰে তাৰ কাৰণে তাই পাথৰ ডোখৰ বেচি দিলে। কেৰিংটোনৰ অজ্ঞানতাৰ মূল্য দিছিল এই পাথৰ ডেখৰে।

তেওঁৰ চোলাৰ হাতত তাইৰ হাতৰ পৰশ লগা যেন লাগিলে তেওঁৰ। অসহনীয় কষ্টেৰে তাই ফুচফুচায় সুধিলে "তুমি মোক এতিয়াও ভাল পোৱা নহয় জানো ?"

লাহেকৈ তেওঁ তাইক নিজৰ কাষ চপাই আনি তেওঁৰ দুয়োখন হাতৰ মাজত তাইৰ মুখখন ধৰিলে। এৰা, তাই যেনে আছিল তেনেই থাকিল। তাই তেওঁক ভাল পায়······লণ্ডনৰ ক'ৰবাত এজন বৃদ্ধ লোক ভগ্ন হৃদয়েৰে থাকিল। তাই কেৰেপ নকৰে। তাই পাহৰি গ'ল। নম্ৰ আৰু প্ৰণয় উত্তেজনাৰে তাই ইয়াত আছে। ইতিমধ্যেই তাইৰ ওঁঠ জুৰি ভাগ হৈ গৈছিল তেওঁৰ এটা চুমাৰ বাবে।

"হয়, মই তোমাক এতিয়াও ভাল পাও। কিন্তু মই সুখী হৈছো-যে সোনকালেই আমি এই ঠাইৰ পৰা ওলায় যামগৈ।"

তেওঁবিলাকৰ ভাগ্য ভাল আছিল। এই প্ৰসাদটোৰ পৰা কেই মাইলমান আতঁৰত তেওঁবিলাকে পালেগৈ তেওঁবিলাকৰ সপোনৰ পৰ্জা-ঘৰটো। এইবাৰ সমৰ্থন কৰিলে ফেলিস্কে। এই ঘৰটোত আছিল খেৰৰ ছাল, ভঙা জেওৰা আৰু এটা জান। এইটো সুলভো আছিল। সচাঁকৈয়ে সুলভ আছিল। তেওঁ চুড়ান্তভাবে তেওঁৰ অপেৰাৰ বিষয় বস্তু এস্থেৰকে বাচিলৈ গম্ভীৰ ভাবে কাম কৰিবলৈ স্থিৰ কৰিলে। তাই ঘৰ নিকা কৰাৰ অপাৰ আনন্দত মগ্ন হ'ল। তাই জোৰেৰে ঘঁহি চিকুনালে সাৰিলে আৰু টান বুকুজেৰে মোহাৰি জাবৰবোৰ আঁতালে। তাই এই সাধাৰণ কামবোৰ কৰি থাকোঁতে গুণ্‌গুনকৈ গীত গাইছিল। কাৰণ তাই এইবোৰ কাম কৰি সুখী হৈছিল আৰু সেই কাৰণে এই দুয়োটা আনন্দৰে অংশ তেওঁকো দিবলৈ বিচাৰি তাই কৈছিল "অনুগ্ৰহ কৰি প্ৰিয়,

শোৱাখাটখন ইকালে নিবলৈ মোক অকণমান সহায় কৰি দিবানে ?... মোৰ হৃদয়ৰ চাকি, সৌ কাপবোৰ্ডখনৰ থাকটো মই ঢুকি পোৱা নাই... মোৰ মৰমৰ ফেলিক্স, সেই পৰ্দাখন লগোৱাত অলপ সহায় কৰি দিয়া..."

তাইক ইমান সুখী তেওঁ কেতিয়াও দেখা নাছিল। বসন্তৰ বিহঙ্গৰ দৰে তাই হৈ পৰিছিল। যেতিয়া তাই গান নেগায় তেতিয়া তাই কথাকে কৈ যায়। তেওঁ বুজি পাইছিল তাইৰ মনৰ তলি নাই। যি কোনো বিষয় হওক তাইৰ জিভাতে আহি পৰিছিল পোনে পোনে। তেওঁ শিকিলে যে গাৱঁৰ শান্তি প্ৰকৃততে ঘৰৰ শান্তি নহয়। তাই যে গায়িকা আছিল ঘপহকৈ তাইৰ মনত পৰিল। আৰু যদিহে তাই ফেলিক্সৰ অপেৰাৰ গায়িকা হ'ব খোজে তেন্তে তাই গান গোৱা অভ্যাসটো ৰাখিব লাগিব। কম্পিত কণ্ঠ ধ্বনিৰে বতাহ প্ৰাণবন্ত হৈ পৰিল। তাই গোৱা গান শলাগিলে হয় কিন্তু এই গান ৰচিবলৈ তেওঁৰ অসুবিধা হ'ল। তেওঁ এই কথাষাৰ কৌশল কৰি কৈছিল যদিও মেৰীয়া অসন্তুষ্ট হ'ল। তাই দুখো পালো। "মোৰ গীত শুনিবৰ কাৰণে লোকে বহুত টকা পয়চা দিয়ে, কিন্তু তুমি একো নিদিয়া আৰু সন্তুষ্টও নোহোৱা" ৰচনা কৰাৰ বিষয় লৈ তাই প্ৰথমবাৰৰ বাবে কিছু কণ্টকিত মন্তব্য কৰিলে। সকলোবিলাক কলাৰ ভিতৰত এইটোৰেই চাহিদা অধিক আৰু এইটো কমপক্ষেও মোহিনীশক্তি সম্পন্ন। এজন কনচাৰ্টৰ পিয়ানো বাদক—ইস! এজন অপেৰা গায়িকৰ বাবে আছিল এগৰাকী সহচৰী। দুয়ো ভ্ৰমি ফুৰি অভিনয় কৰি ফুৰিছিল। তেওঁবিলাকৰ কলাৰ জগত খনত তেওঁবিলাক আছিল সুখী অমৰী। এজন ৰচক— ইস!—তেওঁ মাত্ৰ বহি বহি লেখিছিল।

যিকোনো বিষয়ে আনকি সুৰলা গীতেও তেওঁক আমনি দিছিল। এইয়াই আছিল তেওঁবিলাকৰ প্ৰথম খৰিয়াল আৰু এইবোৰ অন্ত হৈছিলগৈ অনুতাপ, আত্মনিন্দা আৰু প্ৰতিশ্ৰুতিৰ মাজত। তেওঁবিলাকৰ পুনৰ মিলন উৎসৱ পাতিবলৈকে বুলি এটা সময়ত জুৰিৰ পাৰটোৱেদি গৈ ঘাঁহনি ভৰাৰ ওপৰত লিপ্ত হ'লগৈ প্ৰণয়ত।

মন্থৰ গতিৰে গৈ থকা পালভৰা নাৱৰ দৰে গধূলি পিছলি গ'ল।

ইতিমধ্যে আহি পৰিল শৰৎকালৰ প্ৰাণহীন গধূলিবোৰ। মেৰীয়াই তাইৰ কথা ৰাখিছিল। তাই যে অকল গান গোৱাকেই বন্ধ কৰিছিল এনে নহয়—তাই কথা কোৱাও বন্ধ কৰিছিল। তাই ইফালে সিফালে আঙুলিৰ ওপৰত ভৰদি ঘুৰাঘুৰি কৰিছিল। তাই তেওঁৰ ওপৰত চকু ৰাখিছিল, এই কথা ফেলিস্কে প্ৰায়েই ধৰা পেলাইছিল। তেওঁ যদি তাইক কেতিয়াবা অলপ ফুৰিবলৈ যোৱাৰ কথা কয়—তাই উত্তৰ দিছিল যে কোনো ৰকমেই তেওঁৰ কাম ক্ষতি কৰা উচিত নহয়। নিজৰ কোলাত হাতখনথৈ তাই ভয়াবহ নিৰৱতাৰে তেওঁৰ ওচৰতে বহি কৈছিল!

তাইক তেনেকৈ থকা দেখিলে তেওঁ হাঁহি কয় "আহাচোন—ইমান বেজাৰ মুৰাহৈনো কিয় আছা?"

চিকাৰী কুকুৰৰ দৰে যন্ত্ৰণাৰ চাৱনিৰে হুমুনিয়াহ পেলায় তাই কয় "এজন বচকৰ লগত মই সাঙোৰ খালো। সমগ্ৰ জীৱনেই মই এইদৰে কটাইছোঁ।"

আন কাৰো লগত তেওঁবিলাকৰ দেখা সাক্ষাৎ নোহোৱাৰ কাৰণে আৰু আন কোনো ফালে অহা যোৱা নকৰাৰ কাৰণে তেওঁবিলাকৰ মাজত কথা কবলৈ একো বিষয়েই নোহোৱা হ'লগৈ। কথা-বতৰা পতাৰ ঠাইত তেওঁবিলাকে কৰিবলৈ ললে প্ৰণয়। তেওঁ বিলাকৰ সম্বন্ধৰ এই ফালটো এতিয়াও অক্ষত অছিল। যিহেতু তেওঁ বিলাকে মনেৰে পতা নিৰ্ব্বোধ পৃথিবীখন তেওঁবিলাকৰ চাৰিওফালে সঙ্কুচিত হৈ অহা বুলি সজাগহৈ তেওঁবিলাকে আশ্ৰয় ল'লে কাম-প্ৰবৃত্তিৰ বিষন্ন আবেষ্টনীৰ মাজত। তেওঁবিলাকৰ প্ৰেম-পীড়িতি কৰাটো অধিক পাশবিক হৈ গৈছিল, ইয়াত আছিল একৰকম হতাশ আৰু বিদায়ৰ অন্তৰ্নিহিত সুৰ। নিজকে আৰু অধিক ভাবে বিচ্ছিন্নহৈ যোৱা একমাত্ৰ বাসনাৰ বাহিৰে আন কোনো বিষয়তে তেওঁবিলাকৰ মাজত মিল নথকা অচিনাকী পাবলৈকে মাত্ৰ তেওঁবিলাক বাহুবন্ধনৰ পৰা উঠি আহিছিল। আন সকলোবিলাক অসুখী প্ৰেমিক প্ৰেমিকাৰ দৰে তেওঁলোকে সোনকালেই আবিষ্কাৰ কৰিছিল কন্দলৰ উত্তেজক যৌনাকৰ্ষণ। মাত্ৰ ক্ষতিপূৰণ আৰু প্ৰেম সোহাগ কৰিবলৈকে অনাহকতে উচ্চকণ্ঠে চিঞৰি

তেওঁবিলাকে কাজিয়া কৰিলে। নিৰানন্দ ভাবেই ইটোৱে সিটোক ধৰিছিল, তেওঁবিলাকৰ নিজ নিজ বৈৰী পৃথিৱীখনত পুনৰ পূৰ্ব্বৰ অভ্যাসত লিপ্ত হ'বলৈকে ইজনে মিজনৰ মগুহত মোহাৰি দাগ বহুৱালে। এদিন পুৱা তাই লাহে লাহে কলে "তোমাৰ কাৰণে মই ভাল নহয়।" তাইক ক্লান্ত দেখিছিল। তেওঁ বুজিলে ওৰে নিশা তাই কান্দিছিল।

"মই তোমাক আনন্দ দিছো, কিন্তু সুখ দিয়া নাই। সেইটো বেয়া।"

তেওঁ প্ৰায় প্ৰতিবাদ কৰিব খুজিছিল, তেওঁ ক'ব খুজিছিল নিজে আৰু অধিক বিশ্বাস নকৰা কথাবোৰকে। তাই তেওঁৰ মুখ খন আঙুলিৰে চেপিধৰি ফুচফুচাই কলে "তুমি কথা নকবা, তুমি যদি কোৱা তেন্তে মিছাহে মাতিবা।" সেইদিনা ভেনিচ দেশৰ মাত কথাৰে আই কুমাৰী মেৰীৰ মূৰ্ত্তিটোৰ লগত গুণগুনাই কথা পতা তেওঁ দেখিলে। পাচত আবেলি তাই বাহিৰলৈ ওলায় গৈছিল। উভতি অহাৰ পাছত তেওঁ মন কৰিছিল তাইৰ মুখখন কেঁহৰাজ বৰণীয়া হোৱা। এইনিশা বৰষুণ দিছিল। আৰু তাৰ পাছত এজাক ভয়ঙ্কৰ আহিনমহীয়াৰ বৰষুণে আহি ব্যাপক ভাবে খিড়িকীবোৰত খুন্দিয়াইছিলহি। কিন্তু পুৱালৈ নিৰ্মেঘ আকাশত সূৰুয উঠিছিল; তিতি থকা পাতবোৰত তিৰবিৰণি উঠিছিল।

প্ৰায় উলাহেৰে তাই সুধিলে "আজি তুমি ফুৰিবলৈ যাবানে ?"

তেওঁ ফুৰিবলৈ যাব নোখোজে বুলি ক'লে। কিন্তু তাই নেৰানেপেৰাকৈ ধৰিলে।

"সকলো সময়তে ঘৰৰ ভিতৰত সোমায় থকাটো তোমাৰ কাৰণে ভাল নহয়।" তাৰ বাহিৰেও তেওঁ বাহিৰলৈ ওলায় গ'লে তাই ঘৰটো চিকুনাবও পাৰিব।

অসন্তোষ মনেৰে তেওঁ সন্মত হৈ বেতিয়া ওলায় যাওঁতে দুৱাৰখন ফেলিস্কে বন্ধ কৰিব খুজিছিল তাই তেওঁৰ ওচৰলৈ লৰি আহি ফুচফুচায় তেওঁক কোঁপনিৰ মাজেৰে ক'লে "মই তোমাক সদায়েই ভাল পাই আহিছো সোণ" কথাষাৰ কৈয়েই লাহেকৈ স্নেৰীয়াই তেওঁক চুমা খায়

খোটালীটোৰ পৰা বাহিৰলৈ তেওঁক একৰকম ঠেলা মাৰি দি ক'লে "এতিয়া তুমি যোৱা।" আবেলি সময়ত তেওঁ উভতি আহি দেখিলেহি কালে´ চকী এখনত বহি আপেল চোবাই থকা। তেওঁৰ কণ্ঠনলীডাল টান হৈ যোৱা যেন পালে আৰু ঘামেৰে তেওঁৰ হাতৰ তলুৱা সেমেকি গৈছিল।

তেওঁ ৰুদ্ধ কণ্ঠে সুধিলে "তাই কলৈ গ'ল ?"

"মই ক'ব নোৱাৰোঁ। আৰু যদি মই কব পাৰোঁও তোমাক নকওঁ।"

শান্ত ভাবে আপেল চোবাই থাকি কালে´ কলে। তেওঁৰ চকুজুৰিত হাঁহি নাছিল আছিল বিপদ সঙ্কেট।

"মই তাইক বিচাৰি উলিয়াম।"

"তাই তোমাৰ লগত দেখা নকৰে।"

"তাই দেখা কৰিব। তোমাতকৈ মই তাইক অধিক ভালকৈ জানো।" কালে´ অধৈৰ্য্য ভাবে কান্ধটো জোকাৰি কলে "তুমি এজনী তিৰোতাৰ লগত প্ৰেম কৰাটোৱেই তাইক বুজাৰ অৰ্থ নকৰে। মই তোমাক কৈছোঁ যে তাই তোমাৰ লগতে দেখা নকৰে।"

"তুমি কেনেকৈ জানিলা ?"

"তাই মোক কওঁতে এনেকৈয়েই কৈছিল।" এক অপ্ৰত্যাশিত নম্ৰতাৰে কালে´ ফেলিক্স চকীখনত বহিবলৈ হাত জোকাৰি ক'লে "তুমি পৰি যোৱাৰ আগতে বহাই মঙ্গল।"

একো যেন ফেলিক্সে শুনাই নাই এনেদৰে থৰ লাগি থিয় হৈ উঁচুপনিত ভাগি যোৱা মাতেৰে কলে "কিয়, কিয় তাই গলগৈ ?"

"কাৰণ তাই তোমাক ভাল পায়। তাইৰ স্বপ্ন বিধস্ত হোৱা দেখাতো তাই সহিব নোৱাৰিলে।" তেওঁ আপেলটোত আৰু এটা কামোৰ মাৰি খন্তেক পৰ চোবাই লাহেকৈ সুধিলে "তুমি কৰিব খুজিছা কি ফেলিক্স ? ঘৰলৈ যাবানে ?"

ফেলিক্সে উত্তৰ নিদিলে। অকস্মাতে তেওঁ অনুভৱ কৰিলে বৰ ক্লান্ত হৈ যোৱা যেন। গালৰ ওপৰেদি বাগৰি আহিল দুটোপাল চকুলো।

মই পেৰিচলৈ গৈ কিছু সময়ৰ বাবে চপাঁক দেখা কৰাৰ কথা ভাবিছোঁ। তাৰ পাছত মই ঘৰলৈ যামগৈ। এবা, সোনকালেই, কেইসপ্তাহমানৰ ভিতৰতে তেওঁ দেউতাকৰ, তেওঁৰ পৰিয়ালৰ, নীনাৰ সন্মুখীন হ'বলৈ সক্ষম হ'বগৈ...কিন্তু এতিয়া নহয়, এতিয়া নহয়—

৩

কেইমাহমানলৈ মেণ্ডেলচন বেঙ্কত আছিল এজন নতুন আইন-বিষয়ৰ পৰামৰ্শদাতা। অফিচটোৰ দুৱাৰ মুখত তেওঁৰ নামটো ফুলামকৈ টনা টনা আখৰেৰে লিখা আছিল ঃ ফেলিস্ক মেণ্ডেলচন। দৰ্ম্মহা তেওঁৰ শকত নাছিল, কিন্তু তাৰ বিনিময়ত তেওঁ নিচেই সামান্য কাম কৰাৰ বাবে এইয়াই যথেষ্ট বুলি তেওঁ ভাবিলে। দীঘল দলিছাবৃত্ত অহা যোৱাকৰা বাটটোৰ শেহ-প্ৰান্তত আৰু দেউতাকৰ অফিচটোৰ পৰা যিমান সম্ভব পৰা যায় সিমান দূৰত তেওঁ বাচি লৈছিল তেওঁৰ নিজৰ অফিচখোটালীটো। ইয়াত আছিল চামৰাৰে বন্ধোৱা আইন-গ্ৰন্থৰাজিৰে সৈতে এখন দীঘল বুক-কেচ, এখন চেপেটা মেজত বিক্ষিপ্ত হৈ আছিল আইন বিষয়ক দলিল-পত্ৰ আদি, আৰু বিশাল বিস্তৃত আকাশৰ ফালে মুকলি হৈ থকা এখনমাত্ৰ খিড়িকী। খিড়িকী তলৰ কাঠত আহি বহা চৰাইবোৰক খুৱাই, কবিতা পঢ়ি দুপৰীয়া ভালেখিনি সময় শুই, দিস্তাকৈ দিস্তা কাগজত গীত ৰচি আৰু মাজে সময়ে অতীত মন্থন কৰি ফেলিক্সে পাৰ কৰিছিল ইয়াত সময়বোৰ।

কোনো বিশেষ কাৰণ নোহোৱাকৈয়ে আজি তেওঁৰ মনত পৰিছিল ঘৰলৈ উভতি অহাৰ পূৰ্ব্বে তিনিমাহ কাল পেৰিচত কটাই অহাৰ কথাবোৰ। যেতিয়া তেওঁ কামিজ চোলাটোৰে সৈতে ডেস্কত বহি উজ্জ্বল আকাশৰ পিনে দৃষ্টিপাত কৰি কলমটো কামুৰি আছিল তেতিয়া তেওঁক স্মৃতিয়ে উটুৱাই লৈ গৈছিল অতীতলৈ। কেৱল কান্ধৰ পৰা মূৰ পৰ্য্যন্ত সৰু সৰু ছবিৰ দৰে জীৱন্ত দৃশ্য, শব্দ, বৰণ, মুখ—কিছুমান এতিয়াও স্পষ্ট আৰু কিছুমান বিলীন কৰি নিয়া সময়ৰ হাতত ইতিমধ্যে

অস্পষ্ট হৈ যোৱা স্মৃতি। তেওঁ সুঁৱৰিলে তেওঁ আহি পোৱাৰ দিনাৰ বিষাদিত সেই আহিনমহীয়াৰ গধূলিটোৰ কথা। তেওঁৰ নিসঙ্গতা আৰু উদ্দেশ্যহীনতাৰ লগত এইটো ইমান ভালকৈ খাপ খায় পৰিছিল। ঠেক আৰু অতিশয় কৰ্ম্মব্যস্ততাপূৰ্ণ আলিবাটটো ঘোঁৰাৰ খোজৰ ধ্বনি, চাবুকৰ চেৰেপ চেৰেপ শব্দ, মূৰৰ জিনজিননি তোলা দ্ৰুতগতিৰে দৌৰি যোৱা ফ্ৰেন্স গাড়ীবোৰৰ ঘৰ্ঘৰনিত হুলস্থূলহৈ পৰিছিল। ৰ'দৰ পৰা ৰক্ষা পৰিবলৈ বাটৰ কাষৰ কেইফবোৰত আঁৰা চন্দ্ৰতাপৰ তলখন উদং হৈ আছিল। সাতাইশ ৰুৱে পুৱাৰ্জানয়েৰৰ চপাঁৰ চিত্ৰশালাটোলৈ তেওঁ যেতিয়া পঁয়ালগা খট্‌খটিবোৰেদি উঠি গৈছিল তেতিয়া এইটো কেৰকেৰাই উঠিছিল। জোৰেৰ বজাই চূৰ্ণ-বিচূৰ্ণ কৰা পিয়ানোৰ সুৰ তেওঁ দ্বিতীয় মহলাৰ পৰাই শুনিবলৈ পাইছিল। নিজৰ এটা পোলেণ্ড দেশৰ সঙ্গীত চপাঁই বজাইছিল।...

এই মানুহজনে যে কেনেকৈ বজাব পাৰিছিল...। অৱশেষত ফেলিক্স উঠি আহি ঠিক চালখনৰ তলত থকা সেমেকা আৰু ৰবফ 'চেঁচা মজিয়াখন পাইছিলহি। আগমনৰ সঁহাৰি দিয়া ঘণ্টাৰ জৰীডালৰ তলতে আছিল এখন কাৰ্ড: "ফ্ৰেডেৰিক চঁপা, পিয়ানো প্ৰফেচাৰ"... তেওঁ এটা টোকৰ দিলে—গানটো মাজতে বৈ গ'ল। সশঙ্কিত ভাবে দুৱাৰ খন অলপ মুকলি কৰি ৰূপালী বৰণৰ এখন মুখ আৰু সপ্ৰশ্ন এজুৰি চকুৰ চাৱনিৰে এজন মানুহ দেখা গ'ল। তাৰ পাছত মানুহ জনৰ হুতালিকে মনত পৰিল। তেওঁ উল্লাসেৰে ধ্বনি তুলি ক'লে "মোৰ মৰমৰ, কি যে আনন্দৰ কথা!"...বহল কৈ দুৱাৰখন মুকলি হ'ল। ভ্ৰমণত পিন্ধা দগধা কোট, গলখনত উলৰ সেউজীয়া গলাবান ডাল মেৰিয়াই তেওঁ উত্তেজনাৰে হাহোঁতে তেওঁৰ চকুহালি মিট্‌মিট্‌ কৈ জ্বলিছিল, চাৰ্ক মাছে পানীৰ পৰা পাখি উলিওৱাৰ দৰে ফ্ৰেডেৰিকৰ ক্ষীণ নাকটো তেওঁৰ শেতা মুখমণ্ডলৰ পৰা ওলাই পৰিছিল।

"মই ভাবিছিলো ঘৰৰ মালিক বুলিহে—তুমি নিশ্চয় মোক ক্ষমা কৰিবা..."

তেওঁবিলাক নিমিষতে পুনৰ হৈ পৰিল পুৰণি বন্ধু। বাস্তৱিকতে

আগতকৈও ভাল বন্ধু। কাৰণ এতিয়া দুয়ো দুখীয়া হৈ পৰিছিল। দুইমিনিটৰ ভিতৰতে দুয়োৰে জীৱন বুৰঞ্জীৰ বিনিময় হৈছিল। মেৰীয়া ...অহকালিৰ সেই নিৰ্দ্দোষ সুখৰ কাহিনী, প্ৰসাদটো, পঁজা ঘৰটো, অকস্মাতে তাই নিৰুদ্দেশ হৈ যোৱা কথাটো...তাইৰ কথা কৈ ভাল লাগিছিল, পোৰণি অনুভৱ কৰা যন্ত্ৰণাৰ ঠাইডোখৰকে আকৌ খজুৱাই থাকিবলৈ সুত লাগিছিল। পৰিত্যাগ কৰি যোৱা প্ৰেমিকৰ কথা থাকি যোৱাৰ বাহিৰে আৰু কিয়েই বা বাকী থাকিব পাৰে ?...

"তুমি বুজিছা ফ্ৰেডেৰিক, এইটো ঠিক এটা মনোৰম প্ৰণয় লীলা নাছিল। গভীৰ আবেগেৰে, উন্মাদনাৰে আমি ইটোৱে সিটোক ভাল পাইছিলো।"...ফ্ৰেডেৰিকৰ ধৈৰ্য্য আছিল আৰু আছিল আনৰ মন বুজি চলাৰ ক্ষমতা। তেওঁ বুজিছিল। "হয়, এৰা মই বুজিছো"... প্ৰত্তিবাৰ মূৰ জোকাৰোঁতে তেওঁৰ উজ্বল চুলিখিনি নিজৰ মুখৰ ওপৰলৈ নামি আহিছিল। "তুমি দেখিবা সময়ত এইটো ঠিক হৈ যাব...তুমি ইয়ালৈ অহা বৰ ভাল হ'ল। আমি দুয়ো একেলগে ভোকত শুকাম।" ধ্বংসস্তূপত পৰিণত হোৱা এখন শায্যালৈ দেখুৱাই ক'লে "এইখন হ'ব তোমাৰ শয্যা।" মই ৰান্ধনীৰ কামটো কৰিম, অৱশ্যে যদিহে ৰান্ধিবলৈ কিবা থাকে তেতিয়াহে। তুমি ঘৰ-দুৱাৰ চিকুনাবা আৰু ঘৰৰ গৰাকীয়ে ভাড়া বিচাৰি আহিলে তেওঁক শান্ত কৰিবা।"

আৰু সেই কাৰণে এইদৰে বন্দোবস্ত হৈ গ'ল। অঘৰী...সঁচা অঘৰী-বিভূষিত নোহোৱা। অনুমান কৰাৰ দৰে এইটো মুঠেই আমোদ-জনক অদ্ভুত কথা নাছিল। ফ্ৰেডেৰিকে যে এইয়া ঘৃণাই কৰিছিল। তেওঁৰ কেইজনমান ছাত্ৰ আছিল—সেই অঞ্চলৰ ঘামচিৰে সৈতে কেইজনমান ডেকা নহলে কেইজনমান কৃপণ সদাগৰ। এঘণ্টাত এক ফ্ৰাঁ আৰু পঞ্চাশ চেণ্টাইম। শেতা ওঁঠ আৰু হতাশমনেৰে এই পাঠবোৰৰ পৰা তেওঁ উভতি আহিছিল। "সিহঁতে কয় ধনে কলুষিত কৰে, মই কওঁ যে দৰিদ্ৰতাই পদ মৰ্য্যাদা হ্ৰাস কৰে। ই তোমাৰ প্ৰেৰণা নষ্ট কৰে, তোমাৰ মৰ্য্যদা কাঢ়ি নিয়ে আৰু শেষত তোমাক হত্যা কৰে। ই হত্যা কৰিছিল মোৰ্জাটক, ই হত্যা কৰিছিল চুবাৰ্টক..."

তাৰ পাছত তেওঁ পিয়ানোটোৰ ওচৰলৈ আহি এঘণ্টা বা দুঘণ্টা সময় বজাইছিল। তেতিয়া তেওঁৰ ফৰকাল লাগিছিল। লাহে লাহে ৰঙ্গ কৌতুকপূৰ্ণ প্ৰফুল্লতা—সেই আধা ফৰাচী আৰু আধা পোলেণ্ড দেশীয়ৰ তেওঁলৈ আহি যায়। মুকলিমনে শিশুৰ দৰে তেওঁ বিনা প্ৰস্তুতিৰে বজাব অঘৰী নৃত্য-গীত, পিয়ানোত বহি বন্ধুবৰ লিজেটেক ব্যঙ্গ কৰি অনুকৰণ কৰিছিল আৰু ঘপহ কৈ বহাৰ পৰা উঠি গৈছিল।

"এৰা, মোৰ বন্ধু আজি নিশা খাবলৈনো কি আছে চাওঁগৈ ব'লা—" তেওঁ ৰান্ধনী ঘৰটোলৈ গৈ পুনৰ উভতি আহিছিল দুডোখৰ চকলেট লৈ। "আশ্চৰ্য্যজনক আহাৰ, আটাইতকৈ পুষ্টিকৰ চকলেট" আৰু কাঁহি থকাৰ মাজতে বুজাই কৈছিল "ইয়াত আছে গাখীৰ, চেনী, ককো এটা পূৰ্ণস্বাস্থ্যৰ বাবে সকলোবোৰ প্ৰধান আহাৰ···"

ফেলিক্সে তেওঁ বহা চকীখন বেৰৰ ফালে এচলিয়া কৰি মূৰৰ পাচফালে হাত দুখন থৈ হাঁহি চাই পঠিয়ালে সুশৃঙ্খল ভাবে সজায় থোৱা পৰিষ্কাৰ হৈ থকা আইন বিষয়ৰ গ্ৰন্থ সমূহলৈ। ফেলিক্স মেণ্ডেলচন; এডভোকেট। টায়েৰ গাৰ্টেন ষ্ট্ৰেচিত আৰু আণ্টাৰ ডেন লিণ্ডেনত তেওঁ যেনেকৈ গাম্ভীৰ্য্যতাৰে নিজৰ ওখ টুপীটো ডাঙি তেওঁবিলাকক অভিবাদন জনাইছিল, সেই বিশিষ্ট ব্যৱসায়ী সকলেও ঠিক তেওঁক অভিবাদন জনাইছিল তেওঁবিলাকৰ ওখ টুপীবোৰ ডাঙি।···যদিহে ফ্ৰেডেৰিকে দেখিবলৈ পালেহেতেন কিছুমান আইন বিষয়ৰ কাগজপত্ৰ হাতত লৈ গধুৰ বিষয় মূৰত কঢ়িয়াই লৈ ফুৰা সেই সকললোকৰ অদৃশ্য নিবিষ্ট চাৱণি লৈ ফেলিক্সে বেঙ্কৰ অহাযোৱা কৰা বাটটোৱেদি খোজ কাঢ়ি যোৱা···

ন-মাহৰ আগতে তেওঁ নিশাৰ আহাৰ কৰিছিল এডোখৰ চকলেটেৰে আৰু বাস কৰিছিল পেৰিচৰ চালিৰ ওপৰত থকা এটা সৰু খোটালীত। এইটো ভাবিবলৈ···আকৌ সময় হুইকি গৈছিল কৰে পুৰ্ 'জনয়েৰলৈ। তেতিয়া সময় আছিল আবেলি আৰু তেওঁ আছিল অকলে। হাড় ভাঙো 'যেন কৰা এখন চোফাত বহি খোটালীটোৰ শেহ প্ৰান্তত থকা খিড়িকীৰ আইনাইদি বৰষুণৰ কণ্ কণ্ নৈবোৰ পিছলি যোৱা চাইছিল। যদিহে তেওঁ নিজকে আৰু কেইইঞ্চিমান ভুলি ধৰিব পাৰিলেহেঁতেন তেওঁ

দেখিবলৈ পালেহেঁতেন উদ্বলি থকা শ্লেট পাথৰৰ চালবোৰ, চিম্‌নিৰ ছাবিখন, আনকি, দুৰাৰোহ স্থানৰ খিড়িকীৰ কাষত থকা ফুলবোৰ। নিশা খিড়িকীবোৰত চাকিবোৰৰ পোহৰ পৰি সৃষ্টি কৰিছিল এক মনোৰম চিত্ৰৰ, কিন্তু এতিয়া এইয়া ধূসৰ হৈ গৈছে। ধূসৰ হৈছিল আকাশৰ দৰে, বৰষুণৰ দৰে, দেৱালবোৰৰ দৰে, ভৱিষ্যতৰ দৰে। প্ৰত্যেকটো···

দুৱাৰত এটা টোকৰ পৰিল···জঘন্য, সেই ঘৰৰ গৰাকী আকৌ আহিল···সেই একে অজুহাত তেওঁ দেখুৱালে—"আপুনি দেখিছে ডাঙৰীয়া প্ৰপাইটৰ, আমি অহা সপ্তাহত ধন পাবলৈ আশা কৰিছোঁ···এৰা অহা সপ্তাহত। সম্পূৰ্ণ ভাবে···আপুনি ইয়াৰ ওপৰত নিঃশ্চিন্ত ভাবে নিৰ্ভৰ কৰিব পাৰে···" তেওঁ আস্ফালন কৰি ক'লে "সোমায় আহক" আৰু দুৱাৰখন মুকলি হ'ল। এইয়া দেখোন ঘৰৰ মালিক নহয় এগৰাকী সম্ভ্ৰান্ত মহিলাহে। মোৰ ঈশ্বৰ, এগৰাকী ছাত্ৰীচোন···ৰূপহী গাভৰু এগৰাকী, হয়তো তেওঁ ধনীও···সেই পান্নাডোখৰ মেৰীয়াৰ পান্নাডোখৰৰ সমানেই আছিল। চোফাখনৰ পৰা জাপমাৰি উঠিল—

"আপোনাৰ সেৱক আইদেউ···অনুগ্ৰহ কৰি আপুনি নবহিব জানো? খন্তেকপৰৰ ভিতৰতে মোৰ বন্ধু প্ৰফেচাৰ এইখিনি পাবহি···"

তাই আহি ফেলিক্সৰ শোৱা পাটিৰ কৌচত বহোঁতে তাই উশাহ লব পৰা নাছিল। তাই তেওঁলৈ ক্ষীপ্ৰ কিন্তু এক সৰ্ব্বদৰ্শী চাৱনিৰে চায় ক'লে "মই আপোনাৰ বন্ধু প্ৰফেচাৰক বিচাৰি অহা নাছিলো। মই আপোনাকহে বিচাৰি আহিছিলো। আৰু কব লাগিব যে আপোনাক বিচাৰি উলিয়াবলৈ বহুত সময় লাগিল। মোৰ নাম 'বেটি ৰথচাইল্ড'। আপুনি মোক কবলৈ বেয়া পাবনেকি ইয়াতনো এনেকৈ থাকিবলৈ পৃথিবীত কিহ'ল?" আৰু তাইৰ চকুজুৰিয়ে সকলো সময়তে তেওঁৰ ফালে চাই হাঁহি আছিল—ভাও ধৰি নহয় কৌতুহলেৰে। নাস্তিক তিৰস্কাৰ কৰি থকা সৰলমনা নৱৈবৰছৰীয়া বুঢ়ি আইতাক হে যেন তাই আছিল···আৰু তাই ফেনীতকৈ কোনোমতেই ডাঙৰ নাছিল।* ফেলিক্সে আপত্তি কৰি

* ফেলিক্সতকৈ বেটি ৰথচাইল্ড চাৰিবছৰৰ ডাঙৰ আছিল। তেওঁৰ মৃত্যু হৈছিল ১৮৮৬ চনত।

উত্তৰ দিলে "মই ইয়াত ভাল পাইছোঁ, মই ইয়াত বহুত দিন থাকিবলৈ ইচ্ছা কৰিছোঁ—মোৰ দেউতাই আপোনাক ইয়ালৈ পঠিয়াইছে যেন মোক মনে ধৰিছে—

"ঠিক নহয় যদিও তেখেতে আপোনাৰ বাবে উদ্বিগ্ন হৈ আছে। আপুনি যিমান দিন ইংলেণ্ডত আছিল সিমান দিন আমি আপোনাৰ খা-খবৰ ৰাখিব পাৰিছিলো।"

ভয়ত বিহ্বলহৈ ফেলিস্কে সুধিলে "তেনেহলে মই কত আছিলো আপোনালোকে গম পালে?"

মানুহজনায়ে মৰমলগা চকুজুৰিৰে পোনে পোনে তললৈ চাই হাঁহি হাঁহিছিল, এইটো বৰ অপমান জনক যেন লাগিছিল ফেলিস্কৰ। তেওঁ কলে "আপুনি ওচৰতে কৰবাত বাস কৰাৰ প্ৰতিটো খবৰকে মোৰ দদাইদেউৰ লৰা নাথানে আপোনাৰ দেউতাকক জনাই আছিল।" তেওঁ হতাশজনক ভাবে কান্ধটো জোকাৰি কলে "তেনেহলে দেউতাই সকলো খবৰকে জানিলে।"

তেওঁ মূৰটো ছুপিয়াই কলে "কিন্তু উদ্বিগ্ন নহ'ব।" তাইৰ কথাৰ সুৰত আছিল এক নতুন কোমলতা। "তেওঁ আপোনাক বৰ বেচিকৈ ভাল পায় আৰু তেওঁ এজন বুধিয়ক লোক। তেওঁ বুজে যে অন্ততঃ এবাৰ এজন ডেকাই নিয়মৰ বান্ধোনৰ পৰা মুক্তি লাভ কৰাৰ অধিকাৰ পাব পাৰে। কিন্তু তেখেতে আপোনাৰ অভাব অনুভৱ কৰিছে আৰু ঘৰলৈ উভতি গ'লে ভাল পাৰ। তেখেতে বুঢ়াহৈ আহিছে, আপুনি জানে···"

হঠাতে তেওঁৰ পৰা সকলো অৱজ্ঞাপূৰ্ণ বিৰোধিতা আতৰি গৈছিল। প্ৰকৃততে তেওঁ বিচৰা নাছিল এই বেজাৰমূৰা পেৰিচত থাকিবলৈ। তেওঁ ব্যাকুল হৈছিল পৰিয়ালৰ মাজলৈ উভতি গৈ দেউতাকৰ ভোক ভোৱনি শুনিবলৈ, মাকৰ বহা কোঠালৈ আহি মাকৰ হাতত চুমা খাবলৈ, পুনৰ ফেনী আৰু বেবেকাক দেখা পাবলৈ···"

"ময়ো তেওঁৰ অভাব অনুভৱ কৰিছোঁ, মই তেওঁবিলাক সকলোকে অভাব অনুভৱ কৰিছোঁ, মই চেষ্টা কৰিছিলো নিজৰ সম্ভ্ৰম ৰক্ষা কৰিবলৈ —" তেওঁ গুণগুণাই ক'লে।

"মই জানো", মান্নুহজনীয়ে কোমলকৈ কলে "আপনি দুখ পাইছিল, প্ৰত্যেকেই যিকোনো এটা সময়ত দুঃখ পায়।" এইটো জনাৰ পূৰ্ব্বেই ফেলিস্কে তেওঁৰ লগত তেওঁৰ ঘায়েক ফেনী—, যাৰ লগত তেওঁৰ ঘনিষ্ঠতম বন্ধুত্ব, তেওঁৰ লগতহে যেন কথা পাতিছিল। তেওঁক ফেলিস্কে মেৰীয়াৰ বিষয়ে কৈছিল। কিন্তু এতিয়া তেওঁ শান্ত আৰু সচেতন। "মই এতিয়া বুজিছোঁ আমি ইজন সিজনৰ প্ৰতি উপযুক্ত নাছিলো··· এইটো ঠিক আছিল এক দৈহিক আকৰ্ষণ; তাৰ বাহিৰে একো নাছিল। তাই এজনী অঘৰী, এজনী ভ্ৰমণৰতা তিৰোতা। মোক লাগে এখন ঘৰ, লাগে সুপ্ৰতিষ্ঠিত হ'বলৈ···কোনোবা দিনা মই মোৰ বাবে পামগৈ প্ৰকৃত ছোৱালীজনী আৰু মই হ'ম তাইৰ কাৰণে উপযুক্ত লোক—আৰু আমি দুয়ো সুখী হ'ম।" মান্নুহজনীয়ে মূৰ দুপিওৱাৰ বাবে আৰু সমৰ্থন কৰি যেতিয়া তেওঁৰ কথাশুনি ইঁহা নাছিল তেতিয়া আনকি ফেলিস্কে নিজৰ অন্তৰালত থকা সেতু ভালো পুৰি পেলায় তেওঁক কৈছিল কেনেকৈ তেওঁ বেটী ৰথচাইল্ডৰ সৈতে গঢ়ি তুলিব খুজিছে বন্ধুত্ব, পাবলৈ বিচাৰিছে সহানুভূতি—যাতে তেওঁ নিজৰ স্বামীৰ ওপৰত প্ৰভাবান্বিত কৰিব পাৰে প্ৰুচিয়ান ধাৰাটাৰ বিষয়ত···তেওঁ খিক্ খিক্ কৈ হাঁহি কৈছিল "এইটো মোৰ দেউতাৰ ভাব আছিল, তেওঁ অনুমান কৰিছিল মই অতি সহজ আৰু চতুৰ হ'ম বুলি···মই ভাবোঁ মই কেতিয়াও ভাল ৰাজদূত নই'ম···"

মান্নুহজনীয়ে সৰু এটা হাঁহি মাৰি যাবলৈ উঠি ক'লে—"আৰ হাতে আপুনি মোৰ সহানুভূতি আৰু বন্ধুত্ব পালে। আপুনি ইয়াৰ পৰা গুচি যোৱাৰ আগতে মোৰ তালৈ এবাৰ আহি মোক দেখা কৰিবহি··· বোল্ল কৰে চেণ্ট ডমিনিক···"

দুৱাৰ মুখলৈ আগবাঢ়ি গৈ তেওঁ হাতখন মেলি ধৰি কলে "আপোনাৰ কিবা দিগদাৰ হলে আৰু সহায়ৰ আৱশ্যক হ'লে মোক জানিবলৈ দিব।"

মান্নুহজনী গুচি যোৱাৰ পাছত তালেখিনি সময়লৈকে তাইৰ সুগন্ধি ৰৈ গৈছিল। চোকা খনলৈ তেওঁ উভতি আহিল। দেউতাকে তেওঁক

ক্ষমা কৰিছে আৰু তেওঁ উভতি যোৱালৈ অপেক্ষা কৰিছে এই কথা বুজিবলৈকে কেনে আচৰিত লাগিছে।…এৰা, মেৰীয়াৰ অভিযান শেষ হ'ল। এইটো এটা দুৰ্ঘটনাৰ বাহিৰে একো নহয়। মোহাচ্ছন্নৰ পৰা তেওঁ মুক্ত হ'ল।

তেওঁ আত্ম সংযম কৰিব পাৰিলে। এশিকনি তেওঁ পালে। ইতিমধ্যেই তেওঁৰ ধোৱাঁখুলীয়া পুতেক ঘৰমুৱা হৈ যোৱাৰ দৃশ্য অনুভৱ কৰি চালে। দেউতাকৰ বাহুৰ মাজত তেওঁ সোমাইছিলহি, মাকৰ হাতত চুমা খাইছিল, ফেনী আৰু ৰেবেকাক জোৰেৰে সাবটি ধৰিছিল… পলক কৰমৰ্দ্দন কৰিছিল, সৰল আৰু বুঢ়া ভৃত্য গুস্তভক আনন্দমনেৰে সম্ভাষণ জনাইছিল ..কাৰ্ডৰ দুৰ্গ ধুমুহাই উৰুৱাই নিয়াৰ দৰে কিয় জীৱনে আমাৰ সৎ-অভিপ্ৰায়বোৰ নিশ্চয় উৰুৱাই লৈ যায়? কিয় ই নিশ্চয় বিকৃতভাবে দেখুৱাই দিয়ে আমি যে ইমান দুৰ্ব্বল আৰু আত্ম প্ৰবঞ্চিত? ……কিন্তু দেবতাসকলে নিঃস্ব মানুহলৈ চায় খিক্‌খিক্ কৈ হাঁহে আৰু সেই কাৰণেই হয়তো চঁপাই সেই দুপৰীয়াই ফ্ৰেঞ্চ লিজ্‌টক লগ পাৱলৈ দৌৰি গৈছিল আলিবাটৰ সিপাৰলৈ। এইটো দুদিন বা দুসপ্তাহ পলমেও ঘটিব পাৰিলেহেতেন; কিন্তু নহয, এইটো সেই দুপৰীয়াই হ'ব লগা আছিল। আৰু অৱশ্যে এজনী ৰূপহী ছোৱালীৰে সৈতে আৰু পৰম আনন্দেৰে লিজ্‌ট সদায়েই আছিল। যেতিয়া তেওঁ বুকু ভুকুৱায় তেওঁৰ পাপ স্বীকাৰ কৰিবলৈ গীৰ্জ্জাঘৰত নাথাকিছিল তেতিয়া তেওঁ সদায়েই এজনী ৰূপহী ছোৱালীৰ সৈতে পৰম আনন্দেৰে আছিল…আৰু স্বাভাবিকতে তেওঁবিলাক আহি বৈছিলহি কেইয়ত, আৰু তাত বাল'ইজৰ বাহিৰে আৰু কোনো নাছিল। বিশ্বৰ ওপৰত ক্ষোভ হৈছিল বাল'ইজৰ, মন ভিন্নমুখী কৰাৰ বৰ প্ৰয়োজন হৈছিল আৰু সেই গধূলি ফ্ৰেডেৰিকৰ চিত্ৰশালাত এটা সৰু পাৰ্টি আয়োজন কৰাতকৈ আৰু অধিক কি সুন্দৰ কথা হলহেতেন?

অৱশ্যে যেয়ে যি পাৰে খবৰ আনি বন্দুক ক'ব বেয়া খবৰতকৈ যদি আনকিবা অধিক দ্ৰুত গতিৰে ভ্ৰমণ কৰে সেইয়া হৈছে পাৰ্টিৰ খবৰ। আঠ বজাৰ সময়লৈ সকলোবোৰ আসন অধিকাৰ কৰা হ'ল আৰু অতিথি

সকলোৰে কিছুমান আকৌ মাটিটো বহিল। ন বজালে তেওঁবিলাক বহিছিলগৈ ইজন সিজনৰ কোলাত। কথা প্ৰত্যেকেই কৈছিল কিন্তু কোনেও কাৰো মাত শুনা নাছিল। কাৰণটো হল মহিলা সকল আছিল ফৰাচী আৰু সস্তুৱ তেওঁবিলাক মনে মনে থাকিব পৰা নাছিল আৰু পুৰুষ সকল প্ৰায় সকলোৱেই বুধিয়ক আৰু প্ৰতিভাশালী শিল্পী আছিল। আৰু তেওঁ বিলাকৰ কবলৈ আছিল অনেক মনোৰম বিষয়। এটা খোটালী ভৰি থকা অহঙ্কাৰী মানুহবোৰৰ প্ৰত্যেকেই আকৰ্ষণ কৰিবলৈ উচ্চস্বৰে চিঞৰিছিল। দহবজাৰ সময়লৈ ধোৱাঁ আৰু মনোৰম মন্তব্যৰে পৰিবেশ ঠাহ খাইছিল। মমবাতিৰ অস্পষ্ট পোহৰত ৰেম ব্ৰাঁৰ পোহৰ আৰু এন্ধাৰৰ চিত্ৰৰ দৰে মুখবোৰ জ্বাহিছিল। জুকলা হোৱা গোঁফ কোচা মোহাৰি বালজঁাকে তেওঁৰ পাওনাদাৰৰ কথা কৈছিল। ঘন চকচকীয়া চুলিয়ে আবৰি থকা মূৰটো ইফালে সিফালে লৰাই নিচেই সৰু হাতকিখন জোকাৰি বলকিছিল বাল´ইজে।

"মই মৰিলেহে সিহঁতে মোৰ সঙ্গীতৰ মূল্য দিব···"

একোণত নায়েমেকউইজ আৰু মিকিউইজে এদল নিৰ্ব্বাসিত পোলিচ লোকক সম্বোধন কৰি ফুচফুচাই কথা পাতিছিল ব্যগ্ৰ ভাবে তেওঁবিলাকৰ মৰমৰ দেশখনৰ বিষয়ে। পোলেণ্ডৰ মানুহে নিজৰ দেশখনৰ বাহিৰে আন কথা কেতিয়াও নেপাতিছিল, বিশেষকৈ যি সকল প্ৰবাসী আছিল। হেনেও তাত আছিল। তেওঁ নিজৰ বিৰক্তি প্ৰকাশ কৰিছিল চমু কণ্টকযুক্ত কথা-বতৰাৰে। পেইনটিংৰ বিষয়ে এজন কবিক ডেলাক্ৰইক্সে কৈছিল আৰু কবিতাৰ বিষয়ে তেওঁ কৈছিল। কিছুপৰ চপাঁই বজাই, পোলানিজৰ উদাৰাৰ দ্ৰুনমাত্ৰিক ধ্বনিৰে শেষ কৰিলে—যিহৰ কাৰণে প্ৰচণ্ড গতিৰে মিকিউইজ তেওঁৰ ওচৰলৈ লৰি গৈছিল। তেওঁৰ ডাঢ়ি কোচাৰ ওপৰেদি বাগৰি আহিছিল অশ্ৰুৰ ধাৰ আৰু তেওঁ চপাঁক নিজৰ শক্তিশালী বাহুৰ মাজত চেপি ধৰিলে। নাৰী বা পিয়ানোৰ ফলকৰ চাবি সমূহক বাধা দিব নোৱাৰা লিজটে বজালে বিনা পূৰ্ব্ব প্ৰস্তুতিৰে এটা চুটি কনচাৰ্ট। তাৰ পাছত আকৌ আৰম্ভ হৈছিল কথা-বতৰা। আগতকৈয়ে সুন্দৰভাবে আৰু ডাঙৰকৈ। হঠাতে কৰবাৰ পৰা

কোনোবাজনে কলে শ্ৰীমতী খেলাৰ যে গায়িকা নিয়োগ কৰা হৈছে—তোমালোকে নেজানা জানো ?···নিশ্চয়······

—মোৰ সোণাইহঁত ! তাই গালে লুচিয়া গীতটো তাৰ এসপ্তাহ আগতে গাইছিল তাই নোৱেল···

সুৰাপান উৎসৱৰ দৰে এতিয়া খোটালীটো চাকনৈয়া যেনকৈ ঘূৰিছিল। ফাঁক হোৱা ওঁঠ আৰু স্বচ্ছ চকুজুৰিৰে সৈতে মেৰীয়াৰ বাহিৰে তাত কোনো নাছিল। আৰু একমাত্ৰ যিটো শব্দ হৈছিল সেইটো আছিল বুকুৰ ধপধপনি। মুৰৰ পাছফালে একেলগে থকা হাত দুখন ফেলিস্কে একৱাই আনি চকীখন চাৰিটা খুৰাৰ ওপৰত বহুৱাই তেওঁ বহাৰ পৰা উঠি খিড়িকী খনৰ ফালে আহিল। তেওঁ চালে ৰতাহত উলাহেৰে কাঁত হৈ ফুৰা ঘনচিৰিকা চৰাইটোলৈ, হঠাতে এটা আনন্দিত হৈ থকা বিন্দুকণাই গৰম কালিৰ নীলা আকাশত আনুষ্ঠানিক ভাবে নাচিলে এটা স্বৰ্গিমুখী নাচোন। ঘনচিৰিকাটো প্ৰেমত পৰিছিল নেকি ? সিহঁতে নিজৰ প্ৰস্তাৱবোৰ পাহৰি যায় জানো—সেই নিশা তেওঁ কৰাৰ দৰে সিহঁতে নিজকে অকৰা কৰেনে ?

সকলো গুচি গৈছিলগৈ। খোটালীটো নিৱৰ হৈ পৰিছিল। চপাঁই মমবোৰ ফুৰালে।

"ফ্ৰেডেৰিক, মোৰ বিষয়ে পিয়ানোবাদক হিচাবে তোমাৰ কি ধাৰণা বাৰু ?"

"ইচ্ছা কৰিলে তুমি শ্ৰেষ্ঠ সকলৰ ভিতৰত্তে এজন হবাগৈ। তুমি কিয় সুধিলা ?"

"মই যদি কঠোৰ শ্ৰম কৰোঁ তেন্তে আমি এটা যুটীয়াকৈ পিয়ানো কনৰ্চাট দিব পাৰিম বুলি তুমি ভাবানে ?"

চপাঁই ঘূৰি হাঁহি কলে "মইটো জনাই নাছিলো যে তুমি কনৰ্চাটৰ পিয়ানো বাদক হ'বা। এই বিষয়ে তুমি দেখোন কেতিয়াও উল্লেখেই কৰা নাছিলা ?"

"ৰচনা কৰাটো ক্লান্তিদায়ক।" তেওঁৰ জিভাইদি মিছা কথাবাৰ কিমান সহজে বাগৰি আহিল। "পিয়ানো বাদকৰ জীৱনৰ উত্তেজনা

মই ভাল পাম বুলিয়েই ভাবিছোঁ।—ভ্ৰমণ, সেই প্ৰশংসা "কনৰ্চাটৰ কাৰণে আমি ধন পাম.কত ? ভাগ্য ইয়াত লাগিব। এটা হল ভাৰাত ল'ব লাগিব; নিমন্ত্ৰনী চিঠিবোৰ চপাব লাগিব, আৰু আন আন এশৰকমৰ বিষয়ত মন দিব লাগিব।" "মই কিবা এটা কৰিম।"

তেওঁ কৰিছিল। লণ্ডনৰ পৰা অনা ট্ৰাঙ্কভৰ্ত্তি কাপোৰবোৰ গ'ল। মণ্ট ডা পিয়েটি, মিউনিচিপেলিটিৰ ঋণদপ্তৰলৈ গ'ল দেউতাকৰ সোণৰ ঘড়ীটো। হতাশজনক ভাবে কাৰ্ললৈ লিখা এখন চিঠিয়ে আনিলে, পঞ্চাশ পাউণ্ড। আৰু এটা প্ৰকাণ্ড পিয়ানো আনি চপাঁৰ সন্মুখত বহুৱা হ'ল আৰু আৰম্ভ হ'ল আখৰাৰ অনুশীলন।

নিজে ৰচাঁ সঙ্গীতৰ পৰাই প্ৰগ্ৰেম কৰিবলৈ তেওঁবিলাকে স্থিৰ কৰিছিল। ফেলিস্কে দিছিল তেওঁৰ নিজৰ ৰচা দ্বৈত-পিয়ানো কনৰ্চাট, এটা বিশেষভাবে লিখা তেওঁৰ অষ্টপদী গীতিকাব্য আৰু মিড্‌চামাৰৰ অৰ্কেষ্ট্ৰাবাদন। বাকীখিনি পূৰ্ণ কৰিব ফ্ৰেডেৰিকৰ পোলানিজ, উদাৰাৰ দ্বনমাত্ৰিক ধ্বনি আৰু বিপ্লৱী এটুডেৰে।

কাম, কাম সকলো সময়তে কাম। ফ্ৰেডেৰিক পাঠ শিকাবলৈ বাহিৰলৈ গ'লে ফেলিস্কে কৰিছিল আখৰাৰ অনুশীলন। স্কেলবিলাক, স্বৰগ্ৰাম, সুৰৰ আৰোহণ অৱৰোহন দ্ৰুত, দ্ৰুততাৰে দ্ৰুততম গতিৰে... যেতিয়া ফ্ৰেডেৰিক উভতি আহে তেতিয়া পুনৰ আখৰা অনুশীলন কৰাৰ সময় হয়গৈ। অবিসম্বাদী ভাবে তেওঁ এজন সুন্দৰ পিয়ানো বাদক আছিল। আৰু তেওঁ কোমল ভাবে শুধৰাই দিছিল ফেলিস্কৰ বজোৱা। "সেই মূৰ্চ্ছনাটো কিঞ্চিৎ পৰিমাণে আৰু সক হ'ব লাগে...আৰু তুমি দেখিছা এতিয়া সুৰৰ এই আৰোহন অৱৰোহন এইদৰে হ'ব লাগে। ...আমি আকৌ চেষ্টা কৰোঁহঁক আহাঁ—

সেই দেওবাৰটোৰ গোটেই দিনটো তেওঁবিলাক ইয়াতে লাগি থাকিল। নিশা হৈ অহাৰ লগে লগে তেওঁবিলাক ভাগৰি আহিছিল। ক্লান্তভাবে তেওঁবিলাকে বাদ্যযন্ত্ৰবোৰৰ ওপৰেদি দুয়ো দুয়োলৈকে চাই হাঁহিছিল। কজলা ভাৱৰত সোণোৱালী পাৰি ৰচা আৰু গোলাপী ৰঙেৰে বোলোৱা জাৰকালিৰ চমকপ্ৰদ অস্তগামী আকাশৰ বিপৰীতে তেওঁবিলাকৰ

আকৃতি ক'লা বৰণেৰে বোলোৱা ছাঁৰ দৰে নক্সা যেন হৈ পৰিছিল। চঁপাই ক'লে "আন দুসপ্তাহত তুমি ক্ৰেগুৰ দৰে বজাবগৈ পাৰিবা। তেতিয়ালৈ আমি সাজুহমইঁক।"

তাৰ পাছত তেওঁ ক'লে ডিচেম্বৰৰ চৈধ্য তাৰিখৰ আবেলিটো তেওঁ কুয়ে ডেজ চেইণ্ট পেৰেঁজৰ এটা কনৰ্চাট হল ৰিজাৰ্ভ কৰি থৈছে। নিমন্ত্ৰনীবোৰ ইতিমধ্যে ছপাশাল পালেগৈয়ে। সেইবোৰ কেইদিনমান পাছত তেওঁবিলাকে পাইছিল। আৰু এতিয়া যেতিয়া তেওঁবিলাকে আখৰাৰ অনুশীলন নকৰিছিল তেতিয়া তেওঁবিলাকে এই লেফেফাবোৰত ঠিকনা লিখিছিল আৰু সীল মোহৰ লগাইছিল। সীল মোহৰ লগোৱা মমৰ গোন্ধত খোটালীটোৰ বা-বতাহ ভৰি আছিল। ক্ৰেডেৰিকে কৈছিল "আমাৰ বন্ধুবৰ্গলৈ আমি এইয়া পঠোৱাৰ প্ৰয়োজন নাই। কনৰ্চাটৰ বিষয়ে তেওঁবিলাকে জানেই আৰু তেওঁবিলাক আহিবই। মাত্ৰ সমালোচক সকললৈ, কনজাৰভেটৰীৰ প্ৰফেচাৰ সকললৈ, আৰু অৱশ্যে সমাজলৈ..." তেওঁবিলাকে পঠিয়াইছিল পাঁচশ নিমন্ত্ৰণী চিঠি।

তেওঁ ক'লে "হলঘৰটোত বহিব পাৰে দুশ লোক, আৰু আমি তেতিয়া পাম হল ভৰ্ত্তি দৰ্শক।"

হয়, এইয়া নহ'ল। আনকি আধাও নহ'ল, আনকি দহভাগৰ এভাগো নহ'ল...

এইটো এটা দুৰ্ঘটনা আছিল। নাছিল একমাত্ৰ এজন সমালোচক, প্ৰকাশক, আৰু ভদ্ৰমহিলা এগৰাকীও। একমাত্ৰ বন্ধুবৰ্গৰ বাহিৰে তাত কোনোৱেই নাছিল। উৱলি যোৱা চোলা পিন্ধা, অমাৰ্জ্জিত ওৱেষ্ট কোট পিন্ধা আৰু তাপলিমৰা ডবল ব্ৰেষ্টৰ দীঘল কোট চোলা পিন্ধা অঘৰী সকল আৰু ঘৰত তৈয়াৰ কৰা টুপী আৰু শহাৰ নোমৰ কেইপ পিন্ধা তেওঁবিলাকৰ ছোৱালীবোৰ। আৰু পোলিচ সকল তাত থকাটো স্বাভাৱিক। যেন শৱযাত্ৰাতহে যোগ দিছে এনেদৰে ডাড়িৰ অন্তৰালত বিষন্ন ভাব লৈ তেওবিলাক তাত আছিল।

তেওঁ নিজে বিচাৰিছিল একোণলৈ চুচৰি গৈ লাহেকৈ মৰি যাবলৈ। এই কনচাৰ্টটোৰ বাবেই তেওঁ ইমান বেচিকৈ আশা কৰিছিল। এই

বিষয়ে মেৰীয়াই শুনিব। সম্ভৱ তাই ইতিমধ্যে চহৰলৈ আহিলেই। লণ্ডনত তাইৰ কনচার্ট চাবলৈ যোৱাৰ দৰে হয়তো তাই ইয়ালৈ গোপনে আহিবও। তাই দেখিব তেওঁ এজন প্রতিভাশালী পিয়ানো বাদক, আৰু দুয়ো একেলগে বাস কৰিব পাৰিব। তেওঁবিলাকে একেলগে ভ্রমণ কৰিব, দুয়ো একেখন চহৰতে অভিনয় কৰিব…উস।' উস, ইমানবোৰ স্বপ্নৰ জাল তেওঁ মনৰ ভিতৰত বৈছিল, আৰু এতিয়া এইয়া…

আৰু অকস্মাতে তেওঁ জানিলে কিয় মাত্র যিসকলে নিমন্ত্রণ পোৱা নাছিল—তালৈ আহিছিল, তেওঁৰ বোধগম্য হৈছিল বিজুলীৰ চমকনিৰ দৰে এক স্বপ্নলব্ধ জ্ঞানেৰে। "ফ্রেডেৰিক আমাৰ নিমন্ত্রনী চিঠি তোমাৰ হাতত আছেনে আৰু?" আৰু ক'লা-বগা বৰণীয়া চিঠিবোৰ তাত আছিল। "চোঁৱা, চোঁৱা, ফ্রেডেৰিক!…সর্ব্বশ্রী ফ্রেডেৰিক চপাঁ আৰু ফেলিস্ক মেণ্ডেলচনে চৈধ্য জানুৱাৰীৰ দিনা তেওঁবিলাকৰ দ্বৈতসঙ্গীত প্রদর্শন কৰিব খুজি আপোনালোকৰ উপস্থিত প্রার্থনা কৰিছে…"

তুমি দুঃখী পিয়ানো বাদক…"

অবিশ্বাস্য ভাবে চঁপাই চিঠিখনলৈ চালে। ওঁঠকিটা তেওঁৰ কপিছিল। তেওঁ পৰি যাব খোজোঁতে কিলাকুটীত লিজ্‌টে ধৰিলে। "বহজে মই!… …বহজে মই…!" পোলিচ ভাষাৰে তেওঁ বাৰংবাৰ এই কথা কৈয়েই থাকিল। তেওঁ বিচাৰিলে পোনে পোনে গৈ চিয়েননৈত ডুবি মৰিবলৈ।

"সেইটোৱে একো সমাধান নকৰিব। ৰ'বা…।" তেওঁৰ মনৰ ভিতৰত চিন্তাই গঢ় লৈছিল। এইটো বলিয়ালি আছিল, কিন্তু এইটো এটা সুযোগ আছিল। হেজাৰত এটা পোৱা যায়। লিজটক তেওঁ ক'লে "মোৰঠাইলৈ তুমি আঁহা, আৰু মোৰ কথা শুনা, তোমালোক দুয়ো বজাই থাকা—তোমালোকে বুজিছানে মই উভতি নহালৈকে বজাই থাকা…" ইতিমধ্যেই ফেলিস্ক পাশ্ব' অংশইদি বিদ্বাশৰদে দৌৰি বাহিৰলৈ ওলায় গলগৈ। ঈশ্বৰক ধন্যবাদ এখন ঢাকনি থকা বাগী পাব হৈ গৈছিল। ইয়াৰ চালখন ৰবকেৰে বগা হৈ পৰিছিল। তেওঁ তাত উঠি ক'লে "ৰুৱে চেইণ্ট ডমিনিক, আৰু অনুগ্রহ কৰি বেগাই চলোৱা…"

দ্রুতগতিত আছে এটা তুলনামুলক মূল্য। দ্রুতগতিত যোৱা এজন

মানুহৰ বাবে ধূমকেতুও মন্থৰ যেন লাগে। এই বাগীখন মাটিত যেন পোতখাই গৈছিল এনে লাগিছিল। "ঈশ্বৰৰ দোহাই, খৰকৰা।" অৱশেষত সেই ৰথচাইল্ডৰ ভবন পাইছিলহি। এনেকুৱা জধলা আৰু বলীয়া দৰ্শকৰ আগমনৰ বাবে ভৃত্যটো অভ্যস্ত নাছিল। "হয়, আইদেউ ভিতৰত আছে। কিন্তু—"এখন দুৱাৰ খোল খালে—"অ, এইয়াচোন আপুনি···! কি হৈছে ?" ফেলিস্ক উত্তেজিত হৈ থকাৰ কাৰণে বিষয়টো চমুকৈ কবলৈ বা, সুসঙ্গত ভাবে ক'বলৈ অলপ সময় লাগিছিল। কিন্তু তেওঁ বুজিছিল। "ক্ৰয়ে ডেজ চেইণ্ট পেঁৰেজ আপুনি কৈছিল নহয় জানো ?" ইতিমধ্যেই ঘৰৰ মুখ্য বিষয়া জনক মাতি তেওঁ ঘণ্টাৰ জৰীডাল টানিলে।

"মুই বিচাৰিছোঁ এই ঘৰৰ সকলো বিলাক—এই ঠিকনা অনুসৰি অহাটো—সকলো, আপুনি শুনিছেনে ? প্ৰত্যেকখন বাগী বাস্তবিকে কামত খটাব লাগিব···" ঠিকনা আৰু নামটো কৈ ফেলিস্কে তাৰ পৰা তেওঁক তাতে এৰি থৈ গুচি গ'লগৈ।

কনৰ্চাট হললৈ যাওঁতে তেওঁ প্ৰচণ্ড গতিৰে যাব লগা হৈছিল। মুৰ্খ এটাৰ দৰে তেওঁ বাগীখন আগতেই এৰি দিছিল। উস, হয়, কোনো কথা নাই, তেওঁ প্ৰায় বেগেৰে দৌৰিয়েই যাব পাৰিব। বৰফৰ মাজেদি তেওঁ দৌৰি যাওঁতে মানুহক তেওঁ খুন্দিয়াইছিল আৰু উভতি চাই ক্ষীপ্ৰতাৰে ক্ষমাও খুজিছিল। মানুহবোৰে সন্ধিয়াৰ পোছাকত থকা ঘাম বৈ যোৱা এই মানুহজনলৈ উভতি চাইছিল···আৰু তেতিয়াই তেওঁ এইটো দেখি মাজতে মৰাৰ দৰে বৈ গৈছিল। মেৰীয়াৰ অভিনয়ৰ বিষয়ে ঘোষণা কৰা শ শ জাননীবোৰৰ এইখনো আছিল এখন হালধীয়া বৰণৰ জাননী। আৰু এইখন দুটা ক'লা আঁচেৰে কটা কটি কৰি ৰঙা আখৰেৰে লিখি থোৱা আছিল 'বাতিল' হ'ল। তাৰ পাছৰখন তেনেদৰেই কটা তেওঁ দেখিছিল। আৰু সেইদৰেই তাৰ পাছৰখন আৰু তাৰ পাছৰখন। এই জাননীবোৰত আঁচ টনা বৃদ্ধলোকজনলৈ ফেলিস্কে মনে মনে চাই তেওঁৰ ওচৰলৈ আহিল। বৃদ্ধই ক'লে "সিহঁতে মোক কৈছিল যে তাই আমেৰিকালৈ জাহাজেৰে যাত্ৰা কৰিলে। শেহমুহূৰ্ত্তত তাই মন সলনি

কৰিলে। ঠিক এজনী তিৰোতাৰ দৰে…”

ফেলিক্সে “ক্ষমা কৰক” বুলি কৈ গুচি গ’ল। আচৰিত তেওঁ থিয় হ’ব পাৰিছিল; অনুভৱ কৰিছিল মুখমণ্ডলত বৰফৰ টুকুৰাৰ কোমল চুমা। তেওঁৰ যন্ত্ৰণা হোৱা নাছিল মাত্ৰ বিবুদ্ধি হৈছিল। “তাই নাহে” এই শব্দকেইটাকে তেওঁ মনৰ ভিতৰত বাৰে বাৰে কৈ আছিল। তাইক আকৌ তেওঁ কেতিয়াও দেখা নেপায়। সেয়ে সকলো আছিল। তেওঁ তাইক কেতিয়াও দেখা নেপাব।…ফেলিক্সৰ খং উঠা নাছিল। তেওঁ বেজাৰত আছিল। তেওঁ শ্ৰান্ত হৈছিল। তেওঁৰ ভিতৰত কিবা এটাৰ মৃত্যু হ’ল। সম্ভৱ এইয়া তেওঁৰ যৌৱন। তেওঁ বিচাৰিলে এটা বিষয়… ঘৰলৈ যাবলৈ। এইবাৰ তেওঁৰ এই ইচ্ছা হ’ল।

কনচাৰ্ট হলটোৰ ফালে তেওঁ পুনৰ যাবলৈ ধৰিলে। এতিয়া আৰু দৌৰাদৌৰি কৰিবৰ কোনো আৱশ্যক নাছিল। ঠাইখন তেওঁৰ ভাল চিনাকী নাছিল। দুৰ্বোধ্য লুঙলুঙীয়া বাট পথ বোৰত আৰু একাঁবেকাঁ আলিবাটত তেওঁ নিজে হেৰায় গৈছিল। নিশা হৈ আহিছিল। তৰাহীন ৰূপহীন এটা নিশা। আছিল মাত্ৰ অত্যধিক ধূসৰতা, যাৰ মাজেদি আহিছিল বৰফৰ টুকুৰাবোৰ নাচি নাচি। হল ঘৰটোৰ ওচৰ পোৱাৰ লগে লগে এক আচৰিত দৃশ্য তেওঁ দেখিলে। বৰফৰ মাজেদি বিৰিঙি উঠিছিল অন্তহীন বাগীৰ চাকি। মোহৰ থকা কাচোৱানবোৰ নিজ নিজ ঠাইত ধৈৰ্য্যৰে বহি আছিল। মঞ্চৰ দুৱাৰখন তেওঁ বিচাৰি পাইছিলহি। পাছফালৰ দুৱাৰেদি তেওঁ সোমায় গৈছিল। মুখামুখাকৈ বহি লিজট আৰু চপাঁই কি বোৰ্ডত হাউলি বজাইছিল বিপ্লৱী এটাউদৰ শেহাংশ। তেওঁলোকক চাই থাকিবলৈ আচৰিত লাগিছিল। গতানুগতিকতাৰ দৰে লিজট নিজেই আছিল এক বিস্ময়। কিন্তু দুয়োৰে ভিতৰত চপাঁ শ্ৰেষ্ঠ আছিল। তেওঁ বজাইছিল পৰাজিত মৰমৰ পোলেণ্ডৰ বাবে, তেওঁ আৰু কাহানিও দেখিবলৈ নোপোৱা জেলাজোৱাঁৰ ঘৰটোৰ বাবে, অতীতৰ সেই মধুময় দিনবোৰৰ বাবে। ফেলিক্সে মঞ্চটোৰ এক কোণলৈ গৈ জুমি চালে। এইটো ভবি আছিল। যেই হওক তেওঁ আচৰিত নহ’ল। তেওঁৰ নিজৰ পৰাজয়ে বিচাৰিছিল একৰকম ক্ষতি পূৰণ। হয়, এইটো

পূৰণ হ'ল। কনচাৰ্টৰ শেহত হোৱা প্ৰশংসাৰ এই যে আবেগ সেইয়াই আছিল এইটো। ঠিক তেওঁ আশাকৰাৰ দৰেই। একমুহূৰ্ত্ত পূৰ্ব্বে এইটোৱে ইমান বেচি অৰ্থ কৰিলেহেতেন, এতিয়া এইটো অৰ্থহীন হৈ পৰিছিল।

আচৰিত! মাত্ৰ এজন লোকৰ অভাবত পৃথিবী ইমান ৰিক্ত হৈ পৰিব পাৰে···উস, হয় এই সকলোবিলাক মুৰ্খামিৰ নিশ্চয়তাহীন চেষ্টা বৃথা হোৱা নাই। সফলতা—শেহান্তৰত ফ্ৰেডেৰিকৰ বাবে আহিল। তেওঁ থিয় হৈ লাজকুৰীয়া হাঁহিটো মাৰি, পিয়ানোত হাতখন থৈ দীঘল চুলিকোচা পাচফাললৈ মোহাৰি দৰ্শকৰ জয়ধ্বনী গ্ৰহণ কৰিছিল। তেওঁৰ পাছকালে থিয় হৈ সৌষ্ঠৱপূৰ্ণ এটা লাজুক ভঙ্গীৰে লিজ্‌টে যোগ দিছিল। নাই, এইটো অথলে যোৱা নাই। কালিলৈ পেৰিচৰ সু-সজ্জিত বৰ বৰ চৰা ঘৰবোৰৰ ফ্ৰেডেৰিক হৈ পৰিব চেনেহৰ। তেওঁ কোনোবা সুৰুচিপূৰ্ণ 'ৰেজডা শ্ওজেলৈ ঠাই সলনি কৰিব আৰু পিয়ানো শিকাবগৈ তেওঁৰ মৰমী কাউণ্টেছক। তেওঁবিলাকে ফ্ৰেডেৰিকৰ প্ৰতিভা সুহি নিব হয়, পাছে তেওঁবিলাকে তেওঁক দিব বহুমূলীয়া আতৰৰ সৌৰভ, তেওঁবিলাকৰ অভিজাত্য ভৰা চৰাইৰ লেখিয়া গুঞ্জন আৰু পাৰ্থিব জীৱনৰ জিলিঙনি যিটো প্ৰয়োজন আছিল তেওঁৰ। প্ৰথম অৱস্থাত অসুখী এজন মানুহে সুখলাভ কৰাৰ দৰেই তেওঁ সুখী হ'ব। এটা নতুন জীৱনলৈ তেওঁ আহিল।

তেৱোঁ ঘৰলৈ বুলি ও, লিপ্‌জিগাৰেট্ৰেছিলৈ, তেওঁৰ বাবে ৰৈ থকা পৰিয়ালৰ মাজলৈ, মৰমৰ জাৰ্ম্মানীলৈ বাট ল'লে। তেওঁ এই মনোৰম, হিয়া ভাঙি দিয়া পেৰিচৰ লোক নহয়। তেওঁ অঘৰীও নহয় নাইবা তেওঁ বৰ শুৱনী কোঠাৰ পুতলাও নহয়। তেওঁ বিচাৰিলে এখন ঘৰ আৰু গীত মাত—তেনেকুৱা যিটো জন্ম হয় নিৰৱতাৰ পৰা। আৰু সম্ভৱ যদি জীৱনে ভাল পাবলৈ দ্বিতীয় বাৰ সুযোগ দিয়ে······আৰু এতিয়া এই সকলোবোৰৰ অন্ত পৰিল······ই আৰু অধিক দুখ নিদিছিল। লণ্ডন, পেৰিছ, কনচাৰ্ট, কেৰিংটোন প্ৰাসাদ, জুৰিৰ পাৰৰ পুঁজা ঘৰটো, হাফমুনষ্ট্ৰীত, বাকিংহাম পেলেচ, গভীৰ দুখ, অতিশয় আনন্দ—কেতিয়াবা

তেওঁ আচৰিত হয়—এইবোৰ যে কেতিয়াবা সঁচা আছিল। হয়তো এই বোৰ সপোন আছিল নহলে তেওঁ পঢ়ি থকা কিবা আছিল। স্মৃতি নিজেই মৰহি যাবলৈ ধৰিছিল। উদাহৰণ স্বৰূপে তেওঁৰ মনত পৰা নাছিল মেৰীয়াৰ চকুজুৰিৰ প্ৰকৃত ৰঙৰণটো নাইবা তাইৰ কণ্ঠস্বৰটোৰ কথা। এইয়া নহয় যে তেওঁ তাইক সম্পূৰ্ণ ভাবে পাহৰি গৈছিল! তেওঁ সেইটো নকৰে। কিয়? কাৰণ, এৰা তাই তেওঁক নিজৰ বিষয়ে বঢ়িয়াকৈ শিকাইছিল, তেওঁ আনকি সন্দেহো কৰা নাছিল—কাৰণ প্ৰণয়ৰ আভাস তাই ফেলিস্কক দিলে। তাইক সম্পূৰ্ণ ভাবে পাহৰি যোৱাটো চৰম নিষ্ঠুৰতা হ'ব। আৰু তাইৰ প্ৰতি তেওঁ কেতিয়াও নিষ্ঠুৰ হ'ব নোৱাৰে। নাই, তেওঁ তাইক সম্পূৰ্ণ ভাবে কেতিয়াও পাহৰি নেযায়। কিন্তু তাই ইতিমধ্যে উঠি গৈছিল তেওঁৰ মনৰ শেলুৱৈ ভৰা এক নিৰল প্ৰান্তলৈ যি-খন ঠাই আছিল স্মৃতিৰ সমাধিক্ষেত্ৰ, গোপন, তুচ্ছ আৰু দুঃখময় স্মৃতিৰ যিবোৰ আমি কঢ়িয়াই লৈ ফুৰোঁ সমগ্ৰ জীৱন আৰু এই বিষয়ে কোনোদিনে ব্যক্ত কৰিবও নোৱাৰোঁ।

এইবোৰ সকলো ঘটিগ'ল। তেওঁ এতিয়া সুখী। যোৱা জহকালিৰ দৰে বলীয়া আৰু মুৰ্খ নহয়। কিন্তু সুখী আছিল, যেহেতু এইয়া তেওঁৰ মঞ্জুৰ হৈছিল। জীৱনে যেনেকৈ কঠোৰ ভাবে চাইছিল প্ৰতিভা, হত্যা আৰু সকলো সাংঘাতিক ঘটনাক তেনেকৈ ই সুখকো চাইছিল। ন্যায় পৰায়ণ ভাবে পোৱা সুখক ই অলপ পৰিমাণে সহ্য কৰিছিল। আৰু তাকেই তেওঁৰ আছিল আৰু অধিক তেওঁ বিচৰা নাছিল। এই কেইদিনমানৰ ভিতৰতে স্থিৰ কৰিব নীনাৰ লগত তেওঁৰ বিয়াখন পাতিবলৈ। তেওঁ বিলাক সুখীও হ'ব। আকৌ তেওঁবিলাকক সুখী হ'বলৈ দিছিল। এই কেইদিন মানৰ ভিতৰতে মিউনিক নাইবা ড্ৰেছডেন, নাইবা হামবুৰ্গ নাইবা আনকি সম্ভৱ বাৰ্লিনত কোনোবা অৰ্কেষ্ট্ৰাৰ পৰিচালকে ভদ্ৰভাবে ইস্তফা দিব বা মৃত্যু বৰণ কৰিব—অৱশ্যে এইটো ভাল হ'ব বেচ, আৰু তেওঁক দিব পদটো। তেতিয়াহে স্থিতি লব তেওঁৰ অস্তিত্বই। জীৱন হৈ পৰিব সুৰৰ পৰ্দাৰ চাবিৰ দৰে পোন আৰু উত্তেজনাহীন। ইতিমধ্যে তেওঁ বেঙ্কত এডভোকেট বিত্ত বিষয়ৰ বিশেষজ্ঞ হৈ নিচেই সামান্য কাম

কৰি স্বপ্ন দেখিছিল—ঠিক স্বপ্ন দেখা নাছিল কাৰণ স্বপ্ন দেখিবলৈ তাত একোকে নাছিল, আৰু লেখিছিল এদ'ম গান। তেওঁ ঘৰতে জীৱন কটাইছিল আৰু তেওঁ এইটো ভালো পাইছিল। তেওঁ মাত্ৰ ভাল পাবলৈকেই নহয়, চমকপ্ৰদ পৰিয়ালটোৰ মৰ্ম্ম উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছিল—আৰু আচৰিত ভাবে সকলোতকৈ দেউতাকক……

. সকলোবোৰ অসন্তুষ্টিৰ অন্তৰালত দেউতা আছিল এজন সুন্দৰ ভদ্ৰলোক। এটা সুতীক্ষ্ণ মন আৰু অজস্ৰ আবেগ—কিন্তু ই লুকায় আছিল মাটিৰ তলৰ ঘৰত থকা বেঙ্কৰ বিজাৰ্ভৰ দৰে গভীৰতাত, বৰ গভীৰতাত।

এৰা তেওঁ সুখী হৈছিল। কেইফবোৰ, সন্ধিয়াৰ বিলিয়াৰ্ডৰ খোটালীবোৰ আৰু ধোঁৱাময় হৈ থকা জিৰণি ঘৰবোৰত অন্যান্য ধনী তৰ্পামুৰীয়া ডেকা সকলৰ লগত থাকোঁতে, আন্দাৰ ডেন লিনডেনত প্ৰমোদ ভ্ৰমণত থাকোঁতে তেওঁক আৰু জঘন্য কাৰ্য্যত লিপ্ত কৰিবলৈ শুৱনী আৰু অযোগ্যা নাৰীয়ে বিহ্বল কৰি তুলিব নোৱাৰিলে। কেনেবাকৈ তেওঁ এই সকলোবোৰ অতিক্ৰম কৰি গৈছিল। তেওঁ ইয়াৰ অভাব অনুভব কৰা নাছিল। তেওঁ একোৰে বাবে বা কাৰো বাবে অভাব অনুভব কৰা নাই। আনকি মেৰীয়াৰো। তেওঁ একো খোজা নাছিল, একো বিচৰা নাছিল। আনকি প্ৰেমো বিচৰা নাছিল। বিশেষকৈ প্ৰেম বিচৰা নাছিল। প্ৰেম এটা অতি ক্লান্তিদায়ক অভিজ্ঞতা। ই তোমাৰ তেজ প্ৰচণ্ড গতিৰে প্ৰবাহিত কৰাব নাইবা গোট মৰাব। ই তোমাক উজাগৰে ৰাখিব, ই তোমাৰ হৃদয় বেলুনৰ দৰে ফুলাই তুলিব, ই তোমাৰ সিৰা-উপসিৰা বোৰ চাছি পেলাব, আৰু এইটো সদায় শেষ হয়গৈ যন্ত্ৰণাৰ মাজতে। বৈ যাব তোমাৰ জিভাত ছাইৰ সোৱাদ আৰু ভয়ঙ্কৰ মূৰ কামোৰণি। প্ৰেম তেনে ধৰণৰ ফল °যি প্ৰথম কামোৰত মিঠা আৰু শেহৰ কামোৰত টেঙ্গা হয়। নাই, তেওঁ প্ৰেম বিচৰা নাছিল। -তেওঁ যিদৰে আছিল সেই দৰেই সুখী আছিল। তেওঁ ভালকৈ শুব পাৰিছিল। তেওঁ লাভ কৰিছিল গীত-মাত। এক শান্তিপূৰ্ণ নিৰসতাৰে তেওঁ সুখী হৈছিল। আৰু কেলিস্কৰ কাৰণে এইয়াই ঠিক

আছিল।......

তেওঁ খিড়িকীখনৰ ওচৰত থিয় হৈ চায় বৈছিলহি উবি থকা ঘনচিৰি-কাটোলৈ, সূৰ্য্যৰ পোহৰত বগাহৈ বিবৰ্ণ হোৱা জহকালিৰ আকাশ খনলৈ। আনকি এই মুহূৰ্ত্তত বাৰ্লিনো নিৰব হৈ পৰিছিল। এই চুপৰীয়া। অলপ শুলেবাৰু কেনে হয়? পুৰণি চামৰাৰ আৰামী কেদাৰাখনলৈ ইতিমধ্যেই তেওঁৰ দৃষ্টি পৰিলেই। এনেতেই তেওঁৰ কাণত পৰিল দলিছাহীন বাটটোত হোৱা অচিনাকী পদক্ষেপৰ শব্দ। দেউতাক সোমায় আহিছিল। তেওঁৰ আগমনৰ সহাঁৰি দিছিল ভালকৈ গ'ল হেঁকাৰি মাৰি আৰু কৌশলেৰে কাহি।

এব্ৰাহাম মেণ্ডেলচন হুলস্থূলকৈ অফিচটোলৈ সোমায় আহিল আৰু আচৰিত হৈ লৰাএৰিকৈ বহাৰ পৰা উঠিব খোজা ফেলিক্সক হাতজোকাৰি বহিবলৈ ক'লে "বহঁা, জেকোৰ, বহঁা। তুমি কামত কঠোৰ শ্ৰম কৰা দেখি মই আনন্দিত হৈছোঁ। বেঙ্কত থাকি কেনে পাইছা বাৰু?"

"মই ভাল পাইছোঁ দেউতা।" এতিয়ালৈকে তেওঁ ভাল পাইছে। তেওঁৰ মনত কি ভাব বাৰু?

"মই আশা কৰিছোঁ কাম বৰ টান নহয়। দৰ্ম্মহা ভাল পাইছানে?"

"বৰ সন্তোগজনক ভাবে দেউতা।"

বেঙ্কৰ মালিকজনে পুতেকলৈ ভালকৈ চায় চকীখনত বহিল। পেটৰ ওপৰত হাতদুখন তেওঁ ওপৰাওপৰিকৈ থ'লে। ইয়াৰ অৰ্থ হ'ল— ইয়ালৈ তেওঁ আহাৰ উদ্দেশ্য ব্যক্ত কৰিবৰ সময় হ'ল।

"প্ৰুচিয়াৰ ট্ৰেজেৰিৰ ঋণৰ কথা তোমাৰ মনত আছেনে?" ফেলিক্স-এ মুৰ জোকাৰনিটোকে উত্তৰ হিচাবে লৈ তেওঁ কৈ গ'ল "এইটো প্ৰায় স্থিৰ হৈ আহিছে। কিন্তু ৰথচাইল্ড বেঙ্কৰ পৰা আৰু কেইটামান বিষয়ে বহলকৈ জনাৰ প্ৰয়োজন হৈছে।"

"দেউতা আপুনি যদি মোক আন এটা চেচুকীয়া উদ্দেশ্যত পঠিয়াব খোজে—" এব্ৰাহামে খিক্‌খিক কৈ হাঁহি কলে "তেনেকুৱা ধৰণৰ নহয়— এইবাৰ কোনো মহিলাৰ ওপৰত তুমি প্ৰভাব কৰাৰ কথাই নাই। যদিও তোমাৰ পেৰিচৰ পদ্ধতি বিহকেই নহওক কিয় সফল হৈছিল। তুমি

মাননীয় আমচেল ৰথচাইল্ডৰ লগত কথা-বতৰা হবগৈ লাগিব, আৰু মই বিচাৰিছোঁ এই কাম কৰাটোকে।"

দেউতাকে দিয়া নিৰ্দ্দেশাৱলী ধৈৰ্য্যৰে শুনি তেওঁ কলে "তেনেহলে মই ফ্ৰেঙ্কফোর্ট লৈ কেতিয়া যোৱাটো আপোনাৰ ইচ্ছা ?"

উঠিব খুজি ফেলিক্সৰ দেউতাকে ক'লে "তুমি যিমান সোনকালে সাজু হ'ব পাৰা সিমান সোনকালে—নীনাৰ পৰা বিদায় লৈ অহাৰ পাছত আৰু এই মূহূৰ্ত্তত তুমি যি গান লিখি আছা সেইয়া শেষকৰাৰ পাছত।"

ফেলিক্সে আপত্তি কৰিব খুজিলে ; কিন্তু মাজতে বৈ তেওঁ সুধিলে— "পৰহি গলে ভাল পাবনে বাৰু দেউতা ?"

যাবলৈ উঠি এব্ৰাহাম মেণ্ডেলচনে কলে "বৰ সন্তোষৰ কথা, আৰু মই পৰামৰ্শ দিওঁ গুস্তভক তোমাৰ লগত নিবলৈ।"

মৰমৰ দেউতা—এইবাৰ তেওঁ একো সুযোগ নলয়···

আন এজনা মেৰীয়াৰ বাবে তেওঁ ফ্ৰেঙ্কফোর্টলৈ ভয় কৰিছিল নেকি ? দুৱাৰখন দেউতাক ওলায় যাবলৈ বুলি খুলি ধৰি ফেলিক্সে কলে—"মই বৰ ৰং পাম। এই গোটেই বিষয়টোত মাত্ৰ কেইদিন মানহে লাগিব। মই দুসপ্তাহৰ ভিতৰতে পামহি।"

"তুমি পোৱাহি উচিত। আমি আশা কৰোঁ তুমি সোনকালে আহিবা।"

ফ্ৰেঙ্কফোর্ট আহি পাবৰ দিনাই ফেলিক্স ৰথচাইল্ড বেঙ্কলৈ আহিল। ফেলিক্সে আহি সেউজীয়া নোমৰ আৰামী কেদাৰাখনত বহিছিলহি। আমচেল ৰথচাইল্ডে সুধিলে "হেৰা, আমাৰ সৰু চহৰখন তোমাৰ বাৰু কেনে লাগিছেহে ?" তেওঁৰ যেন উশাহ বন্ধ হৈ গৈছিল এনে ধৰনে দুৰ্ব্বল মাতেৰে কষ্টেৰে লাহে লাহে কলে। ধূসৰহৈ অহা তেওঁৰ ঈষৎ স্বৰ্ণাভ কেশ, মেকুৰী গোফ, কলাৰ আবৰি ঢিলাকৈ বন্ধা কাশ্মীৰি টাই, তেওঁৰ কৃশ হাত খনৰ ধীৰুজ সৌষ্ঠভতাই তেওঁক কৰি তুলিছিল ৰোমাণ্টিক যেন। ভিন্ন পৰিবেশত তেওঁক কবি বুলি ভুল হলহেতেন।

ৰথচাইল্ডে নিজৰ প্ৰশ্নৰ উত্তৰ নিজে দি ক'লে—"বাৰ্লিনৰ সেই ফুলফুল বোৰৰ পাছত এইখন গাওঁ যেন লাগিছে ছাঁগে।"

ফেলিস্কে তেওঁক আশ্বাস দি ক'লে যে তেওঁ ফ্রেঙ্কফোৰ্টৰ নিৰলতাত আনন্দ লাভ কৰিছে। "অৱশ্যে মই ইয়াৰ যৎসামান্যহে দেখিবলৈ পাইছোঁ। এইয়া মোৰ মাত্ৰ প্ৰাথমিক ধাৰণাহে। কিন্তু আনকি—দোকান-পোহাৰ বিলাকতো আছে একৰকমৰ প্ৰাচীন সৌন্দৰ্য্য। মহিলা সকলৰ চুলিত চুন পেছলৈ বৰ যেন ৰাপ নাই এনে লাগে।" বেঙ্কৰ মালিকজনে হাঁহি কলে—"যে তুমি কব খুজিছা আমাৰ মহিলা সকলৰ ৰুচিজ্ঞান নাই। আৰু সচাঁ কথা তেওঁবিলাক জধলাই। তেওঁ বিলাকৰ গৰ্ব্বৰ এইটো এটা বিশেষ স্বৰূপ। ভদ্ৰ মহিলা হব পৰাৰ বাবে আৰু গহীন হোৱাৰ বাবে তেওঁবিলাকে গৰ্ব্ব কৰে আৰু সফল হয় অসাধাৰণ ভাবে নিৰস হোৱাত। কিন্তু তেওঁবিলাক গুণী গৃহিণী। আমাৰ অতি ধনী পৰিয়ালতো ছোৱালীবোৰক বজাৰ সমাৰ কৰিবলৈ আৰু ঘৰৰ প্ৰতিটো বিষয় পৰিচালনা কৰিবলৈ শিকোৱা হয়।" মৃদু আনন্দত তেওঁৰ হাঁহিটোৰ পাতল ৰেখাবোৰ আৰু গভীৰহৈ পৰিল। "সচাঁ কথা এইয়া যে তেওঁলোকৰ ঐশ্বৰ্য্যৰ কাৰণে ফ্রেঙ্কফোৰ্টবাসী লজ্জিত হৈছে আৰু এইবোৰ উপভোগ নকৰি তেওঁবিলাকে ক্ষতিপুৰণ কৰিছে।

তেওঁবিলাকে ফ্রেঙ্কফোৰ্টৰ মানুহ, ইয়াৰ স্মৃতি সৌধৰ বিষয়ে, বংশানুক্ৰমে চলি অহা ৰীতি-নীতি আৰু অতিমাত্ৰাই আমনিলগা কথা বাৰ্ত্তাৰ বিষয়বোৰ লৈ ধীৰে সুস্থিৰে কথা-বাৰ্ত্তা পাতিলে।

কথা-বতৰা পাতি থাকোঁতে ফেলিস্কে অনুভব কৰিলে যেন এই ৰোমান্টিক লগা বেঙ্কৰ মালিকজনে তেওঁক সমীক্ষা কৰি বিবেচনা কৰিছে। এইদৰে সহজভাবে কথাবতৰা আহি পৰিছিলহি তেওঁবিলাক তাত গোট খোৱাৰ প্ৰধান বিষয়বস্তুত। ফেলিস্কে তালৈ অহাৰ বিষয়ে বুজাই কঁওতে ৰথচাইল্ডৰ মুখমণ্ডল সৌজন্য বিশিষ্ট হৈছিল—কিন্তু অভিব্যক্তি অবৰ্ণনীয় হৈছিল। সকলো বেঙ্কৰ সাধু মালিক সকলৰ দৰেই ৰথচাইল্ডৰো শুনিব পৰা ক্ষমতা আছিল। খিড়িকী খনেদি তেওঁ বাহিৰলৈ চাওঁতে বা আমোদজনকভাবে মেজখনলৈ চাওঁতে তেওঁ শুনিছিল; কিন্তু ফেলিস্কে

দেখিছিল তেওঁৰ চতুৰমনৰ সূক্ষ্ম যন্ত্ৰটো ইতিমধ্যে কামত লাগি যোৱা।

অৱশেষত ৰথচাইল্ডে ক'লে "মই আশা কৰিছোঁ তোমাৰ দেউতাৰাৰ প্ৰস্তাবটো বুজিব পাৰিছোঁ বুলি। এই বিষয়ে মোক চিন্তা কৰিবলৈ সময় দিয়া, মই তোমাক উত্তৰ দিম।"

"এই কথা মই গোপন কৰিব নোখোজো যে আপুনি আপোনাৰ সুবিধা অনুসৰি জনালেই মই দেউতালৈ সোনকালে জনাবলৈ উদ্বিগ্ন হৈছোঁ।"

বেঙ্কৰ মালিকজনে খিক্‌খিক্‌কৈ হাঁহি ক'লে "এই চহৰ খনৰ পৰা তুমি গুচি যাবলৈকে লৰালৰি কৰিছা। তোমাৰ বয়সত হয়তো ময়ো তোমাৰ দৰেই অনুভব কৰিলোহেতেন! যেই হওক মই দুঃখিত যে ইয়াত কেইগৰাকী, মানহে শুৱনী মহিলা আছে। তোমাৰ দৰে এজন উপযুক্ত অবিবাহিত ডেকাক লগ পোৱাৰ সুবিধা পালে তেওঁবিলাকে আনন্দ পাব।"

ফেলিক্সে গভীৰ দুঃখ পোৱা যেন দেখুৱালে। "কিন্তু কৰ্ত্তব্যই হৈছে প্ৰথম কথা, আৰু তুমি যেতিয়া বাৰ্লিনলৈ অৱশ্যই উভতি যাবাই মই মোৰ সমিধান বিমান সোনকালে পাৰোঁ সিমান সোনকালে তোমাক দিম। হয়তো পৰহিলৈকে। ইতিমধ্যে—"

ৰথচাইল্ড থিয় হ'ল আৰু ফেলিক্সেও তাকেই কৰিলে। "কালিলৈ মোৰ আৰু পত্নীৰ লগত এসাজ ভাত খাবলৈ নাহাঁ জানো? মোৰ দুজন ভাই চেলোমন ভিয়েনাৰ পৰা আৰু চাৰ্লচ্‌ নেপলচৰ পৰা আহি ইয়াত গোট খোৱাৰ কথা। তেওঁবিলাকে তোমাক লগ পালে বৰ ভাল পাব বুলি মই জানো।"

বৰং এইটো ফেলিক্সৰ বৰ নিৰস যেন লাগিছিল। কিন্তু তেওঁ আনন্দ পাব বুলিকৈ সৌজন্যতাৰে মূৰ দোৱাঁই ৰথচাইল্ডৰ পৰা বিদায় লৈ গ'লগৈ।

বাটলৈ উভতি আহি ফেলিক্সে দেখিলে যে এই পৃথিৱীত তেওঁৰ কৰিবলৈ গোটেইখিনি সময় থকা স্বত্বেও কৰিবলৈ একোকে নাছিল। কৰিবলৈ একো নথকা কাকো দেখা কৰিবলৈ একো নথকা, কাকো দেখা

কৰিবলৈ কোনো নোহোৱা, কোনো ঠাইলৈ যাবলৈ নথকাটো এক অদ্ভুত লাগিছিল ফেলিস্কৰ। সময় পাৰ কৰিবলৈকে ফ্রেঙ্কফোৰ্টৰ ৰাজ আলিবাট ঝেইলেদি সহজভাবে গৈ থাকোঁতে কুমাৰী ছোৱালীৰ পুৰণি ধৰণৰ টুপী প্ৰদৰ্শন কৰা দোকানৰ আইনা বোৰেদি তেওঁ জুপি জুপি চালে। এই জাৰ্ম্মান চহৰখনত নিজকে যিদৰে বিদেশী যেন লাগিছিল এনে অনুভৱ কাহানিও তেওঁৰ হোৱা নাছিল। আনকি পেৰিচ, লণ্ডনতো তেওঁৰ এনে অনুভৱ হোৱা নাছিল। মানুহবোৰে আঞ্চলিক ভাষাৰে কথা বতৰা পতাৰ কাৰণে তেওঁ বুজিব পৰা নাছিল। আনকি মুদ্ৰাও ভিন্ন ধৰণৰ আছিল। ফ্ৰেঙ্কফোৰ্ট আছিল এখন স্বাধীন চহৰ। আৰু এই চহৰ খনৰ বিত্তবিষয়ৰ নিয়ম কানুন আছিল তেওঁ বিলাকৰ নিজা। মানুহবোৰে তেওঁক মন কৰা তেওঁ বুজিছিল। এৰা, চাওক তেওঁবিলাকে। সম্ভৱ তেওঁবিলাকে ফেলিস্কৰ মটিয়া—মুক্তা বৰণীয়া 'ফ্ৰককোট, নীলা চিল্কৰ গলাবান, আৰু সোণালী জাতোঁৰাবে সৈতে বেত্তভাল দেখি চক্ খাইছিল ছাগৈ। কিজানি তেওঁ আন সকলোবোৰৰ দৰে পিন্ধিব লাগিছিল ক'লা সাজ। তেওঁ বিলাকৰ গাত ভূত লম্ভিছে। যদি তেওঁ বিলাকে অন্ত্যেষ্টিক্ৰিয়া সম্পাদন কৰা লোকৰ দৰে পিন্ধিউবি ভাল পায় এইটো তেওঁবিলাকৰ বিষয়।...জাহাজ ঘাটলৈ আহি এলাহভৰে জাহাজৰ পৰা মাল নমোৱা উঠুৱা দৃশ্যবোৰ চালে। কেইটামান শিলগুটি বুতলিলৈ দেৱালত ভৰদি উত্তাল সমুদ্ৰলৈ এটা এটাকে দলিয়ালে। কোনো আনন্দই স্থায়ী নহয়—আনকি এই উত্তেজনাপূৰ্ণ আনন্দও শেহত ক্লান্তিকৰ হৈছিলগৈ। তেওঁ চলং পলংকৈ আহি ফাৰ্যৰ অঞ্চলৰ পুৰণি সঙ্কীৰ্ণ আলিৰ এক সংযোগৰ মাজত তেওঁ হেৰায় গ'ল। মাজে সময়ে তেওঁ আহিছিল সূকযৰ ফুটুকা ফুটুকি ডাগ লগা পৰিত্যক্ত প্ৰান্তলৈ। মৃদু মৰ্ম্মৰধ্বনি হৈ থকা গছ বিৰিখৰ তলত আছিল উদং বেঞ্চবোৰ। গছ-বিৰিণাৰ ডাল পাতৰ মৈদাম খনৰ থকা মনোৰম আট্টালিকা সমূহে দেখুৱাইছিল অষ্টাদশ শতাব্দীৰ কাৰুকাৰ্য্য। হে-ঈশ্বৰ, এইখন কেনে চহৰ? ফ্ৰেঙ্কফোৰ্টত গোটেই দিনটো মানুহবোৰে বাক কি কৰে? বাহিৰলৈ নোলায় নেকি বাৰু? একো পাৰ্টি আদিও নিদিয়ে নেকি

বাক ? কোনো ৰং-ধেমালিও নাইনে—মুঠেই একো ধেমালিও নাইনে ?

আকৌ এবাৰ তেওঁ নিজকে পালে ঝেইলত। ফ্ৰেঙ্কফোৰ্টত তুমি সদায়েই শেষ কৰিবা ঝেইলত। এখন পুৰণি বস্তু বিক্ৰি কৰা দোকানত থকা এটা ড্ৰেছডেন সৰু পাত্ৰই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিলে। নীনাই এইটো ভাল পাব…তেওঁ উদং দোকান খনলৈ সোমায় আহি পালেহি এইখনত থকা কস্তুৰীবৎ এটা প্ৰাচীন গোন্ধ। তেওঁ চালে শুৱনি দিনৰ ঘড়ীবোৰলৈ, এতিয়াও পেৰিছৰ বিখ্যাত দৰ্জ্জীসকলৰ চিন্ লৈ থকা সোতঁৰশ শতিকাৰ পুতলাবোৰলৈ, ধূলিৰ ঢাক খাই থকা চেলফত সুশৃঙ্খলাৰে সজাই থোৱা পুৰণিকলীয়া মদৰ বটলবোৰলৈ। এৰা, তেওঁক দেখা কৰিবলৈ কোনো নাইনে… !

তেওঁ ঘূৰি চাওঁতে খিড়িকী খনেদি দেখা পালে এজনী শুৱনী গাভৰুক লৈ লেহুকা ডালেৰে সজা এটা খৰাহীৰে সৈতে এজনী ভয়ঙ্কৰ চেহেৰাৰ তিৰোতা বাটেদি যোৱা। ছোৱালীজনীয়ে এই দোকানখনলৈ ক্ষন্তেক-পৰ বৈ চালে। তাইৰ মুখখনৰ সামান্য আভাস পালে তেওঁ। এইখনেই সকলোতকৈ শুৱনী মুখ তেওঁ দেখিলে।

ইতিমধ্যেই কলা স্কাৰ্টটোৰ খম্‌খমীয়া শব্দ কৰি তাই আলিবাটটোৰ সিফাল পালেগৈয়েই। ফেলিস্ক দুৱাৰখনৰ ফালে প্ৰবল বেগেৰে দৌৰি আহিছিল—তেনেতেই এগৰাকী বয়সস্থ তিৰোতাই দোকানখনৰ এটা-কোণৰ পৰা সেউজীয়া পৰ্দ্দাৰ মাজেদি ভুমুকি মাৰিলে।

ফেলিস্কে উভতি চিঞৰি ক'লে "ক্ষমা কৰক, মই উভতি আহিম।" ছোৱালীজনীৰ ওপৰত চকু ৰাখি গাড়ীৰ মাজেদি বাট উলিয়ায় তেওঁ আলিটো পাৰ হ'ল। ছোৱালীজনীয়ে সহচৰীজনীৰ লগত উৎসাহেৰে কথাবতৰা পাতিছিল। তাইৰ ওঁঠখন লৰি থকা তেওঁ দেখিছিল। কেনে ৰূপহী তাই! তাইৰ চেহেৰা আছিল নিখুঁত। ওঠৰ নাইবা উনৈশৰ অধিক তাইৰ বয়স নাছিল। তথাপিও ছোৱালীৰ বিয়া সোনকালে হয়। যদি তাইৰ কোনোবা নিৰস, বলীষ্ঠ আৰু ফ্ৰেঙ্কফোৰ্টৰ ব্যৱসায়ী গিৰিয়েক আছে তেন্তে কি হ'ব ?…এই চিন্তাটোৱে তেওঁক বিন্ধিলে এটা গৰম বেজি মগজুত সোমায় যোৱাৰ দৰে।

ঠিক এই মুহূৰ্ত্ততে তাই সোমালগৈ এখন পণিৰৰ দোকানত আৰু তাই আতৰি গ'ল দৃষ্টিৰ পৰা।

দোকানখনলৈ তাইৰ পাছে পাছে যাবলৈ সাহ নকৰি তেওঁ বাটতে অপেক্ষা কৰিলে। তেওঁ মন কৰিছিল যে তেওঁৰ উশাহ লোৱা কষ্ট হৈছিল আৰু তেওঁৰ লাখুটিডালৰ সোণালী হাতোঁৰাত দৃঢ়ভাবে খামুচি ধৰিছিল। অলপ ডাঙৰকৈয়ে তেওঁ নিজকে সুধিলে "মোৰ বাৰু হ'ল কি ?" তেওঁ জনা নাছিল; মাত্ৰ তেওঁ জানিছিল যে ছোৱালীজনীক তেওঁ কেতিয়াও হেৰুৱাব নোৱাৰে। সতৰ্কভাবে তেওঁ দোকানখনলৈ অলপ অলপকৈ আগবাঢ়ি আহি অসুন্দল আৰু তীব্ৰ গোন্ধ থকা দোকানখনৰ ভিতৰ ফালে জুমি চাই ছোৱালীজনীক ফেলিস্কে নেদেখিলে। তেওঁৰ আশঙ্কা লাগিল। কি হ'ব যদিহে তাই আন এটা বাটেৰে তেওঁ নেদেখাকৈ গুচি গৈছেগৈ ? প্ৰচণ্ড গতিৰে তেওঁ দোকানৰ ভিতৰখনলৈ সোমায় গ'ল। ঈশ্বৰক ধন্যবাদ—তাই ইয়াতে আছে। কঠিন আবৰণ ভেদ কৰি ওলায় অহা বিভিন্ন ধৰণৰ সুস্বাদু পণিৰবোৰ তাই পৰীক্ষা কৰিছিল। পণিৰৰ বেপাৰীজনৰ লগত কথা পাতি তাই কৈছিল—নাই, এইডোখৰ অলপ বেচি নতুন, এই ডোখৰ গেলি গৈছে হ'বলা···কেনে টেঙৰ কিমান সতৰ্ক তাই। এলদা পণিৰ কিনাত যে ইমানবোৰ আসোঁৱাহ ওলাব পাৰে তেওঁ কেতিয়াও সন্দেহে কৰা নাছিল। তাই যেন তেওঁৰ বাবেহে পণিৰ কিনিছে···ফেলিস্কে মনতে কল্পনা কৰিলে। এই ভাবটোত এটা পৰম আনন্দৰ শিহৰণ তেওঁৰ শৰীৰেদি বাগৰি গ'ল। দোকানীজনৰ আচৰণ ভদ্ৰ আছিল।

"হয়, আইটী, এইডোখৰেই আটাইতকৈ ভাল।" ঈশ্বৰক ধন্যবাদ মানুহজনে তাইক 'আইটী' বুলি মাতিলে। তাই বিবাহিতা নহয়··· অৱশেষত আইটী সন্তুষ্ট হোৱা দেখা গ'ল। ছোৱালী জনীয়ে চক্‌চকীয়া পিতলৰ ভৰ্জ্জুখনত পণিৰখিনি জোখোঁতে তাই মন কৰি আছিল। জমা খৰচৰ হিচাবত দোকানীজনে লিখি থাকোঁতে তাই কাউণ্টাৰৰ ওপৰেদি হাউলি চালে। তাই কেনে দূৰ-দৰ্শী আৰু জ্ঞানী আছিল। ইয়াতে আছিল এগৰাকী প্ৰকৃত গৃহিনী, কোনেও তেওঁৰ পৰা সুবিধা আদায়

কৰিব নোৱাৰিব। তাৰ পাছত তাই তাইৰ মনোৰম হাঁহি এটা মাৰি গ'লগৈ আৰু তাইক অনুসৰণ কৰি গ'ল সেই সহচৰীজনী।

"এই ডোখৰ হ'বনে ?"

কথাষাৰ ফেলিস্কে শুনিলে। মানুহজনে ফেলিস্কলৈ চায় তেতিয়াও কটাৰীখন হাতত লৈ থাকি বিশৃঙ্খল ভাবে সিচৰিত হৈ থকা ওলন্দাজ দেশীয় পণিৰ এডোখৰলৈ আঙুলি দেখুৱাই সুধিলে—"এইডোখৰৰ আপুনি কিমান বিচাৰে ?"

ফেলিস্কে মানুহজনৰ ফালে চালে। জীৱনত তেওঁ এক পাউণ্ড পণিৰো কিনি পোৱা নাই। এইটো তেওঁ কেনেকৈ জানিব ? তেওঁ ক'লে "তিনি পাউণ্ড।" পণিৰখিনি আনিবৰ কাৰণে মানুহজনে কাউণ্টাৰৰ ভিতৰলৈ হাউলি পৰোঁতে ফেলিস্কে দেখিছিল ইতিমধ্যে ছোৱালীজনী আলিবাটৰ কোণটো পাইছিলগৈ। ত্বৰিতগতিৰে সময় এইয়াই···

পণিৰৰ দোকানীজনৰ মাত তেওঁ পাছফালৰ পৰা শুনিলে, ফেলিস্কে মানুহজনৰ নোমাল হাতখনত কটাৰীখনৰ এটা আকস্মিক জিলিঙনিও দেখিলে, কিন্তু ইতিমধ্যে তেওঁ দোকানৰ পৰা বাজ ওলায় গৈছিল।

গাভৰু ছোৱালীজনী সহচৰীজনীৰ সৈতে এটা কাষৰিয়া আলিলৈ ঘূৰিলে, তাৰ পাছত আন এটালৈ, আৰু শেহত প্ৰবেশ কৰিলেগৈ ফ্ৰেঙ্কফোৰ্টৰ বৈশিষ্টভৰা ছায়াছন্ন নিৰল বাগিছা বিলাকৰ এক পথে প্লাজলৈ। ই তেওঁক স্মৰণ কৰাই দিছিল বাৰ্কলি স্কোৱেৰৰ কথা— এক গাঁৱলীয়া ভাবপূৰ্ণ বাৰ্কলি স্কোৱেৰৰ। কিছুদূৰৈৰ পৰা তেওঁ মন কৰিলে বহুঠাই আবৰি থকা এটা সুন্দৰ আৰু দুঃসহ আট্টালিকাত সিহঁত অন্তৰ্ধান হৈ যোৱা। দুৱাৰখনৰ ওচৰলৈ আহি তেওঁ দেখিলে ঘণ্টাৰ তলত থকা এখন পিতলৰ ফলি। ইয়াত লিখা আছিল—"জিনে-বেনাৰ্ড।"

এই শব্দটো শুনাত ফৰাচী যেন লাগে। আৰু মনৰ ভিতৰত ই হেজাৰটা অদ্ভুত কল্পনা মুকলি কৰি দিলে। বিপ্লৱৰ সময়ত ফ্ৰেঙ্কফোৰ্টত আশ্ৰয় লোৱা ভগনীয়া সকলৰ কোনোবা এজনৰ হয়তো তাই

নাতিনিয়েক। দ্বিতীয় মহলাত ঠিক তেওঁৰ মূৰৰ ওপৰত থকা খিড়িকীখন মুকলি হ'ল, তাইক তেওঁ আকৌ এবাৰ ক্ষন্তেক দেখা পালে। দেহৰ বৰণ তাইৰ আছিল মনোৰম আৰু চুলি আছিল ঈষৎ সোণোৱালী। খন্তেকপৰ তাই খিড়িকীখনৰ ফ্ৰেইমৰ ওচৰত স্থিৰভাবে থিয় হৈ থাকি পাছত খোটালীটোৰ নিগূঢ়তাৰ মাজলৈ তাই গুচি গ'ল।

এখন মুকলি হৈ থকা খিড়িকীৰ পিনে মুখমেলি চাই থকাটো যে হাস্যকৰ কথা হৈছিল এইটো তেওঁৰ মনত পৰাই নাছিল। তেওঁ তাৰ পৰা কেতিয়াও গুচি নেযায়।

ঘৰটোৰ ফালে মুখ কৰি এখন বাজহুৱা বেঞ্চলৈ তেওঁ গোপনে চালে আৰু তাতে আহি তেওঁ বহিলহি। খন্তেক পাছত তেওঁ শুনিবলৈ পালে পিয়ানোৰ সুৰ—তাই সুৰকাৰও। পলকতে তেওঁৰ ব্যাকুল মনটোৱে জাঁক-জাক মনোৰম আৰু কল্পনা প্ৰসূত চিত্ৰ অঙ্কণ কৰিলে। তাই এগৰাকী সঙ্গীতজ্ঞ! তাই যে মাত্ৰ তেওঁৰ কাৰণেই এইটোৱে সুবুজায়নে বাক? তেওঁবিলাক দুয়ো একেলগে বুঢ়া হ'ব, প্ৰতিদিনে কেইবা-ঘণ্টাও পিয়ানোৰ ওচৰত বহি সময় পাৰ কৰিব, সকলো সুদক্ষ ভাবে ৰচিত সঙ্গীত দুয়ো একেলগে বজাব, অতি মনোৰম সুৰৰ বাদ্যত দুয়ো অবিষ্কাৰ কৰিব, আৰু ভ্ৰমিব ওচৰা-ওচৰিকৈ থাকি।

এই কল্পনাবোৰ তেওঁৰ মনত ভাহি থাকোঁতে বাৰম্বাৰ হোৱা ভুল, অশুদ্ধভাবে পেডেল চালনা কৰা, ভুল উচ্চাৰণ আহি কাণত পৰাত তেওঁ সচকিত হ'ল। বেচেৰা মোৰ্জাট, তেওঁৰ সেই ধীৰ সৌষ্ঠভপূৰ্ণ নাচৰ সঙ্গীতটোৰ তাই কি দুৰ্দ্দশা কৰিছে!

ৰচোঁতাৰ ভাগ্য বাস্তবিকে নিষ্ঠুৰ আছিল। জীয়াই থকা কালত তেওঁৰ ৰঁচা সঙ্গীত কোনেও নিবিচাৰিলে আৰু তেওঁৰ মৃত্যুৰ পাছত বংশানুক্ৰমে কিশোৰ কিশোৰীয়ে ভুলে ভ্ৰান্তিয়ে মিহলি কৰি পেলাইছে তেওঁৰ সঙ্গীত। খিড়িকীখনৰ ফালৰ পৰাই তললৈ সুৰটো আহিছিল। প্ৰত্যেকটো ভুলতে তেওঁ সঙ্কুচিত হ'ল। ফেলিক্সে দেখিলে তেওঁবিলাক দুয়ো একে লগে বজোৱাৰ স্বপ্ন চূৰ্ণ কৰিলে। দুখমনেৰে তেওঁ মানি ল'লে যে এই নিখুঁত শুৱনী জীয়টোৱে পিয়ানো বজোৱাতকৈ পণিক

কিনিব হে ভালকৈ জানে।

অনুসন্ধিৎসু ভাবে তেওঁ এইদৰে লক্ষ্য কৰাৰ পৰা লাভ কৰিলে অকৃত্রিম আনন্দ। প্রণয়ত অক্রান্ত হৈ নিৰাভৰণ অসংলগ্ন এটা মনেৰে নিমিষতে তেওঁ মন দিলে এক বিশেষ আনন্দলৈ। তাইৰ এই ক্রটিয়েই হৈ পৰিছিল সুন্দৰতম সাধনাৰ বস্তু। তেওঁ সুখী হৈছিল, এৰা তাই যে সঙ্গীতজ্ঞ নহয় এইবাবে তেওঁ সুখী হ'ল। কোনে বিচাৰে এজনী শিল্পী তিৰোতা? এটা পৰিয়ালত দুজন শিল্পী থকাতকৈ আৰু কি অসহনীয় কথা থাকিব পাৰে? মেৰীয়া শিল্পী আছিল। ৰুচাই-খানাবোৰ চাই তাই ইয়াৰে ৰোমাঞ্চ কৰিছিল।…তেঁওৰ কাৰণে আৰু অধিক শিল্পী তিৰোতাৰ আৱশ্যক নাই। এগৰাকী মিঠা মুখৰ মৰমীয়াল গৃহিণী, তাকেহে তেওঁক লাগে। এজন শিল্পীৰ প্রয়োজন এগৰাকী ঘৰধৰা তিৰোতাৰ, প্রতিযোগী তেওঁক নেলাগে।…

সেই মৃদু সৌষ্ঠভপূর্ণ নৃত্যৰ সঙ্গীতটো শেষবাৰৰ কাৰণে এটা ঝঙ্কাৰেৰে হঠাতে শেষহৈ গ'ল। এই ধাৰাবাহিকতাৰ অন্ত পৰাত তেওঁ লাভ কৰিছিল দুয়োটাই—স্বস্তি আৰু যন্ত্রণা। পিয়ানোত তাই যেতিয়া থকা নাই, তাই ক'ত থাকিব পাৰে তেওঁ নেজানিলে। হয় অন্ততঃ দুয়ো ওচৰা ওচৰিকৈ আছে, সেই একে ফ্রেঙ্কফোর্টৰ বতাহ সেৱন কৰিছে, সেই একে আনন্দদায়ক তাপ। তেওঁৰ অস্তিত্বৰ বিষয়ে নেজানিলেও ই তেওঁবিলাকৰ মাজত সৃষ্টি কৰিছিল এক সৰু বন্ধনৰ। তেওঁবিলাক সম-সাময়িক। তাতকৈয়ো বেচি তেওঁবিলাক আছিল চুবুৰীয়া। সেইয়া প্রায় বন্ধুত্বৰ দৰেই ইতিমধ্যে হৈছিলগৈ, নাছিল জনো?…

তাৰ পৰা গুচিযোৱাৰ কথা তেওঁ স্বাভাবিকতে নভবাৰ কাৰণে ফেলিস্কে সময় কটাবলৈকে ঘৰটোৰ সন্মুখ ভাগ চাবলৈ ধৰিলে। এইটো আছিল সুন্দৰ আৰু বর্ণনা কৰিব নোৱাৰা গীৰ্জ্জাৰ বা-বতাহেৰে কঠোৰ অনাড়ম্বৰ। ইয়াৰ ভিতৰৰ অংশৰ কথা তেওঁ কল্পনা কৰিবলৈ যত্ন কৰিব খুজিলে, তেনেতেই এজন মানুহ আহি তেওঁৰ ওচৰত ৰ'লহি। এবাৰ দেখিয়েই বুজিলে যে সেইজন চন্তৰী।

চন্তৰীটোৱে ক'লে—"আপোনাক দেখি মই পৰিষ্কাৰকৈ বুজিছো

যে এই চহৰত আপুনি আচহুৱা লোক। আপুনি এই বেঞ্চখনত অনেক সময়ৰ পৰাই বহি আছে।"

"মই শুনিছোঁ যে ফ্রেঙ্কফোর্ট এখন স্বাধীন চহৰ। ৰাজহুৱা বেঞ্চত বহাৰ বিৰুদ্ধে কিবা আইন আছেনেকি ?"

চন্তৰীটোৱে শেষৰ প্রশ্নটোৰ সম্বন্ধে চিন্তা কৰোঁতে প্রাচুর্য্য ভৰা গোফঁকোচা মোহাৰিলে।

"আপুনিনো ঘৰটোলৈ চাই আছে কিয় ?"

"কাৰণ মোৰ সন্মুখত এইটো থিয় হৈ আছে।"

এইটো উত্তৰে চন্তৰীটোক কাঁইটেহে যেন বিন্ধিলে। তাৰ মুখখন মেজেণ্টাৰ দৰে ৰঙা হ'ল। উখহা নাকটোত নীলা শিৰবোৰ মানচিত্রৰ নদীৰ দৰে জিলিকি উঠিল।

"ইয়াত এই ফেঙ্কফোর্টত যিজন মানুহে লোকৰ ঘৰলৈ জুমাজুমি কৰে তেওঁক আমি ভাল নেপাওঁ। আপুনি ইয়াৰ পৰা যোৱাই মঙ্গল।"

"মোৰ যিমান সময় মন যায় সিমান সময় মই ইয়াত থাকিম।"

এইদৰে কোৱাটো যে ভুল হৈছিল—এইটো তৎমূহূর্ত্ততে তেওঁ বুজিলে। লৰালৰিকৈ তেওঁ ইয়াৰ লগত যোগ দি ক'লে "এই চহৰখনৰ এই সৰু ঠাইডোখৰেই সকলোতকৈ শুৱনী। আৰু আপুনি জানেনে মই ইয়াৰ আটাইতকৈ কি বেচি ভাল পাইছোঁ ?"

চন্তৰীটোৱে চকীদাৰক মাতিবলৈ বুলি হুইচেলটো মুখত ভৰাব খুজিছিল—কিন্তু এতিয়া সি বিবুদ্ধি হৈ থৰ লাগি ৰ'ল।

ফেলিস্কে কৈ গ'ল "ইয়াত যি ধৰণে পহৰা দিয়া হয়, আপুনি এই চহৰত নিৰাপদ, আপুনি জানে যে আপোনাক ৰক্ষা কৰা হৈ আছে। বার্লিনত য'ৰ পৰা মই আহিছোঁ, তাৰ চন্তৰীবোৰ সিমান ভাল নহয়।" চন্তৰীটোৰ হৃদয়তন্ত্রীত এই কথাষাৰে খুন্দিয়াইছিল। মুখখন তেওঁৰ স্বাভাবিক ভাবে ৰঙা পৰিল। "বার্লিনত এজন মানুহ গোটেই দিনটো ৰাজহুৱা বেঞ্চত বহিব পাৰে, আৰু তাৰ পৰা গুচি যাবলৈ কোনেও নকয়।"

"এৰা, আপুনি দেখিছেই এইখন এখন আভিজাত্যৰ অঞ্চল। মাত্র

ধনী লোক সকলহে ইয়াত বসতি কৰে।"

"আপুনি সেইটো বুজিব পাৰিছেই। দৃষ্টান্ত স্বৰূপে ফেলিক্সে 'জিন্‌ৰেনাৰ্ড' ঘৰটোলৈ আঙুলি দেখুৱাই ক'লে "আপুনি দেখিছেই যে মাত্ৰ এনেকুৱা ধৰণৰ ঘৰবোৰত অতি ভদ্ৰলোক সকলহে বাস কৰে।"

চত্তৰটোটোৱে খিক্‌খিক্ কৈ হাঁহি ক'লে "এইটো ঘৰ নহয়, গীৰ্জ্জাহে।"

"গীৰ্জ্জা ঘৰহে নেকি এইটো?"

"এৰা, এইটো একৰকম এটা ফৰাচী প্ৰটেষ্টাণ্ট গীৰ্জ্জা। ইয়াত বহুত দিন ধৰি এইটো আছে। তেওঁবিলাকে ইয়াত ফৰাচী ভাষাৰে প্ৰচাৰ কৰে, ফৰাচী ভাষাৰে গায়, আৰু আনকি প্ৰাৰ্থনাও কৰে ফৰাচীতে। সৌ তাত আছে মনোৰম প্ৰাৰ্থনা ঘৰটো।"

তেওঁ দ্বিতীয় মহলা খিড়িকী খনৰ ফালে আঙুলি দেখুৱাই কলে "সৌঁ ওপৰ মহলাটোত আছে পুৰুহিত জনৰ খোটালী।"

"কেনে সুন্দৰ! এইমাত্ৰ এগৰাকী যুবতী সোমায় গ'ল—"

"সুন্দৰ দেহৰ বৰণ আৰু মনোৰম মুখ কান্তিৰে সৈতে এজনী গাভৰু আৰু এটা খৰাহীৰে সৈতে এজনী শকত তিৰোতা নহয় জানো? সেই গৰাকী আইটি চেচিলি আৰু তেওঁৰ ৰান্ধনী কেথেৰিন। তাইক কেচুৱা কালৰ পৰাই জানো। ইয়াত মাকৰ লগতে তাই থাকে। এগৰাকী প্ৰকৃত ভদ্ৰমহিলা। ডিঙিটো অলপ ঠৰঙা হ'ব পায়।"

"তেওঁৰ দেউতাকো আছে হ'ব পায়?"

"নাই, তেওঁৰ দেউতাক ঢুকাল। ডেকাহৈ থকা অৱস্থাতে বহু বছৰ পূৰ্ব্বে তেওঁ ঢুকাল।—তেওঁ কেনে ভাল মানুহ আছিল মাত্ৰ আপোনাক এটা আভাস দিবলৈকে কওঁ, সাধাৰণতে এই চহৰখনত শৱযাত্ৰাত মানুহ নেযায়। তেওঁ ঢুকাওঁতে তিনিশতকৈয়ো অধিক লোকে এই শৱযাত্ৰাত যোগ দিছিল। সেই শৱযাত্ৰাত মাত্ৰ নিজৰ উপাসনা মন্দিৰৰ লোকেই নাছিল কেথেলিক আনকি থেৰান...।"

ফেলিক্সে আৰু অধিক শুনিলে। অকস্মাতে সকলো উত্তেজনা মুৰ্থামি তেওঁৰ পৰা আঁতৰি গ'ল। তেওঁ, জেকোব লাডউইগ্ ফেলিক্স মেণ্ডেলচন্ হাৰ্ড়েহিমজুৰে প্ৰেমত ডুবগ'ল এইলোক—সকলৰ প্ৰটেষ্টাণ্ট

পুৰুহিত এজনাৰ জীয়েকৰ প্ৰেমত।

দৰিদ্ৰতাৰ দৰে বিপুল ঐশ্বৰ্য্য গোপন কৰা টান। তথাপিও ৰথচাইল্ডৰ বাস ভবনে আভাস দিছিল পৰিমিত সমৃদ্ধিৰ। ফেলিক্সে গোপনে তেওঁৰ নিজৰ ঘৰৰ বিলাসীতাৰ লগত এইয়া তুলনা কৰি ইয়াৰ অনাড়ম্বতাত চমকি উঠিলে। আৰু তেওঁ এইটো বিশ্বাস কৰিবলৈকে টান পালে যে ইউৰুপৰ সকলোতকৈ ধনী বেঙ্কৰ মালিক এজনে জীৱন নিৰ্ব্বাহ কৰিব পাৰে এজন মধ্যবিত্ত সদাগৰৰ দৰে।

ইভা ৰথচাইল্ডে ফেলিক্সৰ মনোভাৱ বুজিব পাৰি নিশা খোৱাৰ সময়ত ক'লে "ডাঙৰীয়া মেণ্ডেলচন, আপুনি দেখিছেই আমচেল আৰু মই সৰু চহৰৰ মানুহ। এই ফ্ৰেঙ্কফেৰ্টতে আমি গোটেই জীৱন বাস কৰিছোঁহঁক।" তেওঁৰ আছিল ৰূপ সামান্য। মনোৰম আৰু শুভ্ৰ চুলি খিনিৰে সৈতে তেওঁক মাতৃসুলভ লাগিছিল।

"আমাৰ লৰা-ছোৱালী নাই। আৰু আমাৰ ৰুচিও বৰ সাধাৰণ। কাকো মুগ্ধ কৰি ৰাখিবলৈ আমাৰ হেপাঁহ নাই।"

দেওৰেকহঁতলৈ কেৰাহীকৈ চায় পৰিহাস কৰি ক'লে "আমি সেইয়া থৈছোঁ চেলোমন আৰু চাৰ্লচৰ বাবে।"

ভিয়েনাৰ পৰা অহা চেলোমন ৰথচাইল্ডে প্ৰতিবাদৰ এটা গুঞ্জন তুলি ক'লে "মোৰ এখন শোচনীয় ধৰণৰ গাড়ী আছে আৰু অপেৰাত এটা বক্স আছে বাবেই আপুনি ভাবিছে মই ৰাজকুমাৰৰ দৰে বাস কৰিছোঁ।—কিয় মোক দেখোন এটা ঘৰ লবলৈও আনকি দিয়া নাই।" সহানুভূতি পাবৰ কাৰনে ফেলিক্সৰ ফালে ঘুৰি ক'লে "তুমি জানো বিশ্বাস কৰিবা যে মই অতিথিশালাৰ পৰা কাৰবাৰ পৰিচালনা কৰিয়েই কৃতাৰ্থ মানিছোঁ।" হাঁহি এটা মাৰি আমচেলে ক'লে যে "তুমি যে গোটেই অতিথিশালাটোকে দখল কৰিছা-এইটোও সঁচা।"

চাৰ্লচে ধূৰ্ত্ত হাঁহি মাৰি কথাত যোগ দি ক'লে—"আৰু এই অতিথিশালাটোও হৈছে বিশাল।"

এই তিনি ভাতৃৰ কিশোৰ সুলভ তীব্ৰ হাঁহি, ঠাট্টা ফেলিক্সে আমোদজনক আশ্চৰ্য্যৰে মন কৰিলে। আন্তৰ্জাতিক বিত্ত বিষয়ত প্ৰতিজনেই

আছিল বিশাল।

খন্তেক পূৰ্ব্বে তেওঁবিলাকে কথা বতৰা পাতিছিল তেওঁবিলাকৰ স্পেইনত থকা পাৰাৰ খনিবিলাকৰ বিষয়ে, তেওঁবিলাকে খৰচ বহন কৰা অষ্ট্ৰীয়া আৰু বেলজিয়মৰ ৰেলৰ লাইন বোৰৰ বিষয়ে, আমচেল আৰু ভায়েক দুজনে পেৰিচ আৰু লণ্ডনত ইউৰূপৰ বিভিন্ন ট্ৰেজেৰীবোৰত কৰা বিপুল কাম-কাজ, লেন-দেন আদিৰ বিষয়ে। চাৰ্লচ ৰথচাইল্ডে পোপক দিয়া ধাৰটোৰ তেতিয়া মাত্ৰ সমাপ্ত কৰাৰ বিষয়ে উল্লেখ কৰিলে।*

তেওঁ ক'লে "মহামান্য ধৰ্ম্মাধিকাৰে দয়া কৰি মোক ব্যক্তিগত ভাবে সম্ভাষন জনাই 'গ্ৰেণ্ড কৰ্ডন' সম্মান দিছিল্। কোন শ্ৰেণীৰ মোৰ মনত নপৰে।"

চেলোমনে হাঁহি ক'লে "সাৱধান হোৱা, মহাপ্ৰভূৱে তোমাক দীক্ষিত কৰি আমাৰ হতুৱাই ইচ্ছা পুৰণ কৰাব।"

মেজখনৰ এমূৰৰ চকী এখনত বহি আছিল আমচেল আৰু তেওঁৰ ধুনীয়া মুখখনত আছিল এটা মিচিকি হাঁহি। তেওঁ তেওঁৰ ভায়েক চাৰ্লচক ক'লে "মই আশাকৰোঁ। কোনোবা এদিন তোমাক পবিত্ৰ সাগৰৰ কাউণ্ট কৰিব, চেইণ্ট পীটাৰত প্ৰাৰ্থনা কৰোঁতে চিল্কৰ আটিল সাজ পোছাকত তোমাক বৰ বঢ়িয়া লাগিব।"

ক'লা ভাঢ়ি কোচাৰে সৈতে চাৰ্লচে শব্দ কৰি হাঁহিলে। "তোমালোক হিংসা কুৰীয়া; ইতিমধ্যেই মহামান্য মহাপ্ৰভূৱে সাধাৰনতে ভৰিটো দিয়াৰ সলনি চোন হাতখন দিলেই। এইটো মই তেখেতৰ পৰম দয়া বুলিহে ভাবিছোঁ।"

চেলোমনে খিক্খিককৈ হাঁহি ক'লে "যি সকল ৰাজকুমাৰ মোৰ ওচৰত ধৰুৱা সেই সকলৰ ওচৰত জীৱনৰ সৰহভাগেই মই মুৰ দোৱাইছোঁ। আমচেল, তুমি জানানে" ডাঙৰ ককায়েকৰ ফালে ঘুৰি তেওঁ কৈ গ'ল "কেতিয়াবা মই ভাবোঁ দেউতাই এটা বৰ আচৰিত ব্যৱসায় আমাক দি. থৈ গ'ল।"

---

* পোপৰ ৰাজ্য ৰক্ষাৰ্থে পোপ গ্ৰেগৰীৰ প্ৰয়োজন হৈছিল ধনৰ।

পৰিপূৰ্ণ বিশ্বাস আৰু অবাধ সৌহাৰ্দ্দেৰে তেওঁবিলাকে কথা-বতৰা পাতিলে। এবাৰৰ কাৰণে তেওঁবিলাকে শৈশৱৰ পৰিচিত পৰিবেশৰ মাজত জিৰণি উপভোগ কৰিবলৈ পালে। এইটো তেওঁবিলাকৰ ঘৰ। ইহুদী সকলে বাস কৰা এক পুৰণি অঞ্চলৰ এই ক্ষাণ থকা চালৰ প্ৰান্তস্থ একাষে আগবাঢ়ি যোৱা তিনিচুকীয়া-দেৱাল থকা ঘৰটোত তেওঁবিলাক ডাঙৰ হৈ আহিছিল। ইয়াতেই দেউতাকে নিজৰ পুতেকহঁতক পঢ়ি শুনাইছিল হিব্ৰু বাইবেল আৰু পাচোঁটি পুতেকক শক্তিশালী হৈ থাকিবলৈ এক গোট হ'বৰ বাবে সতৰ্ক কৰি দিছিল। চোৱা, মিলেৰে থকা ভাতৃ সকলৰ কাৰণে কেনে সুন্দৰ আৰু কেনে মধুৰ···তেওঁবিলাকৰ প্ৰতি পৰম পিতাই তেওঁৰ আশীষ বৰষে······

তিনি ভাতৃয়ে তেওঁক ঘৰুৱা চক্ৰত গ্ৰহণ কৰিছিল বুলি ফেলিস্কে উপলব্ধি কৰিলে। তেওঁবিলাকে ফেলিস্কক নিজৰ ভিতৰৰে এজন বুলি গ্ৰহণ কৰিছিল; সুদীৰ্ঘ কাল যন্ত্ৰণা ভুঞ্জা সম্প্ৰদায়ৰ সভ্য বুলি লৈছিল, আৰু তেওঁক গ্ৰহণ কৰিছিল মহান-মেণ্ডেলচনৰ নাতি বুলি। তেওঁ-বিলাকৰ বিশ্বাস দেখি তেওঁৰ অস্বস্তি হ'ল। এওঁবিলাকে যদি গম পায় যে ফেলিস্ক এগৰাকী অ-ইহুদী গোষ্ঠীৰ প্ৰণয় পাশত আবদ্ধ হৈছে, তেতিয়া কি ভাবিব বাৰু এওঁ বিলাকে ?

"হয়" লাহে লাহে হাতেৰে কপাল খন মোহাৰি আমচেলে ক'লে "এইটো অদ্ভুত ব্যৱসায়—এই ৰজা আৰু ৰাজকুমাৰ সকলক ধন ধাৰলৈ দিয়াটো।" তেওঁ মেজখনৰ সিফালে থকা ফেলিস্কলৈ চায় ক'লে "তুমি নেজানা ছাগৈ যে আমাৰ দেউতাই হেছেৰ মহামহিম উইলহেল্‌মক পুৰণি আৰু দুৰ্ল্লভ মুদ্ৰা বেচি এই বেঙ্কটো স্থাপন কৰিছিল। বৰ সাধাৰণ উপায়েৰে এই ৰাজকুমাৰজন ইউৰূপত সকলোতকৈ শক্তিশালী হৈছিল, তেওঁ ৰজা তৃতীয় জৰ্জ্জক সৈন্য বেচিছিল অধিক—যি সকলে নিৰ্ভীকভাবে ইংলণ্ডৰ কাৰণে আমেৰিকাত উপনিবেশ হেৰুৱাইছিল—সেই বিখ্যাত হেঁচিয়ান ৰেজিমেণ্ট। কিন্তু যদিও তেওঁ এইদৰে তেওঁৰ ৰাজ্যত জনসংখ্যা কমাইছিল আন উপায়েৰে তেওঁ এইয়া পুনৰ বঢ়াবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁৰ মৃত্যুৰ পাছত তেওঁ স্বীকৃতি লাভ কৰিছিল তিনি

কুৰি সোঁতৰটা সতি-সন্ততিৰ পিতৃত্ব।

"আমচেল! তুমি এনেদৰে কোৱা উচিত হোৱা নাই।" ইভা ৰথচাইল্ডে তীক্ষ্ণ ভাবে দীপ্ত চকুজুৰিৰে চাই ক'লে। এটা স্কুলীয়া লৰাই প্ৰচণ্ডভাবে কোৱাৰ দৰে বেঙ্কৰ মালিক জনে ক'লে "কিন্তু এইটো চোন সঁচা কথা। সকলোৱেই এইটো জানে। যেইহওক মহামান্য আমাৰ দেউতাৰ কামত ইমান সুখী হৈছিল যে তেওঁক ডেনমাৰ্কৰ ৰজাৰ পদত মঞ্জুৰ কৰিছিল। তেতিয়াৰ পৰাই আমি প্ৰকৃততে ইউৰূপৰ প্ৰতিজন মুকুত পৰিহিত শাসকৰ বেঙ্কাৰ।"

"ইমান গুৰু গম্ভীৰ ভাবে দুঃখ দায়ক যেন শুনাকৈ নক'বাহে আমি ইমান বেয়াকৈ কৰা নাছিলো।"

"সঁচা" এটা বিষণ্ণ হাঁহি মাৰি আমচেলে স্বীকাৰ কৰিলে ঠিক একে কথাই। মই চিকিৎসক হ'বলৈ পোৱা হলে হে ভাল পালোহেতেন। আৰু জেমছে এদিন মোক কৈছিল, তেওঁ খেতিয়ক হ'বলৈ পোৱা হ'লে ভাল পালে হেতেন। পেৰিচৰ অনতি দূৰত থকা তেওঁৰ ৰাজ্যত সময় পালেই অফিচৰ পৰা সময় উলিয়াই থপিয়াই থপিয়াই খেতি কৰিলেগৈ হেতেন······কিন্তু ইহুদী হিচাবে এই ব্যৱসায় আমাৰ বাবে বন্ধ।"

তেওঁবিলাকে একৰকম ধৈৰ্য্য সহকাৰে আলোচনা কৰিলে জীৱিকা অৰ্জ্জন কৰিবলৈ জাৰ্ম্মানীত ইহুদী সকলে কেনে-দৰে আত্মসমৰ্পণ কৰিছে আৰু অন্তহীন দুঃখ-কষ্ট আৰু অসুবিধা ভোগ কৰিছে।

চেলোমনে ক'লে "এই খৃষ্টিয়ান বোৰ অদ্ভুত লোক। তেওঁবিলাকে অভিযোগ কৰে যে আমি বেঙ্ক ব্যৱসায়টো ইমূৰৰ পৰা সিমূৰলৈকে বিয়পাই পেলাইছোঁ। আৰু মাত্ৰ এইটোকেই তেওঁবিলাকে বন্ধ কৰি দিয়া নাই।"

ঘোপা কৰি ফেলিক্সলৈ চাই ৰথচাইল্ড পত্নীয়ে উদ্বিগ্ন ভাবে সুধিলে—"তোমাৰ গা ভাল নহয় নেকি মেণ্ডেলচন? মন কৰিছোঁ মন তোমাৰ আচ্ছন্ন হৈ আছে আৰু এটা শব্দও তুমিচোন কোৱা নাই?"

আমচেলে মাত লগলে—"দেখা নাই জানো তেওঁৰ যে আমনি

লাগিছে। তেওঁ ভাবিছে ছাগৈ ফ্রেঙ্কফোর্ট এখন কবৰ খানাহে। ইয়াৰ পৰা ওলায় যাবৰ বাবে অপেক্ষাও কৰা নাযায়।" অপ্রত্যাশিত ভাবে হাঁহি এটা মাৰি ফেলিস্কে অকস্মাতে ক'লে "ওলোটাটোহে। মই এই ফ্রেঙ্কফোর্ট চহৰ খনত নানা বৰণীয়া আকর্ষণ আছে বুলি ভাবোঁ।"

আমচেলে বিস্ময়েৰে ক'লে "যোৱা কালিৰ পৰা আচৰিত পৰিবর্ত্তন হৈছে।"

ইয়াত আছে সুন্দৰ স্মৃতি সৌধ বিলাক আৰু আছে যথেষ্ট আকর্ষণ।

"মই তোমাৰ এই প্রশংসা মানি লৈছোঁ, কিন্তু ফ্রেঙ্কফোর্ট এখন নিৰস ঠাই আৰু আমি সকলোৱে এই কথা জানো। তুমি বার্লিনলৈ উভতি যাবলৈ যে উদ্বিগ্ন হৈছা—এইটো মই ভালকৈ বুজিছোঁ। তুমি পুৱালৈ যাবগৈ পাৰা। তোমাৰ দেউতাৰাক ক'বাগৈ আমি সম্পূর্ণভাবে অনুমত হৈ আছোঁ।" ফেলিস্কৰ মন হতাশ হ'ল। ফ্রেঙ্কফোর্টৰ পৰা গুচি যোৱা, চেচিলিক এৰি থৈ যোৱা—ওহোঁ, কেতিয়াও নহ'ব। অনাবশ্যক এক উদ্যমেৰে ক'লে "যদি হে মই সম্পূর্ণকৈ আৰু বাহুল্য চুক্তিপত্র লৈ উভতি যাব নোৱাৰোঁ তেন্তে মই ইয়ালৈ অহাৰ উদ্দেশ্যে ব্যর্থ হৈছে বুলিহে ভাবিম।" তেওঁ অনুভব কৰিলে কেউজন ভাতৃৰ দৃষ্টি যেন তেওঁতে আহি আবদ্ধ হৈছেহি।

আন্তৰিকতাহীন আপত্তিৰ অভিজ্ঞতা থকাৰ কাৰণে তিনি ভাতৃয়ে তেওঁৰ কথা বিশ্বাস নকৰিলে যেন ফেলিস্কৰ মনে ধৰিলে।

"মই তেখেতলৈ অৱশ্যে লিপিবদ্ধ কৰা চুক্তি পত্রলৈ যাব লাগিব।" তেওঁ জোৰেৰে কৈ যোৱাৰ কাৰণে তেওঁবিলাকৰ সন্দেহ দৃঢ় হেহ'ল। "আনকি মই ভবাতকৈও অধিক দিন যদি মোক ই ইয়াত থাকিবলৈ বাধ্য কৰায়, তথাপি।"

অভেদ্য পৰিহাসৰ সুৰে চেলোমনে ক'লে "তোমাৰ কর্ত্তব্যজ্ঞান প্রশংসনীয়।"

"বাস্তৱিকে প্রশংসনীয়" আমচেলে জোৰ দি ক'লে। "যেইহওক

মোৰ ভাব হৈছিল তুমি সঙ্গীতজ্ঞৰ কাম এটা নোপোৱালৈকে দেউতাৰৰ বেঙ্কত কাম কৰি সময়হে গণিছা বুলি।" তেওঁৰ কথাৰ সুৰত আছিল নিভুৰ্ল ভাবে আমোদজনক তীক্ষ্ণ ধাৰ। "তুমি ইচ্ছা কৰিলে আমাৰ এই সমাৰোহপূৰ্ণ আৰু সুন্দৰ চহৰখনক প্ৰশংসা কৰিবলৈ আমি তোমাক এই বাহুল্য চুক্তি পত্ৰখন কৰাত কেইমাহমান পলম কৰি প্ৰচুৰ সময় দিব পাৰোঁ।"

ঘপহকৈ ইভা ৰথচাইল্ডে ক'লে "এতিয়া বন্ধ কৰা আৰু আমচেল।" দেওৰেকহতঁৰ ফালে তীব্ৰ দৃষ্টি নিক্ষেপ কৰি ক'লে "আৰু তোমালোকো মনে মনে থাকা। তোমালোকে দেখা নাই জানো লৰাটো কিবা বিষয়ে মৰাৰ দৰে উদ্বিগ্ন হৈ পৰিছে ?"

"এই চহৰখনত তেওঁৰ সঙ্গ নাই, নিজৰ পৰিয়ালৰ পৰা দূৰৈত, আৰু তোমালোকে তেওঁক লৈ ধেমালি কৰিছা! তোমালোকৰ লাজ লাগিব লাগে।" তেওঁ মাতৃসুলভ উদ্বিগ্নতাৰে ফেলিস্কৰ পিনে হাউলিলে।

"ফেলিস্ক, তোমাৰ ইমান কি দুঃচিন্তা হৈছে আমাক কব খোজানে ? তুমি বিশ্বাসৰ সৈতে এইয়া ক'ব পাৰা। তুমি আমাৰ বন্ধু সকলৰ ভিতৰৰে এজন !" তেওঁ কোমলকৈ সুধিলে। "মই চেচিলি জিনৰেনাডৰ প্ৰেমত পৰিছোঁ।"

কথাবোৰ তেওঁৰ ওঠৰ পৰা নিজে নিজে খহি পৰিল। প্ৰকাশ্য ভাবে তেওঁ ক'ব লগা হ'ল তেওঁৰ প্ৰণয়ৰ বিষয়ে। ইভাৰ মৰম ভৰা মধুৰ কথা বাৰ্ত্তাই তেওঁৰ সংযম চূৰ্ণ কৰিলে।

তেওঁৰ কথা সচাঁ। বন্ধু সকলৰ ভিতৰৰেই তেওঁ আছিল। "কোনো প্ৰকাৰে" কিছু পৰিমাণে দুঃসাহস কৰি, আৰু কোনো বিশেষ কাৰণ নোহোৱাকৈ, মাত্ৰ কাৰণ এই ভাব মনত খেলোৱাত তেওঁ ক'লে "কিবা উপায়েৰে তাইৰ মনত মোৰ প্ৰতি প্ৰেম জগাই তুলিব লাগিব আৰু মোক বিয়া কৰাবলৈ তাইক মান্তি কৰোৱাব লাগিব।"

মেজখনক আবৰি এক নিৰৱতা আহি পৰিছিল। তিনিউজন লোকে কোনেও কাকো নোচোৱাকৈ থাকিল। আনকি ইভা ৰথচাইল্ডেও মেজৰ কাপোৰখনলৈ চাই ৰ'ল। তেওঁবিলাকে কি ভাবিছিল তেওঁ

বুজিছিল। মোজেছ-মেণ্ডেলচনৰ নাতিনীয়েকে এগৰাকী অ-ইহুদী বিয়া কৰিবলৈ বিচাৰিছে। তেওঁৰ লৰা-ছোৱালীবোৰৰ তেজ বিশুদ্ধ নহ'ব। এটা বিশাল ইহুদী পৰিয়াল শেষ হৈ আহিছে। অবৈধ ভাবে পাৰ হৈ যাবগৈ খ্ৰীষ্টিয়ানৰ বলিলৈ। তেওঁ যেন মনত পেলাব পাৰিছে—এনে ভাবে নিচেই সৰুকৈ গুণগুণায় আমচেলে এক্কাযে চেলোমনক কলে "চেঁচিলি জিনৰেনাড, তাই কৰ্ণেলিয়াছ চৌহেৰ নাতিনীয়েক।" তাৰ পাছত ফেলিস্কলৈ ঘুৰি চাই ক'লে "কৰ্ণেলিয়াছ চৌহে এই চহৰৰ এজন বিখ্যাত সদাগৰ আছিল। ইংলণ্ড ইটালী আনকি ৰাচিয়াতো তেওঁৰ পন্যাগাৰ আছিল। নিজাকৈ বেঙ্ক খোলাৰ আগতে তেওঁ আমাৰ দেউতাৰ লগত সামান্য ব্যৱসায় কৰিছিল। তুমি এই কথা জানানে?" ফেলিস্কে মূৰটো জোকাৰি ক'লে "মই নেজানো। তাইৰ দেউতাক গথে প্লাজৰ কোনোবা এটা ফৰাচী গীৰ্জ্জাঘৰৰ পুৰুহিত আৰু তাইৰ মাকৰ লগত তাই থাকে। তাৰ বাহিৰে মই মুঠেই একোকে নেজানো। আনকি মই তেওঁৰ লগত কথাও পতা নাই। যোৱা কালি মই মাত্ৰ তেওঁক বাটত দেখিছিলো। তেতিয়াৰ পৰাই মই তাইৰ ঘৰৰ সম্মুখত বহি তাইৰ ঘৰটোৰ খিৰিকীয়েদি চাই আছোঁ—আৰু এবাৰ তাইক দেখা পাবৰ বাবে। তাৰ বাহিৰে মই যে একোকেই কৰা নাই।" তেওঁ কথা কৈ থাকোঁতে বুজিব পাৰিলে তেওঁৰ কথাবোৰ তেওঁৰ কথা শুনি থকা কঠোৰ ব্যৱসায়ীকিজনৰ কাণত বৰ শিশু-সুলভ আৰু হাস্যকৰ হৈ পৰিছিল। তথাপি তেওঁবিলাকে শব্দ কৰি বা মিছিকিয়াই হহাঁ নাছিল। পাৰ্থিব অভিজ্ঞতাই তেওঁবিলাকক শিকাইছিল যে অৰ্থৰ দৰে প্ৰেমো ক্ষমতাশালী আৰু শক্তিশালী। কেতিয়াবা ই ধনতকৈয়ো শক্তিশালী হয়।

"এই বিষয় লৈ তুমি ধেমালি নকৰিবা।" ইভা ৰথচাইল্ডে সুধিলে "তাইক যে তুমি ভাল পাইছা তুমিনো কেনেকৈ জানিলা? তাৰোপৰি আন কি তুমি তাইক লগো পোৱা নাই।"

ফেলিস্কে এই কথা স্বীকাৰ কৰি ক'লে যে "ই মুৰ্খামি যেন লাগিছে হয়—মই এইটো নিজেও আনকি বুজিব পৰা নাই।" "বাস্তবিকে তাই হ'লে গুৱণী।" বিপদ আশঙ্কাৰে ইভাই ক'লে।

ফেলিস্কে নিজকে কোৱাৰ দৰে ক'লে "হয়, এইয়া যেন অন্য কিবা··· মই ঠিক নেজানো কেনেদৰে এইটো ক'ব লাগে যেন মই অসহায় হৈ পৰিছোঁ।" তেওঁ পোনে পোনে ইভাৰ চকুজুৰিলৈ চালে—"মোক বিশ্বাস কৰক আইদেউ, মই ইয়াৰ কাৰণ উলিয়াবলৈ চেষ্টা কৰিছোঁ। এইটো হাস্যজনক বুলি মই নিজকে কৈছিলো। মই ভাবিছিলো মোৰ পৰিয়ালে কি ক'ব, চেচিলিৰ পৰিয়ালে কি ক'ব, নীনাই কি ক'ব!"

"নীনা?"

"নীনা ওৱেবোল। আমি গোটেই জীৱন জুৰি ইজনে সিজনক জানি আহিছোঁ। আৰু প্ৰকৃততে বিয়াৰ বন্দোবস্ত হৈ গৈছে। মই জানো মোৰ দেউতা আৰু আইক গভীৰ আঘাত দিব। আৰু মই তেওঁ বিলাকক ভাল পাঁও। আৰু হয়তো মোৰ আইতাই মোৰ লগত মাত বোল বন্ধ কৰিব।"

প্ৰতিবাদেৰে ইভাই ক'লে "মইচোন সেইটো বিশ্বাস কৰিব নোৱাৰো।"

ক্ষিপ্ত হৈ ফেলিস্কে ক'লে "আপুনি তেখেতক নেজানে। তেখেতে নিজৰ পুতেককে এৰিলে, মোৰ আইৰ ভায়েকক, কাৰণ তেওঁ খ্ৰীষ্টিয়ান হ'ল। তেতিয়াৰ পৰাই তেওঁৰ লগত আইতাৰ মাতবোল বন্ধ আৰু নাইবা তেওঁৰ ঘৰত ভৰি দিবলৈকো যোৱা নাই।"

এক বিবুদ্ধিকৰ মৌনতাই তেওঁৰ কথাবোৰক সম্ভাষন জনালে। চকা এখনত বহি আমচেলে মুৰটো জোকাৰি জিভাৰে মৃদু শব্দ কৰি হুমুনিয়াহ পেলায় ক'লে, "কোনো কোনো সময়ত মই ভাবোঁ মানুহে ধৰ্ম্ম আবিষ্কাৰ কৰিছিল যাতে এজনে আনজনক ঘৃণা কৰিবলৈ আৰু বধ কৰিবলৈ কাৰণ উলিয়াব পাৰে। অন্যান্য কাৰণতকৈ ভগবানৰ নামতহে অধিক ৰক্ত পাত হৈছে। যি মুহূৰ্ত্তত ধৰ্মৰ প্ৰশ্নই মানুহক হস্তক্ষেপ কৰে সেই মুহূৰ্ত্তত দেখা যায় মানুহে নিজৰ সাধাৰণ জ্ঞান হেৰুৱায়। তথাপিও সকলো ধৰ্ম্মই ঠিক একে কথাকে শিকায়। তেওঁবিলাক সকলোৱেই তোমাক ক'ব মৰমিয়াল হ'বলৈ, সহনশীল হবলৈ, সুন্দৰ হ'বলৈ—"তেওঁৰ কোৱা বাক্যটো শেষ হ'ল এটা হতাশাৰ কান্ধ জোকৰনিৰে। চলিচ

ৰথচাইল্ডে সুধিলে "তোমাৰ মোমায়েৰাই ৰোমত বাস নকৰে জানো ? মই তেওঁক চিনি পাওঁ। তেওঁৰ এটা সুন্দৰ বাসভৱন আছে। নাম 'লা কাছা বাথল্ডি' তেওঁ শিল্প-কলাৰ এজন মহৎ পৃষ্ঠ-পোষক।"

খন্তেক পৰ ফেলিস্কে বৈ শান্ত ভাবে ক'লে "ভাই মোক গ্ৰহণ কৰিবলৈ বিচাৰিলে মই চেচিলি জিন্‌ৰেনডিক বিয়া কৰাম।" মেজখনৰ চাৰিওফাললৈ সম্মতিৰ বাবে মিনতিৰে তেওঁৰ দৃষ্টি দৌৰি গ'ল। "এইয়া ভুল হৈছে নেকি বাৰু ?"

মানুহ কিজনে উত্তৰ নিদিলে। কিন্তু কোনো দ্বিধা নকৰাকৈ ইভা ৰথচাইল্ডে উত্তৰ দিলে "নাই একো ভুল হোৱা নাই।" প্ৰায় তৰ্ক যুদ্ধলৈ আহ্বান কৰিয়েই সশব্দে তেওঁ ক'লে "আৰু এজনৰ কাৰণে মই তোমাক সহায় কৰিবলৈ প্ৰত্যেকটো কামকে কৰিম।"

নাৰীৰ আবেগ প্ৰৱণতাক ক্ষমা দিবলৈ শিকা এজন লোকৰ দৰে আমৰ্চেলে পত্নীলৈ ঘুৰি চালে। "আমি আমাৰ তৰুণ বন্ধুটিক কি দৰে সহায় কৰিব পাৰিম এই কথা জনাৰ পূৰ্ব্বে, তেওঁ কিজানি তেওঁৰ হব খোজা মিতিৰৰ পৰিয়ালটোৰ বিষয়ে কিবা জানিবলৈ পালে ভাল পাব।"

ফেলিস্কে ক'লে—"মই বৰ ভাল পাম।"

নিজৰ গোফঁ কোচাত হাত ফুৰায় বেঙ্কৰ মালিক জনে আৰম্ভ কৰিলে— "হয় মই বিশ্বাস কৰোঁ এই চওচহেজ ডুবইচিয়েৰ সকল কেলভিনিষ্ট নহলে ওৱেল্ড নেছিয়ান। আৰু আন বহু ভদ্ৰ পৰিয়ালৰ দৰে প্ৰটেষ্টাণ্ট সকলক সোতৰ-শ শতিকাত ফৰাচীত নিৰ্য্যাতন কৰাৰ সময়তে তেওঁবিলাক ফ্ৰেঙ্কফৰ্টলৈ আহিছিল। আমি যি সকল স্থানীয় পৰিয়ালক অতিশয় মান কৰোঁ তাৰ ভিতৰত এওঁবিলাকৰ পৰিয়ালটোও এটা। মই তোমাক কৈছিলো যে চেচিলিৰ ককাদেউতাক কৰ্নেলিয়াছ চওচহে বেচ আঢ্যৱন্ত লোক আছিল। তেওঁৰ পুতেক থিয়োডোৰ এজন যেনেকৈ বেঙ্কৰ মালিক তেনেকৈ তেওঁ এই চহৰ খনৰ চিনেটৰ সকলৰো এজন। যোল্লবছৰ বয়সত তেওঁৰ জীয়েক আৰু তোমাৰ ভাবী শাহু ফ্ৰেঙ্কফোৰ্টৰ ফৰাচী সকলৰ নতুনকৈ গঠন কৰা গীৰ্জ্জাৰ সংস্কাৰক আগষ্টি

জিন্‌ৰেনাড নামৰ এজন চুইডেন দেশীয় যাজকৰ প্ৰেমত পৰিছিল আৰু তেওঁৰ দেউতাকে এইটো ভাল নেপালে। তাৰোপৰি জীয়েক শুৱনী আছিল আৰু তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰী। আনহাতে জিন্‌ৰেনাড এজন দুখীয়া যাজক আছিল। সেই কাৰণে তাইৰ যাতে মোহ কাটে তাৰ বাবে জীয়েকক দুবছৰৰ কাৰণে ইটালীলৈ পঠালে। তাইৰ কিন্তু মোহ নাকাটিল। উভতি অহাৰ পাছত দুয়ো ডেকা গাভৰুৰ বিয়াহৈ গ'ল। ঘটনাক্ৰমে এই জিন্‌ৰেনাড হৈ পৰিল এজন বিশেষ বিখ্যাত লোক আৰু এজন ভাল যাজক। কিন্তু বিয়াৰ চাৰি কি পাঁচবছৰৰ পাছতে তেওঁৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুৰ সময়ত চেচিলিৰ বয়স মাত্ৰ দুবছৰ। তাইৰ বয়স এতিয়া নিশ্চয় উনৈশ নহ'লে বিশ হ'ব।" ইভাই আচৰিত হৈ ক'লে যে "আৰু আশ্চৰ্য্যৰ কথা এইটোৱেই যে তাইৰ এতিয়ালৈকে বিয়া হোৱা নাই।"

"হয়তো তেওঁ মোৰ কাৰণেই অপেক্ষা কৰি আছে।" এক দ্বিধাপূৰ্ণ হাঁহিৰে ফেলিস্কে ক'লে। সেই গধূলিৰ সেইটোৱেই আছিল ফেলিস্কৰ প্ৰথম হাঁহি।

"হ'ব পাৰে"—বেঙ্কৰ মালিকজনৰ পত্নীয়ে ধ্বনি তুলি ক'লে।

"কিন্তু এখন যুদ্ধৰ বাবে সাজু হোৱা দেই। এই চহৰ খনৰ আধা ভাগ ডেকা লৰা তাইৰ প্ৰেমত পৰিছে। বুজিবলৈ এইটোচোন বৰ সহজ যে তাই ধনী আৰু ৰূপহী।"

"মই বিচাৰিছো তাইক লগ পোৱাৰ সুবিধা।"

এটা বিচক্ষণ হাঁহি মাৰি আমচেলে ক'লে "বাৰু চাওঁচোন আমি কি কৰিব পাৰোঁ। ইতিমধ্যে তুমি তোমাৰ সেই বেঞ্চ খনলৈ উভতি গৈ হিয়া উবুৰিয়াই দুঃখ কৰাগৈ।"

সোণালী ফ্ৰেইমেৰে বন্ধোৱা পেইন্টিং আৰু ঝালৰ লগোৱা ভেলভেটৰ পৰ্দাৰে সৈতে চিনেটৰ চওচহেৰ ড্ৰইংৰুমটো অত্যাচাৰী আৰু সমৃদ্ধ গ্ৰাম্যতাৰ শ্ৰেষ্ঠ অৱদান আছিল। কিন্তু আজি নিজা সেউজীয়া পৰ্দাৰ অন্তৰালত ছজনৰ এটা দলে বজোৱা সঙ্গীতৰ তালে তালে ক্ষীপ্ৰ গতিৰে ঘূৰি ঘূৰি চক্ৰাকাৰে নচা জাৰ্ম্মান দেশীয় নাচোনৰ লগত বজা

বাজনাৰ সুৰৰ লহৰে, ঘূৰি ঘূৰি নাচোঁতে হোৱা সাজ কাপোৰৰ খচ্‌খচনিয়ে, আৰু অলঙ্কাৰ খচিত মমৰ গছাৰ পৰা অহা জ্যোতিশিখায় এই উৎসৱ মুখৰ আৰু সৌষ্ঠৱপূৰ্ণ কৰি তুলিছিল। চহৰৰ সম্ভ্ৰান্ত পৰিয়াল বোৰৰ ডেকা গাভৰুইঁতে সাধ মিটাই নিৰিহ আৰু সজভাবে তেওঁবিলাকৰ পিতৃ-মাতৃক সতৰ্ক দৃষ্টিৰ সম্মুখত নাচিবৰ কাৰণে ইয়াৰ বিশাল দলিছাখন আতৰাই দিয়া হৈছিল। নানা বিধৰ সুস্বাদু খাদ্য সম্ভাৰেৰে উপচি থকা এখন মেজ খোটালীটোৰ এমূৰত সজাই থোৱা আছিল। অসুন্দৰ আৰু ঠৰঙা পিঠিবোৰৰ সৈতে অতি মূল্যবান কিন্তু জখলা সাজ-পোছাক পিন্ধি দেৱালৰ গা ঘহাঁই-বহিছিল ফ্ৰেঙ্কফোৰ্টৰ আই সকল। ঢাপলিকা পিন্ধি তেওঁবিলাকে নিজৰ যেন শ্বাসবোধ কৰিছিল। আৰু উত্তেজনা বঢ়াইছিল।

খোটালীটোত ঘূৰি ঘূৰি নাচি যাকোতে ফেলিস্কে চেচিলিক আৰু ওচৰলৈ চপাই আনি ফুচফুচায় ক'লে "জিন্‌ৰেনাড্‌, তুমি চোন বৰ ভাল নাচিছাহে?"

"ধন্যবাদ ভাণ্ডৰীয়া মেণ্ডেলচন! আপুনি এজন বীৰ পুৰুষ। কিন্তু মোক যেন অলপ জোৰেৰে আপুনি চেপি ধৰিছে।"

লৰা লৰিকৈ খামোচটো ঢিলাই দি তেওঁ ক'লে "অনুগ্ৰহ কৰি ক্ষমা কৰিবা।"

"মই একো নেভাবোঁ। কিন্তু মামনে মাত্ৰ মন কৰি আছে। এইখন বাৰ্লিন নহয়—মেণ্ডেলচন।"

"তুমিনো কেনেকৈ জানিলা যে মই বাৰ্লিনৰ পৰা আহিছোঁ? আমি এই মাত্ৰ পৰিচয় হলোহে!"

"মেণ্ডেলচন, মই আপোনাৰ বিষয়ে বহুত খবৰেই পাইছো। সাৱধান……আপুনি মোক আকৌ চেপি ধৰিছে।"

আকৌ এবাৰ ফেলিস্কে পিঠিত দিয়া হেচাটো ঢিলাই দি ক'লে "মই সাংঘাতিক দুঃখ পাইছো। মই আশা কৰিছো মোক তুমি নিলাজ বুলি নেভাবা যেন।"

"মেণ্ডেলচন, আপোনাৰ বিষয়ে মোৰ কি ধাৰণা হৈছে মই নকওঁ।"

"তুমিনো কিয় নকৰা ?"

"কাৰণ মই আপোনাক ভালকৈ চিনি পোৱা নাই, মেণ্ডেলচন।" চেচিলিয়ে নিজৰ শান্ত চকুজুৰি তেওঁৰ দৃষ্টিৰ পৰা আতৰাই নিনিলে। খন্তেক পৰ ধৰি ফেলিস্কে তেওঁবিলাকক আবৰি থকা নৃত্যৰ জোৰবোৰৰ কথা পাহৰি গৈ মাত্ৰ চেচিলিলৈকে তধালাগি চাইছিল। আন কি তাই ৰূপহী আছিল তেওঁ ভবাতকৈও অধিক। তেওঁৰ নিজৰ দ্বাৰা, তেওঁৰ সুন্দৰ নাচৰ দ্বাৰা, তেওঁৰ মনোৰম বালিনৰ সাজ-পোছাকৰ দ্বাৰা চেচিলি প্ৰভাবান্বিত হোৱা নাছিল। আচল কথা তেওঁ ফেলিস্কৰ সৈতে ৰঙ্গ হে কৰিছিল। হয়, তাই ৰঙ্গ কৰিছিল···তেওঁ এইটো উপলব্ধি কৰিছিল। তাইৰ ওঁঠত এনে এটা সন্দেহ ভৰা হাঁহি লাগি আছিল যেন কিবা গোপন আনন্দৰ কথাহে তাই গোপন কৰিছে। ই তেওঁক ক্ষিপ্ত কৰি তুলিলে। তেওঁক ভাবাবেশৰ পৰা ঘূৰাই আনিলে চেচিলিৰ কণ্ঠস্বৰে।

"মেণ্ডেলচন আপুনিচোন মোক আকৌ চেপি ধৰিছে। মই এইটো অনুভব কৰিব পাৰিছোঁ যে আপোনাৰ আঙুলিবোৰে মোৰ যে পিঠিখন খান্দি নিছে। আপুনি মোক পিহি পেলাব খুজিছেনেকি ?"

"মই তোমাক নিশ্চয় দিছোঁ, কুমাৰী—"

"বোধ হৈছে আপুনি কিবা বিষয়ত উদ্বিগ্ন হৈ আছে। কিহৰ বাবে মোক নকব জানো ?"

চেচিলিৰ কাণৰ আৰু কাষলৈ হাউলি তেওঁ ফুচফুচায় ক'লে—"তুমি ঠিক কৈছা। মই অতিশয় উদ্বিগ্ন হৈছোঁ। মই হৈছো হতাশ, মই হৈছো ভয়ঙ্কৰ, মই হৈছোঁ সুখী—আৰু মই আছোঁ স্বৰ্গ আৰু নৰকত। এই ঈশ্বৰে পৰিত্যাগ কৰি যোৱা ঠাইখনলৈ অহাৰে পৰা মোৰ এনে হৈছে। ক'বলৈ মই সাজু হৈয়েই আছোঁ। কিন্তু বাস্তবিকে মোৰ বিপদৰ কথা কবলৈ তোমাক এতিয়াও মই ভালকৈ চিনি পোৱাই নাই।"

"মৰ্ম্মস্পৰ্শী" বিস্ময় হৈ প্ৰথম বাৰলৈ হাঁহি তেওঁ কলে।

ফেলিস্কে এনে সুমধুৰ ধ্বনি কেতিয়াও শুনা নাছিল। ই চেঁচিলিৰ কণ্ঠ নলীডাল কপাঁই দিছিল আৰু চকুজুৰিলৈ আনিছিল দ্যুতি।

চেচিলিয়ে ক'লে "আমি ইজনে সিজনক যেতিয়া ভালকৈ জানিম

তেতিয়া আমি ইজনে সিজনৰ বিষয়ে কি ভাবিছোহঁক কমগৈ, নকম জানো ?”

“এইটো যাতে সোনকালে হয়গৈ মই তাকেহে আশা কৰিছোঁ। কাৰণ মই এতিয়া যি কোনো দিনত বার্লিনলৈ উভতি যাবগৈ লাগিব।”

“মই জানো। আপুনি আপোনাৰ দেউতাকৰ বেঙ্কত কাম কৰিছে, কিন্তু আচলতে আপুনি এজন সঙ্গীতজ্ঞহে। আৰু এজন সঙ্গীত ৰচকহে। লণ্ডনত আপুনি এটা কনচার্ট দিছিলে হয়নে ?”

তেওঁৰ বিষয়ে চেচিলিয়ে জানে এইটো দেখি তেওঁৰ আনন্দ লাগিল। কিন্তু যেতিয়া চেচিলিৰ কথা কোৱাৰ ধৰনটো হ'ব লাগিছিল নম্র আৰু প্রশংসাসূচক তেতিয়া তেওঁৰ কথাৰ সুৰটো হৈছিল পাতল আৰু ক্ষীণ আমোদজনক। “তোমাৰ কথাবোৰ বৰ আকর্ষণীয় যেন লগা নাই।” ফেলিক্সে ক'লে।

“মই হওঁ” এইটো আকৌ আহিল, সেই উপহাসৰ উদ্ধত সৰু হাঁহিটো ...“ময়ো সঙ্গীতজ্ঞ। মই পিছে পিয়ানো বজাওঁ। কেতিয়াবা হয়তো আপোনাক বজাই শুনোৱাৰ আনন্দকণ মই পাম। মই জানো আপুনি এইয়া ভাল পাব......”

বাজনা বন্ধ হ'ল আৰু চেচিলিয়ে নিজকে বন্ধনমুক্ত কৰিলে। তেওঁৰ গাল কিখন ৰঙা পৰিছিল। কুমত সিচৰিত হৈ থকা কেকোৰা চুলিবোৰ তেওঁ হাতৰ পিঠি ফালেৰে নিমজ কৰি দিলে।

“ইয়াৰ পিছৰ বাৰ তোমাৰ লগত নাচিব পাৰিম জানো ?”

ফেলিক্সে সুধিলে।

তাই হাতৰ মনিবন্ধত থকা সৰু কিতাপখন আনি ইতস্তত কৰি খুলি চাই ক'লে “মই দুঃখিত, এইবাৰৰ কাৰণে মই হেইনৰিকক কথা দিয়া আছে।”

তেওঁৰ মাজেদি প্রচণ্ড এক হিংসাৰ স্রোত বাগৰি গ'ল। তাইৰ পৰা টানমাৰি আনি পুস্তিকাখন দলিয়ায় দিবৰ মন গ'ল। এই ক্ষুদ্র চহৰ খনৰ জধলা চহাৰ লগত নাচিবলৈ প্রতিশ্রুতি দিবলৈ তেওঁ সাহস বাৰু পালে কেনেকৈ ? চেচিলিয়ে নেজানে যে মাথোঁ তাইৰ বাহুযুগল

আলিঙ্গনত আবদ্ধ কৰিবলৈকে তেওঁ তিনিদিন ধৰি অপেক্ষা কৰিছে— বিহ্বল কৰি তোলা সেই বেঞ্চখনত ?

"তাৰ পাছৰ বাৰ তেনেহলে ?" তেওঁ সুধিলে। নিজৰ কণ্ঠত বাজি উঠা মিনতিৰ সুৰে তেওঁক ক্ষিপ্ত কৰি তুলিলে। তেওঁ ভিক্ষা খুজিছে। এৰা তেওঁ তাকে কৰিছে। এই গাৱঁলীয়া ৰচকী সৰু ছোৱালী এজনীক এটা নাচৰ বাবে তেওঁ ভিক্ষা খুজিছে—"অৱশ্যে তুমি যদিহে আন কাৰোবাক কথা দিয়া নাই তেতিয়াহে।" পৰশ্ৰীকাতৰ দৃষ্টিৰে ছোৱালী-জনীৰ ফালে চাই তেওঁ ক'লে।

চেচিলিয়ে নিজৰ সৰু কিতাপ খনলৈ চায় ক'লে "আচল কথা হ'ল— মই কথা দি থৈছোঁ, কিন্তু সেইটো নাচৰ পাছত মই আপোনাৰ লগত নাচিব পাৰোঁ।" তেওঁলৈ চাই অতিশয় ক্ৰুদ্ধ হৈ বিদ্ৰূপাত্মক ভাবে চেচিলিয়ে ক'লে—"এইবাৰৰ নাচটো আপোনাৰ বাবে আচুতীয়াকৈ ৰাখিলে আপুনি ভাল পাবনে ?"

হাতৰ মুঠিটো দৃঢ় হৈ যোৱা যেন তেওঁ অনুভৱ কৰিলে। এৰা, ই বিহ্বল কৰিছে, হয়। আৰু আন সকলো নাচবোৰে, সিহঁতৰ সকলোবোৰে তুমি শুনিছানে ?...আৰু তোমাৰ ভাগ্য ভাল। তোমাৰ চাৰিও ফালে যে ইমানবোৰ মানুহ আছে আৰু তোমাৰ মৰমৰ মামনে আমাক মন কৰি আছে নহলে মই তোমাক সাবটি ধৰিলোহেতেন...

দুচকুৰ স্বচ্ছ নীলাখিনিৰে তেওঁলৈ চাই চেচিলিয়ে পুনৰ কৈছিল "আপুনি নাচিবনে ?"

"তাতকৈ মোক একোৱেই অধিক আনন্দ দিব নোৱাৰে।" কৰ্ত্তব্য-পৰায়ণতাৰে তাই তেওঁৰ নামটো তলত লেখিলে। "এতিয়া আমি মেজখনৰ ওচৰলৈ যাওঁ বলক। মই পিয়াহত মৰোঁ যেন হৈছোঁ। তেওঁবিলাকৰ বিষয়ে বিচনী হাতত লৈ থকা গৃহিনী সকলে ফুচফুচায় কথা পতা দেখি তেওঁবিলাকে সাবধানে ফটিকা পিলে। নিজকে এটা আকৃতি দিবলৈকে তেওঁবিলাকে কথাবতৰা পাতিলে অনাবশ্যক বিষয়ে, যত্ন কৰিলে নিৰ্ব্বিকাৰ হৈ দেখুৱাবলৈ, চেষ্টা কৰিলে সহজ হ'বলৈ। "ডাঙৰীয়া মেণ্ডেলচন, ফ্ৰেঙ্ককোৰ্ট বাৰু আপোনাৰ কেনে লাগিছে ?"

"জিন্‌ৰেনাড এইটো নির্ভৰ কৰে এজনৰ নিজৰ ওপৰত। কেতিয়াবা এই ঠাইখন মোৰ বৰ ভাল লাগে, আৰু কেতিয়াবা মোৰ এনে লাগে যেন এইখন লাহেকৈ ধ্বংশ হৈ পৃথিবীৰ পৰা নোহোৱা হৈ যাব।"

তেওঁ হাঁহি কলে "আপুনি এজন গভীৰ উপলব্ধি কৰিব পৰা মানুহ।" ফেলিস্কে কিবা কোৱাৰ পূর্ব্বেই গিলাচটো নিজৰ ওঁঠলৈ তুলি চেচিলিয়ে কৈ গ'ল "আপুনি আমাৰ মনোৰম গীর্জ্জা ঘৰটোলৈ গৈছেনে? ইয়াৰ প্ৰধান ঘণ্টাটো বজাবলৈ যে ষোল্লজন মানুহ লাগে আপুনি জানেনে?"

"আটাইতকৈ আকর্ষণীয় এইটোৱেই। কিন্তু মই গীর্জ্জা ঘৰটোলৈ যোৱা নাই। আচলতে এই চহৰখনৰ মই একোৱেই দেখা নাই।"

"ইয়াতনো তেনেহলে আপুনি কি কৰিছে?

"এখন পকিৰ বেঞ্চত বহিছোঁ আৰু..."

বাজনাটো পুনৰ আৰম্ভ হ'ল, আৰু আকৌ এজন মিহি ডাঢ়ি থকা সুশ্ৰী ডেকা চেচিলিৰ কাষত মূর্ত্ত হৈ উঠিল। চেচিলিৰ ককালটো আবৰি হাতখন পিছলাই দি তেওঁ ক'লে "আমাৰ নাচৰ সময় চেচিলি।"

ফেলিস্কে বিক্ষুব্ধ হৈ চাই ৰ'ল হেইনৰিকৰ বাহুৰ মাজত চেচিলি গলি গৈ ধীৰে ধীৰে ভাহি যোৱা। হিংসাৰে সৈতে এটা ঢোক গিলি স্থিৰ হৈ সজাগ ভাবে হাতত গিলাচটো লৈ খোটালোটোৰ ভিতৰত ফেলিস্কে চেচিলিক অনুসৰণ কৰি থাকিল।

ওচৰতে হোৱা কথবাৰ তেওঁ শুনিলে "কি, তুমি চোন নচা নাই।" "এইয়া চিনেটৰ চওচহে।" "আহঁা, মই তোমাক কেইগৰাকীমান ৰূপহা ছোৱালীৰ লগত চিনাকী কৰি দিওঁ।" আৰু সেই কাৰণে পাছৰ দুবাৰ ফেলিস্কে বেচ স্থূলকায় মুখত হালধীয়া ফুট্‌ফুটিয়া ডাগ্‌ থকা ছোৱালীৰ লগত নাচিলে আৰু ইইঁতৰ নামো তেওঁৰ মনত নেথাকিল। এবাৰ তেওঁক সুধিছিল ফ্রেঙ্কফোর্ট তেওঁৰ কেনে লাগিছে আৰু কর্ত্তব্যপৰায়ণতাৰে তেওঁ এই খন ভাল পাইছে বুলি উত্তৰ দিছিল। তেওঁ যেতিয়া ইয়াৰ স্মৃতি সৌধবোৰৰ বিষয়ে, মনোৰম আলিবাটবোৰৰ বিষয়ে, সৌন্দৰ্য্য ভৰা দোকান পোহাৰবোৰৰ বিষয়ে উচ্চ প্ৰশংসা কৰি গৈছিল, তেতিয়া তেওঁ ঘূৰি ঘূৰি নাচি থকা ডেকা গাভৰু বোৰৰ মাজত অনুসন্ধান কৰিছিল

মাত্ৰ চেচিলিৰ, আৰু যেতিয়া তেওঁ আন কোনোবা এজনৰ বাহুৰ মাজত চেচিলিয়ে জুইঁ আৰু গুঞ্জন কৰা তেওঁ দেখিছিল তেতিয়া তেওঁৰ বেদনা অনুভব হৈছিল।

পুনৰ একেলগে দুয়ো নাচোতে ফেলিক্সে নিৰস ভাবে ক'লে—"তুমি ভীষণ স্ফূৰ্ত্তি কৰিলা যেন পাইছোঁ।"

"মই স্ফূৰ্ত্তি কৰিলো। মোৰ নাচিবলৈ ভাল লাগে। আৰু ফ্ৰেঙ্কফোৰ্টত আমি এনে সুযোগ ইমান কম পাওঁ।"

তুমি ছাগৈ এই সুযোগবোৰৰ সদ ব্যৱহাৰ পূৰ্ণ ভাবে কৰা।" চেচিলিয়ে তেওঁলৈ পৰিহাসৰ দৃষ্টিৰে চালে। আৰু সেইবাৰে তেওঁ ক্ষিপ্ত হ'ল।

"মই ৰং তামচা কৰা উচিত নহয় জানো?"

"নিশ্চয় কৰিবা। কিন্তু যিসকল ডেকাই তোমাৰ সময় নষ্ট কৰিছে সেই সকলৰ প্ৰতিহে বিৰক্ত হৈছোঁ।"

"মোক যদি কোনোৱে নাচিবলৈ আহ্বান নকৰে তেন্তে মই বৰ অসুখী হ'ম।"

"মই অৰ্থ কৰিছো কৰবাত আমি ৰহি কথা পাতোঁ। তোমাক কবলৈ মোৰ আছে বহুত কথা।"

"অনুগ্ৰহ কৰি এনে অদ্ভুত ধৰনে মোৰ ফালে নেচাব-মেণ্ডেলচন। প্ৰত্যেকেই আমাক মন কৰি আছে।"

"মই ভয় কৰা নাই। মই তোমাক কেতিয়া দেখা কৰিবলৈ পাৰিম?"

"আপুনি ইয়াৰ পৰা যোৱাৰ আগতে এবাৰ আমাৰ ঘৰলৈ যাব পাৰে।" চকুজুৰিৰ পাহিৰে চেচিলিয়ে এনে ভাবে চালে যি তেওঁৰ সিৰা-উপসিৰাইদি প্ৰচণ্ড গতিৰে তেজৰ সোঁত প্ৰবাহিত কৰালে।

"কিন্তু আপুনি নিশ্চয় নেজানে মই নো ক'ত থাকোঁ?"

"—কালিলৈ মই যাব পাৰিম নে?"

ফেলিক্সৰ ব্যাকুলতা দেখি হাঁহি ক'লে "কালিলৈ বৰ সোনকাল হব বুলিহে মোৰ ভয় হৈছে মেণ্ডেলচন। এইখন ফ্ৰেঙ্কফোৰ্ট, আপুনি

বৃহস্পতিবাৰৰ আগতে আহিলে মানুহে ভাল নেপাব।"

"বৃহস্পতিবাৰনে ?" শব্দটো প্ৰতিবাদৰ আৰ্ত্তনাদেৰে ওলায় আহিল।

"কিন্তু জিনুৰেনাড্ তালৈকে যে আছে তিনিদিন!"

"মেণ্ডেলচন, মইচোন এইটো জানো।"

"যদিহে মোক ঘৰলৈ মাতি পঠিয়াই তেন্তে কি হব ?"

"বাৰ্লিনত মোৰ বাবে পৰি আছে জৰুৰী কাম। মই—"তেঁওৰ কথায় যে চেচিলিক মোহিত কৰা নাই তেওঁৰ উপলব্ধি হ'ল, তেওঁক চেচিলিয়ে যে বিশ্বাস কৰিছে এই বিষয়ে তেওঁ দৃঢ় নিশ্চিত নহয়।"

তেওঁ সনিৰ্বন্ধ অনুৰোধেৰে ক'লে "অনুগ্ৰহ কৰি মোক বুধবাৰলৈকে আহিবলৈ কোৱা অনুগ্ৰহ কৰি।"

এক নতুন কোমলতা, প্ৰায় একৰকম মৰম তেওঁৰ চকুজুৰিলৈ আহিল—মূৰটো দুপিয়াই চেচিলিয়ে ক'লে "ভাল বাৰু, আঁঠ, গোঁথে প্লাজলৈ বুধবাৰে আবেলি আহিব।" তেওঁৰ পৰা পিচলি ওলায় আহি চেচিলিয়ে ক'লে "যদি ঘৰটো বিচাৰি উলিয়াবলৈ আপোনাৰ জুলুম হয় তেন্তে মনত ৰাখিব এই ঘৰটোৰ সন্মুখত আছে এখন ৰাজহুৱা বেঞ্চ।"

গোলমলীয়া এটা মন লৈ তেওঁ সেইদিনা হোটেললৈ উভতি আহিছিল। আৰু নিজৰ বাবে তেওঁ বৰ সুখাও নাছিল। তেওঁ কেইটামান বৰ বেয়া ভুল কৰি পেলালে। শান্ত আৰু সুন্দৰ হোৱাৰ পৰিবৰ্ত্তে নিজৰ হেপাঁহক বঞ্চনা কৰি-হিংসাকুৰীয়া স্বামীৰ দৰে আচৰণ কৰিলে। এতিয়াহে তেওঁৰ মনত উদয় হ'ল সুন্দৰ সৰস আমোদজনক উত্তৰ। বুদ্ধি সদায়েই পলমে আহে কিয় বাৰু ? উস, এইটো জহন্নামে-যক—জহকালিৰ নিশাৰ নিস্প্ৰভ উজ্বলতা খিনিৰ বাহিৰে খোটালীটো এন্ধাৰ হৈ আছিল। তেওঁ অমনোযোগীতাৰে গলবান খন-খুলি কোট চোলাটো গাৰ পৰা গুচালে। খিড়িকীৰ চৌ কাঠত ভৰ দি তেওঁ তৰাবছা আকাশলৈ চালে। মনৰ ভিতৰত তেতিয়াও ভাহি ফুৰিছিল ভিৰকৰা সঙ্গীত। চেচিলিৰ দুলি থকা দেহ-বল্লৰী যেন তেওঁ অনুভৱ কৰিব পাৰিছিল, দেখিছিল যেন তেওঁৰ নীলাভ চকুজুৰি এখন সু-গোল পবিত্ৰ মুখ-মণ্ডলত দুটি বিশুদ্ধ নীলকান্ত মণি স্থাপিত হৈ থকা, বহলকৈ

দীঘল মেল খোৱা ধেনুভিৰীয়া ওঁঠৰ-মাজেদি দেখা পোৱা দাঁতৰ শুভ্ৰ উজ্জ্বলতাখিনিক। তেওঁক ফেলিস্কে ভাল পালে এই বিষয়ে ইমানেই।

চেচিলিক যেতিয়া তেওঁ বিচাৰি পালে এতিয়া তেওঁৰ আবিহনে ফেলিস্কে জীৱন নিৰ্ব্বাহ কৰাৰ কথা কল্পনাও কৰিব নোৱাঁৰে। এৰা, হয় ইয়াত বাধা পাব আৰু সমস্যা হব। তেওঁবিলাক দুয়োৰে প্ৰকৃতি বেলেগ। যিমান বেলেগ হ'ব পাৰে সিমান। তেওঁ এজন শিল্পী, খেয়ালী, ধোৱাখুলীয়া, আৰু অত্যধিক সংবেদনশীল। চেচিল ফ্ৰেঙ্কফোৰ্টৰ মধ্যবিত্ত সৰু পৰিয়ালৰ নীতিনিয়ম মানি চলা এগৰাকী মিতব্যয়ী আৰু অতি শুৱনী ছোৱালী। তেওঁবিলাকে একেলগে বসবাস কৰিব পাৰিব জানো? দুয়ো দুয়োকে জানো বুজি পাব। কোনে ক'ব পাৰে? কিন্তু চেচিলিৰ প্ৰণয়ত তেওঁ পৰিছে। এতিয়া তেওঁৰ কৰিব লগা কাম হৈছে চেচিলিক তেওঁৰ প্ৰণয়ত মচগুল কৰা...

জিন্ ৰেনাড্ ভবনৰ ঘণ্টাটো তেওঁ বুধবাৰে আবেলি আহি তীব্ৰ ভাবে বজালেহি! শেষৰ আধাঘণ্টা প্ৰত্যেক কেইমিনিটৰ অন্তৰে অন্তৰে তেওঁ আলিবাটৰ ওপৰত ইফালৰ পৰা সিফাললৈ অহা যোৱা কৰি ঘড়ীটোলৈ চালে। তেওঁ ঘণ্টাটো বজাওঁতে বন্ধুত্ব ভৰা দৃষ্টিৰে চালে ইমানবোৰ সজাগ আৰু সঙ্গহীন মুহূৰ্ত্ত পাৰ কৰা বেঞ্চখনলৈ। তেওঁ উন্নতি কৰিব পাৰিছে। এইয়া তেওঁ এতিয়া অন্তেষপুৰলৈ প্ৰবেশ কৰিব খুজিছে।

চেচিলিয়ে অনাবশ্যক ভাবে ভ্ৰমণ কৰোঁতে যিজনী ভয়ঙ্কৰ চেহেৰাৰ তিৰোতা লগত আছিল সেই জনীয়েই আহি দুৱাৰখন খুলি দিলেহি। আগৰদৰেই প্ৰতিটো কথাকে মানুহজনীয়ে সন্দেহত এক নতুন জিলিঙনি লৈ চালে।

এৰা, আইদেউহতঁ ঘৰত আছে। তেখেত সকলৰ বাবে বহা খোটালীতে বহকহি আহক। উকণা বহা খোটালীটোলৈ তেওঁক বাট দেখুৱাই তাই লৈ গ'ল। দলিছাবৃত্ত হলঘৰটোৰ বাটেদি তেওঁ নম্ৰভাবে তাইক অনুসৰণ কৰি গ'ল। তাত তেওঁ সেই পৰিয়ালৰ ছবি, সেই একে চক্‌চকায় থকা সাজ সৰঞ্জাম, সেই একে উগ্ৰ সমৃদ্ধ

গ্ৰাম্যতা পালে। তেওঁ সেউজীয়া ভেলভেটৰ আৰামী কেদাৰা খনত বহিব খুজিছিল মাত্ৰ তেনেতেই দুৱাৰ এখন মুকলি কৰি ক'লা বৰণীয়া খচমচায় থকা চিল্কৰ সাজ পিন্ধা মুখত অভিজাত্যৰ হাঁহি লাগি থকা আইদেউ জিনবেনাড্ সোমায় আহিল। ফট্‌ফটিয়াকৈ তেওঁ এগৰাকী ৰূপহী তিৰোতা আছিল। সৌজন্যভৰা আচৰণ, সকৈ কোৱা কথা, সতর্ক গাম্ভীর্য্যভাৱে সৈতে তেওঁ এগৰাকী অতি ভদ্ৰ মহিলা আছিল।

"মাননীয় মেণ্ডেলচন, আমাৰ ঘৰলৈ আপুনি অহাটো বাস্তবিকে আপোনাৰ বিশেষ দয়া।" হাত খন তেওঁৰ পিনে আগবঢ়াই দি আৰম্ভ কৰিলে—"দুৰ্ভাগ্য যে মোৰ ছোৱালীজনী ঘৰত নাই। আৰু তাই যাব লগা হল হঠাতেই।" কণ্ঠ জঠৰ হৈ যোৱা যেন অনুভব কৰিলে ফেলিস্কে। হৃদয় হতাশাৰে আবৰি ধৰিলে। "মই কিন্তু আশা কৰিছোঁ তাই হয়তো বৰ দেৰী নকৰিব।" কথাকৈ থাকোঁতে মানুহগৰাকীয়ে একাধিক লোক বহিব পৰা আসনখনত বহোঁতে ফেলিস্কেও নিজৰ আসন ল'লে। মেণ্ডেলচনৰ বাৰু ফ্ৰেঙ্কফোৰ্টৰ সুন্দৰ ভাস্কৰ্য্য কেনে লাগিছে—এনেকুৱা এলানি প্ৰশ্নৰে আৰম্ভ হ'ল প্ৰাণময় আৰু প্ৰবল আবেগভৰা কথা বতৰা। এজন সু-শিক্ষা প্ৰাপ্ত খেলুৱৈয়ে দেৱাল পাৰ হ'বলৈ যোৱাৰ দৰে তেওঁ প্ৰাথমিক পৰাক্ষাত সুন্দৰ ভাবে উত্তীর্ণ হ'ল।

ইউৰূপৰ ভিতৰত ফ্ৰেঙ্কফোৰ্ট এখন জাক্‌জমক চহৰ। ই কোনো গুণে কম নহয়। জলপান খাওঁতে তেওঁ মাজতে সুধিলে এবাৰি প্ৰাণৱন্ত কথা—মেণ্ডেলচনে চাহ ভাল পাবনে নাইবা তাতকৈয়ো কিবা শক্তিশালী পানীয় ভাল পাব? তেওঁবিলাকৰ আশ্চর্য্যজনক ৱাইন সুৰা একা? নহ'লে মিঠা গোন্ধ থকা কোনো এবিধ উগ্ৰ সুৰা?

এই শেষৰটো নিক্ষেপ কৰা হৈছিল টোপ হিচাবে। মেণ্ডেলচনে মদখায়নে নেখায়-আৰু ভয়ঙ্কৰ মদাহীবুলি স্থিৰ কৰিবলৈ।

এই জাল তেওঁ কৌশলেৰে ব্যৰ্থ কৰিলে। তেওঁৰ প্ৰিয় এগিলাচ মদৰ কথা ক'লে—অৱশ্যে সৰুগিলাচ, সেই সুন্দৰ ৱাইন দেশীয় মদৰ কথা। এই কথা শুনি স্বদেশ প্ৰিয়তাৰ গৌৰৱ ঔজ্জ্বল্যতাৰে মানুহগৰাকীৰ

মুখখন পোহৰ হ'ল। তেওঁ হুমুনিয়াহ এটা পেলায় ক'লে—"মোৰ গোটেই জীৱন জুৰি এটা অনুশোচনা হৈছে যে চেচিলি এই ফ্রেঙ্কফোর্টত জন্ম নহ'ল। দুঃখভৰা ঘটনাৰ মাজেদি তাই জন্ম লাভ কৰিছিল ফ্রান্সত। ঠিক লায়ঞ্চত। তাৰ পাছত জিনৰেনাডৰ বিয়া বাৰুৰ চমু কাহিনী শেষ হ'লহি স্বাস্থ্যকৰ জলবায়ুৰ সন্ধানত অথবা ফ্রান্সলৈ যোৱাৰ পাছত। "চেচিলিৰ দেউতাক ঢুকাওঁতে তাই মাত্র দুবছৰীয়া আছিল। তেতিয়াৰ পৰাই মই যত্ন কৰি আহিছোঁ তাইৰ মাক আৰু দেউতাক দুয়োটাকে হ'বলৈ।" এই বিষয়ে কিছু আলোচনা কৰিলে। ফেলিস্কে ক'লে যে বাস্তবিকে চেচিলিৰ মাক বেচ সফল হৈছে।

"মই চেষ্টা কৰিছোঁ তাইক এগৰাকী ভদ্র মহিলা গঢ়ি তুলিবলৈ। আজিৰ পৃথিৱীখনত ভদ্রমহিলা ইমান কম আছে।" বিধৱা মানুহ গৰাকীয়ে ক'লে। অনুৰূপ সেই একে করুণা মিহলি সুৰে ফেলিস্কে ক'লে "আপোনাৰ কথা সচাঁ আইদেউ, আমাৰ যুগৰ এইটোৱেই আটাইতকৈ হৈছে বিপদ সঙ্কেট।"

ফেলিস্কে সুধিলে ভদ্রমহিলাৰ সকলোতকৈ আৱশ্যকীয় লক্ষণ আৰু গুণৰ বিষয়ে তেওঁৰ নো কি মত? মানুহগৰাকীয়ে ঘৰুৱা, সামাজিক, নৈতিকতা আৰু নাৰীৰ ধৰ্ম্ম ই কেনেকৈ পূৰ্ণ ভদ্রমহিলা কৰি তোলে এই বিষয়ে কৈ গ'ল। নিৰ্দ্দোষভাবে সকলো সময়তে তেওঁ নিজকে পৰিচালনা কৰিব লাগিব, সমাজৰ কৰিব লগা কামবোৰ কৰিব, স্বামীৰ কাৰণে গৃহস্থালীখন সুন্দৰ কৰি ৰাখিব, নিজৰ লৰা ছোৱালীবোৰ পালন কৰিব আৰু এখন সুখভৰা শৃঙ্খলাপূৰ্ণ সংসাৰে স্বামীক আবৰি ৰাখিব। কথা বতৰা গতানুগতিক হৈ আহোঁতেই চেচিলি সোমায় আহিল। তাইৰ অপৰূপ ৰূপ লাবণ্যত ফেলিস্কৰ মনলৈ আহিল এক আকস্মিক আবেগ। পলম হৈ যোৱাৰ কাৰণে চেচিলিয়ে ক্ষমা খুজিলে আৰু খেৰৰ ধুনীয়া টুপীটো নিলগাই থৈ তেওঁবিলাকৰ ওচৰত বহি তাত থকা বিস্কুট অকণ অকণকৈ কামুৰি খাবলৈ ধৰোঁতে মাকৰ মনত পৰি গ'ল এটা জৰুৰী কামৰ কথা। তেওঁ যে অনিচ্ছাৰেহে যাবগৈ তাকো ক'লে।

"আপুনি এই ঠাইৰ পৰা গুচি যোৱাৰ আগতে আপোনাক আকৌ

এবাৰ লগ পোৱাৰ আনন্দকণ পাম।" মানুহ গৰাকীয়ে ক'লে।

ফেলিস্কে তেওঁৰ কথাবোৰ সঙ্কেট হিচাবে গ্ৰহণ কৰিলে, তেওঁক ওজন কৰি চালে, পৰীক্ষা কৰিলে, আৰু প্ৰাৰ্থী হিচাবে গ্ৰহণ কৰিলে।

আন এখন বিস্কুট লৈ চেচিলিয়ে সুধিলে "আপুনিনো যোৱা দুদিনে কি কৰিলে? আৰু কোনোবা গাভৰুৰ পম খেদিছিলনেকি?" তেওঁৰ কথা চিন্তা কৰি চাই বিস্ময়ত ফেলিস্ক বোবা হৈ গৈছিল।

অৱশেষত ফেলিস্কে সুধিলে "তুমি ক'ব খুজিছা যে মই তোমাক অনুসৰণ কৰিছিলো আৰু তুমি এই কথা জানা নহয় জানো?"

"নিশ্চয়।"

"এইয়া আনকোনোবাও হ'ব পাৰে। এইয়া যে ময়েই আছিলো তুমিনো কেনেকৈ জানিলা বাৰু?"

তাই হাঁহি দিলে। আপুনি এই ঠাই পোৱাৰ আগেই আনকি এই চহৰৰ প্ৰত্যেকজনী ছোৱালীয়ে আপোনাৰ বিষয়ে জানিছিল। তাৰোপৰি ফ্ৰেঙ্কফোৰ্টলৈ প্ৰতিদিনেই একোজন সুশ্ৰী আৰু ধনী অবিবাহিত যুৱক ডাঙৰ চহৰবোৰৰ পৰা নাহে। কোনো কালে নেদেখা বিদেশী সাজপাৰত এজন ডেকাই লাঠি ডাল ঘুৰায় অহা যেতিয়া দেখিলো তেতিয়াই মই বুজিলো এইয়া আপুনিয়েই বুলি।"

ভৎসৰ্না কৰি ফেলিস্কে ক'লে "আনকি তুমি এবাৰ মোলৈ নেচালাও।"

"ওলোটাটোহে। আপোনালৈ মই অনেক বাৰ চাইছিলো কিন্তু চতুৰহে আমাক আপুনি মনে মনে চাই থকাত বৰ ব্যস্ত হৈ পৰিছিল।"

"চোৰাংচোৱাগিৰিত মোৰ আপত্তি আছে, বাৰু আমি এইটো বাদ দিছোঁ। কিন্তু মই জানিব পাৰোনে মোৰ বিষয়েনো তোমাৰ ধাৰণা কি?"

"ঠিক মই আশা কৰাৰ দৰেই আপুনি তেনে আছিল। সুশ্ৰী এজন ডেকা। সকলোকে অধিকভাবে তাচ্ছিল্য কৰা, আৰু অহৰহ ভ্ৰমি থকা এজনৰ চকুৰে সৈতে ঐশ্বৰ্য্যশালী আৰু অধঃপাতে যোৱা এজন ডেকা।"

নিৰস ভাবে ফেলিস্কে ক'লে "ধন্যবাদ, তুমি অন্তত খোলা।"

"নহয় জানো মই। মই পাকৈত বান্ধনীও;" তাই মধুৰ হাঁহিটোৰে

ক'লে। "মামনে মোক শিকাইছিল যে পুৰুষৰ হৃদয়লৈ প্ৰবেশৰ পথ পেটৰ মাজেদিহে।"

"এৰা, তোমাৰ মাতৃ জ্ঞানৰ ফোৰাৰা।" চেচিলিক সাবটিলৈ চুমাৰে ভাইৰ তীব্ৰ শ্লেষ বন্ধ কৰি দিব পৰা হ'লে তেওঁ ভাল পালেহেতেন। "তুমি তেখেতক 'মামন'বুলিনো মাতা কিয় ?"

"কাৰণ শিশু অৱস্থাত মই ফৰাচী মাত কথাৰে কথাবাৰ্ত্তা কৈছিলো। আচল কথা হ'ল মই ভাষা বিস্থাত খিচিৰি। মোৰ দেউতা আছিল চুইডেনৰ, মোৰ আই জাৰ্ম্মান, আৰু মই জন্ম লাভ কৰিলো ফ্ৰান্সত। মোৰ ধাই-মা আছিল ইংৰাজ। আৰু মোৰ প্ৰথম গৰাকী শিক্ষয়িত্ৰীও আছিল ইংৰাজ। আৰু মোৰ ধৰ্ম্মপিতৃ আছিল এজন ইটালীদেশীয় লোক। সেই কাৰণে আপুনি দেখিছেই" তাই অতি ধুনায়া চকুজুৰিৰ তিৰবিৰণিৰে চাই ক'লে "আপোনাৰ লগত কেইবাটাও ভাষাৰে ওভোতাই কথা পাতিব পাৰিম।"

চেচিলিৰ কথাবোৰে তেওঁৰ হৃদয়ৰ এখন খিড়িকী হে যেন মুকলি কৰি দিলে। "কোনোবা এজনৰ লগত ওভোতাই কথা পাতিবলৈ তুমি নিশ্চয় সেই কোনোবাজনক বুজিব লাগিব নহয় জানো ?"

এইটোৰ অৰ্থ হ'ল যে তেওঁক পুনৰ দেখা পাবলৈ চেচিলিৰ অভিপ্ৰেত আছিল। প্ৰেমভৰা কথাবতৰা আৰু গভীৰ বিষয়ৰ আলোচনা কৰিবলৈ এতিয়া বৰ সোনকাল হৈ আছিল। কিন্তু ঘনিষ্ঠতালৈ যাবলৈ এই সকলোবোৰ আছিল জখলা। ফ্ৰেঙ্কফোৰ্ট আৰু ইয়াৰ মনোৰম গীৰ্জ্জা ঘৰৰ বিষয়ে কথা-বতৰা তেওঁবিলাকে পতা নাছিল।

"আৰু সেই কাৰণেই তুমি মোৰ বিষয়ে ধাৰণা কৰিছা যে মই এজন ডেকা অহঙ্কাৰী লোক।"

"অত্যধিক অহঙ্কাৰী" চেচিলিয়ে বিদ্ৰূপজনক অভিব্যক্তিৰে ক'লে। "পাছত যেতিয়া আপুনি সেই টান বেঞ্চখনত বহি থকা দেখিলো—" সম্পূৰ্ণ বশ্যতাৰে তেওঁ সুধিলে "তুমি মোক দেখিছিলানেকি ?"

"নিশ্চয়। মোৰ শোৱনী কোঠাৰ পৰ্দ্দাৰ আঁৰৰ পৰা মই আপোনাক মন কৰি আছিলো। এইটো কোঠা একেবাৰে একোণত থকাৰ কাৰণে

আপুনি সেই কালে চাইছিল বুলি মই কেতিয়াও ভবাই নাছিলো।"

তিৰোতাৰ ধূৰ্ত্তালি আৰু ছলনাৰ শেষ ক'তো নাই। আনকি ফ্রেঙ্কফোর্টৰ এই সৰল ছোৱালীহঁতো কম নহয়।

"আৰু তেতিয়ানো তুমি বাৰু কি ভাবিছিলা ?"

"আপুনি এজন অতিশয় ধৈৰ্য্য পৰায়ণ আৰু দৃঢ় মনৰ মানুহ বুলি ভাবিছিলো। মাজে সময়ে আপোনাৰ বাবে মোৰ দুখ লাগিছিল। বিশেষকৈ সেই আবেলি সময়টোত যেতিয়া বৰষুণজাকে আপোনাক ছাড়লৈকে তিয়াই পেলাইছিল। মই তললৈ নামি আহি আপোনাক এটা ছাতিকে দিব খুজিছিলো।"

"তুমি বেচ মনোযোগ দিছিলা। কিয় নানিলা তেন্তে ?"

"এইটো উচিত কাম নহলহেতেন। মনত পেলাওক এইয়া ফ্রেঙ্কফোর্ট। কিন্তু পিয়ানো বজাই মই আপোনাক অভ্যৰ্থনা জনাইছিলো।" মোজার্টৰ মৃদু সুৰলা নৃত্য সঙ্গীতটোৰ সোঁৱৰনত তেওঁৰ মনটো বেদনাত কোঁচ খালে। "তুমি সুখী হোৱা উচিত যে এজন মানুহৰ হিয়ালৈ বাট কাণৰ ভিতৰেদি নহয়, তেনে হোৱা হলে তুমি অবিবাহিত হৈয়েই থাকিব লাগিল হেতেন।"

চেচিলিয়ে হতাশাৰ ভাও সুন্দৰ ভাবে ধৰি ক'লে—"মই বুজিছোঁ, আপুনি মোক ঘিণ কৰিছে। হয়তো আপুনি মোক আৰু কেতিয়াও চাবলৈও নিবিচাৰে।"

"ফ্রেঙ্কফোর্টত যেতিয়ালৈকে আবদ্ধ হৈ আছোঁ, হয়তো মই তোমাক কেইটামান সঙ্গীতৰ পাঠ শিকাব পাৰিম। আৰু তুমিও তোমাৰ সুন্দৰ ৰন্ধনৰ এটা বা দুটামান নমুনা মোক দিব পাৰিবা।"

তাই দ্বিধা কৰি ক'লে "মামনক মই সুধিব লাগিব।" কিন্তু ইতিমধ্যে চেচিলিৰ চকুজুৰিত সম্মতি হোৱাৰ আভাস তেওঁ দেখিলেই।

আৰু সেই কাৰণে ফ্রেঙ্কফোর্টত এইটো জনাজাত হৈ পৰিল যে চেচিলিক পিয়ানোৰ পাঠ শিকোৱাৰ ভাও ধৰি বার্লিনৰ এজন গুৱনী আৰু ধনী ডেকা সঘনাই জিনৰেনাড ভৱনলৈ অহা-যোৱা কৰিবলৈ লৈছে। ফাকটিৰ এইকণে কাকো আতুৰা নাভাবিলে। বিবাহযোগ্যা জীয়েক

থকা হতাশ হোৱা মাতৃসকলে নিজৰ ভিতৰতে মন্তব্য কৰিলে যে কিছুমান ছোৱালীয়ে পতি ধৰিবলৈ একোলৈকে কেৰেপ নকৰে।

ইতিমধ্যেই ফেলিস্কৰ লগত তেওঁৰ ছাত্ৰীৰ একৰকম সম্বন্ধ স্থাপন হৈছিল। ঠিক তৎপৰতাৰে ফেলিস্ক আহি দুটাবজাত উপস্থিত হয়হি আৰু গৃহিণীৰ ওচৰলৈ আগবঢ়াই নিয়ে কেথেৰিনে। বতৰৰ বিষয়ে, গৰম-ঠাণ্ডা আৰু চেচিলিৰ উন্নতি হোৱা লৈ কথাবতৰা পতাৰ পাছতে চেচিলিৰ মাকে কিবা এটা কামৰ অজুহাত দেখুৱায় তাৰ পৰা আতৰি যায়গৈ। আৰু কেতিয়াবা তেওঁ সঁচাকৈয়ে বাহিৰলৈ যায়গৈ। এটা ঘোঁৰাই টনা বন্ধন এখন বাগী কেৰ্ কেৰ্ শব্দ কৰি ঘৰটোৰ পৰা আতৰি যোৱা ফেলিস্কে শুনিছিল। অধিক সময় মানুহ-গৰাকীয়ে নিজৰ খোটালীটোলৈ উভতি আহি উন্ গুঠে নহ'লে অসংখ্য খবৰেৰে চিঠিকে লেখিছিল। তেতিয়াৰ দিনৰ এইটো আছিল এটা ঢং। বৈঠক খোটালীত আৰম্ভ হয় পিয়ানোৰ পাঠ। পিয়ানোতো যেতিয়াই বন্ধ হয় তেতিয়াই তাত ওলায়গৈ কেথেৰিণ।

চেচিলয়ে বুজাই কয় "আপুনি বুজিছে, তাই আমাৰ লগত মোৰ জন্মৰ পৰাই আছে আৰু মোৰ ওপৰত সজাগ দৃষ্টি ৰখা কামটো হয়তো তাই অনুভব কৰিছে।"

"মোৰ এটা পুৰণি লগুৱা আছে। সিও অলপ তেনেকুৱা ধৰণৰে।"

"পিয়ানো শিকোৱাটো বিশেষকৈ সন্দেহ কৰে। কাৰণ দুবছৰ আগতে সুন্দৰ ভাবে ডাঙৰ দীঘল কৰা এগৰাকী গাভৰু, মোৰ বন্ধুও—পলায় গলগৈ তেওঁৰ পিয়ানোৰ শিক্ষকজনৰ লগত।"

কেইদিনমান পাছত চেচিলিয়ে সুধিলে "আপুনি যে মোক পিয়ানো শিকাইছে—দেউতাকৰ কাম কৰাৰ সলনি, এইটো আপোনাৰ দেউতাকে জানে জানো?"

"ডাঙৰীয়া ৰথচাইল্ডে তেখেতলৈ বাহুল্য ভাবে লিখি জনাইছে যে মই কিছুদিনৰ কাৰণে ফ্ৰেঙ্কফোৰ্টত থাকিব লাগিব। কিন্তু তেখেতে নিলিখিলেও এতিয়া মই ঘৰলৈ যাব নোৱাৰেঁা।"

চেচিলিয়ে ঘূৰি চাই তেওঁক সুধিলে—"কিয় ?"

"কাৰণ মই তোমাৰ পৰা আতৰি থকাৰ চিন্তা কৰা কথাটোও সহিব নোৱাৰো ” পুখুৰীৰ পানীত শিলগুটি পৰাৰ দৰে এই কথাষাৰ নীৰৱ খোটালীটোত বিয়পি পৰিল।

তেওঁ শান্ত হৈ আছিল। তেওঁৰ চকুজুৰি তেতিয়া উজ্জ্বলহৈ থকা নাছিল। মনে মনে ক'লে—তুমি মোৰ পৰা আতৰি গুচি যোৱাটো মই কেতিয়াও নিবিচাৰোঁ।

হঠাতে দুয়ো আলিঙ্গনত আবদ্ধ হ'ল।

ফুচফুচায় ফেলিস্কে সুধিলে "তেনেহলে তুমি মোক ভাল পোৱা নহয়নে ?"

"প্ৰথমতে মই ভাল পোৱা নাছিলো। মই ভাবিছিলো সৰু চহৰৰ নিৰ্ব্বোধ সৰু ছোৱালী এজনীৰে সৈতে আপুনি ধেমালি কৰিছে বুলিহে। আৰু যেতিয়া ঘণ্টাৰ পাছত ঘণ্টাকৈ আপুনি সেই বেঞ্চখনত বহি থকা দেখিলো—তেতিয়া মই আপোনাক ভাল পাবলৈ ধৰিলো। তাৰ পাছত বৰযুণ দিবলৈ ধৰোতেও যিদিনা আপুনি গুচি যোৱা নাছিল সেইদিনাই মই আপোনাৰ প্ৰেমত পাৰিলো"—ওঁঠত ওঁঠ থৈ ইটিয়ে সিটিৰ চকুলৈ চাই দুয়ো কথা পাতিলে।

"এইয়া চোন প্ৰায় তিনি সপ্তাহৰ আগেতেই হৈছিল। তুমিনো ইমান দিন কিয় একোকে কোৱা নাছিলা ?"

"মই দৃঢ়-নিশ্চিত হ'বলৈ বিচাৰিছিলো।"

"আৰু এতিয়া একা ?"

"এতিয়া মই নিশ্চিত। মোৰ জীৱনৰ শেহলৈকে মই ভাল পাম ফেলিস্ক—তোমাক।"

## ৪

লিখি থকা গানৰ কাগজবোৰ ঠেলামাৰি থৈ মুৰটোৰ পাছফালে হাত দুখন গাঁঠি যেনকৈ ৰাখি দোৱাতৰ বত্তলটোত কলমটো ভৰায় থৈ ফেলিক্স চকীখনত আঁউজি বহিল। এইটো তেওঁৰ পৰিচিত ভঙ্গী। চিন্তাই যেতিয়া তেওঁক খুন্দিয়াই তেতিয়া তেওঁ এনে কৰে। বিয়া হৈ যাবৰ তিনিমাহ হল যদিও তেওঁ মাত্ৰ এতিয়াহে বাস্তবিকে অনুভব কৰিছে বিবাহিত বুলি।

আন বহুত বিষয়ৰ দৰে বিবাহো মনৰ এটা অৱস্থা হে। বিয়াৰ পাছৰ প্ৰথম সপ্তাহটোত তেওঁ বিবাহিত বুলি অনুভবেই নকৰিলে। ফ্ৰেঙ্কফোৰ্টৰ ফৰাচী উপাসনা গৃহত বিবাহ অনুষ্ঠানত তেওঁ চেচিলিলৈ চাওঁতে মাত্ৰ তেওঁহে চেচিলিক সম্পূৰ্ণ অপৰিচিতা যেন পাইছিল। দাছেলড্ৰফৰ সেই প্ৰথম কেইমাহো আন কি তেওঁৰ বিবাহিত যেন লগা নাছিল। এতিয়া অকস্মাতে তেওঁৰ এইটো বোধগম্য হ'ল।

এইটো জটিল আৰু আভুৱা ভৰা যদিও অতি সঁচা আছিল। দৃষ্টান্ত-স্বৰূপে দেওবাৰৰ বিয়লিৰ নিৰ্জ্জনতা কণ তেওঁ ভাল পাইছিল। সেইটো মাত্ৰ ভাৰা ঘৰহে আছিল আৰু ঠাইখনো বৰ সাধাৰণ আছিল। তথাপিও ৰাইন নদীৰ মনোৰম দৃশ্যাৱলী ইয়াত আছিল। বহুত দ্বিধাৰ পাছত চেচিলিয়ে এইটো বাচি ল'লে। কাৰণ এইটো বৰ সাধাৰণো নাছিল, নাইবা বৰ বিৰাটো নাছিল। ঠিক দাছেলড্ৰফ অৰ্কেষ্ট্ৰাৰ ডেকা ডিৰেক্টৰৰ কাৰণে উপযোগী বাস ভৱন আছিল। প্ৰথমে অৱশ্যে যিটো ঘৰ তেওঁবিলাকক দেখুৱাইছিল—তেওঁ সেইটোকে ল'ব খুজিছিল। এই ঘৰটো আছিল এজন মেয়ৰৰ আৰু কাৰু-কাৰ্য্য-খচিত সুবিশাল ভৱন। আৰু অৱশ্যে লোৱা হ'লে এইটো ঘৰ ভুল হলহেতেন, মহতালি কৰা যেন লাগিলহেতেন···তেওঁৰ অধ্যয়ন খোটালীটোৰ একোণত সজাই থোৱা পিয়ানোটো, মেণ্টেল-পীচত থকা দেউতাকৰ ছবি, আৰু চেচিলিয়ে বাচি আনি নিজে চিলাই কৰি আঁৰি দিয়া ফুলাম পৰ্দ্দাবোৰৰ সৈতে এইটো ভাল লাগিল। ক'ৰবাত কেথেৰিন আৰু গুস্তভে সস্তৰ ৰান্ধনীঘৰত নহলে ভড়াল ঘৰত নিজ নিজ

গৰাকীৰ সামাজিক আৰু আৰ্থিক বিষয়ত অপৰিসীম শ্ৰেষ্ঠত্বলৈ কুকুৰ-মেকুৰীৰ দৰে কাজিয়া কৰাটো শুনিবলৈ বেচ লাগিছিল। কিন্তু সকলোতকৈ তেওঁৰ ভাল লাগিছিল ওপৰ মহলাৰ শোৱনী কোঠাত মেহগনি কাঠৰ মেজখনৰ ওপৰত কুজাহৈ লৈ চেনেহৰ মামনলৈ অসীম দীঘল চিঠি চেচিলিয়ে লিখাৰ কথা জানিব পাৰি। চেচিলি তেওঁৰ নিচেই ওচৰতে আছে, তেওঁ চেচিলিক মতিলে নিমিষতে তেওঁ উত্তৰ শুনিবলৈ পাব এই ভাবত তেওঁৰ আনন্দ লাগিল। জুতিলগাকৈ ৰন্ধা, নিয়াৰিকৈ যতনাই যোৱা আহাৰ চেচিলিৰ লগতে অকলে নিশা খাবলৈ পোৱাৰ সম্ভাবনাত মনটো তৃপ্তহৈ আছিল; আৰু মমৰ পোহৰ পৰি থকা মেজখনৰ সিফাললৈ দুয়ো দুয়োলৈকে চাই কথা পাতিব। তেওঁ এগৰাকী ভদ্ৰমহিলা যেনকৈ সু-সজ্জিত আৰু সুন্দৰ হ'ব আৰু চেচিলি তেওঁৰেই পত্নী এই ভাবত তেওঁৰ গৌৰৱ হ'ব।

বিবাহিত বুলি অনুভৱ হৈছিল এই কাৰণেই। যি বিলাকৰ অস্তিত্ব সম্বন্ধে আনকি তুমি জনাও নাছিলা সেই অসংখ্য সৰু সৰু বিষয়লৈ তুমি বেচ স্ফূৰ্ত্তি কৰিছা বুলি আবিষ্কাৰ কৰিলা। এইয়া আছিল এক নীৰৱ আনন্দ। ই-তোমাৰ লগত গোটেই দিনটো আছিল, তোমাৰ সমগ্ৰ জীৱনত ই পৰিব্যাপ্ত হৈ থাকিব। ই আনিছিল এক উপলব্ধি—সুপ্ৰতিষ্ঠিত নিৰাপত্তাৰ। ই দিছিল এক নিশ্চয়তা যে তুমি ঘাট পালাহি, সমিধান বিচাৰি পালা, একমাত্ৰ সমিধান জীৱন-ধাৰণ সমস্যাৰ।

ই তোমাৰ চিন্তাধাৰাৰ পৰিবৰ্ত্তন আনিলে। আগতে তুমি যিবোৰ কাম কৰিছিলা—এতিয়া হঠাতে অনুভৱ হ'ল তোমাৰ বেখাপ আৰু অদ্ভুত বুলি। এইবোৰ কাম যেন তুমি নিজে কৰা নাছিলা। তোমাৰ কোনোবা অজলা ভাইটিয়েহে এইবোৰ কৰিছিল আৰু তুমি যেন এইবোৰ সমৰ্থন কৰা নাছিলা। উদাহৰণ স্বৰূপে এইটো বিশ্বাস কৰিবলৈকে টান লাগে যে পণীৰৰ দোকান-খনলৈ তেওঁ চেচিলিক অনুসৰণ কৰি গৈছিল, ঘণ্টাকৈ ঘণ্টা জুৰি বহি আছিল ৰাজহুৱা ( আৰু বৰ কঠিন ) বেঞ্চখনত, বহি দৃষ্টি দিছিল খিড়িকালৈ, স্বপ্ন দেখিছিল উজ্বল অসংলগ্ন স্বপ্ন। কিয় এটা শিশুৰো চোন তাতকৈ ভাল চেতনা থাকিব পাৰে।

কিন্তু তেতিয়া প্ৰেমত পৰাতো আছিল আকস্মিক এক মানসিক বিকাৰ। তুমি হৈ পৰিছিলা নিৰিহ দায়িত্বহীন, আকাশৰ তৰা চোৱা খিড়িকীৰে জুমি চোৱা মুৰ্খ।

অতীতলৈ উভতি চালে দেখা যাব ফ্ৰেঙ্কফোৰ্টৰ গোটেই কাহিনী আছিল এক অসত্যৰ জিলিঙনি, অপেৰাৰ এক গোন্ধ। চিনেটৰ চণ্ড-চহেৰ ভবনৰ বল নাচত—"জিনৰেনাড, তুমি বঢ়িয়া নাচিছা।" 'ধন্যবাদ ডাঙৰীয়া মেণ্ডেলচন,—"জিন্‌ৰেনাড হৰ্তৰ ঘৰলৈ পোন প্ৰথমে জঠৰ হৈ বৈঠক ঘৰলৈ সোমায় যোৱা, সেই ভাও ধৰি শিকোৱা পিয়ানো, প্ৰত্যেক বাৰ পিয়ানো বন্ধ হওঁতে আহিপৰা কেথেৰিন, সাৱধানে কৰা ৰহস্যালাপ, এক গ্ৰাম্য ৰীতিৰে প্ৰণয়-যাচ্ঞা—আৰু বাৰ্লিনলৈ উভতি অহাৰ পাছত নীনাৰ সন্মুখীন হব লগা হোৱা সেই কঠিন মুহুৰ্ত্তটো। সৌভাগ্য বশত তেওঁৰ ভাগ্য ভাল আছিল। কিবা এটা ভুল হৈছে বুলি তেওঁ ততালিকে বুজিছিল। স্বাভাবিকতে ইমান প্ৰফুল্লিত আৰু চিন্তাহীন হৈ থকা নীনাজনী হৈ পৰিছিল অশান্ত, আনফালে চকুজুৰি ৰাখি তাই কথা কৈছিল। আৰু তাই হঠাতে তেওঁৰ বাহুৰ মাজত সোমায় উচুপি উচুপি থোকা থোকিকৈ কৈছিল "ফেলিস্ক, মই তোমাক বিয়া কৰাৰ নোৱাৰিম। মই আন কোনো এজনক ভাল পাই পেলাইছোঁ" আৰু তেওঁ—পাকৈত ভণ্ড ডেকাজনে বুকুখন বিদীৰ্ণ হৈ যোৱা যেন দেখুৱাবলৈ চেষ্টা কৰি তাইৰ সকলো কথা ভাঙি কবলৈ কৈছিল। আৰু বেচেৰী নীনাই দাতেৰে ৰুমালখন চোবাই সচাঁ চকুপানী পেলায় বৰ্ণনা কৰি গ'ল তাই কেনেকৈ লগ পালে 'আৰ্থাৰ ৰেইমেন নামৰ এজন ডেকা আৰকিটেকটক, আৰু তেওঁ লগ পাই তাই নিজৰ মনটো হেৰুৱাই পেলোৱাৰ কথা।

"ফেলিস্ক কেতিয়াবা তুমি মোক ক্ষমা কৰিবানে?" "অৱশ্যে তেওঁ কৰিব, তাই সুখী হোৱাটো তেওঁ জানো নিবিচাৰে? আৰু অৱশ্যে তেওঁ প্ৰয়োজনৰ অধিক ভাবে নিৰাশা হোৱা প্ৰেমীকৰ অভিনয়টো সুন্দৰকৈ কৰিলে। তেওঁৰ উদাৰতা আৰু উদাসীনতা দেখি তাই বিৰক্ত হ'বলৈ আৰম্ভ কৰিলে, আৰু দুইমিনিটৰ ভিতৰত তাই তেওঁৰ ঢং আঙৰাই গোপন কথা উলিয়াইছিল। আৰু সোনকালেই ইটিয়ে সিটিক

কান্ধত মূৰথৈ দুজন মূৰ্খ প্ৰেমিক-প্ৰেমিকাৰ দৰে হাঁহিবলৈ আৰু কান্দিবলৈ ধৰিলে।

দেউতা সুন্দৰ ভাবে আছিল। অৱশ্যে তেওঁ বেজাৰ মূৱা হৈছিল। কিন্তু তেওঁ এই গোটেই বিষয়টোৰ প্ৰতি বুজন আৰু অতিশয় বিজ্ঞ আছিল। ধৰ্ম ভিন্ন হোৱাৰ কাৰণে হবলগা অসুবিধাবোৰৰ বিষয়ে তেওঁ ততালিকে উপলব্ধি কৰিছিল, "জেকব ই কিছু সময় ল'ব। তুমি নিশ্চয় ধৈৰ্য্য ধৰিব লাগিব। তোমাক মাৰা আৰু আইতাৰৰ আগত খবৰটো-দিবৰ সময়ত তুমি চতুৰ হ'ব লাগিব, আৰু কিদৰে এইটো কৰিব লাগিব তাক জানিব লাগিব।" তেওঁ যে মাত্ৰ অশিক্ষিত ধন ঘটা বেঙ্কৰ মালিক নহয় এইটো দেখুৱাবলৈকে তেওঁ কেতিয়াবা ফৰাচী আৰু ইটালী ভাষাৰে কথা কৈ ভাল পাইছিল। "মোকেই এই কামটো কৰিবলৈ দিয়া ভাল হ'ব।" স্বাভাবিকতে কথা তেওঁ ঠিকেই কৈছিল। আনকি তেওঁৰ চাতুৰ্য্য আৰু কৰজনা গুণ থকা স্বত্বেও ইয়াত প্ৰয়োজন হৈছিল সময় আৰু ধৈৰ্য্যৰ। মা প্ৰথমে কঠোৰ হৈ আছিল। তেওঁৰ আপত্তিবিলাক যেনেকৈ সামাজিক আছিল তেনেকৈ ধৰ্ম্মও আছিল। "মোৰ লৰাই এজন যাজকৰ ছোৱালী বিয়া কৰাৰ……।" তেওঁৰ মুখত "যাজকৰ ছোৱালী" শব্দটো সমাজৰ আটাইতকৈ তলখাপৰ কৰবাত গীৰ্জ্জাঘৰৰ ঘণ্টা বজোৱা কৰ্ম্মচাৰী আৰু কবৰ খানোতা-ৰ মাজৰ যেন শুনিছিল। কিন্তু দেউতা সাজুহৈ আছিল। তেওঁ জিন্‌ৰেনাড আৰু চওচহে সকলৰ বিষয়ে এখন কিতাপ ভৰাই তুলিব পৰাকৈ সংগ্ৰহ কৰিছিল সকলোখিনি খবৰ। ধৈৰ্য্য সহকাৰে তেওঁ বুজালে জিন্‌ৰেনাড দুখীয়া হলেও এজন মানীলোক আছিল আৰু তেওঁৰ পত্নী চেচিলিৰ ফ্ৰাঙ্কৰ সম্ভ্ৰান্ত বংশৰ জীয়াৰী আৰু ফ্ৰেঙ্কফোৰ্টৰ উত্তৰাধিকাৰী সকলৰ এগৰাকী।

তেওঁ কৈছিল "চাওচহে সকলক আমাতকৈ ধনী বুলি কলেও মই আচৰিত নহঁও। অৱশ্যে এইটো সচাঁ নাছিল। কিন্তু কিছু কাম হল। ধনে সকলোকে মুগ্ধ কৰে, আনকি ধনী সকলকো।

অৱশেহত পৰিয়ালটোৰ পৰা অনিচ্ছা পূৰ্ণ মত পোৱাৰ পাছত তেওঁ ফ্ৰেঙ্কফোৰ্টলৈ যাত্ৰা কৰিলে—তেওঁবিলাকৰ প্ৰথানুযায়ী। সেইয়া

হৈছে এই ভ্ৰমণত তেওঁৰ লগত থাকিব এজন চিকিৎসক, দুজন কেৰেণী এগাড়ী ভৰ্ত্তি ৰান্ধনী, পাঁচনী, লগুৱা আৰু এক ট্ৰাঙ্ক ভৰ্ত্তি উপহাৰ। যথাৰীতিৰে লৌকিকতাৰ মাজেৰে পৰিচয় হৈছিল চিনেটৰ চওচহেৰ লগত। চওচহে গোষ্ঠিৰ মুখীয়াল জন ফেলিস্কৰ দেউতাকৰ দৰেই আছিল এজন বেঙ্কৰ মালিক। প্ৰথম পৰিচয়তে দুয়ো দুয়োকে ভাল পোৱাত কামটো সহজহে পৰিল। চেচিলিৰ মাক আৰু তেওঁৰ লগত ফেলিস্কৰ দেউতাকক পৰিচয় কৰি দিয়াৰ পাছত তেওঁ কৰা প্ৰশংসা আৰু সুন্দৰ ভাবে ফৰাচী ভাষাৰে কথাকৈ মাক-জীয়েক দুয়োকে মোহিত কৰোঁতে ফেলিস্কৰ দেউতাকে চেচিলিক ভালদৰে মন কৰি এটা সিদ্ধান্তত উপনীত হৈছিলগৈ। মহিলা সকলে বিশেষকৈ যাজকৰ পৰিবাৰে অনুৰূপ তাকেই কৰিলে। এই সাক্ষাৎ দুয়ো পক্ষৰে প্ৰিয় হৈছিল। ইয়াৰ পাছত দুয়োজন বেঙ্কৰ মালিকে যৌতুক সম্বন্ধে, ভৱিষ্যত উত্তৰাধিকাৰী আৰু বিবাহৰ বিভিন্ন চুক্তিৰ বিষয়ে কথা-বতৰা পাতিবলৈ ধৰিলে। দুয়োজন লোক বিজ্ঞ, সুন্দৰ, আৰু ঐশ্বৰ্য্যশালী হোৱাত সোনকালেই তেওঁবিলাকে সম্পূৰ্ণ ভাবে স্থিৰ কৰিব পাৰিলে। আনুষ্ঠানিক ভাবে প্ৰচুৰ ভোজ-ভাত আৰু উপহাৰৰ আনন্দৰ মাজত কুমাৰী চেচিলি চোফেই চাৰ্লটি জিনৰেনাডৰ বাবে প্ৰস্তাব কৰা হ'ল।

দাছেলড্ৰফপে অপ্ৰত্যাশিত ভাবে দেউতা তেওঁৰ ভাবী বোৱাৰীৰ বিষয়ে আনন্দদায়ক সুখবৰ লৈ আওপকীয়া বাটেদি উভতি আহিছিল।

তিনি সপ্তাহৰ পাছত বোকাৰ চিটিকনি লগা দুখন বাগীত জিনৰে-নাডৰ আইদেউহঁত লগত অপৰিহাৰ্য্য কেথেৰিন আৰু দাস-দাসীৰ এটা সৰুদলৰ সৈতে চিনেটৰ চওচহে আহি উপস্থিত হৈছিল হি ৩, লিপ্‌জিগাৰ ট্ৰেছিতা আৰু তেতিয়াই এই আচৰিত ঘটনাটো ঘটিছিল। প্ৰত্যেকৰে প্ৰত্যেকলৈ চোন মৰম লাগি গ'ল। আইয়ে ততালিকে চেচিলিৰ মামনক সাদৰে গ্ৰহণ কৰিলে। দুদিনৰ পাছত তেওঁবিলাকে ইগৰাকীয়ে আন-গৰাকীৰ নাম কাঢ়ি মাতিবলৈ ল'লে। একে লগে বহি উল গুঠি থাকোঁতে নিজৰ লৰাছোৱালীৰ বিষয়ে কথা কতবা হ'বলৈ ধৰিলে। চেচিলিৰ হাঁহিয়ে জয় কৰিলে ফেনী আৰু বেবেকাক। ক্ৰমান্বয়ে দুবাৰকৈ ডবা খেলত

দেউতাক হেকৱাই চিনেটৰ চওচহে সাংঘাটিক বুলি প্ৰমাণ হ'ল। বেচ অসন্তুষ্ট আৰু অস্পষ্ট ভোৰ ভোৰনিৰ সৃষ্টি হৈছিল যদিও ইতিমধ্যে স্থাপিত হ'ল দৃঢ় বন্ধুত্ব। আনকি প্ৰথমে পাউডাৰ সনাচুলি আৰু হীৰাৰ গহনাবোৰেৰে আইতা চেলোমনক যদিও ভাল লগা নাছিল কিন্তু শেহত গৈ তেৱেঁ। জিনৰেনাড, চওচহে আৰু মেণ্ডেলচন সকলৰ পৰিকল্পিত ভাবে হোৱা মিঠা কথা বতৰাত বশ মানিলেগৈ। অকস্মাতে তেওঁৰ শুৱনী চকুজুৰিত চকু লোৰে উপচি পৰিল। তেওঁৰ কঠোৰ মুখ খন হঠাতে প্ৰচণ্ড আবেগেৰে মোচোকা খালে আৰু বৰ মৰমেৰে চেচিলিক বুকুৰ মাজলৈ চপাই আনি কপালত চুম্বন কৰি চেচিলিৰ সুন্দৰ চুলি কোচাত হাত ফুৰাই দিলে। এইটো বিস্ময়জনক মুহৰ্ত্ত আছিল। যিহৰ বাবে ফেনীয়ে বিজুলী সঞ্চাৰে আহি আইতাকৰ ভৰিত ধৰি ৰোমত থকা দদায়েক জৰ্জ্জক ক্ষমা কৰিবলৈ মিনতি কৰিলে। সকলোকে হতবম্ভ কৰি আইতাকে ক'লে যে খ্ৰীষ্টিয়ান হওকেই বা নহওক তেওঁৰ পুতেক এতিয়াও তেওঁৰেই পুতেক আৰু তেওঁৰ মৃত্যুৰ পূৰ্ব্বে এবাৰ মাকে পুতেকক চুমা খাবলৈ বিচাৰে। এইদৰে আগমনটোৰ এই ভাৱপ্ৰবনতাৰ আবেগ নিৰ্ঝৰৰ উচ্ছৃঙ্খল পূৰ্ণ হুলস্থূলীয়া উৎসৱটোৰ মাজত শেষ হৈছিলহি প্ৰত্যেকৰ কন্দোন, ইজনে সিজনক আলিঙ্গনত আবদ্ধ কৰাৰ মাজত, হিয়াৰ সন্তোষেৰে চুম্বন কৰাৰ মাজত আৰু প্ৰত্যাশিত এক স্বৰ্ণযুগৰ সম্ভাবনাৰ মাজত।

এইটোকে সুন্দৰতম কৰি তুলিলে জুলাই মাহৰ কোনোবা এটি সময়ত দাছেলড্ৰফৰ পৰা অহা এখন চিঠিয়ে। ৰঙা বৰণৰ লাৰে অতিৰঞ্জিত ভাবে মোহৰ লগোৱা চিঠিখন দেখাত চৰকাৰী যেন লাগিছিল। প্ৰেচিডেণ্ট ডক্তৰ ওৱাজেনৰ নামেৰে ফুলামকৈ চহী কৰা আছিল চিঠিখন। এক মামুলি ঘোষণাৰে এইখন আৰম্ভ হৈছিল। দাছেলড্ৰফৰ টাউন কাউন্সিলৰ সম্ভ্ৰান্ত সভ্যসকলে বাৰ্লিনৰ ৩, লিপজিগৰ মাননীয় মেণ্ডেলচনলৈ হিয়া ভৰা ওলগ জনাইছে। ইয়াত এইটো উল্লেখ কৰিছিল যে বৰ্ত্তমান দাছেলড্ৰফৰ অৰ্কেষ্ট্ৰাৰ ডিৰেক্টৰ জনে অনেক বছৰ নিষ্ঠাৰে সৈতে সুন্দৰ কাম কৰাৰ কাৰণে তেওঁক ইস্তফা দিবলৈ দিয়া

হৈছে। সেই উক্ত ইস্তফা অহা অক্টোবৰ মাহৰ প্ৰথম দিনাৰ পৰা বলবৎ হ'ব। টাউন কাউন্সিলৰ সভ্যসকলে মেণ্ডেলচনৰ সঙ্গীতত অসাধাৰণ সমৰ্থতা থকাৰ কথা জানিব পাৰি দাছেলড্ৰফ অৰ্কেষ্ট্ৰাৰ পদটো যাচিছে। একে লগে সকলো স্বত্ব সন্মান, বানচ আৰু বিশেষ ভাবে আৰোপ কৰা অংশ উক্ত পদত সংশ্লিষ্ট কৰা হৈছে—যেনে বছৰি চাৰিশ খেলাৰৰ এটা দৰ্মহা, জলাবৰ কাৰণে তিনি কৰ্ডচ খৰি আৰু এক কৰ্ড মম, সাধাৰণ মদ দুই পিপা, আৰু একপিপা উত্তম ৰাইন সুৰা, চহৰৰ কেপেল মাষ্টৰৰ চৰকাৰী উপাধি আৰু সঙ্গীতৰ ডিৰেক্টৰ।

"কি, নাই জুই, ন'ই চাকি!" এডোখৰ শিল খিড়িকীৰ আইনা ভাঙি সোমায় আহাৰদৰে চেচিলিৰ কথাই তেওঁৰ ধ্যান চেদেলি ভেদেলি কৰি দিলে। "এই এন্ধাৰ খোটালীত তুমি কি কৰিছা বাৰু?"

"ধন বচাইছোঁ।" প্ৰায়েই চেচিলিয়ে তেওঁক অত্যন্ত খৰচী বুলিকৈ থকাৰ বাবে তীব্ৰ ভৎসৰ্না কৰি ক'লে। কথাৰ সুৰত আছিল বহুত দিন দুখত ভোগা বেদনাৰ সুৰ। "তাৰোপৰি মমবোৰত বহুত খৰচ হয়, আৰু কেপেল মাষ্টৰৰ বছৰি মাত্ৰ চাৰিশ খেলাৰ…"

গৃহিনীপনাৰ উদ্বিগ্নতাৰে জিভাৰে শব্দ কৰি তেওঁ ঘণ্টাৰ জৰীডাল টানিব খোজোঁতেই ফেলিক্সে চেচিলিক ক'লে "জৰীডাল এৰি দি তুমি ইয়ালৈ আঁহাচোন—ইয়ালৈ, মোৰ আঠুৰ ওপৰলৈ" চেচিলিক নিজৰ ফালে টানি ক'লে—"এতিয়া তোমাক চাবলৈ দিয়া।"

চেচিলিৰ সুন্দৰ মুখকান্তিত তেওঁ লাহেকৈ চকুফুৰালে। তেওঁ হতাশ হৈ ক'লে "মাত্ৰ কুৰি-বছৰহে বয়স, ইতিমধ্যেই বাৰ্দ্ধক্যৰ আভাস ফুটি উঠিলেই"—নিজকে মুক্ত কৰিবলৈ চেচিলিয়ে ভয়ঙ্কৰভাবে যুঁজ দিব লগা হৈছিল আৰু তেওঁ চেচিলিৰ দুয়োহাতৰ মনিবন্ধত খামুচি ধৰিব লগা হৈছিল। "কিন্তু এতিয়া আমি বিবাহৰ পবিত্ৰ শপথত বান্ধ খালোহঁক," নিৰ্ভীক এটা নিশ্বাসলৈ তেওঁ ক'লে "আৰু মই ইয়াৰ সুন্দৰ ব্যৱহাৰ কৰিম।" প্ৰতিবাদ কৰি অযথা যুঁজি তেওঁ ক'লে "তেওঁৰ কথা শুনা! মই তোমাক সেই বেঞ্চখনত বহি থাকিবলৈকে দিব লাগিছিল। মামনৰ কথা সঁচা—মধু যামীনিৰ শেহলৈকে তুমি বুজিব নোৱাঁৰিবা কেনে মানুহ-

জন তুমি বিয়া কৰাইছা।”

“অনুভব কৰিব পৰা আৰু স্বাভাৱিক গুণ তোমাৰ মামনৰ আছে। এতিয়া তোমাৰ প্ৰভূ আৰু গৰাকী হিচাবে তোমাক আদেশ কৰিছোঁ মোক এটা চুমা দিবৰ বাবে।”

“তুই এইমাত্ৰ যি কথা ক’লা—তাৰ পাছত নে?···কেতিয়াও নহ’ব।”

“তোমাৰ স্বামীক চুম্বন কৰিবলৈ অস্বীকাৰ কৰাৰ কাৰণটো মই বুজিব পাৰোনে? তুমি জানা নে বৈবাহিক বিষয়ত বশ্যতা স্বীকাৰ নকৰিলে মই তোমাক কাৰাগাড়লৈ পঠাব পাৰো?”

চেচিলিয়ে তেওঁৰ মুখৰ ওপৰত মুখ থৈ তেওঁৰ নাকটোৰ আগত আঘাত কৰিলে।

“আইদেউ, তুমি এইটোকে চুমা বুলি কোৱানে? তোমাক তোমাৰ গাঁৱলৈহে ওভোতাই পঠিয়াবৰ মোৰ মন গৈছে।”

ক্ষীপ্ত হৈ তেওঁ কলে “ফ্রেঙ্কফোর্ট গাওঁ নহয়, এইখন সুন্দৰ চহৰ। দাছেলড্রফ বা বাৰ্লিনতকৈ অধিক সুন্দৰ।” তৰ্ক কৰি থাকোঁতে তেওঁ বৰ মৰম লগাজনী হৈ পৰিছিল। চকুজুৰি জ্বলিছিল, নিমজ নাকৰ বিন্ধা বহল হৈ পৰিছিল, তেওঁৰ যৌৱন সুলভ বুকুখন নিজৰ সাজ কাপোৰৰ আবৰণৰ মাজত থকা নীলা চেমিজটোৰ তলত কপিঁছিল। “আৰু তাৰ মানুহবোৰো ভাল।”

“সম্ভৱ, হয়তো চুম্বন কেনেকৈ কৰিব লাগে তেওঁবিলাকে নেজানে।” চেচিলিক তেওঁ নিজৰ কাষলৈ চপাই আনি তেওঁৰ মুখখন আলফুলে তুলি ধৰি নিজৰ ওঁঠখনেৰে চেচিলিৰ ওঠখন হেঁচামাৰি ধৰিলে। তেওঁ অনুভব কৰিলে চেচিলিৰ মুখখন কোমল যেন আৰু সেমেকি যোৱা যেন আৰু চেচিলিৰ দেহবল্লৰী জঠৰ হৈ যোৱা। বহু সময় জুৰি তেঁওক ফেলিস্কে ধৰি থাকিল। তাৰ পাছত তেওঁ চিকিৎসা কেন্দ্ৰত ৰোগীক দিয়া ব্যৱহাৰিক শিক্ষাৰ দৰে ক’লে “এই দৰেই ভাল হ’ব। কিন্তু তোমাৰ দৰকাৰ অধিক অভ্যাসৰ, মই তোমাক প্ৰতিদিনে পাঠ দেখুৱাই দিম।”

এনেকুৱা ধৰণৰ অৰ্থহীন কথাৰ পৰাই হয় সুখ। আনন্দমনেৰে থকা লোকৰ প্ৰত্যেক বিষয়টোৱেই হৈ পৰে সুখৰ।

পুনৰ চেচিলি বিৰক্ত হ'ল। তেওঁ ক্ষিপ্ৰতাৰে ক'লে "তাৰ বাহিৰেও ফ্ৰেঙ্কফোৰ্টতকৈ ইয়াত প্ৰত্যেকটোৱেই অতি ব্যয়বহুল। তুমি জানানে মাত্ৰ এখন চকীত স্প্ৰিং তুলা আদি ভৰাবলৈ সিহঁতে কিমান বিচাৰিলে? চাৰি থেলাৰ!"

ক্ৰমাৎ ফেলিস্ক গৰম হৈ আহিছিল তেওঁ ক'লে "ডকাইতবোৰ।"

"মই কিন্তু সিহঁতৰ লগত তৰ্ক কৰোঁতে বাৰ পেফিনিং কমালে।"

অকৃত্ৰিম চেপা ভৎসনাৰ সুৰে তেওঁ ক'লে "এইটো বাৰু আশ্চৰ্যপূৰ্ণ নহয় নে।"

"কিন্তু তাৰ বাহিৰেও আমি ঠিক দুখীয়া নহয়। মাত্ৰ বাৰ পেফেনিংৰ কাৰণে দোকানীৰ লগত দৰ দাম কৰিবলৈ তুমি লাজ নোপোৱা জানো?"

চেচিলিৰ উত্তৰ আছিল দ্বিধাহীন। "তুমি যদি দৰদাম নকৰা তেন্তে দোকানীয়েও তোমাক সম্ভ্ৰম নকৰিব। মামনেও তাকেই কৈছিল।"

"তোমাৰ মাৰাই ক্ৰমাগত কথা কৈযেই গৈছিলনেকি?"

"এতিয়া তুমি অপ্ৰাসঙ্গিক কথা কৈছা। আৰু আমাৰ বিয়া ঠিক হৈ থাকোঁতে তুমি মোক কৈছিলা যে তেওঁ মোক সুন্দৰ শিক্ষা দিছে বুলি।"

"তেওঁ দিছিল। কিন্তু মোৰ অকণমান চেলেটি, মই দুখীয়া নহয়। তুমি সেইটো জানা। তুমি নিজেও এগৰাকী ধনী মহিলা। ঘটনা ক্ৰমে তুমি সেইটো নেজানা……কিয় এই পেফেনিংলৈ হাঁহি উঠা মিত-ব্যয়ীতা কৰা?"

তেওঁ যেন অশ্লীল মন্তব্যহে কৰিছে এনেধৰণে চেচিলিয়ে তেওঁলৈ চালে।

"কিন্তু ফেলিস্ক, ধন চটিওৱা এটা পাপ যে।"

"কিন্তু পেফেনিং নহয়। আঁহা মোৰ সোণজনী এই বিষয়ত আমি

যুক্তিপৰায়ন হওঁহক।”

চেচিলি তেওঁৰ পৰা কিছু দুহঁকি যোৱা যেন অনুভৱ কৰিলে। “লক্ষ লক্ষ জুৰিয়ে নিৰ্ম্মাণ কৰে বৰনৈ”—তেওঁ ক’লে। তেওঁৰ শৈশৱৰ নীতি-বাক্য, পৰিচিত কথা—ন্যায় পৰায়ণতাৰ নীৰস মামুলি বাক্যসমূহ তেওঁৰ লগে লগে অহৰহ আছিল। তেওঁৰ বাবে এইয়া আছিল ভগবানৰ আদেশ আৰু বিপদৰ মুহূৰ্ত্তত আশ্ৰয়ৰ স্থল। “গৃহিনীয়ে যদি পেফেনিংৰ ওপৰত চকু নাৰাখে তেন্তে তেওঁ থেলাৰৰ ওপৰতো চকু নেৰাখে। তাই এগৰাকী বেয়া গৃহিণী হৈ পৰিব। আৰু সোনকালেই তেওঁৰ ঘৰৰ পৰা ঈশ্বৰে তেওঁৰ আশীৰ্ব্বাদ আতৰাই নিব।”

চেচিলিৰ কথাৰ ভয়ঙ্কৰ গভীৰ সুৰত তেওঁ আহত হৈ ক্ষন্তেক পৰ স্তব্ধহৈ ৰ’ল। তেওঁ সঁচাকৈয়ে বিশ্বাস কৰে যে তুমি যদি পেফেনিংৰ ওপৰত চকু নেৰাখা তেন্তে হৈ পৰিবা অনাচাৰী তিৰোতা।

তেওঁবিলাকৰ মাজত থকা ব্যবধানটোৰ কথা তেওঁ প্ৰথমবাৰৰ বাবে অনুভব কৰিলে। তেওঁৰ বাবে প্ৰয়োজন লাহবিলাহৰ, অধিক স্পষ্টকৈ কোমল সুৰুচিপূৰ্ণতাৰ—সেইটোমাত্ৰ যোগাব পাৰে অৰ্থ ই। ধন উপভোগ কৰিবৰ বাবে, কোনো কৃত্ৰিম আচৰণ বা ভাও প্ৰদৰ্শন নাইবা চন্দুকত পুতি থ’বৰ কাৰণে নহয়। চেচিলিৰ বাবে লাহবিলাহৰ অৰ্থ হল মিতব্যয়হীনতা—আৰু মিতব্যয়হীনতাৰ অৰ্থ হ’ল পাপ। তেওঁ অনুভব কৰিলে তেওঁৰ বাৰ্লিনৰ ঘৰৰ ব্যয়াধিক্য চেচিলিয়ে নিশ্চয় ভাল পোৱা নাই। এদিন তেওঁ কৈছিল “ঈশ্বৰ আট্টালিকাত নেথাকে।” শৈশৱ-কালত তেওঁৰ মনৰ ভিতৰত ৰোপন কৰা বীজ আন এটা পবিত্ৰ বচন। হয়, ঈশ্বৰে অপচয়কাৰীক ঘোপা চকুৰে চায় আনকি পেফেনিং অপচয়-কাৰীকো। তেওঁ বায় বোবা নম্ৰ আৰু মিতব্যয়ীৰ ফালে।...

নিজৰ চিন্তাসমূহ একাষৰীয়াকৈ কাটি কৰি থৈ তেওঁ ক’লে “তুমি এই ঘৰৰ ব্যবহাৰীয় সাজ সৰঞ্জামবোৰ নো কিয় কৰাইছা? অহা বছৰ মই ইয়াত নথাকোঁ বুলি ভাবিছোঁ। গোটেই জীৱনটো মই গাঁৱলীয়া অৰ্কেষ্ট্ৰাৰ পৰিচালক হৈ থাকিম বুলি তুমি ছাগৈ নিশ্চয় নেভাবা। ভাবা জানো। মোৰ পুৰণি সঙ্গীতৰ শিক্ষক ঝেলটাৰে মোলৈ লিখিছে যে

তেওঁ মোৰ কাৰণে ছিঙ্গাকেডেমীৰ বোর্ডৰ ট্রাষ্টী সকলক মোৰ বিষয়ে ধৰিছে। অহাবছৰ তেওঁ যেতিয়া ইস্তফা দিব তেতিয়া মই তেওঁৰ ঠাই পাব পাৰোঁ। আৰু তাৰ পাছত বার্লিনৰ ফিলহাৰমনিকৰ বাহিৰে একো নেথাকিব। বার্লিন অর্কেষ্ট্রাৰ পৰিচালকৰ পত্নী হ'বলৈ বাৰু তোমাৰ কেনে লাগিব ?"

তেওঁৰ উত্তেজনাত চেচিলিয়ে সহাঁৰি নিদিলে। "মই বেচি ভাল পাম আমাৰ নিজাকৈ এখন ঘৰ হ'লে আৰু নিৰল এখন সৰু চহৰত সুখেৰে থাকিবলৈ পালে।"

"কিন্তু চেলেটি, তুমি ঠিক তেনেদৰেই এখন ডাঙৰ চহৰতো সুখী হ'ব পাৰিবা !" তেওঁ আচৰিত হৈ কলে "তুমি বুজা নাইনে সোণ, যদিহে মই গোটেই জীৱন এনেকুৱা এখন গাঁৱলীয়া ঠাইত পাৰ কৰিব লগা হয় তেন্তে মই মৰি যাম !" আলোচনা ক্রমাৎ গভীৰ আৰু তীব্র হৈ আহিছে বুলি বুজিব পাৰি যত্নেৰে তেওঁ খন্তেক আগৰ ৰং ধেমালিৰ সুৰটো আনি ক'লে "মোৰ চেনেহৰ আইদেউ মেণ্ডেলচন—তুমি এইটো নেজানিব পাৰা কিন্তু তুমি বিয়া কৰালা এজন প্রথম শ্রেণীৰ লোকক আৰু এখন প্রথম শ্রেণীৰ চহৰৰ এজন প্রথম শ্রেণীৰ লোকক, প্রথম শ্রেণীৰ পদৰীৰ···এতিয়া অলপ আমি পোহৰ লওহঁক আহাঁ।"

আহাৰ গতানুগতিক আছিল। সাধাৰণ কিন্তু উত্তম। পৰিহাস কৰি তেওঁ ক'লে "ফ্রেঙ্কফোর্টৰ গৃহিনী সকলৰ বিষয়ে এটা কথা ক'ব পাৰি তেওঁবিলাকে পুৰুষসকলক ভালকৈ খুৱায়।"

এই প্রশংসাই চেচিলিৰ চকুজুৰিলৈ আনিলে আনন্দৰ জিলিঙনি। জ্বলি থকা মমৰ পোহৰৰ সোণোৱালী চিক্‌মিকনিত তেওঁৰ যেন ৰূপ বাঢ়ি গৈছিল ফেলিক্সৰ এনে লাগিল। এইয়া ৰামধেনুৰ দৰে বর্ণ বিশিষ্ট আৰু ফুলৰ দৰে হৈ পৰিছিল। বাস্তৱিকতে তেওঁক চাবলৈকে আনন্দ লাগিল। আকৌ তেওঁক চিন্তাই খুন্দিয়ালে ঈশ্বৰৰ কৃপা হলে চেচিলি অতি সহজেই হ'ব পাৰে এগৰাকী সভা-সুন্দৰী। প্রকৃতিৰ কি ৰহস্যভৰা ধাতুৰিদ্যাই এনেকুৱা নাটকীয় ৰূপলাবণ্য সংযোগ কৰিছে তেনেধৰনৰ আত্মাৰ পবিত্রতাৰ সৈতে। এখন আচৰিত মুখমণ্ডলেৰে সৈতে এগৰাকী নিৰিহ মিত-

ব্যয়ী গৃহিণী…

তেওঁবিলাকে কথাবতৰা পাতিলে নানান বিষয়ে। চিলাই চক্ৰত শুনি অহা উত্তেজনাহীন আৰু অপকাৰহীণ গুৰগুৰীয়া মেলৰ কথা তেওঁ ফেলিস্কক কৈছিল—কাউন্সিলৰ প্ৰথম সভ্যজনৰ পত্নী গৰাকীয়ে তেওঁৰ সাজকাপোৰ চিলোৱা দৰ্জ্জীজনৰ লগত কাজিয়া কৰিলেগৈ; যেতিয়া চহৰৰ কোষাধ্যক্ষৰ পত্নী গৰাকী বহা আসনৰ তলৰ আসনখনত আহি টেক্স কলেক্টৰৰ পত্নী বহিছিলহি, তেওঁ দেখিলে যে তেওঁৰ পেটী-কোটৰ লেচবোৰ ঘপহকৈ ওলায় পৰিছে—কাৰণ দাছেলড্ৰফ আহি পোৱাৰ কেইদিনমানৰ ভিতৰতে চেচিলি ইয়াৰ সামাজিক আৰু দাতব্য অনুষ্ঠানবোৰৰ অংশহৈ পৰিল। তেওঁক যেতিয়া লোকে তেতিয়াও বিদেশী বুলি ভাবিছিল তেতিয়া কিন্তু চহৰৰ মহিলা সকলে আগ্ৰহেৰে চেচিলিক আদৰিলে। চেচিলিৰ প্ৰতিটো বিষয়েই তেওঁবিলাকৰ প্ৰিয় হ'ল আনকি তেওঁৰ ফ্ৰেঙ্কফেৰ্টৰ সামান্য উচ্চাৰণটোও। অৱশ্যে চেচিলিৰ পৰিয়ালৰ পটভূমি চাওচহে সকলৰ বিষয়ে আৰু তেওঁৰ ঐশ্বৰ্য্যৰ বিষয়ে মানুহে গম পাইছিল। এইটো সাৱধানে গোপনে ৰখা হৈছিল, বাকী খিনিয়ে এইটো সমাধান কৰিছিল বুলি কোনেও নজনাকৈ নাছিল।

উদাম আমোদৰে তেওঁ চেচিলিৰ জনপ্ৰিয়তা মানি লৈছিল। তেওঁ সহজে বন্ধুত্ব গঢ়িব পাৰে কাৰণে তেওঁ আনন্দিত হ'ল। অৰ্কেষ্ট্ৰাৰ বাবে যেতিয়া ফেলিস্ক আখৰাৰ অনুশীলনত বহু সময় জুৰি ব্যস্ত হৈ থাকিব তেতিয়া আৰু তেওঁ সঙ্গীহীন উপলব্ধি নকৰিব।

তেওঁ চেপা হাঁহি এটা মাৰি ক'লে "যদি তুমি সতৰ্ক নোহোৱা তেন্তে কেইদিনমানৰ ভিতৰতে তেওঁবিলাকে তোমাক চিলাই কেন্দ্ৰৰ সভানেত্ৰী কৰিব।"

অকৃত্ৰিম আৰু নিৰাভৰন নম্ৰতাৰে তেওঁ ক'লে "মোকনে? হে প্ৰভু নহয়! মই অতিশয় নতুন হৈ আছো। হয়তো কেই বছৰমানৰ ভিতৰত সম্ভৱ হ'ব পাৰে।"

ফেলিস্কে ক'ব খুজিছিল যে কেইবছৰ মানৰ ভিতৰত তেওঁ দাছেল-

ড্ৰুফত নেথাকে বাৰ্লিনত হে থাকিব। আত্ম সম্বৰণ কৰিলে। "তুমিয়েই তেন্তে সকলোতকৈ শুৱনী সভানেত্ৰী হ'বা।" তেওঁ ক'লে।

মেজৰ ওচৰৰ পৰা উঠিবৰ সময়ত তেওঁ ফেলিস্কলৈ নীলা চকুজুৰিৰে ঠেক কৰি চালে ইয়াৰ অৰ্থ হ'ল ধন্যবাদ। নিশা খোৱাৰ পাছত কফি পিবৰ কাৰণে তেওঁবিলাক অধ্যয়ন খোটালীটোৰেদি বৈঠক খোটালীলৈ আহিল। এইটো খোটালীত এই কামটো কৰিবলৈ দুয়ো ভাল পাই। এইটো আছিল বৃহৎ আৰু যথাৰীতিৰে সজোৱা। ইয়াৰ পৰিবেশ ঘৰুৱা আৰু জিৰণিপূৰ্ণ কৰি তুলিবলৈ চেচিলিয়ে কঠোৰ শ্ৰম কৰিছিল। তেওঁৰ শ্ৰম সাৰ্থক হৈছিল। ইয়াৰ নিৰলতা আৰু জুইকুৰাৰ ঠাইৰ পৰা ক্ৰমাগত খৰিবোৰ ফুটি আহি থকা শব্দৰ মাজত তেওঁবিলাকে উপভোগ কৰিছিল এই গধূলিবোৰ। এই নিৰৱতাৰ মাজত এঢোক এঢোক কৈ কফিপি তেওঁবিলাকে অনুভব কৰিছিল এই মুহূৰ্ত্তৰ এই কোমলতা। তেওঁ চকীখনত হেলান দি অলস ভাবে বহিছিল। এইয়া তেওঁৰ মুখৰ, তেওঁৰ স্বপ্নৰ দাম্পত্য জীৱন···এগৰাকী ৰূপহী, প্ৰফুল্লিত, ধীৰ, স্থিৰ পত্নীৰে সৈতে নিশাৰ আহাৰ খোৱা আৰু এতিয়া একুৰা আনন্দদায়ক জুইৰ ওচৰত এই কফি পিয়া···জুইকুৰাৰ ফালে চাই থাকোঁতে তেওঁৰ মন উভতি গৈছিল অতীতলৈ, অলপ দিন আগৰ আশ্চৰ্য্যজনক বিবাহৰ নিশাটোলৈ।

আগষ্টমাহৰ তৰ্জ্জন গৰ্জ্জন কৰি অহা বৰষুণজাকৰ মাজত তেওঁ-বিলাকে পলমকৈ ফ্ৰেঙ্কফোৰ্ট এৰিছিল। কোনোবাজনে তেওঁবিলাকৰ বাবে ঠিক কৰি থোৱা 'মনোৰম আৰু 'নিৰ্জ্জন' আলহী ঘৰটোলৈ আকস্মিক ভাবে হোৱা জোকাৰনি আৰু কেৰকেৰনিৰ মাজেৰে গাঁৱৰ সুৰুকীয়া বাটেৰে চকাৰ দাগৰ ওপৰেদি যেতিয়া গাড়ীখন আগবাঢ়ি গৈছিল তেতিয়া বৰষুণজাকে গাড়ীখনৰ খিড়িকীবোৰত কোবাইছিল। দিনৰ দিনটোৰ পীড়নত ক্লান্ত হৈ চেচিলি টোপনি গৈছিল, তেওঁৰ বুকুখন সাবটি। ফ্ৰান্সৰ ধৰ্ম্মানুষ্ঠান, পুৰুহিতৰ অসংখ্য আনুষ্ঠানিক সম্বোধন ক্লান্তদায়ক হৈছিল—বিয়লিৰ সেই বিৰাট অভ্যৰ্থনাত কিয় বাৰু সকলো ধৰ্ম্মৰ যাজক সকলে কৈছিল তেনেকুৱা গোলমলীয়া আৰু আড়ম্বৰপূৰ্ণ

আত্মন্তৰী কথা ? তেওঁবিলাকে আহাৰ কৰিছিল একুৰা বিশাল জুইৰ সন্মুখত ধোৱাঁময় হৈ থকা চাপৰচিলিং থকা খোটালীত, খিড়িকীৰ পিনে পিঠি দি বহি। মদ আৰু চেম্পেনে এক ৰকম সাদৃশ্য প্ৰফুল্লতা আনিছিল, অনুৰূপ প্ৰণয় উদ্দীপনা। তেওঁবিলাকে হাঁহিছিল। চেম্পেনৰ ৰাগীয়ে চেচিলিক ফিক্ ফিক্ কৈ হুহুৱাঁইছিল। ভাগৰ আৰু প্ৰতীক্ষাত বিহ্বল হৈ তেওঁ ফেলিক্সক চুম্বন কৰিছিল, সোহাগ কৰিছিল। বিয়াৰ নিশা মানুহে প্ৰেম কৰা উচিত নহয়—অন্ততঃ তেওঁবিলাকে যে প্ৰেম কৰিবই লাগিব এইটো তেওঁবিলাকক নিশ্চয় শিকোৱা উচিত নহয়।

মধুযামিনীৰ বাবে তেওঁবিলাক পেৰিচলৈ গৈছিল। 'লুভাৰ, নটেৰ ডেম, কেইফবোৰ আৰু জকমকাই থকা দোকান পোহাৰবোৰ দেখি বিস্ময় মানি তেওঁৰ বাহুত চেচিলিয়ে খামুচি ধৰা উপলব্ধি কৰিবলৈ তেওঁৰ সুখ হৈছিল। তেওঁ চেচিলিক এটা সম্পূৰ্ণ আলমাৰী কিনিবলৈ নেৰা নেপেৰাকৈ ধৰিছিল আৰু এমাহৰ ভিতৰতে চেচিলি হৈ পৰিছিল পেৰিচৰ ৰূপহী ভদ্ৰমহিলা। তাৰ পাছত আৰম্ভ হৈছিল অ'ত ত'ত উৎসৱ আৰু ভোজ-ভাতৰ প্ৰকোপ। মহিলা বন্ধু মেণ্ডেলচনক লগ পাবলৈ প্ৰত্যেকেই বিচাৰিলে। তেওঁৰ সন্মানৰ অৰ্থে ৰথচাইল্ড সকলে, জেমচ আৰু বেটীয়ে দিলে এটা গধূলিৰ ভোজ। তেওঁ বিলাক আহি পোৱাৰে পৰা তেওঁ বিলাকৰ লগে লগে আছিল স্বাভাবিকতে চৰ্পা। পেৰিচৰ দস্তুৰ মতে শিক্ষক হ'বলৈ যোৱাত তেওঁ এতিয়াও তথা লাগিছিল।

"মৰমৰ ফেলিক্স, এবাৰ পাঠ শিকাওঁতে মই কিমান পাওঁ জানানে ? কুৰিক্ৰা" তেওঁ ৰচনাৱলী প্ৰকাশক সকলে কিনিবলৈ আৰম্ভ কৰিছে। চাও চি ডি আন্টিত তেওঁ এটা সুন্দৰ খোটালী ভাড়ালৈ লৈছে। এখন বাগী পাইছে, এটা কাচোৱান পাইছে, স্বাভাবিকতে এটা পোলিচ, সুন্দৰ এটা আলমাৰী আৰু চাবিভজন বগা হাত মোজা। যি-খন আন্তৰ্জাতিক অভিজাত্য জগতত তেওঁ ফুৰা চকা কৰে তাৰ কেন্দ্ৰস্থানত চেচিলিক পৰিচয় কৰি দিবলৈ তেওঁ বিচাৰিছিল বাস্তবিকতে। আৰু সেই কাৰণেই এদিন সক্সিয়া ৰাজকুমাৰী পতস্কাই আয়োজন কৰা সক্সিয়াৰ নৃত্য উৎসৱলৈ তেওঁবিলাক গৈছিল আৰু তাতে আছিল মেৰীয়া।...এটা

আঘাত আঘাতেই, এইটো যন্ত্ৰণাৰনে আনন্দৰ ইয়াৰ পাৰ্থক্য ই সামান্যই কৰে। পলকতে তেওঁ তাইলৈ চাইছিল। শুভ্ৰ মিহি জাল যেনকৈ বোৱা ৰেচমী সাজেৰে তাই আবৃত্ত হৈ আছিল, আৰু তাইক পৰিবেষ্টিত কৰি আছিল এদল ফোপাঁই থকা মানুহে।

তেওঁ বুজিছিল তাই যে তেওঁক দেখিবলৈ পাব। সৌভাগ্যবশতঃ নৃত্য চলি থকাৰ সময়ত চেচিলিক লৈ সোমায় যাবলৈ তেওঁ সক্ষম হৈছিল। দুঘণ্টাৰ পাছত তেওঁ চেচিলিৰ বাবে এগিলাছ চেম্পেন নিবলৈ খোৱা খোটালীলৈ আহোঁতে তেওঁৰ চোলাৰ হাতত অনুভব কৰিছিল এখন হাতৰ পৰশ। সোমায় অহা বাটৰ পৰ্দ্দাৰ আঁৰত গোপনে মেৰীয়াই অপেক্ষা কৰিছিল ফেলিস্কৰ বাবে। তাইৰ শেতা মুখমণ্ডলত চকুজুৰি বৰ ডাঙৰ হৈ পৰিছিল।

"এতিয়া তোমাৰ এজনী ৰূপহী তিৰোতা আছে, আৰু হয়তো তুমি মোক পাহৰি গলা নহয় জানো ?" তাই তেওঁৰ কাণৰ ওচৰত ফুচফুচায় কলে। "কিন্তু মই হ'লে তোমাক এতিয়াও ভাল পাওঁ।" তাৰ পাছত তেওঁ এইটো বুজি নৌ উঠোতেঁই সৰিসৃপ গতিৰে তাইৰ মুখখনৰে তেওঁৰ মুখখন ঢাকি ধৰিলে। এইটো আছিল আকৰ্ষণীয় আৰু ফটিকাৰ ঢোক গিলাযেন লাগিছিল তেওঁৰ।

"প্ৰিয়তম, তুমিনো কি ভাৱিছা ? তোমাৰ কফিচোন চেঁচা হৈ গ'ল।" পুনৰ চেচিলিৰ কণ্ঠস্বৰে তেওঁৰ চিন্তাবোৰ চেদেলি ভেদেলি কৰি দিলে।

"মই ভাবিছো আমি পেৰিচৰ পৰা গৈ চুইজাৰলেণ্ডত থকা সেই সুন্দৰ সময় চোৱাৰ কথা।" এনেকুৱা ধৰণৰ সৰু সৰু মিছা কথাৰে গঢ়ি তোলা হৈছিল তেওঁবিলাকৰ বৈবাহিক জীৱন।

"মনত পেলোৱাচোন গৰখীয়াৰ খেলনাৰ দৰে সৰু সৰু ঘৰবোৰৰ সৈতে সেই সৰু গাওঁখনৰ কথা, কুলি চৰাইৰ মাতেৰে সময় নিৰিখ কৰা ঘড়ীৰ দৰে দেখা আমাৰ সেই আলহীঘৰটোৰ কথা ? আৰু আমি মাছ ধৰিবলৈ যোৱা সেই নদীখনৰ কথা ?"

চেচিলিয়ে চকু পিৰিকিয়াই ক'লে "আৰু তুমি কেতিয়াও যে একো ধৰিবও পৰা নাছিলা।"

"সাধাৰনতে মাছবোৰে মোৰ বৰশীৰ টোপ চোবোৱাতকৈ আৰু টোপ চোৱাওঁতে ধৰা পৰি যোৱাতকৈ সিহঁতে তোমালৈহে চাইছিল।" আবেগ প্ৰবনতাৰেই তেওঁক'লে "ব'লা এই জহ কালি তালৈকে যাওঁগৈ।" "ময়ো ভাল পাম। চুইজাৰলেণ্ডত কিবা অনুপম আছে। ক্ষুদ্ৰপ্ৰতিলিপিৰে এইখন এখন পৃথিবী। আন এখন পৃথিবীত থকা যেন তুমি অনুভব কৰিবা—এখন সুন্দৰ আৰু শান্তিৰ পৃথিবী।" তেওঁ সৰু মেজখনত কাপটো থ'লে। "মই অলপ 'কৌনিয়াক' খাওঁ দেই।" চেচিলিয়ে ফেলিস্কলৈ আচৰিতহৈ চাইছিল যদিও ঘণ্টাৰ জৰীডাল টানিবলৈ উঠিল।

গুস্তভে আহি আদেশ লৈ পুনৰ এখন ৰূপৰ কাঁহীত হৰেক বিধৰ সুৰাৰ বতললৈ সোমায় আহিল।

তেওঁ বাতিৰ দৰে হাতখন কৰি তাত গিলাচটো লৈ গৰম কৰাৰ পাছত তৃপ্তিৰে ঢোক গিলিলে। তাইৰ গোপন উদ্বিগ্নতা দেখি তেওঁ হাঁহি ক'লে "মই বুজিছো তুমি ভাবিছা মই অধঃপাতে যাব খুজিছোঁ বুলি।"

উল গুঠি থাকিয়েই চেচিলিয়ে ক্ষিপ্তহৈ ক'লে "মই মুঠেই ভবা নাই।" তেওঁ দৃঢ়তাৰে ক'লে "কিন্তু তুমি ভাবিছা, তোমাৰ মুখ দেখি মই বুজিছোঁ ইতিমধ্যে তুমি মদাহীৰ পত্নী বুলি ভাবিছাই, আৰু তুমি এই বিষয়ে সাহসী হৈ দেখুৱাব খুজিছা মোৰ কণমানি যাজকৰ ছোৱালী!"

"ফটিকা হৈছে চয়তানৰ অস্ত্ৰ। আৰু যাজকৰ জী হোৱাত কোনো দোষ নাই।" তেওঁ ক'লে।

"একেবাৰে ওলোতা। কিন্তু ই তোমাক তেনেকুৱা ধৰণৰ উন্নত স্তৰৰ নৈতিকতা দিছে যে সম্ভৱ কোনো লোকে এই নিয়মে চলিব পৰা নাই।" তেওঁৰ হাঁহিটো আৰু গভীৰ হ'ল। "তুমি জানানে মই এই অকণমান সুলভ কৌনিয়াক কিয় খাইছোঁ? কাৰণ আজি আমাৰ বিয়া হবৰ তিনিমাহ হ'ল।"

তেওঁ চিঞৰি সুধিলে "তেনেহলে প্ৰিয়, তোমাৰ মনত পৰিছে!

তেওঁ হাতৰ উলৰ গোঠনি খন একাষে আতৰাই থৈ তেওঁৰ ওচৰত

চোকাত বহিলহি। আনন্দতে চেচিলিয়ে প্ৰায় কান্দি পেলালে।

"মই ভাবিছিলো তুমি পাহৰি গৈছা বুলি।"

সেপৰ পৰা গহনাৰ সৰু বাকচটো উলিয়াই আনি ক'লে "গতানুগতিকতাৰ দৰেই তুমি মোৰ প্ৰতি ভুল বিচাৰ কৰিছা। মোৰ মনতেই যে আছে এনে নহয় মই তোমালৈ আনিছো সামান্য এটি গহনাও। আৰু বাস্তবিকে এইটোৰ দাম বৰ বেচি আৰু মই বিচৰা দামত পাবলৈ দৰদাম কৰিব লগা হৈছিল।"

তেওঁৰ হাতৰ পৰা বাকচটো কাঢ়িলৈ তেওঁ ক'লে "এতিয়া তুমি মোক লৈ ৰং কৰিব খুজিছা।" হয়তো ফেলিস্কে তেওঁক লৈ কৌতুক কৰিছে। কিন্তু তেওঁৰ এইটোৱেই নিয়ম। আৰু চেচিলিয়ে কেৰেপ নুকৰে। মধু যামিনীৰ পাছত স্বামীসকল সাধাৰনতে ক্লান্ত হৈ পৰাৰ দৰে ফেলিস্ক তেওঁকলৈ ক্লান্ত হোৱা নাছিল বুলি তেওঁৰ মনত পৰিল।....

হীৰা-খটোৱা আঙঠিটো দেখি তেওঁৰ মুখ মেল খালে "অ ফেলিস্ক, তুমি এইটো কৰা উচিত নহ'ল।"

"এইদৰে ভাবিছানে?......এৰা তুমি ঠিকেই কৈছা বুলি মই—ভাবিছোঁ। এইটো অতি দামী। ওভোতাই দিয়াগৈয়ে ভাল হ'ব মই চিন্তা কৰি চালো।" তেওঁ এইটো আনিবলৈ ভাও ধৰাত চেচিলিয়ে এইটো দৃঢ়ভাবে খামুচি বুকুৰমাজত হেচি ধৰিলে।

"এতিয়া মই বুজিছোঁ তুমি মোক মাত্ৰ অৰ্থৰ কাৰণেই বিয়া কৰালা!" অ, এৰা......"

"মই এইটো ভাল পাইছোঁ, এইটো মই ভাল পাইছোঁ, এইটো মই ভাল পাইছোঁ! পিনটো বডিচৰ ওপৰত দৃঢ়ভাবে খামুচি তেওঁ ক'লে। "আৰু মই তোমাক ভাল পাওঁ"। তেওঁৰ ডিঙতি সাবটি ধৰি চেচিলিয়ে কলে "মই ভাবোঁ তুমি সকলোতকৈ আচৰিত, সকলোতকৈ গুৱনী, সকলোতকৈ—"

তেওঁ ফেলিস্কৰ গালত, কাণত, মুখৰ কোণত চুমিবলৈ ধৰিলে—লোভনীয় সৰু সৰু চুমা যি দেহত তুলিলে আনন্দৰ ঢৌ। কথা কৈ থাকোঁতে তেওঁৰ চুলিখিনি মোহাৰি গম্ভীৰ ভাবে তেওঁক সাবটি ধৰিলে

চেচিলিয়ে এটা খেল খেলিলে যিটো ইন্দ্রিয়গত আৰু নির্দোষ দুয়োটাই আছিল। ধীৰ গতিৰে চেচিলিৰ কেচা যৌৱনৰ পৰশ তেওঁৰ দেহত আলোড়ন তুলিলে, তাৰ পাছত তেওঁৰ দেহত জ্বলালে জুই। এতিয়া চেচিলিৰ গলধনটোত, তেওঁৰ কাণৰ গোলাপী খোলটোত, তেওঁৰ তপত নিমজ ওঠত চুমা খোৱাজন আছিল ফেলিক্স আৰু প্রতিবাদ আৰু আনন্দৰ ক্ষীণ ধ্বনি তুলিছিল চেচিলিয়ে। তেওঁৰ পেশীসমূহ কঠিন হৈ আহিল, তেজগৰম হৈ ধমনীত প্রবাহিত হ'বলৈ ধৰিলে। হঠাতে তেওঁক ফেলিক্সে কোলাত তুলি লৈ তেঁওৰ আপত্তি আৰু হাঁহিৰ মাজত তেঁওক শোৱনী কোঠালৈ আনি টুপ শব্দ কৰি চেচিলক শোৱাপাটিত থৈ ক'লে—

"মানুহৰ মাজত থকা পশুটোক জগাইদিলে কি হয় ই তোমাক শিকাব।"

সেই নিশা দুয়ো সুখী আছিল। এনেদৰে সুখী কেতিয়াও হোৱা নাছিল। মৌন সম্মতিৰে চেচিলিয়ে যিদৰে তেওঁৰ ওচৰত আত্ম সমর্পন কৰিছিল এইদৰে এতিয়ালৈকে তেওঁক ফেলিক্সে পোৱা নাছিল। প্রথমবাৰৰ বাবে চেচিলিৰ যৌন-স্পৃহা তেওঁৰ উপযোগী হ'ল। এবাৰৰ বাবে তেওঁৰ মৰমৰ মাজত কোনো গোপনতা নেথাকিল। তেতিয়াও তেওঁ ফেলিক্সৰ কাণত ফুচফুচাই কৈ থাকিল—মৰমৰ কথা— "মই ভাল পাওঁ তোমাক···ভাল······" অস্ফূট প্রার্থনা সঙ্গীত, কাণত পৰাৰ পূর্ব্বে যিটো বিলীণহৈ গৈছিল। অৱশেহত চেচিলিৰ টোপনি আহিল। মুখখন ফেলিক্সৰ কান্ধত পোত খায় গৈছিল।

নিশাৰ নিৰৱচ্ছিন্নতাৰ মাজত আকৌ তেওঁৰ চিন্তাবোৰে ভ্রমিবলৈ ধৰিলে। এবা, এতিয়াহে তেওঁ অনুভৱ কৰিছে প্রকৃতভে বিবাহিত বুলি। এই ৰূপহী আৰু সম্ভ্রান্ত যাজকৰ জীয়েক গৰাকী, এই মিতব্যয়ী ঘৈণী গৰাকী গভীৰ প্রণয়ৰ বাবে যে সমর্থ অৱশেহত তেওঁ বুজিলে। চিৰকালৰ বাবে চেচিলি সম্পূর্ণ তেওঁৰেই। তেওঁক জীৱনৰ বাকীচোৱা নিজৰ কাষত ফেলিক্সে বিচাৰে। তেওঁ আৰু কোনো অনুতাপ নকৰে—একোকে—আগৰে পৰা তেওঁ বিচাৰিছে চেচিলিক সুখী কৰিবলৈকে,

তেওঁৰ নীলা চকুজুৰিলৈ আনিবলৈ বিচাৰিছিল আনন্দৰ জ্যোতি···তেওঁ ফেলিক্সৰ পত্নী আৰু তেওঁ চেচিলিৰ স্বামী। দেহ আৰু আত্মাৰে তেওঁবিলাক অভিন্ন। এৰা, ইয়াৰ সমস্যা, গতানুগতিক বিশৃঙ্খলা, ইয়াৰ গোপন হতাশাৰে তেওঁবিলাকৰ সম্মুখত আহি জীৱন থিয় হৈছেহি—কিন্তু তেওঁবিলাকৰ ইটিয়েসিটিক ভাল পায় আৰু তেওঁবিলাকৰ প্ৰেমে সহ্য কৰি যাব। সময়ৰ স্বকীয়া বাটেদি তেওঁবিলাকে হাতে হাতে ধৰি তালে-তালে হোৱা বুকুৰ স্পন্দনৰে একে লগে আগ বাঢ়িব······বৰফ চেঁচা বতাহ লৈ শীতকাল আহিল, চেচিল কিছু সাজু আছিল। ইয়াৰ লগত কেনে আচৰণ কৰিব লাগিব—অৰ্থাৎ এইটো য'ৰ পৰা আহিছে ত'ত ৰখাটো—বাহিৰত এইটো তেওঁক শিকোৱা হৈছিল। এতিয়া পৰীক্ষা কৰা হ'ল প্ৰত্যেক খন খিড়িকী, ঘৰ্ঘৰাই থকা প্ৰত্যেকখন ঢাকনি ভালকৈ বন্ধ কৰা হ'ল, এলাস্কু লগা মুখৰ সৰু সৰু লৰা বোৰে পৰিষ্কাৰ কৰিলে প্ৰত্যেকটো চিমনি। নিমখীয়া মাখনৰ বন্ধনৰ চৰ্বিৰ বাল্টিবোৰ থোৱা হ'ল ৰান্ধনীঘৰত। ভড়াল ঘৰত থোৱা হৈছিল আগতেই কৰি থোৱা খাদ্য-সামগ্ৰী। প্ৰতিশ্ৰুতি অনুসৰি টাউন কাউন্সিলে দিয়া খৰিৰ দ'মবোৰ থোৱা হৈছিল মাটিত থকা গুডাম ঘৰত। এতিয়া বৰফ পৰক, বৰফ জমা হওক, বতাহে ইচ্ছা অনুসৰি ওজৰি গুমৰি উঠক—মেগুেলচন সকল আৰামেৰে থাকিব—ৰাইন নদীৰ শোভা দেখি থকা তেওঁবিলাকৰ সৰু ঘৰটোত।

আনকি যেতিয়া তেওঁবিলাক বিপজ্জনক ভাবে বাহিৰলৈ গৈছিল—চেচিলি গৈছিল বজাৰলৈ, নহলে চিলাই চক্ৰলৈ, ফেলিক্স গৈছিল আখৰালৈ—তেতিয়া মেগুেলচনহঁতে জানিছিল কেনেকৈ জাৰক দূৰত ৰাখিব পাৰি। তেওঁ চকু ৰাখিছিল সেই ফালেও। তেওঁৰ কাৰণে ৰাখিছিল সুন্দৰ উলৰ আণ্ডাৰ ওৱেৰ, বুকুঢকা কপাহ ভৰোৱা ওৱেষ্ট কোট. আৰু হাত গৰম কৰি ৰাখিবলৈ উলৰ গধুৰ হাত-মোজা। বৰ ভাল আৰু দুৰ্ভাগ্য বশতঃ অতি ব্যয়বহুল। কিন্তু সমানে শিকাইছিল যে চিকিৎসক সকলতকৈ গৰম কাপোৰ অধিক সুলভ আৰু এনে ধৰনৰ বস্তুত তৰ্কাতৰ্কিও নহৈছিল।

মাত্র যদি ফেলিস্কে আৱশ্যকীয় আৰু অনাবশ্যকীয় বস্তুৰ সাজৰ পাৰ্থক্যটো বুজিলেহেতেন……কিন্তু তেওঁ নুবুজিলে তেওঁৰ কাৰণে ধন খৰছ কৰাৰ বিষয়ে আৰু তেওঁ অৱশ্যে এইটো খৰছ কৰিব পাৰে, কেতিয়াবা অতি তুচ্ছ বস্তুটো……এমাহৰ আগেয়ে তেওঁ ঘৰলৈ আহিছিল এটা টোপোলাৰে সৈতে। বৰদিনৰ পুৱাৰ এটি শিশুৰ উত্তেজনাৰে তেওঁ ক'লে "চোৱা, চেলেটি, মই কি আনিছোঁ। তাই বাৰু-ৰূপহী নহয়নে?……তাইৰ যে বয়স দুহেজাৰ বছৰতকৈও বেচি তুমি জানো বিশ্বাস কৰিবা? চোৱা সৌ স্তন কিটালৈ, তাইৰ নিতম্বৰ ভাঁজটোলৈ।"

এৰা, তাইৰ মূৰটো নাই, আৰু বাহুও এটাহে আছে, কিন্তু এইটো একো কথা নহয়……" তেওঁৰ অনুভবক চেচিলিয়ে আঘাত দিবলৈ সাধৰণতে নিবিচাৰিছিল। বিতৃষ্ণাত চেচিলিয়ে কান্দি দিব পাৰিলে হেতেন। এইটো আছিল সামান্য বস্তু—তেওঁবিলাকৰ যাদুঘৰত থকাৰ নিচিনা—। পুৰণি সৰু মাৰ্ব্বলৰ বিৰক্তিকৰ এজনী নগ্ননাৰীৰ মূৰ্ত্তি। তেওঁ ইমানকৈ উত্তেজিত হোৱাৰ কাৰণটো এইটোৱেই। তাইৰ ফালে নোচোৱাকৈ, তাইক মৰম নকৰাকৈ তেওঁ থাকিব পৰা নাছিল। "মই তাইক মেজৰ ওপৰত থ'ম যাতে মই কাম কৰি থাকোঁত তাইক দেখি থাকিবলৈ পাওঁ।"

'আৰু তুমি জানানে চেলেটি, দোকানীজনে এইক মোৰ ওচৰত বিক্রি কৰিবই খোজা নাছিল, দোকানীজনে কৈছিল যাদুঘৰে বছেৰেকীয়া খৰিদত লবৰ বাবে এইক তেওঁ ৰেলেগ কৈ থৈছে। কিন্তু মই ততালিকে সেইয়া বন্ধ কৰিলো!" বাস্তৱিকতে ফেলিস্কে পালে চাৰিশৰে। চাৰিশ থেলাৰেৰে —তেওঁৰ বছেৰেকৰ দৰ্ম্মাহাটোৰে।

ঈশ্বৰক ধন্যবাদ যে তেওঁ আত্মসংবৰণ কৰিব পাৰিলে। চেচিলিৰ মনত পৰিল এগৰাকী সজ তিৰোতাই প্ৰথমেই পূৰ্ণ কৰে স্বামীৰ ইচ্ছা। মূৰ্ত্তিটো আনি মেজখনৰ ওপৰত থওঁতে তেওঁ আনকি এইটো শুৱনী বুলিও ক'লে। কেইদিনমানৰ পাছত তেওঁ যেতিয়া ভাল মনেৰে আছিল— কাৰণ কেতিয়াবা তেওঁ গভীৰ চিন্তাত থাকে, যেতিয়া সঙ্গীত কিম্বা আন

কোনো কথাত তেওঁৰ মুখটো ধ্যানস্থ হয়। চেচিলিয়ে তেওঁক আদৰ কৰি ক'লে অহা কালিলৈ যেতিয়া চিলাই চক্রৰ মহিলা সকল আহি তেওঁৰ ঘৰত গোটখাবহি আৰু মেজৰ ওপৰত যেতিয়া এই নগ্ন মানুহজনী দেখিব তেতিয়া তেওঁবিলাকে বাৰু কি কব? সেই মূৰ্খ সঙ্কীর্ণমনা গাৱঁলীয়া তিৰোতাবোৰৰ বিষয়ে প্রচণ্ড নিন্দাত তেওঁ ফাটি পৰিছিল আৰু দাছেল-ড্রফৰ পৰা গুচি যাবলৈ পালে কেনে সুখী হ'ব বুলি কৈছিল। তেওঁৰ ইচ্ছামতে চিএ্ঞৰি অসাৰ বক্তৃতা দিবলৈ চেচিলিয়ে দিলে। অৱশেহত তেওঁ শান্তভাবে ক'লে "তাইক তুমি বৰ ভাল পোৱা নাই, পাইছা জানো?" আৰু তেওঁ এই মূৰ্ত্তিটো নি তেওঁ থৈ দিছিলগৈ এক নিভৃত কক্ষত। এইটো পুনৰ আনি তেওঁ আৰু ডেস্কত নথলে। ইয়াৰ পৰাই প্রমাণ হ'ল যে সামনৰ কথা সৰ্চা। তেওঁ কৈছিল যদিও ইয়াত ধৈৰ্য্যৰ প্রয়োজন আৰু লাগে কৌশল, এগৰাকী সজ তিৰোতাই নিজৰ স্বামীক সদায়েই দেখুৱাব পাৰে তেওঁৰ ভুলবোৰ।

সেই জাৰ কালিটো দাছেলড্রফৰ অৰ্কেষ্ট্রাৰ কামত ফেলিস্ক ব্যস্ত হৈ থাকিল। এইয়া বৰ ভাল অৰ্কেষ্ট্রা নাছিল। দাছেলড্রফে উন্নত সঙ্গীতৰ দাবী কৰিছিল। কিন্তু সঙ্গীতৰ বাজেট খন আছিল ক্ষুদ্র। সুৰকাৰ সকলে বাদ্য-যন্ত্রত সম্পূর্ণ সময় ব্যয় কৰিব নোৱাৰিছিল। তেওঁবিলাকে দোকান দিছিল, হোটেলত কাম কৰিছিল। কিছুমান মিউনিচিপালিটিত কাম কৰা মানুহ আছিল আৰু আন সকলে দূৰণিত খেতিত কাম কৰিছিল। বৰষুণহে থাকিলে নিজৰ পানীকোটৰ তলত নাইবা বৰষুণ নহলে কাষলতিৰ তলত ভায়োলিন বা ক্লাৰিওনেট লৈ তেওঁবিলাক আখৰালৈ আহে। কিন্তু তেওঁবিলাক সজ লোক।

ফেলিস্কৰ বাবে তেওঁবিলাকে গৌৰৱ কৰিছিল আৰু তেওঁবিলাকে যথাসাধ্য চেষ্টা কৰিছিল। তেৱেঁা যথাশক্তিৰে যত্ন কৰিছিল। কাৰণ তেওঁ তেওঁবিলাকক ভাল পাইছিল, আৰু কাৰণ তেওঁ জানিছিল যে দাছেলড্রফৰ এই পদটো জখলাত উঠি যাবলৈ প্রথম পদক্ষেপ। ডাঙৰ চহৰবোৰে, বিশেষকৈ বাৰ্লিনে তেওঁলৈ চাই আছে। প্রায়ে তেওঁবিলাকে 'স্কাউট' পঠিয়াইছিল, যি উভতি গৈ জনাই আছিল তেওঁৰ প্রতিভাৰ

কথা। আৰু সেই কাৰণে তেওঁৰ যি আছিল তাৰেই যথেষ্ট যত্ন কৰিলে। আখৰাৰ অনুশীলনৰ সময়ত তেওঁ ধৈৰ্য্যশীল হৈ থাকে। আস্ফালন নকৰিছিল নাইবা খণ্ডত অধীৰ নহৈছিল, নাইবা তীব্ৰব্যঙ্গ পূৰ্ণ মন্তব্যও নকৰিছিল। বাঁহী বাদকক, নাইবা তুবাবাদকক, নাইবা বীণাবাদকক যি ভুলকৈ বজায় তেওঁক কয় কপি যাতে ভুলকৈ কৰা নাই সেইটোকে চাই লব। সেই উদাত্ত সুৰটো আৰু তীব্ৰ হ'ব লাগে—বাঁহীবাদকজন কৃতজ্ঞ হৈ যায়। বিৰতিৰ সময়ত তেওঁলৈ পঠিয়াই দিয়া কফি পি থাকোঁতে ফেলিস্কে তেওঁবিলাকক কৈ যায় বিখ্যাত পণ্ডিত সকলৰ বিষয়ে সৰু সৰু সৰ্চা কাহিনীবোৰ। কেনেকৈ ক্ৰেভিকোৰ্ডত বহি হেন্দেলে অপেৰা পৰিচালনা কৰি থাকোঁতে কোনোবা এজন অনুপস্থিতিত গায়কৰ অংশ গাবলৈ মঞ্চলৈ লৰি গৈছিল; তাৰ পাছত পুনৰ তললৈ উভতি আহি পুনৰ হৈ পৰিছিল পৰিচালক। হেন্দেলে প্ৰেৰণাৰ বাবে কেনেকৈ মাটিত আঠুলৈ প্ৰাৰ্থনা কৰিছিল, দুসপ্তাহৰ ভিতৰত মোৰ্জাটে কেনেকৈ লেখিছিল ডন্ জিওভান্নি আৰু কেনেকৈ ঈশ্বৰৰ প্ৰত্যাখিত পুৰণি লোক কাছানো-ভাই তেওঁক সহায় কৰিছিল অপেৰাৰ বচনেৰে; বন ত হোৱা অৰ্কেষ্ট্ৰাত কেনেকৈ বিথোভেনে বজাইছিল ভায়োলিন···তাৰপাছত পুনৰ ফেলিস্কে সৰু লাঠিডালেৰে আঘাত কৰি আৰম্ভ কৰে আখৰা।

সেই দীঘলীয়া জাৰকালি তেওঁ কিছুকাম কৰিলে। গাৱঁলীয়া জীৱনৰ জটিলতাৰ বিষয়ে তেওঁ শিকিলে। এনেবোৰ ক্ষেত্ৰত তেওঁক অমূল্য সহায় কৰিছিল চেচিলিয়ে। এই কুৰিবছৰ বয়সীয়া গৃহিনী গৰাকীৰ আছিল এক নিৰ্ভুল সামাজিক স্বভাবজাত জ্ঞান। সকচহৰৰ সমাজ জীৱনত বিজড়িত শ্ৰেণী সমূহ এজন লোকক দেখুৱাই নিবলৈ প্ৰয়োজন এজন পথ প্ৰদৰ্শকৰ। মাত্ৰ আঠাইশ হেজাৰ লোক দাছেলড্ৰফত আছে। কিন্তু ইয়াত ভাৰতত কৈয়ো অধিক ক্ষুৰৰ শানৰ দৰে শ্ৰেণীগত পাৰ্থক্য আৰু লণ্ডনতকৈ অধিক পাৰ্থিব কুসংস্কাৰ আছে।

তেওঁ শুনাকৈ ফেলিস্কে বিননি তুলি কয় "কিন্তু চেলেটি, আমি জানো ওৱাৰিংজেন আৰু তেওঁৰ পৰিবাৰক নিশা খাবলৈ নিমন্ত্ৰণ কৰিবই লাগিব? তেওঁবিলাক তেনেকুৱা বিৰক্তিকৰ।"

ওঁঠখন বুজিব নোৱাৰাকৈ দৃঢ়ভাবে চেপি কয় "তেখেত চহৰখনৰ সভাপতি, আৰু তেখেতৰ পৰিবাৰে চিলাই চক্ৰত মোক বৰ চেনেহ কৰে।"

আৰু সেই কাৰণে তেওঁবিলাকে নিমন্ত্ৰণ কৰিব লগা হৈছিল নিশা ভোজলৈ ওৱাৰিংজেনক আৰু হয়তো স্থকুমাৰ কলা একাদেমীৰ ডিৰেক্টৰ শ্বাহাদো আৰু বিচাৰক ইম্মাৰমেনক। মেয়ৰে দাছেলড্ৰফ চহৰখনৰ সমস্যাবোৰৰ বিষয়ে পৰিহাস কৰি কৈছিল। ভন শ্বাহাদো এজন অতিশয় ধৰ্ম্মপৰায়ণ লোক। তেওঁ বুজাই কয় এখন পেইন্টিংত থাকিব লাগে "কেনভাচৰ ওপৰত বাইবেলৰ উপদেশ" আৰু বিচাৰক জনৰ বাহিৰেও এজন পণ্ডিত আৰু কবি ইম্মাৰমেনে খণ্ডেৰে কৈ যায় চফোক্লিচৰ বিষয়ে। উচ্চৰবে হঁহাৰ দৰে শব্দ কৰি তেওঁ কৈ গৈছিল "তেনেকুৱা ধৰণৰ বিখ্যাত লোক আছিল এই চফোক্লিচ!" তেওঁ যেনেকৈ আছিল এজন পুৰুহিত তেনেকৈ এজন সেনাপতিও আছিল, অতি মনমোহা আৰু বোধশক্তিৰে স্থৰাপ্ৰিয় আৰু ইন্দ্ৰিয় পৰায়ণ এজন লোক আছিল। আৰু অলপমান সঙ্গীতজ্ঞৰ দৰেও।

চেলামিচ বিজয়ত যোল্লবছৰ ৰয়সতে তেওঁ পৰিচালনা কৰিছিল এটা সমবেত সঙ্গীত। "ইম্মাৰমেনৰ থিয়েটাৰৰ প্ৰতি আছিল প্ৰবল ৰাপ। তেওঁ ভাঙনি কৰা গ্ৰীক বিয়োগাত্মক নাটক সমূহ মঞ্চস্থ কৰিবলৈ উত্তেজিত হৈছিল। টাউন কাউন্সিলক এখন ক্লাচিকেল থিয়েটাৰৰ স্থষ্টিৰ বাবে গবেষণা মূলক প্ৰবন্ধ আৰু পাণ্ডুলিপিৰে বিৰক্তি কৰি কৈছিল ইয়াৰ পৰা যে দাছেলড্ৰফত আশ্চৰ্য্যজনক ভাবে লাভ হ'ব। নিশাৰ ভোজ বোৰত চেচিলিৰ দক্ষতা আছিল। ওৱাৰিংজেনে নলাৰ আবৰ্জ্জনাৰ কথা কৈ থাকোঁতে চেচিলিয়ে তেওঁৰ কথাত ব্যগ্ৰ ভাবে মনোযোগদি তেওঁক মুগ্ধ কৰি ৰাখিছিল। এটি হাঁহিৰে তেওঁ জয় কৰিলে ভন্ শ্বাহাদোক আৰু এটি প্ৰশংসাৰে ইম্মাৰমেনক। ভীত ভাবে শলাগি "তেওঁ নিজৰ দীঘল নোম থকা চকুৰ পলকেৰে অস্পষ্ট ভাবে কৈছিল "গ্ৰীক আৰু লেটীন পঢ়িবলৈ কেনে ভাল লাগিব।" ফেলিস্কৰ মনত পৰিছিল লিপজিগৰ ট্ৰেছিৰ সেই ব্যয়বহুল নিশাৰ ভোজবোৰৰ

সৌষ্ঠৱ বঢ়োৱা ইউৰুপৰ বুদ্ধিমান আৰু শ্ৰেষ্ঠ শিল্পীসকলৰ উপস্থিতিৰ কথা, আৰু তেওঁ তেতিয়া মিছিকিয়াই হাঁহিছিল। কথা কিন্তু সামান্যই কৈছিল। মনে মনে আকৌ এবাৰ এই সৰু সহৰৰ নিৰ্জ্জীৱ বতাহৰ পৰা পলাই যাবৰ কাৰণে প্ৰতিজ্ঞা কৰিলে। নাই তেওঁ দাছেলড্ৰফৰ নহয়। তেওঁ বন্দী কৰিছিল লণ্ডনক। ইংলেণ্ডেশ্বৰীৰ বাবে তেওঁ বজাইছিল। তেওঁ অভ্যৰ্থিত হৈছিল ৰাজকুঁৱৰী সকলৰ প্ৰসাদত, আন্তৰ্জাতিক বেঙ্কৰ মালিক সকলৰ ভবনত। তেওঁৰ ঠাই বাৰ্লিনত, লণ্ডনত, পেৰিচত, চেণ্টপীটৰ্চ বাৰ্গত আনকি নিউইয়ৰ্কতো সম্ভৱ। তেওঁ আছিল সেই ঠাইৰেই আৰু ঈশ্বৰে তেওঁক ৰাখিলে এইখন ঠাইত। ডাঙৰঠাই আৰু অতিশয় ভণ্ডামিভৰা সৰুঠাইৰ মাজৰ পাৰ্থক্য চেচিলিক বুজাবলৈ তেওঁ চেষ্টা কৰিছিল।

দাছেলড্ৰফৰ সাংস্কৃতিক উচ্চ আকাঙ্ক্ষা দেখি তেওঁ কৌতুক কৰিছিল। ভন্‌শ্বাহাদোৰ পবিত্ৰতা ভৰা বক্তৃতা শুনি আৰু ইম্মাৰমেনে ভুলকৈ কোৱা গ্ৰীক ভাষা শুনি তেওঁ হাঁহিছিল। তেওঁৰ এই চপলতা দেখি চেচিলি বিৰক্ত হ'ল। তাকে দেখি ফেলিস্কে আচৰিত মানিলে।

এদিন চেচিলিয়ে তীব্ৰ আৰু ভৎসৰ্না পূৰ্ণ চাৱনিৰে তেওঁক ক'লে "তেওঁবিলাক ভাল মানুহ। তুমি তেওঁবিলাকক হঁহাটো অনুচিত।" "হয়তো তেওঁবিলাক ভাল মানুহ। কিন্তু তুমি জানো বুজা নাই যে তেওঁবিলাকৰ স্বভাবটো প্ৰথম শ্ৰেণীৰ নহয়? এৰা, তেওঁবিলাকৰ অলপ প্ৰতিভা আছে কিন্তু অধিক একো নাই। তেওঁবিলাকে ইয়াত বসতি কৰিবলৈ ল'লে কাৰণ সহজ প্ৰবৃত্তিৰে তেওঁবিলাকে বুজিছিল যে তেওঁ-বিলাক এইখন ঠাইৰেই।"

"লণ্ডন বা বাৰ্লিন তেওঁবিলাকে গণ্য নকৰিলে। ইয়াত তেওঁবিলাকে পবিত্ৰ ৰহস্য আমোদ কৰিব পাৰিব। মোৰ সোণজনী, তুমি বুজা নাই নে যে তেওঁবিলাক দ্বিতীয় শ্ৰেণীৰ হে।"

"নাই, মই বুজা নাই।" প্ৰাণহীন আছিল তেওঁৰ কণ্ঠস্বৰ আৰু তেদি যোৱাকৈ ক'লে; "মাননীয় ভন্ শ্বাহাদো এজন বিখ্যাত চিত্ৰকৰ। তেওঁৰ পেইন্টিং অনেক যাদুঘৰত ওলোমাই থোৱা

আছে আৰু মাননীয় ইস্মাৰমেন এজন বিদগ্ধ পণ্ডিত আৰু এজন বিচাৰক।"

তেওঁক অচিনাকী যেন লাগিল ফেলিস্কৰ। এইবোৰ একো কামত নাহিল। চেচিলিয়ে একো নুবুজে আৰু কেতিয়াও নুবুজিবও। সেই মানুহবোৰক তেওঁ প্ৰকৃততে ভাল পাইছিল তেওঁবিলাকৰ প্ৰতি চেচিলি মুগ্ধও হৈছিল। তেওঁ নুবুজিব খাহাদো আৰু ডেলাক্ৰয়, ইস্মাৰমেন আৰু গথেঁৰ মাজত থকা ব্যৱধান......"তুমি ঠিক কৈছা চেলেটি, তেওঁবিলাক ভাল মানুহ। তেওঁবিলাকক লৈ মই পৰিহাস কৰা অনুচিত হৈছে। এতিয়া মোক কোৱাচোন বাৰু দিনটো তুমি কি কৰিলা ?"

বসন্ত কাল আহিল আৰু ই ফেলিস্কলৈ আনিলে তিক্ত হতাশা। ছিঙ্গাকেডেমীৰ পৰিচালক পদটোৰ বাবে তেওঁ প্ৰাৰ্থী আছিল। কিন্তু বহু ষৰযন্ত্ৰ আৰু বিৰোধিতাৰ মাজত এইটো তেওঁৰ কাৰণে প্ৰতিকুল হৈ পৰিছিল। তেওঁৰ সঙ্গীতৰ শিক্ষক ঝেলটাৰে কিয় তেওঁৰ চেষ্টা বিফল হৈছে এখন দীঘল চিঠিৰে জনাইছিল। ট্ৰাষ্টী সকলে কৈছে যে এনেকুৱা প্ৰাচীন অনুষ্ঠানৰ বাবে ফেলিস্ক অলপ বেচি ডেকা হৈ আছে। আৰু তাৰ পাছত ধৰ্ম্মৰ বিষয়েও প্ৰশ্ন উঠিছে। এই ছিঙ্গাকেডেমী এক খ্ৰীষ্টিয়ান অনুষ্ঠান। এইটো উৎসৰ্গিত হৈ থাকে অধিক সময় পবিত্ৰ সঙ্গীতত। ট্ৰাষ্টী সকলে তেওঁ সঙ্গীতত শ্ৰেষ্ঠত্বৰ বিষয়ে শলাগ লৈছে—কিন্তু আন ধৰ্মৰ লোকক নিৰ্ব্বাচন কৰাটো অজ্ঞানীৰ কাম হ'ব কাৰণে কোনোবা এজন ৰান্‌জেনহেগেনক নিয়োগ কৰিলে।

এইটো খবৰে ফেলিস্কক মৰ্মান্তিক দুখ দিলে। এটা আঘাতেৰে মাটিত মিহলি কৰি দিলে ফেলিস্কৰ বাৰ্লিনলৈ উভতি যোৱাৰ আশা। তেওঁ নৈৰাশ্যজনক ভাবে গভীৰ চিন্তাত পৰিল। ক্ৰোধেৰে তেওঁ ক'লে "সিহঁতে মোক মানি লৈছে ভাল সঙ্গীতজ্ঞ বুলি।

মই ইহুদী আৰু ডেকা সেই কাৰণেই সেই পদটো আন কোনোবা জনক দিলে।"

বিপদৰ সময় চোৱাত চেচিলি ধৈৰ্য্যশীলা আৰু বুজন আছিল।

বাৰ্লিনৰ উচ্চাকাঙ্খাৰ প্ৰতি চেচিলিৰ কেতিয়াও সহানুভূতি নাছিল বুলি তেওঁ বুজিছিল। তথাপি চেচিলিয়ে তেওঁক সহানুভূতি দেখুৱাত চেচিলিৰ এই নিঃস্বাৰ্থ উৎসৰ্গক শলাগিলে।

চেচিলিক এদিন আকোৱালি লৈ ফেলিক্সে সুধিলে "তুমি এগৰাকী আচৰিত তিৰোতা। তুমি বাৰু মোক কিয় বিয়া কৰালা? মই খেয়ালী, স্বাৰ্থপৰ আৰু ব্যৰ্থ মানুহ। হয়তো মই ভবাৰ দৰে প্ৰথম শ্ৰেণীৰ সঙ্গীতজ্ঞও নহঁও। মই হয়তো ঠিক আন এজন ইস্মাৰমেন নাইবা ভন স্বাহাদো।"

তেওঁ ক্ষুদ্ধ হৈ প্ৰত্যুত্তৰ দিলে "তুমি এজন মহৎ সুৰকাৰ, আৰু তুমি চাবা নিজৰ ভুল তেওঁবিলাকে সোনকালেই বুজিব পাৰিব। তেনেকুৱা কথা নকবা। কিয় তুমি চোন এজন আশ্চৰ্য্যজনক পৰিচালকো। তুমি এজন গ্ৰন্থকাৰো। তোমাৰ প্ৰত্যেক অংশই বিথোভেন বা মোজাৰ্টৰ দৰে মনোৰম।"

চেচিলিৰ প্ৰশংসাৰ প্ৰাচুৰ্য্যতাই তেওঁক স্পৰ্শ কৰিলে। তেওঁ হাঁহিলে। তেওঁ দুখ লাঘৱ কৰিবলৈ, ব্যৰ্থ অহঙ্কাৰৰ বেদনা উপশম কৰিবলৈ হয়তো তেওঁ বিচাৰিছে। সঙ্গীতৰ বিষয়ে তেওঁৰ কোনো জ্ঞান নাই। বিথোভেন বা মোৰ্জাটৰ তেওঁৰ বাবে কোনো মানে নাই। তেওঁ সহধৰ্মীনীৰ কৰ্ত্তব্য কৰিছে; তেওঁৰ স্বামীৰ, সেই দুভৰ্গীয়া, অসুখী আৰু যোগ্যতা থকা সত্বেও অযোগ্য বুলি ভবা স্বামীৰ কাষত থিয় হৈ। তেওঁৰ মনোৰম চুলি কোচাত চুম্বন কৰি গুণ-গুণাই ফেলিক্সে ক'লে "মোৰ অদ্ভুত চেলেটি, আমি এই গোটেই হাঁহি উঠা বিষয়টো পাঁহৰি যাঁও আহাঁ, মোৰ কণমান পতি পৰায়ণা মানুহজনী।...

তাবোপৰি মোৰ ইয়াত এতিয়াও এইটো পদ আছে। মোৰ আছে এজনী সকলোতকৈ ৰূপহী তিৰোতা, আমাৰ স্বাস্থ্য ভাল, আমাৰ আছে এখন সক ঘৰ, আমি প্ৰত্যেকেই প্ৰত্যেকক ভাল পাওঁ। আৰু তিনি সপ্তাহৰ ভিতৰতে আমি চুইজাৰলেণ্ডলৈ যামগৈ। এজন মানুহে ইয়াতকৈ আৰু কি বেছি আশা কৰিব পাৰে?"

যিমান সোনকালে পাৰিলে তেওঁবিলাক গুচি গৈছিল লৈ

চুইজাৰলেণ্ডলৈ। লেক থান্নৰ ওপৰৰ সেই ওমলা ঘৰটোলৈ তেওঁ-বিলাক আহিছিল। একোৱেই পৰিবৰ্ত্তন হোৱা নাছিল। কুলি চৰাইৰ মাতেৰে সময় নিৰিখ কৰা ঘড়ীটোৰ দৰে আলহী ঘৰটো এতিয়াও থিয় হৈ আছিল। ৰখীয়াটোৱে সৰল ভাবেই তেওঁবিলাকক আদৰ সাদৰ কৰিলে।

পূৰ্ব্বতকৈয়ো সুখী হৈ আনকি তেওঁবিলাকৰ মধুযামিনীতকৈয়ো সুখী হৈ সূৰুযৰ ৰ'দকাছলিত স্নান কৰি থকা হাবি-বননিৰ দীঘলীয়া সুৰুকীয়া পথেৰে হাতে হাতে ধৰি ফুৰিবলৈ ধৰিলে। স্ফটিক ধাৰ যেন পৰ্ব্বতীয়া জুৰিত মাছ ধৰিবলৈ যাওঁতে এবাৰ উজুটি খায় পৰি পানীত মূৰটো তেওঁৰ ডুবি গৈছিল। অলস ভাবে সেউজীয়া বনানিৰ ওপৰত দুয়ো ওচৰা-ওচৰিকৈ শুই ধুমুহাৰ প্ৰকোপত গোটমৰা বৰফৰ শৃঙ্গবোৰলৈ তেওঁবিলাকে চাই চাই শুনিছিল দূৰণিত হোৱা গৰুৰ ডিঙিৰ টিলিঙাৰ ধ্বনি।

বাৰ্লিনৰ বিষয়ে তেওঁ এবাৰো উল্লেখ কৰা নাছিল। তাৰ সলনি তেওঁ চেচিলিক ক'লে অহা জাৰ-কালিলৈ দাছেলড্ৰফত কি কৰিব সেই পৰিকল্পনাৰ কথাবোৰ। এতিয়া মই ভাবিছো মোৰ নিজৰ লিখা কিছু-মান মঞ্চস্থ কৰিব পাৰিম। তোমাৰ নিজৰ ৰচা সঙ্গীত পৰিচালনা কৰাৰ আনন্দৰ কথা তুমি ভাবিব নোৱাৰাঁ, আনকি যদি অৰ্কেষ্ট্ৰা খুব ভালো নহয়। আৰু তেতিয়া ইস্মাৰমেনে কৈছিল যে টাউন কাউন্সিলে শেহাস্তৰত তেওঁ কৰিব খোজা থিয়েটাৰ খনৰ কথা মানি লৈছে। আনকি মই সদায় লিখিবলৈ বিচাৰি থকা এখন অপেৰাত হয়তো একে লগে কাম কৰিব পাৰিম। এইখন চেক্সপীয়েৰৰ টেম্পেষ্টৰ ওপৰত ভিত্তি কৰি হ'ব। তেওঁ মোক ভাল বচন দিব পাৰে। তুমি দেখিছা সোণজনী, ভাল বচন লিখা সহজ নহয়…"

"হাৰ ইস্মাৰমেনে সুন্দৰ বচন লেখিব মই সঠিক ভাবে জানো।" তেওঁ গ্ৰাম্য জীৱনত খাপ খাব পাৰিছে বুলি বুজিব পাৰি সুখী হ'ল চেচিলি। ডাঙৰ চহৰে তেওঁক ভয় খুৱায়। সেইবোৰ চহৰ ৰূপহী আৰু চৰিত্ৰহীনা তিৰোতাৰে ভৰা…

"আনকি জাৰকালিৰ ভিতৰতে আমি দুখন কি তিনিখন অপেৰা দেখুৱাবলৈ সমৰ্থ হ'ম। সকলোৰকমৰ ব্যৱসায়ী বিষয়ত তেওঁ মনোযোগ দিব, মই মন দিম শিল্পৰ বিষয়ত। মই শিকাম সমবেত গীত, আৰু পৰিচালনা কৰিম অৰ্কেষ্ট্ৰা যেনে মই দাছেলড্ৰফত ডন্ জিওভান্নি পৰিচালনা কৰিছোঁ বুলি তুমি ভাবাচোন!"

"এইটো বৰ আচৰিত লাগিব" তেওঁৰ অপেৰাৰ বিষয়ে চেচিলিয়ে সিমান নেভাবে, কিন্তু তেওঁৰ উৎসাহৰ অংশ লবলৈ তেওঁ বিচাৰিলে। পতিব্ৰতা নাৰীয়ে স্বামীৰ কামত সহানুভূতি দেখুৱাব লাগে।

"কিন্তু মই আশা কৰিছোঁ তুমি অপেৰা পৰিচালনা কৰিয়েই সন্তুষ্ট থাকিবা আৰু অভিনেত্ৰীবোৰৰ পৰা আতৰি থাকা যেন।"

তেওঁলৈ ফেলিক্সে ক্ষিপ্ৰতাৰে চালে—মেৰীয়াৰ বিষয়ে তেওঁ কিবা শুনিছেনে কি?..."কিয়, মইনো এজনী তিৰোতালৈ চাব নোৱাৰিম কিয়! মই এতিয়া বুঢ়া হৈছো আৰু স্থিৰ হৈছো।"

তেওঁ হাঁহি ক'লে "তুমি বুঢ়া নহয়, আৰু তুমিনো কেনে সুস্থিৰ মানুহ তাকো মই নেজানো।"

তেওঁৰ হিংসাৰ এই ধৰফৰনি দেখি তেওঁৰ আনন্দ লাগিল। তেওঁক যে চেচিলিয়ে ভাল পায় ই তাকে প্ৰমাণ কৰিলে। প্ৰকৃত প্ৰেম প্ৰতিদ্বন্দ্বিতা ক্ষেত্ৰত সদায় সন্দিগ্ধ চেতা।

"ভয় কৰিবলৈ তোমাৰ একো নাই।"

দাছেলড্ৰফলৈ উভতি অহাৰ পাছত ফেলিক্সে ইম্মাৰেমেনক কৈছিল চেক্সপীয়েৰৰ টেম্পেষ্টৰ ওপৰত ভিত্তি কৰি লিখিবলৈ তেওঁৰ জীৱন জুৰি থকা স্বপ্নৰ কথা। ততালিকেই বিচাৰক জনে তেওঁক যাচিলে লিব্ৰেটিষ্টৰ পদটো। "যদিও মই ভাল পাওঁ গ্ৰাক পণ্ডিতক তথাপি মই এইজন কবিৰ সমৰ্থক। উস, চেক্সপীয়েৰ। তেওঁৰ ভাষাৰ চমৎকাৰিত্ব, তেওঁৰ ৰূপালঙ্কাৰৰ জেউতি......

দিন্তাকৈ দিস্তা জাৰ্ম্মান কবিতাৰ মাজত ডুবগৈ ফেলিক্সে দেখিলে ইয়াৰ সৰহ ভাগেই নিঃকৃষ্ট। নিৰাশ হৈ তেওঁ বুজিলে যে তেওঁ আৰম্ভ কৰিছে পৰ্ব্বতৰ পৰা বৰফৰ দ'ম বগৰাবলৈ। সাৱধানেৰে কিছু

সংশোধন কৰিবলৈ তেওঁ দুঃসাহস কৰিলে, সামান্য সাল-সলনি কৰিবলৈ পৰামৰ্শ দিলে। তেওঁৰ সংস্পৰ্শলৈ আহিছিল সকলোতকৈ অধিক দাহ্যকৰ বিস্ফোৰকলৈ-এজন কবিৰ বৃথা দম্ভৰ। । হ'বলগা লেব্ৰিটি-ষ্টজন বিবৰ্ণ হ'ল, তাৰপাছত হ'ল অগ্নিশৰ্মা, ত্যৰ পাছত গালি-গালাজ পূৰ্ণ হল। কবিতাৰ বিষয়ে সঙ্গীতজ্ঞই নো জানে কি ?...স্পষ্ট ভাঙন প্ৰতিহত কৰিবলৈ ইয়াত ফেলিস্কৰ প্ৰয়োজন হ'ল অলঙ্কাৰ শাস্ত্ৰৰ বক্তৃতা। তেওঁ আশ্ৰয় ললে মিছা আপত্তি আৰু আন্তৰিকতাহীন অযুহাতত। যাত্ৰাৰ পুথিখন এখন উত্তম পুথি আৰু ছন্দ-মাত্ৰাহীন কৱিতাৰ এক ৰত্ন আছিল। কিন্তু দাছেলড্ৰফ অৰ্কেষ্ট্ৰাৰ পৰিচালকৰ কাম কৰি অহাৰ পাছত তেওঁৰ আৰু ৰচিবলৈ সময় নেথাকে। ইম্মাৰমেন যদিও কবি আছিল কিন্তু তেওঁ মুৰ্খ নাছিল। এই ব্যাখ্যাবোৰ বুজি পোৱাৰ ভাও ধৰিলে তেওঁ। কিন্তু ক্ৰমাৎ দুযোৰে মাজত বাঢ়িবলৈ ধৰিলে এক নিৰাবেগ। তেওঁবিলাকৰ বন্ধুত্বৰ বাহ্যিক চালচলন সযতনে ৰক্ষা কৰা হৈছিল।

কবিজন এতিয়াও আহে, নিশাৰ ভোজলৈও আহে, কিন্তু চেক্স-পীয়েৰৰ বিষয়ে কোনো আলোচনা আৰু নোহোৱা হ'ল।

যেই হওক তেওঁবিলাকৰ মন আকৰ্ষণ কৰিলে সোনকালেই আন এটা পৰিকল্পনাই। দাছেলড্ৰফত অপেৰাৰ সুবিধাবোৰ প্ৰয়োজনীয়তা আৰু গুৰুত্বৰ বিষয়ে শেহান্তৰৰ টাউন কাউন্সিলে বুজিলে। ইম্মাৰ মেনে তেওঁৰ উত্তেজনা দমন কৰিব পৰা নাছিল। তেওঁ ফেলিস্কক ভৰসা দি কলে "সঙ্গীতৰ বিষয়ত আপোনাৰ সম্পূৰ্ণ দায়িত্ব থাকিব, কোনোৰকমৰ কোনো ব্যাঘাত নেপাব...আপোনাৰ সম্পূৰ্ণ স্বাধীনতা থাকিব, ফৰাচী সকলে কোৱাৰ দৰে আনৰ সলনি কাম কৰিবলৈ আপুনি পুৰা ক্ষমতা পালে। ব্যৱসায়িক বিষয়টোত মই মাত্ৰ মনোযোগ দিম। একেলগে আমি এই চহৰখন এখন বাৰ্লিন কৰি গঢ়িম।"

আওপকীয়াকৈ তেনেকুৱা বিলাক কথা ফেলিস্কৰ বাবে প্ৰৰোচনা আছিল। এই ছিঙ্গাকেডেমীৰ স্থূলবুদ্ধিৰ মানুহবোৰক তেওঁ কেনেধৰ-নৰ লোক আছিল আৰু কেনেধৰণৰ মানুহটোক তেওঁবিলাকে বাধাদি

আছিল এইয়া সেখুৱাবলৈ সুযোগ পালে। প্ৰথম উৎপন্ন হিচাবে তেওঁৰ প্ৰিয় 'ডন জিওভান্নি' কে বাচিলৈ পূৰ্ণ উদ্যমেৰে আখৰাৰ অনুশীলন আৰম্ভ কৰিলে। নিশা খাবৰ সময়ত তেওঁ নিজৰ আশা-বোৰৰ কথা চেচিলিক কৈ যাওঁতে তেওঁ ওঠত উৎসাহভৰা এক ধৈৰ্য্যৰ হাঁহিৰে কথাবোৰ শুনিছিল, দাছেলড্ৰফত তেওঁক আবদ্ধ কৰি ৰখাৰ বাবে আৰু তেওঁৰ অস্থিৰতা আতৰাই ৰাখিবলৈ এইটোৱেই বিষয় আছিল। মানুহে তেওঁবিলাকৰ বন্ধন নিজেই গঢ়ে……

অপেৰা এখন মঞ্চস্থ কৰা এক জটিল কৰ্ম প্ৰচেষ্টা।

ফেলিক্সে বিচাৰি পালে যে এইটো মানুহৰ অতীত কাম হ'ব পাৰে, আৰু উন্মাদ সোনকালে হোৱাৰ চমুপথ হ'ব পাৰে। অবিচক্ষণ ভাবে তেওঁ গায়ক-গায়িকা ভাড়াত লবলৈ সন্মত হ'ল আৰু বাৰ্লিন, ড্ৰেছডেন, ষ্টাটগাৰ্ট আৰু আন আন চহৰবোৰৰ সৈতে কথাবৰ্তৰা পাতি, মীমাংসা কৰিবলৈ আৰম্ভ কৰিলে। নাট-মঞ্চৰ মেনেজাৰৰ পৰীক্ষা আৰু কঠোৰ যন্ত্ৰণাৰ অভিজ্ঞতা তেওঁ লাভ কৰিলে। গায়ক সকলে নিজৰ গুণ অনুসৰি অতি গৰ্ব্বিত মত পোষণ কৰা তেওঁ পালে। পাৰিশ্ৰমিক তেওঁ-বিলাকে অধিকভাবে বিচাৰিলে। তেওঁবিলাক দাম্ভিক, উন্নাসিক, হিংসুক আৰু দায়িত্বহীন আছিল। সামান্য ভাবেও যাতে মৰ্য্যাদা হানি হ'ব নোৱাৰে তাৰ কাৰণে তেওঁবিলাকে সদায়েই চকু ৰাখিছিল—শিল্পীৰ সন্মানৰ বাবে কিছু সংগ্ৰাম মনোভাবেৰেই মুখামুখী হোৱাৰ উদ্দেশ্যে। সম্ভৱ গায়িকাবোৰ অধিক শোচনীয় আছিল। তেওঁবিলাকৰ গাত পুৰুষগায়ক সকলৰ সকলো বদগুণ থকাৰ উপৰিও তেওঁবিলাকৰ গাত কেইটামান নিজস্ব বদগুণ আছিল। তেওঁবিলাকৰ প্ৰচণ্ড ভাবে খং উঠিছিল, নাইবা তেওঁবিলাকে কন্দাকটা কৰিছিল নহলে তেওঁবিলাকে চেপা ক্ৰোধেৰে মুখবোৰ গোমা কৰি ৰৈছিল। তেওঁবিলাকে গোৱা গানৰ যি কোনো শুধৰণি তেওঁবিলাকে ব্যক্তিগত অপমান বুলি লৈছিল।

অপেৰাৰ গায়িকাবোৰক অভিসম্পাত কৰি ক্লান্ত হৈ ফেলিক্স নিকদ্যমেৰে ঘৰলৈ উভতি আহে। অপেৰাৰ ফান্দত বন্দী হোৱাৰ কাৰণে ইন্মাৰমেনে—সেই টাউন কাউন্সিলৰ সভ্য জনে নিজকে

অভিসম্পাত কৰি নিৰাশাৰে ক'লে "এই সৰু চহৰখনৰ আমোদ অনুষ্ঠান জড়িত হৈ মই মুৰ্খামি কৰিলোঁ।"

গোলমাল ক্ৰমাৎ প্ৰতিদিনেই বাঢ়ি যাবলৈ ধৰিলে। নাট ঘৰত মগজুবোৰ খিং খিঙীয়া হ'বলৈ ধৰিলে। অতিৰিক্ত কামকৰি তেওঁৰ স্নায়ুবোৰ ক্ষিপ্ত হৈ পৰাত কেতিয়াবা ফেলিস্কে ধৈৰ্য্য হেৰুৱাই পেলাইছিল। বিভ্ৰান্ত হৈ তেওঁ এতিয়া দেখা পালে এই গ্ৰাম্য অপেৰাৰ বাবে কৰ্ম প্ৰচেষ্টাৰ অসুস্থ পৰিবেশ। তুমি বিনাপ্ৰস্তুতিৰে উত্তম ভাবে বঁচিব নোৱাৰিবা, সহযোগীতা মন্ত্ৰ উচ্চাৰণৰ দ্বাৰা নোপোৱা। অপেৰাৰ বচন লিখাত ইস্মাৰমেন যেনেদৰে নিঃকৃষ্ট আছিল, শাসক হিচাবেও তেনে আছিল, এতিয়া তেওঁ ভুল কৰিলে নিজকে তেওঁ সংগঠক বুলি ভাবিলৈ ৱজ্ৰধ্বনিৰে আদেশ দিয়ে, পুনৰ পাছদিনা এই আদেশ বাতিল কৰি নতুন আদেশ দিয়ে। নাটঘৰত সৃষ্টি হ'ল এক আতঙ্কৰ পৰিবেশ। তেওঁ বুজিলে তেওঁ যে বিপদৰ ফালে যাব লাগিছে। কিন্তু এতিয়া ফেলিস্কে উঠাই লবলৈও বহু পলম হ'ল। হঠাতে ইস্মাৰমেনে ঘোষণা কৰিলে যে আমনৰ মূল্য হ'ব লাগে দুগুণ। মহৎ শিল্প অভাবগ্ৰস্তৰ কাৰণে নহয় এই সংস্কৃতিৰ সৌন্দৰ্য্য উপভোগ কৰাৰ লাভ কৰিব মাত্ৰ ধনী সকলেহে। এই মন্তব্যৰ প্ৰতিক্ৰিয়া অনুভব কৰা গ'ল উদ্বোধনৰ নিশা। থিয়েটাৰ ঘৰটোৰ এঢলীয়া ঠাই ডোখৰলৈকে দৰ্শক ভৰি পৰিছিল। কিন্তু দৰ্শকৰ মনবোৰ কদাকাৰ হৈ আছিল। প্ৰথম দৃশ্যতে শুনিবলৈ পোৱা গ'ল মেকুৰীৰ মাত। অভিনয় আগবঢ়াৰ লগে লগে এইবোৰ ক্ৰমাৎ অসংখ্য ভাবে ধাৰসাৰে আহিবলৈ ধৰিলে। এই গণ্ডগোল সোনকালেই অদমনীয় হ'ল। মঞ্চৰ গানবোৰ মাত্ৰ এই কোঢ়ালৰ লগত মিহলি হৈ যোৱা দৰ্শকে শুনিবলৈ পালে। তললৈ আঁৰ কাপোৰ নমাই দিয়া হ'ল।

ফেলিস্ক মঞ্চৰ পাছফালে অন্তৰ্ধ্যান হ'ল। বিষণ্ণতাৰে আৰু অবিন্যস্ত ভাবে নিৰুপায় হৈ দৃঢ় মুঠিৰে শিল্পী সকলক অদ্ভুত আদেশ দি আতঙ্কিত কৰি ইস্মাৰমেনকে বলীয়াৰ দৰে কঁপি থকা ফেলিস্কে পালেগৈ। ফেলিস্কক দেখা পোৱা মাত্ৰকে তেওঁ জাপমাৰি উঠি এই সম্পূৰ্ণ পৰাজয়ৰ

বাবে ফেলিস্কক দোষী কৰি বৈ বৈ অসংলগ্ন কঢ় কথা কৈ নিজৰ কন্ধ ক্ষোভ ফেলিস্কৰ ওপৰত দ'ম কৰিলে। তেওঁ সঙ্গীতজ্ঞ নহয়, পৰিচালক নহয়, একো—"একো নহয়, মাত্র এজন ইহুদী।"

ফেলিস্ক শেতা পৰিল আৰু তেওঁ গুচি আহিল।

পিছদিনা তেওঁ শান্তভাবে টাউন কাউন্সিলক জনালে যে ব্যক্তিগত কাৰণত চলিত চিজনৰ শেহত, মাত্র দুমাহ পাছত হ'ব লগা ৰাইন উৎসৱৰ ঠিক পাছতেই তেওঁ নিজৰ পদ ইস্তফা দিব। বছৰৰ এইটো এটা বিৰাট উৎসৱ। এইটো তেওঁৰ বিদায়ো হ'ব আৰু তেওঁ বিচাৰিছিল প্ৰতিষ্ঠিত আৰু বিজয়ী হ'বলৈ—আৰু তেওঁ হৈছিল। বতৰ ফৰকাল আছিল। দাছেলড্ৰফলৈ চুবুৰীয়া চহৰবোৰৰ পৰা এসপ্তাহ আগৰ পৰাই মানুহ আহিবলৈ ধৰিলে। তেওঁবিলাক বাগীত, খেৰ বোজাই কৰা গাড়ীৰ, আৰু ভ্ৰমণকাৰীৰ বাগীত আহিছিল। খোজ কাঢ়ি আহিছিল একোটা গোট পৰিয়ালো। মানুহবোৰে দেওবৰীয়া সাজকাপোৰ পিন্ধিছিল। মূৰৰ পাছফালে আছিল নোমৰ টুপীবোৰ, কলাৰৰ ভাজত পিন্ধিছিল বনফুল। তিৰোতাবোৰে জাকজমক সাজপাৰ আৰু শুৱনী টুপী পিন্ধি লৰা ছোৱালীবোৰক হাতত ধৰি আহি আছিল। সমগ্ৰ বছৰটো তেওঁবিলাকে অপেক্ষা কৰিছিল। প্ৰত্যেকটো অসুবিধাকে তেওঁবিলাকে আনন্দমনেৰে লৈছিল। আলহীঘৰবোৰত ভিৰ হোৱাত একোটা খোটালীত তেওঁবিলাক ছজনলৈকে শুইছিল।

গ্ৰেণ্ড প্লাজৰ জুৰিব পাৰত যেতিয়া গৃহিনীসকলে লেছুকা গছৰ ডালৰ খৰাহীবোৰৰ পৰা খোৱা বস্তু আৰু মদ উলিয়াইছিল তেতিয়া পুৰুষ সকলে ভদ্ৰতা নকৰাকৈয়েই কোমল গাৱলীয়া মাত কথাৰে ঠাট্টা ধেমালী কৰি ডাঢ়ি থুৱাইছিল।

উৎসৱৰ তিনিদিন পূৰ্ব্বে স্বাভাৱিক ভ্ৰমণসূচীৰে এব্ৰাহাম মেণ্ডেলচন আহি পাইছিলহি।

মুখৰ এটা হাঁহিৰে তেওঁ কলে "জেকব, মই তোমাক চাবলৈ আহিছোঁ আৰু মই সিদ্ধান্ত কৰিব খুজিছোঁ যে মই তোমাক বেঙ্ক ব্যৱসায়ৰ পৰা ওলায় আহিবলৈ দি ভাল কৰিলোনে বেয়া কৰিলো। "ফেক্টোকৰ

উপস্থিতিত ফেলিক্সে চূড়ান্ত ভাবে উৎসাহ পাইছিল।

দেউতাকৰ সন্মানৰ বাবে তেওঁ মঞ্চস্থ কৰিলে হেণ্ডেলৰ 'ইজিপ্তত ইজৰেইল' আৰু অভিবাদন লবলৈ বুলি ঘূৰোঁতে ফেলিক্সে দেখিলে হাত চাপৰি দি থাকোঁতে দেউতাকৰ চকুলোৰে আচ্ছন্ন হৈ থকা চকুজুৰিৰ পৰা সৰি পৰা লোতক।

কেইদিনমানৰ পাছত পচাখোটালীত দুয়ো অকলে থাকোঁতে বেঙ্কৰ মালিকজনে ক'লে "জেকব, তোমাৰ বাবে মোৰ গৌৰৱ হৈছে। মই বৰ আনন্দেৰে যামগৈ। মোক এতিয়ালৈকে সকলোৱে চিনি পাই আহিছে মোক মোৰ দেউতাৰ ল'ৰা হিচাবেহে আৰু এতিয়াৰ পৰা মোক চিনি পাব মোক মোৰ লৰাৰ দেউতাক হিচাবে।" কথাৰ সুৰ আছিল কোমল আৰু গুৰুত্ব ভৰা।

প্ৰথমবাৰৰ বাবে ফেলিক্সে মন কৰিলে দেউতাক কিমান বেচি বুঢ়া হৈ গৈছে। তেওঁ প্ৰায় চকুৰে নেদেখা হৈ আহিছিল, তেওঁৰ দেহ-ভঙ্গীত প্ৰাণস্পন্দন নাছিল, তেওঁৰ মাতত নাছিল মেই উত্তপ্ত সুৰটো। এক তীব্ৰ যাতনাৰে তেওঁ বুজিলে যে দেউতাক আৰু সৰহ দিন জীয়াই নেথাকিব। "মই চেষ্টা কৰিম আপোনাক মই দিয়া সকলো জুলুমৰ ক্ষতি পুৰণ কৰিবলৈ আৰু মোৰবাবে যি কৰিলে তাক শোধ কৰিবলৈ।" এক যত্নৰে সৈতে প্ৰফুল্লতা আনি তেওঁ কৈ গ'ল "এই পদটো মোক কোনে দিয়ালে মই নেজানো বুলি নেভাবিব।"

বেঙ্কৰ মালিকজনে বিহ্বলহৈ কণ্ঠ পৰিষ্কাৰ কৰি ক'লে "এৰা জেকব, তুমি বুজিছানে তোমাৰ বিয়াৰ জোগাৰ কৰিবলৈ মই ফ্ৰেঙ্কফোর্টলৈ গৈ তাত থাকোঁতে মই গম পালো যে দাছেলড্ৰফ অৰ্কেষ্ট্ৰাৰ পৰিচালকজনে প্ৰায় ইস্তফা দিব খুজিছিল আৰু—"

"আৰু আপুনি ইয়ালৈ দৌৰি আহি তেওঁক দৃঢ় আশ্বাস দিলে যে আপোনাৰ পুতেকৰ বাহিৰে কোনেও তেওঁৰ পদ পূৰ্ণ কৰিব নোৱাৰে"···

হঠাতে তেওঁ দেউতাকৰ ফালে হাউলি তেওঁৰ হাতখন তুলিলৈ ক'লে "আপুনি মোৰ কাৰণে যি কৰিলে তাৰ কাৰণে মই আপোনাক ধন্যবাদ দিব নোৱাৰিম।"

"তোমাৰ জীৱন কালত তুমি অন্ততঃ এটা ভাল কাম কৰি মোক ধন্যবাদ দিব পাৰিবা।"

"মই চেষ্টা কৰিম। ইতিমধ্যে মই আপোনাৰ শলাগ লৈছো যে এই পৃথিবীত মই সকলোতকৈ সুখী মানুহ। মোৰ এজনী সুন্দৰ পত্নী আছে আৰু মোৰ সন্মুখত মুকলি হৈছে এক নতুন জীৱন যাত্ৰা। এই পুৱা ছিঙ্গাকেডেমীৰ ট্ৰাষ্টীৰ পৰা এখন চিঠি পাইছোঁ। তেওঁ বিলাকে পুনৰ চিন্তা কৰি জহকালিৰ ভিতৰতে মোক এবাৰ লগ পাব খুঁজিছে আৰু আলোচনা কৰিবলৈ বিচাৰিছে মোক ডিৰেক্টৰ পদত নিয়োগ কৰাৰ বিষয়ে।"

"বাস্তৱিকে এজন চঞ্চল ডেকাৰ কাৰণে এইটো এটা ডাঙৰ সন্মান। এই বিষয়ে তুমি চেচিলিক সুধিছিলানে ?"

ইতস্ততঃ কৰি ফেলিক্সে ক'লে "এতিয়াও কোৱা নাই, দেউতা। কেনেবাকৈ তেওঁৰ মনত ধাৰণা হৈছে আমি যদি এই সক চহৰখনত থাকোঁ তেন্তে আমি বেচ সুখী হ'ম। বন্ধৰ সময়ত আমি ফুৰিবলৈ যাওঁতে মই কথাষাৰ কম। তেওঁ বুজিব।"

খন্তেক পৰ তলকা মাৰি বৃদ্ধ মানুহজনে ক'লে "কেতিয়াবা তিৰোতাৰ আচৰিত ভাবে স্বতঃলব্ধ জ্ঞান থাকে। তোমাৰ মাৰাই মোক হামবুৰ্গৰ পৰা বাৰ্লিনলৈ যাবলৈ পৰামৰ্শ দিছিল। তুমি চেচিলিৰ উপদেশ মানিলে কাহানিও অনুতাপ নকৰা। একোজন মানুহৰ জীৱনত আহি পৰা এগৰাকী সুপত্নী এক মহৎ সৌভাগ্য, আনকি যদিও কোনো কোনো সময়ত আমি এইদৰে নেভাবোহক।"

এব্ৰাহাম মেণ্ডেলচনৰ প্ৰস্থানৰ ঠিক পাছতেই চেচিলিয়ে বন্ধা কাম আৰম্ভ কৰি ঘৰ বন্ধ কৰিবলৈ ধৰিলে। তেওঁ দুবছৰৰ আগতে পৰম উলাহেৰে লগাই থোৱা পৰ্দ্দা, ছবি, সক সক অয়-অলঙ্কাৰ আৰু সাজ সৰঞ্জাম প্ৰভৃতিবোৰ এখন গধুৰ হৃদয়েৰে খুলিবলৈ ধৰিলে। কামৰ কলিবেৰত কোনো নিৰ্দ্দিষ্ট নিয়মেৰে লগাই থোৱা সোণালী ফ্ৰেমৰ ফটোগ্ৰাফবোৰ নিজ নিজ ঠাই এৰি উন্মুক্ত হৈ থকা ট্ৰাঙ্কলৈ বাট ললে। আনকি 'নিদাৰুন বিৰক্তিকৰ' সেই নগ্ন নাৰীৰ মূৰ্ত্তিও অনুশোচনাৰে ঢুকু

আচোৰৰ দাগ বহুৱাই ওলায় আহিল নিভৃত কক্ষৰ পৰা। এৰা, বাইনৰ শোভা দেখি থকা এই সাধাৰণ ঘৰটোত তেওঁবিলাক সুখী আছিল। ইয়াৰ অনেক শান্তিৰে উপচি থকা কোমল মুহূৰ্ত্তৰ কথা তেওঁবিলাকে জানে। সকলোতকৈ ডাঙৰ কথা হ'ল ইয়াতে তেওঁবিলাক দুয়ো দুয়োকে জানিবলৈ আৰম্ভ কৰিলে। আৰু এতিয়া তেওঁবিলাকে এৰি থৈ যাবলৈ ওলাইছে। অঘৰীয়ে যেনেদৰে এৰিথৈ যায় তেনেদৰে—কাৰণ তেওঁ-বিলাকে নেজানে কলৈ তেওঁবিলাক যাব। ফেলিক্সে ইস্তফা দিলে। সেই সময়ত চেচিলিৰ কাৰণে ফেলিক্স খঙত আছিল আৰু অতি যন্ত্ৰণা পাইছিল সেই বাবে তেওঁ মন সলনি কৰিব পৰা নাছিল। উৎসৱৰ কৃতকাৰ্য্যতাৰ পাছত টাউন কাউন্সিল আৰু ট্ৰাষ্টী সকলে তেওঁক থাকিবলৈ সনিৰ্ব্বন্ধ মিনতি কৰিলে। তেওঁ অস্বীকাৰ কৰিলে। এৰা, হয়তো তেওঁ জেদী··· তেওঁৰ বিষয়ে চেচিলিয়ে শিকিলে এই এটা নতুন কথা। সাধাৰণতে তেওঁ চেচিলিৰ কথা শুনিছিল। কিন্তু যদি তেওঁ মন স্থিৰ কৰে তেন্তে ভগবানেও এই সিদ্ধান্তৰ পৰা লৰাব নোৱাৰে। এতিয়া তেওঁৰ কোনো পদ নাছিল, আনকি কোনো সম্ভাৱনাও নাছিল। তেওঁ ভয় কৰা নাই। এখন বিশ্ব-বিদ্যালয়ে সঙ্গীতৰ পদ যাচি তেওঁলৈ চিঠি দিছে—চিঠিখন তেওঁ জুইলৈ দলি মৰি দিলে।

"এজন অধ্যাপক।" অধ্যাপকলৈ পৰিণত হোৱা কথাটো তুমি জানো ভাবিব পাৰা? আৰু ফেলিক্সে আৰম্ভ কৰিলে এখন নিৰ্ব্বাক অভিনয়। আশাহত হলেও ই চেচিলিক হহুঁৱালে—শ্ৰেণীত বক্তৃতা দি থকা চশমা পিন্ধা আত্মম্ভৰী সঙ্গীতৰ শিক্ষক চুইজাৰলেণ্ডত বন্ধ দিনবোৰ পাৰ কৰাৰ পাছত তেওঁবিলাক বাৰু যাব কলৈ? নিশ্চয় ফ্ৰেঙ্কফোৰ্টলৈ নহয়, "গাওঁখন" এইদৰেই এইখনৰ কথা তেওঁ কৈছিল···অ, হয় ঈশ্বৰে তেওঁবিলাকৰ প্ৰতি দৃষ্টি ৰাখিব আৰু তেওঁবিলাকক পথ দেখুৱাব। চেচিলিয়ে বিদায় লবলৈ ফুৰোঁতে ফেলিক্স লগত গৈছিল।

বৈচিত্ৰহীনভাৱেই তেওঁ ভদ্ৰহৈ মুখত বিৰস হাঁহিটো ৰাখি প্ৰকৃত কথাটো কৈছিল। কিন্তু চেচিলিয়ে বুজিছিল তেওঁ বিৰক্ত হৈ তাৰ পৰা গুচি যাবলৈ বিচাৰিছে বুলি। অৱশেহত তাৰ পৰা গুচি যোৱাৰ দিনটো

পালেহি। গুস্তভ আৰু কেথেৰিনে তেওঁবিলাকৰ আদেশৰ কাৰণে অপেক্ষা কৰি ঘৰতে থাকিব। যেতিয়া দাছেলড্ৰুফৰ পৰা বাগীখন জোকাৰ খায় আগবাঢ়িছিল তেতিয়া ৰবীন চৰাইদৰে ফেলিস্ক প্ৰফুল্লিত আছিল।

স্বস্তিৰ নিশ্বাস পেলায় তেওঁ ক'লে "হে ঈশ্বৰ! মই সুখী। ইয়াৰ অন্ত পৰিল। যদি কোনোবাই মোক কয়হি সঙ্গীতৰ কথা তেন্তে তেওঁক মই গুলি কৰিম। দুমাহৰ কাৰণে মই খাম আৰু শুম, তাৰ বাহিৰে মই একোকে কৰিবলৈ নিবিচাৰোঁ।"—

"মাছ ধৰিবলৈ একা?"

"আনকি সেইটোও মই নকৰোঁ। মই ঘাঁহনিৰ ওপৰত পৰি থাকি তোমাৰ কোলাত মূৰ থৈ শুবলৈ বিচাৰিছোঁ।"

তিনিসপ্তাহৰ মূৰত সেই দিনটো আহিল। তেওঁ স্পষ্টভাবে তাকেই কৰিলে। দলিছাৰ দৰে সুবিশাল সেউজীয়া বননি তেওঁবিলাকৰ চাৰিওফালে আছিল। বিশাল এপাহ ডেইজী ফুলৰ দৰে চেচিলিৰ খেৰৰ টুপীটো বননিৰ ওপৰত পৰি আছিল। তেওঁবিলাকৰ ওচৰেদি ঢৌ খেলি বাগৰি যোৱা নৈ খনৰ ফেনবোৰ শিলত খুন্দা খাই জিলিকি উঠিছিল।

এই সময়টো আছিল বিয়লিৰ—নিৰ্মেঘ আকাশত সূৰ্য্যটো স্থিৰ হৈ ওলমি ৰৈছিল।

"তুমি মোৰ কোলাত মূৰ থৈ এঘণ্টাৰো সৰহ সময় শুই যে আছা এইটো তুমি গ'ম পাইছানে?"

তেওঁ ঘাঁহ এডাল চোবাই থাকিয়েই কিছু সময়ৰ পাছত অৰ্থপূৰ্ণ ভাবে ক'লে "পিঠি পেলাই শুই থাকিবলৈকে যে মানুহক ঈশ্বৰে সৃষ্টি কৰিছে। মানুহৰ দেহবিজ্ঞান বিদ্যালয়লৈ এবাৰ চালেই তুমি বুজিব পাৰিবা। যদি ভগবানে বিচাৰিলেহেতেন মানুহ থিয় হৈ থকাটো তেন্তে তেওঁক পিৰামিডৰ আকৃতি দিলে হেতেন" চেচিলিৰ তলৰ ফালে দোঁ খাই থকা মুখখনলৈ তিৰ্য্যক দৃষ্টিপাত কৰি ক'লে "তুমি এগৰাকী অতি মনোৰম পিৰামিড হলাহেতেন।"

মাকে সন্তানক ক্ষমা কৰাৰ দৰে হাঁহি চেচিলিয়ে মূৰটো জোকাৰি

ক'লে "তুমি কেতিয়াও ডাঙৰ নোহোৱা।"

"বহুবৰোৰ আগবঢ়াৰ লগে লগে পুৰুষমানুহবোৰ বাঢ়ি যায়, অধিক জ্ঞানী হয় আৰু অধিক সুন্দৰ হৈ পৰে। ইফালে তিৰোতা প্ৰথমেই ওখ হয়, তাৰ পাছত শকত হয় আৰু ক্ষীপ্ৰগতিৰে বিকৰ্ষণ শক্তিত পৰিণত হয়। নিখিল বিশ্বৰ আইন এনেকুৱাই।" তেওঁ পুনৰ নিবৰ হ'ল। মাইঁৰ টুকুৰা তেওঁৰ হাঁহি থকা ওঁঠত তেতিয়াও আছিল।

চেচিলি তলৰ পিনে হাউলি তেওঁৰ নাকৰ আগটোত চুমা খালে। "তুমি সকলোতকৈ অধিক অৰ্থহীন কথা কলেও মই তোমাক ভাল পাওঁ।" চেচিলি সুখী হৈছিল। কিয়নো এতিয়া আৰু দাছেলড্ৰুকৰ উত্তেজনা নাছিল, আৰু ফেলিস্কে পুনৰ লাভ কৰিছে প্ৰফুল্লতা। অন্তৰৰ ভাব ব্যক্ত কৰাৰ তেওঁৰ মাধ্যম আছিল তেওঁৰ পৰিহাস ভৰা হাঁহি ধেমালি। এই যৌৱন সুলভ তীব্ৰ হাঁহিটোত প্ৰথমে চেচিলি হতভম্ব হৈ প্ৰায় বিপদতেই পৰিছিল। বিবাহিত লোকক গম্ভীৰ কথা ক'বলৈ অনিচ্ছুক আৰু সদায়েই গুৰুতৰ কথা চিন্তা কৰি থকা বুলি ধাৰণা কৰা হয়। এতিয়া চেচিলিয়ে বুজিলে এইয়া ফেলিস্কৰ স্বস্তিৰ প্ৰতিবিম্ব, এক অত্যন্ত-অভিমানীৰ স্বাভাৱিক শৈথিল্য; আৰু অধিক মৰ্ম্মান্তিক ভাবে অনুভৱকাৰী।

"তুমি তোমাৰ ডাক নোচোৱা জানো? এইয়া আজি পুৱা আহিছিল।"

উপেক্ষাৰে হাতখন জোকাৰি ক'লে "এইবোৰ দলিয়াই পেলোৱা।" তাৰ পাছত সুৰ সলনি নকৰাকৈয়ে তেওঁ ক'লে পৃথিৱীৰ ভিতৰত চুইচ-সকলেই সকলোতকৈ বুদ্ধিয়ক লোক। মোৰ দেউতাৰ কমাল এখনৰ দৰে ডাঙৰ এখন ঠাইত এওঁবিলাকৰ মাজত ভিৰ হৈছেহি জাতি, বিভিন্ন ধৰ্ম্ম আৰু বিভিন্ন সংস্কৃতি, তেওঁবিলাকে চুবুৰীয়াৰ লগত শান্তিৰে বস-বাস কৰিবলৈ সমৰ্থ হৈছে।" তেওঁ যেন গধুৰ চিন্তাত আচ্ছন্ন হৈ আছে এনেদৰে চেচিলিলৈ চালে। "দৰাচলতে মই এতিয়া বুজিছোঁ কিয় মোক বিয়া কৰাবলৈ তোমাক ফাঁদত পেলাবলৈ দিছিলো তাৰ প্ৰধান কাৰণ তোমাৰ দেউতাৰ চুইচ আছিল।"

খেমালিবে তেওঁ ফেলিক্সৰ চুলিখিনি আউলবাউল কৰি ক'লে "তোমাক ফাঁদত পেলালো বুলি তুমি কৈছানে ?"

"নিশ্চয়। তুমি ওঁঠৰ বছৰীয়া ছোৱালী আছিলা। তেতিয়া তুমি দৰা নপায় আবিয়ৈ হৈ থাকি হতাশ হৈছিলা। মোক দেখাৰ মুহূৰ্ত্তে তুমি বুজিব পাৰিলা যে মই জ্ঞানৰ ফোৱাৰা, চৰম ভদ্ৰভাবে, সিংহৰ সাহসেৰে, এটা হাতীৰ বিশালতাৰে—"

"তুমি তোমাৰ ডাক পঢ়িবানে নাই, নপঢ়া ?" কথাৰ মাজতে তেওঁ সুধিলে। বহি তেওঁ ভোৰভোৰায় ক'লে "ঠিক আছে, সেই পাগল কৰা জঞ্জালবোৰ আমি চাওঁহক বাৰু।"

ফুলৰ কৰণী এটাৰ পৰা চেচিলিয়ে চিঠিবোৰ তেওঁৰ ওচৰত ধৰিলে। তেওঁ যেনে তেনে চিঠিবোৰ চালে, মাজেসময়ে একোখন লেফেফা ঘৈণীয়েকৰ কোলালৈ দলিমাৰি পঠিয়ালে।

হঠাতে এবাৰ তেওঁৰ হাতখন ঠৰঙা হৈ গ'ল।

নিজকে নিজে গুণগুণায় ক'লে "এইখন কি ?"

মমৰ মোহৰটো এৰুৱাওঁতে তেওঁৰ মুখখন বিৰাগ পূৰ্ণ আৰু গম্ভীৰ মনোযোগী দেখা গ'ল।

চিঠিখন পঢ়ি শেষ কৰাৰ পাছত চেচিলিয়ে সুধিলে—

"এইখন কি ?"

"এইখন আহিছে লিপজিগৰ গিৱানডাজ অৰ্কেষ্ট্ৰাৰ বেডিৰ ট্ৰাষ্টী সকলৰ পৰা। তেওঁবিলাকে মোক পৰিচালকৰ পদটো যাচিছে। তেওঁবিলাকে কৈছে যে স্বয়ং ৰজাই মোৰ নাম দিছে।"

"ৰজাই, কি ৰজা ?"

অধৈৰ্য্য হৈছিল ফেলিক্স, কিন্তু আত্মসংযম কৰি ক'লে "দ্বিতীয় ফ্ৰেডেৰিক আগষ্টাচ, তেওঁ চেক্স নিৰ ৰজা, লিপ্‌জিগ চেক্সনিত।" অনাৱশ্যকভাবে তেওঁ বঢ়াই ক'লে।

"মই জানো। কিন্তু কিয় তেওঁ—"

"কাৰণ মই ৰাণীৰ বাবে সঙ্গীত বজাওঁতে ইংলেণ্ডত লগ পাইছিলো।" প্ৰবল চেষ্টাৰে তেওঁ শান্ত হৈ ব্যাখ্যা কৰি ক'লে "তেওঁ ৰাজকোঁৱৰ

এলবাৰ্টৰ লগত আছিল।" তেওঁ খঙেৰে ক'লে "এইটো ইয়াতো নহ'ল তাতো নহ'ল—মই এই পদ গ্ৰহণ নকৰিম।"

"কিয় ?" দুঃচিন্তাতে চেচিলিৰ নীলা চকুজুৰি ডাঙৰ হ'ল।

"তোমাৰচোন ক'তো বন্দোবস্ত হোৱাও নাই ?"

ফেলিক্সে তেওঁলৈ চালে। যি আলোচনাৰ বাবে তেওঁ শঙ্কা কৰি আছিল আৰু অধিক কাল নোকোৱাকৈ থাকিব পৰা নেযায়। "এৰা, মই মই প্ৰায় পাইছোৱেই।"

অসুবিধাৰে তেওঁ দাছেলড্ৰফত পোৱা বাৰ্লিনৰ ছিঙ্গাকেডেমীৰ পৰা অহা পদটোৰ কথাটো ক'লে। তেওঁ বুজাই কবলৈ যত্ন কৰিলে কিয় তেওঁ এই বিষয়ে চেচিলিৰ আগত উলিয়াব পৰা নাই। "উৎসৱৰ সময়তে মই এই খবৰটো পাইছিলো। সেই সময়ত আমি কামৰ হেঁচাত আছিলো বাবে এই বিষয়ে নিৰলে আলোচনা কৰিব পাৰিম বুলি ভৱা নাছিলো"

তেওঁৰ প্ৰবঞ্চনাত চেচিলিয়ে মনোকষ্ট পাইছে বুলি তেওঁ মানিলে। তেওঁৰ ওঁঠৰ ফালে চাই চেচিলিয়ে মৌনভাবে শুনি আছিল। বাঢ়ি অহা স্নায়বিক দুৰ্ব্বলতাৰে সৈতে তেওঁ বাৰ্লিনৰ পদটোত থকা সুবিধাবোৰৰ বিষয়ে জোৰ দি ক'লে—"এই বিষয়ে তুমি চিন্তা কৰি চোৱা চেলেটি, মোৰ পৰিয়াল তাত আছে, আমি তেওঁবিলাকৰ লগত থাকিব পাৰোঁ। নহ'লে আমি নিজাকৈও এটা ঘৰ ল'ব পাৰিম। তাত আমি আমাৰ প্ৰিয় লোক সকলক আদৰ অভ্যৰ্থনা কৰিব পাৰিম।" তেওঁ পলকতে বুজিলে যে এইদৰে কোৱা ভুল হ'ল। চেচিলিয়ে বিচৰা নাছিল "প্ৰকৃততে এখন সুন্দৰ ঘৰ, "প্ৰিয় লোক সকলক আদৰ অভ্যৰ্থনা জনাবলৈও তেওঁ বিচৰা নাছিল……আৰু বেতনো বেচ শকত" তেওঁ আৰু ক'লে যাতে তেওঁৰ মনলৈ কৃপনালি ভাবটো আহে—"প্ৰায় দুগুণ"। তেওঁ দেখিলে চেচিলি মুগ্ধ হোৱা নাই—"ঈশ্বৰৰ শপত তুমি নো কিয় আমাৰ বাৰ্লিনলৈ যোৱাৰ বিৰুদ্ধে ?" তেওঁ একৰকম চিঞৰিয়েই ক'লে।

"ইয়াৰ বিৰুদ্ধে বুলি মই কোৱা নাই নহয়।"

"তুমি ইয়াৰ বিৰুদ্ধে আছা। তোমাৰ মুখ দেখিয়েই মই বুজিছোঁ।

"এইখন ধুনীয়া ঠাই আৰু তুমি তাত ভালো পাবা।"

"মই ভালদৰেই জানো যে তাত মই ভাল পাম, কিন্তু তুমি লিপজিগৰ পদটো গ্ৰহণ কৰাটোহে মই ইচ্ছা কৰোঁ।" তেওঁ শান্ত ভাবে, অধিক নম্ৰতাৰে আৰু ভদ্ৰ মেজাজেৰে, এটি শিশুৰ জেদেৰে আৰু অবুজন মনোভাবেৰে ক'লে।

"কিন্তু কিয় ? তোমাৰ এটা কাৰণ থাকিব নিশ্চয় পাবে।"

তেওঁ ডাঙৰকৈ সুধিলে।

"কিয় মই নেজানো" একে ক্ষিপ্ত কৰি তোলা নম্ৰতাৰে ক'লে "মাত্ৰ মোৰ এটা উপলব্ধি হৈছে তুমি তালৈ যাব লাগে।"

"এটা উপলব্ধি!" তেওঁ আস্ফালন কৰিলে। এক কাজিয়া, এক শক্তিশালী তৰ্কক তেওঁ সাদৰি ললেহেতেন। কিন্তু তেওঁ ওলোতাই যুদ্ধ কৰা নাছিল, তেওঁ মাত্ৰ কৈছিল যে লিপজিগৰ পদটো গ্ৰহণ কৰিব লাগে বুলি চেচিলিৰ 'উপলব্ধি' হৈছে।

"তুমি দেখা নাই জানো লিপজিগ আন এখন ক্ষুদ্ৰ চহৰ?" চেচিলিৰ হাতখন খামুচি ধৰি তেওঁ ক'লে "আন এখন দাছেলড্ৰফ।"

দাছেলড্ৰফত কৈ মাত্ৰ সামান্য ডাঙৰ আৰু কিছু ভাল অৰ্কেষ্ট্ৰা আছে। এইখন চেক্সনিৰ আনকি ৰাজধানীও নহয়। ৰাজা আৰু ৰাজসভা আছে ড্ৰেছডেনত। অপেৰা ঘৰটোও আছেগৈ ড্ৰেছডেনত। সমগ্ৰ লিপজিগত আছে মাত্ৰ এটা বিশ্ববিদ্যালয়। ড্ৰেৰ্পাচগিল্ড বিল্ডীংত আছে এটা কনচাৰ্ট হল, এইটোকে তেওঁবিলাকে গিৱানডাজ বুলি কয়। দাছেলড্ৰফৰ দৰে সেই একে জীৱনেই আমি পাম। সেই একে ধৰণৰ বন্ধুবান্ধব, অহঙ্কাৰী শিক্ষক, সেই একে চাহ, চৰবৎ, মদ তৈয়াৰ কৰা মিশ্ৰিত পনীয়, আৰু ধনী ব্যৱসায়ী। তুমি সেইটোকে বিচাৰানেকি?...মই গোটেই জীৱনটো এখন সৰু চহৰৰ পৰিচালক হৈ থকাটোকে তুমি বিচাৰানে? দুবছৰ কি তিনিবছৰ লিপজিগত, দুবছৰ কি তিনিবছৰ ষ্টাৰ্টগটিত নাইবা কলোজন, নাইবা ফ্ৰেঙ্কফোৰ্ট, নাইবা ডেনজিগ নাইবা মিউনিকত যি ক্ষেত্ৰ মই থাকিম বাৰ্লিনত। তুমি বুজিব পৰা নাইনে যে ছিঙ্গাকেডেমীৰ পৰিচালক হিচাবে মই বাৰ্লিনৰ ফিলহাৰমানিকৰ পদ খালি হোৱাৰ লগে লগে সেই একে-

শাৰীলৈ আহি যাম। জাৰ্ম্মানীত মই হ'ম প্ৰথম সঙ্গীতজ্ঞ। মই—ক্লান্ত ভাৱে তেওঁ কৈ গ'ল—"তুমি সুবুজা, তুমি ঠিক সুবুজা।"

চেচিল তেওঁৰ কাষ চাপি আহিল। মিনতিৰে কোমল কণ্ঠেৰে তেওঁ ক'লে "প্ৰিয় তোমাৰ লগত ময়ো বাৰ্লিনলৈ যাম, যদি তুমি তাকেই বিচাৰিছা।"

মুখখন গোমাই তেওঁ ক'লে "মই এইটো নিবিচাৰোঁ। তালৈ মই তোমাক টানিহে নিব লাগিব।"

"মই দুঃখিত, সচাকৈয়ে মই দুঃখিত। আৰু অনুগ্ৰহ কৰি নেভাবিবা যে মই স্বাৰ্থপৰ। ব্যক্তিগত ভালপোৱাৰ কথা মই চিন্তা কৰা নাই। কিন্তু মোৰ এক অদ্ভুত ধাৰণা হৈছে মই এইটো বৰ্ণনা কৰিব নোৱাৰো, এক ৰকম পূৰ্ব্বানুভৱৰ দৰে—যেন আমি লিপজিগলৈ যোৱাটো ঈশ্বৰে বিচাৰিছে······তিৰোতামানুহৰ লগত যুক্তি তৰ্ক নেখাটে। তেওঁবিলাকে যুক্তিত আগ নেবাঢ়ে আৰু ন্যায় শাস্ত্ৰলৈও তেওঁবিলাকে ভয় নকৰে। তেওঁবিলাকে কয় উপলব্ধি পূৰ্ব্বানুভৱ ঈশ্বৰৰ বিষয়ে। যি সকল তিৰোতাৰ স্বতঃ লব্ধ জ্ঞান আছে বুলি অনুমান হয় সেই সকলৰ লগত তুমি যুক্তিতৰ্ক কৰিব নোৱাৰা···

তাইৰ উপদেশ অনুসৰণ কৰিবলৈ দেউতাই কৈছিল। সকলো তিৰোতাৰ স্বতঃ লব্ধ জ্ঞানবোৰৰ এইটোও এটা আৰু যেতিয়া চেচিলি তেওঁৰ পত্নী। তেওঁক সুখী কৰিবলৈ ফেলিক্সে বিচাৰিছিল। "ভালবাক" আত্মসমৰ্পনৰ এটা হাঁহি মাৰি ফেলিক্সে ক'লে "আমি এবছৰ বা দুবছৰ কাল লিপজিগত চেষ্টা দি চাওঁ।"

দূৰণিত এক প্ৰতিধ্বনিৰ দৰে এটা গীৰ্জ্জা ঘৰৰ বহুদূৰণিৰ উপত্যকাৰ মাজনিত বাজিছিল ঘণ্টা ধ্বনি।

——× ×——

৫

# বহুনামী প্ৰেম

এপ্ৰিল মাহৰ সেই উৎসৱ মুখৰ আবেলি পৰত মহামান্য ফ্ৰেডেৰিক আগষ্টাছক সোণোৱালী আৰু ৰক্তিম বৰণীয়া ফিল্ড মাৰ্চেলৰ ইউনিফৰ্মত বৰ স্নুন্দৰ লাগিছিল। তেওঁ চন্দ্ৰতাপ শোভিত গিৱানভাজ হলৰ ভেটিৰ ওপৰত থিয়হৈ লিপজিগ্ বাসীক কৈছিল যে তেওঁবিলাকৰ সুন্দৰ কনজাৰভেটৰিয়াম আৰু ইয়াৰ স্থাপন কৰ্ত্তা ডক্তৰ মেণ্ডেলচনৰ বাবে তেওঁবিলাকে গৌৰৱ অনুভৱ কৰিব লগা কথাটো কেনে সচাঁ।

"যদিও মাত্ৰ দুবছৰ হৈছে ইয়াৰ খ্যাতি দিগবলয়ৰ বাহিৰলৈ সুদুৰ আমেৰিকালৈকো বিয়পি পৰিছে। সমগ্ৰ জাৰ্মানীৰ কতো—নেপাৱ, সমগ্ৰ ইউৰূপতো কোনেও বিচাৰি উলিয়াব নোৱাৰিব এনেকুৱা এটা চমৎকাৰ সঙ্গীত শিক্ষাৰ অনুষ্ঠান।"

এই বক্তৃতা শুনি দৰ্শকৰ মাজত আনন্দৰ হিল্লোল উঠিল।

অৱশেহত ড্ৰেছডেনত নথকা এটা বিষয় লিপজিগত আছিল। ড্ৰেছডেনত ৰজা থাকিব পাৰে; অপেৰাহল থাকিব পাৰে, কেইফ থাকিব পাৰে, কিন্তু তাত জানো সঙ্গীতৰ কনজাৰভেটৰীয়াম আছে? নাই। কিন্তু লিপজিগত আছে। ইতিমধ্যে তেওঁবিলাকে লাভ কৰিছে গিৱানভাজ অৰ্কেষ্ট্ৰা তাকো ডক্তৰ মেণ্ডেলচনৰ নিৰ্দ্দেশত আৰু এইটো স্বীকাৰ্য্য যে তাত জাৰ্ম্মানীৰ প্ৰথম চিম্ফনি অৰ্কেষ্ট্ৰা আৰু পৰিবৰ্ত্তী বছৰৰ বাবে এটা অপেৰা চিজনৰ কাৰণে কথা-বতৰা পাতিছিল। তেতিয়া হলে সাংস্কৃতিক ক্ষেত্ৰত ড্ৰেছডেনৰ স্থান কত থাকিব? ক'তো নেথাকিব। ড্ৰেছডেনক কোনে বিবেচনা কৰে শিল্পী সুলভ আৰু বুদ্ধিৰ কেন্দ্ৰস্থল বুলি? কোনেও নকৰে। এইখন হ'ব অসাৰ আনন্দৰ চহৰ, য'ত মানুহে কৌতুক আৰু ভোগবিলাসৰ আমোদৰ বাহিৰে আন কথা চিন্তা

নকৰে। তেতিয়া লিপ্‌জিগ বাসীয়ে সংশোধিত হোৱা সংস্কৃতিৰ আনন্দত অনাড়ম্বৰভাৱে মতলীয়া হ'ব। বজাৰ বেদীৰ সোফাঁলে থকা দুখন মেজৰ এখনৰ আসনত বহিথকা ফেলিস্কৰ ফালে মহামান্যই ঘূৰি ক'লে "কেইবছৰ মান পূৰ্ব্বে মই যেতিয়া গিৱানভাজ অৰ্কেষ্ট্ৰাৰ ট্ৰাস্টিক তেওঁৰ নামটোৰ বিষয়ে কৈছিলো তেতিয়া আশাতীত সম্ভাৱনাৰে সৈতে এজন চফল ডেকা। শ্ৰেষ্ঠ সঙ্গীতজ্ঞ হিচাবে তেওঁ আজি গোটেই ইউৰূপত খ্যাতি অৰ্জ্জন কৰিছে। সময়ে সময়ে বিৰাট চহৰবোৰে এই অসাধাৰণ মানুহজনক লোভ দেখুৱাই নিব খুজিছে, কিন্তু—" ক্লান্তিৰে ফেলিস্কে কৃষ হাতখনেৰে তেওঁৰ চকুজুৰি মোহাৰিলে। কিমানবোৰ বছৰ? দৈত্য-কায় যেন সময়! চুইজাৰলেণ্ডৰ পাথৰ প্ৰান্তত চেচিলিয়ে কৈছিল যে তেওঁৰ এটা "অদ্ভুত উপলব্ধি হৈছে, তেওঁবিলাক লিপজিগ্‌লৈ আহিব লাগে"—এই কথাটো কেইমাহমানৰ আগৰ যেনহে লাগে। কিমান বেগেৰে সময় বাগৰি গৈছে আনকি দিনবোৰ মন্থৰগতিৰে পাৰ হৈছিল যদিও……

এবা, তেওঁবিলাক লিপজিগলৈ আহিল। আৰু চেচিলিৰ স্বত্ব-লব্ধ জ্ঞান সচাঁ বুলি প্ৰমাণ হ'ল। প্ৰত্যেক বিষয়টো সুকলমেই হৈ গৈছে। তেওঁবিলাক ইয়ালৈ আহিবৰ এবছৰ নাইবা তেনেকুৱাই হ'ল—এতিয়াও তেওঁ বাৰ্লিনৰ আৰু বিশাল নগৰীয়া জীৱনৰ বাবে হেপাঁহ কৰিছিল। তেওঁ কোৱাৰ দৰে এই "দাছেলড্ৰফ নগৰৰ পৰা উঠি যাবলৈ অস্থিৰ হৈছিল। তাৰ পাছত আৰম্ভ কৰিলে লৰা-ছোৱালীবোৰ আহিবলৈ, আৰু তেওঁ এইটো বুজি নৌ উঠোতেঁই বহু পলমহৈ গৈছিল। সেই সময়ত তেওঁ এইবাবে অনুতাপ কৰিছিল আৰু এতিয়া তেওঁ অনুতাপ নকৰে। লিপজিগ্‌ত তেওঁ জীৱন অতিবাহিত কৰিব আৰু জীৱন শেষ কৰিব সেইটোৱেই ঠিক। তাৰ উপৰিও তেওঁ জানো ইয়াত সুখী হোৱা নাই? তেওঁ পাব পৰা সকলো বস্তুকেই তেওঁ জানো ইয়াত পোৱা নাই? নিশ্চয়……এগৰাকী মধুৰ আৰু বিশ্বাসী পত্নী, যি এগৰাকী মাতৃও আৰু এগৰাকী সুন্দৰ গৃহিনী—তিনটি লৰা আৰু দুজনী ছোৱালী……পাঁচোটি সুন্দৰ সন্তান……আটাইকেউটাৰে মাকৰ

পৰেই স্বৰ্ণকান্তি বৰণ। নিচেই সৰুটো 'লিলি'—মাত্ৰ এমাহ কি তেনেকুৱাই হ'ব……প্ৰেমেগুৰ পৰা দূৰৈত সকলোতকৈ আচুতয়া লুঙ্গেৰষ্টাইন বাগিচাত থকা ঘৰবোৰৰ এটা ধুনীয়া ঘৰ আছিল তেওঁৰ। প্ৰয়োজনতকৈ অধিক ধন তেওঁৰ আছিল তাতকৈ এজন' মানুহক অধিক কি লাগে ?

এতিয়া ৰজাই দৰ্শকক সম্বোধি, তেওঁবিলাকৰ সঙ্গীতৰ প্ৰতি থকা প্ৰেমৰ বাবে শলাগ লৈ চহৰৰ বিষয়া সকলৰ লগত, মহামান্য, মেয়ৰৰ লগত, কাউন্সিলৰ সভ্য সকলৰ লগত, গিৱানভাজ অৰ্কেষ্ট্ৰাৰ ট্ৰাষ্টি সকলৰ লগত প্ৰশংসা কৰি কৰ মৰ্দ্দন কৰিছিল।

"যদি আজি লিপজিগক জনা যায়" 'এথেঞ্চনগৰ' বুলি, চেস্কনিৰ শিল্পকলাৰ ৰাজধানী বুলি, এখন পৰস্পৰৰ ঐক্য আৰু উন্নতি হৈ অহা ঠাইবুলি তেন্তে এইটো হৈছে সেই সকল প্ৰকৃত প্ৰতিদ্বন্দ্বীৰ অক্লান্ত শ্ৰম, কল্পনা শক্তি আৰু নিঃস্বাৰ্থ উৎসৰ্গৰ দ্বাৰা—

উঠিব খোজা হাঁহিটো ফেলিস্কে দমন কৰিলে। কলাৰ এই প্ৰতি-পোষক সকলক তেওঁ কেনে ভালকৈ জানিব পাৰিছে !

সিহঁতৰ কৰ্ম্মচাৰীৰ প্ৰতি কঠোৰ, নিজৰ ভিতৰতে আছিল প্ৰতাৰণা পূৰ্ণ। বিবেচনাহীন সদাগৰ, বৃথা গৰ্ব্বী ব্যৱসায়ী, মদ তৈয়াৰ কৰা মানুহ আছিল সিহঁত। তেওঁৰ ঘৰত সিহঁতে ভোজ-ভাত খাইছে, তেওঁ খাইছেগৈ সিহঁতৰ ঘৰত। যাজক হেগেনৰ দেওবৰীয়া উপদেশবাণী শুনিবলৈ অহাৰ দৰে সিহঁত তেওঁৰ কনচাৰ্ট লৈ আহিছিল হয়তো যেতিয়া সিহঁতে অধিক ভাল পালেহেতেন তাছ খেলিবলৈ নাইবা মদৰ ৰাগী কৰিবলৈ তেতিয়া সিহঁতে ব্যাধিগ্ৰস্ত গল্প কৰিলেহেতেন—কিন্তু সিহঁত আহিছিল কাৰণ লিপজিগতে শিল্প কলাৰ সমৰ্থক হোৱাটো আৰু গাৰ্ড্জালৈ যোৱাটো সেই সময়ৰ ঢং আছিল, ভদ্ৰতাৰ এটা প্ৰমাণ আছিল, অধিক উচ্চ শ্ৰেণীৰ এইটো কৰ্ত্তব্য আছিল খ্ৰীষ্টিয়ানৰ সৎকৰ্মৰ আভাস দিয়া আৰু শিল্পক সমাদৰ কৰি দেখুৱা।

মেয়ৰ খ্ৰীষ্টোফো মুলাৰৰ সৈতে একৰকম বন্ধুত্ব ফেলিস্কৰ স্থাপন হৈছে। তেওঁৰ আন সকলতকৈ ভণ্ডামী কম ; আৰু প্ৰায়েই ভাল

কাম কৰিবলৈ সমৰ্থ হোৱা এই ৰঙাচুলিৰ আৰু ডাঙৰ মুখমণ্ডলৰ সৈতে ৰাজ-নীতিজ্ঞ জনক ফেলিস্কে ভাল পাবলৈ ধৰিলে। আন সকলৰ লগত তেওঁৰ মধুৰ সম্বন্ধ নাই যদিও তেওঁ সৰু চহৰৰ নিৰূপিত সৌজন্য, ৰীতি-নীতি, সহৃদয়তা ৰক্ষা কৰি যাব। তেওঁক সন্মান কৰিছিল, আনকি তেওঁক ভালো পাইছিল—যদিও চেচিলৰ দৰে আৰ্জ্জিব পৰা নাছিল আধা জনপ্ৰিয়তা। চেচিলি প্ৰকৃতপক্ষে হৈ পৰিছিল লিপজিগাৰ আৰু তেওঁক সকলোৱেই ভাল পাইছিল। এই মানুহবোৰৰ ৰসিকতাত তেওঁ কেতিয়াবা হাঁহিবলৈকো পাহৰি যায়।

ব্যৱসায়ৰ কামত তেওঁবিলাক যেতিয়া ড্ৰেছডেনলৈ গৈ উভতি আহি তেওঁবিলাকৰ ভ্ৰমণৰ কথা ফেলিস্কক কয়হি তেতিয়া নিজৰ বিৰক্তি লুকুৱাই ৰাখিবলৈ অপাৰগ হয়। তেওঁবিলাকে ফেলিস্কক কৈ যায় তেওঁবিলাক সেই অবাধ পাপৰ ৰাজ্যখনত, থাকোঁতে ঘটা চমক লগা দুঃসাহসিক ঘটনাবোৰৰ কথাবোৰ। তাৰ উপৰিও লিপজিগত, ইমান বছৰ থকাৰ পাছতো তেওঁ "বালিনৰ পৰা অহা বিদেশী হৈ আছিল।"

নিজকে জোৰেৰে বাস্তবতালৈ ঘুৰাই আনি ভাবিলে আৰু হয়তো মই সদায়েই বিদেশী হৈয়েই থাকিম। ৰজাই তেওঁৰ বক্তৃতা শেষ কৰি আনিছিল; সুন্দৰ বক্তৃতাৰ অনুলেপনেৰে তেওঁ প্ৰিয় প্ৰজা বৃন্দক অনুৰোধ কৰিলে—উদাৰ আৰু আন্তৰিক সমৰ্থন দি থাকিবলৈ ডক্তৰ মেণ্ডেলচনৰ নেতৃত্বত তেওঁবিলাকৰ উজ্বল চহৰ খনৰ খ্যাতি পৃথিবীৰ শেষ প্ৰান্তলৈ ব্যাপ্ত কৰা এই গিৱানভাজ. অৰ্কেষ্ট্ৰা আৰু সঙ্গীত কনজাৰ-ভেটৰীয়ামৰ প্ৰতিবাৰ্ষিকী উৎসৱৰ সামৰনি পৰিল।

বাঁগীত ঘৰলৈ উভতি আহোঁতে চেচিলিয়ে ডাঙৰকৈয়েই ক'লে "এইটো বাৰু আচৰিত লগা নাছিলনে ফেলিস্ক। মোৰ তোমাৰ বাবে ইমান গৌৰব হৈছে। মই যে কান্দিয়েই দিব খুজিছিলো। ৰজাই কি কৈছিল তুমি শুনিছিলানে?"

"কিহৰ বিষয়ে?"

তেওঁলৈ তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি ক'লে "তোমাৰ বিষয়ে তুমি জানো শুনা নাছিলা?"

"অৱশ্যে শুনিছিলো। তেওঁ কিবা বিশেষ কথা কৈছিল বুলি মোৰ মনত পৰা নাই। যোৱা বছৰ আৰু তাৰ আগৰ বছৰ দিয়া সঙ্গতি আৰু উন্নতিৰ বিষয়ে, আৰু সকলোৰে প্ৰতি শলাগ জনাই কোৱা সেই একে অধিকাংশ ওখভাব থকা বক্তৃতাৰ ফুলজাৰি বুলি মই ভাবিছিলো।"

চেচিলিৰ কপালৰ গাঠি ঘোপা হ'ল। এনেকুৱা ধৰণৰ কথাবোৰ প্ৰায় তীব্ৰ ৰাজদ্ৰোহ। ৰজাক এজনে যেনেকৈ শ্ৰদ্ধা কৰে তেনেকৈ তেওঁ ৰজাৰ বাধ্যও হ'ব লাগে। "মহামান্য ৰজাই সুন্দৰ ভাবে কৈছিল বুলিয়েই মই ভাবিছিলো।" তেওঁ একৰকম পেঙেৰি মাৰিয়েই ক'লে। "তেখেতে এই কনজাৰভেটৰীয়াম তোমাৰ কীৰ্ত্তিস্তম্ভ আৰু তুমি এই ৰাজ্যৰ প্ৰথম নাগৰিক বুলি তোমাক কৈছিল। তুমি শুনা নাছিলা জানো?" তেওঁৰ মাতত আছিল অধৈৰ্য্যতা। চেচিলিৰ ভৎস'নাৰ চাৱনি উপলব্ধি কৰি তেওঁ ক'লে "মই দুঃখ পাইছোঁ। মই হয়তো আন বাহিৰা কথাহে ভাবি আছিলো।"

"তুমিনো কিহৰ কথা চিন্তা কৰিছিলা?"

"সময় কেনে দৰে উৰি যায়। মই যে বুজিবই পৰা নাছিলো আমি যে ইয়াত ইমান দিন আছোঁ।"

চেচিলিৰ মুখত বিৰিঙি উঠিল ক্ৰোধ আৰু উৎকণ্ঠাৰ ছাঁ। "এতিয়াও বালিনৰ কথাকে ভাবি আছানে?—তুমি ইয়াত থাকি সুখী হোৱা নাই জানো?"

ফেলিক্সে তেওঁৰ হাতখন লৈ ক'লে "নিশ্চয় মই সুখী হৈছোঁ সোণজনী।" বাহুল্য ভাবে তেওঁক কোৱাৰ কোনো আৱশ্যক নাই যে অসুখী হোৱাৰ কোনো বোধগম্য কাৰণ নোহোৱাকৈ কোনো এজন অসুখী হ'ব পাৰে। দুয়োৰে মাজত যি বিলাক বিষয়ত বিৰোধ বাঢ়ি আহিছিল এই বিলাকৰ ভিতৰত এইটোও এটা আছিল এই অক্ষমতা— ইজনে সিজনৰ মনোভাব বুজিবলৈ:

"এজন যিমান সুখী হ'ব পাৰে সিমান।" তাৰ পাছত তেওঁ কথোপ-কথনৰ বিষয়টো সলনি কৰাৰ উদ্দেশ্যে তেওঁ ক'লে "প্ৰসঙ্গক্ৰমে তেনেকুৱা ধৰণৰ আৰম্বৰপূৰ্ণ প্ৰশংসা ৰজাই মোৰ প্ৰতি জ্ঞাপন নকৰাটো মই

বিচাৰিছিলো। মই চেস্কনিৰ নাগৰিক নহয় প্ৰথম কিম্বা শেষৰ কোনো এজনো নহয়। মই এতিয়াও প্ৰুচিয়াৰ মহামান্য ৰজা চতুৰ্থ উইলহেলমৰ এজন বিশ্বাসী বিষয়াহে। এই প্ৰশংসা তেনেকুৱা ধৰণৰ যি আনিব পাৰে মোলৈ অলেখ জুলুম আৰু জাগৃত কৰিব পাৰে হিংসা।"

"মই এইয়া আশ্চৰ্য্যজনক বুলিহে ভাবিছিলো দেখোন ?"

"তুমি ভাবিব পাৰা, কিন্তু আন সকলে নেভাবিবও পাৰে" পত্নীৰ সৰলতাত তেওঁ হাঁহি ক'লে, "তাৰোপৰি কনজাৰভেটৰীয়ামটো এটা সঙ্গীতৰ স্কুলহে। সঁচা কথা মই এজন পৰিচালক আৰু বঁচিবলৈ শিকাওঁ; কিন্তু এইটো মই অকলে পৰিচালনা নকৰোঁ নহয়। যদি এই কনজাৰভেটৰীয়ামটো মোৰ কীৰ্ত্তিস্তম্ভ হয়, তেন্তে যি সকলে এইটো থিয় কৰি ৰখাত সহায় কৰিছে এইটো তেওঁবিলাকৰো কীৰ্ত্তিস্তম্ভ হ'ব লাগিব।

তুমি এইটো জনাৰ পূৰ্ব্বেই কোনোবাজনে ক'ব মই ৰজাৰ বক্তৃতা খচৰা কৰি দিছিলো আৰু এই প্ৰশংসা বাক্য মই নিজেই লিখিছিলো।"

"ঠাট্টা নকৰিবা। তেনেকুৱা কথা কোনেও নেভাবে।" লাহেকৈ চেচিলিৰ হাতখনত তেওঁ থপৰিয়াই ক'লে "মানুহে কি বিশ্বাস কৰিব তাৰ কোনো সীমা নাই—"

বাগীখন আহি তেওঁবিলাকৰ ঘৰৰ দুৱাৰ মুখত ৰওঁতে গুস্তভে দুৱাৰখন খুলি ধৰিলেহি। ফেলিস্কৰ কাম কৰাৰ উপৰিও গুস্তভ পৰিয়ালৰ কাচোৱান হৈ পৰিছিল—চেচিলিয়ে অনুভব কৰিছিল যে খিতাপ দেখুৱাবলৈ এটা সম্পূৰ্ণ সময় কাম কৰা কাচোৱানৰ প্ৰয়োজন।

গাড়ীখনৰ পৰা ওলায় যাওঁতে ফেলিস্কে ক'লে "যিমানেই অদ্ভুত হওক আৰু সহজেই সিহঁতে বিশ্বাস কৰিব।" ঘৰৰ ভিতৰলৈ সোমায় যাওঁতে চেচিলিয়ে ক'লে "আমি এদিন আমেলিয়া ডছেনবাচ আৰু তেওঁৰ স্বামীক খাবলৈ বাস্তবিকে নিমন্ত্ৰণ কৰিব লাগিব। মই বুজিছোঁ মানুহজনী চতুৰ আৰু মানুহজন বৰ বিৰক্তিকৰ বুলি, কিন্তু তেওঁ বিশ্ব-বিদ্যালয়ৰ চেঞ্চেলাৰ, আৰু আমি তেওঁলোকৰ বাবে এইটো কৰিবই লাগিব।" ফেলিস্কৰ উশাহ বন্ধ হৈছিল, কিন্তু ৰজাই বক্তৃতা দিয়াৰ সময়ত তেওঁ অন্যমনস্ক হৈ থকাৰ বাবে ক্ষতি পূৰণ কৰিবলৈ বিচাৰি যিমান পাৰে প্ৰফুল্লিত হৈ ক'লে

"সৰ্ব্বান্তঃকৰণে; সেইটো বৰ ভাল কথা।"

ওপৰমহলালৈ বুলি হল ঘৰটো পাৰ হৈ যাওঁতে তেওঁবিলাকে কোনো কথা পতা নাছিল। তাৰ পাছত হঠাতে তেওঁ ক'লে "কালিলৈ বতৰ ভালে থাকিলে আবেলি পৰত স্কীমিডৰ ফাৰ্মলৈ যাব পাৰিম নে? চেচিলিয়ে কথাষাৰ ভাল নোপোৱা যেন বুজি তেওঁৰ সহানুভূতি পাবলৈ চেষ্টা কৰি ক'লে "বেচেৰা মানুহজনে মোক যে বহুত দিনৰ পৰাই মাতি আছে। আমি গলে তেওঁ আৰু তেওঁৰ পৰিবাৰ দুয়ো বৰ ভাল পাব। আনকি অলপ সময়ৰ কাৰণে হলেও।"

কৌশলেৰে ফালৰি কাটি তেওঁ ক'লে "বাৰু দেখা যাব।" হাৰমেন স্কীমিড এজন স্থূলমূল বৃদ্ধলোক। তেওঁৰ তপা মূৰটোৰ চাৰিওফালে মুকুত যেনকৈ আছিল শুভ্ৰ নিমজ চুলি। তেওঁ বাঁহী বজাইছিল আৰু গিৱানডাজ অৰ্কেষ্ট্ৰাৰ বিভাগীয় অধ্যক্ষ আছিল। তেওঁৰ পত্নী গৰাকী যেন এগৰাকী ৰান্ধনীহে আছিল এনে অনুমান হয়। সকলোতকৈ সাধাৰণ তিৰোতা। তথাপিচোন ফেলিস্কে বিশ্ববিদ্যালয়ৰ চেঞ্চেলাৰ এজনক ক'ব পাৰিলে বিৰক্তিকৰ বুলি আৰু বন্ধুত্ব কৰিলেগৈ স্কীমিডৰ দৰে মানুহ এজনৰ লগত। কোনো কোনো সময়ত তেওঁ ফেলিস্কক ঠিক বুজিব নোৱাৰা হয়, একেবাৰেই বুজিব নোৱাৰা হৈ যায় ফেলিস্ক।—

"মেথিল্ডা স্কোৱালৰাছে ইয়ালৈ আহিব পাৰে বুলি মোক তেওঁ কৈছিল, কিন্তু তুমি যদি যাব খোজা তেনেহলে অকলেই যাবাগৈ।"

পাছদিনা পুৱা ফেলিস্কে সাৰ পাই প্ৰথমেই দেখিলে তেওঁৰ কাষত চেচিলি নাই। তেওঁৰ টোপনি নভঙাকৈয়ে আৰু কোনো শব্দ নকৰাকৈ শোৱা পাটিৰ পৰা উঠি গৈ সাজ পাৰ পিন্ধিব পাৰিলে। তেওঁ সুন্দৰ ভাবে বুজিলে যে কাৰ্ল আৰু মেৰীক লৈ চেচিলি গীৰ্জ্জালৈ গ'ল। সেই কাৰণেই হয়তো ঘৰখন ইমান নিজম হৈ পৰিছিল।—

দ্বিতীয় বিষয়টো হ'ল যে বৰষুণ তেতিয়াও দিয়েই আছিল। এবা, স্কীমিডহঁতে বৰষুণ দিয়াৰ কাৰণেই চেচিলি নগল বুলি বুজিব। এইদৰেই এইটো ভাল হ'ল। কিছুমান অসম্ভৱ কাৰণ দেখুৱাবলৈ নিঃসঙ্গে গৈ তেওঁ ফাৰ্মত উপস্থিত হ'বগৈ নেলাগিব।—তেওঁ সঙ্গত কাৰণ উলিয়াবলৈ

চতুৰ নাছিল। শ্ৰীমতী মেণ্ডেলছন কিয় আহিব নোৱাৰিলে আৰু সেই বাবে তেওঁ বেজাৰ পাইছে।

স্কীমিডহৰ্তৰ লগত গাঁৱলৈ গৈ কেই ঘণ্টামান কটাবলৈ তেওঁৰ অদ্ভুত ভাবে ইচ্ছা হ'ল। তেওঁবিলাক স্নেহ পৰায়ণ আৰু বন্ধুত্বপূৰ্ণ আছিল। প্ৰকৃত মানুহ—ফাৰ্মৰ বনভোজৰ পৰা উভতি অহাৰ পাছত তেওঁৰ সন্মুখত দিনটো বিস্তিৰ্ণ হৈ পৰিছিল নীৰস আৰু ৰিক্ত ভাবে—তাতে জটিলতাত খাপখোৱাকৈ দছেনবাচইঁত নিশাৰ ভোজনৰ বাবে নিমন্ত্ৰিত হৈ আছিল। উস, হয়, কোনো উপায়েই যে নাছিল। আৰু উপায় নেথাকিলে তাক সহ্য কৰা উচিত। তেওঁ হাঁহিলে। খুব সোনকালেই চেচিলিয়ে পঞ্জিকাৰ প্ৰবচন দিয়াৰ দৰে তেৰোঁ প্ৰবাদ বাক্য উদ্ধৃত কৰিব।

হঠাতে আৰু অকাৰণতে তেওঁৰ চকুৰ সন্মুখত ভাহি উঠিল মেৰীয়াৰ মুখমণ্ডল। তাইৰ হাউলি থকা মূৰটো বৈ যোৱা ডিঙিৰ ৰেখাবোৰ, চুমা খোৱাৰ আগতে ধীৰগতিৰে ভাগ হৈ যোৱা তাইৰ ওঁঠ জুৰি তেওঁ চিনিব পাৰিলে। মৰমত বা ক্ৰোধত কৰ্কশ হৈ পৰা তাইৰ কণ্ঠস্বৰ তেওঁৰ শুনা যেন লাগিল, সঙ্গতিবিহীন তাইৰ সেই ভেনিচ দেশীয় মাত কথা সেই অদ্ভুত বাক্য গঠন তেওঁ শুনিবলৈ পালে। "এতিয়া তোমাৰ এগৰাকী ৰূপহী তিৰোতা আছে, হয়তো তুমি মোক পাহৰি গৈছা নহয় জানো? কিন্তু মই তোমাক এতিয়াও ভাল পাওঁ..." এইখিনিয়েই শেষ কথা তাইক তেওঁক কৈছিল। তেতিয়াৰ পৰাই তেওঁ ঝৈইটচক্ৰিফ্‌চ নামৰ সঙ্গীতৰ আলোচনী খনত ভিয়েনা, পেৰিচ, নাইবা চেণ্ট পীটাৰ্চবাগত তাইৰ বিজয় অভিনয়বোৰৰ কথা পঢ়িছিল। এবাৰ কি দুবাৰ তেওঁ আচৰিত ধ্বনিও শুনিছিল। দুবাৰকৈ তাই বিয়াৰ বিষয়ে প্ৰকাশ কৰিছিল। মৰমৰ মেৰীয়া, তাই বাৰু এতিয়া ক'ত আছেগৈ?...বৰ্ত্তমান তাইৰ প্ৰেমীক কোন বাৰু?

ফেৰিংটোন প্ৰসাদৰ সেই বলীয়ালি ভৰা দিনবোৰৰ কথা তাইৰ বাৰু এতিয়াও মনত পৰেনে? তাইৰ মূৰ্ত্তিটো আতৰাই পঠিয়াবলৈ তেওঁ চকুজুৰি মুদি দিলে। কিন্তু তাই নিচিহ্ন হৈ নগ'ল। আৰু তেওঁ এতিয়াও অনুভৱ কৰিলে গোপন আনন্দৰ শিহৰনৰ সৈতে তাইৰ অৱস

হাতৰ চেনেহৰ পৰশ আৰু তাইৰ চুমাৰ সেই উষ্ণ আদ্ৰতা শোৱাপাটীৰ ওচৰত থকা ঘণ্টাৰ জৰীডাল টনাৰ লগে লগে সোমায় আহিল ঘোপা চকুৰে কেথেৰিন। তেওঁ কেথেৰিনক ক'লে গুস্তভে আইদেৰেক আৰু লৰা ছোৱালীহতঁক লৈ বাগীৰে গীৰ্জ্জালৈ গলগৈ যেতিয়া তেওঁৰ চোন শোৱাপাটীতে জলপান খাবলৈ মন গৈছে! গৃহিণী আৰু কেথেৰিন দুয়ো ভাল নোপোৱা এইয়া আছিল বাইজাইনটেন ধৰণৰ ইচ্ছা পূৰণ। এইটো তেওঁ ভালকৈ জানিছিল। কিন্তু ফেলিক্সৰ কথাৰ সুৰত আছিল আদেশ। সেই কাৰণে এই বৃদ্ধা দাসী জনীয়ে কোনোৰকম সমালোচনা কৰাৰ পৰা বিৰত হ'ল। সহজাত প্ৰবৃত্তিয়ে অভিজ্ঞতাৰ লগত একহৈ তাইক শিকাইছে সতৰ্ক হোৱাৰ মূল্য। গৰাকী উদাৰ আছিল আৰু সৰহ ভাগ সময় পাৰ কৰিছিল আৰামেৰে; কিন্তু প্ৰয়োজন হ'লে একোটা শুকান চাৱনিৰে তাইৰ নিঃশ্বাস বাহিৰ কৰি দিছিল। পুৱাৰ জলপান খোৱা শেষ হ'লত তেওঁ খচমচ কৰি স্পেনাৰ্চৈ ঝেইটাংখন খুলি মহামান্য ৰজাই কনজাৰভেটৰীয়ামত বাৰ্ষিকী উৎসৱত যোগ দিয়াৰ আনন্দজনক খৱৰটো পঢ়িলে। গোটেই প্ৰবন্ধটোতে তেওঁৰ প্ৰশংসাৰে সিঁচঁতি হৈ থকাৰ কাৰণে তেওঁৰ আনন্দ লাগিল। তেওঁ উঠি ধীৰে সুস্থিৰে সাজ কাপোৰ পিন্ধি নিজৰ অধ্যয়ন খোটালীলৈ আহিল।

এইটো দাছেলড্ৰফৰ খোটালীটোৰ সমানেই ডাঙৰ অধ্যয়ন খোটালী আছিল। কিন্তু এই খোটালীটো এনেদৰে সজা হৈছিল যে সদায়েই গোমোঠা হৈ আছিল। ঘৰটোৰ পশ্চিম ফালে এইটো আছিল বাবে ইয়াত ৰদ নপৰিছিল কিন্তু শেতা সূৰুযৰ জিলিকণি ইয়াত পৰিছিল যদিও বছৰটোত কেইদিন মানৰ বাবেহে। ইয়াৰ সকলোতকৈ উত্তম কথা আছিল খিড়িকীখন, এইখন খুলিলেই ৰাজহুৱা উদ্যান, চেইণ্ট থমাচ স্কুল, অৰু চেইণ্ট থমাচ গীৰ্জ্জাঘৰ দেখা গৈছিল। একে চোঁচাই নামি অহা ভেলভেটৰ পৰ্দ্দাৰ মাজেদি দেখা গৈছিল গতিহীন এপাট কাড়ৰ দৰে লগা গীৰ্জ্জাৰ মণিকূটটো। এইটো এটা বেজাৰ লগা খোটালী হলহেতেন কিন্তু চেচিলিৰ স্বাভাৱিক বিচাৰ বুদ্ধিৰে খোটালীটো আৰাম-

দায়ক সুন্দৰ খোটালী কৰি তুলিছিল। কিন্তু এইটো আনন্দদায়ক কৰি তোলা চেচিলিৰ বাবে সাধ্যাতীত আছিল।

তেতিয়া বৰষুণ দি আছিল। ধূসৰ বৰণৰ মাজত এইটো বিষণ্ণ লাগিছিল, তেওঁ নিজৰ শেতা হাতখন গৰম কৰিবলৈ বুলি ডেস্কখনত বহাৰ আগতে আহি খন্তেক পৰ জুইকুৰাৰ ওচৰত থিয় দিলেহি। মেজ-খনৰ ওপৰত আছিল অসম্পূৰ্ণ সঙ্গীতৰ পৃষ্ঠা, আৰু তেওঁৰ দৃষ্টি বাগৰি গ'ল পাখি কলমেৰে পৰিষ্কাৰকৈ লিখা গানৰ স্তবক বোৰৰ ওপৰেদি। পঢ়ি যাওঁতে তেওঁৰ এনে লাগিল যেন এখন চেঁচা সেমেকা আচ্ছাদনৰ দৰে নিৰুৎসাহৰ কঁপনি তেওঁৰ গাত লাগিছেহি। তেওঁৰ হ'ল কি? 'মিডচামাৰ অভাৰটুৰৰ' পাখি লগা বামধেনু বৰণ বোৰৰ গতি কি হ'ব? কি হ'ব হিব্ৰাইডচৰ মনোৰম বৰ্ণনা সমূহত, ইটালী দেশীয় ঐক্যতান-বাদনৰ গীতিকাব্য সুলভ বৈশিষ্টতাৰ? কিয় তেওঁ লিখিব পৰা নাই আন এটা অষ্টপদী সঙ্গীত, আন এটা ও প্ৰধানৰ যন্ত্ৰসঙ্গীত? তেওঁ কিলাকুটিৰে মেজখনৰ-ওপৰত ভৰদি মূৰটো দুয়োখন হাতৰ মাজত থ'লে। তেওঁৰ হৃদয়ৰ স্পন্দন জীৱন্ত অনুভৱ কৰা, অনুপ্ৰেৰণাৰ এই ভাবাবেশ উপলব্ধি কৰা কিমান দিন হ'ল বাৰু? দুবছৰ হ'ল সেই বীণাৰ স্বৰলিপিৰ পৰাই···আৰু তাৰ আগতে তেওঁৰ চোন মনত নপৰে। তিনি চাৰিবছৰ —হয়তো আৰু বেচি—বহুবাৰ তেওঁ অনুভৱ কৰিছে সেই পুৰণি আশ্চৰ্য্য জনক উত্তেজনাটো, বাঢ়ি অহা উল্লাস, যিটো উৰ্দ্ধ সীমা পোৱাৰ পাছত প্ৰচণ্ড সুৰৰ সোঁতেৰে প্ৰবাহিত হৈ উপশম হৈছিলগৈ, কিন্তু এতিয়া তেওঁৰ এই মানসিক ক্ৰিয়া কলাপ আৰু মস্থৰ শক্তি যন্ত্ৰণাত পৰিণত হৈছিলগৈ; অন্ধ কৰি দিয়া অত্যন্ত যন্ত্ৰণাত আৰু তেওঁৰ লাওখোলাটোৰ ভিতৰত মগজু ধপধপাইছিল আৰু উখহি পৰিছিল। তেওঁৰ চকুৰ মণিদুটা কোটৰতে ভাঙি যেন টুকুৰা টুকুৰ হৈ গৈছিল। তেওঁৰ মনৰ মগহৰ মাজত কিছুমান পূজঁপূৰ্ণ গাঁড়, কিছুমান মাৰাত্মক টিউমাৰ নিজেই বহি গৈছে, সঙ্গীতৰ চিন্তাসমূহৰ গৰ্ভলৈ এইটো নিজেই জোৰেৰে সোমায় গৈছিল। তেওঁৰ হাতখনৰ দৰেই এইটো তেওঁৰ অংশস্বৰূপ হ'ল। তেওঁ এইটো অনুভৱ কৰিব পাৰিছিল, বহু দিন ধৰি এইটো তেওঁ অনুভৱ

কৰিছিল ; কিন্তু উপেক্ষা কৰি থাকিবলৈকে তেওঁ যত্ন কৰিছিল। ঘনাই ঘনাই হৈ থকা মূৰ কামোৰনিটোৰ বিষয়ে ক্ষীপ্ৰভাবে নিজকে ফাঁকি দি বুজালে যে ভাগৰ আৰু অতিৰিক্ত পৰিশ্ৰমৰ কাৰণেই এনে হৈছে বুলি। তেওঁ নিৰানন্দজনক অবজ্ঞাপূৰ্ণ বিৰোধিতাৰে বাচি লৈছিল বৃহত্তৰ কাম, যেন কেন্‌ভাছ খনৰ আকৃতিয়ে তেওঁৰ ক্ষমতাৰ গোপন প্ৰত্যয় আনিব।

সৰল সুললিত বক্তৃতা, প্ৰকাণ্ড গীত, সুৰৰ বিশাল তৰঙ্গ, যি কোনো ৰকমে কেতিয়াও বৰিষণ হোৱা নাছিল। ক্ৰমান্বয়ে লিখা প্ৰতিটো সঙ্গীত ৰচনা কৰোঁতে তেওঁ বুজিছিল বাঢ়ি যোৱা নিস্ফলতাৰ ভয়াবহতাৰ বিষয়ে—কাৰণ, বিদ্ৰূপজনক ভাবে তেওঁৰ গাতে লাগি থকা কৃতকাৰ্য্যতাই মাত্ৰ ব্যৰ্থহোৱাৰ খোঁচ লগাৰ পৰা তেওঁক কাঁটাতাৰেৰে আবৰি ৰাখিছিল।

তথাপি তেওঁ মানি লৈছিল উচ্চস্বৰে হোৱা প্ৰশংসাবোৰ, হাত-চাপৰিৰে তেওঁক জনোৱা শলাগনিৰ প্ৰতি হাঁহি তেওঁ ভদ্ৰভাৱে মূৰ দোৱাঁইছিল। কিন্তু তেওঁ আৰু অধিক নোৱাৰে। হয়তো ইয়াৰ কাৰণ হ'ব পাৰে বৰঘুণ, সস্তৰ খোটালাটোৰ অসুজল পৰিবেশ, হয়তো তেওঁ নিজে…। হঠাতে আৰু ভাও ধৰিব নোৱাৰা হ'ল। তেওঁ বুজিলে যে কিবা গুপ্ত ভয়ঙ্কৰ ব্যাধিয়ে তেওঁৰ মগজুত বাস লৈছে, আৰু তেওঁ ৰোগীয়া হ'ল—হতাশজনক ভাবে ব্যাধিগ্ৰস্ত, আৰু কাহানিও ভাল হৈ নুঠিব।

পৰাজয়ৰ এক পাশবিক ভয়ে তেওঁৰ মাংসপেশী স্পৰ্শ কৰিলে, তেওঁৰ কণ্ঠ চেপি ধৰি নিঃশ্বাস বন্ধ কৰিলে। তেওঁ নিজৰ হাতকিখন সেমেকি যোৱা যেন আৰু পিঠিত ঘামৰ কণ কণ টো অনুভব কৰিলে। তেওঁ, ফেলিক্স মেণ্ডেলচন বেমাৰত আক্ৰান্ত হৈ মৰিবলৈ ওলাইছে আৰু তেওঁৰ বাহিৰে এই কথা আন কোনোৱেই নেজানে। এইটো তেওঁৰ গুপ্ত কথা। এই গুপ্ত কথাটো হত্যাকাৰীয়ে গুপুতে নিজৰ দোষ লুকুৱাই ৰখাৰ দৰে অহৰহ এইটো সদায় তেওঁৰ লগত থাকিব। মৃত্যুৱেই আছিল তেওঁৰ গুপ্ত কথা যি ইতিমধ্যেই তেওঁৰ ভিতৰত সোমায় ধীৰে তেওঁক ধ্বংশ কৰি আনিবলৈ ধৰিলে। এইটো হৃদয়ঙ্গম কৰিবলৈকো চিন্তাটো

আছিল অতিশয় নতুন আৰু অতি হতাশ-জনক। অ, হয়, প্ৰত্যেকেই ভবাৰ দৰে তেওঁ মৃত্যুৰ কথা ভাবিছিল। কিবা অনিশ্চিত, টেৰেচীয়া। অৱশ্যে পৰিত্ৰাণ পাব নোৱাৰি, কিন্তু কেনেবাকৈ অসম্ভৱ আছিল। বয়সৰ লগে লগে ধীৰে হৈ পৰা অক্ষমতাৰ বাবে, ধীৰে শৰীৰ দুৰ্ব্বল হৈ অহাৰ কাৰণে, আৰু শেহান্তৰত নীৰব বশ্যতা স্বীকাৰে এইটো অধ্যাত্মিক আৰাম আৰু পবিত্ৰ প্ৰতিশ্ৰুতিৰ দ্বাৰা এতিয়াও সহজ কৰি দূৰবৰ্ত্তী এক সাম্ভাব্য ঘটনাক কোমল কৰি তুলিছিল কিন্তু সাঁতত্ৰিশ বছৰত নহয়।··· জীৱনৰ বসন্ত কালত, কৃতকাৰ্য্যতাৰ প্ৰাচূৰ্য্যতাত আৰু ঘৰ এই সুখময় স্নেহময় আবেষ্টনীৰ মাজত নহয়।

দুঃচিন্তাৰে তেওঁৰ মনটো ভৱিষ্যতৰ ফালে গ'ল। তেওঁ বাৰু এতিয়া কিমান দিন আছে ? মৃত্যুৱে তাৰ কাম কিমান দিনৰ পাছত শেষ কৰিব ? দুবছৰ···তিনিবছৰ ? হয়তো অনেক বছৰ। তাৰ উপৰিও তেওঁৰ আছে যৌৱন, আৰু যৌবন মানে শক্তি। তেওঁ উন্মাদ হৈছিল। শীৰ্ণ আৰু বিহ্বল, কিন্তু উন্মাদ। জীৱনত তেওঁ কেতিয়াও ৰোগীয়া নাছিল। তেওঁৰ দেউতাকৰ মৃত্যু হৈছিল তিনিকুৰি বছৰ বয়সত, ককাদেউতাকৰ সাতাৱন্ন বছৰ বয়সত মৃত্যুক যেনেদৰে বৰণ কৰা উচিত তেনেকৈ দুয়োজনে টোপনিতে মৃত্যুক বৰণ কৰিলে। তেখেতৰ মাকৰ বয়স এশওৰ বছৰ বয়স হলেও তেখেত এতিয়াও সুস্থ আৰু সৱল···কিয় বাৰু তেওঁ সাঁত-ত্ৰিশ বছৰ বয়সত মৰিব লাগে ? তাৰ বাহিৰেও ইয়াত বহু চিকিৎসক আছে। লিপজিগ্‌তে দেখোন কেইজনমান সুদক্ষ চিকিৎসক আছে। দৰৱ পাতিবো আচৰিত ধৰণে উন্নতি হৈছে।···আৰু তেনেহ'লে সম্ভৱ··· সম্ভৱ তেনেহলে এইবোৰ তেওঁৰ কল্পনাহে, ৰোগীয়া তেওঁ মুঠেই নহয়, এই মূৰৰ কামোৰনিবোৰ একা ?···মূৰ কামোৰনি প্ৰত্যেকৰে আছে। উত্তেজনাৰ পৰা তেওঁৰ এতিয়া কপঁনি উঠিছিল, অস্পষ্টভাবে যুক্তি দেখুৱাইছিল, তেওঁৰ মনৰ মাজত নিজে থিতাপী লোৱা মৃত্যুৰ চিন্তা উঘালি পেলাবলৈ তেওঁ প্ৰচণ্ড ভাবে চিন্তা কৰিলে। অতিসুস্থ তেওঁ কেতিয়াও অনুভৱ কৰা নাছিল, সুস্থহে তেওঁ অনুভব কৰিছিল···দুৱাৰখনত হোৱা টোকৰটো শুনি তেওঁ উচাপ্ খালে—দুৱাৰ দলিটোক আবৰি থিয়

হলদি কেথেৰিন "বাপা ফেলিস্ক, মাননীয় মেয়ৰ আহিছে।"

এই ঘৰটোত নিজৰ প্ৰভাব বিস্তাৰ কৰিবলৈ আৰু ফেলিস্কক মাননীয় ডক্টৰ বুলি সম্বোধন ধৰা সেই ঘৰত মাত্ৰ লৰাছোৱালীহঁতৰ ধাতৃৰ কাম কৰা এলগা নামৰ পৰিচাৰিকা জনীতকৈ অসীম শ্ৰেষ্ঠত্ব দেখুৱাবলৈকে কেথেৰিনে সম্প্ৰতি গুস্তভৰ দৰেই বোপা ফেলিস্ক বুলি মাতিবলৈ লৈছিল।

গিৰিপকৈ তেওঁ থিয় হৈ অবাক মানি ক'লে "ওঁ মই ঘৰত আছোঁ, তেখেতক ভিতৰলৈ আহিবলৈ দিয়া।"

ধুনীয়া হাঁহিটোৰে শকত-হাতখন আগবঢ়াই যেতিয়া খ্ৰীষ্টোফোমুলাৰ আহি ভিতৰ সোমায়ছিলহি তেতিয়া মাত্ৰ মুখখন ৰুমালেৰে মোহাৰি দুৱাৰখনৰ ওচৰ পাবলৈ সময় হৈছিল ফেলিস্কৰ।

সাধাৰণতে বহা মেজখনৰ সিফালে থকা চকীখনৰ ফালে যাওঁতে মেয়ৰজনে গুণগুণাই সুধিলে "হেৰি চেস্কনিৰ প্ৰথম নাগৰিক কেনে আছে?"

ফেলিস্কে এটা বিমূঢ় হাঁহি মাৰি সুধিলে "আৰু লিপজিগ্‌ৰ মহামান্য লাটবাহাদুৰ একা কেনে আছে?"

ফেলিস্কৰ ডেস্কখনৰ বিপৰীতে থকা ঠাহি ঠাহি ভৰোৱা তুলাৰ চকীখনত তললৈ হাওলি বহোঁতে মূলাৰৰ মুখত তেতিয়াও লাগি আছিল হাঁহিটো। মিছাকৈয়ে উদ্বিগ্নতা দেখুৱাই তেওঁ ক'লে, "আপোনাৰ সৃষ্টিমুখী শ্ৰমত মই ব্যাঘাত জন্মোৱা নাইবুলি আশা কৰিছোঁ।"

"হে ঈশ্বৰ, নাই কৰা, মোৰ সৃষ্টিমুখী শ্ৰমো কেতিয়াবা অতি ক্লান্তিকৰ হৈ পৰে।"

"মই হেগেনৰ আন এটা ধৰ্ম্ম উপদেশ বাণী পেটত, ঠিক পেটত আৰু ভৰাব নোৱাৰিলোঁ।—যোৱা কালি হোৱা সেই উপদেশমূলক বক্তৃতাৰ পাছত নহয়। সেই কাৰণে মই মোৰ মৰমৰ ঘৈণীজনীক হেগেন ডাঙৰীয়াক ক'বলৈ কৈছোঁ যে মই অসুস্থ হোৱাৰ কাৰণে শয্যাশায়ী হৈ আছোঁ আৰু যাব নোৱাৰি দুখ পাইছোঁ। নিজৰ এই প্ৰবঞ্চনাত তেওঁ নিজেই হাঁহিলে।

অস্বাভাবিক প্ৰবল এক আবেগেৰে ফেলিক্সে ক'লে"আপুনি ইয়াতকৈ অধিক ভাল সময় আৰু বাচি লব নোৱাৰিলেহেতেন। আপুনি খাব কি বাৰু? চেৰী নে পোৰ্ট, নহ'লে অকণমান সম্ভৱ—?"

মেয়ৰৰ চকুলৈ চাই তেওঁ ভাল পোৱা পানীয় বিধৰ কথা বুজি ফেলিক্সে ক'লে "ময়ো আপোনাৰ লগতে এগিলাছ পিম বুলি ভাবিছোঁ।"

খন্তেক পাছত তেওঁবিলাকে এই জিৰণি ভৰা সময় কণত সুৰাৰ ৰাগী কৰি থাকোঁতে আগদিনা কনজাৰভেটৰীয়ামত হোৱা বিষয়টোৰ আলোচনা কৰিলে। এঢোক মদ পি মেয়ৰজনে ক'লে "মই ভাবোঁ এইটো বৰং ভালেৰেই হৈ গ'ল। বক্তৃতাবোৰৰ বৰ দীঘল আছিল। কিন্তু সেইটো সদায়েই হয়। মই বক্তৃতা দিবলৈ ভাল পাওঁ, কিন্তু সেইয়া শুনিবলৈ হে মোৰ বিৰক্ত লাগে।"

"মই ইচ্ছা কৰোঁ এই অৰ্থহীন আৰু প্ৰত্যেককে বিৰক্তিদিয়া জাক্‌-জমক বক্তৃতাবোৰ কৰাৰ আনকিবা উপায় থকাটো। প্ৰসঙ্গক্ৰমে মহামান্য ৰজাই সেই "প্ৰথম নাগৰিক' মন্তব্যটো নকৰা হলেই ভাল আছিল। যদিহে কেতিয়াবা প্ৰুচিয়াৰ ৰজাই এইটো শুনিবলৈ হয় তেন্তে মোৰ অৱস্থা কাহিল হ'ব।"

"মই উৎকণ্ঠিত নহঁও। আপুনি যোগ্য প্ৰশংসা লাভ কৰিছে বুলি ভবাৰ বাহিৰে আন কোনোবাই কিবা ভাবিব বুলি মই নেভাবোঁ, মাত্ৰ হয়তো কুৰ্গেৰৰ বাহিৰেহে।" তেওঁৰ হাতত থকা গিলাচটোলৈ চাওঁতে তেওঁৰ মাত সৰু হৈ আহিল। "সি যে এনেকুৱা বিশ্বাসঘাটক আৰু হিংসা কুৰিয়া দুৰ্বৃত্ত সাংঘাতিকো"...হঠাতে পৰিবেশটো নিৰৱ হৈ পৰিল। তেওঁৰ কল্পনাশীল দৃষ্টি আহি নিবদ্ধ হ'লহি মদখিনিত। "ফেলিক্স আপুনি জানেনে মই কেতিয়াবা আচৰিত হওঁ ভাবি যে এই মানুহটো বলীয়া হয়নে নহয়? মই বলীয়া হয় বুলিয়েই ভাবো।"

"বলীয়া!" মুলাৰৰ যে প্ৰথম কাউন্সিলৰ সভ্যজনৰ প্ৰতি সহানুভূতি নাছিল এইটো তেওঁ বুজিছিল; কিন্তু তেওঁৰ বলীয়ালিলৈ প্ৰশ্ন তোলা তেওঁ কেতিয়াও শুনা নাছিল।

"তেওঁক ময়ো বৰ ভাল নেপাওঁ কিন্তু তেওঁক বলীয়া বুলি ক'ব নোৱাৰোঁ।"

"তাক মই যেনেদৰে জানো আপুনি নেজানে।" তেওঁৰ ভাবৰ কোনো পৰিবৰ্ত্তন নহ'ল।

"ওঠলৈ গিলাচটো ডাঙি ফেলিস্কে সমৰ্থন কৰি ক'লে "সেইটো সঁচা। মই মাত্ৰ ট্ৰাষ্টিসকলৰ বোৰ্ডৰ মিটিংত হে তাক দেখিছো।"

"সেইটোৱেই হৈছে কথা। তাক মই প্ৰায় প্ৰতিদিনেই দেখা পাওঁ, আৰু মই আপোনাক কওঁ যে তাৰ কোনোবাখিনিত খুত আছে। জোৰেৰে চিএঁৰ বাখৰ কৰি মুখৰ ফেন উলিয়াই থকা বলীয়া বুলি মই কোৱা নাই। কিন্তু কেতিয়াবা তাৰ চাৱনি বৰ আচৰিত লাগে। মোক বিশ্বাস কৰক এই মানুহটোৱে কেতিয়াবা কিবা উন্মত্ত কল্পনা প্ৰসূত কাম কৰিব পাৰে। এইবোৰ কোনো কথা নাছিল, পাছে আপুনি জানেই যে সি বৰ ধনী, বাতৰি কাগজৰ সি এটা অংশীদাৰ, আৰু এই টাউন খনৰ ওপৰত কৰ্ত্তৃত্ব কৰাৰ চিন্তাত সি জ্বলি পুৰি মৰিছে। সি বৰ গোড়া। আপুনি জানেনে আপোনাক পৰিচালকৰ পদত নিয়োগ কৰাৰ বিৰুদ্ধে আপত্তি কৰি বোৰ্ডক ভোট দিয়া একমাত্ৰ সভ্য জন আছিল সি। আন কি মহামান্য বজাই আপোনাৰ নামটো নিজে দিয়া স্বত্বেও।"

উচপ খায় ফেলিস্কে ক'লে "মই জনা নাছিলো, অৱশ্যে সি ইহুদী বিৰুধী বুলি গুজৱ মই শুনিছিলো।"

"সি প্ৰত্যেকৰে বিৰুধী। কেথেলিক সন্ন্যাসীনীয়ে পৰিচালনা কৰা এটা চিকিৎসালয় কাউন্সিলে বন্ধ কৰি দিয়াটোও সি এবাৰ চেষ্টা কৰিছিল। আকৌ আন এটা সময়ত সি বিচাৰিছিল চেইণ্ট থমাচ গীৰ্জ্জা ঘৰৰ বাহিৰে আন কোনো গীৰ্জ্জা ঘৰত দেওবাৰে ঘণ্টা বজোৱাটো আমি এক আধ্যাদেশৰ দ্বাৰা বন্ধ কৰি দিয়াটো। তাৰ বাবে সাৱধান হওক ফেলিস্ক—" অমনোযোগীভাবে গিলাচটো আঙুলিৰ মাজত ঘুৰায় থাকি মেয়ৰে ক'লে।

"প্ৰত্যেক ধৰ্ম্মতে গোড়ামি আছে। মোৰ জীৱনত কেইজনমান ইহুদীৰ কথা মই জানো আৰু মই বিশ্বাস কৰো আনবোৰৰ দৰেই এই

বোৰ বেয়া। ধৰ্ম্মান্তৰ হোৱাৰ কাৰণে মোৰ বুঢ়ী আইতাই বোৱা দহবছৰ কাল নিজৰ পুতেকক দৰ্শনকে কৰা নাই। হয়, পাছে তেখেতে নিজকহে দুখ দিছে। কুৰ্গেৰে চেষ্টা কৰিব সুবিধা পালে সৎ অসৎ উপায়েৰে আপোনাক নাইবা মোক আঘাত কৰিবলৈ। আৰু তাৰ এই কথাটোকে মই সকলোতকৈ ঘৃণা কৰো। সি আপোনাৰ ব্যক্তিগত জীৱনৰ পৰা কুৰুকি কুৰুকি কিবা উলিয়াব আৰু তাকে প্ৰয়োগ কৰিব আপোনাৰ বিৰুদ্ধে। মই জানো যদি সি সাহস কৰে তেন্তে মই আলৃগাক ৰখাৰ কথাটোকে প্ৰয়োগ কৰিব। কিন্তু আমি এই টাউন খনত আছোঁ তিনি শতাব্দী জুৰি—মোৰ এজন ককাদেউতাৰ ককাদেউতাকৰ ককাদেউতাকৰ ককাদেউতাকৰ ককাদেউতাকৰ ককাদেউতাক লুথেৰক সময়ত মেয়ৰ আছিল। আৰু সি সাৱধানে আছে। সিও জানে মই তাৰ প্ৰতি চকু ৰাখিছোঁ। তেওঁৰ কণকণ শঠ চকুজুৰিত বিৰিঙিল কৌতুকৰ জিলিঙনি।

কথাবতৰা শেষ হ'ল। কিন্তু সেই নিৰব পৰিবেশটো নিৰব যাতনা-হীন আৰু আৰামদায়ক। খন্তেক পৰ দুয়োজন মানুহ নিজৰ চিন্তাত বিভোৰ হ'ল। অন্যমনস্কতাৰে মেয়ৰে কাৰুকাৰ্য্য খচিত বৃহৎ সুৰাৰ পাত্ৰটো তুলিবলৈ বুলি তলৰপিনে হাওলি গিলাচটোত মদ ভৰায় লৈ পুনৰ আৰম্ভ কৰিলে চিন্তা কৰিবলৈ।

"আপোনাৰ যে কোনোবা এজনে অপকাৰ কৰিবলৈ বিচাৰিছে এই অনুভবটো নিৰানন্দজনক অনুভব।" ফেলিস্কে ক'লে।

"এইটোত আপুনি অভ্যস্ত হ'ব লাগিব। উচ্চ স্থানত থকাৰ মূল্য আপোনাৰ এইটো হ'ব।" কান্ধটো জোকাৰি খ্ৰীষ্টোফো মুলাৰে ক'লে।

"কিন্তু গিৱনভাজ অৰ্কেষ্ট্ৰা পৰিচালনা কৰিবলৈ কুৰ্গে ৰেনিকায় বিচৰা নাছিল।"

তেওঁ হাত খন জোকাৰি তেওঁ ফেলিস্কৰ প্ৰতিবাদৰ অন্ত পেলাই ক'লে "আপোনাক মই শলাগিব খোজা নাই। কিন্তু বহলাই ক'ব খুজিছো কেনেদৰে সি চিন্তা কৰে। আপুনি এজন শ্ৰেষ্ঠ লোক, এজন বিখ্যাত সঙ্গীতজ্ঞ। এতিয়া চেস্কনিৰাজ্যৰ প্ৰথম নাগৰিক আৰু সি কোৱাৰ দৰেই এজন অখ্ৰীষ্টিয়ান। এই বোৰ যন্ত্ৰণা দায়ক। মানুহজন

কলীয়া বুলি মই আপোনাক কওঁ।” তেওঁৰ বহল বুকুখন ওফন্দি এটা নিশ্বাসৰ ফোঁচফোচনিৰে জামৰি গ'ল। “এই সৰু টাউনবোৰৰ বিষয়ে জুলুম এই বোৰেই। যথেষ্ট একো নকৰাকৈয়ে মনবোৰ বৰ নিকৃষ্ট আৰু দোষিত হয়। এই অলগাৰ কথাকেই ধৰক, বাৰ্লিনত মনোযোগ নিদিলেহেতেন, কিন্তু ইয়াত এই বিষয়ে মানুহে কোৱা মেলা কৰে। তাৰ বাহিৰে তেওঁবিলাকৰ কৰিবলৈ একোকেই নাই। ঠিক আছে, মোৰ এজনী ৰক্ষিতা আছে আৰু তাইক চাবলৈকে মই সপ্তাহত এবাৰ বা দুবাৰকৈ যাওঁ। মই তাইক ইয়াত ৰাখিছোঁ, কাৰণ কাউন্সিলৰ সকলোবিলাক লোক আৰু ট্ৰাষ্টিয়ে ড্ৰেছডেনলৈ গৈ বেশ্যাৰ ওপৰত জপিয়াই পৰাৰ দৰে কৰাতকৈ এইটো অধিক সুবিধা। ইয়াৰ অৰ্থ এইটো নহয় যে মই মোৰ পত্নীক ভাল নেপাওঁ। ইলচা সুন্দৰ আৰু এগৰাকী আচৰিত পত্নী, আৰু মই তেওঁৰ অনুৰাগী। কিন্তু আপুনি তেওঁক ঠিক ৰূপহী বুলি নক'ব। কবনে বাৰু ? আৰু তেওঁ নিশা পিন্ধা গৰম সাজ কাপোৰ আৰু টুপীটোৱে তেওঁক আনকি প্ৰলুব্ধহীন কৰি তোলে বুলিহে মই ক'ম।” এটা চেপা কাঁহৰ মাজত শেষৰ কথাখিনি শেষ হ'ল। ফ্লেনেল কাপোৰৰ সাঁজ আৰু টুপী পিন্ধা শকত থুতৰিৰে মেয়ৰ-পত্নীৰ মুখচ্ছবি কল্পনা কৰি ফেলিস্কে নিজৰ মুখখন পোনাই ৰাখিবলৈকে তেওঁ নিজকে চিকুটি ধৰিলে। “আৰু সেই কাৰণে মোৰ নিজৰ বাবে পাইছোঁ এজনী ৰূপহী ছোৱালী। তাই শান্ত, সুবিবেচনা-পূৰ্ণ, সতৰ্ক আৰু স্নেহ পৰায়না। মোক তাই মুঠেই বিৰক্ত নকৰে।” তেওঁ এক পৰম বিশ্বাসেৰে সুধিলে “আপুনি জানে নে মই তাইক লগ কেনেকৈ পালো ?”

“টাউনৰ বাহিৰত ক'ৰবাত মই শুনিছিলো। মই কোনো মন দিয়া নাছিলো।”

পানীৰ আয় লব'লৈ মই তেতিয়া আছিলোগৈ ওৱেজবেডেনত আৰু সেই সময়ত তাই কোনো সেই তৃতীয় শ্ৰেণীৰ থিয়েটাৰ কোম্পানীত গান গাইছিল। এইবোৰে সাহায্য লাভৰ বাবে. ঘনাই ঘনাই ভ্ৰমি ফুৰিছিল আৰু সদায়েই টেটুলৈকে ধাৰ লাগিছিল। এইখনো

যেতিয়া বন্ধ হৈ আহিছিল তেতিয়া তাই একোদিনত তিনিসাজ আহাৰ আৰু তাইৰ বাবে এটা ঘৰৰ সম্ভাবনাত জপিয়াই পৰিল।

এনেদৰেই এইটো আৰম্ভ হৈছিল। সেই একেটা কোম্পানীৰে আন এজনী ছোৱালীৰে সৈতে তাই ইয়ালৈ আহিছিল। ইজনীৰ কিহ'ল মই নেজানো। অলগা তেতিয়াৰ পৰাই ইয়াতে আছে। তাই কাৰো অপকাৰ নকৰে। তেওঁবিলাকে মোৰ পাছত যিহকেই নকওক কিয়, মই কিন্তু তাইক ইয়াত ৰাখিবলৈকে মনস্থ কৰিলো।" অলগা বেকাৰৰ বিষয়ে এতিয়া শেষ হ'ল যেন বোধ হ'ল আৰু খন্তেক পৰ কোনেও কথা বতৰা কোৱা নাছিল। ফেলিস্কে তেওঁৰ গিলাছটো পুনৰ ভৰালে; খ্ৰীষ্টোফোই জ্বলালে এটা সুগন্ধি যুক্ত মিহি মুগা বৰণীয়া চুৰট।

পাক খায় উৰি যোৱা ধোঁৱাবোৰলৈ আধামেলা চকুজুৰিৰে চাই তেওঁ সুধিলে "কনজাৰভেটৰীয়াম কেনে চলিছে? আপুনি স্কুমেনৰ পৰিৱৰ্ত্তে মানুহ পালেনে?"

"এতিয়ালৈকে পোৱা নাই এথোন। যাতে ছাত্ৰ সকলে ভোগ কৰিব লগা নহয় তাৰ বাবে মছেলচ্ আৰু মই আমি দুয়ো শ্ৰেণী-বোৰ ভাগ কৰি লৈছোঁ। কিন্তু অহা গৰমৰ বন্ধতহে মই সুখপাম।" "আচৰিত! এই স্কুল চলি থকা অৱস্থাতে ৰাচিয়ালৈ পলায় যোৱাটো।"

"তেওঁৰ পত্নী গৰাকী তাত কনৰ্চাট বজোৱাৰ চুক্তিত আবদ্ধ আছিল। সহধৰ্ম্মীনীৰ লগত তেওঁ যোৱাটো যুক্তি সঙ্গত বুলি তেওঁ বিবেচনা কৰিলে। মই ভাবোঁ তেওঁ ঠিক কৰিছে। আপুনি নেভাবে জানো?" মেয়ৰে হঁা বা না একো স্পষ্ট মন্তব্য নিদি ক'লে "সম্ভৱ বেচাৰা মানুহজনে বিয়া কৰাই বৰ জুলুমত পৰিছে ছাগৈ। হয়তো তাইক তেওঁৰ চকুৰ আৰঁ কৰিব নোৱাৰে!"

তেওঁ বিলাকৰ আচৰিত জোৰ হৈছে। দুয়ো বিখ্যাত শিল্পী। মোৰ মতে আজি জীৱিত সকলৰ ভিতৰত ৰবাৰ্ট শ্ৰেষ্ঠ গ্ৰন্থকাৰ আনকি আশা কৰাৰ দৰে তেওঁৰ কামে স্বীকৃতি পোৱা নাই যদিও।

আৰু ক্লাৰাৰ বিষয়ে ক’বলৈ গ’লে—মই তেওঁৰ লগত প্ৰায়েই পিয়ানো বজাইছিলো আৰু মই সঁচাকৈয়ে ভাবোঁ ফ্ৰেঞ্চ লিজ্‌টৰ দৰেই তেওঁ শ্ৰেষ্ঠ।”

“তেওঁৰ দেউতাক বৃদ্ধ ওৱেকেও হয়তো তেনেকৈয়ে ভাবিছিল।” গিলাচটো মুখলৈ তুলি মুলাৰে ক’লে। কাৰণ জীয়েকক ত্যাগ কৰিবলৈ আৰু সেই খেয়ালী, মৌন, দিনত স্বপ্ন দেখা স্কুমেন্নক বিয়া কৰাবলৈ দিবলৈ তেওঁ বাস্তবিকে বিৰক্ত হৈছিল, তাৰ বাহিৰেও তেওঁ আছিল দুখীয়া।”

ফেলিস্কে আপত্তি কৰি ক’লে “ৰবাৰ্ট দুখীয়া নহয়।”

সম্মতিৰ ভঙ্গীৰে মুলাৰে ক’লে “এৰা সম্ভৱ কপৰ্দকশূন্য নহয়, কিন্তু আপুনি ভাল অৱস্থা বুলি নকয়—আশা কি যে জটিল আৰু বিশৃঙ্খল অৱস্থা আছিল এইটো! কেবা মাহো জুৰি লিপজিগে এই কথাকে—কৈছিল ঠিক এখন যাত্ৰাৰ বচনৰ দৰে।

খেয়ালী, বৃদ্ধ পিয়ানোৰ শিক্ষকে বাস কৰিছিল ৰূপহী জীয়েকৰ সৈতে, যি আছিল এগৰাকী প্ৰতিভাশালী শিশু। ইতিমধ্যেই তেওঁ পাঠ শিকোৱাতকৈ তাইৰ কনচাৰ্টৰ দ্বাৰাহে অধিক ধন উপাৰ্জ্জন কৰিছিল। সুন্দৰ দেহবৰ্ণৰ আৰু সুশ্ৰী বেজাৰ মুৱা যেন লগা স্কুমেন তাত প্ৰবেশ কৰিছিলগৈ, ক্লাৰাৰ দেউতাকৰ ছাত্ৰ হিচাবে। দুয়োজন ডেকা-গাভৰু প্ৰণয় পাশত আবদ্ধ হ’ল। দেউতাক অগ্নিশৰ্মা হ’ল। ডেকা লৰাটোক লঠিয়াই বাহিৰ কৰি দিলে, ক্লাৰাক ডিঙিত ধৰি লৈ গ’ল। ৰঙ্গমঞ্চৰ যৱনিকা পৰিল। বিচ্ছিন্ন হৈ দুয়ো প্ৰেমিক-প্ৰেমিকাই ব্যাকুলতাৰে দুয়ো দুয়োৰে কাৰণে হেপাঁহ কৰি গোপনে চিঠি পত্ৰৰ আদান প্ৰদান কৰিবলৈ সক্ষম হ’ল। হায়, এখন চিঠি দেউতাকে পাই ক’লে ঘৃণাজনক বুলি……দেউতাকৰ ক্ৰোধ বাঢ়িল আৰু লগে লগে অভিশাপৰ মাত্ৰা বাঢ়িল। পুনৰ জীয়েকক আৰু দূৰলৈ গতিয়াই পঠিয়ালে। কিন্তু শেহত হয়তো প্ৰেমেই জয়ী হ’ব। প্ৰেমিক-প্ৰেমিকাই হতাশপূৰ্ণ সাহসেৰে বিষয়টো আদালতত তুলিবলৈ স্থিৰ কৰিলে! ওৱেকক সম্মতিদানৰ বাবে জোৰ কৰিবলৈ বিচাৰকক অনুৰোধ কৰি এখন আবেদন পত্ৰত তেওঁ-

বিলাকে চহী কৰিছিল। দেউতাকৰ বিৰুদ্ধে চহী দিবলৈ ক্লাৰাৰ নিশ্চয় প্ৰয়োজন হৈছিল মনৰ জোৰ। বিচাৰকে আবেদন পত্ৰখন পঢ়ি চকুলো টুকি বৃদ্ধ লোক জনক বক্তৃতা দি কৈছিল জীয়েকে ভাল পোৱা লৰাটোৰ হাতত ক্লাৰাক দিবলৈ নাইবা ফাটেকলৈ যাবলৈ। দাঁত কৰচি ৰুক্ষ আৰু কৰ্কশ শব্দ কৰি বুঢ়া মানুহজনে অনুমতি দিয়াৰ পাছত দুয়োজন ডেকা গাভৰু দুয়োৰে বাহু-বন্ধনৰ মাজলৈ লৰি গ'ল—আৰু যৱনিকা পৰিল।"

"আন লোকৰ প্ৰণয় বেপাৰ সদায়েই হাস্যকৰ যেন শুনি, নুশুনিনে বাৰু? যিমানেই সেইবোৰ নাটকীয় হয় সিমানেই যেন বেচি হয় সিহঁতৰ ৰং তামচা।" ফেলিস্কে ক'লে।

মূলাৰে মূৰ দুপিয়াই ক'লে "কবিয়ে ভিন্ন ধৰনে যেনেকৈয়ে নিলিখক লাগে প্ৰেম আৰু প্ৰেমৰ অনুসৰণ প্ৰথমেই এক হাস্যকৰ কাহিনী।"

"জীৱন স্বয়ং নিজেই এক বিশাল আৰু নিৰ্বোধ অসাৰ অভিনয় হয়নে নহয় ভাবি আচৰিত হওঁ।" কথাবোৰ নিজেই ওলায় আহিছিল যেন বোধ হৈছিল—এই বোৰ শুনিবলৈকে তেওঁৰ আচৰিত লাগিছিল। তেওঁ মূলাৰৰ তীক্ষ্ণ সপ্ৰশ্ন চাৱনি দেখি ক্ষিপ্ৰতাৰে কথাবতৰালৈ লঘু সুৰ আনি কৈ গ'ল "আমি প্ৰম আৰু জীৱনৰ বিষয়ে চমু ব্যাখ্যা কৰাৰ পূৰ্ব্বে আপুনি মোক সুধিছিলে যে মই কনজাৰভেটৰীয়ামত স্কুমেনৰ পৰিবৰ্ত্তে কম্পজিচন শ্ৰেণী ল'বলৈ কাৰোবাক পাইছোনে নাই? এজন মানুহ ইয়াত আছে। তেওঁক লগ পাবলৈ মই ঠিক কৰিছোঁ। তেওঁৰ প্ৰতিভাৰ বাহিৰে তেওঁৰ বিষয়ে মই আন একো নেজানো। তেওঁৰ নাম ওৱেঙ্গাৰ।"

"পুলিচ কেৰেনীৰ পুতেক ৰিচাৰ্ড ওৱেঙ্গাৰৰ কথা আপুনি কৈছেনেকি?"

"তেওঁৰ দেউতাক পুলিচৰ কেৰেনী আছিল বুলি মই জনা নাছিলো।"

"মই আপোনাক কৈছিলো নহয়—এই টাউন খনৰ প্ৰত্যেককে যে

মই জানো, আৰু মই ৰিচাৰ্ড ওৱেঙ্গাৰকো জানো। আপুনি তেওঁৰ পৰা আতৰি থাকিব। ক্ৰুহি অঞ্চলত তেওঁৰ জন্ম। দান ভিক্ষা কৰি তেওঁ এসময়ত চেইণ্ট থমাছ স্কুলৰ ছাত্ৰ আছিল। দেউতাকৰ মৃত্যু হৈছিল তেওঁৰ জন্মৰ পাছতেই আৰু ততালিকে মাকে বিয়া কৰালে অভিনেতা গেয়ৰক। পৰিয়ালটোত ন-কি দহটা লৰা ছোৱালী আছিল আৰু তাৰ ভিতৰত ৰিচাৰ্ড সুমলীয়া আছিল। তেওঁবিলাকৰ সকলোৰে একোটা গুণ আছিল আৰু ই থিয়েটাৰৰ লগত তেওঁবিলাকক সংশ্লিষ্ট কৰি ৰাখিছিল। তেওঁৰ বায়েক ৰ'জেলাই আৰু ককায়েক কাৰ্লে কিছু কাল ইয়াত গান গাইছিল। যদিও অতি সফলতাৰে নহয় বুলি মই ভাবোঁ— তেওঁ নিজে কেইবাখনো নাটকত আত্মপ্ৰকাশ কৰিছিল। তেওঁ আন এজনী অভিনেত্ৰীও বিয়া কৰাইছিল বুলি মোৰ ভাব হয়। মেণ্ডেলচন, নিজৰ খোজৰ প্ৰতি চকু ৰাখিব! তেওঁ এনেকুৱা ধৰণৰ মানুহ যি সদায় জঞ্জালত থাকে আৰু তেওঁৰ চাৰিওফালে থকা সকলকো জঞ্জাললৈ আজোৰে। এই বিষয়ত তেওঁৰ স্বাভাৱিক প্ৰৱণতা আছে।"

ফেলিস্কে মিচিকিয়াই হাঁহি ক'লে "বিথোভেনো-তেনেই আছিল। ওৱেঙ্গাৰৰ বিষয়ে মই একো নেজানো। কেই বছৰ মান আগতে মই মাত্ৰ গিৱানভাজ অৰ্কেষ্ট্ৰাৰ পৰিচালক হৈছোহে এনেতে তেওঁ মোলৈ আনিলে তেঁওঁৰ "চিম্ফনিটো।" এইটো পঢ়ি চাই মই বৰ অপৰ্ণত কাম যেন পালো। তেতিয়া তেওঁ বেচ ডেকা আছিল। একৈশ বা বাইশৰ অধিক নাছিল।* কিন্তু তিনিবছৰ পূৰ্ব্বে ফ্ৰেডেৰিক আগষ্টাচৰ মূৰ্ত্তি অনুষ্ঠানিক ভাবে উন্মোচন কৰাৰ উপলক্ষে আমি প্ৰদৰ্শন কৰিছিলো আমাৰ দুয়োৰে ৰচাঁ সঙ্গীত আৰু মেয়ৰ জনে সঙ্গীতৰ বিষয়ত অন্তৰঙ্গতা দেখুৱাবলৈকে ফেলিস্কে কোৱা কথাৰ মাজতে ব্যাঘাত জন্মাই ক'লে "এই বিষয়ে মই সকলো জানো। আৰু আপুনি জানেনে তেওঁ

---

* পৰিবৰ্ত্তী কালত এই কাম পুৰণি ধৰনৰ বুলি মেণ্ডেলচনৰ সৈতে একমত হৈ ওৱেঙ্গাৰে আতৰাই থৈছিল। এই চিম্ফনীটোৰ হাতে লিখা মূল পাণ্ডুলিপিখন হেৰাল। ইয়াৰ কিছু অংশ ( কিন্তু ওৱেঙ্গাৰৰ হাতৰ আখৰ নহয় ) ১৮৭২ চনত ড্ৰেছডেনত এটা পুৰণি ট্ৰাঙ্কৰ ভিতৰত পোৱা গৈছিল।

এই বিষয়ে কি লেখিছিল, নেজানে জানো ? তেওঁ লিখিছিল, যে তেওঁৰ স্বৰচিত সৰল হৃদয় ভৰা সঙ্গীতে সম্পূৰ্ণ ভাবে মেণ্ডেলচনৰ কৃত্রিম জটিল সৃষ্টিৰ ঔজ্বল্য হানি কৰে।" ফেলিস্কে কলে "মই জানো, আৰু ইয়াৰ আচৰিত অংশটো হ'ল যে তেওঁ ঠিক কৈছিল। কিয় জানো এই এক মূৰ্ত্তিৰ উন্মোচন, আনকি এজন ৰজাৰ প্ৰতিমূৰ্ত্তিয়েও মোক দিব পৰা নাছিল প্ৰেৰণা।" লাহে লাহে তেওঁ গিলাচৰ পৰা এঢোক মদ পি ক'লে 'মাননীয় ওৱেঙ্গাৰৰ বিষয়ে আপুনি সচাঁ কথাকে কৈছে। তেওঁ বৰং এজন কঠিন লোক কিন্তু "আন এটা বিষয় হ'ল" বাধা দি মূলাৰে ক'লে যে তেওঁ ৰাজনীতিত লৰাৰ দৰে উমলিছে আৰু কেই দিন মানৰ ভিতৰতে তেওঁ ফাটেকৰ ভিতৰ পাবগৈ।"

"ৰাজনীতিত তেওঁ কি ধৰণে দোষী হয় মই ভয় নকৰোঁ। নাইবা তেওঁৰ ধৰ্ম্ম, নাইবা সাজ পোছাক কেনে হয় তাকো নেজানো। বন্ধনৰ জুতিত তেওঁ এজন মুছলমান হ'ব পাৰে, আৰু ফৰাচী সকলৰ দৰে শামুক খাব পাৰে। কথা হ'ল এইটো যে আমি বিচাৰিছোঁ এজন নিজে সঙ্গীত ৰচিব পৰা কম্পজিচনৰ শিক্ষক। তেওঁৰ শেহতীয়া লিখা কিছুমান মই পঢ়িছোঁ, দৃষ্টান্ত হিচাবে তেওঁৰ অপেৰা ৰেইনজেঁৰ পংক্তি সমূহ মই পঢ়িছোঁ আৰু মই তেওঁৰ সঙ্গীতৰ ঠাঁচটো ভাল নেপালেও কিন্তু তেওঁৰ প্ৰতিভা উপলব্ধি কৰিছোঁ। তাৰ বাহিৰেও তেওঁ সম্প্ৰতি থাকে ড্ৰেছডেনত আৰু তেওঁৰ নিজৰ টাউন খনলৈ উভতি আহিবলৈ পালে তেওঁ ভাল পাব হয়তো বিশেষকৈ—" তেওঁ দ্বিধাৰে বৈ গ'ল। "বিশেষকৈ যদি মোৰ গিৱানভাজ অৰ্কেষ্ট্ৰাৰ পৰিচালক হিচাবে তেওঁৰ উত্তৰাধিকাৰী হোৱাৰ সম্ভাবনা থাকে।"

গভীৰ উৎকণ্ঠাৰে মূলাৰে তেওঁলৈ চাই ক'লে "আপুনি ইস্তফা দিয়াৰ কথা ভাবিছেনেকি।"

সম্মুখত থকা গিলাচটোলৈ ফেলিস্কে কিছু সময় চালে আৰু অৱশেহত ক'লে "এৰা, এবছৰ বা দুবছৰৰ ভিতৰত, যেতিয়া কনজাৰ—ভেটৰীয়ামত মোৰ প্ৰয়োজন নহ'ব। এজন ওলায় আহি উদীয়মান যুবকক ঠাই দিয়া উচিত।"

পৰম দুঃখেৰে মৰা এটা হাঁহিৰে মূলাৰে গাঢ়িৰ খোজা প্ৰশ্নটোত তেওঁ বাধা দি ক'লে "মই জানো যে মোৰ মাত্ৰ বয়স এতিয়া সাতত্ৰিশ বছৰ। কিন্তু কিয় জানো মই ক্লান্তি অনুভৱ কৰিছোঁ। যন্ত্ৰণাদায়ক মূৰ কামোৰনি মোৰ প্ৰায়েই হৈ থাকে, আৰু অন্নসৰ লৈ যাবলৈ পালে হয়তো ইটালীলৈ কোনোবা সূৰ্য্যস্নাত চহৰলৈ—মই ভাল পাম। মূলাৰৰ উজ্বল মুখৰ প্ৰফুল্লতা হৰিল। কিছু সময় তেঁও মনে মনে থাকি ক'লে "আপুনি জানেনে মেগুেলচন; অপুনি এই চহৰখনত ইমানদিন কিয় আছে ভাবি মই প্ৰায়েই বিস্ময় মানো।"

"খোলাকৈ কওঁ মই নিজেই নেজানো। এই প্ৰশ্নটো মই নিজকে প্ৰায়েই সোধোঁ। মই ইয়ালৈ অহাৰ বিষয় লৈ চেচিলি ব্যাকুল হৈছিল। আপুনি জানেনে তেওঁৰ এটা অনুভৱ হৈছিল যে মই ইয়ালৈ আহিবই লাগে, তিৰোতা মানুহৰ কেতিয়াবা হোৱা সেই ৰহস্যময় স্বাভাৱিক জ্ঞান বোৰৰ এটা আছিল এইটো।"

"মই জানো এইবোৰ সকলো সময়তে ইলচাবো আছে, আৰু এই স্বাভাৱিক অনুভৱবোৰ ভুল আছিল।" তেওঁ মদখনি গিলি নাল থকা গিলাচটো ওচৰত থকা মেজখনত থৈ সুধিলে "আৰু এতিয়া আপোনাৰ কি আঁচনি? ইংলেণ্ডলৈ এই বছৰতে যাবনেকি?"

মূৰ দুপিয়াই ফেলিস্কে ক'লে "অহা মাহত। মই ইংলণ্ডলৈ আগলৈছে যাবলৈ ইচ্ছা কৰিছিলো। কিয় জানো এই বছৰ মোৰ ভাল লগা নাই। আয়োজন বিলাক ইতিমধ্যেই হৈ নোযোৱা হ'লে মই নগলোহেঁতেন, যদিও মই ইংলণ্ড ভাল পাওঁ আৰু মোৰ শ্ৰেষ্ঠ বন্ধুজনো তাতে আছে।"

"মই তেওঁক চিনি পাওঁ ছাগৈ!"

"মই ভাবো আপুনি তেওঁক চিনি নেপায় নেকি।" তেওঁ নিজে টলকি চাই ক'লে "নহয়, তিনি বছৰৰ আগেয়ে তেওঁ আমাক দৰ্শন দিবলৈ আহোঁতে নৈশ ভোজৰ সময়ত তেওঁক আপুনি লগ পাইছিল। আদৰ্শ স্বৰূপে বাস কৰা মানুহজন। তেওঁৰ স্পষ্ট উদাসীনতাৰ অন্তৰালত ৰবং তেওঁ আছিল নিপোটল, ৰসিক আৰু অতি জ্ঞানী আৰু কামৰ লায়ক। হেনোভাৰ ৰাষ্ট্ৰদূত ভৱনৰ তেওঁ প্ৰথম কাউন্সিলাৰ। ছাত্ৰকালৰে পৰা

আমি দুয়ো বন্ধু।"

ঘড়ীটো উলিয়াই মূলাৰে এনেধৰণে চালে যেন এইটো এটা নিৰানন্দজনক লোকহে।

"মই এতিয়া যাব লাগিবই, নহলে গীৰ্জ্জাঘৰৰ পৰা উভতি আহোঁতে তেওঁবিলাক সকলোকে লগ পালে তেওঁবিলাকে পলকতে ৰেভাৰেণ্ড হেংগেনক জনাবগৈ যে মই বেমাৰ হৈ শোৱা পাটীত থকাৰ সলনি আপোনাৰ ওচৰ পাইছোহি বুলি। এই ঘৃনণীয় চহৰখনৰ জুলুম এই বোৰেই। আপুনি উগাৰ মাৰিলে প্ৰত্যেকেই জানিব লাগিব।" অসন্তোষ ভাবে দুৱাৰ খনৰ ফালে আগবাঢ়ি যাওঁতে ভোৰ ভোৰায় ক'লে "বৰ বেয়া কথা যে আপুনি আৰু মই বন্ধু হ'ব নোৱাৰো।" মূলাৰে মুৰটো জোকাৰি কৈ থাকিল "মই আপোনাক ভাল পাওঁ আৰু আপোনাৰ শলাগ লওঁ, কিন্তু মোৰ অৱস্থাত আপুনি বন্ধুত্ব দিবলৈ সমৰ্থ নহ'ব। এবাৰ মোৰ এজন বন্ধু আছিল। মোৰ কাউন্সিলৰে এজন লোক, সমগ্ৰ জীৱনেই আমি দুয়ো দুয়োকে জানি আহিছিলো। আমি দুয়ো একেখন স্কুললৈ গৈছিলো, দুয়ো ককাই-ভাইৰ দৰে হৈ পৰিছিলো। তেনে সময়তে ৰাজনীতিৰ কিবা নিৰ্ব্বোধালিৰ বিষয় লৈ আমাৰ কাজিয়া লাগিল। তেতিয়াৰ পৰাই আমাৰ মাত বোল বন্ধ।" তেওঁ উশাহটো এৰি কান্ধটো জোকাৰি ক'লে "হেৰি বোলো ফৰাচী সকলে কোৱাৰ দৰে এইটোৱেই জীৱন।"

ইতিমধ্যেই তেওঁ দুৱাৰৰ বাহিৰলৈ ওলায় গৈ নোমৰ টুপীটো পিন্ধি ঘুৰি চাই ক'লে "মই আপুনি হোৱা হ'লে ডাঃ হাৰবাচক দেখা কৰিবলৈ গলোহেতেন। আপোনাক সুস্থ দেখা নাই।" উত্তৰলৈ অপেক্ষা নকৰি তেওঁ নিজৰ মঙহাল হাতখন জোকাৰি বাহিৰলৈ গ'লগৈ। দুৱাৰ মুখৰ পৰা ফেলিস্কে দেখিলে তেওঁৰ ওখ টুপী পিন্ধা বিশাল ছাঁটো বাগীত নিঃচিহ্ন হৈ যোৱা। ইতিমধ্যেই গতিশীল হোৱা মূলাৰৰ উজ্জ্বল মুখ মণ্ডলৰ এটা শেষ জিলিঙনি তেওঁ দেখা পালে। মেয়ৰ জন গুচি যোৱাত তেওঁৰ বেয়া লাগিল। ফেলিস্কে আচৰিত ভাবে অনুভব কৰিলে সঙ্গহীনতা। তেওঁ বিলাক বন্ধু নহয়। মাত্ৰ কোনো এক অজ্ঞাত

উপায়েৰে ইজনে সিজনৰ সঙ্গহীনতাৰ কথা অনুভব কৰিছে। খন্তেক সময়ৰ কাৰণে তেওঁ চিন্তাৰ পৰা অব্যাহতি পাইছিল। এতিয়া কিন্তু দলবদ্ধ হৈ নিজ নিজ কোঠালৈলৈ উভতি আহি প্ৰত্যেকে মগজুত নিজৰ আধিপত্য বিস্তাৰ কৰিবলৈ সাজু হ'ল। তেওঁক সুস্থ দেখা নাই বুলি মূলাৰে কৈ গ'ল। ভয় আৰু নিঃসঙ্গতা প্ৰকাশ কৰিব পাৰি জানো, এজন লোকৰ চকুত মৰণৰ ভয় থকা তুমি বুজিব পাৰা নে?

হল ঘৰটো পাৰ হৈ অধ্যয়ণ খোটালীলৈ উভতি আহোঁতে তেওঁ থিয় হলহি মেহগনি কাঠেৰে বন্ধোৱা ঘূৰণীয়া দাপোণ খনৰ সন্মুখত। তেওঁৰ চাৰিও ফালে কোনো নাই বুলি দৃঢ়নিশ্চিত হৈ ক্ষীপ্ৰতাৰে তেওঁ নিজৰ মুখমণ্ডল পৰিলেখ কৰিলে। এৰা তেওঁ শেতাঁ পৰিছে, কিন্তু তেওঁ চোন সদায়েই শেতাঁ আছিল! তাৰ বাহিৰে এতিয়া চালখন অসুস্থ এঠা বৰণীয়া যেন হৈছিল। তেওঁৰ কূম গাঁত হৈ গৈছিল আৰু কপালৰ উঠনা অংশ ওলায় পৰিছিল। এই কেই 'বছৰৰ ভিতৰতে তেওঁৰ চুলি কোচা শুভ্ৰ হৈ যোৱা কথাটো তেওঁ নেদেখাকৈ থকাটোহে আচৰিত। এইটো অৰ্থহীন, কেচা বয়সতে কিছুমান লোকৰ চুলি বগা হৈ যায়। এইটো বৰং ভালেই লাগে।

দুপৰীয়াৰ ভোজনৰ কিছু আগতে চেচিৰ্লি গীৰ্জ্জাৰ পৰা উভতি আহিল। আৰু চেচিলি কোঠাটোলৈ সোমায় অহাৰ লগে লগেই ফেলিস্কে বুজিলে যে ইতিমধ্যেই তেওঁ যে শোৱা পাটীতে পুৰা জলপান খালে আৰু মেয়ৰ জন তালৈ আহিছিল এইটো তেওঁ গম পাইছিল বুলি।

পুৰুষৰ কথা বতৰাত ভাগ লবলৈ নোপোৱা তিৰোতাৰ থকা সন্দেহৰ সেই স্বাভাবিক প্ৰবৃত্তিৰে চেচিলিয়ে সুধিলে "তোমালোকেনো কি কথা-বতৰা পাতিলা?"

চেচিলিক উচাপ খুৱায় তেওঁৰ অস্বস্তি চাবলৈকে তেওঁ প্ৰায় ক'বই খুজিছিল যে তেওঁবিলাকে জঘন্য গল্প কৰিছিল। "একো বিশেষত্ব নাছিল। তেখেতৰ আমনি লাগিছিল আৰু অলপ হাঁহি মাতি তামচা কৰিবলৈকে ইয়াত সোমায়ছিলহি বুলি মই ভাবিছোঁ।"

"আৰু অলপমান মদ! এটা বটল আৰু দুটা গিলাছ মই মন কৰিছোঁ।"

ফেলিস্কৰ ক্ষোভ হ'ল আৰু ততালিকে তেওঁৰ ফালে চাই সুধিলে "কোনো বাধা আছে নেকি?"

"যেই হওক, নাই" মাকৰ দৰেই খং উঠি চেচিলিৰ ওঁঠখন কঠিন হৈ গ'ল। তেওঁ ক'লে "মই মাত্ৰ ভাবিছিলো মদ পুৰা খোৱা অনুচিত। ই আভোক কৰে। তুমি দেখিছোঁ একোকেচোন খাবই নোৱাৰিলা।"

তিৰস্কৃত হোৱা এটি শিশুৰ দৰে তেওঁ অনুভব কৰিলে। যদি চেচিলি মাত্ৰ অবুজ হলহেতেন। নাইবা আন বহু তিৰোতাৰ দৰে চিঞৰ বাখৰ কৰিলেহেতেন। কিন্তু তেওঁ নিচিঞৰিলে। তেওঁ সদায়েই ঠিক কথা কয়। তেওঁৰ কথা কোৱাৰ আৰু তেওঁৰ চকুৰ চাৱনিৰ এইটো ঢং। ফেলিস্কে এইটো চাৱনিৰ কথা কঁওতে কৈছিল চেচিলিৰ স্কুলৰ শিক্ষয়ত্ৰীৰ চাৱনি। আৰু ক্ৰমাৎ প্ৰত্যেক বাৰতে তেওঁ-বিলাকৰ মাজত ব্যৱধান বাঢি আহিল। ৰবিবাৰে আবেলি সময়ত খোৱাবোৱা হৈ যোৱাৰ পাছত সাধাৰণতে সদায় তেওঁবিলাক অধ্যয়ন খোটালীলৈ অহাৰ দৰে সেইদিনাও তেওঁবিলাক তালৈ আহিল। কিছু সময় জুৰি তেওঁ তাত কাম কৰাৰ ভাও জুৰিলে। বাহিৰত বৰষুণ পৰা বন্ধ হৈছিল। কিন্তু আকাশ তেতিয়াও পৰিষ্কাৰ নাছিল। তেওঁ বহাৰ পৰা উঠি আইনাৰ আলমাৰিটোৰ পৰা পঢিবলৈ বুলি এখন কিতাপ বাচিলৈ খিড়িকীৰ ওচৰত থিয় দিলেগৈ। চেচিলিয়ে নিজৰ উলৰ গাঁঠনি খন গুঠিয়েই আছিল। মাজে সময়ে কিতাপৰ পাতবোৰৰ ওপৰেদি ফেলিস্কে তেওঁলৈ চাইছিল। আকৌ চেচিলিৰ লাৱণ্যই তেওঁক মুগ্ধ কৰিলে। সদায়েই এই ৰূপ লাৱণ্যই তেওঁক সম্মোহিত কৰিছিল। তেওঁ এতিয়াও অভ্যস্ত হ'বগৈ পৰা নাই। এতিয়া, চেচিলিৰ বয়স কুৰি হওঁ হওঁ, তেওঁ এতিয়া বিয়াৰ সময়ত কৈয়ো অধিক ৰূপৱতী হৈ পৰিছে। ইটালীৰ শ্ৰেষ্ঠ শিল্পীৰ পূৰ্ণতা আছে চেচিলিৰ মুখ কান্তিত। আনকি ইয়াৰ দূৰত্ব, ইয়াৰ প্ৰশান্ত নিৰ্ম্মমতাও। এবাৰ এখন অভ্যৰ্থনাত বজাই

এই ৰাজ্যত তেওঁকেই সকলোতকৈ শুৱনী মহিলা বুলি তেওঁক কৈছিল। অবাকহৈ চেচিলিয়ে তেওঁলৈ চাইছিল আৰু প্ৰশংসাৰ কথা পাহৰি গৈছিল। মানুহবোৰে চেচিলিলৈ চাওঁতে ফেলিক্সে প্ৰায়েই বাসনাৰ জিলিঙনি দেখা পাবলৈ গোপনে তেওঁবিলাকৰ চকুবোৰলৈ চাইছিল। চেচিলিয়ে আনকি তেওঁ বিলাকলৈ মনকে নকৰিছিল। মানসিক বা আধ্যাত্মিক উদ্বিগ্নতা তেওঁৰ যেনেদৰে নাছিল তেনেদৰে তেওঁ লাহতীও নাছিল। চেচিলিৰ সোণালী কেশগুচ্ছৰ দৰেই স্বাভাবিক আছিল তেওঁৰ সৎকৰ্ম্ম। তেন্তে কিয় তেওঁ সুখী হোৱা নাই? তেওঁবিলাকৰ মাজৰ এই ফাঁটটো ইমান বহল হৈ গ'ল কিয়? দুয়ো ওচৰা ওচৰিকৈ থাকিও কেতিয়াৰ পৰা তেওঁবিলাক আতৰ হৈ যাবলৈ আৰম্ভ কৰিলে? প্ৰতিদিনে একেলগে খোৱা বোৱা কৰি, একেখন শয্যাত শয়ন কৰি কিয় তেওঁবিলাক অচিনাকী হৈ পৰিল?

লিপজিগ আহি পোৱাৰ কিছু পাছৰে পৰা এইটো আৰম্ভ হৈছিল। মাকৰ অসুস্থতা বশতঃ চেচিলি গৈ ফ্রেঙ্কফোর্টত আছিলগৈ। উভতি অহাৰ পাছৰে পৰা তেওঁ সলনি হৈ যোৱা তেওঁ দেখিছিল। উস, ইমান সামান্য আছিল যে প্ৰথমতে তেওঁ এইটো মনকে কৰা নাছিল। এইটো নহয় যে তেওঁৰ প্ৰতি চেচিলিৰ প্ৰেম নোহোৱা হ'ল! তেনেকুৱা একোৱেই নহয়। দাছেলড্রফৰ সেই আনন্দ মুখৰ ৰং ধেমালি, প্ৰণয় উদ্দীপনা নিঃচিহ্ন হৈ গৈছিল। মৰমতে চেচিলিয়ে তেওঁক আৰু আকোৱালি নধৰা হ'ল। নিশা খোৱাৰ পাছত চেচিলি আহি আৰু তেওঁৰ আঠুৰ ওপৰত নবহেহি। তেতিয়া চেচিলি গৰ্ভৱতী হৈছিল। আৰু তেওঁৰ গৰ্ভাৱস্থাই তেওঁবিলাকৰ যৌনগত সম্বন্ধৰ মাজত দীৰ্ঘকাল বিৰতি আনিছিল। সন্তানটো জন্মহোৱাৰ পাছত প্ৰথম দুবছৰৰ উৎসাহ তেওঁ-বিলাকে লাভ কৰা নাছিল। তাই আতৰি আছিল আৰু এগৰাকী ভদ্ৰ-মহিলাৰ দৰে হৈছিল; আনকি নিশা পিন্ধি থকা ফুলাম সাজজোৰৰ মাজতো। এক নব কুমাৰীত্বই তাইৰ চাৰিওফালে আৱৰি ধৰিছিল। দায়িত্বহীন আৰু এতিয়া পাপপূৰ্ণ হঠাতে বিদাৰণ হোৱা তেওঁৰ পাশবিক আচৰণ ধীৰে কমি আহিছিল। আনন্দদায়ক মাতৃত্ব আৰু গৃহস্থালীৰ

নিৰল সন্তোষ তেওঁ মানি ল'লে। চেচিলিৰ মাকে ধীৰে সঞ্চাৰ কৰা খ্ৰীষ্টিয়ান ঘৈণীৰ ৰীতি-নীতি তেওঁৰ মুকুলিত হোৱা যৌন ক্ষুধাৰ প্ৰতিবন্ধক স্বৰূপ হ'ল। কামোচ্ছাসৰ বাবে থকা তেওঁৰ সক্ষমতা মৰহি গ'ল। এইবোৰ গোট মাৰিলেগৈ এগৰাকী গম্ভীৰ ভদ্ৰমহিলাত। তেওঁ আগ-বাঢ়িলে চেচিলিয়ে কৰ্ত্তব্যপৰায়না তিৰোতাৰ দৰে যদিও এতিয়া সেও মানিছিল, তেওঁৰ ইচ্ছা পূৰণত সম্মতি দিছিল—ই তেওঁৰ বাসনা নিৰুদ্যম কৰিহে দিছিল। তেওঁ এইবাবে কোনো দৃশ্যৰ সৃষ্টি নকৰিছিল, কোনো ভৎসৰ্নাৰ বাক্য উচ্চাৰণ নকৰিছিল, নিজৰ যন্ত্ৰণা আৰু ক্ষোভ মনৰ ভিতৰতে সামৰিছিল। যদিহে তেওঁ চেচিলিৰ নিশাৰ সাজকাপোৰ ফালিচিৰি তেওঁৰ ওপৰত জোৰ কৰিলেহেতেন তেতিয়া হয়তো সকলো ৰক্ষা পৰিলহেতেন। কিন্তু তেওঁ নকৰিলে। তেওঁৰ আত্মাভিমানত আঘাত লাগি, বাসনাত অতৃপ্ত হৈ তেওঁ সিদ্ধান্ত কৰিলে যে তেওঁক লৈ চেচিলি ক্লান্ত হৈছে আৰু ফেলিস্ক উভতি আহিল স্বয়ং নিজৰ ওচৰলৈকে। সুখক পৰিত্যাগ কৰি গালত চেচিলিৰ চুমা আৰু লৰাছোৱালী কেইটাৰ মৰম চেনেহ লৈ সন্তুষ্ট থাকিবলৈ তেতিয়াৰ পৰাই ফেলিস্কে চেষ্টা কৰি আহিছে।

"মূঠতে মই জানো মাটিল্ডা নাহে। আজি আমাৰ কোনো ধৰা বন্ধা কামো নাই। তুমি আৰু পঢ়াশুনা কৰিবলৈ চেষ্টা কৰা উচিত নহয়, প্ৰিয়, এন্ধাৰ হৈ আহিছে" উল গাথনি খন কোলাৰ ওপৰত থৈ নিৰৱতা ভঙ্গ কৰি তেওঁ ক'লে।

চেচিলিয়ে ঘণ্টাৰ জৰীডাল টানিলে। শুভ্ৰ চুলি আৰু শুভ্ৰ হাত মোজা পিন্ধা গুস্তভ সোমায় আহি মমবোৰ জ্বলাই জুইকুৰা ধৰি বাহিৰ ওলায় গ'ল। এতিয়া অধ্যয়নৰ খোটালীটো অধিক বন্ধুত্ব পূৰ্ণ হ'ল।

অকলে থাকোঁতে চেচিলিয়ে সুধিলে "তোমাক ক্লান্ত যেন দেখিছোঁ, কনজাৰভেটৰীয়াম আৰু অৰ্কেষ্ট্ৰা ভালদৰে চলিছেনে ?"

"চলিছে, কিয় ?"

চেলিলিয়ে মৃদুভাবে তেওঁৰ মুখখন পৰীক্ষা কৰি চোৱাৰ পাছত তেওঁ

উদ্বিগ্ন হ'ল আৰু তেওঁৰ কপালৰ সিৰ কোঁচ খালে। "মই কব নোৱাৰোঁ, তুমি গোটেই দিনটো কিয় মনে মনে আছা ?"

"আছোঁ। জানো মনে মনে ?"

"কিহবাই তোমাক দুঃচিন্তাত পেলাইছে নেকি ? দুপৰীয়া একোকে নাখালা।" উদ্বিগ্নতাত তেওঁৰ কণ্ঠস্বৰ মিনতি সূচক হৈ পৰিছিল।

"তুমি সুস্থ হৈ আছা নহয় জানো ?" এইটো প্ৰশ্ন নাছিল, কিন্তু আছিল নিঃশ্চয়তাৰ বাবে আকুতি।

বুকুৰ ভিতৰতে ফেলিস্কৰ হৃদয় নাচি উঠিল। যেই হওক তেওঁক চেচিলিয়ে ভাল পায়। এক উদভ্ৰান্ত মুহূৰ্ত্তত তেওঁ চেচিলিৰ ওচৰলৈ লৰি গৈ প্ৰিয়তমাৰ বুকুত মুৰটো গুজি তেওঁ কৈ দিব খুজিছিল তেওঁৰ সেই মূৰকামোৰনিবোৰৰ কথা, তেওঁৰ হোৱা ভয়ৰ কথা, তেওঁক ক্ষয়িষ্ণু কৰি দিয়া সেই উপলব্ধিটোৰ বিষয়ে তেওঁৰ বেমাৰ, আৰু সোনকালেই তেওঁ মৃত্যুৰ মুখত পৰিব…কিন্তু এই কথা কোৱাৰ পৰা বিৰত হবলৈ তেওঁ সংগ্ৰাম কৰিব লগা হৈছিল।

"হয়তো, মই ভালে আছোঁ। মাত্ৰ অকণমান ক্লান্ত হৈছোঁ ইমানেই।" তেওঁ খিড়িকীখনৰ ফালে চালে য'ত মমৰ পোহৰত বৰষুণে গঢ়িছিল কণ-কণ সোণোৱালী ঢৌ। "আৰু এই পাশবিক বতৰটোৱে অধিক সহায়ো নকৰে" অপ্ৰত্যাশিত ভাবে এটা চিন্তাই তেওঁৰ মনত খুন্দিয়ালে। 'সোণজনী, আমি লিপজিগ্‌লৈ অহাটো ইমানকৈ তুমি বাৰু কিয় বিচাৰিছিলা তুমি কেতিয়াবা চিন্তা কৰি চাইছানে ?" তেওঁ আচৰিত হৈ ফেলিস্কলৈ চাই ক'লে "সেই সময়ত এইটো উচিত কাম যেন লাগিছিল। আৰু এইটো ঠিক হৈছিল। নাই হোৱা জানো ?"

লৰালৰিকৈ তেওঁ ক'লে "অৱশ্যে এইটো ঠিক হৈছিল।" নাই বাৰ্লিনলৈ যাবলৈ তেওঁক ফেলিস্কে নকয়…

"কিন্তু তুমি কিবা অনুভৱ হোৱাৰ কথা কৈছিলা তুমি সেইটো শব্দ ব্যৱহাৰ কৰাৰ কথা মোৰ মনত আছে। যেন আমি ইয়ালৈ অহাটো ঈশ্বৰে বিচাৰিছে।"

"এইটো সচাঁ। সেই সময়ত মোৰ অনুভব হৈছিল যেন এখন হাতে মোৰ চোলাৰ হাতত ধৰি সবলে আকৰ্ষণ কৰি মোৰ ভিতৰত এটা কণ্ঠই কথা কৈ আছিল।"

খন্তেক পৰ তেওঁ নিৰৱ হৈ পৰিছিল।

প্ৰায় আগৰ সেই হাঁহি ধেমালিৰ সুৰেৰেই তেওঁ কলে "বৰ ডাঙৰ গোপন কথা এটা মই তোমাকে ক'ব খুজিছোঁ। মই যাতে বাচৰ বাকী অংশ পঙতি বিচাৰি পাওঁ তাৰ বাবে আমি ইয়ালৈ অহাটো ঈশ্বৰে বিচাৰিছিল বুলি আৰম্ভনিতে ভাবিছিলো। তুমি জানাই নহয় ৰঙাচামৰাৰ বন্ধনীৰ মাজত লিখা সেই হাতে লিখা পুথিখন—তাৰ উপৰিও জীৱনৰ অধিক সময় জোহান চেবাষ্টিয়ান বাচে ইয়াত জীৱন নিৰ্ব্বাহ কৰিছিল, আৰু মই ভাবিছিলো যে হাতে লিখা পুথিখনৰ বাকী অংশ বিচাৰি উলিয়াব পাৰিম। মাহৰ পাছত মাহ মই যেতিয়াই অবসৰ পাইছিলো তেতিয়াই গুডাম ঘৰত, লাইব্ৰেৰীত থকা প্ৰাচীন গ্ৰন্থসমূহত চকু ফুৰাইছিলোগৈ। আনকি মই চেইন্ট থমাচ গীৰ্জ্জালৈও গৈছিলো। বাচ তাত কোৰাছ গীতৰ শিক্ষক আছিল। আৰু তেওঁবিলাকৰ চৰকাৰী দলিল পত্ৰাদিৰ সংৰক্ষণাগাৰত অনুসন্ধান কৰিবলৈ অনুমতিও বিচাৰিছিলো। যি জন মানুহৰ লগত মই কথা পাতিছিলো তেওঁ মোক বলীয়া বুলি ভাবিছিল। তেওঁ হেনো জোহান চেবাষ্টিয়ান বাচৰ নামকে কেতিয়াও শুনা নাই আৰু আনকি সঙ্গীত সংৰক্ষণাগাড়ভো তেওঁবিলাকৰ নাই।" .চেচিলিয়ে নম্ৰতাৰে শুনিছিল যদিও তেওঁৰ ভাল লগা নাছিল বুলি ফেলিস্কে বুজিছিল। চেচিলিয়ে ক'লে "সচাঁকৈয়েনে? কি যে লাজৰ কথা!"

উত্তেজনাৰে তেওঁ কেইচেকেণ্ডমান কথা ক'লে, কিন্তু এতিয়া তেওঁৰ কথাৰ সুৰৰ অন্তৰালত আছিল স্ফোতিহীন পৰিহাস। "ইতিমধ্যে মই যেন হাতে লিখা পুথিখন আবিষ্কাৰ কৰি গিৱানভাজ কৰ্নচাটত বজোৱা দেখা পালো—ঠিক চুবাৰ্টৰ অসম্পূৰ্ণ প্ৰথম চিম্ফনীখন মই কেই বছৰমান পূৰ্ব্বে বাজোৱাৰ দৰে—মনত পৰিছেনে?"

চেচিলিয়ে মূৰ দুপিয়ালে—কিন্তু তেওঁ বুজিছিল তেওঁৰ মনত পৰা

নাই। তেওঁৰ বাবে 'চুবাৰ্ট'ৰ অসম্পূৰ্ণ 'চিম্ফনী' মানে তেওঁৰ মেজত কেইবা সপ্তাহ ধৰি দ'ম হৈ থকা গিৱানডাজ কনৰ্চাটত বজোৱা কাগজ।

ৰুঢ় আৰু অসামাজিক ভাবে থিয় হৈ তেওঁ ক'লে "বেয়া নেপাবা, লৰাছোৱালী কেইটাৰ ওচৰলৈ গৈ ৰাতিৰ বিদায় লৈ শোওঁগৈ দেই।" তেওঁ গলগৈ।

সেই নিশাই মমডাল নুমুৱাৰ ঠিক আগতে চেচিলিয়ে ক'লে "মই ভাৱো তুমি ইংলেণ্ডলৈ যাব নেলাগিব।"

"ময়ো তাকে ভাবিছোঁ। কিন্তু সৰহ দিন মই তাত নেথাকোঁ। এই পৰিবৰ্ত্তনটোৱে মোৰ উপকাৰ সাধিব। তুমি জানাই ইংলণ্ড মই কিমান ভাল পাওঁ!'

চেচিলিয়ে গালকিখন গাৰুত থৈ দৃঢ়ভাবে এইটো আকোৱালি ধৰিলে। কিন্তু তেওঁৰ দৃষ্টি বাগৰি গ'ল ফেলিক্সৰ মুখ-মণ্ডলৰ ওপৰেদি। চেচিলিয়ে আকৌ এবাৰ সুধিলে "তুমি ভালে আছা নহয় জানো?"

"মই ভালে আছোঁ বুলি তোমাক কৈছিলো। ঠিক অলপ ক্লান্ত ক্লান্ত হৈছো নই।"

"তুমি অতি শ্ৰম কৰিছা। কথা সেইটোৱেই। এটা ভাল জিৰণিৰ পাছত তুমি ভাল হৈ যাবা।" চেচিলি আগলৈ হাওলি ফেলিক্সক চুমা এটা খায় মমডাল নুমাবলৈ বুলি ঘূৰি ক'লে "শোওঁ গৈ দেই, মোৰ নাথ।"

তেওঁ নুবুজিলে। জিৰণিয়ে সকলো সমস্যা সমাধান কৰিব। সেই কাৰণেই হয়তো বন্ধ বোৰ হয়···

"শোৱাগৈ দেই সোণজনী।"

এতিয়া গোটেইখন এন্ধাৰ হৈ পৰিছিল। তেওঁ এফালে কাটিহে সন্তৰ টোপনি গৈছিল। কোনো উদ্বিগ্নতা নথকাকে, কোনো যন্ত্ৰণাদায়ক গোপন কথা নথকাকৈ শান্তিৰে থাকিবলৈ কেনে ভাল লাগিল হেতেন··· শেহান্তৰত তেওঁৰো টোপনি আহিল। সপোনত দেখিলে এটা নিগনিয়ে

তেওঁৰ মগজুটো চোবাই খাইছে। উচাপ খায় তেওঁ সাৰ পালে ; চেচিলিয়ে সামান্য ভাবে লৰচৰ কৰি এটা সৰু ধ্বনি কৰিলে, প্ৰায় এটা শব্দই, কিন্তু সাৰ নেপালে। চেচাঁ ঘামৰ আবৰণৰ তলত তেওঁ স্তব্ধ হৈ ৰ'ল, চকু জুৰি বহলকৈ মেলি তালে তালে বজা নিশাৰ ঘণ্টাধ্বনিৰ দৰে শুনিবলৈ ধৰিলে বুকুৰ স্পন্দন।

গতানুগতিকতাৰ দৰেই বন্ধু কাৰ্ল আহি চেৰিং ক্ৰছত তেওঁৰ কাৰণে অপেক্ষা কৰিছিলহি। শেঁতা নীলা ফ্ৰককোট আৰু তেওঁৰ নিপোটল গোলাপ বৰণীয়া মুখকান্তিত লাগি থকা সাদৰ অভ্যৰ্থনাৰ হাঁহিটোৰে সৈতে তেওঁক বেচ জাকজমক যেন লাগিছিল। তেওঁৰ পৰিবৰ্ত্তন হোৱা নাই, তেওঁক দেখা মাত্ৰকে ফেলিস্কে হিংসাৰ এক বেদনাৰে ভাবিলে হাঁহৰ পিঠিয়েদি পানী বাগৰি যোৱাদি কাৰ্লৰ সেই মিহিশিশুৰ লেখিয়া চালখনৰ ওপৰেদি ধীৰে বছৰবোৰ যেন ভাহি গৈছে!

বাগীখনে ষ্টেচন এৰি লণ্ডনৰ গোলমাল পূৰ্ণ আলিবাটত যেতিয়া সোমায়ছিলহি তেঁও সুধিলে "বেনে আছা বুঢা লম্পট! যদি কোনো বিচাৰ আছে তেন্তে তুমি যি ধৰণৰ জীৱন অতিবাহিত কৰিছা তোমাক অধঃপাতে যোৱাই দেখা উচিত আছিল। তাৰ সলনি তোমাক দেখিছোঁ। পুৱাৰ গোলাপ পাহিৰ দৰে। অন্তৰ্নিহিত পাপৰ তুমি এক সজীৱ গীতি কথা।"

ৰাজদূতজনে বেজাৰ লগা নম্ৰতাৰে স্বীকাৰ কৰি ক'লে সঁচা, মই ভালে আছোঁ। প্ৰত্যেকৰ বেলিকা নৈতিকতা খাপ নেখায়। আৰু মোৰ বেলিকাও এইটো খোৱা নাই। মই এবাৰ এইটো যত্ন কৰি চাইছিলো। মই মদ খাবলৈ এৰিছিলো, সোনকালে মই শোৱা পাটিলৈ যাবলৈ লৈছিলো, তিৰোতাৰ সঙ্গ বৰ্জ্জন কৰিছিলো—আনকি মোৰ ধাৰবোৰো মই পৰিশোধ কৰিছিলো। দুমাহৰ ভিতৰতে মোৰ দেহৰ ওপৰত ছাঁ, পৰিল পাণ্ডু ৰোগৰ। "যেই হওক" চামৰাৰ আসনখনত আউজি বহি তেওঁ কৈ গ'ল। মোৰ নিজৰ চেষ্টাৰ দ্বাৰা মই লাভ কৰিছো বৰ্ত্তমান এই সুন্দৰ অৱস্থা। যোৱা নৱেম্বৰ মাহত মোৰ ঠাণ্ডা লাগিছিল আৰু এজন চিকিৎসকক মাতি অনাটোৱেই হ'ল মোৰ ভুল কাম।

অতিৰিক্ত দাবী নহয় বুলি তুমি নেভাবানে বাৰু ?"

বেদনাসিক্ত কোমলতাৰে তেওঁলৈ চাই ফেলিক্সে হাঁহিলে। মুকুতা ধূসৰ আকাশ, সেউজীয়া, হালধীয়া নাইবা শুকুলা বৰণীয়া গছ পাত সমূহৰে বসন্তৰ আভৰণ লৈ অহা লণ্ডন চহৰখনলৈ পুনৰ আহিবলৈ তেওঁৰ ভাল লাগিছিল। পুৰণি বাৰি ষ্ট্ৰীটলৈ এই বাগীখনত এজন বিশ্বাসী বন্ধুৰে সৈতে আহিবলৈ ভাল লাগিছিল। ভাগ্যবান কাৰ্ল, জীৱনৰ চতুৰ খেল কেনেকৈ খেলিব লাগে তেওঁ সদায়েই জানি আহিছে। যেতিয়া তেওঁৰ মোহ নোহোৱা হৈছিল এখন আৰামী কেদাৰত বহাৰ দৰে তেওঁ উদ্দীপনা বক্ষা কৰিছিল ইয়াক তেওঁ জীৱন নিৰ্ব্বাহৰ অন্তৰালত নিৰাপদে লুকুৱাই ৰাখি, প্ৰত্যেকটো পাৰ হৈ যোৱা দিনৰ পৰা জোৰেৰে অকণ অকণ হাঁহি, এটোপ দুটোপ জ্ঞান আৰু অলপমান সুখ চেপি ৰাখি।

সুশোভিত ভিক্টোৰিয়া দিনৰ এগৰাকী মহিলাৰ প্ৰতি নিজৰ মটীয়া বৰণৰ বেচমী টুপীটোৰে অভিবাদন জনাই কাৰ্লে ক'লে "মই তোমাক নোসোঁধো যে তুমি লিপ্‌জিগত কি কৰিছা ? লিপজিগত তোমাৰ জীৱন ইমান সম্ভ্ৰমৰ, ইমান নৈতিকতা ভৰা আৰু বিৰক্তিকৰ যে মই ইয়াৰ বিবৰণ শুনিব নোৱাৰিম। ই মোৰ কাৰণে অসহ্য।"

চেণ্ট জেম্‌ছ পাৰ্কৰ উজ্বল চৰনীয়া পথাৰৰ মাজেদি তেওঁবিলাক আগ বাঢ়িছিল। খন্তেক সময়ৰ বাবে ঘোঁৰাৰ কদমৰ ধ্বনিত বাগীখন আৰু কাচোৱান দ্ৰুতগতিৰে গৰগৰ শব্দ কৰি গ'ল।

বসন্ত কালৰ প্ৰাৰম্ভনিতে ক্ৰমাৎ লহপহকৈ বাঢ়ি অহা বন বিৰিণা বোৰ দেখা গৈছিল। অ'ত ত'ত ডেকা-গাভৰুহঁতে বিপদজনক ভাবে ভিলোচিপাইডত উঠি ফুৰা দেখি ফেলিক্সৰ মনত পৰি গৈছিল অতীতৰ সেই মেৰীয়া আৰু বুদ্ধিহীন যৌৱনৰ কথাবোৰ।

যেতিয়া ফেলিক্সে প্ৰতিবাদ কৰিব নোৱাৰিলে কাৰ্লে কৈ গ'ল "মোৰ নিজৰ বাবে এই জাৰ কালি স্মৰণীয়। আক্ৰোশৰ কাৰণে প্ৰণয় লাভ কৰাৰ অস্বাভাবিক অভিজ্ঞতা আছে বুলি মই ক'ব পাৰোঁ। স্বামীৰ ঈৰ্ষা জন্মাবলৈকে মহিলাগৰাকীয়ে মোক বাচি লৈছিল। তিৰোতাই প্ৰায়েই

এনেকুৱা ধৰণে যন্ত্রনাদায়ক ভাবে শত্রুক ফাঁকি দিবলৈ ফন্দি আঁটিব পাৰে। তিনিমাহ জুৰি মই সেই সুন্দৰ প্ৰাণীটো উপভোগ কৰি থাকোঁতে অহৰহ চিন্তা কৰিছিলো কেতিয়া তাইৰ গিৰিয়েকে জানিব পাৰিব যে তেওঁ অসতী তিৰোতাৰ স্বামী, আৰু কেতিয়া তাইক এইবাৰে গুলি কৰি মাৰিব।"

হাঁহি মাৰি ফেলিস্কে ক'লে "দেখাদেখিকৈ তেওঁ একো নকৰিলে।" "আমি প্ৰত্যেকটো কামকে কৰিলো। ৰাজহুৱা ঠাইত চুমা খালোঁহক, নাটমঞ্চৰ কোণত ফুচ্ ফুচাই কথা পাতি থাকোঁতে অাঁৰ কাপোৰৰ অন্তৰালত ধৰা পৰি যাবলৈ আৰু আপোষকাৰীৰ দ্বাৰা মিট-মত হবলৈ বন্দোবস্ত কৰা হৈছিল। সকলো বৃথা হ'ল। দুৰ্ভগীয়া মানুহজনৰ তেওঁৰ নিজৰ পত্নীৰ ওপৰত এনে বিশ্বাস আছিল যে তাইৰ বিষয়ে এধানমানো সন্দেহ হোৱা তেওঁ সহ্য কৰিব নোৱাৰিছিল। অৱশেষত আমি এৰি দিবলৈ লগা হ'ল। মোৰ পৰামৰ্শ অনুযায়ী তাই এতিয়া নিজৰ প্ৰিয় মানুহজনৰ ওচৰলৈ উভতি গ'ল।"

বাগীখন বাৰিষ্ট্ৰীত সোমায়ছিলহি। ইমানবোৰ সুখৰ মুহুৰ্ত্ত পাৰ কৰা সেই শুৱনী ইটাৰ ঘৰটো ফেলিস্কে বাগীৰ খিড়িকীৰ পৰা মূৰটো উলিয়াইয়েই চিনি পালে।

তেওঁ লাহেকৈ ক'লে "আনকি ঘট বোৰত থকা ফুলবোৰো একেদৰেই ফুলি আছে। এই বোৰো পৰিবৰ্ত্তন হোৱা নাই।"

নামিবলৈ সাজুহৈ কালে ক'লে "কিন্তু ঘৰৰ মালিক সলনি হ'ল। তেওঁৰে সৈতে মই ভাড়ালৈ ইমান জুলুমত পৰিছিলো যে মই শেহত ঘৰটো কিনি লোৱাই অধিক সহজ বুলি ভাবিলো।" অসন্তোষেৰে ভোৰ-ভোৰায় তেওঁ নিজৰ মাংসল দেহটো দুৱাৰখনৰ ফাঁকেদি কোনোমতে আজুৰি আনি প্ৰবেশ কৰিবলৈ থকা সম্মুখৰ খট্খটিত উঠিল। পাছৰ তিনিসপ্তাহ ফেলিস্ক সঙ্গীত আৰু সাংসাৰিক কৰ্ম্মব্যস্ততাৰ চাকনৈয়াত এনেদৰে ব্যস্ত হৈ পৰিল যে তেওঁ নিজৰ বন্ধুবান্ধবক দেখা কৰিব পৰা নাছিল আৰু নিজৰ দুঃখজনক চিন্তা কৰিবলৈ অকণো আহৰি পোৱা নাছিল। এক্সজিটাৰ হলত তেওঁ বজালে তেওঁৰ ৰচিত পৱিত্ৰ সঙ্গীত

এলিজাহ। আকৌ এবাৰ তেওঁ বুজিলে বিজয়ৰ অবিৰেকী পৰম আনন্দৰ কথা। আন এটা উৎসৱে তেওঁৰ বাবে মানচেষ্টাৰত অপেক্ষা কৰিছিল, আৰু কেইদিনমানৰ পাছত বাৰ্মিংহামত। লণ্ডনলৈ পুনৰ উভতি আহি তেওঁ দেখিছিল যে সকলোতকৈ আকাঙ্খিত সিংহ তেওঁ হৈ পৰিছিল। সামাজিক বিষয়বোৰৰ হেচা ইমান বেচি হৈছিল যে তেওঁৰ আগমনেৰে সম্মানিত কৰিব লগা নিশাৰ ভোজ আৰু অভ্যৰ্থনাবোৰ বাচি দিবৰ বাবে কাৰ্লৰ সহায় ল'ব লগা হৈছিল। চূড়ান্ত ভাবে কাৰ্লে ক'লে "মই দৃঢ় হ'ম। ৰাজদূত পত্নী আৰু ডিউক পত্নীতকৈ কোনো-ৰকমেই হীন হ'ব নোৱাৰিব। তুমি যদি মাৰ্কুইচ পত্নী আৰু তলখাপৰ কাউণ্টেচক দেখা কৰিবলৈ আৰম্ভ কৰা তুমি অৱশ্যে নিজেহে ফূৰ্ত্তি কৰিব পাৰিবা, আৰু য'লৈকে ইচ্ছা যাবাও। একো হৈ নুঠিব। মই তোমাৰ পৰা এটা ইতৰ উলিয়াম।"

সেই সময়ত জেনি লিণ্ড লণ্ডনত থকাটো দৈবক্রমে সংঘটিত হ'ল। ফেলিক্সে পুনৰ আৰম্ভ কৰিলে এই মহান চুইডিচ গায়িকা গৰাকীৰ লগত বন্ধুত্ব। আনকি গায়িকা গৰাকীৰ কোনো এটা কনচাৰ্টত প্ৰশংসাৰ চিন স্বৰূপে সঙ্গী হিচাবে ফেলিক্সে বজাইছিলো। লিণ্ডৰ বাবেই বিশেষ ভাবে পোলেণ্ডৰ এই নৃত্য সঙ্গীত চপাঁই ৰচিছিল এক অবিশ্বাস্য মূৰ্চ্ছনাৰে। দুয়ো একেলগে গ্ৰহণ কৰিছিল প্ৰবল ভাবে হোৱা জনতাৰ হাতচাপৰি। শেষবাৰৰ কাৰণে যেতিয়া দৰ্শকৰ পৰা সম্মুখত থিয় হ'বলৈ আহ্বান পাইছিল তেতিয়া লিণ্ডে কৈছিল "মোৰ কাৰণে আপুনি যি কৰিলে এইয়া কেতিয়াও নেপাহৰিম। সম্ভৱ কোনোবা দিনা মই আপোনাৰ কাৰণে কিবা কৰিব পাৰিম।"

পুনৰ তেওঁ বাকিংহাম ৰাজ প্ৰসাদত বে-চৰকাৰী শ্ৰোতামণ্ডলীৰ পৰা লাভ কৰিলে সম্ভাষণ, পুনৰ তেওঁ চিত্তবিনোদন কৰিলে ৰাণী আৰু ৰাণীৰ স্বামীৰ সম্মুখত পিয়ানো বজাই। ৰাজ প্ৰসাদৰ পৰা উভতি আহি কাৰ্লক তেওঁ জনালেহি যে মাৰ্কুইচ পত্নীক চোন তেওঁ তাত থকা মহিলা সকলৰ মাজত নেদেখিলে। তেওঁৰ হ'ল কি। মুখখন মেলি তেওঁৰ ফালে চাই কাৰ্লে সুধিলে "তুমি জানো নেজানা?"

"নাই, মই নেজানো। স্মৰণ কৰা, মই থাকোঁ লিপজিগত, লণ্ডনত নহয়।"

"এৰা তাই এটা অমাৰ্জ্জনীয় কাম কৰিলে। গায় ফওকেজে পাৰ্লিয়ামেণ্ট উৰুৱাই দিবলৈ চেষ্টা কৰাৰ দৰে তাই নিজকে সীমাৰ অতীতত ৰাখি গোটেই লণ্ডনকে কপাঁই দিছিল, তাই বিয়া কৰালে।"

"বিয়া দেখোন বহুত লোকেই কৰায়। এইটো তেনে একো সাংঘাতিক কথা নহয়।"

"কিন্তু কাক? চেক্সপীয়েৰে কোৱাৰ দৰে সেইটোৱেই হ'ল প্ৰশ্ন। তুমি জানিবৰ বাবে কওঁ যে সেই ৰূপহী, অভিজাত্য, দুৰ্লভ মাকু ইচ পত্নীয়ে বিয়া কৰালে তাইৰ ঘোঁৰা চহিচটোক, সেই চিন লগোৱা পোচাক পিন্ধা লগুৱাটো। এইটো তাইৰ লগত সদায় পুৱা গৈছিল। তাইৰ তাত কামত সোমোৱাৰ পাঁচ বছৰৰ পাছত এদিন ঘটনা ক্ৰমে তাই তাৰ পিনে দৃষ্টি দিলে। মানুহজনীৰ দেহত থকা প্লাণ্টাজেনেত বংশীয় তেজ তাইৰ শিৰত গোট মাৰিলে। সেই মাৰ্জ্জিতহীন মানুহটো দেখনিয়াৰ আছিল বুলি মই স্বীকাৰ কৰোঁ। এপোলো আছিল বুলিব পাৰি। 'কিন্তু তাৰ আচৰণ কোৱা নেযায়। সেই মানী মহিলা গৰাকীয়ে কেইবা মাহো ধৰি তাইৰ শোৱা পটিলৈ তাক নিবলৈ চেষ্টা কৰি আছিল, কিন্তু ক'লা বৰণীয়া চন্তৰীটোৱে অস্বীকাৰ কৰি কৈছিল যেতিয়ালৈকে তাই তাক বিয়া নকাৰায় তেতিয়ালৈকে সি মান্তি নহয়। অৱশেহত তাইৰ আৰু সহ্য নহ'ল। তাই বিয়া কৰালে। ইয়াৰ পৰাই প্ৰমাণ হ'ল যে তুমি এজনী তিৰোতাৰ হতুৱাই সকলো কাম কৰাব পাৰিবা, যদিহে তাই বিচৰা বস্তুটো তুমি সৰহ দিন দিবলৈ অস্বীকাৰ কৰি থাকা।"

"সিহঁত বাৰু এতিয়া আছে ক'ত?"

"তাইৰ সেই ইটালীৰ ৰাজবটীত, কৰবাত বাফেলৰ ওচৰত, যদিও মাত্ৰ তাইৰ নামটোকে ফুচফুচাই ক'লেও বিশ্বাসঘাতকতাৰ তুল্য হয়, তথাপি মই শুনিছোঁ, বিয়া হ'ল যদিও সিহঁত হেনো বৰ সুখী।"

"প্ৰসঙ্গক্ৰমে তুমি যেতিয়া বিয়াৰ কথা উলিয়াইছা, তোমাৰ বিয়া

কৰোৱাৰ কি হ'ল বাৰু?" হাঁহি ফেলিস্কে সুধিলে। আঘাতপ্ৰাপ্ত নিৰপৰাধিতাৰ এক চাৱনিৰে ৰাজদূত জনে আৰ্ত্তনাদ কৰি সুধিলে "বিয়া কৰোৱা? যিজনী তিৰোতাই মোক বিয়া কৰাব খুজিব, তাই তেতিয়া আকঁৰী হ'ব লাগিব, তেতিয়া সেইজনী তিৰোতাৰ প্ৰতি মোৰ বাৰু প্ৰেম হ'ব কেনেকৈ? এবাৰ, দুবছৰৰ আগতে, যি সকলে তোমাৰ প্ৰেমৰ জীৱনত চিৰকাল হস্তক্ষেপ কৰি আহিছে সেই সকলৰ ভিতৰৰে সজ অভিপ্ৰায় থকা এটি জীৱই মোক নেৰানেপেৰাকৈ বিয়া কৰাবলৈ ধৰিছিল। তাই সাক্ষাৎ কৰাৰ ব্যৱস্থাও কৰি দিছিল। মই বিয়া কৰাম বুলি আশা কৰি থকা তিৰোতাজনী দেখা মাত্ৰকে ক্লান্তি আৰু আতঙ্কৰ সংমিশ্ৰণৰ মাজত চতুৰ্থ জৰ্জ্জে চেতনা হেৰুউৱাৰ দৰে ময়ো চেতনা হেৰুৱাব খুজিছিলো।" চোলাৰ জেপৰ পৰা নস্যৰ টেমাটো যেতিয়া তেওঁ উলিয়াই আনিছিল তেওঁৰ প্ৰফুল্লিত মুখত লাগি আছিল আতঙ্কৰ স্মৃতি।

"মই জানো কৰিবলৈ ভাল নোপোৱা কাম কৰা মানুহেই একমাত্ৰ জন্তু যি ইচ্ছা পূৰ্ব্বক এইয়া কৰে। কিন্তু মই কোনোবাখিনিত ৰেখা টানিব লাগিব।"

দুৰ্লভ ৰহণ সনা মাটিৰ পাত্ৰৰে ভৰি থকা এটা আখুদ্ৰ কাঠৰ আলমাৰীৰ এটা কোণত ভৰ দি তেওঁ থিয় হৈছিলগৈ।

হঠাতে কট কট শব্দ কৰি নস্যৰ টেমাটো খুলি তেওঁ ফেলিস্কলৈ চালে। তেওঁৰ পৰা কেইফুটমান আতঁৰত খিড়িকীয়েদি মূৰটো উলিয়াই ফেলিস্কে বাহিৰলৈ চাই আছিল। "কি হ'ল, ফেলিস্ক, তোমালোক দুয়ো, চেচিলি আৰু তোমাৰ মাজত সব ভালে আছে নিশ্চয়?" তেওঁ শান্তভাবে সুধিলে, কিন্তু তেওঁৰ চকুকিটা জলৰ হৈ গৈছিল আৰু মুখত তেওঁৰ হাঁহি নাছিল।

এটা মিছাত যেন তেওঁ ধৰা পৰি গৈছে এনেদৰে তেওঁ কাৰ্লৰ চাৱনি পৰিহাৰ কৰি অমনোযোগীভাবে আঙুলিত মেৰিয়াই থকা ঘড়ীৰ চেন ডাললৈ কিছু পৰ চাই থাকি অৱশেহত ক'লে "সম্পূৰ্ণ একোৱেই নহ'ল।" তাৰ পাছত ক'লে "তেওঁ একৰাকী আচৰিত ছোৱালী।

তেওঁৰ ওপৰত কাৰ্লৰ দৃষ্টি নিবদ্ধ হৈ থকা আৰু কার্লে তেওঁলৈ মন কৰি অপেক্ষা কৰি থকা বিষয়ে ফেলিক্সে উপলব্ধি কৰি একমিনিট মান একোকে নকলে। "তুমি জানাই দেখোন মোৰ লগত বাস কৰা কথা সহজ নহয়" তেতিয়া মিহি সোণৰ শিকলি ডালেৰে উমলি থাকি তেওঁ ক'লে। আমি বহুতখিনি খাপ খুৱাব লগা হৈছিল। বিয়া বাৰুত এই বোৰ সদাই থাকেই। অসম্ভৱ কথাটো আশা নকৰিবলৈ আৰু তোমাৰ যি থাকে তাতেই সুখী হ'বলৈ তুমি যত্ন কৰিবা। ৰূঢ়ভাবে মুখখন ডাঙি তেওঁ বন্ধুৰ ফালে চাই প্ৰচণ্ড ভাবে আত্ম সংযম কৰি পুনৰ ক'লে "চেচিলি এজনী আচৰিত ছোৱালী। কোনো লোকৰে কেতিয়াও সু-পত্নী নাছিল।"

"ঠিক আছে"—কার্লে ক'লে "বাৰু সেইটো যাবলৈ দিয়া। কিন্তু প্ৰশ্নটো এতিয়াও আছে—কি হ'ল ফেলিস্ক? একো হোৱা নাই বুলি তুমি মোক নকবা কাৰণ মই বিশ্বাস নকৰোঁ।"

আকৌ ফেলিক্সে তলৰ ফালে চালে। তেওঁৰ দাতঁৰ বিপৰীতে মুখৰ ভিতৰত কথাবোৰে গঢ় লৈছিল। তেওঁ ক'ব খুজিছিল জেনিলিণ্ডৰ কনচার্ট চলি থকাৰ সময়ত তেওঁ মূৰত বিষ উঠোঁতে আৰু মূৰত হোৱা ধপ্‌ধপনিৰ বাবে তেওঁ চিঞৰি ৰঙ্গমঞ্চৰ বাহিৰলৈ দৌৰি গুচি যাবলৈ বিচাৰিছিল। হার্লে ষ্ট্ৰীটৰ এজন বিখ্যাত চিকিৎসকৰ ওচৰলৈ গোপনে যাওঁতে চিকিৎসকৰ দুচকুত দেখা উদাস, অসহায় আৰু একৰকম ক্ৰোধৰ চাৱনিৰ কথা তেওঁ ক'ব খুজিছিল। তেওঁ কৈছিল "মাননীয় মেণ্ডেলচন, মই আপোনাক বহুত অর্থহীন কথা ক'ব পাৰো, আৰু কিছুমান পিল-খোৱাৰ ব্যবস্থা দিব পাৰোঁ। কিন্তু মই নিদিওঁ। মই ভয় কৰিছোঁ আপোনাৰ কথা ঠিক, আৰু আপোনাৰ মূৰ কামোৰনিৰ কাৰণ হৈছে আপোনাৰ শাৰিৰীক যন্ত্ৰ পীড়া। এইটো কি মই নেজানো, নাইবা আন কোনোৱেই নেজানে। কোনোবা দিনা আমি জানিব পাৰিম আপোনাৰ লাওখোলাটোতনো কি হৈছে, আজি আমি নেজানো। ডাঙৰীয়া, মোক পাওনা তিনি গিনি হ'ল। সেই বোৰ কথা কোৱাৰ কি আবশ্যক আছিল বাৰু?

যেতিয়া সহায় দিব পৰা নেথায় তেতিয়া কিয় বিচৰা হয় সহায় ? মই অনুমান কৰিছোঁ মই অলপ ক্লান্ত হৈছোঁ, কিন্তু মোৰ তেনে অসুখ হোৱা নাই যিটো অসুখক ছুটীৰ দিনে আৰোগ্য কৰিব নোৱাৰিব।” কাৰ্লে হঠাতে নম্বৰ টেমাটোৰ সাৰ্ফখন বন্ধ কৰি নিজৰ চোলাৰ জেপত ভৰায় থৈ ফেলিস্কৰ ওচৰলৈ আহি তেওঁৰ কান্ধটো সাৱতি ধৰিলে। কাৰ্লে কথা কোৱা নাছিল, তথাপি ফেলিস্কে কেনেবাকৈ উপলব্ধি কৰিছিল বন্ধুৱে তেওঁৰ কথা বুজিছে কাৰণ কাৰ্লৰ উখহা চকুজুৰিত আছিল পানী।

ফেলিস্কে লণ্ডন এৰিবৰ দিনা বৰষুণ আছিল। ডোভাৰত বতাহ প্ৰবলভাবে বলিবলৈ ধৰাত চেনেল ক্ৰছিংএ যাত্ৰীসকলক তেওঁবিলাকৰ কেবিনৰ নিৰ্জ্জন আশ্ৰয় স্থললৈ পঠিয়াই দিছিল। শুভ্ৰ তৰঙ্গৰ মাজেদি যন্ত্ৰণাৰ চেপা গেঙনি যেনেকৈ ইকাটি সিকাটিকৈ ‘এটউড’ নামৰ জাহাজখন আগবাঢ়িবলৈ ধৰিলে। তেওঁৰ সেই কঠোৰ পৰীক্ষাৰ পাছত ফেলিস্কে নিজৰ ভৰিৰ তলৰ কঠিন মাটিত থিয় হৈ আকৌ এবাৰ আৰাম অনুভৱ কৰিলে। কেইমিনিটমান খোজ কাঢ়ি লাভ কৰিলে স্বৰ্গীয় সুখ। নৰ্মাণ্ডিৰ মনোৰম পথাৰৰ মাজেদি তেওঁৰ বাগীখন গৈ থাকোঁতে তেওঁ লাভ কৰিছিল প্ৰেৰণা। পাছদিনা সন্ধিয়া তেওঁ পেৰিচ আহি পাইছিলহি। নিৰ্দ্দিষ্ট সময়ত’কৈ বহু পলমে আহি পোৱা স্বত্বেও চৰ্পাই আহি তেওঁৰ বাবে ষ্টেচনত অপেক্ষা কৰিছিলহি।

যেতিয়া অৱশেহত চৰ্পাই দেখিলে তেওঁৰ বন্ধু বাগীখনৰ পৰা নামি আহিছে, তেওঁ চিঞৰি ক’লে “মই ভাবিছিলো বন্ধু তুমি কেতিয়াও নেপাবাহি।”

সম্প্ৰতি চৰ্পাৰ থকা ঠাই অৰ্লিয়েন্সলৈ তেওঁবিলাক আহিল। তেওঁৰ লগুৱাটোৱে লঘু আহাৰ বান্ধিয়েই থৈছিল। হালধীয়াবৰণৰ দেৱালেৰে কণমান খোটালীটোতে তেওঁবিলাকে খোৱা বোৱা কৰিলে। দুয়োজনৰ এজনেও অধিক ৰুচিৰে খোৱা নাছিল। নিজ নিজ চিন্তা সমূহক আৱৰি ৰাখিবলৈকে নিজ নিজ কাম কাজ আদিৰ বিষয়ে অসলগ্ন ভাবে কথা বতৰা পাতিলে।

বন্ধুক দেখি ফেলিস্কে বিচূৰ্ত্তি মানিলে। সঘনাই চপাঁই কাহি থকা দেখি তেওঁ সতৰ্ক হ'ল। চপাঁৰ কণ্ঠস্বৰ কেতিয়াও সবল নাছিল আৰু এতিয়া মাতটো ফুচফুচনিৰ দৰে হৈ পৰাত বৃহৎ ঘূৰণীয়া মেজখনৰ সিটো ফালৰ পৰাই শুনা নগৈছিল। গভীৰ দুখেৰে ফেলিস্কে ভাবিলে চপাঁৰ অৱস্থাও মৰাৰ দৰে হৈ পৰিছেগৈ। শেষ বিধ খোৱা বস্তুহিচাবে এঘট সিজোৱা চকলেট চপাঁৰ কিলাকুটীৰ ওচৰত লগুৱাটোৱে থৈ গ'লহি।

"মোৰ বন্ধু, তুমি দেখিছা মই এতিয়াও চকলেট খাওঁ।" ফেলিস্কৰ আমোদ চাৱনি দেখি চপাঁই হাঁহিলে। এইটো মিঠা নোহোৱাকৈ খাবলৈহে মই ভাল পাওঁ আৰু মোৰ কাৰণে বিশেষভাবে বৰডিউক্সত তৈয়াৰ কৰাইছোঁ। 'মোৰ এইয়া আন এটা অন্যায় মিতব্যয়হীনতা।"

তেওঁবিলাকৰ লগৰ সঙ্গীতজ্ঞ সকলৰ নতুন ৰচনাবোৰৰ বিষয়ে অলস ভাবে তেওঁবিলাকে আলোচনা কৰিলে, প্ৰকাশক সকলৰ বিষয়ে তুলনা-মূলক কথা পাতিলে, সাধাৰণ বন্ধুত্বৰ বিষয়ে নিৰ্দ্দোষ কথাবতৰাৰ বিনিময় হ'ল।

চপাঁই কবলৈ আৰম্ভ কৰিছিল "মেয়াৰ বিয়েৰৰ নতুন অপেৰাখন"— হঠাতে অহা কাঁহত তেওঁ থকা সৰকা হ'ল! চোলাৰ হাতৰ পৰা লৰা-লৰিকৈ কমালখন টানি উলিয়াই আনি নিজৰ মুখত হেচি ধৰিলে। "মোৰ বন্ধু ফেলিস্ক, মোক ক্ষমা কৰা" নিস্তেজ হাঁহি এটা মাৰি তেওঁ কৈ গ'ল "মোৰ ফুসফুস আৰু মই বিদায়ী সঙ্গী হৈ পৰিছোঁ। যেহেতু মই কৈছিলো মেয়াৰ বিয়েৰৰ নতুন অপেৰা এক প্ৰবল উন্মাদনা। কিছুমান লোকৰ জন্ম হয় গোপন সফলতালৈ। তেওঁ বাতিটো তুলি এঢোক পি এটা ক্ষীণ হাঁহি মাৰি ক'লে "কিন্তু মই তেওঁবিলাকৰ এজন নহয়।" ফেলিস্কে তেওঁৰ ফালে চাই ক'লে "তুমি দেখোন উন্নতি কৰা যেন লাগিছে।"

কান্ধটো জোকাৰি চপাঁই ক'লে "এটা মিছা। এসপ্তাহ যদি মই শিকাবলৈ বন্ধ কৰোঁ তেন্তে মই ভাড়াকে দিব নোৱাৰিম। ঘটনাক্ৰমে তুমি গম পাইছানে আমাৰ বন্ধু লিজটাৰ লগত ৰাজকুমাৰী কেৰোলিন

জু চেয়ান উইটজেনষ্টেনৰ সম্বন্ধটোৰ কথা? ৰাজকুমাৰীৰ প্ৰতি এই মানুহজনৰ আছে এক হুতাহ।" আকৌ তেওঁ খিক্‌খিককৈ হাঁহিলে।

"জুতি অনুসৰি প্ৰত্যেকৰে আছে। আন কোনো তিৰোতাতকৈ ৰাজকুমাৰী সকল হীন নহয়। আৰু কেতিয়াবা তেওঁবিলাকৰে ভলত পিন্ধা কাপোৰ সাজ অধিক ভালহে।" হাঁহি এটা মাৰি ফেলিস্কে ক'লে।

খন্তেক পৰ চপাঁই বাত্তিটোৰ পিনে চাই থাকি বিষন্ন ভাবে ক'লে "ফ্ৰেঞ্জ এজন অদ্ভুত লোক, তেওঁ এজন নাহ কুলীয়া লোক আৰু এজন সাধু, আলিৰ কাষৰ 'ওখ ঠাইত থিয় হৈ দৰৱৰ বিষয়ে বক্তৃতা দি দৰৱ বিক্ৰি কৰা এজন চিকিৎসক আৰু এক ৰহস্য পলকতে, এক প্ৰতিভা। তুমি জানানে তোমাৰ কাহিনীৰ ওপৰত ভিত্তি কৰি লিখা তেওঁৰ দুটা পিয়ানোত বজোৱা দ্বৈত সঙ্গীতটোৰ কথা?"

আচৰিত হৈ ফেলিস্কে ক'লে "নাই শুনা, তেওঁ মোলৈ এইটো কেতিয়াও পঠোৱা নাই।"

"এইটো প্ৰকাশ হোৱা নাই, কিন্তু হাতে লিখা পুথিখন ইয়াত আছে। যদি তুমি ইচ্ছা কৰা কালিলৈ পুৱা এইটো আমি বজাম।"

নিশা খোৱাৰ পাছতেই তেওঁবিলাক দুয়ো নিজৰ কোঠালৈ গ'লগৈ।

পাতল দেৱালখনৰ মাজেদি অহা চপাঁৰ কাহ ফেলিস্কে শুনিবলৈ পাইছিল। বেচেৰা ফ্ৰেডেৰিক, মৰমৰ পোলেণ্ডৰ পৰা, তেওঁৰ পৰিয়ালৰ পৰা আতৰি সঙ্গহীন হৈ থকা ৰোগীয়া বেচেৰা ফ্ৰেডেৰিক......বেচেৰা ফেলিস্ক...প্ৰত্যেকেই দুৰ্ভগীয়া...মোহমুক্তিৰ কাহিনীৰ ওপৰত লিখা জীৱন এক বিষাদ গীত।

এই বিশ্ব সৃষ্টি কৰাৰ বাবে ভগবানৰ যোগ্যতা আছিলনে? তেওঁ চকু জুৰি মুদোঁতে আহি পৰিছিল এক বেদনা আৰু অৱশেহত তেওঁ টোপনি গৈছিল।

পুৱা ক্লান্তি আৰু হতাশেৰে তেওঁ সাৰ পাইছিল। পুৱা জলপান

খাওঁতে তেওঁ ক'লে "পেৰিচত মই কেইদিনমান থাকিম বুলি ভাবিছিলো। কিন্তু কালিলৈ মই যোৱাৰ কথাহে ভাবিছোঁ। ফ্ৰেঙ্কফোৰ্টত মোৰ পত্নী আছেহি। তেওঁক লগ পাবলৈ মই উদ্বিগ্ন হৈছোঁ। বন্ধৰ দিনবোৰ তুইজাবলেগুত পাৰ কৰিমগৈ।"

ধীৰ ভাবে চপাঁই ক'লে "মই বুজিছোঁ, এজনক তোমাৰ প্ৰয়োজন হৈছে। তোমাক শ্ৰান্ত দেখিছোঁ।"

"কেনেবাকৈ অপেৰা, নাইবা প্ৰকাশৰ ঘৰলৈ, নাইবা বন্ধু-বান্ধবক দেখা সাক্ষাৎ কৰিবলৈ যাবলৈ মই ইচ্ছা কৰা নাই। আনকি মোৰ প্ৰতি আইদেউ ৰথচাইল্ডৰ তালৈকো। বাৰু তেখেত কেনে আছেহে?"

"সদায় থকাৰ দৰেই আশ্চৰ্য্য জনক হৈয়েই আছে। মোৰ প্ৰতি তেখেতৰ বৰ দৰদ। মোক অনেক ছাত্ৰ যোগাৰ কৰি দিছে।

এহেজাৰবাৰ তেওঁ মোক নিশাৰ ভোজলৈ মাতিছিল আৰু তেওঁৰ প্ৰসাদ 'চেটু ডি ফেৰিয়েৰি' লৈ মই গৈছিলো। এটা হাঁহিয়ে তেওঁৰ চকুৰ পতা কোচ খুৱায় দিলে। তেওঁৰ নামত উচৰ্গা কৰিছোঁ মোৰ এটা বনগীত, সামাজিক কৃতজ্ঞতাজনিত ঋণ মোৰ পৰিশোধ কৰাৰ পথ এইয়ে।" তেওঁৰ মাতটো চুচৰি যোৱা যেন হৈছিল, ফেলিস্কে অনুমান কৰিছিল তেওঁ যেন আৰু কিবা ক'ব। বন্ধুৰ বিহ্বলতা পাতলাই দিবলৈকে তেওঁ ক'লে "মই হয়তো তোমাৰ কাৰণে জাৰ্ম্মানীত কিবা কৰিব পাৰোঁ মোৰ বন্ধু, অনুগ্ৰহ কৰি মোৰ ওপৰত নিৰ্ভৰ কৰা।

"ও, হয়, তুমি গিৱানাভাজৰ লগত তুমি যদি মোৰ কাৰণে এটা কনচাৰ্টৰ বন্দোবস্ত কৰিব পাৰা তেতিয়া মই এইটো বৰ ভাল পাম। মই এজন ড্ৰইং ৰুমৰ পিয়ানো বাদক বুলিহে জানো। তথাপি মই তাত যথাসাধ্য যত্ন কৰিম।" তেওঁ ব্যাকুল আৰু বিমূঢ় হ'ল—"এইটো মাত্ৰ ধনৰ প্ৰশ্নই নহয়, পেৰিচৰ পৰা ওলায় গৈ নতুন নতুন মুখবোৰ দেখি দুখৰ কথাবোৰ পাহৰি যাবলৈ চেষ্টা কৰি চাবৰ কাৰণে হ'ব ই এটা অযুহাত।

"শ্ৰীমতী চেণ্ড কেনে আছে বাৰু?"

এবা, আমাৰ মাজত লাহে লাহে ফাট মেলি আহিছিল। আমি

দুয়ো জানিছিলো আমাৰ প্ৰণয় শেষ হৈ আহিছিল।" সতৰ্ক ভাবে ফেলিস্কে সুধিলে "কিমান দিন তুমি আৰু শ্ৰীমতী চেণ্ড···চপাঁই তেওঁক শেষ কৰিবলৈ নিদিলে, আৰু ফেলিস্কে দেখিলে মানুহজন কঁপিছিল "সাঁত বছৰ, বন্ধু—প্ৰায় বিবাহিত সকলৰ দৰেই নহয় নে বাৰু? আমাক চিনাকী কৰি দিছিল লিজট্‌চে। আগতে মই জৰ্জ্জক দেখিছিলো, কিন্তু আচৰিত কথা যে তেওঁৰ প্ৰতি মোৰ তিলমানো আসক্তি হোৱা নাছিল। তেওঁৰ আচৰণ, পুৰুষৰ সাজ পিন্ধি চুৰত খোৱা আদি তেওঁৰ প্ৰতিটো বিষয়ে মোক বিৰক্ত দিছিল। তাৰ পাছত এদিন···আৰু অকস্মাতে তেওঁ কথাবোৰ কবলৈ ধৰিলে, এনেকৈ কৈছিল যেন ওঠৰ পৰা শব্দবোৰ নিজে নিজে খহি পৰিছিল। তেওঁ ফেলিস্কক ক'লে জটিল, চমকলগা আৰু ক্ষমতাশালী তিৰোতা জৰ্জ্জ চেণ্ডৰ কথা। এই গৰাকী ৰমণীয়েই তেওঁৰ ভোগ বাসনা আৰু মাতৃবৎ স্নেহৰ সংমিশ্ৰণৰে সৈতে তেওঁৰ জীৱন শাসন কৰিছিল আৰু তেঁওৰ হৃদয় বন্দী কৰি ৰাখিছিল। তেওঁ সন্ধানী আৰু ফটফটীয়া বাক্যৰে ব্যাখ্যা কৰি গ'ল এই ঔপন্যাসিকা গৰাকীৰ মহত্বতা, দুৰ্ব্বলতা অমিলৰ বিষয়ে অথচ যি হ'ব পাৰিলেহেতেন বাৰাঙ্গনা, ব্যৱসায়ী, চিন্তাবিদ, সেৱিকা, শিল্পী আৰু গৃহ তত্বাবধায়ক। চেণ্ডৰ গাৱঁৰ ঘৰ 'নহাট'ত। তেওঁ জহকালি থকাৰ কথাবোৰ বাহুল্যভাবে ক'লে। তেওঁ কৈ গ'ল অনাবৃত পাতল বাগীত গৈ থাকোঁতে তেওঁ চিন্তাত নিমগ্ন হৈ থকা, নাইবা টোপনীয়াই থকাৰ কথাবোৰ। তেওঁ কৈ গ'ল কোনো নাৰী সুলভ কামত তেওঁ তললৈ হাওলি বাগিছাত বহি থকা সেই নিৰল আবেলিবোৰৰ কথাবোৰ···সৰু স্তম্ভ শ্ৰেণীৰ পিনে মুকলি হৈ থকা ৰবাচী দেশীয় ওখ দুৱাৰবোৰৰ আৰু তেওঁবিলাকৰ—মম জ্বলি থকা খোটালীত পাৰ কৰা সন্ধিয়াবোৰৰ কথাবোৰ—তেওঁ তেতিয়াই আতে ৰঁচি কোমলকৈ বজাইছিল পিয়ানো আৰু চেণ্ডে মেজত বহি লিখিছিল। ক্লান্তিহীন ভাবে অন্তহীন লিখনী বালি ভাতৰ দৰে আৰম্ভ হৈ শৰ যাত্ৰাৰ দৰে অন্তহোৱা তেওঁবিলাকৰ বিখ্যাত 'মেজৰ্কা' ভ্ৰমণৰ কথা তেওঁ ক'লে। পৰিত্যক্ত বিষাদ ভৰা আশ্ৰম ভেলডেমোচা আশ্ৰমত মুগা

ৰৰণীয়া সাজ কাপোৰ পিন্ধি পূৰ্ণ হৈ থকা সেই প্ৰেতাত্মাবোৰৰ কথা তেওঁ ক'লে। প্ৰাৰ্থনা, ভেকুঁৰি যোৱা আৰু জাবৰ গোন্ধ গীৰ্জ্জাঘৰটোত এতিয়াও আছে। বিন্ধা থকা মাটিৰ ঘৰৰ চালত জাৰ কালিৰ বৰষুণে বন্যভাবে কোবোৱাৰ কথা বতাহৰ গৰ্জ্জনত সজোৰে আৰু সশব্দে বন্ধ হৈ যোৱা চিচাৰ খিড়িকীবোৰৰ কথা, কেৰ কেৰ শব্দ কৰা দুৱাৰবোৰৰ কথা তেওঁ ক'লে। আৰু তাৰ পাছত চেণ্ড নিজৰ কলমলৈ, আৰু তেওঁ নিজৰ ভণ্ডামীলৈ উভতি অহাৰ কথা তেওঁ কলে। পেৰিচলৈ উভতি আহোঁতে ধন আৰু স্বাস্থ্যৰ অধিক অধঃপতন হৈছিল তেওঁবিলাকৰ।

অ, হয় তেঁও ডাঙৰীয়া চঁাপা আছিল—সেই সময়ৰ ঢং অনুসৰি তেওঁ আছিল এজন পিয়ানোৰ শিক্ষক, যাৰ পাঠৰ মূল্য আছিল সোণৰ এক লাউচ, গৃহিণী সকলে গুণগুণাই দিয়া আদেশত কি বোৰ্ডত বহি বজোৱা ড্ৰইং ৰুমৰ সুদক্ষ সঙ্গীতজ্ঞ। আলসুৱা আৰু অধিক প্ৰশ্ৰয় লাভ কৰা অথচ উদাৰ এটা সৰু দলে সামাজিক ভাবে গ্ৰহণ নকৰা এক খেয়ালী আৰু স্নায়বিক পীডাগ্ৰস্ত কাউণ্টেছৰ ওপৰত নিৰ্ভৰ কৰিছিল তেওঁৰ জীৱন নিৰ্ব্বাহ। ভাডা গাড়ীত হালধীয়া হাতমোজা পিন্ধি তেওঁ অন্তহীনভাবে অহাযোৱা কৰিছিল ছাত্ৰীৰ বাসস্থানলৈ। বৈচিত্ৰহীন সেই নিৰস পাঠ, সেই একে অগভীৰতা কিন্তু সিহতঁক প্ৰবল গুণগুণিৰ অন্তৰালত ধনা আৰু সেই কালৰ হালচালৰ অভিজাত্য ভৰা ঔদ্ধত্যৰ দৃষ্টি আছিল। আৰু মাজে সময়ে তেওঁৰ জীৰ্ণ হৈ পৰা আৰ্থিক অৱস্থা উদ্ধাৰ কৰিবলৈকে, এজন চিকিৎসক নাইবা এজন দৰ্জ্জীৰ হেঁচা মাৰি ধৰা বিলৰ পয়চা দিবলৈকে কোনোবা দয়ালু হৃদয়ৰ কাউণ্টেছ নাইবা ৰাজ-কুমাৰীৰ খোটালীত কুৰি ফ্ৰাঁ টিকতৰ বিনিময়ত ঘৰুৱা ভাবে বজাইছিল। কিন্তু স্নেহপৰায়নতাৰে আৰু মাতৃবৎ হৈ চেণ্ড তাত আছিল। সেই হতাশ দিনবোৰৰ সঙ্গীনী চেণ্ড আছিল তেওঁৰ বন্ধু, ৰক্ষিতা। তেওঁক জৰ্জ্জে মিনতি কৰিছিল বঁচিবলৈ, সেই মেজৰ্কা শেষ কৰিবলৈ, প্ৰকাশক সকলৰ সেই প্ৰুফবোৰ শুধৰাবলৈ। জৰ্জ্জেও নিজৰ লৰা-ছোৱালীহালৰ ভাত মুঠিৰ বাবে কঠোৰ শ্ৰম কৰিছিল, উপন্যাসৰ উপৰি উপন্যাস দ'ম

কৰিছিল, প্ৰচণ্ড ভাবে ক্ষীপ্ৰতাৰ লিখি গৈছিল ৰচনা, প্ৰবন্ধ, নাটক— প্ৰয়োজন মিটাবলৈ তেওঁ লিখিছিল যি কোনো ধৰনৰ বিষয়। দুয়োৰে ভিতৰত জৰ্জ্জ অধিক শক্তিশালী আছিল, আৰু তেওঁ নিজৰ এই শক্তি টোপ টোপ কৈ ঢালি তেওঁক শক্তিশালী কৰিছিল। জৰ্জ্জৰ এই দৃষ্টান্তকে লৈ তেওঁ এই স্বপ্ন দেখোঁতা জনে, হঠাতে ৰচনা কৰিব পৰাজনে নিজকে মেজত আবদ্ধ কৰি ৰাখি পাঠ শিকোৱাৰ এটা শ্ৰান্তি পূৰ্ণ দিনৰ পাছত ৰচিবলৈ সময় পাইছিল। পৰিশ্ৰম আৰু উজাগৰী নিশাবোৰৰ বাবে উচিত মূল্য বিচাৰি তেওঁ আনকি প্ৰকাশক সকলৰ লগত দৰ-দামো কৰিবলৈ সংগ্ৰাম কৰিছিল, অৱশেষে বিজয়ী তেওঁ কাহানিও হোৱা নাছিল। কাৰণ প্ৰকাশক সকলে অপেক্ষা কৰিব পাৰিছিল আৰু তেওঁ পৰা নাছিল। সেই কাৰণে তেঁও সপ্তম সুৰৰ গৌণ ৰচনা নক্টাৰ্ন তিনিশ ফ্ৰাঁৰ বিনিময়ত আৰু পোলানিজৰ উদাত্ত সুৰৰ গৌণ সংগীত চাৰিশ ফ্ৰাঁৰ বিনিময়ত যাবলৈ দিলে। ইয়াৰে তেঁও ঘৰৰ মালিকক চিকিৎসকক আৰু মাহেকৰ গাড়ী ভাৰা শোধালে আৰু মাহেকটোৰ বাবে নিৰাপদ হ'ল।

আৰু বিপদজনক হলেও সাত বছৰ পাৰ হৈ গ'ল। কিন্তু এগৰাকী নাৰীয়ে প্ৰেমেৰে ওপচাই থৈছিল। তাৰ পিছত এদিন আৰম্ভ হল প্ৰথম ভুল বুজাটো। সোনকালেই এইটো তাপলি মৰা হৈছিল আৰু প্ৰকৃতত্তে নহলেও সাম্প্ৰতিক ভাবে পাহৰি পেলোৱা হৈছিল। কিন্তু সোনকালে আৰু এটা ভুল হ'ল তাৰ পাছত আৰু এটা, আৰু তাৰ পাছত আৰু এটা। আলোচনাবোৰ কাজিয়াত পৰিণত হ'ল। মন্থিত কৰা পুখুৰীত এঠা মাটি ওলোৱাৰ দৰে ওলাবলৈ ধৰিলে খণ্ডৰ ভমকত অপ্ৰত্যাশিত ভৎ'সনা বোৰ, পুৰণি অভিযোগবোৰ। এতিয়া আৰু এই খৰিয়ালবোৰত তাপলি মাৰিব পৰা নগ'ল। কিন্তু ভাগৰত তীব্ৰ কৰ্কশতাত, বিৰক্তিত ভিতৰি জ্বলি পুৰি ক্ৰমাৎ সম্বন্ধৰ অধঃপতন হ'বলৈ ধৰিলে। খণ্ডত চিঞঁৰি কোৱা কথাবোৰ আৰু এতিয়া তেওঁবিলাকৰ হৃদয়ে ক্ষমা কৰিব নোৱাৰিলে। মৃদুভাবে বিষ প্ৰবাহিত কৰি অভিমানে মাজ পথত বাধা দিলে। সম্প্ৰতি প্ৰেমিক প্ৰেমিকাই বুজিলে ক্ৰমাৎ দুয়ো

বিচ্ছিন্ন হৈ অহাৰ কথাটো আৰু প্ৰত্যেকেই নিজৰ ধা শুশ্ৰূষা কৰিবলৈ ধৰিলে আৰু তেওঁবিলাকৰ মাজত ব্যাপ্ত হ'লহি তেওঁবিলাকৰ প্ৰণয়ৰ শৱ দেহটো।

ফেলিস্কে চৰ্পাক কবলৈ দিছিল। ফৰাচী ভাষাৰে খৰকৈ কোৱা কথাবোৰ অত্যন্ত যত্নেৰে মনোযোগ দি তেওঁ শুনিলে। তেওঁ বুজিলে বন্ধুৱে যেন কথাবোৰ কৈ কিছু সকাহ পাইছে। শান্ত মানুহৰ হঠাতে খং উঠাৰ দৰে স্বল্পভাষী লোক অকস্মাতে ফাটি পৰে। অৱশেহত যেতিয়া চৰ্পা নিৰৱ হৈ গৈছিল তেওঁ ক'লে "ধৈৰ্য্য ধৰা ফ্ৰেডেৰিক, এইটো ঠিক হৈ যাব, তুমি এতিয়াও ডেকা, তুমি···"ফোপোলা শব্দ কিয় কওঁ? ডেকা? ফ্ৰেডেৰিক তেওঁতকৈ আৰু ডেকা হৈ আছিল—কাৰণ তুমি পাৰ কৰি অহা বছৰ বোৰৰে বয়স জোখা নহয়, বয়স জোখা হয় তুমি এতিয়াও জীয়াই থাকিব লগা বছৰ বোৰেৰে হে। তেওঁৰ দৰেই ফ্ৰেডেৰিকৰো সময় কম আছিল। ইয়াত কবলৈ একো নাছিল, একোকে।

কাৰ্লে কৰাৰ দৰে তেওঁ চৰ্পাক সাবতি ধৰিলে। লিপজিগত চৰ্পাৰ বাবে এটা কনচাৰ্টৰ আয়োজন কৰিবলৈ প্ৰতিজ্ঞা কৰি পাছ দিনা পুৱা ফেলিস্কে পেৰিছ এৰিলে। "মই বোৰ্ডৰ ট্ৰাষ্টি সকলক ক'ম, মোৰ বিশ্বাস তেওঁবিলাক মান্তি হ'ব।" বাগীখন চলিবলৈ ধৰোঁতে তেওঁ কৈছিল। তেওঁৰ বাবে ফ্ৰেঙ্ক ফোৰ্টত অপেক্ষা কৰি থকা চেচিলি আৰু লৰাছোৱালী কেইটাৰ ওচৰলৈ তেওঁ আহিল সপ্তাহটোৰ শেহত। একেলগে তেওঁবিলাক চুইজাৰলেণ্ডৰ গাওঁখনলৈ আহি দুমাহকাল শান্তিপূৰ্ণ অলসতাৰে পাৰ কৰিলে। চেপ্টেম্বৰৰ মাজভাগলৈ তেওঁবিলাক সকলোখিনি উভতি আহিল লিপজিগলৈ। আৰু তেওঁ পৰিচালনা কৰিবলৈ ধৰিলে গিৱানডাজৰ সাপ্তাহিক কনচাৰ্ট আৰু শিকাবলৈ ধৰিলে কনজাৰভেটৰীয়ামত ৰচনা কৰিবলৈ।

"হেনচ, মোক কোৱাচোন সঙ্গীতত কিমান স্বাভাবিক স্বৰ-চাবি আছে?"

হেন্‌চ ব্লাথে গিৰিপকৈ থিয় হৈ ক'লে "দুটা, মাননীয় ডিৰেক্টৰ,

গ প্ৰধান আৰু ক অপ্ৰধান। সেই দুয়োটাৰ ভিতৰত যি কোনো এটাৰ লগত আনটোৰ সাল সলনি কৰিব পাৰি।

"বেচ, এতিয়া মনোযোগ দিয়া কাৰণ এইটো অলপ বেচি টান। অপ্ৰধান গৌন চাবিটোৰ পৰা প্ৰধান চাবিটো তুমি কেনেকৈ চিনিব পাৰিবা?"

আনন্দত আত্মহাৰা হোৱা যৌৱন সুলভ মুখবোৰৰ ওপৰেদি তেওঁৰ দৃষ্টি বাগৰি গ'ল। শিকিবৰ বাবে ইমান আগ্ৰহান্বিত আৰু ইমান উদ্বিগ্ন হৈ থকা ডেকা লৰাবোৰক তেওঁৰ চাবলৈকে ভাল লাগিছিল। সম্ভৱ সিহঁতৰ কোনোবা এটা মুঠতে কিবা এটা হ'ব। অৱশ্যে মাননীয় ডিৰেক্টৰ সিহঁতৰ অধ্যাপক, এইটোৱেই সিহঁতক সাংঘাতিক ভাবে মুগ্ধ কৰিছে, আনকি যদিও তেওঁবিলাক নশিকাৰু আছিল। দুবছৰৰ সঙ্গতি, বিভিন্ন সুৰৰ সংমিশ্ৰন আৰু ফাগৰ মূল সূত্ৰৰে সৈতে তেওঁৰ নিয়মীয়া ছাত্ৰ-সকলৰ উন্নতি হৈছিল। অৱশ্যে স্কুমেনৰ উত্তৰাধিকাৰী এজন নোপোৱাৰ বাবেই তেওঁ এই বিশেষ সম্মানটো লাভ কৰিছিল।

তেওঁৰ চিন্তাৰ আবৰণ ভেদ কৰি অহা কিশোৰ সুলভ তীক্ষ্ণ উচ্চ বৰ্ধৰ ধ্বনিৰে দিয়া উত্তৰটো তেওঁ শুনিবলৈ পালে—প্ৰধান চাবিটো জনা যায় ইয়াৰ প্ৰধান তৃতীয়ৰে, মাননীয় ডিৰেক্টৰ, অপ্ৰধান চাবিটো জনা যায় ইয়াৰ অপ্ৰধান তৃতীয়ৰে।"

"বৰ ভাল হৈছে হেন্‌চ বাৰু বহাঁ মোৰ মইনা।" আকৌ তেওঁৰ দৃষ্টি বাগৰি গ'ল শ্ৰেণীটোৰ ওপৰেদি। এই লৰা-বিলাকৰ কোনোবা এটাই কেতিয়াবা উপযুক্ত কিবা লিখিব পাৰিব জানো—যশস্যা আৰু ধন আৰ্জ্জিব পাৰিব জানো? নাইবা সিহঁত সকলো এন্ধাৰত নিঃচিহ্ন হৈ যাব, লিপজিগ্‌ৰ কনজাৰভেটৰীয়াম, তেওঁৰ কনজাৰভেটৰীয়ামত পাৰ কৰা বছৰবোৰৰ অভিশাপ দি ক্ষুধিত পিয়ানো নাইবা বীণাৰ শিক্ষক সকলে হোটেল আৰু মদ খোৱা ঠাইবোৰৰ দৰে বিপদজনক ঠাইত অনিশ্চিতভাবে বজায় যাব।......

যিটো ব্যৱসায়ে একো প্ৰতিশ্ৰুতি নিদিয়ে, মাত্ৰ হিয়াহে বিদীৰ্ণ কৰে আৰু মাত্ৰ দিয়ে দৰিদ্ৰতা সেইটোলৈ এই নিবিহ লৰাবোৰক প্ৰলোভন

দেখুৱাৰ অধিকাৰ তেওঁৰ আছেনে ? "উইলহেলম্ ।"

এটা উজ্বল চকুৰ ৰূপৰা চুলি থকা লৰাই উত্তেজিত হৈ জাপ মাৰি থিয় হৈ চেঁ-চে শব্দ কৰি ক'লে "হয়, ডিৰেক্টৰ ?"

"উইল হেলম্ তুমি মোক ক'ব পাৰিবানে তৃতীয় প্ৰধানটো কি ?"

"হয়, ডিৰেক্টৰ," অস্পষ্ট ভাবে ভবিষ্যতৰ বিখোভেনে ক'লে । ক'বলৈ তেওঁ প্ৰায় উত্তেজিত হৈয়েই আছিল ।

"যেতিয়া উদাৰাৰ পৰা তাৰালৈকে স্বৰগ্ৰাম আছে তেতিয়া তাত আছে চাৰিটা দুন্‌মাত্ৰিক ধ্বনি । তৃতীয়টো প্ৰধান আৰু স্বৰ-চাবিটোক কয় প্ৰধান স্বৰ-চাবি বুলি ।"

"উইলহেলম্, বৰ বঢ়িয়া হৈছে । অৱশ্যে তুমি বুজি পাইছা যে সেই চাৰিটা দুন্ মাত্ৰিক ধ্বনিৰ অৰ্থ হয় পাঁচটা পিয়ানোৰ স্বৰ-চাবি । উদাহৰণ স্বৰূপে ধৰা চাৰিটা দুঁন মাত্ৰিক ধ্বনি, গৰ প্ৰধান তৃতীয়ৰ গ, গ উচ্চ ধ্বনি যুক্ত ঘ, ঘ উচ্চ ধ্বনি যুক্ত আৰু ঙও । তুমি সেইটো বুজি পাইছানে ? তুমি বুজি পোৱা নাই জানো ?" লৰাটোৱে আগ্ৰহেৰে মূৰ দুপিয়ালে । অতি হেপাঁহেৰে আৰু অকৃত্ৰিম ভাবে বুকুত ধপ্‌ধপনি লৈ সি পাছৰ প্ৰশ্নটো শুনিবলৈ অপেক্ষা কৰি ৰ'ল । "এতিয়া কোৱাচোন বাৰু অপ্ৰধান স্বৰ-চাবিটো কি ?"

আকৌ কিশোৰ সুলভ চেঁ-চেঁ মাতটো শ্ৰেণীটোত শুনা গ'ল—"যেতিয়া প্ৰথম সুৰৰ পৰ্দ্দাৰ পৰা তৃতীয় পৰ্দ্দালৈ……"হাঁহি এটা মাৰি ফেলিক্সে চকু-কিটাৰ ওপৰেদি হাতখন ফুৰালে । এসময়ত তেৱোঁ এনেকুৱাই আছিল, জেলটাৰৰ প্ৰশ্নবোৰৰ উত্তৰ এই একে বালসুলভ ভয়জনিত চাঞ্চল্যেৰে দিছিল । এতিয়া ত্ৰিশ বছৰৰ মূৰত তেওঁ শুনিবলৈ পাইছে সেই একে ধৰনৰ ভাটৌৰ দৰে কোৱা উত্তৰবোৰ । এইটো সুন্দৰ আছিল, অধিক মৰ্ম্মস্পৰ্শী আছিল, আৰু অধিক আছিল হাস্যকৰ । তুমি যদি এই বিষয়ে চিন্তা কৰিবলৈ এৰি দিয়া তেন্তে স্পষ্টভাবেই তোমাৰ নিৰ্ব্বোধালি হ'ব । এইয়া তেওঁ ইয়াত আছে ।—ফেলিক্স মেণ্ডেলচন, কৃতকাৰ্য্যতাৰ শিখৰত উঠি, জাৰ্ম্মানীৰ শ্ৰেষ্ঠ সন্মান "পাওৱাৰ লা মেৰিট" উপাধিৰে বিভূষিত হৈছিল তেওঁ । আৰু তেওঁ ইয়াত কৰিছে কি ?

একোঠালী ভৰ্ত্তি গাঁৱলীয়া ডেকাক প্ৰশ্নোত্তৰ প্ৰণালীৰে শিক্ষা দানৰ পদ্ধতিৰে তেওঁ পাঠ শিকাইছে। আৰু কিয়? কাৰণ কেইবছৰ মান পূৰ্বে এখন চুইচ পথাৰত তেওঁৰ পত্নীৰ 'অনুভৱ' হৈছিল যে তেওঁবিলাক লিপজিগ্‌লৈ যাব লাগে।

"চেচিলিৰ ৰহস্যময় দৈব প্ৰেৰণাৰ অন্তৰালত এইটোৱেই মহৎ সাহসৰ কাম আছিলনে, নাইবা পত্নীৰ সৰ্ক চহৰত বসতি কৰাৰ ইচ্ছা পূৰ্ণ কৰিবলৈ তেওঁ ধৈৰ্য্যশীল আৰু বাধ্য-স্বামী হোৱাৰ বাবে এইয়া তেওঁৰ পুৰস্কাৰ আছিল?"

"সেইটো ঠিক হৈছে উইলহেলম, তিনটা দুন মাত্ৰিক ধ্বনি।"

তেওঁ নিজে কোৱা কথাবোৰ তেওঁৰ কাণত আন কোনোবাই কোৱা যেন লাগিল। "প্ৰধান তৃতীয়টো চাৰি দুন্‌মাত্ৰিক ধ্বনি আৰু অপ্ৰধান তৃতীয়টো মাত্ৰ তিনি দুন মাত্ৰিক ধ্বনি। এতিয়া আমি চাওঁক আহা তুমি প্ৰকৃততে কঠিন প্ৰশ্নটোৰ উত্তৰ দিব পাৰানে নোৱাৰা।" অপেক্ষা কৰি লৰাটো ঠৰঙা লাগি যোৱা তেওঁ মন কৰিলে। "আনকি তুমি যদি এটা, দুটা, তিনটা, চাৰিটা নাইবা এক লাখ তাৰা আৰু উদাৰা স্বৰৰ চিন পোৱা তাত তেতিয়াও দুটা স্বৰ-চাৰি থাকিবনে? অলপ সময় লোৱা।"

"হয় মাননীয় মহাশয়, মাত্ৰ দুটা থাকিব, কাৰণ"—তেওঁ সম্মুখলৈ একো নেদেখাকৈয়ে চালে। মুখৰ সেই উদ্দীপনাময় হাঁহিটো তেওঁৰ গোট মাৰিলে। তেওঁৰ ভিতৰত ক্ৰোধ বিশৃঙ্খল ভাবে আন্দোলিত হ'বলৈ ধৰিলে। তেওঁ এই কাৰণেই হেক্‌ৱালে যাতে চেচিলিয়ে তেওঁৰ প্ৰিয় জীৱনটো পাব পাৰে, চিলাইৰ চক্ৰত যোগ দিব পাৰে, দোকানীৰে সৈতে সৰু সৰু বিষয় লৈ দৰ কচাকচি কৰিব পাৰে আৰু জধলা তিৰোতা-বোৰৰ লগত শুৱনী অথচ আচৰিত ধৰনে ক্ষিপ্ত দোকান পোহাৰবোৰলৈ যাব পাৰে। তেওঁৰ কি একো অধিকাৰেই নাইনে? তাৰোপৰি তেওঁ এতিয়াও ডেকা। সাতত্ৰিশ বছৰক তুমি বুঢ়া বুলি ক'ব নোৱাৰা। পাৰিবানে তুমি? তেওঁ ধনী, বিখ্যাত আৰু স্বাস্থ্যবান। এৰা, সম্পূৰ্ণ স্বাস্থ্য তেওঁৰ আছে। তেওঁৰ মুৰ কামোৰনিবোৰ নাইকিয়া হৈ গৈছে।

ও, চুইজাৰলেণ্ডত দুমাহকাল আছিল। সেই সময়ৰ ভিতৰত এবাৰো হোৱা নাছিল। মাত্ৰ অত্যধিক শ্ৰমৰ কাৰণেই এইটো হৈছিল। আৰ বাহিৰে একো নহয়। এই সকু চহৰখনত অতিৰিক্ত কাম, অস্বাভাৱিক আৰু স্বাচ্ছন্দ্যহীন নীৰস একে ধৰনৰ খাটানৰ কাৰণেই এনে হৈছিল। এৰা, তেওঁ বিচাৰিছে এই সকলোবোৰলৈ এক পৰিবৰ্ত্তন আনিবলৈ। তেওঁ চেচিলিক ক'ব আৰু এইবাৰ……

"বৰ সুন্দৰ হৈছে উইলহেলম্। এতিয়া তোমালোকে ইয়াৰ পিছৰ পাঠটো পঢ়িবা"—ছুটী হোৱাৰ ঘণ্টাটো অহা যোৱা কৰা বাটটোত বাজি উঠোঁতে তেওঁ ক'লে।

এক মূহূৰ্ত্ত পাছত তেওঁ নিজৰ অফিচটোলৈ, তেওঁৰ সুন্দৰ ডাই-ৰেক্টৰৰ খোটালীটোলৈ আহিল। ইয়াত আছিল পিতলৰ কামকৰা মনোৰম এখন মেজ আৰু মেণ্টেলৰ ওপৰত আছিল ফ্ৰেডেৰিক আগষ্টাচৰ প্ৰতিমূৰ্ত্তি। গভীৰ সেউজীয়া দলিছাখনৰ ওপৰেদি হাত দুখন পাছ-ফালে থৈ তেওঁ আগ বাঢ়ি আহিল। এই সময়লৈ তেওঁৰ ক্ৰোধ পৰিবৰ্ত্তন হৈছিল ভয়ঙ্কৰ ব্যক্তিগত অবিচাৰৰ অনুভৱলৈ। কিয় তেওঁক বলি কৰা হ'ল? সৰু চহৰখনত তেওঁ থকাৰ কি কাৰণ আছিল? লৰা-ছোৱালী কেইটাৰ কাৰণে জানো?" সিঁহতক ইয়াৰ দৰে বাৰ্লিনতো ডাঙৰ কৰিব পৰা নগ'ল হেতেন জানো? মাজে সময়ে তেওঁৰ মাকে নাতি-নাতিনী-হতঁক দেখি বং পালেহেতেন চাগৈ…এৰা, তেতিয়া হ'লে এই সৰু চহৰখনৰ প্ৰতি চেচিলিৰ যে আকৰ্ষণ আছে! অৱশ্যে চেচিলিৰ কাৰণে কোনো চিলাইৰ চক্ৰ আৰু তেওঁ পৃষ্ঠ পোষকতা কৰিবলৈ নাৰী কল্যাণ সমাজ এখন, আৰু তেওঁ চাহ খাব পৰা, বজাৰ আদি অভিযানত যাব পৰা তেনেকুৱা ধৰ্ম্মীষ্ঠা গৃহিনী বিচাৰি পোৱা গলহেতেন।

এৰা, তেওঁ চেচিলিক ক'বগৈ, স্পষ্টভাবে তেওঁৰ ইচ্ছাৰ বিষয়ে কবগৈ আৰু ৰীতি নীতি পেলাই দিব…

কোনোবাই দুৱাৰত টুকুৰিয়ালে। তেওঁ অধৈৰ্য্যতাৰে ক্ষিপ্ত হৈ ক'লে "ভিতৰলৈ আহক।"

যেন ছাগলীৰ মূৰ এটাবেহে ঠেলিছে এনেদৰে ঠেলামাৰি প্ৰবল বেগেৰে সোমায় আহিল হাৰমেন স্কীমিড।

কেচুৰাৰ দৰে তেওঁৰ গালখন আৰু গোঁফ কোচা ফেন সদৃশ মেকুৰী-গোফীয়া। ভুল ঠাইত থকা সৰু গোঁফ একোচাৰ দৰে তেওঁৰ নীলা চকু-জুৰিৰ ওপৰত ভাজ খাই থকা ভ্ৰু যুগলেৰে সৈতে তেওঁ আছিল এজন হৃষ্টপুষ্ট লোক। তেওঁ আছিল খিটখিটিয়া, ভীতু আৰু অকাৰণতে অবিৰাম ভাবে লবালৰি কৰিছিল। ফেলিক্সৰ মতে তেওঁ এজন দক্ষ বাঁহীবাদক আৰু সকলোৰকম বাদ্যযন্ত্ৰ বজোৱাত তেওঁ সুন্দৰ ওস্তাদ। ফেলিক্সৰ প্ৰতি তেওঁৰ যি অনুৰাগ আছিল, ই ক্ৰমাৎ সাংঘাতিক আৰু পবিত্ৰ হৈ জড়িত হৈ পৰিল অভিভাবকত্বৰ লগত। তেওঁ দৃঢ় মত পোষণ কৰিছিল যে ডেকা ডিৰেক্টৰে তেওঁৰ পৰামৰ্শ অনুযায়ী প্ৰায়েই কাম কৰিছিল। পিতৃতুল্য হ'বলৈ মানুহ হিচাবে তেওঁৰ বেচ বয়সো হৈছিল। তেওঁৰ অভিজ্ঞতাৰ পৰা লাভ হোৱাখিনি তেওঁক দিব। কোনো চৰকাৰী উপাধি নোহোৱাকৈ নিজৰ সঙ্গীত পাঠৰ প্ৰাপ্য দৰ্ম্মহা খিনিৰ বাহিৰে কোনো বাহিৰা বানচ লাভ নোহোৱাকৈ তেওঁ ফেলিক্সৰ লগত নিজকে জড়িত কৰি ৰাখিছিল। অসংখ্য সৰু সৰু ঐক্যসঙ্গীত উন্মুক্ত কৰি দি তেওঁ লাভ কৰিছিল ফেলিক্সৰ স্নেহ আৰু আস্থা আৰু তেওঁক সেৱা কৰা আৰু ভালপোৱাৰ বাহিৰে স্কীমিডে বিচৰা নাছিল একোকে।

তেওঁ কিবা কোৱাৰ আগতেই ফেলিক্সে তেওঁৰ ফালে ঘুৰি গৰ্জ্জন কৰি ক'লে "জানেনে কোনো কাৰণ নোহোৱাকৈ, মুঠেই কোনো কাৰণ নেহোৱাকৈ মই কিয় থাকিব লাগে এই গাওঁ যেন চহৰখনত ?" হাৰ্মেনৰ চেলাউৰি কপাললৈ উঠিল। "আপুনি মোক দয়া কৰি ক'বনে পৃথিবীত কি হ'ল যে মই ইয়াত মৰি যোৱাৰ দৰে নিজকে খুটৱাইছোঁ, শিকাইছোঁ, আখৰাৰ অনুশীলন কৰাইছোঁ আৰু কনচাৰ্ট পৰিচালনা কৰিছো অথচ যেতিয়া মই নিজেই উপভোগ কৰিব পাৰিলোহেতেন !"

ফেলিক্সৰ আকস্মিক ক্ষোভ দেখি হতাশ হৈ হাৰ্মেনে ক'লে "কাৰণ আপুনি সেইটোকেই কৰিব বুলি ধৰা হৈছিল মাননীয় ডিৰেক্টৰ।" ফেলিক্সে বুঢ়া মানুহ জনলৈ এনেধৰনে চালে তেওঁ যেন বহুত দিনৰ

পুৰণি শত্ৰুহে। ফোঁচ ফোঁচায় ফেলিস্কে ক'লে "হয়নে? আপুনি মোৰ লগত বহু বছৰ আছে, কিন্তু কেতিয়াবা আপুনি মোক কিবা কৈছিলনে! নাই কোৱা!······মাননীয় ডিৰেক্টৰ, আপুনি এই নিৰ্ব্বোধ চহৰখনত কেলেইবা আছে আপুনি জানো মোক কেতিয়াবা কৈছিল? নাই কোৱা······আনহাতে মই ইয়াত থাকিব লগা হোৱাৰ বাবে আংশিক-ভাবে দায়ী আপুনি। দাছেড্ৰফলৈ মোক গোপনে চাবলৈকে আপুনি গৈছিল—যি সময়ত মই পৰিচালনা কৰিছিলো ৰাইন উৎসৱ। আপুনি ট্ৰাষ্টিসকলক জনাইছিলহি যে লিপ্‌জিগৰ বাবে ময়েই উপযুক্ত লোক।"

"কিন্তু ডিৰেক্টৰ—"

"কোনো ব্যাখ্যা নুশুনো, আৰু কোনো ক্ষমা নহ'ব। আজিৰ তাৰিখটোত গিওৱানভাজত অহা বছৰলৈ থাকিব নতুন পৰিচালক আৰু কনজাৰভেটৰীয়ামৰ নতুন ডিৰেক্টৰ; আৰু মই এজন ভদ্ৰলোকৰ দৰেই অৱসৰ জীৱন যাপন কৰিম।"

স্কীমিডৰ হাতত চিঠিৰ বাণ্ডিলটো তেওঁ মন কৰি ক'লে "এইবোৰ মেজৰ ওপৰত থওক। মই কালিলৈ এইবোৰ চাম।"

"আৰু কিবা কব?"

ডেস্কখনত বহি ফেলিস্কে ক'লে 'আৰু একো নাই। অহা কনচাৰ্টৰ বাবে কালিলৈ যি আখৰা হ'ব তাৰ বাবে সকলো বিলাক বাদ্যযন্ত্ৰ ওচৰত ৰাখিবলৈ ঠিক কৰি ৰাখকগৈ।"

তেওঁ বুঢ়া মানুহজনক হাতখন জোকাৰি প্ৰায় পঠিয়াই দিবই খুজিছিল, তাৰ সলনি তেওঁ ঘুৰি চাই ক'লে "মই আপোনাক এই মাত্ৰ ঠিক যিবোৰ কথা ক'লো আপুনি ক'তো নুলিয়াব, আনকি আপোনাৰ পৰিবাৰকো নক'ব।"

"আপুনি মোক বিশ্বাস কৰিব পাৰে।"

"মই সেইটো জানো" এটা স্নেহ ভৰা হাঁহি মাৰি তেওঁ ক'লে।

"আপুনি এজন ভাল মানুহ হাৰ্মেন। মই যদি আপোনাক নেপালো-হেতেন ক'ব নোৱাৰো মই কি কৰিলোহেতেন" খন্তেক পৰ তেওঁ তেওঁৰ

বে-চৰকাৰী চেক্রেটৰী জনলৈ চায় তেওঁ ক'লে।

যেনে প্ৰশংসাৰ বাবে স্কীমিড জীয়াই আছিল এইটো আছিল তেনে ধৰনৰ প্ৰশংসা। এক নিভাঁজ শ্ৰদ্ধাৰ চাৱনি তেওঁৰ চকুলৈ আহিল—"আপুনি জানেনে মই আপোনাৰ বাবে যি কোনো কামকেই কৰিম।" ফেলিস্কে মূৰ দুপিয়ালে। তাৰ পাছত হঠাতে ভাও ধৰি ক'লে "হেৰি আপুনি এতিয়া ইয়াৰ পৰা যাওকগৈ। নহ'লে আপোনাৰ পৰিবাৰে জীয়াই জীয়াই আপোনাৰ চালখন বখলিয়াব। ময়ো যাব লাগিছিল, পাছে শ্ৰীমতীয়ে আহি মোক লৈ যাবহি বুলি কৈছিল। কিন্তু আপুনি জানেই তিৰোতা মানুহ কেনে? সময়ত কাম কেতিয়াও নকৰে।" ইয়াৰ পাছত তেওঁবিলাকৰ সাক্ষাৎৰ অন্ত পৰিল আৰু হাৰ্মেন বাহিৰলৈ ওলায় গ'লগৈ।

ক'লা বৰণীয়া এটি বিন্দুকণাৰ দৰে অফিচৰ মাজেদি বগাই আহিছিল এন্ধাৰ। ফ্ৰেডেৰিক আগষ্টাচৰ জকমকীয়া ৰক্তিম আভৰন ইতিমধ্যে মেণ্টেলপীচৰ ওপৰত অস্পষ্টভাবে কজলা বৰণীয়া হৈ পৰিছিল। সেউজীয়া দলিছাখনৰ বৰণ ক'লা হৈ গৈছিল, খিড়িকীৰ চাৰিওফালে ডলমিছিল ছাঁৰ পৰদা। তেওঁ ভাবিলে আন এটা দিন পাৰ হ'ল—আন এটা পৰিশ্ৰম ভৰা বৈচিত্ৰহীন ক্লান্তিকৰ দিন। কোনোবা মে-ফেয়াৰ গৃহৰ নিশাৰ ভোজলৈ যাবলৈ বুলি হয়তো কার্লে এতিয়া সাজপাৰ পিন্ধিছে। পাতল বাগী আৰু কেইফত জ্বলি থকা চাকিবোৰৰে সৈতে পেৰিছ, ভিয়েনা, বাৰ্লিনৰ বাট-পথবোৰত নিশ্চয় গুনগুননি। আৰু ইয়াত তেওঁ এটা নিস্তব্ধ অন্ধকাৰ খোটালীত বহি তেওঁক ঘৰত ৰন্ধা আহাৰ খাবলৈ আৰু তেওঁৰ অধ্যয়ন খোটালীৰ দীঘলিয়া আৰু নিৰল এটা গধুলি পাৰ কৰিবলৈ লৈ যাবৰ বাবে অপেক্ষা কৰিছে তেওঁৰ পৰিবাৰৰ কাৰণে।

দুৱাৰখন মুকলি হোৱা শুনি তেওঁ উত্তেজিত হৈ ঘূৰোঁতে দেখিলে চেচিলি সোমায় অহা। বেৰিবনড্ টুপী আৰু চুটি নোমৰ কেইপটোৰে সৈতে তেওঁক শুৱনী দেখিছিল। কাৰণ শৰৎকালৰ সন্ধিয়াবোৰ জুৰ পৰি আহিছিল। চেচিলি তললৈ হাওলি তেওঁৰ কপালত চুমা

এটা খায় উশাহ বন্ধ হৈ যোৱাৰ দৰে ক'লে "মোৰ চেনাই, মোক ক্ষমা কৰা। মই ইলচাৰ লগত বজাৰ কৰিছিলো। তেওঁ মন স্থিৰ কৰিব পৰা নাছিল।"

থিয় হৈ তেওঁ সুধিলে "ভদ্ৰমহিলা গৰাকী কেনে আছে ?"

তেতিয়া চেচিলিয়ে পৰিহাস কৰা নাছিল। "কাপোৰতে মাথোঁ কিছুমান তিৰোতাই ধন খৰছ কৰাটো পাপ"—তেওঁ কলে।

তেওঁ চেচিলিক বহিবলৈ দি এফালে আতৰি গৈ মন্তব্য কৰিলে—"বিশেষকৈ যেতিয়া ফলাফলটোৱে ইমান মৰ্ম্মপীড়া দিয়ে।" এইবাৰ চেচিলিয়ে তেওঁৰ মন্তব্যত থকা তীক্ষ্ণ স্বৰ বুজিলে। ভৎসন াৰে কণ্ঠস্বৰ নোমৰ দৰে থিয় হ'ল। "মই ভাবো ইলচাৰ বিষয়ে এইদৰে কোৱা অতি অসৎ হৈছে।" বান্ধৱী সকলৰ প্ৰতি চেচিলিৰ প্ৰবল অনুৰাগ আৰু এই অনুৰাগে ফেলিস্কক যেনেকৈ স্পৰ্শ কৰিলে তেনেকৈ ই অসহ্যভাবে হাস্যকৰো হ'ল। "তেওঁ এগৰাকী আচৰিত মহিলা।"

"অৱশ্যে তেওঁ আচৰিত। পুতৌ হয় তেখেতৰ গুণসমূহে তেখেতৰ চেহেৰাৰ উন্নতি কৰিব নোৱাৰে।" তেওঁ বুজিলে চেচিলিৰ খং উঠি আহিছিল। তেওঁক শান্ত কৰিবৰ মনেৰেই ফেলিস্কে সাবতি ধৰিলে।

"মোৰ অকণমান হাঁহজনী, দেখা নাইনে মই তামচাহে কৰিছিলো!"

"তেনেকুৱা ধৰনৰ তামচা মই ভাল নেপাওঁ;" কঠিন ওঁঠজুৰিৰ মাজেদি তেওঁ ক'লে।

"মই ইলচাক ভাল পাওঁ। তেওঁ এগৰাকী সুন্দৰ মহিলা বুলি মই ভাবোঁ। আৰু মই সুখী হৈছো যে তোমালোক দুয়ো তেনেকুৱা ভাল বন্ধু।" খন্তেক পৰ তেওঁ লিপজিগ্‌ৰ পৰা গুচি যোৱাৰ বিষয়টো আৰম্ভ কৰাৰ বিষয়ে চিন্তা কৰিলে। কিন্তু এই সময়ত এইটো কোৱা ভাল নহ'ব বুলি তেওঁ বুজিলে। নিশা খোৱাৰ পাছত তেওঁক ফেলিস্কে ক'ব, পঢ়া কোঠাত কব—শান্ত ভাবে, কিন্তু দৃঢ়তাৰে······

"এতিয়া মোক কোৱাচোন তুমিনো কি কৰিছিলা ?"

মেয়ৰ পত্নীৰ লগত চহৰৰ বিভিন্ন দোকানবোৰলৈ যোৱাৰ কথা চেচিলিয়ে উত্তেজনাৰে ক'লে।

ক্ষীপ্ৰভাৱে লক্ষ্য কৰিব পৰা এটা মন চেচিলিৰ আছিল। মন্তব্য-বোৰ তেওঁ কৌশলেৰে বিন্ধি যোৱাকৈ কৰিব পাৰিছিল। আৰু কেতিয়াবা কৌতুক গোপন কৰিব পাৰিছিল।

তেওঁ সদায়েই আচৰিত হৈছিল যে চেচিলি এগৰাকী চিত্ত বিনোদন কাৰী সদালাপী ব্যক্তি আছিল। কেতিয়াবা উত্তেজিত হ'লে লৰালি-কালৰ ফৰাচী নাইবা ফ্ৰেঙ্কফোৰ্টৰ ভাষাৰে কথা কৈছিল। এই বিয়লি পৰত তাই বেচ তেজস্বী আছিল। আবেলিৰ অভিযানটোৰ বাবে এতিয়াও আছিল আবেগ উচ্ছ্বাস। আৰু যেতিয়া তেওঁবিলাক স্বচ্ছন্দগতিৰে গিওৱানভাজ বিল্ডীংটোৰ কৰিডোৰটোৰেদি গৈ আছিল তেওঁ আনন্দ-মনেৰে অনৰ্থক ভাবে অৰ্থহীন কথাবোৰ কৈ বৰ্ণনা কৰি ক'লে কেনেকৈ তেওঁবিলাক সোমায় যোৱাৰ লগে লগে দোকানবোৰত আলোড়ন হৈছিল। ডিএচেইজৰ দীঘল দাপোনখনৰ সন্মুখত থিয় হৈ মাননীয়া মহিলা গৰাকীয়ে যেতিয়াই নতুন সাজ একোজোৰ পিন্ধি চাইছিল তেতিয়াই মহিলা দোকানীহ'তে কেনেকৈ আন্তৰিকতাৰে একোটা আনন্দৰ চিঞৰ মাৰিছিল। তেওঁবিলাক প্ৰবেশৰ পথটো পাওঁতে চেচিলিয়ে ক'লে "কিন্তু তেওঁ মন স্থিৰ কৰিব নোৱাৰিলে। আৰু সেই কাৰণে আমি মাৰ্কেট প্লাজৰ দৰবেকলৈ আহিলো।"

আট্টালিকাটোত থকা শ্ৰেণীবদ্ধ প্ৰসস্ত মাৰ্ব্বল পাথৰৰ খটখটিটো ওপৰৰ দৈৰ্ঘ্যতাত প্ৰায় গোটেই অংশতে পৰিব্যাপ্ত হৈ আছিল। তেওঁ বিলাক আহি বাহিৰৰ নামি যোৱা ঠাইত ৰ'লহি।

তলত বাগীখনৰ লেমৰ পৰা অহা হালধীয়া উজ্বল পোহৰৰ বিপৰীতে গুপ্তভৰ প্ৰতিমূৰ্ত্তিটো হৈ পৰিছিল ক'লা ৰঙে ৰঞ্জিত ছাঁ ৰৰণীয়া নক্সাৰ দৰে পাৰ্শ্বচিত্ৰ, তেতিয়া গুপ্তভে শিলেৰে বন্ধোৱা আলিবাটৰ ওপৰত থিয় হৈ দুৱাৰ খন বন্ধ কৰিব খুজিছিল।

খটখটিটোৰে দি নামি আহোঁতে তেওঁ ক'লে "পেৰিচৰ এই নতুন ঢং তুমি চোৱা উচিত। যোৱাবছৰতকৈ এই বছৰ স্কাৰ্ট চোলাৰ ঘেৰ দুগুণ

বহুল হ'ল।"

কথা কৈ থাকিয়েই চিন্কৰ সাজ কাপোৰৰ খচ্‌মচনিৰে তেওঁ বাগীৰ ভিতৰলৈ সোমায় গৈ একোণত বহি আঠুৰ চাৰিও ফালে সাঁজটো সমান কৰি দি বিস্ময় মানি ক'লে "আচৰিত সেই যে কেজুবোৰ হে মোৰ ঈশ্বৰ!"

বুঢ়া ভৃত্যটোলৈ ঘূৰি চাই ফেলিস্কে দুৱাৰ খনত ভৰি এটা থৈ ক'লে "সু-গধূলি, গুস্তভ। এই সকলোবোৰত গাড়ী চলাই তোমাৰ ছাগে ভাগৰ লাগিছে। ব'লা আমি ঘৰলৈকে যাওঁহক।"

সম্মুখলৈ হাওলি চেচিলয়ে চিঞৰি ক'লে "নাই, নহ'ব। প্ৰথমে কোহেলাৰৰ দোকানত ৰ'ব লাগিব।"

ফেলিস্ক উঠাৰ পাছত দুৱাৰখন বন্ধ কৰি দি গুস্তভে কলে, "আইদেউ বৰ ভাল কথা।"

ফেলিস্ক আহি তেওঁৰ কাষত বহোঁতে চেচিলিয়ে বুজাই ক'লে "তুমি বেয়া নোপোৱা ছাগৈ প্ৰিয়, পাবা জানো? ইয়াত এক মিনিটো নেলাগিব।"

"নিশ্চয় মই বেয়া নেপাওঁ।" তেওঁ হাঁহিলে। "এতিয়া এই পৃথিবীত কেজু বাৰু কি?"

কচাইজনৰ দোকানলৈ যোৱা চমু বাট চোৱাত তেওঁ জানিলে যে কেজু এটা ব্লাউজ। অৱশ্যে আন আন সাজ কপোৰ থকাৰ দৰে তাত আছিল সকলো বিধৰ কেঁজু।

চেচিলিয়ে ঘৃণা ভৰা ক্ৰোধেৰে ক'লে "মই কওঁ পেৰিছৰ সেই দৰ্জ্জী বোৰে এনেদৰে ফেশ্যন বোৰ সলায় থাকে যাতে তুমি একোটা নতুন আলমাৰী প্ৰতি বছৰে সলাই থাকিব লগা হয়।"

"চিলেটি, দৰ্জ্জীসকলচোন তাৰ ওপৰতেই বৰ্ত্তি আছে। তুমি তাত থাকোঁতে এসাজ বা দুসাজ কাপোৰ কিয় নিকিনিলা?" তেওঁৰ মিতব্যয়ীতা ভাবটোৱে মুৰ ডাঙি উঠা দেখি শান্ত কৰিবলৈকে তেওঁক প্ৰবোধ দি ফেলিস্কে ক'লে।

"মই কোৱা উচিত নিকিনো বুলিয়েই।"

তেওঁ আপোন মনে হাঁহিলে! তেঁও সুখী হ'ল যে গাড়ী খনৰ ম্লান

পোহৰৰ মাজত তেওঁৰ আমোদ চেচিলিয়ে নেদেখিলে। চেচিলিয়ে টেঙ্গৰালি কৰি ক'লে "কিন্তু মোৰ কেইটামান ভাব খেলাইছে। কালিলৈ শ্ৰীমতী হফ্‌মেনক দেখা কৰিমগৈ। "আৰু বাগীখন আহি মাৰ্টিন কোহে-লাৰৰ দোকানৰ সম্মুখত ৰওঁতেও চেচিলিয়ে কৈ আছিল পেৰিছৰ হাস্যকৰ ফেশ্যনৰ বিষয়ে।

বাগীখনৰ পৰা নামোতে ফেলিক্সে তেওঁক সহায় কৰি দি নিজেও বাগীখনৰ দুৱাৰখন জপাই চেচিলিৰ অনুসৰণ কৰোঁতে তেওঁ ক'লে "মই ঠিক এক মিনিটতে আহি যাম।"

"তুমি হয়তো সেই দুখীয়ামা মুহটোৰ লগত দৰ কচাকচি কৰিবা আৰু তেতিয়া হ'লে মই তাত এঘণ্টা বহি থাকিব লাগিব।" চৰ্ব্বিৰ তৈয়াৰী মমবাতিৰ উজ্বল পোহৰত দোকানখন কোনো নিশাৰ বিভৎস স্বপ্নৰ দৰে মধ্যযুগীয় কচাইখানা যেন লাগিছিল।

অপৰিমিত বিশৃঙ্খলতাৰে আৰু অপৰিষ্কাৰ ভাবে য'তে ত'তে পৰি ৰৈছিল মঙহবোৰ। কাউণ্টাৰৰ পাছফালে হাকোটাবোৰত ওলমি আছিল বহলকৈ মেলি থোৱা মৰাগৰু আৰু ছাগলাৰ ভৰি। এলাস্কু আৰু বয়সৰ বাবে ক'লা পৰা কাঠবোৰৰ পৰা ওলমি আছিল উৰু আৰু লোন সনা মঙহৰ লাৰু। এখন তেজঁৰ দাগ লগা কাঁহীত আছিল এটা গাহঁৰিৰ মূৰ। মুকলিহৈ থকা চিচাৰ লেখিয়া চকুজুৰিৰে সৈতে মৃত্যুটো ই যেন হাঁহি আছিল। মঙহৰ গোন্ধে ফেলিক্সৰ উশাহ যেন বন্ধ কৰি দিলে। তেওঁ বিস্বাশৱন্দে ওলায় গ'ল আলিবাটলৈ।

যেই হওক চেচিলিক উৎকণ্ঠিত হৈ থকা দেখা নগ'ল। আন কিগৰাকীও তেনেই আছিল। খোটালীটোত তেওঁবিলাকে ছাঁৰ দৰে ঘুৰাঘুৰি কৰি তেওঁবিলাকে বাচিলোৱাৰ আগতে বৃহৎ চিকাৰটোৰ নিৰ্ভুল পাৰ্থক্য বুজিবলৈ কোমল মঙহৰ পিণ্ডবোৰ আঙুলিৰে খুচি'বিন্ধি চাইছিল। স্বয়ং মাৰ্টিন কোহেলাৰে ঘামি জামি মুখ বিকৃত কৰি তেজ লগা এপ্ৰোণ খনৰ পৰা নোমাল বাহু প্ৰসাৰিত কৰি কথা পাতিছিল যান্ত্ৰিক কৌশল সম্বন্ধে এজনী সক কুঠাৰৰ দৰে মুখৰ গোঁৱাৰ তিৰোতাৰ লগত। তেওঁৰ লগত তাই ওঁঠখন নলবোৱাকৈয়ে মুখৰ অকণমান ফাকেদি তৰ্ক কৰিছিল।

অৱশেহত তাই মানি ললে। কচাইটোৱে এডোখৰ মঙহ থপিয়াই আনি মানুহজনীৰ সজাগ দৃষ্টিৰ সন্মুখত জুখি কাউণ্টাৰলৈ এটা দৃষ্টি নিক্ষেপ কৰি মঙহডোখৰ মেজখনলৈ দলি মাৰি দিলে।

"ওপৰত বাৰু তাই কি কৰিছে হোঁ?" মানুহটো গুমৰি উঠিল। বিৰক্তিত তাৰ মুখখন ক'লা বৰণীয়া মেজেণ্টাৰ দৰে হ'ল। সি ঘূৰিলে আৰু পাছফালে থকা দুৱাৰ এখন খুলি নিটোল ডিঙিটো মেলি চাই অদৃশ্য পত্নীলৈ বুলি দাৰুণ অভিযোগৰ ধ্বনি তুলি জোৰেৰে চিঞৰি ক'লে "সেই কাগজখন তুমি সোনকালে আনিবানে? ইয়াত মানুহ বৈ আছে।" ওপৰ মহলাত তেওঁৰ কথাবোৰ গজ্জি উঠিল।

নামি অহা ভৰিৰ খোজৰ শব্দৰ লগত শুনা গ'ল তিৰোতাৰ কণ্ঠস্বৰ। সেই কুঠাৰ আকৃতিৰ মুখৰ খৰিদ্দাৰ জনীৰ ওচৰলৈ আহি দোকানীজনে সেই ব্যৱসায়ী হাঁহিটো মুখত পুনৰ লগাই ব্যাখ্যা কৰিলে যে তেওঁবিলাকৰ টোপোলা বন্ধা কাগজ শেষ হৈ গৈছে আৰু তেওঁৰ আকঁৰি তিৰোতাজনীয়ে আলমাৰীত পৰি থকা আন এটা কাগজৰ দ'ম আনিবলৈ ধৰিছে।

কাষলতিৰ তলত থকা কাগজৰ টোপোলাটোৰ মাজত আধা লুকায় থাকি শ্ৰীমতী কোহেলাৰে গোৰমাৰি দুৱাৰখন খুলি কাউণ্টাৰৰ ফালে গৈ তাতে স্বস্তিৰে তাই বোজাটো দ'ম কৰিলে। চেচিলিয়ে এডোখৰ ডাঠ মঙহৰ টুকুৰা পৰীক্ষা কৰি ব্যস্ত হৈ থকাত ফেলিস্কে চাইছিল কচাই পত্নীলৈ। তাই দ'মটোৰ ওপৰত থকা ধূলিৰ প্ৰলেপবোৰ গাল খন উখহাই ফুৱালে। "আঃ! এইবাৰ আমি সঙ্গীত পালো।" হাতৰ পিঠিফালেৰে ঘামবোৰ মোহাৰি তাই কলে।

কচভাবে তাইক গিৰিয়েকে একাষে আতৰাই থৈ ইতিমধ্যে মঙহ-ডোখৰ সশব্দে সেই কুঠাৰ আকৃতিৰ মুখ থকা মানুহজনীক দিবলৈ তুলি লৈছিল। ততালিকে ফেলিস্কে ঘটনাক্ৰমে প্ৰথম পৃষ্ঠাত চকুফুৰালে। তেওঁৰ তেজ হিম চেচা হ'ল। আৰু স্তব্ধ হৈ গ'ল হৃদয়। কাৰণ তাত থকা প্ৰাচীন আৰু হালধীয়া টনা টনা আখৰেৰে লিখা শব্দবোৰ তেওঁ পঢ়িলে—"আমাৰ ভগবানৰ যন্ত্ৰণা ভোগ আৰু মৃত্যু, চেইণ্ট মেথিউৰ মতে, জোহান চেবাষ্টিয়ান বাচ।"

৬

বোৰ্ডক জনাবলৈ মোৰ আনন্দ লাগিছে যে মাননীয় চপাঁক আমি আমাৰ জাৰকালিৰ উৎসৱৰ প্ৰথম সঙ্গীতজ্ঞ হিচাবে পাব পাৰোঁ। দুপৰীয়াৰ আহাৰ খোৱাৰ পাছত হজমী জড়তাৰে তেওঁৰ ফালে তন্দ্ৰাজড়িত চিত্তে চাই হাঁহি থকা ট্ৰাষ্টি সকলৰ মুখবোৰৰ ওপৰেদি মেজৰ কাষেৰে ফেলিক্সৰ দৃষ্টি দৌৰি গ'ল। "আপোনালোকে ভালদৰেই জানে যে মাননীয় চপাঁ এজন খ্যাতি সম্পন্ন পিয়ানোবাদকেই নহয়, এজন প্ৰতিভা-শালী ৰচকোঁ। গিওৱানভাজৰ লগত তেওঁৰ আবিৰ্ভাবে আন এটা খটখটীৰ খাপৰ চিন বহুৱাব—লিপজিগত সকলোতকৈ স্বতন্ত্ৰ ক্লাৱ বুলি মানিছিল গিওৱানভাজ অৰ্কেষ্ট্ৰাৰ ট্ৰাষ্টি সকলৰ বোৰ্ডখন। ধনী আৰু সমাজত বিশিষ্ট ব্যৱসায়ী সকলৰ মাজৰ পৰা বাচি লোৱা হয় ইয়াৰ এঘাৰজন সদস্য। নিজৰ প্ৰাধান্য দেখুৱাবলৈকে তেওঁবিলাকে ইয়াৰ নিয়োগ আদি বিষয়বোৰ কৰিবলৈ আকাঙ্খা কৰিছিল আৰু লঘুবিষয়বোৰ কৰাৰ স্বত্বলৈ সংগ্ৰামো কৰিছিল।

মেয়ৰৰ সভাপতিত্বৰ বদান্যতাত পুৰণি বন্ধুবান্ধৱ সকলে নিজৰ মাজতে কৌতুকপূৰ্ণ আলোচনা কৰিব পাৰিছিল। তেওঁ প্ৰাথমিক বিধানবোৰৰ সৰহ ভাগৰেই আদেশ দি তেওঁ জোৰ দিছিল কাৰ্য্যবিবৰণী লৌকিকতা বৰ্জ্জিত হ'ব লাগে বুলি। চুৰট আনকি সুৰা সেৱন কৰিবলৈকো তেওঁ দিছিল।

মহামান্য লাটবাহাদুৰে চুৰটটো মুখত ঘূৰায় মূৰটো জোকাৰি ক'লে "অৱশ্যে সকলো উপায় খুটৱায় আমি মাননীয় চপাঁক পাব লাগিব।"

ব্যক্তিগতভাৱে তেওঁ এইবোৰলৈ কেৰেপ নকৰিছিল। সভাখন শেষ হ'বলৈকে তেওঁ ব্যাকুল হৈছিল। প্ৰণয় উদ্দীপক এক তন্দ্ৰাজড়িত ভাব গোপনে তেওঁলৈ আহিছিল। অনুগাক চাবলৈ যাবৰ বাবে তেওঁ

বিচাৰিছিল, গলধন কাটিনিয়া ওখ কলাৰ ডাল খুলি তাইৰ শোৱা পাটীত শুই তাইৰ কঠিন মঙহত চেনেহৰ পৰশ দিবলৈ বিচাৰিছিল তেওঁ। ফেলিস্কক তেওঁ ক'লে "এই বিষয়টো আমি আপোনালৈ এৰিলো এটা সন্তোষজনক সিদ্ধান্তত উপনীত হ'বলৈ। কোন তাৰিখটোৰ বিষয়ে আপুনি পৰামৰ্শ দিয়ে বাৰু ?"

"মহামান্য লাটবাহাদুৰ, ডিচেম্বৰৰ প্ৰাৰম্ভনিতে।"

"সুন্দৰ", সম্পূৰ্ণ উদাসীনতাৰে মেয়ৰ সম্মত হ'ল। তেওঁ হাতুড়ীটোত ধৰি মন্ত্ৰবৎ ট্ৰাষ্টি সকলৰ ফালে দৃষ্টিপাত কৰি সুধিলে, "সকলো এক মতনে ?"

নতুবা নিচিন্তাকৈয়ে সকলোৱে মূৰ দুপিয়ালে। তেওঁ প্ৰায় হাতুড়ী পাত তললৈ নমাব খুজিছিল তেনেতে উইলহেল্‌ম কূৰ্গেৰে মকৰা যেন হাতখন দাবীৰ ভঙ্গীৰে ডাঙিলে।

"মই বোৰ্ডৰ ট্ৰাষ্টি সকলৰ ধৈৰ্য্যৰ অন্যায় সুবিধা লব খোজা নাই," গলখেকাৰি মাৰি ডিঙিটো পৰিষ্কাৰ কৰি ক্ষমা খুজি প্ৰথম কাউন্সিলাৰ জনে কলে "এটা কথা, মাননীয় চপাঁক কনচাৰ্ট দিবলৈ আমি সম্মতি দিয়াৰ আগতে আমি আলোচনা কৰি চোৱা উচিত বুলি ভাবো।"

বিৰক্তি আৰু অস্বাভাবিক কৌতূহলৰ সান মিহলিৰে ট্ৰাষ্টি সকলে তেওঁৰ ফালে চালে। তেওঁৰ সৰু কৰ্ম্মৰত চকুজুৰিত যন্ত্ৰণাদায়ক এটা তীৰ্য্যক চাৱনীলৈ খ্ৰীষ্টোফো মুলাৰে হাতত হাতুড়ীটো লৈ অপেক্ষা কৰিলে। এতিয়া সেইজনে কি বিচাৰিছে ? চিটি কাউন্সিলত কৰাৰ দৰে ইয়াতো তেওঁ গোলমাল কৰিব খুজিছেনে ? তেওঁ ঘপহকৈ ক'লে "অনুগ্ৰহ কৰি চমুকৈ কওক।"

"আমি ৰাজহুৱা জীৱনত সেই সকল লোকক মানি লওঁ, তেওঁবিলাকৰ কৰ্ম্মক্ষেত্ৰ যিহকেই নহওক লাগে, নিৰ্দ্দোষ আচৰণৰ উদাহৰণ পোৱা উচিত, আমি তেনে লোকক মানি নলওঁ জানো ? "মেয়ৰৰ পৰা দৃষ্টি আঁতৰাই কূৰ্গেৰে আন সকল ট্ৰাষ্টিক সম্বোধি আৰম্ভ কৰিলে।

নিমিষতে খোটালীটোৰ পৰিবেশ সলনি হৈ গ'ল। মেয়ৰৰ ৰক্ষিতা-জনীৰ কথাকে পৰোক্ষভাবে উল্লেখ কৰিছে বুলি ভাবি এতিয়া সংঘৰ্ষৰ

আশঙ্কা কৰি সদস্য সকলে তেওঁবিলাকৰ বুটিডাৰ বেচমী কাপোৰ লগোৱা আসনত পোণ হৈ বহিল। উশাহ এবাতকৈ লৈছেহে যেন বেচিকৈ এনেদৰে কুৰ্গেৰে ওপৰৰ ওঁঠটো চেলেকি কৈ গ'ল।" "উচ্চ পদবীধাৰী লোকসকলৰ দ্বাৰা যদি অসৎচৰিত্ৰতাৰ প্ৰদৰ্শন কৰা হয় তেন্তে আমি কেনেকৈ আশ্রা কৰিব পাৰোঁ। নিম্নস্তৰৰ পৰা বাধ্যতা ? আৰু সম্মান আমি কেনেকৈ আশা কৰিব পাৰোঁ ?"

ভেদি যোৱা এক আকস্মিক উত্তপ্ত ক্ৰোধ তেওঁৰ মুখলৈ উঠি অহা মেয়ৰে অনুভৱ কৰিলে।

হাতুৰীটোৰ নালডালত তেওঁ দৃঢ়ভাবে খামুচি ধৰিলে। পবিত্ৰতাৰ ভানে পূৰ্ণ জঘন্য অভদ্ৰ ব্যক্তি। যদিহে সি ইমান ক্ষমতাশালী নহলহেতেন আৰু ইমান বেচি নেজানিলেহেন......

বিপদজনকভাবে এটা হাঁহি মাৰি তেওঁ আৰম্ভ কৰিলে, "আমি এই মন্তব্যৰ অনুপ্ৰেৰণাজনিত মূল্যক সমৰ্থন কৰিছোঁ। কিন্তু মাননীয় ট্ৰাষ্টিজনে যদি তেওঁৰ পৰ্য্যবেক্ষণ 'চৰ্পাৰ' বিষয় বস্তুতে আবদ্ধ ৰাখে তেতিয়াহে বোৰ্ডে সমৰ্থন কৰিব।"

তিৰস্কাৰটো হজম কৰি কুৰ্গেৰে ধূৰ্ত্ত নম্ৰতাৰে মূৰ দুপিয়াই ক'লে "মাননীয় লাটবাহাদুৰ, মই সেইটো বিষয় বস্তুলৈকে আহিছোঁ। কেইবছৰমান জুৰি মাননীয় চৰ্পাই জৰ্জ্জ চেভ নামৰ এগৰাকী মহিলা ঔপন্যাসিকাৰ লগত প্ৰণয়জনিত বিৰক্তিকৰ প্ৰদৰ্শনী দিছিল। এতিয়া ৰাজহুৱা অনুষ্ঠানৰ ট্ৰাষ্টি হিচাবে এই চহৰৰৰ ৰাইজৰ প্ৰতি আমাৰ নৈতিক দায়িত্ব আছে আৰু মই এজনক এই প্ৰশ্ন সোধো এই শিল্পীজনৰ আমাৰ গিওৱানভাজ হলত দেখা দিবলৈ থকা নৈতিক যোগ্যতা সম্পৰ্কে।" "আপুনি কি কৈছে ?" খোটালীটোৰ আসন্ন নিৰৱতাত ফেলিস্কৰ কথা কেইটা পিস্তলৰ গুলিৰ আঘাতৰ দৰে উচ্চস্বৰে বিদীৰ্ণ হ'ল আৰু ট্ৰাষ্টি সকল স্থিৰ হৈ ৰ'ল।

কুৰ্গেৰে ঘূৰি চাই ক্ষীপ্ৰভাৱে ক'লে "মই আপোনাক কোৱা নাই ভিৰেক্টৰ।"

"মই আপোনাকে সুধিছো কিন্তু কুৰ্গেৰ।"

কূৰ্গেৰে বেঁকাকৈ ঘূৰিলে। তেওঁৰ শেতাঁ চকু জুৰি ক্ৰোধত সঙ্কীৰ্ণ হৈ গৈছিল। "এইটো সিদ্ধান্ত কৰা বোৰ্ডৰ কাম।"

তেওঁৰ কথাষাৰে ফেলিস্কৰ মুখৰ ওপৰতে যেন এখন দুৱাৰ বন্ধ কৰি দিলে।

"এই বিষয়েটো যি কোনোৱে সিদ্ধান্ত কৰিব পাৰে। মাননীয় চপাঁ মোৰ বন্ধু, আৰু মোৰ উপস্থিতিত তেওঁক মই অপমান কৰিবলৈ নিদিওঁ।"

মূলাৰে চুৰটটো মুখৰ পৰা আতৰাই নি সন্মুখলৈ হাওলি মধ্যস্থতা কৰিবলৈ সাজু হ'ল। তেওঁবিলাকে নিজ নিজ সুযোগ পাল পাতি লৈ থাকোঁতে ক্ষিপ্ৰভাৱে মূলাৰে ফেলিস্ক আৰু কূৰ্গেৰলৈ চাইছিল। অভিজ্ঞতাৰ পৰা জানিছিল কূৰ্গেৰ বেগী আৰু বিপদজনক। আন হাতে ফেলিস্কৰ বিষয়ে তেওঁৰ ধাৰণা নাছিল। বোৰ্ডত বহোঁতে তেওঁ সদায়েই সাহসী আছিল আৰু কথা কমকৈ কৈছিল। তেওঁ বিচাৰিছিল যুক্তিতৰ্কৰ পৰা আতৰি থাকিবলৈ। কিন্তু এতিয়া ওঠখন তেওঁ কঠিনভাৱে বন্ধ কৰিছিল আৰু তেওঁৰ চকুজুৰিত দৃঢ়তাৰ জিলিঙনি বিৰিঙিছিল। মেয়ৰলৈ ঘূৰি চাই কূৰ্গেৰে ক'লে "এইটো বিষয় সঙ্গীতৰ নহয়। আৰু ডিৰেক্টৰ-জনে আলোচনা কাৰ্য্যত হস্তক্ষেপ কৰা বিষয়ত আসনৰ পৰা নিয়ন্ত্ৰণ কৰিবলৈ অনুৰোধ জনাইছোঁ।"

খন্তেক আগতে উচ্চ পদবী-ধাৰীৰ অসচ্চৰিত্ৰ বিষয়ে কূৰ্গেৰে যি মন্তব্য কৰিছিল তাৰ প্ৰতিশোধ দিবলৈকে তেওঁ এই সুযোগতে গিৰিপ্‌কৈ উঠিল।

"গিওৱানভাজ হলত ভবিষ্যতে শিল্পী-সকলৰ উপস্থিতি সম্পৰ্কে এই ঘোষণা এটা বিধান হোৱা গতিকে প্ৰভাবান্বিত কৰিব, সভাপতিয়ে নিৰ্দ্দেশ দিয়ে যে ডিৰেক্টৰৰ কথা শুনিব পাৰি।"

তেওঁৰ অনুৰোধ মূলাৰে উপেক্ষা কৰাত কূৰ্গেৰে দাঁত কৰচি ধৰি ললে।

ফেলিস্কে কূৰ্গেৰক উপেক্ষা কৰি ট্ৰাষ্টি সকলৰ ফালে ঘূৰি এজন উকীলে এজন জুৰিক সম্বোধি কথা কোৱাৰ দৰে ক'বলৈ আৰম্ভ কৰিলে।

"শিল্পত নৈতিকতাৰ প্ৰশ্ন হোৱা এটা পুৰণি কথা। সকলো সময়তে কিছুমান ভুল পথে চালিত মূৰ্খই শিল্পক নৈতিক উৎকৰ্ষৰ অনুষঙ্গিক বিষয় কৰিবলৈ বিচাৰিছে আৰু যাদুঘৰৰ দেৱালৰ পৰা নমাই দিবলৈ বিচাৰিছে অভৰণহীনা নাৰীৰ পেইনটিং, আৰু প্ৰাচীন ভাস্কৰ্য্য সমূহত চিৰিচ এঠাৰে ডিমৰুৰ পাত লগাই ঢাকি পেলাব খুজিছে। কিন্তু আজি আমাৰ সন্মুখৰ বিষয় বস্তুটো অধিক ভাবে হাস্যকৰ বিষয় হৈ পৰিছে। এইটো হৈছে শিল্পীজনৰ কামৰ লগত তেওঁৰ নৈতিকতাৰ সম্বন্ধে। আমি যদি যথেষ্ট যুক্তিহীন হৈ মাননীয় কুৰ্গেৰৰ আগতিয়াকৈ দিয়া পৰামৰ্শ গ্ৰহণ কৰোঁ, তেন্তে যাদুঘৰবোৰ বন্ধ হৈ যাব, অৰ্কেষ্ট্ৰাবোৰ ছেদেলি ভেদেলি হৈ যাব আৰু প্ৰয়োজন নহ'ব গ্ৰন্থ সমূহ অধ্যয়ন কৰাৰ। ৰাফেলৰ 'মেডোনা'ত মূদ্ৰা প্ৰদৰ্শন কৰিছিল তেওঁৰ ৰক্ষিতা জনীয়ে, ফিলিপোশিপ্পি আছিল আলখিল্লা নিপিন্ধা এজন সন্ন্যাসী, তেওঁ বিয়াও কৰাইছিল এক পথ চাৰিণী সন্ন্যাসীনীক। মাইকেল এঞ্জেলো আৰু লিয়োনাৰ্ডডা ভিঞ্চিক অভিযুক্ত কৰা হৈছিল তেওঁ বিলাকৰ অস্বাভাবিক যৌনাকৰ্ষণৰ বাবে আৰু নিজৰ জীয়েক লাভিনিয়াৰ সৈতে সন্দেহ কৰা হৈছিল অজাচাৰী সম্বন্ধ ঘটাৰ বিষয়ে টিটিয়ানক। সকলো ৰকমৰ সকলো শ্ৰেণীৰ, সকলো ৰকম বৰ্ণনাৰ তিৰোতাৰ লগত ঘৃণাজনক প্ৰদৰ্শনী দিছিল হেন্দেল, মোজাৰ্ট, বিথোভেন আদি সকলোৱে। মেছায়া, দনজিও ভান্নি নাইবা নৱম চিম্ফণী বজোৱা আমি বন্ধ কৰা উচিত হ'বনে? প্ৰায় স্থায়ী ভাবেই ইজনীৰ পাছত সিজনীকৈ বেশ্যাৰ লগত গেঁথেই বাস কৰিছিল বাবেই আমি "ফষ্ট" পঢ়া বন্ধ কৰা উচিত হ'বনে? প্লেটো, ভিলোন, ভলটেয়াৰ, বচাচিও আৰু বাইৰণ আৰু আন একশজন মহান লিখক, চিন্তাবিদ দাৰ্শনিক সকলৰ হ'ব কি? কেইজন মান শিল্পী সাধু, কেইজন মান উদণ্ড, কেইজনমান বীৰ আৰু কেইজন মান আছিল কাপুৰুষ ই অকণমানো তেওঁবিলাকৰ শিল্পী সুলভ মৰ্য্যদাৰ বিস্তাৰ নকৰে। নৈতিকতাৰ ভিত্তিত গিওৱানভাজ হলত মাননীয় চপাঁক সোমাবলৈ প্ৰতিবন্ধক জন্মোৱাত আমি যিমানেই মূৰ্খ হওঁ, হয়তো আমি অৰ্কেষ্ট্ৰা বজোৱা শিল্পী সকলৰ নৈতিকতা সম্বন্ধে অনুসন্ধান কৰিব লাগিব। আৰু

মোৰ নিজৰ বিষয়ে একা ? আৰু দৰ্শক সকলৰ বিষয়ে একা ?"

নিজৰ চকুৰ বৰণটোৰ দৰেই কুৰ্গেৰৰ মুখ মণ্ডল শেতা হৈ পৰিল। আৰু খন্তেকৰ বাবে তেওঁৰ মুখখন ক্ৰোধৰ বিবৰ্ণ মুখাযেন হৈ পৰিল। "শিল্পী সকলে নৈতিকতাক হাস্যাস্পদ কৰি ভাল পায়। কিন্তু কথাটো হ'ল আমি প্ৰশংসাৰ দ্বাৰা কলঙ্কক মাৰ্জ্জনা কৰা আৰু যাৰ জীৱন সকলো নৈতিক প্ৰধান্যৰ বিমুখী তেনে লোকক ধন দিয়া অনুচিত। পেৰিচত হয়তো এনেকুৱা বিষয় বিলাক তেওঁবিলাকে ওপৰে ওপৰে চাব পাৰে, কিন্তু আমাৰ লিপজিগ্‌ত আছে আচৰণৰ উচ্চতৰ মান" তেওঁ কলে। কৌতুক ব্যঙ্গ কৰি ফেলিস্কে ক'লে" সন্দেহ নাই, চহৰৰ মাজত মাননীয় কুৰ্গেৰে নৈতিকতা সম্বন্ধে তুলনামূলক অধ্যয়ন কৰিছে, কিন্তু দূভাৰ্গ্য বশ্যতঃ আমাৰ আচৰণৰ উন্নত মানে কনচাৰ্ট নিদিয়ে আৰু মাননীয় চপাঁই হে কনচাৰ্ট দিব।"

ট্ৰাষ্টি সকলৰ মাজত হাঁহিৰ এক ক্ষীণ হিল্লোল বিয়পি গ'ল। সংযমী মুখমণ্ডলৰ অন্তৰালত মেয়ৰে গোপনে হাঁহিলে। দৃঢ় ভাবে কুৰ্গেৰে ক'লে "মই ধৰি লৈছোঁ আপুনি মাননীয় চপাঁৰ আচৰণ সমৰ্থন কৰিছে।"

"মই সমৰ্থন কৰোওঁ নাইবা নকৰোওঁ। মই মাত্ৰ দেখুৱাই দিছোঁ যে তেওঁৰ ব্যক্তিগত জীৱনৰ প্ৰশ্ন তোলাটো অপ্ৰাসাঙ্গিক। তেওঁ এজন পিয়ানোৰ মহৎ শিল্পী, আৰু সেয়েই যথেষ্ট হোৱা উচিত। "মই কবলৈ পালে ভাল পাম যে চেস্কনিৰ প্ৰথম নাগৰিক জনৰ নৈতিক মান বৰ সহজেই প্ৰৰোচিত হোৱা ধৰনৰ।"

"আপুনি যিহকেই ইচ্ছা ক'ব পাৰে।"

সুবিধা পাই কুৰ্গেৰে জোৰদি সুধিলে "চপাঁ আৰু জৰ্জ্জ চেণ্ড যে প্ৰণয়ী-প্ৰণয়ীনী আছিল এইটো জানো আপুনি অস্বীকাৰ কৰিব ?" "মই অস্বীকাৰ নকৰোঁ, নাইবা স্বীকাৰ নকৰোঁ। মই মাত্ৰ নেজানো। তেওঁ-বিলাক যে প্ৰণয়ী-প্ৰণয়ীনী আছিল আপুনিনো জানিলে কেনেকৈ, সম্ভৱ আপুনি আমাক ক'ব। এই বিষয়ে আপুনি গোপন খবৰ পাইছেনে কি ?"

কান্ধটো জোকাৰি কুৰ্গেৰে ক'লে "এইটো হাঁহি উঠা কথা। প্ৰত্যেকেই চোন এইটো জানে!"

অত্যন্ত নিবিহ যেন দেখুৱাই ফেলিস্কে ক'লে "মই নেজানো।"

"পেৰিচৰ দহ প্লেচ দি অৰ্লিয়েঞ্চত মাননীয় চৰ্পাঁৰ বসতি। শ্ৰীমতী চেণ্ডে বহুবৰ অধিক সময় তেওঁৰ গাৱঁৰ ঘৰ "চেটুদি নহাষ্টৰ্ত বাস কৰে। সচাঁ কথা তেখেতৰ ঘৰত চৰ্পাঁ আলহী হৈ আছিলগৈ। কিন্তু সেই দৰে চোন বালজ্যাঁক, লিজটচ, বাল'ইজ, ডেলাক্ৰয় আৰু আমাৰ সময়ৰ অধিক মহৎ শিল্পী তাত আলহী হৈছিলগৈ। তেওঁবিলাক সকলোৱেই তেওঁৰ প্ৰেমীক আছিলনে? আপুনি এই বিষয়ে শোৱণী কোঠাৰ খবৰ ঘটনা-ক্ৰমে পাইছেনেকি? আৰু আপোনাৰ তথ্য দুৱাৰৰ চাবি ভৰোৱা গাতঁৰ চোৰাং দৃষ্টিৰ অন্তৰ্ভুক্তনে?"

তেওঁ মাত্ৰা চেৰাই গৈছিল বুলি বুজিছিল। কিন্তু তেওঁ বক্ৰোক্তি কথাৰ পৰা আতঁৰাই ৰাখিবলৈ অক্ষম হ'ল। তেওঁ বুজিছিল এজন পাৰ্থিব শত্ৰু তেওঁ কৰি লৈছে বুলি। কিন্তু এই বিশ্বাসঘাটকে তেওঁৰ বন্ধুৰ নামত কলঙ্ক আৰোপন কৰাত তেওঁ ভয়ঙ্কৰ ক্ষিপ্ত হৈছিল। ইতিমধ্যে তেওঁ অনুভৱ কৰিলে তেওঁৰ কূমকিটা স্পন্দিত হোৱা। আসন্ন মূৰ কামোৰনিৰ কথা তেওঁ বুজিলে।

এই ঘটনাটোৰ অযুহাত লৈ ইস্তফা দি লিপজিগৰ পৰা গুচি যাবলৈ অলপ সময় তেওঁ ব্যাকুল হ'ল। চৰ্পাঁই তেওঁক এখন তেওঁৰ বাবে কনচাৰ্টৰ আয়োজন কৰিবলৈ কোৱা অনুৰোধ জয় পৰি গ'ল। আৰু তেওঁৰ মনৰ মাজত জিলিকি উঠিল আন এটা আকাঙ্খা। তেওঁ ইস্তফা দিব নোৱাৰে। ভগবানৰ মৃত্যু যন্ত্ৰণাৰ প্ৰাৰ্থনা সঙ্গীতটো বজাবলৈ প্ৰয়োজন তেওঁৰ অৰ্কেষ্ট্ৰাৰ......

ক্লান্ত ভাবে তেওঁ বেদনাসিক্ত কপাল খন মোহাৰি ক'লে "ইতিমধ্যে এই আলোচনাটোৱে বহুত খিনি সময় ললে বুলি মই ভাবিছোঁ। এজন মানুহৰ ব্যক্তিগত তেওঁৰ নিজৰ ব্যক্তিগত স্বাধীনতা অবিহনে সকলো স্বাধীনতা মূল্যহীন। মোৰ লগত বোৰ্ড একমত হ'ব বুলি মই আশা কৰিছোঁ। বোৰ্ডে যি সিদ্ধান্তই নলওক মই ইয়াৰ লগত থাকিম।" মেয়ৰে বৃত্তাকাৰে চাই ক'লে "আমাৰ বিশিষ্ট ডিৰেক্টৰ আৰু অনাৰেবল ট্ৰাষ্টি দুয়োজনৰে মাজত ভাবৰ বিনিময় কৰাৰ বাবে তেওঁবিলাক ধন্যবাদ

জনাই বোৰ্ডৰ মতামত ব্যক্ত কৰিছো বুলি মই নিঃশ্চিত হৈছোঁ।"

উত্তেজিত আৰু মুৰ্খ প্ৰতিদ্বন্দ্বীৰ মাজত "শান্তি স্থাপন কৰি কল্যানাৰ্থে সমস্যা সমাধানৰ বাবে আহুত নিৰপেক্ষ ব্যক্তিৰ দৰে ৰাজনৈতিক সুৰত তেওঁ কথাবোৰ কলে। "উন্নতি কৰিব পৰা হয় এনে ধৰণৰ আলোচনাবোৰৰ পৰাই।" তেওঁৰ চাৰিওফালে থকা ট্ৰাষ্টি সকলে সমৰ্থন কৰি স্বস্তিৰে হহঁা তেওঁ অনুভব কৰিলে। এই স্বাৰ্থপৰ আৰু সজাগ, শিল্পীক পৃষ্ঠ পোষকতা কৰাৰ অভিনয় কৰা চহৰবাসী সকলক তেওঁ ভালকৈ চিনি পাইছিল। তেওঁবিলাকে শান্তি বিচাৰে। চৰ্পাই বজালে বা নবজালে, নাইবা তেওঁ ৰক্ষিতা ৰাখিছেনে নাই এই বিষয়ে তেওঁবিলাকে কেৰেপ নকৰে। তেওঁবিলাকে জুলুম নিবিচাৰে। মেয়ৰ আৰু কাউন্সিলৰ প্ৰথম সদস্যজনৰ মাজত ফাঁট মেলিলে এইখন দীৰ্ঘকাল জুৰি স্থানীয় দন্দ্ব হ'ব পাৰে আৰু তেওঁবিলাকৰ আনুগত্য বিচাৰি দলত ভুক্ত কৰিবলৈ জোৰ কৰিব পাৰে। তেওঁবিলাকৰ আনুগত্য নিজৰ বাহিৰে কাৰো প্ৰতি নাছিল।

"যেইহওক মীমাংসাৰ পথ খুলি ৰখা হৈছে।" সেই বিষয়ে একোকে নোকোৱাত ফেলিস্কে তীব্ৰ দৃষ্টিৰে চালে—কিন্তু মূলাৰে নেদেখাৰ ভাও ধৰি তেওঁৰ সেই অনুনাদী তোষামোদ পূৰ্ণ কণ্ঠেৰে কৈ গ'ল "আমি আশা কৰিছোঁ মাননীয় চৰ্পাই তেওঁৰ সঙ্গীত-শিল্পীৰ দক্ষতাৰে ব্যক্তিগত জীৱনৰ বিষয়ে হোৱা সন্দেহবোৰৰ পৰা তেখেতে নিজকে মুক্ত কৰিব আৰু আকৌ এবাৰ আমাৰ মৰমৰ লিপজিগ্ আমাৰ এথেন্স নগৰত হ'ব এক আন স্মৰণীয় উৎসৱ। এক শতাব্দীৰো অধিক কাল গিওৱানভাজ হল—"

আৰু অধিক ফেলিস্কে নুশুনিলে। তেওঁ অনুভব কৰিলে শ্ৰান্তি, অদ্ভুত ভাবে প্ৰেৰণাহীন। যন্ত্ৰণাদায়ক ভাবে তেওঁৰ মুৰটো টন্‌টনা-বলৈ ধৰিলে। তেওঁ সৃষ্টি কৰিলে এজন পাৰ্থিব শত্ৰু—যি ক্ষমতাশালীও। কিন্তু নতুন বন্ধু কোনো ন'হল। তেওঁ এতিয়াও বাৰ্লিনৰ পৰা অহা বিদেশী। তেওঁ স্পষ্ট ভাবেই দেখিলে মূলাৰ তেওঁৰ কেতিয়াও বন্ধু হ'ব নোৱাঁৰে। আন কোনোবা জনৰ বন্ধুত্ব লাভ কৰিলেও তেওঁ বন্ধুত্ব

বন্ধুত্ব দিব নোৱাঁৰে। অত্যধিক মৰ্ম্মাহত হ'ল ফেলিক্স। তেওঁ নিজৰ বাবেও ৰাখিব লাগিব সজাগ দৃষ্টি।

গতানুগতিক বক্তৃতা মেয়ৰৰ শেষ হ'ল। তাৰ পাছত হঠাতে হাতুড়ীৰে মেজৰ ওপৰত ঠুকুৰিয়াই ঘোষণা কৰিলে বৈঠক অন্ত হ'ল। চকীবোৰ ঠেলামাৰি থৈ ট্ৰাষ্টি সকলে লৰালৰিকৈ যাবলৈ আৰম্ভ কৰিলে। প্ৰথমে যোৱা সকলৰ ভিতৰত আছিল কুৰ্গেৰ। ঠিক তাৰ পাছতে গৈছিল মেয়ৰ। নিৰুৎসাহেৰে ফেলিস্কৰ পিনে হাত জোকৰি আনসকল ট্ৰাষ্টি দলভ্ৰষ্ট হৈ ওলায় গ'ল। হাতৰ তলুৱাত মূৰটোথৈ মাত্ৰ বহি থাকিল ফেলিস্ক। কিয় তেওঁ কুৰ্গেৰৰ সন্মুখীন হবলৈ আন এজনক নিদিলে ?

যি সময়ত তেওঁৰ প্ৰয়োজন হৈছিল ভগবানৰ মৃত্যু যন্ত্ৰণাৰ সেই প্ৰাৰ্থনা সাঙ্গীতটো প্ৰদৰ্শন কৰিবলৈ বোৰ্ডৰ সমৰ্থনৰ, ঠিক সেই সময়তে তেওঁ নিজৰে অৱস্থা কহিল কৰিলে। কোৰাচ, চলোচিষ্ট, অতিৰিক্ত অৰ্কেষ্ট্ৰাৰ বাবে প্ৰয়োজনীয় ধন দিবলৈ তেওঁবিলাকক বুজাই সন্মত কৰোৱাটো সহজ নহ'ব।......

নৈৰাশ্য আৰু সঙ্গহীন তেওঁৰ বোধগম্য হ'ল। যদি চেচিলিয়ে বুজিব পাৰিলেহেতেন। যদিহে তেওঁ ফেলিস্কৰ কাষে থাকিলহেতেন। যদিহে ভগবানৰ এই প্ৰাৰ্থনা গীতটো তেওঁ নিশ্চয় প্ৰদৰ্শন কৰিব লাগে আৰু তেওঁ লিপজিগলৈ আহাৰ এইটোৱেই প্ৰকৃত কাৰণ বুলি তেওঁ বুজিলেহেতেন। কিন্তু তেওঁ বুজিব নোৱাৰিলে। যি উপলব্ধি কৰিছিল তেওঁ লিপ্‌জিগলৈ অহাৰ বাবে ৰহস্যজনক প্ৰেৰণা তেওঁ বুজিব নোৱাৰিলে এটোপোলা পুৰণি কাগজ হ'ব পাৰে এটা জীবৰ বাবে এক অৰ্থ।

প্ৰাৰ্থনা সঙ্গীতটোৰ কেইডোখৰ মান অংশ চেচিলিক তেওঁ বজায় শুনাইছিল, এই, বিশাল কামৰ মহত্বতাৰ বিষয়ে চেচিলিক তেওঁ উপলব্ধি কৰাবলৈ বিচাৰিছিল। চেচিলিৰ চকুজুৰিৰ বিমূঢ়তা তেওঁ দেখিছিল। কোনোবা এটা গীৰ্জ্জাঘৰৰ পুৰণি গীতৰ কাৰণে এজন মানুহ কেনেকৈ ইমান উত্তেজিত হ'ব পাৰে ? বেচেৰি চিলেটি। পত্নীৰ ওচৰত তেওঁ

অধিক বিচাৰিছে। অন্ধ বিশ্বাস সৃষ্টি কৰিবলৈ মাত্ৰ মহৎ প্ৰেম যথেষ্ট অন্ধ আছিল।

তেওঁ ক্লান্ত ভাবে কান্ধটো জোকাৰিলে। দুৱাৰখন মুকলি হওঁতে তেওঁ কাগজ পত্ৰবোৰ গোটাবলৈ ধৰিলে। এটা চন্তৰীয়ে এখন চিঠি আনি তেওঁক দি গ'লহি। তেওঁ কাগজখন খোলা মাত্ৰকে পাঁচটা শব্দৰ সংবাদটো তেওঁৰ সম্মুখত জাপমাৰি উঠিল। জধলা আখৰেৰে এইখন লিখিছিল আৰু তাত কোনো নামচহী নাছিল।

"ইয়াৰ বাবে আপুমি ভুগিব লাগিব।" তেওঁ এইখন ক'ৰপৰা আহিছিল বুজিলে।

নিশা খাবৰ পৰত চেচিলিয়ে সুধিলে "তুমি প্ৰাৰ্থনা গীতৰ কথা বোৰ্ডক কৈছিলানে ?"

ফেলিক্সে মূৰটো জোকাৰিলে।

"সুবিধা নেপালানেকি ?"

তেওঁ বিচাৰিছিল চেচিলি মনে মনে থকাটো। মিটিংখনৰ বিষয়ে প্ৰশ্ন নোসোধাটো। বিষয়টো সলনি কৰিবৰ কাৰণে তেওঁ সুধিলে "তুমি কাৰ্লক নাপিতৰ ওচৰলৈ নিচিলানে ?"

তেওঁ দেখিলে চেচিলিয়ে নিয়া নাই। "কিয় তুমি নিনিলা ?"

তুমি জানাই সি তেনেকুৱা দীঘল কেকোৰা চুলি বেয়া পাই। এনেকৈ থাকিলে তাক ছোৱালী যেনহে লাগে।"

"সি এতিয়াও ইমান সৰু হৈ আছে।"

"তাক লৰাৰ দৰে দেখাৰ বয়স তাৰ হ'ল।"

চেচিলিৰ উশাহ যেন বন্ধ হৈ গ'ল। তেওঁ ক'লে "ভাল বাৰু তুমি যদি তাকেই বিচাৰিছা।"

"সি তাকেই বিচাৰিছে। সি মোক নিজেই কৈছিল।"

এগৰাকী পত্নীৰ বাধ্যতাৰে তেওঁ চকুজুৰি তললৈ নমালে। এক নিবৰতাৰ পাছত তেওঁ কঠোৰ চেষ্টাৰে ক'লে "মই প্ৰাৰ্থনা গীতটোৰ কাৰণে দুঃখ পাইছোঁ। মই জানো এইটো প্ৰদৰ্শন কৰিবলৈ তুমি কিমান উদ্বিগ্ন হৈছা!

বেদনা মিশ্ৰিত স্নেহেৰে তেওঁ মেজখনৰ সিফালে থকা পত্নীলৈ চালে। বেচেৰি চিলেটি—সম্পূৰ্ণ এগৰাকী পত্নী হ'বলৈ তেওঁ এতিয়াও চেষ্টা কৰিছে। স্বামীৰ কামৰ বিষয়ে কথা কবলৈ তেওঁ বাধ্য হৈছে।......

ময়ো দুখ পাইছো। এই বসন্ত কালৰ ভিতৰত এইটো প্ৰদৰ্শন কৰিবলৈ হ'লে আমাৰ হাতত অধিক সময় নাই। যিহেতু এইটো মই ভাল পাম। তাৰ সলনি আমি বহু সময় নষ্ট কৰিলো শিল্পী সকলৰ নৈতিকতা সম্বন্ধে আলোচনা কৰি। প্ৰসঙ্গ ক্ৰমে কূৰ্গেৰৰ লগত এখন সংগ্ৰামত মই তীক্ষ্ণ ধাৰহে দিলো।"

তেওঁ যদিও কথাষাৰ লঘুসুৰে কৈছিল তথাপি চেচিলিয়ে বুজিব পাৰিলে ইয়াৰ গুৰুত্ব।

"সংগ্ৰাম, কিহৰ কাৰণে।" দুঃচিন্তাত তেওঁৰ কপালৰ শিৰ কোঁচ খালে।

"চপাঁৰ বিষয় লৈ। কূৰ্গেৰে ভাবিছে মঞ্চত ভূমিকা গ্ৰহণ কৰিবলৈ তেওঁ নৈতিক ভাবে অযোগ্য। তেওঁ মোক ইমান ক্ষিপ্ত কৰি তুলিছিল যে এইবোৰ মই উৰুৱাই দি তেওঁৰ বিষয়ে মই কি ধাৰণা কৰিছোঁ তেওঁক কলো। কোনো ৰকমে মই তেওঁক কেতিয়াও ভাল পোৱা নাছিলো। তুমি জানানে মোক পৰিচালক পদত নিয়োগ কৰাৰ সময়ত ট্ৰাষ্টি সকলৰ ভিতৰত মোৰ বিৰুদ্ধে তেৱেঁই হে মাত্ৰ ভোট দিছিল ?"

"সচাঁকৈয়েনে ?" প্ৰশ্নটো কিন্তু ইতিমধ্যে তেওঁ নিজকেহে সুধিলে। "এইটো পিছে শেষ হ'লগৈ কেনেকৈ ?"

"তেওঁ ৰক্ষা পালে যদিহে এয়েই তোমাক উৎকণ্ঠিত কৰিছে।"

তেওঁ উত্তৰ দিলে। হতাশা তেওঁ পৰিহাসেৰে আৱৰিলে।

অধৈৰ্য্য হৈ চেচিলিয়ে ক'লে "মই সেইটো অৰ্থত কোৱা নাই, এইটোৰ পৰিণতি পাছে হলগৈ কেনেকৈ ?"

"গতানুগতিক অৰ্থহীন ভণ্ডামি পূৰ্ণ বক্তৃতাৰে। মুলাৰে নিজৰ বাবে চাইছিল। এই মানুহটো জন্মতেই পনটিয়াচ পিলাটচ'। ঘৰুৱা ধৰণে তেওঁ সুন্দৰ বক্তৃতা দিলে। এতিয়া জানিলা নহয় এতিয়া লৰাছোৱালী

হ'ত আহহক। আমাৰ মাজত সামান্য পাৰ্থক্য থাকিব পাৰে, কিন্তু আমি সকলোৱে আমাৰ মৰমৰ পুৰণি লিপজিগক ভাল পাওঁহক, নেপাওঁ জানো ? তেনেকুৱা ধৰণৰ বক্তৃতাই তেওঁ মিটিংৰ পাছত পোৱা কূৰ্গেৰৰ চিঠিখনৰ কথা প্ৰায় কৈ পেলাব খুজিছিল—কিন্তু কিহবাই তেওঁক ধৰি ৰাখিলে।

চেচিলিয়ে বেদনাপূৰ্ণ ভৎ'সনাৰে ক'লে "তেওঁৰ বিৰুধিতা তুমি নকৰাটোকে মই বাঞ্চা কৰোঁ। তেওঁ এজন বিখ্যাত লোক।"

চেচিলিৰ মন্তব্য যে বৈষয়িক আৰু অৰ্থপূৰ্ণ আছিল তেওঁ বুজিলে। তথাপি ই তেওঁক ক্ষিপ্ত কৰি তুলিলে। সান্ত্বনাৰ বাণী শুনিবলৈ তেওঁ হেপাঁহ কৰিছিল, তেওঁ বিচাৰিছিল সমৰ্থন আৰু চেচিলিয়ে কৰিলে সমালোচনা। এক তিক্ত কৌতুকেৰে তেওঁৰ বিজুলী চমকৰ দৰে মনত পৰি গ'ল গলিয়াথক আঘাত কৰি ঘৰলৈ উভতি অহা তিৰস্কৃত ডেভিদৰ প্ৰতিমূৰ্ত্তি "হয়তো মই গৈ তেওঁক ক্ষমা খোজা উচিত। তুমি ভাবানে মই যদি তেওঁক আঠুলৈ ক্ষমা খোজোঁ। তেওঁ মোক ক্ষমা কৰিব বুলি ?" তেওঁ কৃত্ৰিম অনুতাপেৰে প্ৰস্তাবটো কৰিলে।

চেচিলিৰ চকুহালি কঠিন হৈ গৈছিল। কঠিন ওঁঠৰ মাজেদি তেওঁ ক'লে "তুমি বিদ্ৰূপ কৰিব নেলাগে। মই মাত্ৰ মোৰ ভাবটোহে তোমাক জনাইছিলো যে তুমি তেওঁৰ বিৰোধিতা কৰাৰ কাৰণে মই দুখ পাইছোঁ, সেয়েই কথা।"

"যিটো তোমাৰ দৰদী হিয়াৰ উপযুক্ত।"

চেচিলিয়ে চকুৰ পতা নমালে আৰু মুখখন বন্ধ কৰিলে।

তেওঁৰ মুখ খন বুজিব নোৱাৰা বেদনাৰ মুখা যেন হ'ল। ইয়াৰ পাছত তেওঁবিলাকে আৰু অধিক কথা নেপাতি ইজনে সিজনলৈ নোচোৱাকৈ আহাৰ চোবালে। খোৱা শেষ হ'ল। অধিক নিৰৱতাৰ মাজত তেওঁবিলাক অধ্যয়ন খোটালীলৈ আহিল।

সাধাৰণতে তেওঁ মদ খাইছিল। মাজে সময়ে তেওঁ নিজেই একোটা সৰু গিলাচত স্নেপ্‌চ নাইবা কৰাচী কগ্‌নেগ ঢালি লৈ কেই ঘণ্টামান নিজৰ মেজত কাম কৰিছিল কিন্তু আজি নিশা ভৰি কিটা জুইৰ কালে থৈ

মদ থকা গিলাচটোৰ নালডাল আঙুলিৰ মাজত লৈ ঘুৰায় পকায় বহি ৰ'ল।

বেজীটোত সূতাডাল ভৰায় তেওঁ সুধিলে "আজি তুমি জানো কাম নকৰা ?"

"নকৰোঁ, কৰিবৰ মন যোৱা নাই।"

তেওঁবিলাকৰ মাজত নিৰৱতা আহি পৰিল। জুইশালত এডাল খৰি ফুটিল আৰু ফিৰিঙতিবোৰ উফৰি পৰিল। তেওঁ তলৰ পিনে হাওলি গোলাপ বৰণীয়া আওঠাৰ মজুহত চিমটাৰে তেওঁ খুচৰিবলৈ ধৰিলে। তাৰ পাছত চাইবোৰ সৰু বাঢ়নি এটাৰে সাৱধানে সাৰি পেলোৱা হ'লত তেওঁ মদ খিনিৰ ওচৰলৈ উভতি আহিল পুনৰ।

"তুমি যদি কাম নকৰা তেন্তে নোশোৱাগৈ কিয় ? তোমাক বৰ শ্ৰান্ত দেখিছোঁ।" তেওঁৰ পিনে নোচোৱাকৈ তেওঁ ক'লে।

"মই ভালে আছোঁ।" এঢোক মদ তেওঁ পিলে আৰু ঘূৰ্ণীয়মান গিলাচৰ মাজত আকৌ চিন্তাত নিজকে হেৰুৱাই পেলালে। অপ্ৰত্যাশিত ভাবে ফেলিক্সে ক'লে "তুমি জানানে তুমি যদি এখন চামোচৰ দ গাতলৈ চাই পঠিওৱা তেন্তে তুমি দেখিবা তোমাৰ প্ৰতিবিম্ব সম্পূৰ্ণ উলটি থকা ?"

"নাই, মই জনা নাছিলো।" ওঁঠকিখন প্ৰায় নলৰোৱাকৈয়ে তেওঁ ক'লে। জুইৰ উজ্বল পোহৰত তেওঁৰ সুগোল পবিত্ৰ মুখখনে সোঁৱৰাই দিছিল লিপ্পিৰ শুৱনী 'কুমাৰী' বোৰৰ কথা। খন্তেক সময়ৰ পাছত তেওঁ ক'লে "আকৌ আজি নিশাও তুমি একোকে নেখালা।"

"মোৰ ভোক নাছিল তাতে কূৰ্গেৰৰ লগত হোৱা তৰ্কই মোক এটা মূৰ কামোৰনিও দিছে।"

"তুমি হয়তো চিকিৎসকৰ ওচৰলৈ গৈ দেখুউৱা উচিত।"

"এই কেইদিন মানৰ ভিতৰতে মই এদিন যাম।" চেচিলিৰ উৎকণ্ঠাই তেওঁৰ প্ৰাণত দোলা দিলে। তেওঁক তেওঁ ভাল পায়···ওচৰত থকা আন এখন ঘূৰণীয়া মেজত গিলাচটো থৈ তেওঁৰফালে ঘুৰি চাই তেওঁ ক'লে "খাবৰ সময়ত মই যি কৈছিলো তাৰ কাৰণে মই দুঃখিত সোণজনী।"

চিলাই খন কৰি থাকিয়েই ক'লে "এইয়া ঠিক আছে।"

"নাই হোৱা ঠিক। তুমি ঠিক উপযুক্ত প্ৰশ্ন সুধিছিলা আৰু মই হে কঢ় আৰু আক্ৰমণাত্মক হৈছিলো।"

উস মাত্ৰ তেওঁ যদি চালেহেতেন ফেলিস্কৰ পিনে আৰু সেই দাছেল-ড্ৰুফৰ দিনবোৰৰ দৰে তেওঁৰ আঠুৰ ওপৰত আহি চেচিল যদি বহিলহি হেতেন।

"সোণজনী,"

"কোৱা"

"সোণজনী," এতিয়া তেওঁৰ মাতটো উত্তেজিত হৈ পৰিছিল আৰু কথাৰ সুৰত আছিল আন্তৰিক মিনতিৰ সুৰ। এই প্ৰাৰ্থনা গীতটো প্ৰদৰ্শন কৰাৰ পাছত আমি এই চহৰ খনৰ পৰা যাওঁগৈ ব'লা।"

"তুমি কি অৰ্থ কৰিছা, লিপজিগৰ পৰা গুচি যোৱাৰ কথা কৈছা নেকি?" তেওঁৰ নীলা অস্থিৰ সন্ধানী চকুজুৰি তেওঁৰ ওপৰত থৈ চেচিলিয়ে সুধিলে।

তেওঁ আহি চোফাখনত বহি এটা গতিশীল ভঙ্গীৰে তেওঁৰ মুখৰ ওচৰত নিজৰ মুখখন থৈ ক'লে "এৰা সোণজনী," তেওঁৰ উত্তেজনা ক্ৰমাৎ বাঢ়িছিল "বলা আমি ইয়াৰ পৰা গুচি যাওঁগৈইক। এই কথা মই তোমাক বহুত দিনৰ পৰাই ক'ব খুজিছিলো। তুমি আপত্তি কৰিবা বুলি মই বুজিছিলো। এতিয়া, এই বিষয় ঠিক হৈ গৈছে। এতিয়া বুজিছো আমি কিয় লিপ্‌জিগলৈ আহিছিলোঁ। তোমাৰ কথা ঠিক। ঈশ্বৰেই আমাক ইয়ালৈ আনিছিল। তেওঁ বিচাৰিছিল। মৃত্যুৰ ভজনটো প্ৰদৰ্শন কৰাটো, এই মহৎ গীত পুনৰ সঞ্জীৱিত কৰি তোলা। বেচ, মই এইটো প্ৰদৰ্শন কৰিম, তেতিয়া আমি স্বাধীন হ'ম, আমি যাবগৈ পাৰিম।"

একো নুবুজি তেওঁ আধা মেলা চকুজুৰিৰে ফেলিস্কলৈ চাই সুধিলে "কিন্তু কলৈ ফেলিস্ক?"

"যি কোনো এখন ঠাইলৈকে। দৃষ্টান্ত স্বৰূপে ধৰা আমি ৰোমতে এটা ঘৰ ল'ব পাৰোঁ। কিন্তু প্ৰকৃততে ৰোমত নহয় পাহাৰদেশৰ ওপৰতহে। মোৰ দদাইদেউৰো এটা আছিল। তাত তোমাৰ কেনে লাগিব তুমি কল্পনাও কৰিব নোৱাৰা। অন্তগামী সূৰ্য্যৰ এক মনোৰম

সৌন্দৰ্য্য তাত আছে। তেনেকুৱা আন কতো নহয়। বিচিত্ৰ ৰঙৰ সমাৰোহেৰে গোটেই আকাশ বিদীৰ্ণ হৈ পৰে। নাইবা তুমি যদি ভাল পোৱা তেন্তে ভেনিচটো আমি এটা সৰু কুটীৰ ভাড়ালৈ ল'ব পাৰোঁ। জোনাক ৰাতি তুমি কেতিয়াবা ৰিয়েল্টো দেখিছানে ?"

"নাই দেখা, লৰা ছোৱালীবোৰৰ তেন্তে কি হ'ব ?"

ততালিকে তেওঁ উত্তৰ দিলে সিহঁতক আমি আমাৰ লগতে নিম। ইটালীত তেওঁবিলাকৰ সুন্দৰ স্কুল আছে।

"বাকীচোৱা জীৱন আমি ইটালীত পাৰ কৰাৰ কথাকে তুমি অৰ্থ কৰিছানেকি ?" চেচিলিৰ বিস্ময় ক্ৰোধত পৰিণত হ'ল। "অৱশ্যে নেলাগে।" তেওঁৰ কথা কোৱাৰ ভঙ্গীত বোধ হ'ল যেন তেওঁ ইটালী একাষে আঁতৰাই থ'লে। "আমি ভ্ৰমি ফুৰিবও পাৰোঁ। তুমি আমেৰিকালৈ যাবলৈ কেনে ভাল পাবা ? নিউইয়ৰ্কলৈ গৈ মোৰ গীত মাত তাত পৰিচালনা কৰিবলৈ তেওঁবিলাকে মোক আমন্ত্ৰণ জনাইয়েই আছে। মই জানো, মই জানো···তুমি ভাবিছা যে তাত ৰঙা চামৰাৰ বাহিৰে একোকে নাই। কিন্তু তুমি ভুল কৰিছা। পঞ্চাশ হেজাৰ আত্মাৰে সৈতে নিউইয়ৰ্ক এখন বিৰাট চহৰ।" তেওঁৰ নিৰুদ্যম চাৱনিৰ সম্মুখত তেওঁৰ উত্তেজনা থমকি ৰ'ল। নাইবা লণ্ডন একা ? নহ'লে চেন্টপীটাৰ্চবাগ ? তুমি ৰাচীয়াখন চাবলৈ বাৰু ভাল পাবানে ? পিয়াঁজ আকৃতিৰ মনিকূটবোৰৰ সৈতে তাৰ গীৰ্জ্জা ঘৰবোৰ; নোমৰ টুপীৰে সৈতে খেতিয়ক সকল···উত্তৰৰ বাবে ব্যাকুলতাৰে আৰু এটি উৎসাহৰ ধ্বনি বিচাৰি তেওঁ কথাকৈ থাকোঁতে মাজতে বৈ গ'ল। চেচিলিয়ে বুজিছিল যেঁ তেওঁ কিবা কোৱা উচিত। এনেকুৱা ধৰণৰ নিৰ্ব্বোধালিত এজনে কি ক'ব পাৰে !...তেওঁৰ মগজ্জত সোমোৱা বিষয়-বোৰৰ বাবে তেওঁ কি কব ! ফেলিস্কক জীৱনৰ বাবে সুখী যেন লাগিছিল আৰু হঠাতে তেওঁ ইটালীত নাইবা নিউইয়ৰ্কত ঘৰ এটা লোৱাৰ বাবে কিছুমান মুৰ্খামীৰে আবেগ প্ৰকাশ কৰিলে। কোনো কোনো সময়ত চেচিলিৰ এনেলাগে ফেলিস্ক যেন একেবাৰে অচিনাকী লোক···

ক'বলৈ একো বিচাৰি নেপায় তেওঁ কলে "সেইটো খুব ভাল হ'ব।

মোৰ বিশ্বাস যে এইটো বৰ মনোৰম হ'ব। আমি এই বিষয়ে বাহুল্য ভাবে আলোচনা কৰিব লাগিব।"

তেওঁ ফেলিস্কৰ মুখমণ্ডল পুঙ্খানুপুঙ্খ ৰূপে চালে, হেপাহেঁৰে উত্তেজিত হৈ পৰিছিল, চকুজুৰি চেচিলিৰ কোমল হ'ল। "তুমি ক্লান্ত হৈছা, কনজাৰভেটৰীয়ামত তুমি কঠোৰ শ্ৰম কৰিছা। ক্লমেনৰ ঠাই পূৰাবলৈ তুমি কোনো এজন লোকো পোৱা নাইনে ?"

"আমি কেইখনমান দৰ্খাস্ত পাইছো। কিন্তু প্ৰকৃততে এজনো ভাল নহয়। এজন মানুহ ড্ৰেছডেনত আছে। মই তেওঁক লগ পোৱা হলে ভাল পালোহেতেন। বৰদিনৰ বন্ধত মই তালৈ দুই কি তিনিদিনৰ কাৰণে যাব পাৰোঁ।"

চেচিলিয়ে নিজৰ চিলাইখন সামৰি বাকচটোত ভৰায় থৈ ক'লে "তুমি নোশোৱা কিয় ?"

তেওঁ গাটো জোকাৰি থিয় হৈ ক'লে "তুমি ঠিক কৈছা। মই তাকেই কৰিব পাৰোঁ। ব'লা আমি শুবলৈ যাওঁগে।"

পিছৰ দিনবোৰত তেওঁ আৰু ইটালী কিম্বা নিউইয়ৰ্কৰ কথা উল্লেখ কৰা নাছিল। তাৰ সলনি তেওঁ বিশ্বাসেৰে হাস্যকৰ ভাবে নিজৰ মনৰ ভাব প্ৰকাশ কৰাৰ কাৰণে নিজকে গৰিহণা দিলে, আৰু আকৌ এবাৰ, এশবাৰৰ কাৰণে তেওঁ প্ৰতিজ্ঞা কৰিলে স্বপ্নৰ পৰা আঁতৰি থাকি, তেওঁৰ কথা বতৰা দিনটোৰ বাস্তৱ ঘটনাৱলীৰ মাজত আবদ্ধ ৰাখিব। চেচিলিক বিশ্বাসত লবলৈ হোৱা সেই আকস্মিক আবেগ সংযম কৰিবলৈ তেওঁ কেতিয়াবা শিকিবনে ? তেওঁ ওচৰলৈকে—সকলো বিলাক মানুহৰ ভিতৰত মাত্ৰ তেওঁৰ ওচৰলৈকে ফেলিস্কে আহি ৰোমত এটা ভিলা, ভেচিনত এটা সৰু কুটিৰৰ বিষয়ে তেওঁৰ এই স্থূল বুদ্ধিৰ প্ৰস্তাৱ লৈ তেওঁৰ ওচৰত কোৱাৰ কল্পনা কৰাটো সংযম কৰিবনে ? আৰু নিউইয়ৰ্ক আৰু চেণ্টপীটাচবাৰ্গৰ এই নিৰৰ্থক ৰেবুজ বিষয়বোৰ একা ? কিয় তেওঁ দিহা নিদিলে আলিবাটলৈ অঘৰীৰ গাড়ীত গৈ তৰাৰ তলত শুবলৈ তেওঁ নিশ্চয় ফেলিস্কক ৰলীয়া বুলি ভাবিছে। স্পষ্ট ভাবে তুমি তেওঁক দোষ দিব নোৱাঁৰা—চেচিলিয়ে যে তেওঁৰ

হঠাতে হোৱা অন্যায় অবুজন খেয়ালবোৰৰ অনুসৰণ কৰাটো তেওঁ আশা কৰা নাছিল, তেওঁ কেতিয়া বুজিব যে চেচিলিয়ে বুজা নাছিল।

কিছুমান বিষয় তেওঁৰ বোধ গম্য নহৈছিল। আৰু ইয়াত তাকেই হৈছিল। উদাহৰণ স্বৰূপে গীত-বাদ্যকে ধৰা। কিমান বাৰ তেওঁ মোৰ্জাটৰ এটা স্বচ্ছ সম্পূর্ণাঙ্গ বৈশিষ্টপূর্ণ উক্তি ব্যাখ্যা কৰিবলৈ তেওঁ চেষ্টা কৰিছিল।" লা চি ভেৰেমৰ নিখুঁত সৌন্দৰ্য্য পূর্ণ পদাৱলী যত বাস কৰিছে ওঁঠৰ শ শতিকাৰ সুগন্ধি আৰু অজলা আত্মাই সেই সুন্দৰ পদাৱলীও চেচিলিয়ে নুবুজিলে। কবিতাও তেওঁৰ কাৰণে বন্ধ কিতাপ। এদিন তেওঁ চেচিলিৰ সমগ্ৰ দেহকান্তিলৈ চাই বাইবনৰ বাক্য কেইটামান গুন্‌গুনায় গাইছিল—"প্ৰণয়ৰ দীপ্তি, সৌন্দৰ্য্যৰ পবিত্ৰতা, চৰাইৰ ডোকা, আৰু তাইৰ মুখৰপৰা ওলোৱা সেই গীত।"

চেচিলিয়ে আকৰীৰ দৰে খিক্ খিক্‌কৈ হাঁহি ক'লে তেনেকুৱা নিৰ্ব্বোধ কথা তেওঁ কেতিয়াও শুনাই নাছিল।...প্ৰত্যেকবাৰ তেনেকুৱা একোটা ঘটনাৰ পাছত তেওঁ শপত খায় তেওঁৰ মুৰ্খামীৰ ৰোমান্টিক জগতখন পুনৰ উন্মুক্ত নকৰে বুলি আৰু তথাপি তেওঁ কৈ যায়—যিটোৱে প্ৰমাণ কৰিলে কিছুমান লোকৰ মন কেতিয়াও পৈণত নহয়, তেওঁবিলাক মাত্ৰ বুঢ়াহে হয়—সেই সকলৰ ভিতৰৰে ফেলিস্কো এজন।

যেইহওক বিশ্বাস লাভ কৰিবলৈ তেওঁৰ সময় নাছিল। তেওঁ দিন বোৰ গধুৰ তালিকাৰে ভুক্ত হৈ পৰিছিল, কনজাৰ ভেটৰীয়ামত পাঠ শিকোৱাৰ কামত, অৰ্কেষ্ট্ৰাৰ কনচাৰ্টত, আৰু গিৱানভাজত সপ্তাহত হুবাৰকৈ হোৱা কনচাৰ্টৰ বাবে। ইয়াৰ উপৰিও সেই যীশুৰ মৃত্যু যন্ত্ৰণাৰ সেই প্ৰাৰ্থনাৰ সঙ্গীতটোৰ এই বিশাল স্বৰগ্ৰাম এতিয়া আছিল যিটো আছি তেওঁৰ জীৱনত থিতাপী লৈছিলহি উল্কাৰ দৰে। প্ৰতিদিনেই নিশা খোৱাৰ পাছত এইটো তেওঁ পঢ়িছিল আৰু প্ৰতিদিনেই তেওঁৰ শ্ৰদ্ধা বাঢ়ি গৈছিল। বাস্তৱিকতে এইটো আছিল ধ্বনিৰ এটা গীৰ্জ্জা, এজন প্ৰতিভাশালী লোকৰ প্ৰায় ভয়লগা সুৰৰ কাম। ইয়াৰ পাছত থকা হেদেলেৰ মেছায়াও আনকি আকৃতিত সঙ্কুচিত হৈ পৰে। কিন্তু তেওঁ প্ৰত্যেক দিনেই ইয়াৰ কাঠিন্য সম্পৰ্কে উপলব্ধি কৰিছিল আৰু এইটো

অধিক উদ্ধৃত হৈ যোৱা তেওঁ পাইছিল। এইটো সুন্দৰ ভাবে গোৱাবলৈ ইয়াত লাগিব বহুলোকৰ ঐক্য প্ৰচেষ্টা, প্ৰতিভা—আৰু বহুত ধনো... আৰু ধন খৰছ কৰিবলৈ বোৰ্ডৰ ট্ৰাষ্টি সকল বিমুখ। চেইণ্ট থমাচৰ কোনো অজ্ঞাত শিক্ষকৰ বিস্মৃত হৈ যোৱা কামৰ বাবে তেনে কৰিবলৈ আনকি তেওঁবিলাক অধিক অনিচ্ছুক হ'ব। বিশ্বাস জন্মাবৰ বাবে তেওঁ হ'ব লাগিব ক্ষমতাশালী। এইবাৰ তেওঁ ধৈৰ্য্যশীল হ'ব। এইবাৰ তেওঁ ক্ৰোধ নকৰে, কোনো যুক্তি তৰ্ক নকৰে।

তেওঁ সেই আবেলি পৰটোত ট্ৰাষ্টি সকলৰ সম্মুখত যেতিয়া তেওঁ এই পাণ্ডুলিপিখন কেনেদৰে পালে এই খন মঞ্চস্থ কৰাটো কিমান প্ৰয়োজন বুজাই কৈছিল তেতিয়া তেওঁ ধৈৰ্য্য ধৰি আছিল।

ভদ্ৰ মহোদয় সকল, মোৰ মতে ই এক মহৎ কাম আৰু এতিয়ালৈকে জীয়াই থকা সঙ্গীতৰ ভিতৰত এই কাম অদ্বিতীয়। আৰু এইখন উদ্ধাৰ কৰি অভিনয়ৰ যোগ্য কৰি তোলাৰ কাৰণে বিশ্ব চিৰকাল আপোনা-লোকৰ ওচৰত কৃতজ্ঞ থাকিব।" তেওঁৰ কথাবোৰ শুনা গৈছিল এক সম্পূৰ্ণ আৰু অস্বস্তিকৰ নিস্তব্ধতাৰ মাজত। আসনত বহি থকা টাষ্টি সকলৰ কোনো এজনেই লৰচৰ নকৰিলে। তেওঁ এশাৰী মমৰ মূৰ্ত্তিক হে যেন কথা কৈছে। পেটৰ ওপৰত শূলাকৃতিৰে হাতবোৰ থৈ তেওঁবিলাক বহি আছিল, বিস্ময়ৰ নানা বৰণৰ ছাঁ তেওঁবিলাকৰ মুখবোৰত দেখা গৈছিল, জীৱন্ত এখন পটৰ দৰে তেওঁবিলাকে চাইছিল তেওঁলৈ আৰু তেওঁ চাইছিল তেওঁবিলাকলৈ। তেওঁৰ গল্পটোৰে কি কৰা যায় তেওঁবিলাকে জনা নাছিল, আৰু এইটো তেওঁ এতিয়াও কৈ নেপেলোৱাত এই বিষয়ে কোনো চিন্তাও কৰি চাব পৰা নাছিল। অৱশেহত এজন সভ্যই মন্তব্য কৰি কলে এই সকলোবোৰ বৰ আশ্চৰ্য্যজনক, বাস্তবিকে বৰ আশ্চৰ্য্য বিষয়। 'এইবোৰ কচাইৰ দোকানৰ আলমাৰীত আছিল হয়নে ?" তেওঁ যে খুব মানসিক শ্ৰম কৰিছে এনেদৰে তেওঁ হাতখনেৰে মুঁতৰিটো মোহাৰিবলৈ ধৰিলে।

"বৰ আচৰিত।"

"হয় এইটো আচৰিত কথা। কিন্তু আচৰিত ঘটনা ঘটে। বিপ্লৱৰ

সময়ত ফ্ৰান্সৰ ৰজাৰ মুকুটটোৰ হীৰা ডোখৰ পোৱা গৈছিল কেম্পচ এলিজৰ এটা নাওবাৰ ভিতৰত আৰু পাছত লণ্ডনত এক চিলিংত এই ডোখৰ বেচা গৈছিল।"

আন এজন ট্ৰাষ্টিয়ে সুধিলে কেনেকৈ এই হাতে লিখা পুথিখন সেইখিনি পাইছিলগৈ। মই অৰ্থ কৰিছোঁ সেই আলিমাৰিটোৰ ভাব—আপুনি কিবা জানেনে ?"

"এই বিষয়ে মই শ্ৰীমতী কোহেলাৰক সুধিছিলো। তেওঁ কিশোৰী হৈ থকা কালতে ককাদেউতাকৰ লগত খোটালীটোত খেলি থাকোঁতে এদিন তেওঁ হেইন ষ্ট্ৰেচিত বাস কৰা এগৰাকী বুঢ়ীৰ কথা কোৱা মনত পৰিছিল। তাই তেওঁৰ দোকান খনলৈ আহিছিল আৰু মাজে সময়ে তেওঁ বুঢ়ী গৰাকীক হাড় আৰু মঙহৰ ডোখৰ দিছিল। মানুহজনীক তেওঁ বেচ স্নেহ কৰিছিল। আৰু এবাৰ তেওঁ বুঢ়ী গৰাকীক কিছুদিন নেদেখি বুঢ়ীৰ খবৰ লবলৈ আহি দেখে বুঢ়ীৰ আসন্ন মৃত্যুৰ সময়। বুঢ়ীৰ ওচৰতে থকা মেজখনৰ ওপৰত আছিল পাণ্ডুলিপিখন। এই খনলৈ আঙুলি দেখুৱাই তেওঁৰ ওচৰত মৰণমুখী মানুহজনীয়ে এটা শেষ অনুগ্ৰহ বিচাৰিলে—এইখিনি যাতে ককাদেউতাকে ৰক্ষা কৰে।

পুনৰ নিৰৱতা ভঙ্গ কৰিলে সেই প্ৰথমজন ট্ৰাষ্টিয়ে, বিজনে ভোৰ ভোৰায় কৈ আছিল আচৰিত, বৰ আচৰিত, বাস্তবিকতে মিটিংখনৰ আদিৰ পৰা অন্তলৈকে কুৰ্গেৰেএ টা কথাও কোৱা নাছিল আৰু ফেলিস্কে উপলব্ধি কৰিলে যে কুৰ্গেৰৰ তীক্ষ্ণ দৃষ্টি তেওঁৰ ওপৰত।

অৱশেষত মেয়ৰে চুৰটটো মুখৰ পৰা উলিয়াই আনি দীঘল এলানি ধোঁৱা এৰি ক'লে "এৰা" এটা বিবুদ্ধি কৰা মোকৰ্দ্দমাৰ মোটামোটি বৰ্ণনা কৰি কোৱা এজন বিচাৰকৰ সুৰেৰে ঘোষণা কৰিলে "এইটো সুন্দৰ গল্প। কিন্তু ব্যক্তিগত ভাবে মই এতিয়াও মোৰ নিজৰ মনস্থিৰ কৰিব পৰা নাই।"

নিজৰ ধৈৰ্য্যহীনতা সংযম কৰিবলৈ চেষ্টা কৰি ফেলিস্কে ক'লে "যি ব্যাখ্যাই প্ৰয়োজন হয় মই যোগাবলৈ সাজু। এটা সিদ্ধান্ত এতিয়াই লোৱা উচিত বুলি মই জোৰ দি কবলৈ ভাল পাম, যাতে এই পুথিখন

কপি কৰা কামটো তৎক্ষনাতে আৰম্ভ কৰিব পাৰি। যদি বসন্ত কালত আমি এইটো প্ৰদৰ্শন কৰিব খোজোঁ। তেন্তে সময় বৰ কম আছে।”

মেয়ৰ জনে হাতখন ডাঙি ক’লে “ডিৰেক্টৰ, আমি আপোনাৰ উদ্দীপনাৰ শলাগ লৈছোঁ। এনেকুৱা ধৰণৰ বিষয়বোৰ বোৰ্ডে ক্ষীপ্ৰতাৰে কৰা আশা কৰিব নোৱাৰি। এই কাম কাৰ্য্যকৰী কৰি তুলিবৰ কাৰণে আপুনি আমাক ইয়াৰ বাবে বিশেষ ভাবে ধনৰ সংস্থান ৰাখিবলৈ কৈছে! ইয়াত কিমান ব্যয় হ’ব আপোনাৰ কিবা ধাৰণা আছেনে ?

“মহামান্য লৰ্ডচীপ, ইয়াত বহুত ধন লাগিব বুলি মই ভয় কৰিছোঁ।”

“আৰু আমাৰ বাজেট এই বছৰটোৰ কাৰণে বন্ধ হ’ল” এজন ট্ৰাষ্টিয়ে মন্তব্য কৰিলে।

শান্ত কণ্ঠে ফেলিস্কে ভদ্ৰভাবে তেওঁলৈ ঘূৰি চাই ক’লে “মই সেইটো বুজিছোঁ। কিন্তু মোক দৃঢ়ভাবে আপোনালোকক ক’বলৈ দিয়ক যে নিঃসন্দেহে এইটো এটা সকলোতকৈ ব্যতিক্ৰম ঘটনা। আৰু সময় বহু মূলীয়া, দেৰী কৰাৰ বাবে আৰু পৰামৰ্শ দিয়া নেযায়।”

ক্ষমতা উপভোগ কৰি থাকি ট্ৰাষ্টি সকলে আৰম্ভ কৰিলে পুনৰ বিবেচনা কৰিবলৈ। এই ডেকা বিখ্যাত ভক্ত জনক উদ্বিগ্নতাত ৰাখিবলৈ তেওঁবিলাকৰ বেচ আনন্দ লাগিছিল। উচ্চ পদাধিস্থিত হৈ থকা বিশেষ অধিকাৰ বিলাকৰ এটা হ’ল ডেকাৰ ওপৰত সাৰ্ব্বভৌম কৰ্ত্তৃত্ব কৰা।

এইবাৰ নিস্তব্ধতা ভঙ্গ কৰিলে ফেলিস্কে।

“যদিহে আমাক ধৰ্ম্ম-যাজক হেগেনে চেইণ্ট থমাছ গীৰ্জ্জাৰ চাৰিটা ঐক্য-তান সঙ্গীতৰ গায়কমণ্ডলী ধাৰলৈ দিয়ে, তেন্তে হয়তো বুজন পৰিমাণে ধন ৰক্ষা কৰিব পৰা যাব। ই প্ৰশস্তকৈ শিক্ষাপ্ৰাপ্ত কণ্ঠ আমাক দিব। চুবুৰীয়া চহৰবোৰত আৰু এই চহৰত কেইবাটাও ঐক্যতানৰ চোচাইটি আছে।

সন্দেহ নাই যে আথৰাত যোগদান কৰিবলৈ তেওঁবিলাকৰ প্ৰৰোচিত কৰিব পৰা হ’ব। মাত্ৰ বাকী থাকিব লোচিস্টৰ বিষয়টো। এইটো বৰ কঠিন আৰু টান হ’ব নেলাগে।

স্বাভাবিকতে মই নিজৰ সেৱা স্বেচ্ছায় আগবঢ়াম কোৰাচ শিকাবলৈ আৰু আৱশ্যকীয় বাহিৰা অৰ্কেষ্ট্ৰাৰ কাৰণে।"

"এৰা," মেয়ৰে ক'লে, তেওঁৰ কণ্ঠৰ পৰা বুজা গ'ল যে তেওঁ এটা সিদ্ধান্তত উপনীত হৈছেগৈ। "প্ৰথম ঢাপটো হ'ব ধৰ্ম্ম যাজক হেগেনৰ সহযোগীতা লাভ কৰা। মহামান্য ৰেভাৰেণ্ডৰ পৰা আপুনি সমৰ্থন লাভ কৰিবলৈ মই পৰামৰ্শ দিওঁ। তেতিয়াহে আপুনি খৰছৰ বাহুল্য তালিকা কৰিব পাৰিব। ইতিমধ্যে আমি সকলোৱে কিছু চিন্তা কৰোহঁক। আৰু অহাসপ্তাহৰ মিটিংত আমি এটা সিদ্ধান্তত উপনীত হ'বগৈ পাৰিম বুলি মোৰ বিশ্বাস আছে।" শেষৰ শব্দটো কোৱাৰ লগে লগে তেওঁ হতুড়ীৰে শব্দ কৰি মিটিং শেষ হোৱাৰ জাননী দিলে। সেই সন্ধিয়া ঘৰলৈ উভতি আহোঁতে চেচিলিয়ে সুধিলে "বিষয়টো কেনে হলগৈ।"

তেওঁ কান্ধটো জোকাৰি ক'লে "একোকে সিদ্ধান্ত নহ'ল। মই তেওঁবিলাকক ততাতৈয়া কৰিবলৈ ধৰিছিলো, কিন্তু মুলাৰে জনালে যে মন স্থিৰ কৰিবলৈ তেওঁবিলাকৰ আৰু সময়ৰ প্ৰয়োজন।

"আৰু যুদ্ধ কৰিছিলানে কি?"

"ভগবান্, নাই কৰা। মই প্ৰত্যেকৰে বুত জোতাত চুমা খালো, তুমি মোৰ কাৰণে বেচ গৌৰৱ কৰিলাহেতেন। কুৰ্গেৰে মুখ মেলা নাছিল যদিও চাৱনিয়ে মাৰিব পৰা হ'লে মই কিজানি মৰি গলোহেতেন।"

তেওঁ শেতাঁ আৰু বিতত হৈছিল।

নিশা খোৱাৰ সময়ত তেওঁ হঠাতে ক'লে "আজি নিশা থিয়েটাৰলৈ গ'লে বাৰু কেনে হব? অভিনয় কি হৈছে মই নেজানো। কিন্তু ইয়াৰ পৰা আমাৰ কল্যাণো হ'ব পাৰে।"

অভিনয়খন আছিল পাঁচ অঙ্কীয়া মিলনাত্মক নাটক। নাম আছিল 'দুজন জ্ঞাতি।' এইখন আছিল তেজ গোট মৰা, বিৰক্তিকৰ আৰু বেয়া। প্ৰধান অভিনেত্ৰীয়ে হয় কান্দিছিল নহয় বিপদত পৰিছিল। যেতিয়া তাই নিজৰ সম্মান এজনৰ পৰা ৰক্ষা কৰিছিল তেতিয়া তাই কিছুমান কাৰণত ইয়াৰ অংশ লব নোৱাৰা এজনক তাই এইটো দিছিল। সেই কাৰণেই চকু পানী।

শেষৰ পাঁচমিনিটত এই সকলোবোৰৰ পৰিণতি হ'লগৈ হত্যা-কাণ্ডত। দুৰ্দ্দান্ত জ্ঞাতিজনে এখন তৰোৱাল বুকুত লৈ ভয়ঙ্কৰ ভাবে মোচড় খায় যন্ত্ৰণাত গোটেই মঞ্চটো তোলপাৰ লগায় শেষ অভিশাপ হিচাবে দুৰ্গন্ধি নিশ্বাস এৰিলে।

বিৰতিৰ সময়ত চেচিলে আৰু ফেলিক্সে ভিৰৰ মাজে মাজে পোহৰ হৈ থকা খট্‌খটিয়েদি আহি স্পেইন দেশীয়া সুমথিৰা খাই নাটক খনৰ বিষয়ে আলোচনা কৰি থাকোঁতে ফেলিক্সে মনে মনে চালে মেয়ৰ মুলাৰ আৰু দুজন ট্ৰাষ্টিয়ে জৰুৰী ভাবে কথা পাতি থকা। ফেলিক্সে তেওঁবিলাকক টুপীটো লুটিয়াই দেখুৱাই অভিবাদন জনাওঁতে তেওঁবিলাকেও সামান্য দ্বিধাৰে টুপী লুটিয়াই দেখুৱাই তেওঁক অভিবাদন জনালে।

ঘৰলৈ উভতি আহোঁতে চেচিলিয়ে ক'লে "এই গধুলিটো বৰ বেয়াকৈ পাৰ হ'ল।"

"তুমি ঠিক কৈছা। মই হে এইটোৰ বাবে পৰামৰ্শ দিছিলো। মোক ক্ষমা কৰিবা।"

সেই নিশা তেওঁ শুব নোৱাৰিলে। বহু সময় জুৰি তেওঁ শোৱা-পাটীত শুই হাত দুখন মূৰৰ তলত থৈ এন্ধাৰৰ ফালে চাই পৰি আছিল।

অকস্মাতে চেচিলি তেওঁৰ ফালে ঘূৰি সুধিলে তুমি বাৰু কি ভাবিছা? লৰচৰ নকৰাকৈ তেওঁ কলে "সেই প্ৰাৰ্থনা গীতটোৰ কথা।"

"তোমাক দুঃচিন্তাত পেলাইছে, নহয় জানো?"

"এৰা, মোৰ এনে লাগিছে যেন এইটোৰ পৰা মোৰ জুলুম হ'ব।"

"অহা বছৰলৈ এইটো সম্পন্ন কৰিবলৈ তুমি ৰ'ব নোৱাৰিবানে?"

"অহা বছৰ মই ক'ত থাকিম ক'ব নোৱাৰোঁ। আৰু মই যদি এইটো গোৱাব নোৱাৰো তেন্তে হয়তো মই নিজে জীয়াই থাকিব নোৱাৰিম।"

"এইটো সচাঁকৈয়ে ইমান লাগতিয়ালনে?"

"এৰা চেচিলি।"

"ইতিমধ্যেই তুমি ইমানবোৰ কাম কৰিব লগা হৈছে।"

"মই কৰিব লগা যি কোনো এটা কামৰ ভিতৰত এইটোৱেই সকলোতকৈ আৱশ্যক।"

"কিয়, কিয়নো এইটো ইমান প্রয়োজন ?"

"কাৰণ মই যদি এইটো কৰিব নোৱাৰো তেন্তে কোনেও নোৱাৰিব।"

সাধাৰণ লোকৰ মতে পুৰুহিত হেগেন লিপজিগত অতি ক্ষমতাশালী লোক। তথাপি নগৰীয়া জীৱনত সামান্যভাবে এই ধাৰ্মিক আৰু সঙ্গহীন মানুহজনে অংশ গ্রহণ কৰিছিল। দেওবৰীয়া উপদেশবোৰ বাইবেলৰ উপমা আৰু প্রতিধ্বনিযুক্ত প্রগাঢ় উক্তি গঠিত হৈছিল প্রায় তেওঁৰ সমাজৰ সংসৰ্গৰ লগত।

গীৰ্জ্জাঘৰৰ পাছফালে থকা এজন পুৰুহিতৰ বাস ভবনত তেওঁ বাস কৰিছিল। এটা অৱসৰ লাভ কৰা আশ্রিত জীৱন। তেওঁ অধিক সময় অতিবাহিত কৰিছিল তেওঁৰ সু-বৃহৎ ম্লান পোহৰ থকা অধ্যয়ন খোটালীৰ নিৰৱতাৰ মাজত। ইয়াৰ খিড়িকীৰ আইনাবোৰত ৰং লগোৱা আছিল। ইয়াৰ তিনিটা আলমাৰীত ভৰি আছিল ধৰ্ম্মশাস্ত্র আৰু মাৰ্টিন লুথেৰৰ বৃহৎদায়তন গ্রন্থ সমূহত আৰু তেওঁ ইয়াৰ মাজত ডুবি আছিল।

যেই হওক নিঃসঙ্গতাই জটিলতা লালন কৰে। এটা জীৱন জুৰি কৰা অধ্যয়ণে এই কোমল ভাষী যাজকজনক দিলে এটা ৰহস্যপূৰ্ণ আৰু জেদী মন। তেওঁ এতিয়া উপনীত হৈছেহি ডেকা বয়সৰ যন্ত্রণাদায়ক সন্দেহ সমূহ জয় কৰি বৃদ্ধ বয়সৰ এই নিৰুপদ্রৱ নিশ্চয়তাৰ পৰ্য্যায়ত। তেওঁৰ বাবে ঈশ্বৰ মহিমাময় অথচ তেওঁ ঘনিষ্ঠ লোক যেন হৈছিল আৰু ঈশ্বৰৰ কৃপাতে তেওঁ যেন ঈশ্বৰ নিন্দা বা বন্দনা কৰিবলৈ সক্ষম হৈছিল। গভীৰ ধাৰ্ম্মিক, আৰু ভয়ঙ্কৰ দৃঢ় প্রত্যয়ী আৰু সীমিত বুদ্ধিৰ বহু লোকৰ দৰে ধৰ্ম্মযাজক ক্রমাৎ কাল্পনিক হৈ পৰিছিল।

চয়তানৰ হেচাত যোৱা ওঁঠৰ বছৰ ধৰি প্রতি দেওবাৰে তেওঁ যি সাপ্তাহিক বক্তৃতাৰ ক্রোধপূৰ্ণ ৰবতোপৰ গুলি মাৰি আহিছিল সেই দেওবাৰৰ আবেলি সময়তো নিজৰ মেজত সম্মুখলৈ হাওলি বহি আছিল বক্তৃতা। আকৌ এবাৰ এই নিৰৱ আৰু স্বাভাবিকতে স্নেহশীল মানুহ-

জনে তেওঁৰ এই ব্ৰজধ্বনীপূৰ্ণ সময় চোৱা অবিৰামভাবে এইবিলাকৰ ক্ৰিয়া বিচাৰ কৰি চাবলৈ নিজে পঢ়ি চালে।

লিপজিগ্‌ৰ সংশোধানাতীত পাপপূৰ্ণ দৰ্শকৰ ন্যায় পৰায়ণতাৰ কাৰণে সাধুসুলভ ঘৃণাৰে তেওঁ নিজকে খটুৱালে। তেওঁৰ অধ্যয়ন খোটালীৰ আশ্ৰিত শান্তিৰ মাজত থাকি তেওঁ অধিক ভাল পোৱাৰ কাৰণে এই পাপকাৰ্য্যবোৰ ব্যক্তিগতভাবে তেওঁ দেখা নাছিল। ইয়াতে তেওঁ চিন্তা কৰিছিল ঐহিক জীৱনৰ বৃথা বিক্ষোভৰ কথাবোৰ। যেই হওক তেওঁৰ ভৃত্য আৰু গীৰ্জ্জাৰ কৰ্ম্মচাৰী গটলেইবে গুপুতে এই সকলোবোৰ বিতং ভাবে জনাই আছিল। চহৰৰ সৰহভাগ উৰা বাতৰিৰ খবৰ সি পাইছিল। যি কোনো উৰা বাতৰি গট্‌লেইবৰ পৰা হাত সাৰিলেও বান্ধনী ফ্ৰাইদৰিকাই জনাতো ধুৰুপ। সিইঁত দুয়োটাই তেওঁৰ জাকটোৰ অসাধু কাম কাজ বোৰৰ আৰু আচৰিত সন্দেহজনক ঘটনাবোৰৰ বিষয়ে জনাই আছিল। এই ঢং দেখুৱাই এই নিৰ্জ্জনবাসী যাজকজনে তেওঁৰ উদাৰতা আৰু সংবাদৰ বিচিত্ৰ জ্ঞানেৰে তেওঁৰ উপাশকমণ্ডলীক আচৰিত কৰি তুলিছিল আৰু দেওবৰীয়া প্ৰাৰ্থনাৰ কাৰণে লাভ কৰিছিল ক্লান্তি-হীন বিষয়। যেতিয়া যাজক হেগেনে তেওঁৰ উপাসনা মন্দিৰৰ অন্তৰ্ভুক্ত লোক সকলৰ চৰিত্ৰহীনতাৰ বিষয়ে আলোচনা কৰাৰ পৰা বিৰত হৈছিল তেতিয়া লুথেৰান হ'বলৈ অমান্তি হোৱা এই দুৰ্দ্দশাগ্ৰস্ত পৃথিবীখনলৈ তেওঁ নিক্ষেপ কৰিছিল দৈৱ অভিশাপ। যি ভগবানে সংশোধন আৰু ঠিক গবেষণা কৰি চাবলৈহে শাস্তি দিয়ে, আৰু ঈশ্বৰৰ কৃপা লাভ কৰা যি জন লোকে নিজকে প্ৰেমৰ ঈশ্বৰ বুলি কৈছিল সেইজনৰ বিমৰ্ষ স্বভাবৰ যি সকলে বিৰোধিতা কৰিছিল সেই সকলৰ বাবে যাজক হেগেনৰ আছিল এটা সহজ উত্তৰ।

পৃথিবী যেতিয়ালৈকে লুথেৰান হৈ নেযাব, তেতিয়ালৈকে ঘটনাবোৰ এইদৰেই ঘটি থাকিব। মাৰ্টিন লুথাৰ অবতীৰ্ণ হোৱাৰ তিনিশ বছৰৰ যেতিয়া পৃথিবীখন পৰিব্যাপ্ত হৈ আছে লাখ লাখ কেথেলিক, মহম্মেদান, ইহুদী, ব্ৰাহ্মণ, বুদ্ধ, কেলভিনিষ্ট, বেপটিষ্ট আৰু আন আন চয়তানৰ অনু-প্ৰাণিত ধৰ্ম্মৰে সৈতে, তেতিয়া ঈশ্বৰে এক স্থায়ী আৰু ভয়ঙ্কৰী

দুৰ্ব্বাৰ ক্ৰোধৰ বাহিৰে কেনেকৈ আন অনুভৱৰ অভিজ্ঞতা লাভ কৰিব পাৰে ?

এই কুগ্ৰহৰ মানুহবোৰক সেইদিনালৈকে ঈশ্বৰে ভয়ঙ্কৰ নিৰপেক্ষভাবে ন্যায়পৰায়ণ আৰু ন্যায় বিৰোধীক একে দৰেই শাস্তি বিহি থাকিব যেতিয়ালৈকে তেওঁবিলাকে পোহৰ নেদেখিব আৰু ইয়াৰ সংশোধন নকৰি লুথেৰান মতবাদৰ অনুগত নহ'ব।

পিছদিনাৰ কাৰণে থকা উপদেশাৱলীৰ এটা অনুচ্ছেদ নিজকে পুৰুহিত হেগেনে পঢ়ি শুনাইছিল, এনেতেই দুৱাৰত হোৱা টোকৰটোৱে ব্যাঘাত জন্মালে।

পচমী-জোতা পিন্ধা ভৃতৰ দৰে লগা বগা চুলিৰে লাহেকৈ-গটলেইৰ সোমায় আহি গুণগুণায় কলেহি যে ডক্তৰ মেণ্ডেলচন আহি বাহিৰত বৈ আছেহি।

এক মিনিটৰ ভিতৰতে ফেলিস্কক ভিতৰলৈ লৈ অহা হ'ল।

"বাস্তৱিকতে এইটো অতি আচৰিত আনন্দৰ কথা!" যি সকলৰ প্ৰত্যয়ৰ লগত তেওঁবিলাকৰ নিজৰ মিল না ছল সেই সকলৰ বাবে আচুতীয়াকৈ ৰখা সুৰেৰে আচৰিত উদ্দীপ্ত আৰু প্ৰফুল্লতাৰে ধৰ্ম্মযাজক আৰু ৰাজনৈতিক লোকৰ দৰে আশ্চৰ্য্য হৈ পুৰুহিত জনে ক'লে "মই আশা কৰিছোঁ কমনীয় শ্ৰীমতী মেণ্ডেলচন আৰু আপুনি বেচ ভালে আছে।" মেজখনৰ সিফালে থকা গাঢ় ৰঙা বৰণৰ চকীখনলৈ তেওঁ হাত দেখুৱাই ফেলিস্কক বহিবলৈ ক'লে। তেওঁ বহি আঠুৰ ওপৰত টুপীটো থৈ ক'লে "মেণ্ডেলচনহঁত সকলো কুশলে আছে।"

"আৰু লৰাছোৱালীবোৰ একা ?"

"সিহঁত ভালে আছে। আৰু সিহঁতৰ কথা সোধঁাটো মহামান্যৰ অতিশয় দয়া।" আগতে সাক্ষাৎৰ কোনো বন্দবস্ত নকৰাকৈ তেওঁ তালৈ এই বিয়লি পৰত অহা স্বত্বেও তেওঁক মহামান্যই গ্ৰহণ কৰাৰ কাৰণে কৃতজ্ঞতা জনালে।

তেওঁ সাক্ষাৎৰ প্ৰাথমিক স্তৰ শেষ হোৱা বুলি ভাবি ক'লে "কিন্তু ধৰ্ম্মাধিকাৰৰ সময় যিমান সম্ভৱ হয় সিমান কমকৈ ল'ম।"

তেওঁ আচল কথাটোলৈ প্ৰায় আহিবই খুজিছিল কিন্তু পুৰোহিত হেগেনে শুনিব নোখোজে। ডাক্তৰে কেমোমাইল পাতৰ চাহ খাবনে নাই সংৰক্ষণ কৰি থোৱা আন পনীয় দ্ৰব্য খাব ?”

ধন্যবাদ জ্ঞাপন কৰি খাবলৈ অস্বীকাৰ কৰাত পুৰুহিতজনে পুনৰ আবৃত্তি কৰিলে ফেলিস্কৰ অপ্ৰত্যাশিত আগমনে তেওঁক আনন্দ দিয়াৰ কথা। মেজৰ ওপৰত থকা আধা লিখা পৃষ্ঠা এখনলৈ চাই তেওঁ ক'লে “আপুনি দেখিছেনে অহা কালিৰ বাবে এইখন উপদেশ বাণী মই প্ৰস্তুত কৰিছোঁ। আনকি মোৰ দৰে এজন নিঃকিনে, ভগবানৰ আঙুৰবনৰ এজন মজদুৰে উন্নতি সাধনত কেইমিনিটমান নিয়োগ কৰিবলৈ ক্ষমতা পাইছে।” তেওঁ ক'বলৈ আৰম্ভ কৰিলে দুখীয়া আৰু ধনী সকলৰ মাজত সঁমানে লিপজিগ্‌ৰ সঙ্কুচিত হৈ অহা নৈতিকতাৰ কথা। হোটেল আৰু বিশ্ৰাম আলয়বোৰ নৈতিকহীনতাৰে ভৰি পৰিছে। মদৰ লগত যি ধন সিঁচি দিছে এইবোৰ খটাব পৰা গলহেতেন দয়াৰ কামত। সৰ্ব্বনাশৰ ঠাই থিয়েটাৰবোৰে মানুহক সদায় আকৰ্ষণ কৰে। য'তে ত'তে দেখিবলৈ পোৱা যায় ক্ষয়িষ্ণু আধ্যাত্মিকতা। লিপজিগৰ গোটেই ইতিহাসত কাহানিও অহা নাছিল এনে বিকৃত ঢৌ।

মাজে সময়ে মূৰ দুপিয়াই নম্ৰভাবে মনোযোগীতাৰে কথাবোৰ শুনি থাকোঁতে ফেলিস্কে নিজকে কৈছিল যে ধৰ্ম্মযাজক, ৰাবাই নাইবা পুৰুহিত কেতিয়াও বাচি নেথাকিল হেতেন যদিহে তেওঁবিলাকে নিজৰ বংশধৰ সকলক ইতিহাসত শোচনীয় বুলি বিবেচনা নকৰিলে হেতেন। বেচ স্পষ্টভাবেই বুজা গৈছে যে মানবতাই জেৰমিয়াহৰ দিনৰ পৰাই উন্নতি লাভ কৰিব পৰা নাই। ফেলিস্কে বিচাৰিছিল অনুতাপ পুৰুহিতজনে যাতে সংক্ষিপ্ত কৰে।

এই সাক্ষাৎৰ বাবে তেওঁৰ অনুভৱ হৈছিল এক বৃথা ব্যাখ্যা কৰিব নোৱাৰা চৈতন্য, আৰু সেইবাবে কেইবা দিনলৈ এইটো তেওঁ হোহকাই থৈছিল। এতিয়া তেওঁ বিষয়টো ব্যক্ত কৰি পুৰুহিতজনৰ মনোভাব জানি তাৰপৰা গুচি যাবলৈ উদ্বিগ্ন হ'ল। কিন্তু নিৰ্জ্জনবাসীৰ অপ্ৰত্যাশিত বাক্‌পটুতাৰে পুৰুহিত হেগেনে ক্ৰমাৎ তেওঁৰ বিষয়টো প্ৰাণৱন্ত কৰি

ভুলিলে। অৱশ্যে লিপ্‌জিগৰ নৈতিক অধঃপতনৰ এটা প্ৰধান কাৰণ হ'ল ওথ খাপৰ পৰা অহা অতি অসৎ নৈতিকহীনতাৰ উদাহৰণবোৰ। তেওঁ বিমৰ্ষভাবে আঙুলি এটাৰে চিলিংৰ ফালে দেখুৱায় ক'লে "ওথ সুৰত পাপে তাৰ কদাকাৰ মূৰটো প্ৰতিষ্ঠিত কৰে। তেওঁ পুনৰ কলে "অতি উচ্চস্তৰৰ ঠাইবোৰত।"

পুৰুহিতজনৰ বক্তৃতা নিজে নিজে অস্ত পৰিবলৈ বিহ্বলভাবে তেওঁ অপেক্ষা কৰি থাকোঁতে ফেলিক্সে ভাবিলে এইবোৰ মূলাৰ আৰু তেওঁৰ ৰক্ষিতাজনীৰ বিষয়েহে কৈছে বুলি।

এই বক্তৃতা বৰং অকস্মাতে শেষ হোৱাত ফেলিক্স আচৰিত হ'ল।

"মই এইদৰে চিৰকাল কৈ যাব পাৰিম। কিন্তু হয়তো আপুনি ইয়ালৈ অহাৰ উদ্দেশ্য ব্যাখ্যা কৰিবলৈ উদ্বিগ্ন হ'ব পায়" খন্তেক পাছত যাজকে ক'লে। যেতিয়া তেওঁ কথা কৈছিল তেওঁৰ অভিব্যক্তি সলনি হৈছিল ঘৃণাৰ পৰা সতৰ্কতালৈ।

সাৱধানেৰে হাঁহি এটা মাৰি ফেলিক্সে আৰম্ভ কৰিলে "দুসপ্তাহ পূৰ্ব্বে মই এখন পুৰণি পাণ্ডুলিপি পাইছিলো।"

"এই বিষয়ে মই শুনিছিলো, মাৰ্টিন কোহেলাৰৰ দোকানত নহয় জানো?"

ফেলিক্স আচৰিত হলেও প্ৰকাশ নকৰি ক'লে "মাননীয় ধৰ্ম্মাধিকাৰক ইয়াৰ স্বৰলিপি খিনিয়ে আকৰ্ষণ কৰিব। এশবছৰো অধিক পূৰ্ব্বে আপোনাৰ চহৰ খনৰ চেইণ্ট থমাছ স্কুলৰ এজন সমবেত সঙ্গীতৰ শিক্ষকে এইটো লিখিছিল।"

যাজকৰ মুখমণ্ডল অভিব্যক্তিহীন হ'ল। "যদিহে ধৰ্ম্মাধিকাৰে এই বৈশিষ্টসূচক সঙ্গীতটোত চেইণ্ট থমাছৰ চাৰিটা সমবেত গায়কৰ দলক অংশ গ্ৰহণ কৰিবলৈ দিয়ে তেন্তে এইটো হ'ব অমূল্য সহায়। প্ৰকৃততে দিয়া যাব এটা বুজন অৰিহণা।"

ওঁঠত আঙুলিৰ মূৰ লগাই যাজক জনে চকুমুদি এনেদৰে খন্তেক পৰ নিজৰ চিন্তাত বিভোৰ হৈ আছিল অনুভব হৈছিল তেওঁ যেন হেৰায় গৈছিল।

চকু মুদি থাকিয়েই তেওঁ সুধিলে "সঙ্গীতটোৰ নাম কি ?"

"চেইণ্ট মেথিউৰ মতে আমাৰ প্ৰভুৰ মৃত্যু যন্ত্ৰণাৰ গীত।"

"আৰু আপুনি নিজে পৰিচালনা কৰিব বুলিয়েই মই ধৰি লৈছোঁ।" আশ্চৰ্য্যত চকুকিটা ফেলিস্কৰ উজ্বলি উঠিল। তেওঁ কলে "নিশ্চয়।"

"আৰু আপোনাৰ এইটোনো মঞ্চস্থ হ'ব কত ?"

ফেলিস্কে অনুভব কৰিবলৈ আৰম্ভ কৰিলে মাংসপেশী কঠিন হৈ অহা।

তেওঁ উত্তৰ দিলে "হে প্ৰভু ঈশ্বৰ, এইটো গিৱানডাজত হলত হব। অৱশ্যে অতি উপযুক্ত ঠাই হ'ব চেইণ্ট থমাছ গীৰ্জ্জা। এইটোৰ উদ্দেশ্যেই এই গীত ৰচঁা হৈছিল।"

অকস্মাতে যাজকে চকুজুৰি মেলিলে।

তেওঁৰ কপালৰ এডাল সিৰ ফুলি উঠিছিল। "আপুনি বুজা নাই জানো লুথেৰান গীৰ্জ্জাঘৰত আন ধৰ্ম্মৰ কোনো লোকৰে পবিত্ৰ ভজন পৰিচালনা কৰাৰ যোগ্যতা নাই ?"

মেজখনৰ সিফালে থকা মানুহজনলৈ ফেলিস্কে এইবাৰ স্পষ্ট ভাবে চালে।

"ডাঙৰীয়া, এইটো বাস্তবিকে ধৰ্ম্মৰ কথা নহয়, এইটো সঙ্গীতৰ বিষয়হে।"

"পবিত্ৰ সঙ্গীতনে ?"

"সঙ্গীত মাত্ৰ দুই বিধ আছে ভাল আৰু বেয়া।"

"দুই ৰকমত সঙ্গীত আছে পবিত্ৰ আৰু অপবিত্ৰ। পবিত্ৰ সঙ্গীত গীৰ্জ্জাৰ, আৰু এজন অখ্ৰীষ্টিয়ানৰ গীৰ্জ্জাৰ ক্ষেত্ৰত মিহলি হোৱাৰ অধিকাৰ নাই বুলি মই ভাবোঁ। এই লিখনি নিউটেষ্টামেণ্টৰ ৰূপান্তৰ।" মঞ্চৰ ওপৰত কোৱাৰদৰে তেওঁৰ কণ্ঠস্বৰ ক্ৰমাৎ ওপৰলৈ উঠিছিল। "আৰু নিউটেষ্টামেনখন খ্ৰীষ্টিয়ানৰ।"

"যদিহে নিউ টেষ্টামেনখন খ্ৰীষ্টিয়ানৰ তেন্তে হয়তো পুৰণিখন আমাৰ।"

কাণত গুমগুমনি শুনি তেওঁ সচেতন হ'ল আৰু অনুভব কৰিলে

বুকুৰ ধপ্ধপনিয়ে তেওঁৰ কথাবোৰ যেন তল পেলালে।

"আমাৰ ডেভিদৰ প্ৰাৰ্থনা সঙ্গীত গাবলৈ আপুনি তেন্তে কেনেকৈ সাহস কৰিলে ?"

ঘপহ কৈ ফেলিস্ক থিয় হ'ল আৰু মেজখনৰ কাষ চাপি আহিল। খঙত তেওঁ কঁপিছিল। মুখৰ বৰণ হৈ পৰিছিল ধুসৰ বৰণৰ ছাই যেন।

"আৰু হাজাৰ হাজাৰ গীৰ্জ্জাঘৰ শোভা কৰি থকা আমাৰ মাৰিয়ামক কেতিয়াবা দীক্ষা দিয়া হৈছিল জানো ? আৰু এটা মোজেছৰ মূৰ্ত্তি কাটিবলৈ মাইকেল এঞ্জেলোৰ কি সত্ব আছিল ? আৰু খ্ৰীষ্টিয়ানৰ গীৰ্জ্জাঘৰতেই এইটোবা থিয় হৈ আছে কিয় ?" কথা কবলৈ অতিশয় উত্তেজিত হৈ থকা পুৰুহিত জনলৈ স্থিৰ ভাবে কিছুসময় চাই থাকি তাৰ পাছত ধীৰ ভাবে ক'লে—"মূৰ্খ, দুৰ্ভগীয়া কুসংস্কাৰপূৰ্ণ ভুল পথে চালিত নিৰ্ব্বোধ !"

ক্ষীপ্ৰগতিৰে ঘূৰি কোঠাটোৰ পৰা ওলায় আহোঁতে দুৱাৰ মুখৰ পৰা কথা শুনি থকা গট্‌লেইবক একপ্ৰকাৰ খুন্দামাৰি থৈ তেওঁ গ'লগৈ।

কিছুপৰৰ পাছত যেতিয়া তেওঁ ঘৰ পাইছিলহি তেতিয়া চেচিলিয়ে তেওঁ অসুস্থ বুলি হে ভাবিলে।

"তোমাক চোন প্ৰেতৰ দৰে লাগিছে। ঘটনাটো কি ?"

ক্ৰোধত থক্ থক্ কৰে কঁপি যাজকৰ তালৈ যোৱাৰ কথাটো আৰু এইটো বিপদজনক ভাবে শেষ হোৱাৰ কথা ক'লে।

"তুমি···তুমি কলানে মহামান্য ধৰ্ম্মাধিকাৰক মূৰ্খ বুলি ?" চেচিলিয়ে তেওঁলৈ হতাশজনকভাবে অবিশ্বাসেৰে চাই সুধিলে।

"এৰা, মই কলো।" নিৰ্ব্বিকাৰ সুৰেৰে তেওঁ ক'লে যদিও তেওঁৰ চকুজুৰিয়ে মিনতি কৰিছিল। তেওঁৰ কাম চেচিলিয়ে সমৰ্থন নকৰিলেও তেওঁক বুজিবৰ কাৰণে।

"মোৰ যে এটা সজ উদ্দেশ্য আছিল তুমি নেভাবা জানো ?"

আধা মেলখোৱা মুখৰ তলৰ ওঁঠখন আঙুলিৰে স্পৰ্শ কৰি চেচিলি

তেওঁৰ ওচৰত থিয় হৈ ৰ'ল।

খন্তেক পৰ নিস্তব্ধতাৰ মাজত পূৰ্ব্বে যেন তেওঁক কাহানিও দেখা নাই এনেধৰনে তেওঁলৈ চাই থাকি পাছত ৰুদ্ধশ্বাসেৰে ক'লে "কেনেকৈ তুমি পাৰিলা, কেনেকৈ তুমি এনে কাম কৰিব পাৰিলা ?"

"আৰু তেওঁ নো মোক তেনেকৈ ক'বলৈ কেনেকৈ সাহস কৰিলে ?" চেঁচিলিয়ে সুশুনিলে, "কেনেকৈ তুমি যাজক হেগেনক অপমান কৰিব পাৰিলা ?"

ক্রোধত তেওঁৰ হাতৰ মুঠি দৃঢ় হ'ল। তেওঁ নুবুজিলে, বুজিবলৈ নিবিচাৰিলে……

"যদি কাৰোবাক অপমান কৰা হয় সেইয়া মইয়েই বুলি তুমি নেভাবানে বাৰু ? সেই কথা মোৰ পত্নীয়ে বুজি পোৱাটো মই আশা কৰা উচিত !"

"এইয়া তুমিহে যি মূৰ্খ। এৰা, এটা মূৰ্খ ! মাত্র এটা মূৰ্খইহে যাজক হেগেনক অপমান কৰিব পাৰে। তুমি সুখী হৈছা বুলি মই আশা কৰিছোঁ। এই চহৰত এতিয়া তোমাৰ দুজন বৈৰী হ'ল। শ্ৰীকূৰ্গেৰি আৰু ধৰ্ম্মাধিকাৰ। তেওঁবিলাকে তোমাক কেতিয়াও ক্ষমা নকৰে।" তেওঁ উদ্যমহীন ভয়াবহতাৰে কোৱা কথাবোৰৰ প্ৰত্যেকটো শব্দই তেওঁক আঘাত কৰিলে একোডোখৰ শিলৰ দৰে।

"তেওঁবিলাকে সেইয়া কৰা মই আশাও কৰা নাই।" তেওঁ উপহাসেৰে ক'লে। "খ্ৰীষ্টিয়ানে কাচিৎহে এনে কৰে।"

তেওঁলৈ অলপ সময় চেচিলিয়ে চাই ৰ'ওঁতে ওঁঠ জুৰি তেওঁৰ কঁপিছিল, কথা কবলৈও তেওঁ অপাৰগ হৈছিল। অকস্মাতে অত্যধিক ভৰ পৰা জৰী এলাডৰ দৰে তেওঁৰ চেপা উত্তেজনা ভঙ্গ হ'ল। প্ৰবল ভাবে তেওঁ উচুপি উচুপি কান্দিলে। বিনাই বিনাই তেওঁ ক'লে "তোমাৰ কি হ'ল মই নেজানো। সেই গীত আমাৰ ঘৰত সোমোৱাৰ পৰাই তুমি এনেধৰণৰ কামবোৰ কৰিবলৈ লৈছা। যেন তুমি নিজতে নাই। তুমি আমাক ধ্বংশ কৰিব খুজিছানেকি ? তুমি তাকে বিচাৰিছা হয়তো।" চকুলোৰে তিতি থকা মুখখন তেওঁৰ ফালে তুলি চাই ক'লে "তুমি

ইয়াকেই কৰিব খুজিছানে। আমাক সকলোকে ধ্বংশ কৰি পেলোৱা —এই চহৰ খনৰ পৰা আমি নিৰ্ব্বাসিতহৈ যোৱা তুমি বিচাৰিছা নেকি ?"

বেজাৰত এতিয়া অশ্ৰুৱনী হৈ থকা চেচিলিৰ মনোৰম মুখ কান্তিলৈ চাওঁতে তেওঁৰ হাতৰ দৃঢ় মুঠি ঢিলা হ'ল। খঙ তেওঁৰ জামৰিল। মাত্ৰ আছিল ক্লান্তি, তেওঁৰ ইমান ক্লান্তি হৈছিল যে গাৰ পোছাকো গধুৰ যেন লাগিল। তেওঁ কেতিয়াও নুবুজিব, মাত্ৰ মহৎ প্ৰেমেহে তেওঁক বুজাব পাৰিব......

চকুজুৰিৰ ওপৰেদি হাতখন মোহাৰি তেওঁ ক'লে "চেচিলি অনুগ্ৰহ কৰি মোক অকলে থাকিবলৈ দিয়াচোন।" তেওঁ খিড়িকীখনৰ ওচৰলৈ আহি বাহিৰৰ আগন্তুক নিশাটোলৈ চাই পুনৰ ক'লে "অনুগ্ৰহ কৰি মোক অকলৈ এৰি দিয়া।"

সেই গধূলি এই বিষয়ে তেওঁবিলাকে আৰু অধিক কথা নেপাতিলে। স্বাভাবিক ভাবে কাম কৰিবলৈ এটা যত্নৰে সৈতে তেওঁবিলাকে চালে। কিন্তু এতিয়া বিস্ফোৰণৰ পাছত ধোঁৱা থকাৰ দৰে তেওঁবিলাকৰ মাজত অসন্তোষ ওলমি আছিল। নিস্তব্ধতাই লাভ কৰিছে এক নব-নিবিড়তা, তিক্ততাৰ এক নব প্ৰণালী। সুদীৰ্ঘ কাল জুৰি গোপনে ৰখা তেওঁবিলাকৰ মনোমালিন্য শেহান্তৰত মুকলিলৈ আহিল। তেওঁবিলাকৰ কথা বাৰ্ত্তা-বোৰ ক্ৰমাৎ ফুচফুচনিৰ দৰে হৈ পৰাত আৰু ইজনে সিজনৰ দৃষ্টিৰ পৰা আলৰি কটাত এনে লাগিছিল যেন ঘৰখনত কোনোবা ৰোগত সাংঘাতিক ভাবে অক্ৰান্ত হৈছে।

তেওঁ চেচিলিৰ নিৰস প্ৰত্যুত্তৰহীন ওঁঠখনত ৰাতিটোৰ কাৰণে বিদায় লৈ চুমা খোৱাৰ পাচত তেওঁৰ গালখনে গাৰুত মূৰটো থোৱা মাত্ৰকে আচৰিত ভাবে তেওঁৰ টোপনি আহিল।

তেওঁ যেতিয়া সাৰ পাইছিল চেচিলিক শোৱা পাটীত তেওঁ নেদেখি আচৰিত নহ'ল। কেনেবাকৈ এইটো তেওঁ আশা কৰিছিল। তাৰ পাছত তেওঁৰ মনত পৰিল সেইদিনা দেওবাৰ বুলি। লৰা-ছোৱালীবোৰ লগত লৈ চেচিলি গীৰ্জ্জালৈ গ'ল।

অৱশ্যে এইটো দেওয়াৰ আছিল। পুৰুহিতজনে তেওঁৰ উপদেশবাণী লিখিছিল মনত পৰেনে ?···আৰু ভগবানৰ আঙুৰ বনৰ নম্ৰ মজুৰজনে তেওঁৰ আগমনক সাদৰ অভিনন্দন জনাইছিল দিনটোৰ কামৰ মাজত সুন্দৰ বিৰতি হিচাবে···হঠাতে এটা চমকপ্ৰদ স্পষ্টতাৰে তালৈ ঘোৱাৰ বিষয়টো তেওঁৰ স্মৰণ হ'ল। খণ্ডৰ ভাবটো আনিবলৈ তেওঁ পুনৰ চেষ্টা কৰিলে, কিন্তু কেনেবাকৈ স্মৃতিয়ে তাৰ নখবোৰ হেৰুৱাইছিল।

যদিহে যাজকে নিউ টেষ্টামেনখন সম্পূৰ্ণ ভাবে খ্ৰীষ্টিয়ানৰ বুলি ভাবিছিল তেন্তে সেইটো ঠিক আছিল। কিয় তেওঁচোন তাক সকলো ৰকমেই আদৰি ললেহেতেন। সেই বিষয়ে পুৰণিখনো···ডেভিদৰ প্ৰাৰ্থনা আৰু মাইকেল এঞ্জেলোৰ মোজেছ লৈ যুক্তিতৰ্ক আৰম্ভ কৰা কেনে অবান্তৰ কথা হ'ল! যদিহে প্ৰিয় পুৰুহিতজনে তেওঁৰ কোৰাচ ধাৰলৈ নিদিলেহেতেঁন সেইটোও ভাল আছিল, যদিহে তেওঁ ভালপোৱা নাছিল পবিত্ৰ এটা প্ৰাৰ্থনা গীত এজন অখ্ৰীষ্টিয়ানে পৰিচালনা কৰা ভাবটো। যদি ভাল পোৱা নাছিল—এৰা, প্ৰত্যেক লোকৰে নিজৰ মতৰ ওপৰত অধিকাৰ আছে, এই বিষয়ে কোনোৱেই একো কৰিব নোৱাৰে। প্ৰকৃততে গোটেই বিষয়টোৱেই হাস্যকৰ হ'ল। চেচিলিৰ কথা ঠিক আছিল। এই সঙ্গীতটোৱে তেওঁৰ জীৱনত অত্যধিক স্থান লব'লৈ আৰম্ভ কৰিছে, তেওঁ যৎপৰোনাস্তি চেষ্টা কৰিলে, আৰু অধিক ভাবে কৰিলে এই দুৰ্ভগীয়া 'জোহান চেবাষ্টিয়ান বাচৰ' বাবে। বোৰ্ডৰ ওচৰলৈ তেওঁ আগবাঢ়ি গৈছিল, যাজকজনৰ ওচৰলৈ তেওঁ আগবাঢ়ি গৈছিল। কোনোৱেই এই গীতৰ প্ৰতি মন দিয়া দেখা নগ'ল আৰু তেওঁবিলাকৰ ওপৰত অধিক ভাবে চাপ দিব তেওঁ পাৰিলেহেতেন জানো ? তাৰোপৰি তেওঁ নিজলৈ বিপদ মাতিব নোৱাৰে। কোনোবা এজনে এশবছৰ আগতে এটা উৎকৃষ্ট প্ৰাৰ্থনা গীত লেখিছিল কাৰণেই তেওঁ চহৰ খনৰ প্ৰত্যেককে শত্ৰু কৰি লব নোৱাঁৰে। তেওঁৰ শ্বহীদ হ'বৰ ইচ্ছা নাই। নাই, তোমাক ধন্যবাদ···

গোটেই ঘটনাটোৰ চেচিলিৰ মনৰ ভাবটোৱেই হ'ল দুখজনক অংশ। ফেলিক্সৰ অনুভৱতকৈ চেচিলি যেন আনলোকৰ মতামতৰ বাবেহে অধিক

সচেতন এই কথা প্ৰমাণ কৰিলে। যি সকল লোকে তুমি কেনে ভুল কৰিছিলা এই কথা কৈ তোমাক মৰম কৰি দেখুৱায় সেই সকলৰ ভিতৰতে চেচিলিও এগৰাকী। যি সকল বন্ধুৱে খোলাখুলিকৈ তোমাৰ লগত কথা পতাৰ বিষয়ে দঢ়াই দঢ়াই কয় আৰু তাৰ পাছত তেওঁবিলাক তোমাৰ বন্ধু আৰু যি কোনো উপায়েৰেও হওক স্পষ্টবাদী হ'ব লাগিব এই অযুহাত দেখুৱায়—তেতিয়া তেওঁবিলাকে তোমাক সকলোতকৈ নিৰানন্দ জনক কথাটো ক'বলৈ আগ বাঢ়িব।...এৰা চেচিলি তেনেধৰণৰ...তেওঁ ভাবিছিল তুমি যিকোনো লোকৰ ওচৰত ক্ষমা খুজিবা, ঘটনাক্ৰমে যদি তোমাক তেওঁ গছকিও যায়।

সম্ভৱ সেইটোৱেই খ্ৰীষ্টিয়ানৰ ৰীতি 'আনখন গাল'ৰ উপদেশাৱলী। এৰা তেওঁ এইটো ভাল পোৱা নাছিল, তিলমানো ভাল পোৱা নাছিল। এইটো বৰ জ্ঞানীৰ কথা নাছিল, আৰু এইটোৱে আঘাত দিছিল। বিশেষকৈ এইখন আছিল তোমাৰ গাল, যিখন ওভতাই পাতি দিয়া হৈছিল...চেচিলিয়ে এই দৰে নকলেও হয়তো তেওঁ আশা কৰিছে ফেলিক্স ৰাজকুজনৰ ওচৰলৈ গৈ ক্ষমা খুজিবগৈ লাগে। এৰা, চেচিলিয়ে অপেক্ষা কৰিব পাৰে..."আৰু এই সমগ্ৰ বিষয়টো ৰসাতলত ডুবক।" ভয়ঙ্কৰ ভাবে ঘণ্টাৰ জৰীডাল জোকাৰি তেওঁ চিঞৰি ক'লে। খিড়িকীয়েদি তেওঁ বাহিৰলৈ চালে এৰা অন্ততঃ বৰষুণ দিয়া নাই। আচলতে দিনটো মনোৰম আছিল। শৰৎকালৰ অমুজ্জলতাৰ মাজত অপ্ৰত্যাশিত ভাবে আহি পৰা অক্টোবৰ মাহৰ এটা সোণালী দিন আছিল এইটো। ই তোমাক সোঁৱৰাই দিছিল বহু আগতে বিদায়ী হোৱা এক বন্ধুৰ স্নেহপূৰ্ণ আনন্দময় বতৰাৰ দৰে...

দুৱাৰখন মুকলি হ'ল আৰু গুস্তভক দেখি তেওঁ আচৰিত হ'ল।

"আইদেৱেৰহঁত বাগীত জানো গীৰ্জ্জালৈ যোৱা নাই?"

"নাই যোৱা, তেখেতে খোজকাঢ়ি যাব বুলি ক'লে।" গুস্তভে কোৱা কথাৰ সুৰত বিষণ্ণভাব আছিল। ফেলিক্সক যেন সি সঙ্কেত হে দিলে।

তীব্ৰভাবে তেওঁ সুধিলে "হৈছে কি?"

"একো হোৱা নাই, বোপা।"

"বোবা হৈ দেখুউৱাৰ ভাও ধৰা বন্ধ কৰা। ভাও ধৰা তুমি বন্ধ কৰিবানে ?"

নিজৰ কথাৰ সুৰৰ তীব্ৰতা শুনি তেওঁ নিজেই উচাপ খালে।

"কিবা ভুল হৈছে যেন—এইটো কি—তোমাক কেথেৰিনে বিৰক্ত কৰিছেনেকি ?"

"নাই কৰা বোপা, কোনো তিৰোতাৰ পৰা অধিক আশা কৰা মেবায় —"কথাবোৰ এক দীৰ্ঘ যন্ত্ৰণাৰ জোকাৰনিৰে শেষ হ'ল।

অধৈৰ্য্য হৈ ফেলিস্কে ক'লে "এৰা, তেন্তে এইটো কি ? তুমি বাক অসুস্থনেকি ?"

বুঢা ভৃত্যজনে মুৰটো জোকাৰি মাতটো সৰু কৰি ক'লে—

"মানুহবোৰে কোৱা মেলা কৰা শুনিছোঁ—ইয়াত জুলুম হৈছে।"

"তুমিনো কেনেকৈ জানিলা ?"

"মই গৈ গাখীৰৰ দোকানত সোমাওঁতে কথা কোৱা প্ৰত্যেকেই বন্ধ কৰিলে।"

"সিহঁতে নো কি বিষয়ে কথা পাতিছিল তেন্তে তুমি জানিবলৈ নেপালা ?"

"মোৰ পিছফালে হোৱা সিহঁতৰ ফুচফুচনি মই শুনিলো।"

"সিহঁতে কি ক'লে, ঈশ্বৰৰ দোহাই কৈ যোৱা।"

"আপুনি হেনো ধৰ্ম্মাধিকাৰক অপমান কৰিলে ?" সিহঁতে কোৱামেলা কৰিছিল।

ফেলিস্কে হাঁহি কলে "কিয় এইয়া চোন তেওঁহে যি"—তেওঁ আত্ম-সংবৰণ কৰিলে, "কিহ'ব তুমি মানুহৰ কথা কোৱা বন্ধ কৰিব নোৱাৰা। আৰু সকলোতকৈ সুন্দৰ কথা হ'ল—যি কথা সিহঁতে নেজানে তাকে আলোচনা কৰিহে সিহঁত অধিক তৃপ্ত হয়—ৰাজনীতি আৰু মানুহৰ ব্যক্তি-গত জীৱন। নিশ্চয় হবলৈ খেপিয়াই তেওঁ কথাষাৰ অসম্পূৰ্ণ ভাবে ক'লে "মই যে কেতিয়াও কাকো অপমান কৰা নাই এই কথা জানিবলৈ তুমি মোক বহুদিনৰ পৰাই চিনি পাইছা—মাননীয় ধৰ্ম্মাধিকাৰৰ কথাই নাই……"

তাৰ সলনি তেওঁ গুস্তভৰ চাৱনি দেখি ক্ষুব্ধ হ'ল—চাৱনিত আছিল ভুলে-ভ্ৰান্তিয়ে ভুমিয়েই মোৰ প্ৰভূ—গভীৰ অনুৰক্তিৰ চাৱনি। "যেই হওক, সিইঁতে যি কৈছে তাৰ বাবে মই সিইঁতক অভিশাপ নিদিওঁ," খপহকৈ পুনৰ ক'লে "মোৰ চাহ-জলপান আনাগৈ।"

"ভাল বাৰু।"

"আৰু এঘণ্টাৰ ভিতৰত মোৰ ঘোৰঁাটো সাজু কৰাগৈ।" পাছ-কালৰ পৰা গুস্তভক ক'লে। আৰু গীৰ্জ্জাৰ পৰা উভতি অহাৰ পাছত আইদেৰাক কৰা যাতে আজি নিশা মোৰ খোৱাৰ কাৰণে আশা নকৰে।

তেওঁ মন কৰিলে যে তেওঁৰ খাবলৈ হেঁপাঁহ নাইকিয়া হ'ল। জল-পানৰ কাঁহীখন শোৱা পাটীৰ ওপৰতে থৈ তেওঁ উঠিল। লৰালৰিকৈ ঘোৰঁাত উঠা সাজকাপোৰ যোৰ পিন্ধি তেওঁ ওমলা ঘৰটোলৈ আহিল। জীয়েক মেৰীয়ে মজিয়াৰ ওপৰত বহি একান্তমনেৰে তাইৰ পুতলা মীনাৰ লগত কথা পাতিছিল। তেওঁ খন্তেক পৰ সেই মাটিৰ কণমান পুতলাটোক ভৎৰ্সনা কৰি তাই খাবলৈ জোৰ কৰা দৃশ্যটো চালে। তেওঁৰ ডিঙিটো টান হৈ যোৱা আৰু চকুজুৰি সেমেকি পৰা যেন লাগিল। হঠাতে মেৰীয়ে তাইৰ সোণালী চুলিকোচাৰে শোভিত হৈ থকা মুৰটো ঘূৰায় দেউতাকলৈ চালে। তাই পুতলাটো থাপ মাৰি কোলাত লৈ দেউতাকৰ ওচৰলৈ লৰি গ'ল।

ততালিকে দুয়ো নিমগ্ন হ'ল গভীৰ ভাবে কথোপকথনত।

মীনাৰ অসৎ আচৰণ আৰু মীনাই খাবলৈ আপত্তি কৰাটোৱেই আছিল বিষয়টো।

"কিন্তু, মইনাজনী," তেওঁ আপত্তি কৰি ক'লে "আহাৰ খাবলৈ চোন এতিয়া বৰ সোনকালহে আছে। তাই জানো পুৱাৰ জলপান খালে ?"

"হয়তো, তাইৰ পুৱাৰ জলপান খোৱা হৈ গ'ল চোন।"

খন্তেকে মেৰীয়ে উত্তৰ দিলে। দেউতাই ভাবেনেকি যে তাই মীনাক ভোকত ৰাখিছে ? "কিন্তু তাই জলপান কেতিয়াবাই খালে।"

"কিমান পৰ হ'ল বাক ?"

তাই পাঁচ মিনিট হোৱা বুলি ক'লে আৰু আকৌ তেওঁ বিস্ময় মানিলে সময়ৰ বিষয়ে শিশুৰ অজ্ঞতা দেখি। তেওঁ তাইক যুক্তি দেখুৱাবলৈ চেষ্টা কৰিলে মীনাৰ সম্ভৱ ভোক নেলাগিব পাৰে। মেৰীয়ে তেওঁলৈ অদ্ভুত ভাবে এক ৰকম অভিভাৱকত্বৰ দৰে চালে—যেন তেওঁৰ বেচি জ্ঞান নাই, তাইৰ কেচুৱাটোৰ কাৰণে কি ভাল তেওঁতকৈ তাইহে অধিক জানে। অকস্মাতে তাইৰ মনোযোগ হৰণ কৰিলে ফেলিক্সৰ চক্‌চকীয়া ঘোড়াত উঠা বুত জোৰত দেখা পোৱা তাইৰ প্ৰতিবিম্বটোৱে। তাইৰ বিস্ময়ৰ সীমা নৰ'ল আৰু প্ৰশ্নৰ শেষ নহ'ল। মোহ মুগ্ধ এটা অনুভৱ লৈ তেওঁ গ'লগৈ, তেওঁৰ এনে লাগিল কোনো কালে শেষ নোহোৱা উত্তেজনা আৰু নিৰ্দোষিতাৰ এখন মকৰা জালৰ জগতত হে তেওঁ সোমাযছিলহি! গালত তাইৰ চেচাঁ ওঠৰ পৰশ তেওঁ এতিয়াও অনুভৱ কৰি আছিল। কাণত বাজি আছিল তাইৰ হাঁহিৰ ধ্বনি। শিশুৰ হাঁহিতকৈ অধিক সুৱলা কিবা ধ্বনি আছেনে ?

তেওঁ ঘোঁৰা দ্ৰুত গতিৰে চহৰৰ মাজেৰে দৌৰি 'গ্ৰীমা গেট' পাৰ হৈ গ'ল। এই ডোখৰ ঠাই সাধাৰণতে কোঢাল হৈ থাকে। চাৰিও ফালৰ পৰা অহা গাঁৱৰ উৎপন্ন দ্ৰব্যৰ গাড়ীবোৰ এই খিনিলৈকে আহিছিল। তেওঁ সোনকালেই চহৰৰ পৰা বাজলৈ ওলায় গ'ল। এটা চাৰি আলিৰ মূৰত ঘূৰি তেওঁ হাৰ্মেন স্মীডৰ ফাৰ্ম থকা সেই বোড্‌নাটজৰ ফালে গ'ল।

সপ্তাহটোত হোৱা বৰষুণ জাকৰ পৰা মাটিডোখৰ তেতিয়াও পানীৰে সেমেকি আছিল। ঘোঁৰাৰ কদমৰ নিৰস ধ্বনিয়ে তেওঁৰ মনত ভাঁহি ফুৰা ভাববোৰক পুষ্ট কৰি তুলিছিল। পাতল কুঁৱলীয়ে আবৰি আছিল আহিন মহীয়াৰ সোণভৰা সূৰ্য্যটোক। মনোৰম শৰৎকালৰ সেই বন বিৰিখৰ আঁৰে আঁৰে দেখা গৈছিল ফাৰ্মখন। অত্যধিক ক্লান্তিত মাজে সময়ে সৰি পৰিছিল একোখিলা বিৰ্বণ পাত।

লিপজিগৰ পৰা ওলায় অহাটো ভুল হৈছে—সেই গুজৰ ৰতনা কৰা জিভা বোৰৰ পৰা আতৰি অহাটো। কোনো সময়ত গাছ গছনি

যোৰ মানুহতকৈ ভাল সঙ্গী হয়। সিইঁতে তোমাক শিকাব নিৰৱতাৰ মূল্য। মানুহে কথা কয় অধিক আৰু সৃষ্টি কৰে শব্দৰ দুৰ্গন্ধ যি বোৰ চহৰবোৰত ওপঙি থাকে বিৰক্তিজনক কুঁৱলিৰ দৰে। পোহনীয়া কুকুৰাৰ ডাক, চৰাইৰ কাকলি আৰু পথাৰত ফুলি থকা ফুলৰ সুগন্ধিৰে সুন্দৰ হৈ থকা গাৱঁৰ বতাহ পুনৰ লবলৈ পায় তেওঁৰ ভাল লাগিল।

আলিবাটৰ পৰা ফাটিযোৱা এটা ঘাহনিৰ বাটেদি ঘূৰোঁতে তেওঁ দেখিলে স্কীমিডৰ ফাৰ্মখন। বুজনভাবে আৰু চিত্ৰবৎ মেৰামতি হীন হৈ থকা অবস্থাৰ এখন বিশাল গৃহস্থালী আছিল। এইটো গঠিত হৈছিল এটা প্ৰধান চাপৰ প্ৰসাদেৰে সৈতে। ইয়াত আছিল থাকিবলৈ যথেষ্ট ঠাই, কেইবাটাও ভড়াল ঘৰ, গোহালি, ঘোৰাশাল, আৰু বিভিন্ন নামৰ আন আন খোটালী সমূহ। এসময়ত এই ফাৰ্মখন জমিদাৰৰ ষ্টেটৰ অংশ আছিল। আৰু অস্পষ্ট ভাবে স্কীমিডে কোৱা ফেলিস্কৰ মনত পৰিল কেনেকৈ তেওঁৰ এজন আণ্ডুৰ খেতিয়ক দেউতাকে এইটোৰ অধিকাৰ লাভ কৰিছিল কিছুমান কুশলী আৰু আইন সঙ্গত চতুৰালিৰ মাজেৰে। ফাৰ্মৰ যি লাভেই নহওক লাগে স্কীমিডে একো লাভ নেপাইছিল। কিন্তু তেওঁৰ মনে বাচিলোৱা পত্নী জাট্ৰুডৰ লগত তেওঁ সকলো সময়তে কাজিয়া কৰি তেওঁৰ লগতেই দিন অতি বাহিত কৰাৰ আশা লালন কৰিছিল।

ঘৰৰ চোতাললৈ সোমায় অহাৰ সঙ্কেট দিলে এজাক উত্তেজিত হৈ থকা কুকুৰা চৰাইয়ে ইফালে সিফালে ছেদেলি ভেদেলি হৈ চিঞৰি বাখৰি। বৰ ঘৰটোৰ এখন দুৱাৰ মুকলি হ'ল আৰু জাট্ৰুডৰ জোন যেন মুখখনি দেখা গ'ল দুৱাৰ মুখত। কিবা যেন এক অপাৰ্থিব বস্তুহে দেখিছে এনেদৰে আচৰিত হৈ হাত দুখন চাপৰিৰ দৰে কৰি তেওঁ ডাঙৰকৈ ক'লে "ডাঙৰীয়া ডাইৰেক্টৰ চোন! হাৰ্মেন বেগেতে আহাঁ। ডাইৰেক্টৰ ইয়ালৈ আহিছে" দুৱাৰখন হাতেৰে তেওঁ নিজৰ সাজটোৰ সুবৃহৎ ঘেৰটো খামুচি ধৰি তেওঁ ফেলিস্কৰ ফালে দৌৰি গ'ল। কোট চোলাটো পিন্ধি থাকি তেওঁক অনুসৰণ কৰিলে হাৰ্মেনে। এক শান্তিপূৰ্ণ নিশা অৱসানৰ পৰা তেওঁ বিলাক যে উঠি আহিছিল এইটো কট

কটিয়াকৈ বুজা গৈছিল। স্কীমিডৰ এজন জ্ঞাতি ভাই ৰন্ধামুৰীয়া ভেকাই আহি ঘোঁৰাটো লৈ গ'লহি। উত্তেজনা ভৰা প্ৰশ্নৰ মাজত ফেলিক্সে বাৰীৰ প্ৰাঙ্গন পাৰ হৈ ঘৰটো পালেহি। একোণত আছিল এটা বিশাল চিমনি, আৰু আন কোণত থকা এটা সুবৃহৎ চৌকাই বৰ ঘৰটোৰ তলৰ মহলাৰ সৰহ অংশ আবৰি আছিল। খোটালীটো বিশাল আছিল।

এইটো বন্ধা হৈছিল সেকা মাটিৰ টুকৰাৰে। বগা চুন কাম কৰা দেৱাল খন সজাই থোৱা আছিল ৰন্ধনৰ অলেখ ধাতুৰ পাত্ৰৰে। নিৰ্জ্জন কোণত সৰু সৰু খিড়িকীবোৰত আঁৰি থোৱা হৈছিল বিচিত্ৰ আঁচটনা পৰ্দ্দা। ওপৰলৈ উঠি যাবলৈ আছিল ইয়াত এটা কাঠৰ খট্‌খটি।

জুহালৰ ওচৰত নিজৰ আসন খনত বহি স্কীমিডে ক'লে "ঠিক আমি দুজনৰ কাৰণে এইটো অলপ ডাঙৰ হৈছে। কিন্তু অন্ততঃ মই আৰু মোৰ পৰিবাৰ ইজনে সিজনৰ ওচৰলৈ দৌৰি নেযাওঁ। আগৰ দিনত এই ফাৰ্ম যেতিয়া জমিদাৰৰ ষ্টেটৰ অংশ আছিল, ফাৰ্মৰ কৰ্ম্মচাৰী আৰু পথাৰত কাম কৰা খেতিয়ক সকলে ইয়াতে ভোজন কৰিছিল। মোৰ দেউতাই কোৱা শুনিছিলো যে এই খোটালীটোত এশজন লোকক তেওঁবিলাকে অভ্যৰ্থনা কৰিছিল।

"যি কোনো সময়তে আপোনাৰ ইয়ালৈ আহিবলৈ মন গ'লে আপুনি মাত্ৰ আহিব" জাট্ৰিডৰ কণ্ঠস্বৰ খোটালীৰ একোণৰ ৰান্ধনী শালৰ শেষ প্ৰান্তৰৰ আন এটা গ্ৰহৰ পৰা অহাৰ দৰে ওপঙি আহিল "যদিহে আপুনি আমাৰ গাঁৱলীয়া সাধাৰণ আহাৰ খাবলৈ বেয়া নেপায়।"

"আৰু আপুনি যিমান ইচ্ছা কৰে সিমান দিন ইয়াত থাকিব পাৰিব"—প্ৰসাদটোৰ গৰাকীৰ সুৰ বাহুল্য কৰি স্কীমিডে ক'লে। আকৌ ক'লে "আৰু আপোনাৰ যিমান মন যায় সিমান লোক ইয়ালৈ আনিব পাৰিব," পাছত চিন্তা কৰি কলে "ওপৰ মহলাত খোটালী আছে।" তেওঁৰ কথাৰ সুৰত প্ৰকাশ হ'ল যে ইচ্ছা কৰিলে বহুত অনুচৰ লৈ ফেলিক্স ভালে·আহিব পাৰে। এই সহজ সৰল লোকৰ প্ৰাণভৰা মৰম চেনেহত ফেলিক্সে স্বস্তি অনুভৱ কৰিলে। তেওঁৰ স্নায়ু সমূহ শান্ত হ'ল।

পুৰণি কলীয়া এটা সুৰা পত্ৰৰ পৰা কিছু সময় জুৰি ফটিকা পি হাৰ্মেনৰ সৈতে লঘু কথাবতৰা পাতিলে। এমাইল আৰ্তঁৰভ আপোন মনে গুণগুণায় আইদেউ স্কীমিডে বন্ধা বঢ়া কৰি আছিল। ইয়াত বিৰাজ কৰিছিল এক বন্ধুত্ব পূৰ্ণ নিৰৱতা। মাজে সময়ে খিড়িকীয়েদি সোমাই আহিছিল একোখিলা সৰাপাত। অস্তগামী সূৰুযৰ বিপৰীতে ক'লা বৰণীৰা দৰে থিৰ হৈ আছিল বৃক্ষ পৰ্ণ ৰাজি। অনুমান হ'ল যেন বহু আৰ্তঁৰত লিপাজগ্, উপবাতৰি বোৰ, হিংসা ভৰা গুজৰ বোৰ—।

বহু সময় মনে মনে থকাৰ পাছত ফেলিস্কে ক'লে "ইয়ালৈ আহি মই সুখী হৈছো।"

বুঢ়া বাঁহী বাদক জনে এঢোক মদ পি লাহেকৈ ওঠৰ পিঠিৰে ফেনবোৰ মোহাৰি কিছুসময় জুই কুৰালৈ চাই থাকি শান্ত ভাবে ক'লে "কেতিয়াবা এনে একোটা সময় আহে যেতিয়া আপুনি এক মিনিটো মানুহ জাতিলৈ চাব পৰাটোও সহিব নোৱাৰা হয়, আনকি আপোনাৰ প্ৰিয়জন সকলকো। সেই কাৰণেই ৰবিবাৰে মই ইয়ালৈ আহোঁ।

"এইখন ঠাই আপুনি লাভ কৰাৰ কাৰণে ভাগ্যবান।" হাৰ্মেনে অৱশেষত এই সাধাৰণ কথাটোতে এই নিস্তব্ধতাত সৃষ্টি কৰিলে বিশৃঙ্খলতা। শেহান্তৰত এই বিষয়ে তেওঁ মনস্থিৰ কৰা যেন অনুমান হ'ল। কিছু সাড়ম্বৰ ভাবে নৈতিক উপদেশ দিয়াৰ দৰে তেওঁ ক'লে "খন্তেক নিৰলে থাকিবলৈ নিজৰ বাবে এডোখৰ ঠাই থকা উচিত।"

স্পষ্ট ভাবে তেওঁ নিজৰ পত্নীক নিজৰে এক অংশ নাইবা এডোখৰ কঠিন মাল বুলি ভাবিছিল যি তেওঁৰ নিঃসঙ্গতাত কোনো ৰকমেই আমনি নিদিছিল। ফেলিস্কে তেওঁ কি অৰ্থ কৰিছে বুজিলে আৰু এই বিষয়টো লৈ অধিক পৰিশ্ৰম নকৰিলে।

ফ্ৰাউ স্কীমিডে বন্ধা আহাৰ খাবলৈ নৱহালৈকে সময়বোৰ এই দৰেই পাৰ হ'ল। আহাৰত ৰুচ হোৱা দেখি ফেলিস্কৰ নিজৰে আচৰিত লাগিল, আৰু গৃহিনীৰ এইবাৰে আনন্দ লাগিল। তেওঁৰ সজাগ বক্তিমাভ মুখমণ্ডলত কৃতজ্ঞতাৰ হাঁহি বিৰিঙি উঠিল। তেওঁ ফেলিস্কৰ পাতত পুনৰ

ব্যঞ্জন দিওঁতে তেওঁ স্বামীলৈ ঘুৰি চাই ক'লে "দেখিছানে আমাৰ ডাই-ৰেক্‌টৰে মোৰ ৰন্ধাত জুতি পাইছ হাৰ্মেন ?" গৰ্ব্বত তেওঁ চকুজুৰিত বিৰিঙি উঠিল জিলিঙনি। মেজত থকা চৰ্ব্বিৰ ঢুডাল মমৰ পোহৰত তেওঁক দেখাত লাগিছিল কল্যাণ কামী জাৰ্ম্মান মাতৃ যেন। কাইঁথন তেতিয়াও হাতত লৈ থাকিয়েই হঠাতে ফেলিক্সৰ পিনে ঘূৰি তেওঁ ক'লে "আজি নিশালৈ আপুনিনো ইয়াতেই থাকি নেযায় কিয় ডাইৰেক্টৰ ? চহৰত নিশাৰ বতাহবোৰ ব্যাধি আৰু ধোৱাঁৰে আচ্ছন্ন হৈ থাকে, কিন্তু ইয়াত" তেওঁ ওঁঠ জুৰি চুমা খোৱাৰ দৰে কৰিলে "ই এক সুগন্ধি দৰে আৰু হজমত সহায় কৰিব। আপুনি শুব পাৰিব এটি শিশুৰ দৰেই।"

পলকতে এই ভাবটোৰ দ্বাৰা প্ৰলোভিত হৈ তেওঁ ভুল পথে গ'ল। চেচিলিৰ কঠিন ওঁঠ আৰু বিৰক্তিকৰ চাৱনিৰ পৰা আঁতৰত মাত্ৰ নিজৰ বাবেই এটা ৰাতি পাবলৈ ফেলিক্স ব্যাকুল হৈছিল। মৃদু আপত্তি কৰাটো উচিত বুলি ভাবি তেওঁ ক'লে "মই ভাল পালোহেতেন, কিন্তু মোৰ শ্ৰীমতীয়ে আকৌ মোৰ কাৰণে আশা কৰি থাকিব নহয। তেওঁ চিন্তিত হ'ব বুল ভাবিহে মোৰ ভয হৈছে।"

সহনায় উপহাসত জাট্ৰুৰ বুকুখন ওফন্দি উঠিল।

এইটো কোনো সমস্যাই নহয়। পৃথিবীত এইটোৱেই সকলোতকৈ সহজ কথা দেখোন। অ'ত ত'ত সিচঁটি হৈ ফাৰ্মত বাস কৰা থকা হাৰ্মেনৰ কোনোবা এজন সম্বন্ধীয়া ভাযেক অলপ পাছতে চোন চহৰলৈ যাবই। মাননায় ডাইৰেক্টৰে যদি তেওঁৰ ঘোৰাঁটোত উঠি যাবলৈ সেইজন ভায়েকক দিয়ে তেন্তে তেওঁক সম্মান কৰাও হ'ব। তেতিয়া তেওঁ লিপজিগ্‌লৈ উভহিগৈ মেণ্ডেলচনৰ পাৰিবাৰক আশ্বাস দি আহিবগৈ। পুৱালৈ তেওঁবিলাকৰ ছৈ নোহোৱা বাগীখনত স্কামিডৰ লগত মাননীয় ডাইৰেক্টৰো যাব—"যদিহে তেঁখেতে আমাৰ লগত যাবলৈ বেয়া নেপায়।"

তেওঁ অকণমানো বেয়া নেপায়। কিন্তু তেওঁৰ দয়ালু গৃহস্থৰ তেওঁ জানো বোজা নহব ? স্কামিডৰ জোপোহা ভ্ৰু কোচা প্ৰতিবাদত নাচি উঠিল। আৰু জাট্ৰুডে এনেকুৱা ধৰণৰ কথা বতৰা পাতিবলৈ আপত্তি

কৰিলে। তেওঁ ফেলিস্কৰ কথাষাৰৰ উত্তৰ নিদি ক'লে "আৰু আপুনি দেখিব যে আপুনি ভালকৈয়ে শুব পাৰিছে।"

নিশাৰ আহাৰ সমাপ্ত হোৱা দুয়োজন মানুহে আহি যেতিয়া জুইৰ কাষত বহিছিলহি তেতিয়া গৃহিনী ব্যস্ত হৈ পৰিল কাঁহী বাতি সামৰাত। তেওঁবিলাকলৈ আহিছিল এক আনন্দদায়ক জড়তা। যেতিয়া স্কীমিডে হুপিছিল হাকোটা যেন পাইপটো তেতিয়া ফেলিস্কে চাই আছিল এঙাৰ বোৰলৈ। তেওঁৰ বুতজোৰ আছিল জুইশালৰ শিকৰ ওপৰত। কাঠৰ জখলাই দি ওপৰলৈ র্জাটুড উঠি গ'ল। খন্তেকপাছত উভতি আহি জনালেহি যে ওপৰমহলাত সকলো ঠিক কৰি থোৱা হৈছে। ফেলিস্কে তেওঁক পুনৰ ধন্যবাদ দিওঁতে র্জাটুডে গ্ৰাহ্য নকৰি তেওঁক ক্ষমা কৰিবলৈ কৈ মম ডাল হাতত লৈ আকৌ ঘৰটোৰ নিবিড়তাৰ মাজত অন্তৰ্ধান হৈ গ'ল।

আন এটা বিৰতি আহিল তালৈ, তাৰ পাছত হঠাতে ফেলিস্কে দেখিলে স্কীমিডক যাজক জনৰ ওচৰলৈ যোৱাৰ কথা তেওঁ কৈ থকা। "মই জানো মই তেওঁক মূৰ্খ বুলি ক'ব নেলাগিছিল, কিন্তু তেওঁ মোক ইমান ক্ষিপ্ত কৰি তুলিছিল যে মই মোৰ নিজৰ ওপৰতে আধিপত্য হেৰুৱাই পেলালো।" স্কামিডক উৎকণ্ঠিত দেখা গ'ল। তেওঁ বুঢ়া আঙুলিটোৰে চুৰুটৰ নলীডালৰ ধপাতখিনি খুচৰি অৱশেহত ক'লে "বেয়া কাৰবাৰ।" দুঃচিন্তাত ভ্ৰু যুগল তেওঁৰ জোৰা খালে। আতংকেৰে চিন্তিত ভাবে তেওঁ মূৰটো বহু সময় জোকাৰি থাকিল—"তাৰ অৰ্থ হ'ল —জুলুম ডাইৰেক্টৰ।"

"ময়ো সেইটোকে ভাবিছোঁ। আপুনি ভাবেনে—আপুনি ভাবেনে—মই যদি যাওঁ আৰু ক্ষমা খোজোঁগৈ—?"

স্পষ্ট অসমৰ্থতাৰে হাৰ্মেনে এইবাৰ মূৰ জোকাৰিলে—

"এইটো নকৰিব মাননায় ডাইৰেক্টৰ, এইটো নকৰিব।"

"কিয় ?"

প্ৰথমতে তেওঁ আপোনাক গ্ৰহণ কৰিব, দ্বিতীয়তে তেওঁ আপোনাক ক্ষমা নকৰিব। তৃতীয়তে এইটোৱে মানুহৰ মুখ বন্ধ নকৰে। ক্ষন্তেক

পৰ নিৰৱভাবে তেওঁ নলীডাল ছুপি তাৰ পাছত এইডাল তেওঁ মুখৰ পৰা আতৰাই থৈ ফেলিস্কলৈ চালে। "মোক ক্ষমা কৰক ডাইৰেক্টৰ, কিন্তু এইটো. সঙ্গীত—" তেওঁ ইতস্ততঃ কৰিলে আৰু ভাজ খোৱা ভ্ৰূযুগল দুঃচিন্তাত কপালৰ ওপৰত চেপেটা হ'ল—"এই সকলোবোৰ বিপদৰ এইটো যোগ্যনে বাৰু ?" এইবাৰ ধীৰে উত্তৰ দিলে ফেলিস্কে— "মই মেচি একো নেজানো। মই ভাবো এইটো যোগ্য। আচলতে এইটো যোগ্য বুলি মোৰ দৃঢ় ধাৰণা। কিন্তু এইটোৱে মোলৈ বিপদৰ বাহিৰে একো নানে। আনকি মোৰ শ্ৰীমতীয়েও ভাবিছে যে এই বিষয়টো লৈ মই বৰ হাস্যাস্পদ হৈ পৰিছোঁ।" কচ আৰু অসামাজিক ভাবে তেওঁ হাৰ্মেনৰ ফালে ঘূৰিলে। তেওঁৰ মুখমণ্ডল হঠাতে হোৱা যন্ত্ৰণাত উত্তেজিত হৈ পৰিল। "কিন্তু হাৰ্মেন, মোক এটা কথা কবলৈ দিয়ক—তেওঁৰ মাতটো আচৰিত ভাবে বন্ধুত্বপূৰ্ণ আৰু বিষন্ন হৈ পৰিল "মই হাস্যাস্পদ হোৱা নাই। এই মৃত্যু যন্ত্ৰণাৰ প্ৰাৰ্থনা গীতটোৰ দৰে গীত কেতিয়াও কোনেও লিখিব পৰা নাই। মই স্বৰলিপিবোৰ আৰু ইযাৰ প্ৰত্যেকটো আখৰকে পঢ়িছোঁ। আৰু কিহৰ বিষয়ে মই কৈছোঁ জানে।" প্ৰত্যেকটো শব্দৰ অন্তত খন্তেক বৈ বৈ তেওঁ শান্তভাবে পুনৰ কৈ গ'ল—

"এনেকুৱা ধৰণৰ শ্ৰেষ্ঠ গীত কেতিয়াও লিখা নাই—এটা তিক্ত হাঁহিত তেওঁৰ ওঁঠজুৰি চ্ছেদ হৈ গ'ল "আৰু এইটো শুনিবলৈও কোনেও নিবিচাৰিলে।"

হাৰ্মেনে তেওঁৰ মেলা হাতকিখন সশব্দে আঠুৰ ওপৰত থৈ তেওঁলৈ চাই ক'লে "আপোনাৰ প্ৰকৃততে এইটো বোধগম্য হৈছে, নাই হোৱা জানো ?" ফেলিস্কে কান্ধটো জোকাৰিলে। "এইটোৰ কাৰণে আৰু কেনেকৈ ভাবিব পাৰি মই নেজানো" আৰু হঠাতে এক ৰকম চিঁঞৰিয়েই কবলৈ আৰম্ভ কৰিলে। অৱজ্ঞা ভৰা বিৰূধিতাৰে তেওঁৰ খীণ আৰু শুৱনী মুখখন উত্তেজিত হৈ পৰিল।

"মই মাত্ৰ জানো এই সঙ্গীত মই শুনাব লাগিব। যদি সিহঁতে মোক এইটো কোনো উপায়েৰে প্ৰদৰ্শন কৰিবলৈ নিদিয়ে ঠিক আছে। মই

একাষে আতৰি আহিম। কিন্তু মই জানো যদি মই নিজে এইটো কাৰ্য্যত পৰিণত কৰিব নোবাৰোঁ তেন্তে কোনেও নোৱাৰিব। চুৰ্বাটৰ অসম্পূৰ্ণ চিম্ফনীও এইদৰেই হৈছিল মনত পৰেনে? অসম্পূৰ্ণ এক সঙ্গীত কোনে শুনিবলৈ বিচাৰিব? সিহঁত সকলোৱে কিছুমান কাৰণ দেখুৱায় কিয় এইটো প্ৰদৰ্শণ কৰিব নেলাগে। কিন্তু ঈশ্বৰ! মই সেইটো কাৰ্য্যত পৰিণত কৰি দেখুৱালো।"

তেওঁ ৰ'ল। তেওঁৰ চকুজুৰিলৈ আহিল বিমূঢ়তাৰ অভিব্যক্তি।

"অৱশ্যে সেইটো আছিল চিম্ফনী আৰু প্ৰয়োজন হৈছিল অৰ্কেষ্ট্ৰাৰ। এইবাৰ মোৰ তাতকৈয়ো অধিক প্ৰয়োজন। মোক লাগে গায়ক— বস্তুত গায়কেই মোক লাগিব, নাৰী আৰু পুৰুষ উভয়কেই। অন্ততঃ চাৰিশ জন। মোৰ প্ৰযোজন চলোচিষ্টৰ, মোৰ প্ৰয়োজন এটা অৰ্গেনৰ, গিওৱানডাজ হলত এটাও নাই। সেই কাৰণেই চেইণ্ট থমাচ গীৰ্জ্জাঘৰত এই প্ৰাৰ্থনা গীতটো প্ৰদৰ্শন কৰা উচিত। তেওঁবিলাকৰ ইয়াত আছে সুন্দৰ অৰ্গেন, আৰু এইডোখৰেই মাত্ৰ ডাঙৰ ঠাই হ'ব য'ত এই ধ্বনিৰ উদাত্ত সুৰ খাপ খায় পৰিব। তেতিয়া অৱশ্যে মোৰ প্ৰয়োজন এটা অৰ্কেষ্ট্ৰাৰ। মই আপোনাক কৈছোৱেই নহয় এইটো এটা বিশাল কাম। এইটো হ'ব সমগ্ৰ মানৱ জাতিয়ে গোৱা খ্ৰীষ্টৰ মৰণ সঙ্গাত।"

বক্তৃতা বাহুল্য কৰিব নোখোজা ব্যক্তিৰ তৎপৰতাৰে তেওঁ ৰ'ল। তেওঁৰ চকুজুৰিৰ পৰা উল্লাস নিঃচিহ্ন হৈ গ'ল। কান্ধ কিটা তেওঁৰ দোঁ খাই পৰিছিল। তেওঁ এটা চেপা শব্দ কৰিলে। "আৰু আনকি মই চেইণ্ট থমাচৰ সুৰকাৰ সকলকো পাব নোৱাৰোঁ। মই কৰাৰ ভিতৰত যাজক জনক মাত্ৰ শত্ৰু কৰিলো। সমগ্ৰ বিষয়টো আগতকৈয়ো অসম্ভৱ হৈ পৰিল। মই নিশ্চিত যে বোৰ্ডে মোক প্ৰয়োজনীয় ধন দিবলৈ অগ্ৰাহ্য কৰিব। মোৰ বন্ধু কুৰ্গেৰে সেইটোলৈ লক্ষ্য ৰাখিব। বোৰ্ডৰ সকলোৱেই তেওঁক ভয় কৰে। আনকি মুলাৰেও। তেওঁবিলাকে ক'ব বাজেট বন্ধহৈ গ'ল। তেওঁবিলাকে ক'ব যে খৰছ বৰ বেচি হ'ব। তেওঁ-বিলাকে ক'ব আমি গায়ক ক'ত পাম'! আৰু সেইকাৰণে" ক্ৰোধেৰে তেওঁ ফোঁচফোচাই ক'লে "সকলোতকৈ শ্ৰেষ্ঠ গীত আৰু কেতিয়াও

সুশুনিব।” হতাশাৰে মূৰটো জোকৰি তেওঁ হাৰ্মেনলৈ চাই আকৌ ক'লে “মই ঠিক নেজানো কি কৰিব লাগে। মই চেষ্টা কৰিছিলো, কিন্তু কেনেবাকৈ মই কৰা সকলো কাম ভুল হ'ল।” এইবাৰ তেওঁৰ মুখমণ্ডললৈ অসহায় ক্ৰোধৰ সৈতে উভতি আহিছিল উল্লাস। যদিহে মাথোঁ চেচিলি মোৰ লগত থাকিলহেতেন! যদি তেওঁ মোৰ কাষত থিয় দিলে হেতেন! হয়তো মই কিবা উপায় বিচাৰি পালোহেতেন। দৰকাৰ যদি হ'লহেতেন মই বালিনৰ পৰা গায়কো আনিলোহেতেন। এই ভজন গীত গোৱালোহেতেন এটা কেথেলিক গীৰ্জ্জাঘৰত, এটা কেলভিনিষ্ট গীৰ্জ্জাঘৰত, এটা ইহুদী উপাসনা মন্দিৰত···যি কোনো ঠাইতে য'ত আছে এটা অৰ্গেন;··· আৰু যদি মই এই কাম লিপজিগত কৰিব নোৱাৰিলো হেতেন তেন্তে মই ড্ৰেছডেনলৈ গলোহেতেন, ডাছেলড্ৰফলৈ গলোহেতেন, লণ্ডনলৈ গলোহেতেন, ঈশ্বৰেই মোক সহায় দিলে হেতেন!...কিন্তু যেনেকৈয়ে হওক এই প্ৰাৰ্থনা গীত মই শুনালোহেতেন।” তেওঁৰ প্ৰচণ্ডতাৰ সাম কাটিল। এটা জোকাৰণি মাৰি তেওঁ ক'লে “কিন্তু তেওঁ মোৰ ফালে নাই। আনকি মোৰ প্ৰতি সহানুভূতিও নাই। চেচিলিয়ে মাথোঁ চিন্তা কৰে আমাৰ সমাৰ্জত স্থানৰ বিষয়ে, মই কেনেবাকৈ বৈৰী কৰিবৰ· সম্ভাবনা মানুহবোৰৰ কথা। তেওঁক মই দোষ দিব নোৱাৰোঁ। তেওঁ বুজিব নোৱাঁৰে সামাজিক স্বীকৃতিতকৈ, ইলচামুলাৰৰ বন্ধুত্বতকৈ নাইবা কোনোবা কাউন্সিলৰ সভাৰ পত্নীতকৈ কিয় এটা গীতৰ বাণ্ডিল অধিক আৱশ্যকীয় হ'ব পাৰে···আৰু সম্ভৱ তেঁৱেই সত্য।”

অন্যমনস্কভাৱে তেওঁ জুইকুৰালৈ চালে। তেওঁৰ মুগাবৰণীয়া চকুজুৰিত বিৰিঙি উঠিল জুইৰ সোণোৱালী প্ৰতিবিম্ব। নিজকে কোৱাৰ দৰে ক'লে “মই নেজানো, সম্ভৱ তেওঁৰ কথাই ঠিক আৰু গোটেই বিষয়টো লৈ মই হাস্যকৰ হৈ পৰিছোঁ।···হয়তো মই সেই স্বৰলিপিখিনি খলপা এটাত দ'মাই থৈ পাহৰি পেলোৱা উচিত···”

আকস্মিক ক্ষোভত তেওঁ আকৌ ক্ষিপ্ত হ'ল “কিন্তু মই পাহৰি নেযাওঁ,” হাতৰ মুঠিটোৰে নিজৰ আঠুত ভুকুৱায় ক'লে “এই গীতক যদি মই পুনৰ মৰি যাবলৈ দিওঁ তেন্তে মই ৰসাতলে যাম। চহৰৰ প্ৰত্যেকজনকে মই

মোৰ বিৰোধী কৰি ললেও মই কেৰেপ নকৰো। কিন্তু মই এইটো কাৰ্য্যত পৰিণত কৰিম। মোক সুসুধিব কেনেকৈ মই এইটো কৰিম ? মই এইটো কৰিবই লাগিব।" হৃদয়ৰ গভীৰতম তলিৰ পৰা ফুচ্ফুচ্নি হৈ কথাবোৰ ওলায় আহিল। মাত ভাগিছিল। "মই যদি এইটো নকৰোঁ, শান্তিৰে মৰিব নোৱাৰিম।"

তেওঁ চকীখনত পোন হৈ বহিল। যেন তেওঁ এক সমাধিস্থৰ পৰা সাৰ পাইছে এনেদৰে তেওঁৰ চকুজুৰি মিট্মিট্কৈ জ্বলিছিল। মুখত তেওঁৰ বিৰিঙি উঠিছিল মৃদু হাঁহি আৰু চকুজুৰি কোমলহৈ পৰিল। "যেই হওক মই এগিলাছ ফটিকাকে খাওঁ।"

ঘূৰ্ণীয়মান পুতলা এটিৰ দৰে হাৰ্মেন মদৰ আলমাৰীটোৰ ওচৰলৈ দৌৰি গৈ চুটি ভৰিকিটাৰে সম্পূৰ্ণগতিৰে ধাবমান হৈ উভতি আহিল এটা বতল আৰু এটা গিলাচ হাতত লৈ। উৰি থকা উজ্বল চৰাইৰ দৰে কিলাকুটীৰে উঠা নমা কৰি যেতিয়া মদৰ গিলাচত মদ ঢালিছিল অকস্মাতে তেওঁ সুধিলে "এই গীতটোৰ কিছু মোক শুনিবলৈ দিবলৈ ভাল পাবনে ?"

ফেলিস্কৰ মুখমণ্ডলত বিস্ময়ৰ চাৱনি দেখি তেওঁ কৈ গ'ল "আপুনি যদি মোক পংক্তিৰ এটা অংশ দিয়ে তেন্তে মই আমাৰ সভ্য সকলৰ হতুৱায় আপোনাৰ বাবে এই গোৱাম"—পৰিবেশটো এনে হৈছিল এজন যাদুকৰে যেন এজন দৰ্শকৰ পৰা এখন ৰুমালহে বিচাৰিছে !

হাৰ্মেনৰ হাতৰ পৰা গিলাচটো লৈ ফেলিস্কে সুধিলে "কি সভ্যনো ?"

"সভ্য সকল হ'ল—"

"কোন ছোচাইটিৰ ?"

হাৰ্মেনে সুৰাৰ ৰাগীত আৰাম অনুভব কৰি আসনখনত পুনৰ বহি কৈ গ'ল—"চেচিলিয়ান ভোকেল ছোচাইটি।" যেন মোহাৰি থকা হাতখনৰ পাছফালৰ পৰা তেওঁ বাহুল্যকৈ ক'লে "এইখনৰ এইটোৱেই নাম। আমি নামটো বাচি ললো। কাৰণ ঋষি চেচিলা সঙ্গীতজ্ঞ সকলৰ এজন মহান পৃষ্ঠপোষক আছিল। মই পিছে সভাপতি।"

তেওঁ এইষাৰ কথা এনে ধৰণে ক'লে যেন তেওঁ পাপহে স্বীকাৰ কৰিছে।

"আপুনিনে আপুনি কোৰেল ছোচাইটিৰ সভাপতি আৰু এই বিষয়ে আপুনি মোক কেতিয়াও একো কোৱা নাছিল কিয় ?"

"এৰা, ডাইৰেক্টৰ, আপুনি বুজিছে, এইখন তেনেকুৱা ছোচাইটিৰ দৰে সিমান নহয়। আৰু মোক লৈ আপুনি ৰঙ্গ কৰে বুলিহে মোৰ ভয়। একোকে নাই মাত্ৰ ন শিকাৰু আৰু কিছুমান কণ্ঠস্বৰ এনেকুৱা যে ভেকুলীয়েও লাজ পায়। কিন্তু ঠিক তেনেকুৱাই আমাৰো ৰং ধেমালি আছে আৰু আমি আমাৰ ৰং ধেমালিৰ ভিতৰত গীত মাতো পাব পাৰোঁ। ইয়াত কোনো খৰচ নাই।"

"প্ৰেম-প্ৰীতিত খৰচ নাই। সেই কাৰণে দুখীয়াৰ ইমান লৰা-ছোৱালী হয়।" বিৰাগ ভাবে ফেলিস্কে ক'লে।

"আপোনালোকৰ সভ্য কিমান ?"

"প্ৰায় সত্তৰ। জহকালি আমাৰ কম থাকে। কাৰণ কিছুমানে সুৰাৰ বাগিছাবোৰত কাম পায়।"

"আৰু সিহঁতৰ পৰিচালনা কৰে কেনে ?"

এই প্ৰশ্নই হাৰ্মেনক ভয় খুৱালে। তেওঁ তপা মুৰটো দোৱাঁলে। ফেন যেন শুভ্ৰ চুলি কোচাৰ শিপালৈকে লাজত মথিমুৰ হোৱা যেন কৰি তেওঁ ক'লে "ময়েই কৰোঁ।"

"আপুনি কৰেনে ?"

"হয় ডাইৰেক্টৰ" হাৰ্মেনে যেন শিৰহে দোৱাঁইছে এনে ভাবে তেওঁ গোলাপী বৰণীয়া তালুখন নত কৰিলে। "আপানাৰ দৰে মোৰ ক্ষুদ্ৰ লাঠি নাই। মোৰ বাঁহীটোৰেই মই সময় ৰাখোঁ।" সাৱধানে তেওঁ সু-গোল মুখমণ্ডল তুলি ধৰি ক'লে—"আপুনি বুজিছেই এই সমগ্ৰ অঞ্চলত মাত্ৰ মইহে ব্যৱসায়ী সুৰকাৰ।"

"ক্ষমা খুজিব নেলাগে। এইয়া মই আচৰিত কথা বুলি ভাবিছোঁ, আৰু আখৰানো হয় কত ?"

ফ্ৰেঙ্ক টেন্‌জানৰ চালিৰ তলত। তেওঁ চকা তৈয়াৰ কৰে, আৰু তেওঁৰ দোকানখন গ্ৰীমা গেটৰ ওচৰত। আমাৰ সভ্য-সকলৰ ভিতৰত তেৰোঁ এজন। সত্তৰ"—তেওঁ দ্বিধা কৰি ক'লে "সত্তৰ কোনোবা

সন্ধিয়া আহি আমাৰ গান আপুনি শুনিবহি। এইটো আমাৰ বাবে ডাঙৰ সম্মান হ'ব।"

"মই বৰ ভাল পাম।"

ফেলিস্কে নিমন্ত্ৰণটো তত্তালিকে গ্ৰহণ কৰাৰ কাৰণে আচৰিত হৈ হাৰ্মেনে অনুভব কৰিলে যে কিছু অধিক সতৰ্ক ফেলিস্কক কৰি দিয়া প্ৰয়োজন।

"সিহঁত শ্ৰমিক বুলি মই আপোনাক কৈছোৱেই নহয়। সিহঁতে গায় মাত্ৰ আমোদ আহ্লাদৰ কাৰণে। আমি চেচিলিয়াত প্ৰশ্ন নোসোঁধো। যিমান দিনলৈকে আপুনি গীত বাদ্য ভাল পায় সেইয়াই যথেষ্ট। সেই কাৰণে আমাৰ তাত আছে সকলোৰকমৰ মানুহ। তিৰোতা-সকলবো কিছুমান—এৰা, আপুনি বুজিছেই মই কি অৰ্থ কৰিছোঁ ......কিন্তু তেওঁ বিলাক সকলোৱে গাবলৈ ভাল পায়, আৰু যদিহে আপুনি আপোনাৰ প্ৰাৰ্থনা সঙ্গীতটো লিখি লবলৈ দিয়ে তেন্তে মই আপোনাৰ কাৰণে সিহঁতৰ গুতুৰাই এইটো গোৱাম। ড্ৰেছডেনৰ যাত্ৰাৰ দৰে এইটো একেবাৰেই নহয়, কিন্তু এইটো কিবা এটা হ'ব।"

ফেলিস্কে তেওঁক ধন্যবাদ দি এটা গীত দিবলৈ প্ৰতিশ্ৰুত হৈ ক'লে "মাত্ৰ মোক জানিবলৈ দিব কেতিয়ালৈ আপোনালোক সাজু হয়।" তেওঁ গিলাছৰ মদখিনি শেষ কৰি পি চকীৰ পৰা উঠি ক'লে "আৰু মই আহিম।" ফেলিস্কক তেওঁৰ খোটালীটোলৈ লৈ যাওঁতেও স্কীমিডে কৈয়েই আছিল তেওঁৰ প্ৰিয় চেচিলয়ানৰ কথা। নিশা তেওঁ পিন্ধা গৰম কামিজটো ফেলিস্কক পিন্ধিবলৈ জোৰ কৰি তেওঁ ক'লে 'জাট্ৰডে এডোখৰ গৰম ইটা শোৱা পাটীৰ তলত থব'লৈ কেতিয়াও নেপাহৰে। তাৰ পাছত অনেক সতৰ্কপূৰ্ণ উপদেশ আৰু শুভেচ্ছাৰে সৈতে তেওঁ বিদায় ললে। হাতত মমডাললৈ তলৰ অহা যোৱা কৰা বাটত অন্তৰ্ধ্যান হওঁতে তেওঁৰ ছাঁটোৱে তেওঁক অনুসৰণ কৰি গ'ল।

লুক্কেবষ্টেইন বাগিছাখন নিৰ্ব্বিকাৰ যেন লাগিল। স্কীমিডৰ ফাৰ্মত পোৱা সস্নেহ অভ্যৰ্থনাৰ পাছত প্ৰায় শত্ৰুৰ দৰে লাগিল। চেচিলিয়ে কথাবতৰা কমকৈ কৈছিল, কিন্তু তেওঁৰ চেপামাৰি থকা ওঁঠজুৰি আৰু

অস্বস্তিকৰ চাৱনিয়ে তেওঁৰ উৎকণ্ঠা আৰু অসন্তুষ্টি স্পষ্টভাবে প্ৰকাশ কৰি দেখুৱাই ছিল। তেওঁৰ ফালৰ পৰা নিজৰ আচৰণ সমৰ্থন কৰাৰ চেষ্টাই আনিছিল এটা সংক্ষিপ্ত উত্তৰ।

"বৰং মই এই বিষয়ে একোকে নকওঁ।" গুস্তভে দুঃচিন্তাৰে তেওঁৰ ফালে চাওঁতে তেওঁ বুজিছিল কিবা গোপন আৰু বিপদৰ সঙ্কেট আছে বুলি। কেথেৰিন নিজৰ মাজতে আবদ্ধ আছিল, কিন্তু তাইৰ ভৎস'না বন্ধা কৰিব গোন্ধৰ লগত মিহলি হৈ ভাহি আহিছিল। আনকি ধাত্ৰী আৰু পৰিচাৰিকা এলগাইও গোপনে দোষাৰোপত অংশ গ্ৰহণ কৰি ঘৰ-খনত বিষাদ মূৰ্ত্তিৰ দৰে ঘূৰা ফিৰা কৰিছিল। ফেলিস্কে অনুভব কৰিলে ক্ষোভ আৰু নিঃসঙ্গতা। নিজৰ ঘৰতে তেওঁ যেন এজন অচিনাকী লোক! তেওঁ অধিক সময় পাৰ কৰিবলৈ ধৰিলে লৰা-ছোৱালী কেইটাৰ লগত।

সিহঁতে হাঁহি হাঁহি কণ কণ হাতবোৰৰে তেওঁৰ ডিঙিত জোৰকৈ সাবটি ধৰোঁতে তেওঁৰ চকুজুৰি সেমেকি গৈছিল। তেতিয়া তেওঁ বুজাই কৈছিল তেওঁৰ পানী লাগিছে—এইটোযে সচাঁ তাকে দেখুৱাবলৈ তেওঁ সিহঁতক হাঁচি মাৰিও দেখুৱাইছিল।

তেওঁৰ অনুভব হৈছিল বাহিৰৰ পৰিবেশ যেন নিজেই সলনি হৈ গৈছে। তেওঁ জনোৱা অভিবাদনৰ প্ৰত্যুত্তৰ দিয়াৰ পৰা ফালৰি কাটি-বলৈ মানুহবোৰে দৃষ্টি প্ৰতিহত কৰিলে। আগৰ দৰে প্ৰবলভাবে আবেগ প্ৰকাশ কৰি অভিবাদন জনোৱাৰ পৰিবৰ্ত্তে তেওঁলৈ চাই মাত্ৰ সামান্য ভাবে হাঁহিলে।

"যি শিল্পৰ নামত ভাও ধৰি ভগবানৰ কামত মধ্যস্থতা কৰিবলৈ সাহস কৰে সেই অযথা গৰ্বিত মূৰ্খৰ বিষয়ে পৰোক্ষভাবে উল্লেখ কৰি যাজক হেগেনে এটা অলঙ্কাৰপূৰ্ণ উপদেশ মূলক বক্তৃতা দিয়াৰ খবৰ তেওঁ স্কীমিডৰ পৰা পাইছিল।

"সম্ভৱ ঈশ্বৰৰ নামলৈ শিল্পৰ বিষয়ত হস্তক্ষেপ কৰা এই পবিত্ৰতাৰ ভাও ধৰা মূৰ্খটোৰ বিষয়ে মই এটা বক্তৃতা দিয়া উচিত"—মন্তব্যটো তেওঁ ধেমালি হিচাবেহে কৈছিল, কিন্তু কথাৰ সুৰত তেওঁৰ আনন্দ নাছিল।

সোনকালে স্কীমিডে আৰু অধিক আগন্তুক বিপদৰ সঙ্কেট দিলে। "মোৰ ঈশ্বৰ, ডাইৰেক্টৰ, আপুনি জানেনে সিহঁতে কি কৈছে? আপুনি হেনো বেত ডালেৰে মহা মহিম ধৰ্ম্মাধিকাৰ প্ৰভূক ভয় খুৱালে—কিছুমানে আকৌ কৈছে আপুনি হেনো তেখেতক চুইহে নিকিলালে।"

অসহায়ভাবে মনোযোগেৰে ফেলিস্কে শুনিলে। "ইয়াত মই কৰিব পৰা কিবা আছে জানো?"

বৃদ্ধ লোকজনে তেওঁৰ বৰফ বগা নোমৰ ঘোড়াৰ খুড়াৰ নালডাল জোকাৰি বিমৰ্ষভাবে ক'লে—"নাই, ডাইৰেক্টৰ; ভয়ে ভয়ে তেওঁ নিজৰ হাতখন ফেলিস্কৰ হাতত থৈ ক'লে "সিহঁতে এতিয়া যি মনোভাবত আছে, আপুনি যিহকেই নকৰক বা যিহকেই কওক ই বিকৃত হৈ' পৰিব আৰু আপোনাৰ বিৰুদ্ধে ঘোৰ খাব।"

তেওঁৰ নীলা চকুজুৰিত আছিল বিশ্বাসী কুকুৰৰ নম্ৰতা।

"ধৈৰ্য্য ধৰক, শেহত এইটো পাৰ হ'বগৈ। মাত্ৰ মনে মনে থাকক।" সেই কাৰণে ফেলিস্কে একোকে নকৈ নিজৰ কাম কৰি গ'ল। কামৰ মাজত তেওঁ অনুভব কৰে স্বঃস্তি। গিওৱানডাজ অৰ্কেষ্ট্ৰাৰ সৈতে কৰা আখৰাৰ অনুশীলন আৰু অধিক দীঘলীয়া যেন নলগা হ'ল। আনকি কনজাৰভেটৰায়ামত পাঠ শিকোৱাটোও তেওঁৰ কাৰণে সাগ্ৰহ বিনোদন হ'ল, পৰিবেষ্টিত শত্ৰুতাৰ পৰা খন্তেকৰ বাবে অব্যাহতি। তেওঁৰ বিষয়ে গুজৱবোৰ ৰতনা হোৱা স্বত্বেও ছাত্ৰ সকলে তেওঁক সশ্ৰদ্ধ ভক্তি কৰিছিল। তেওঁক আনন্দ দিবলৈকে সিহঁতে অধিক শ্ৰম কৰিছিল। সিহঁতৰ অবিচলিত অনুগতাত তেওঁ আশ্বাস পাইছিল।

অতি যন্ত্ৰণাদায়ক সময় আছিল দিনটোৰ ভিতৰত সন্ধিয়া। নিশাৰ ভোজনবোৰ হৈ পৰিছিল দুঃখদায়ক সংঘাট য'ত মৰম কোমলতাৰ ঠাইত আহি পৰিছিল মৌখিক ভদ্ৰতা। চেচিলিয়ে কথা কৈছিল বস্তৰ বিষয়ে, লৰা-ছোৱালীহঁতৰ বিষয়ে।

তেওঁ বাজে বক্তৃতা দিছিল—ফ্ৰান্সৰ ৰাজনৈতিক অশান্তিৰ বিষয়ে, অথচ তেওঁ দীঘলীয়া ৰাজনীতিৰ বক্তৃতাক ঘৃণা কৰিছিল।

"এই কেইদিন মানৱ ভিতৰতে যদি তাত আন এটা বিদ্রোহ হয়— মই আচৰিত নহঁও, আৰু এইবাৰ তুমি দেখিবা এইয়া আমাৰ দেশলৈকো বিয়পিব।" তেওঁবিলাকে কষ্টেৰেহে কথা পাতিছিল—যেন একোকেই সলনি হোৱা নাই প্রত্যেকেই নিস্তব্ধতা পুৰাবলৈ আৰু এটা স্বাভাৱিক সাদৃশ্যতা ৰক্ষা কৰিবলৈ নিজ নিজ কাম কৰি গৈছিল। সঘনাই মেজৰ এইফালৰ পৰা সিফাললৈ তেওঁবিলাকৰ দৃষ্টিৰ সংঘাট হৈছিল আৰু এক যন্ত্রণাদায়ক নিৰৱতাৰ মাজত তেওঁবিলাকৰ পাৰস্পৰিক বেদনাৰ সংঘৰ্ষ হৈছিল। তেওঁবিলাকে উপলব্ধি কৰিলে দূৰৰ পৰা দূৰণিলৈ বিচ্ছিন্ন হৈ ভাহি যোৱা যেন তথাপি তেওঁবিলাকৰ মাজৰ বহল হৈ যোৱা গহ্বৰটোত সাকোঁ নিৰ্ম্মাণ কৰিবলৈ তেওবিলাক অক্ষম হ'ল নাইবা অনিচ্ছুক হ'লু—তাৰ পাছত ক্ষীপ্রতাৰে তেওঁবিলাকে আনিলে ভান কৰা নিঃসঙ্গতা।

খোৱাৰ পাচতে চেচিলিয়ে কিবা এটা কাৰণ দেখুৱায় নিজৰ খোটালীলৈ উঠি গৈছিলগৈ। তেতিয়া তেওঁ অধ্যয়ন খোটালীত জুইৰ কাষত বহি ফটিকাৰ ৰাগী কৰি মল্লযুদ্ধ কৰিছিল চিন্তাৰ লগত। বিবেকৰ কোনো ক্রুটি বিচাৰি নাইবা তেওঁৰ পৰিত্যক্ত অৱস্থাৰ বাবে তেওঁৰ আচৰণ সম্বন্ধে পুনৰীক্ষণ কৰি তেওঁ অনুসন্ধান কৰিলে—যি এই ক্রমাৎ বাঢ়িযোৱা বিচ্ছেদৰ কাৰণ ব্যাখ্যা কৰিলেহেতেন। কিন্তু তাত কোনো সৰল ব্যাখ্যা নাছিল। স্বামী হিচাৰে তেওঁ আছিল উত্তম। তেওঁৰ শক্তিৰে চেষ্টা কৰিলে। চেচিলি প্রায় এগৰাকী সুন্দৰ সম্পূৰ্ণ অৰ্দ্ধাঙ্গিনী আছিল। তেওঁবিলাকৰ বৈবাহিক সম্বন্ধ উৰলি গৈ প্রায় ধ্বংশ হোৱাৰ দৰে হৈছেগৈ—মানসিক ধাতুৰ পাৰ্থক্যৰ বাহিৰে এইটোৰ একো কাৰণেই নাই আৰু যিটো মাত্র জয় কৰিব পাৰিব সত্য প্রেমে আৰু চেচিলি মহৎ প্রেমৰ সমৰ্থ নহয়। নহয়, সেইয়া, সত্য নহয়। তেওঁ উন্মাদনা ভৰা, কাব্যসুলভ বৈশিষ্ট আৰু আবেগ ভৰা প্রেমৰ বাবে সক্ষম নহয়। তেওঁৰ পৰা অধিক আশা কৰাৰ অধিকাৰো তেওঁৰ নাই। হৃদয়ৰ আছে স্বাভাবিক দক্ষতা। তেওঁৰ মাত্র প্রতিভাহে আছে। কৰাচী সকলে ক'বৰ দৰে তেওঁ মহৎ প্রেমীকা নহয়, এগৰাকী সম্পূৰ্ণ গৃহিনীহে।

দৃষ্টান্ত স্বৰূপে এই ভজন গীতটোৰ কাৰণেই চেচিলিক সমাজ অস্বীকাৰ কৰিবলৈ ক'বলৈ, বান্ধৱী সকলৰ দ্বাৰা পৰিত্যক্তা হৈ এক টোপোলা সঙ্গীতৰ হালধীয়া কাগজৰ ওপৰত হোৱা কিছুমান হাস্যকৰ আৰু সস্তৱ সাফল্যহীন ধৰ্ম্মযুদ্ধত তেওঁৰ লগত যোগদান কৰিবলৈ ক'বলৈ তেওঁৰ কোনো অধিকাৰ নাই। আৰু আনহাতে এই গীত তেওঁৰ হাতলৈ আহিছে, তেওঁ নোৱাৰে এইটো পুনৰ অন্তৰ্দ্ধান হ'বলৈ দিবলৈ। এটা বাদামৰ চোকোৰাৰ ভিতৰত এইটো আছিল। এটা উভয় সঙ্কট অৱস্থা বৰ সাধাৰণ আৰু অখণ্ডনীয়। কেনে দৰে এইটো শেষ হ'ব তেওঁ নেজানে, তেওঁ মাত্ৰ জানিছিল তেওঁবিলাকৰ প্ৰণয়ত কোৰোণে ধৰিছে আৰু কেনেকৈ এইটো আৰোগ্য কৰি তুলিব পাৰি কোনোজনে নেজানিছিল।

তেওঁৰ অন্তৰ্দ্বন্দৰ এটা স্পষ্ট ফল হৈছিল তেওঁৰ সঘনে হোৱা মূৰ কামোৰনিটো। এদিন অসহ্য যন্ত্ৰণাত তেওঁ অতিষ্ঠ হৈ চিকিৎসক হাৰ্বাচৰ ওচৰলৈ তেওঁ আহিল। চিকিৎসকজনে তেওঁক অফিচ খোটালী তথা লাইব্ৰেৰীত তেওঁক অভ্যৰ্থনা জনালে। এই খোটালীত অত্যধিক ভাবে থকা সাজ সৰঞ্জামবোৰ ধূলিময় হৈ আছিল। পৰদাবোৰ আঁৰি-থোৱাৰ কাৰণে এইটোৰ পৰিবেশ ম্লান আৰু অন্ধকাৰ আছিল। একালে এটা সুন্দৰ পিয়ানো আছিল। মেণ্টেল পীচত এটা পাত্ৰ জীৰ্ণ হৈ থকা এজোপা তালগছৰে সৈতে এইটো মনোৰম খোঁটালীয়েই আছিল। লিপজিগ বিশ্ব-বিদ্যালয়ত ডাঃ হাবাৰ্চ মেডিচিনৰ অধ্যাপক আছিল। তেওঁৰ এটা সুনাম আছিল। তেওঁ এইটো বৃদ্ধি কৰিছিল তেওঁৰ কঠোৰ সাক্ষাৎ কাৰণে আৰু ছাগলীৰ দৰে গোঁফ কোচাও চিন্তিত ভাবে হাত বোলোৱা ধৰণটোৰে।

ৰোগীৰ সকলো অভিযোগৰ জ্ঞান থকা এজন লোকৰদৰে তেওঁ ফেলিক্সৰ প্ৰতি সদয় হৈ তেওঁৰ দুঃচিন্তা আতৰাবলৈকে যেন এই অনাবশ্যকীয় কিন্তু আপকাৰহীন ব্যাখ্যা কৰিবলৈ দিলে। কথাবোৰ শুনি এটা আনুকুল্যকাৰী হাঁহি মাৰি ক'লে "মোৰপ্ৰিয় ডাইৰেক্টৰ, আপোনাৰ মূৰ কামোৰণিত বিশেষ একো ভয়ৰ কাৰণ নাই।" তেওঁ

বহলাই ক'লে, এই বিলাক সংগঠন সংযোগৰ কাৰণে হৈছে। শৰীৰ বৃত্তীয় বিশৃঙ্খলাৰ সংযোগৰ কাৰণে এই বিলাক আপোনাআপুনি হয়। সৰহ ভাগেই হজম সংক্ৰান্তৰ আৰু সকলোবোৰ তেওঁৰ জনা কথা।

অধ্যাপক জনে তেওঁৰ প্ৰাচূৰ্য্যপূৰ্ণ ছাগলীৰ দৰে গোফঁ কোচাত অন্যমনস্ক ভাবে হাত ফুৰায় থাকোঁতে এই সুদীৰ্ঘ সময় চোৱা বিৰতি আছিল। তাৰ পাছত শুনাকৈ তেওঁ এটা হুমুনিয়াহ পেলায় কৈ গ'ল "জিৰণি, মোৰ প্ৰিয় ডাইৰেক্টৰ, অধিক জিৰণি। নিয়মিত ব্যায়াম আৰু আটাইতকৈ ডাঙৰ কথা হ'ল উৎকণ্ঠা সম্পূৰ্ণ ভাবে আতঁৰাই ৰাখিব লাগিব। যি কোনো অযৌক্তিক আবেগ আৰু উত্তেজনাত সেই একে পদ্ধতিকে খাতে।"

চিকিৎসকৰ অব্যাৰ্থ তালিকাখন কৰি দি তেওঁ তেঁতিয়া যেন তেনে ভাবে লৰালৰিকৈ ব্যৱস্থা পত্ৰখন মোটামোটিকৈ লিখি দিলে। "এই পিলবোৰ দিনে চাৰিবাৰকৈ খাব।" ব্যবস্থা-পত্ৰখন তেওঁৰ হাতত দি ক'লে "আৰু আপুনি নতুন যেন হৈ যাব।"

তেওঁ দহ থেলাৰ জেপত ভৰোৱাৰ লগে লগে আলোচনাৰ অন্ত পৰিল।

ফাৰ্ম্মেচীলৈ আহি ফেলিস্কে ব্যৱস্থা অনুসৰি দৰৱ বিচাৰিলে আৰু গোপনে পিলবোৰ গিলিবলৈ ধৰিলে। কিন্তু মুৰ কামোৰণিৰ যন্ত্ৰণাত সমানেই ভুগি থাকিল। আগদিনা বোৰ্ডৰ ট্ৰাষ্টি সকলৰ সভাত ফেলিস্কে লগ পাইছিল এজন অসাধাৰণ ভাবে কৃশাঙ্গ, আগলৈ দো খাই পৰা কান্ধেৰে সৈতে এজন শান্ত স্বভাবৰ লোকক।

যেতিয়া আগবঢ়াই অনা মানুহটো আতৰি গৈ দুৱাৰখন বন্ধ কৰি দিছিল, আগন্তুকে আৰম্ভ কৰিলে "মোৰ নাম জেকব্ মেয়াৰ হাউলিট্জ। নিজৰ বিষয়ে সুনিশ্চিত সেই সকল লোকৰ স্পষ্ট সম্ভ্ৰম পূৰ্ণ বৈশিষ্টতাৰে হাতত টুপীটো লৈ খোটালীটোৰ মাজত থিয় হৈ তেওঁ কৈছিল "ব্যৱসায়ী হিচাবে মই এজন বেঙ্কাৰ। ফেলিস্কৰ নিমন্ত্ৰনী ভঙ্গীৰ প্ৰত্যুত্তৰত তেওঁ বহিল। আবলুম কাঠৰ লাখুটি ডালৰ হাতোঁৰাত কৃশ হাত খনেৰে

খৰি যেন তেওঁ চিন্তাবোৰ গোটাইছিল।

তেওঁ ভাবিচিন্তি সুসঙ্গত ভাবে ব্যয় বাহুল্য দৰ্জ্জীৰ তৈয়াৰী ধূসৰ বৰণীয়া ডবল ব্ৰেষ্টৰ ফ্ৰক কোট পিন্ধিছিল। তেওঁৰ ৰেচমী চুলিকোচা ঘঁহি মাজি থোৱা ৰূপৰ দৰে উজ্বলিছিল, আৰু এইবোৰ ওলমি আছিল তেওঁৰ দীঘলীয়া তীক্ষ্ণ কোণ বিশিষ্ট মুখমণ্ডলত। ধীৰ লক্ষ্যজনিত অভিষ্টৰ এটা পৰিবেশ তেওঁৰ আছিল আৰু ই তেওঁক স্মৰণ কৰাই দিছিল তেওঁৰ দেউতাকৰ কথা।

"যদিও তোমাৰ লগত আৰু শ্ৰীমতী মেণ্ডেলচনৰ লগত মই সামাজিক সম্বন্ধ স্থাপন কৰিবলৈ চেষ্টা কৰা নাই, মই তোমাৰ দেউতাৰাক চিনি পাইছিলো আৰু তেখেতৰ লগত মই সুন্দৰ ভাবে ৰক্ষা কৰিছিলো ব্যৱসায়িক সম্বন্ধ।" কথা কৈ থাকোঁতে তেওঁ মুগাবৰণীয়া চকুজুৰিৰে ফেলিক্সলৈ এনে স্থিৰ ভাবে চাইছিল যেন এখন মুখাৰ পৰাহে কথাবোৰ খহি পৰিছিল। "কেইবা বছৰৰ পৰাই মই এই চহৰখনলৈ আহি আছোঁ। তাৰ পাছত তোমাৰ গিওৱানভাজৰ কনচাৰ্ট লৈ আহি মনো যোগেৰে লক্ষ্য কৰিছিলো তোমাৰ যত্ন আৰু সঙ্গীতৰ বাবে থকা তোমাৰ সাংস্কৃতিক গুণাৱলীৰ কথা। মই পৰম আবেগেৰে গীত-বাদ্য ভাল পাওঁ বাবেই মোৰ মনত এই আৱৰণ অঙ্কুৰিত হৈছিল। মই বীণা বজাওঁ। আৰু ভৰডেকা বয়সত দ্বিতীয় পাগানিনি হোৱাৰ বেপেৰোৱা আকাঙ্ক্ষা পোষণ কৰিছিলো। মোৰ দেউতাই মোৰ কথা শুনি তাৰ সলনি মোক মান্তি কৰালে এজন বেঙ্কৰ মালিক হবলৈ।"

তেওঁ ৰ'ল। তেওঁৰ চকুজুৰি মিট্‌মিটকৈ উজ্বলি উঠিল। তেওঁ দীঘলকৈ হুমুনিয়াহ এৰিলে।

তেওঁ আশ্চৰ্য্যজনক ভাবে বাধ্যতাৰ আচৰণৰে কৈ গ'ল "মই আহিছোঁ নিজে সমৰ্থন নকৰা এটা নিৰানন্দৰ বাৰ্ত্তা লৈ। এইটো লিপ্‌জিগৰ ইহুদী সম্প্ৰদায়ে মোৰ ওপৰত জাপি দিছে। তেওঁবিলাকৰ নামত মই তোমাক মিনতি কৰিছোঁ জোহান চেবাষ্টিয়ান বাচৰ খ্ৰীষ্টৰ মৃত্যুৰ ভজন গীত কাৰ্য্যত পৰিণত কৰাৰ পৰা বিৰত হোৱা।"

বিদ্যুৎগতিৰে ক্ৰোধাগ্নি ফেলিক্সৰ দেহত প্ৰবাহিত হ'ল। বিতত্তহৈ

তেওঁ হাতী দাতঁৰ চিঠি খোলা চুৰিখনেৰে মেজত আঘাত কৰি বিৰস ভাবে ক'লে, "মোৰ অনুমান হৈছে মোৰ আচঁনিৰ বিষয়ে আপোনাক যেন অসাধাৰন ভাবে জনাইছে।"

"চহৰ খনত আৰু আন কথা নাই।"

"মই সুধিব পাৰোনে আৰু কিয় লিপ্‌জিগৰ ইহুদী সম্প্রদায়ে মই কি গীত গোৱা উচিত অনুচিত এই বিষয়ে নিৰ্দ্দেশ দিয়াৰ দায়িত্ব কান্ধত তুলি ল'লে?"

"মোক যি সকলে পঠিয়াইছে তেওঁবিলাকে কোনোৰকমেই মোক নিৰ্দ্দেশ দিবলৈ পঠোৱা নাই। তেওঁবিলাকে জুলুম আতৰাই ৰাখিবলৈ বিচাৰিছে।"

"জুলুম? কিয় এটা সঙ্গীতৰ একণ অংশ গোৱালে তেওঁবিলাকৰ জুলুম হ'ব?"

"কাৰণ এলানি দুভাৰ্গ্যজনক ঘটনাৰ বাবে, এইটো হৈ পৰিছে ৰাজনৈতিক আৰু ধৰ্ম্ম বিষয়ৰ ফল আৰু সহজেই এইটো ঘোৰ ল'ব পাৰে ৰাজনৈতিক আৰু ধৰ্ম যুদ্ধলৈ। দেওবৰীয়া উপদেশাৱলীত যাজক হেগেনে এইটো স্পষ্ট ভাবে কৈছিল যে খ্ৰীস্টিয়ানৰ পবিত্ৰ গীত তুমি গোৱালে তেওঁ মানিব তোমাৰ ধৰ্ম্ম বিষয়ত অনধিকাৰ হস্তক্ষেপ বুলি, আৰু কুৰ্গেৰৰ তোমাৰ প্ৰতি থকা ব্যক্তিগত শত্ৰুতাৰ কাৰণেও।"

আগন্তুকলৈ ফেলিস্কে ক্ৰোধান্বিত হৈ চাই ক'লে "কুৰ্গেৰৰ এই বিষয়ে বাৰু কি কৰিব লগা আছে হোঁ?"

বেঙ্কৰ মালিকজনৰ মুখমণ্ডল অভিব্যক্তি হীনহৈ পৰিছিল যদিও তেওঁৰ চকুজুৰিত সজাগ সংকেটৰ আভাস দেখা গ'ল। "এই চহৰখনত কুৰ্গেৰে ইহুদী সকলৰ বিপ্লৱ জাগৃত কৰিবলৈকে এটা সুযোগৰ বাবে অপেক্ষা কৰিছে। তুমি তেওঁক তেনেকুৱা সুযোগৰ যোগান ধৰিব পাৰা।"

"এই সকলোবোৰ কথা আপুনি কেনেকৈ জানিলে?" বেঙ্কৰ মালিকৰ ওঁঠত বিৰিঙিল হাঁহিৰ আবেশ। "যেতিয়া তুমি দুৰ্ব্বল তেতিয়া তুমি নিশ্চয় তোমাৰ কাণ আৰু চকু খোলা ৰাখিব লাগিব। শাস্তিৰে

থাকিবলৈ আমি অক্ষম নহয়। বহুতদিনৰ পৰাই কৃৰ্গেৰ আমাৰ শত্ৰু। তেওঁক মনকৰি থকা যেনেকৈ আমাৰ প্ৰয়োজন তেনেকৈ ই আমাৰ কৰ্ত্তব্যও।" এক অন্তৰ্নিহিত আবেগ প্ৰথমবাৰলৈ তেওঁৰ কণ্ঠলৈ বগাই আহিছিল। "এই চহৰখনত এক সহনীয় পৰিবেশ পাবলৈকে আমাৰ বহুত দিন লাগিছিল। আমি সুখীহৈ নিজৰ মাজতেই আবদ্ধ আছিলোঁক। টেক্স দিছিলো। নিজৰ ব্যৱসায়ৰ প্ৰতি মনোযোগ দিছিলো। আৰু অ-ইহুদী গোষ্ঠিৰ সমাজ জীৱনত মিলজুল কৰা নাছিলো। আমি শান্তি বিচাৰোঁ মেণ্ডেলচন। আমি এইটো লাভ কৰিছিলো ও। আৰু এইটো ৰক্ষা কৰিব পৰা হ'লে ভাল পালোহেতেন। যদিহে এই নতুন বিবাদ আৰু অধিক নিৰ্য্যাতনৰ কাৰণ হয় আমাৰ সম্প্ৰদায়ৰে এজন, বাস্তবিকে, এক নিৰ্ম্মম পৰিহাসৰ দ্বাৰা মোজেছ মেণ্ডেলচনৰ নাতিয়েক হয়।"

ফেলিস্কে ক'লে "মই আপোনাৰ মন্তব্য সমৰ্থন কৰিছোঁ। কিন্তু এই প্ৰাৰ্থনা গীতটোৰ প্ৰশ্নটো ঘূৰাই পকাই সমস্ত উপলব্ধিৰ অতীত কৰি পেলোৱা হ'ল। ইয়াত দুৰ্ব্বোধ আৰু অবান্তৰ অৰ্থৰ বেজী প্ৰয়োগ কৰিবলৈ প্ৰত্যেকেই বিচাৰে। আকৌ এবাৰ মোক ক'বলৈ দিয়ক পৰিষ্কাৰ ভাবে আৰু সকলোৰে হৈ বাবে, যি সকলে আপোনাক মোৰ ওচৰলৈ পঠাইছে তেওঁবিলাকক মোৰ দৃষ্টি ভঙ্গীৰ বিষয়ে কবগৈ পাৰে। কিছুমান মহৎ আৰু পাহৰণিত থকা পুৰণি সঙ্গীত মোৰ হাতলৈ আহিছে আৰু এইবোৰ কাৰ্য্যত পৰিণত কৰি তোলা উচিত বুলি মই অনুভব কৰিছোঁ। সেইয়াই সকলো। জোহান চেবাষ্টিয়ান বাচ লুয়েৰান কোৰাচৰ শিক্ষক আছিল নে নাই উটৰ মুছলমান চালক আছিল সেই বিষয়ে কোনো কথা নাই। এই কাম সম্পূৰ্ণ কৰি তুলিবলৈ আমন্ত্ৰণ জনোৱা সকলো সুৰকাৰ আৰু গায়ক সকলৰ ধৰ্ম্ম বিশ্বাসো মোৰ ব্যক্তিগত ধৰ্মবিশ্বাসৰ দৰেই সমান।" তেওঁ ৰ'ল এনেভাবে যেন মাননীয় হাওলিটজৰ পৰা কিছু সমালোচনাহে শুনিব। কিন্তু বেঙ্কৰ মালিকে একো নকলে আৰু ফেলিস্কে কৈ গ'ল— "যেনেকৈ এজন কেথেলিকে তেহৰানৰ মচজিদলৈ দৃষ্টিপাত কৰিব পাৰে নাইবা এজন

কেলভিনিষ্টে চাটেইজ উপাসনা মন্দিৰৰ শলাগ লব পাৰে, নাইবা এজন নাস্তিকে এটা ব্ৰাহ্মনৰ মন্দিৰৰ জাক্জমকতাত বশ মানিব পাৰে তেনেকৈ মই ইহুদী ধৰ্ম্ম বিশ্বাসত জন্মহোৱা ব্যক্তিহিচাবে এই সঙ্গীত প্ৰদৰ্শন কৰাৰ সমান অধিকাৰ আছে। সৌন্দৰ্য্যই ধৰ্ম্মক অতিক্ৰম কৰি যায়। এইখনেই একমাত্ৰ স্থান য'ত সকলো মানৱজাতি এক প্ৰাণ একমনেৰে আৰু ভাতৃত্বৰে লগ হয়। এই পুৰণি কাগজৰ টোপোলাৰ এলাস্থু লগা পৃষ্ঠা বোৰত পৰি আছিল মানৱৰ অলিখিত এক মহৎ সঙ্গীত। এইটো ন্যায় সঙ্গত ভাবে বিশ্বৰ সুৰকাৰ সকলে পুৰুষানুক্ৰমে পোৱা বস্তু। মোৰ কৰ্ত্তব্য এইটো শুনোৱা, কাৰণ মই জানো এইবোৰ জীয়াই তুলিব পাৰিলে পৃথিবীত যেতিয়ালৈকে সঙ্গীত থাকিব তেতিয়ালৈকে মানুহে শুনিব।"

কষ্টেৰে লাখুটি ডালৰ সহাযত কোনো ৰকমে তেওঁ থিয় হ'ল।

"মই তোমাৰ কথাবোৰ জনামগৈ বাৰু মেণ্ডেলছন।"

ফেলিস্কে খন্তেক সময় চকীখনত বহি থাকি হঠাতে বহাৰ পৰা উঠি ক'লে "মই আপোনাৰ বন্ধুবৰ্গক হতাশ কৰি দুখ পাইছোঁ, আৰু মই আশা কৰিছোঁ তেওঁবিলাকে মোৰ যুক্তি বুজিব।"

দেউতাকৰ কথা স্মৰণ কৰাই দিয়া এই গম্ভীৰ ভদ্ৰলোকজনৰ প্ৰতি হোৱা আকস্মিক সহানুভূতিৰে তেওঁ ক'লে "মই জানো আপুনি জনাবগৈ।"

মানুহজন মেজখনৰ ওচৰলৈ কেই খোজমান আগবাঢ়ি গ'ল।

তেওঁ ক'লে "মেণ্ডেলচন, তোমাৰ দেউতাৰে তোমাৰ বাবে গৌৰৱ অনুভৱ কৰিলে হেতেন।"

পুৰণি ৰীতি অনুসৰি তেওঁ মূৰ দোৱাই বিদায়লৈ মানুহজন খোটালীটোৰ পৰা আতৰি গ'লগৈ।

সেই নিশা ফেলিস্কে শুব নোৱাৰিলে। কেইবা ঘণ্টা জুৰি তেওঁ শোৱা খোটালীৰ পৰিপূৰ্ণ এন্ধাৰত বিদেহী কিন্তু সজাগ প্ৰেতৰ দৰে অলৰ অচৰ হৈ পৰি ৰ'ল। নিজৰ দৈহিক সত্যতাৰ কথা তেওঁ জানিছিল মাত্ৰ তেওঁৰ হৃদয়ত হোৱা স্পন্দনৰ পৰা আৰু হাওঁ ফাওঁৰ কোমল বতাহৰ দ্বাৰা। তেওঁৰ কাষতে চেচিলি শুই থকাৰ উম তেওঁ পাইছিল

আৰু তেওঁ অনুভৱ কৰিলে পত্নীৰ দেহ-বল্লৰীৰ পৰা নিৰ্গত হৈ অহা উত্তাপ।

আৰু তেতিয়া বৰষুণ পৰি আছিল। কাৰণ য'ত খিৰিকীখন তেওঁ আছে বুলি জানিছিল সেই এন্ধাৰৰ এক বিন্দুৰ পৰা বৰষুণ বাগৰি পৰা এটা ধ্বনি শুনা গৈছিল। তলৰ প্ৰবেশ হল-ঘৰটোৰ বিশাল ঘড়ীটোত তিনটাৰ কোব পৰিল। সাৱধানে তেওঁ শোৱাপাটিৰ পৰা আতৰি আহিল। এখন অদৃশ্য হাত অদৃশ্য গা ধোৱা সাজটোলৈ মেলি দিলে। অদৃশ্য তথাপি স্পৰ্শৰ দ্বাৰা বোধগম্য হোৱা ভাঁজ কৰিব পৰা পাতৰ কাপোৰৰ দৰে গভীৰ এন্ধাৰে তেওঁক আবৰি ধৰিলে আৰু এক ছায়াছন্ন নিৰৱতাৰ মাজত এক আকাৰহীন ছাঁই গতি কৰিলে। অধ্যয়ণ খোটালীলৈ তেওঁৰ খোটালীটোৰ পৰা বগাই ওলায় আহিল। জুইশালত তেতিয়াও খৰিবোৰ উজ্বল গোলাপী বৰণীয়া হৈ আছিল।

তেওঁ এডাল মম জ্বলালে। আঙঠাৰ বৰ্ণ বিশিষ্ট আলোড়িত এক বাস্তৱলৈ খোটালীটোৱে সাৰ পালে। এগিলাছ ফটিকা গিলাছত ঢালিলৈ জুইৰ কাযত বহিলাহি। তাৰ পাছত বান্ধ মুকলি কৰা এজন লোকৰ দৰে তেওঁ ৰুদ্ধ অন্তৰ্দন্দৰ গলগল শব্দৰ প্ৰচণ্ড আলোড়ন সজোৰে ভাঙি দিলে তেওঁৰ বিবেকৰ পথাৰলৈ।

বেচ, শেষবাৰৰ কাৰণে তেওঁ আৰু এবাৰ এই সম্পূৰ্ণ অভিশপ্ত বিষয়টো চিন্তা কৰি চাব। তেওঁ এটা সিদ্ধান্তত উপনীত হ'বগৈ, আৰু তাতেই ইয়াৰ পৰিসমাপ্তি হ'ব। এটা বিষয়ত ঠিক যে এইটো এনেকৈ হ'ব নোৱাৰিব। ঠিক আছে প্ৰাৰ্থনা গীতটো আছিল এটা মহৎ সঙ্গীত, আৰু এইটো কাৰ্য্যত পৰিণত কৰা উচিত আছিল। এবা, তেওঁ চেষ্টা কৰিলে, নাই কৰা জানো ?

তেওঁৰ সামৰ্থ্যৰে সকলোখিনি কৰিলে। নাই কৰা জানো ?...

যদি যাজকজন কু-সংস্কাৰ পূৰ্ণ মূৰ্খ হয় তেন্তে এইয়া জানো তেওঁৰ দোষ ? যদি মদাহী, বিহ্বল আৰু পুষ্ট হৈ ট্ৰাষ্টিসকল জড়বুদ্ধিৰ হৈ কোনো কল্পনা শক্তিৰ আৰু কোনো উদাৰতাৰ বাবে অক্ষম হয় তেন্তে এইয়া জানো তেওঁৰ দোষ ? এইটো তেওঁৰ দোষনে যদি কুৰ্গেৰে আধা

বলীয়া আৰু কুসংস্কাৰপূৰ্ণ হৈ স্বপ্ন দেখে লিপজিগত আধিপত্য কৰাৰ ? কোনো সম্মান বা নীতি নোহোৱাকৈ যদি মূলাৰ চতুৰ ৰাজনীতিজ্ঞ হয় ? এৰা, তেওঁ কি কৰিব পাৰে যদি তেওঁবিলাক সকলো একগোট হৈ তেওঁক বন্ধ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হয় ?

প্ৰত্যেকেই যদি নিজৰ ব্যক্তিগত কাৰণত প্ৰাৰ্থনা গীতটো কাৰ্য্যত পৰিণত কৰাত প্ৰতিবন্ধক জন্মায় ! কি চাৰিশ গায়ক বাৰ্লিনৰ পৰা আনিবনে ? এটা সম্পূৰ্ণ অৰ্কেষ্ট্ৰা ভাড়া কৰিবনে ? আৰু অৰ্গেনটোৰ বিষয়ে হ'ব কি ? আৰু ক'ত তেওঁ এইটো গোৱাব—আলিবাটত ?... এইটো অদ্ভুত।

আৰু এতিয়া ইয়াৰ লৈ লিপজিগ্‌ৰ ইহুদী সকলৰ কাহিনীলৈ আহিল হাৰ্উলিট্‌জ নামৰ মানুহজন। তেওঁবিলাকো তেওঁৰ বিৰুদ্ধে থিয় হ'ল। ঈশ্বৰৰ হৈ তেওঁৰ বাবে কোনো এজনো নাইনে ? কোনোবা এজন যিজনে বুজিব সকলো কথা। নাই, ইয়াত কোনোৱেই নাই। আনকি তেওঁৰ পত্নীও নাই। আনকি তেওঁৰ ভৃত্যহতোঁ নাই। তেওঁ কি কৰিব খুজিছে বুলি অনুমান কৰিছে বাৰু ? সকলোকে তৰ্ক যুদ্ধলৈ আহ্বান ! মাত্ৰ তেৱেঁই শুদ্ধ—বাকী সকলোৱেই ভুলনে ?...তেৱেঁই অভিশপ্ত হ'ব লাগেনে আৰু এই পুৰণি প্ৰাৰ্থনা গীতটোৰ বাবে চহৰৰ পৰা পলাব লাগে ?...

চোৱা, ফেলিস্ক মণ্ডেলচন—সঙ্গীতৰ ডন্ কুইস্ক ! হেৰোৱা বস্তুৰ উদ্ধাৰ কৰ্ত্তাবীৰ ! তেওঁ ডন কুইস্কৰ দৰে কল্পিত শত্ৰুৰ বিৰুদ্ধে আক্ৰমণ কৰা নাই। তেওঁ মাত্ৰ গোটেই চহৰৰ বিৰুদ্ধে এখন হাতেৰে যুজিছে ! এৰা, এই মূৰ্খামি তেওঁৰ যথেষ্ট হ'ল। তেওঁ গোটেই বিষয়টোৰ পৰা হাত ধুলে। তেওঁৰ সম্পূৰ্ণ শেষ হ'ল।

"সম্পূৰ্ণ শেষ হ'ল !...সম্পূৰ্ণ শেষ হ'ল !...সম্পূৰ্ণ শেষ হ'ল।"

ডাঙৰকৈ বাৰে বাৰে তেওঁ ক'লে, তেওঁৰ কণ্ঠস্বৰ খোটালীটোৰ নিৰৱতাৰ মাজত আচৰিত ভাবে প্ৰতিধ্বনি হ'ল।

এটা দ্ৰুতভঙ্গীৰে মদখিনি পি তেওঁ জুইকুৰালৈ চালে। তেওঁৰ মুখত মদখিনি টেঙা লাগিল। তেওঁ আচৰিত ধৰণে ৰিক্ত অনুভব কৰিলে।

দেউতাকৰ প্ৰতিমূৰ্ত্তি তেওঁৰ মনত জাগ্ৰত হৈছিল, তেওঁ ক্ষোভেৰে এইটো আতৰাই থলে। কোনো নিৰ্ব্বোধালি ভৰা দুখ নাই, পীড়ন অনুভব নাই। তেওঁৰ প্ৰাৰ্থনা সঙ্গীতটোৰ বিষয়ে অন্ত পৰিল আৰু সেইয়াই সকলো। তেওঁ আৰু নিবিচাৰে কোনোৰকমে এইটো গোৱাবলৈ আনকি শুনিবলৈকো নিবিচাৰে।

চেচিলি সুখী হ'ব। বেচেৰি চিলেটি, এই হাস্যকৰ বিষয়ত তেওঁৰ অটল আক্ৰমণত হোৱা দুৰ্দ্দিনৰ পাছত তেওঁ হয়তো কিছু সুখী হ'ব। তেওঁ ইয়াৰ বাবে ক্ষতি পুৰণ কৰিব। তেওঁক কিছুমান সুন্দৰ গহনা তেওঁ কিনি দিব। চেচিলিয়ে তেওঁক ক্ষমা কৰিব। চেচিলিক তেওঁৰ কিমান প্ৰয়োজন আৰু তেওঁক ফেলিস্কে কিমান ভাল পায় সত্তৰ এতিয়া বুজিব। দাছেলড্ৰফৰ সুখময় দিনবোৰ উভতি আহিব।

আৰু অন্যান্য সকলৰ বাবে সেই যাজক, ট্ৰাষ্টি সকল, মেয়ৰ, হাউলিটজে যেতিয়া এই অদ্ভুত পৰিকল্পনাটো ত্যাগ কৰাৰ কথা গম পাব তেতিয়া তেওঁবিলাক কুমলিব। পুনৰ তেওঁবিলাক সকলো বন্ধু হৈ পৰিব। সকলো সুন্দৰ হৈ যাব—প্ৰত্যেকেই সুখী হ'ব।

মূৰটো ইফালে সিফালে কৰি তেওঁ গিলাচটোত পুনৰ মদ ভৰায় একে সোহাই সেইখিনি গিলিলে। তেওঁ বেদনাত সঙ্কুচিত হৈ লিখা পঢ়া কৰা মেজখনৰ ফালে খোজ ললে। প্ৰাৰ্থনা সঙ্গীতটোৰ স্বৰগ্ৰাম খিনি তাৰ ওপৰতে আছিল। মঙহৰ তেজৰ দাগ প্ৰথম পৃষ্ঠাত তেতিয়াও পৰিষ্কাৰ ভাবে আছিল। তেওঁ কাগজৰ গধুৰ টোপোলাটো তুলি ললে। গানৰ আলমাৰীৰ খলপা‌ত এইটো ভৰায় থৈ নিজৰ চটিজোতাজোৰেৰে ঠেলি খলপাটো বন্ধ কৰি থলে।

"এৰা এইটোৰ ইমানতে অন্ত পৰিল" গুণগুণায় কৈ খিড়িকী খনৰ ওচৰলৈ গৈ বাহিৰলৈ চালে। বৰষুণ জাক বন্ধ হৈছিল। ৰাজহুৱা বাগিছা খনৰ সিফালে বিশাল আৰু সমকোণী হৈ থকা চেইণ্ট থমাচ স্কুল ঘৰটো সুশৃঙ্খল হৈ থকা সৰু সৰু খিড়িকীবোৰৰ সৈতে থিয় হৈ আছিল। ঘৰটোৰ নিস্তব্ধতাৰ মাজত ঘড়ীটোত চাৰিটাৰ কোব পৰিল। ঘৰৰ ওপৰৰ আকাশ খনলৈ আহিছিল উষা আগমনৰ বাৰ্ত্তা ঘোষণা কৰি

অনুজ্জ্বল ৰক্তিমাভ নীলৰঞ্জন।

পুৱঁতি—বিশ্বাস ঘাটকতাৰ মুহূৰ্ত্ত……

বগাবৰণীয়া মুখখনৰে সৈতে ভয়েৰে তেওঁ যেন অপেক্ষা কৰি আছে দূৰণিত কুকুৰাৰ ডাক শুনিবলৈ……

সভাপতিজনে তেওঁৰ হাতুৰীটোৰে মেজত কোবাই সভাখন উদ্বোধন কৰাৰ জাননী দিলে। প্ৰাণবন্ত ব্যৱসায়ী সুৰেৰে তেওঁ ক'লে "মাননীয় ডাইৰক্টৰে অলপতে আবিষ্কৃত হোৱা এটা পুৰণি গীত এই সময়ত প্ৰদৰ্শন কৰাৰ পৰামৰ্শটো আলোচনা কৰিবৰ বাবে আমি ইয়ালৈ আহিছোঁ। যেই হওক প্ৰস্তাবটোৰ ন্যায় অন্যায় আদিৰ বিষয়ে আলোচনা কৰিবলৈ লোৱাৰ পূৰ্ব্বে বোৰ্ডৰ সভাপতি হিচাবে এইটো মোৰ কৰ্ত্তব্য বুলি অনুভৱ কৰিছোঁ।……

ফেলিস্কে সভাপতিৰ কথা সুশুনিলে। নিদ্ৰাহীনতাৰ কাৰণে তেওঁৰ চকুজুৰি গৰম যেন লাগিছিল আৰু অশান্তি হৈছিল। তেওঁ কোনো কথাকে কোৱা নাছিল। তেওঁ একো এটা মুখত খোৱা বস্তুও দিয়া নাছিল। মদ এতিয়াও তেওঁৰ মুখত টেঙা লাগি আছিল। ক্লান্তি হতাশ আৰু ক্ষোভ তেওঁৰ হৈছিল। কিয় সদায় এটা মৰাশৰ বিষয়ে মানুহে বক্তৃতা দিব লাগে।

অবনমিত দৃষ্টিৰে তেওঁ বহি থকা এঘাৰজন লোকক চালে। অস্ত্ৰ-শস্ত্ৰেৰে কূৰ্গেৰ সজ্জিত হৈ আহিছিল। আৰু এজাপ লিখা কাগজত আঙুলি চালনা কৰি সংগ্ৰামত জপিয়াই পৰিবলৈ সাজু হৈ ইতিমধ্যেই প্ৰতিশোধ লোৱাৰ ইঙ্গিত দিলেই। ওখ পিঠি থকা চকীবোৰত জঠৰহৈ বহি আছিল আনসকলে বিচাৰকৰ ভান কৰি। তেওঁ বুজিছিল যে বিষয়টো তেওঁবিলাকৰ মাজত আগতে আলোচনা কৰি এতিয়া তেওঁৰ অনুৰোধটো অস্বীকাৰ কৰিবলৈ সিদ্ধান্ত কৰিছে। কিন্তু বৈধতাৰ বিষয়ে যৌথ কাপুৰুষালিৰ এটা হেপাঁহ আছিল আৰু তেওঁবিলাকে এই কাম এক মিলনাত্মক তৰ্কৰ মাজেদি কৰাটো বিচাৰিছিল। সেইকাৰণেই ইজনে সিজনৰ দৃষ্টি পৰিহাৰ কৰি গম্ভীৰ আৰু নিৰপেক্ষ বিচাৰকৰ দৰে, যিটো তেওঁবিলাকৰ নাছিল—তেনেদৰে তেওঁবিলাকৰ মূৰ্ত্ত হৈ উঠিবলৈ যথেষ্ট চেষ্টা কৰিলে।

মেয়ৰে শেষ কৰি কলে "আৰু এতিয়া ট্ৰাষ্টি মাননীয় কূৰ্গেৰক এই

প্ৰশ্ন সম্বন্ধে তেখেতৰ দৃষ্টি ভঙ্গিৰ বিষয়ে সদনৰ মজিয়াত ক'বলৈ দিছোঁ।"

কুৰ্গেৰে গলখেকাৰি মাৰি কণ্ঠ পৰিষ্কাৰ কৰোঁতে ফেলিস্কে ইতিমধ্যে কবলৈ আৰম্ভ কৰিলে। "ইয়াৰ প্ৰয়োজন নহ'ব লাট বাহাদুৰ, মই ভাবি স্থিৰ কৰিছোঁ এই গীতটো কাৰ্য্যত পৰিণত কৰিলে ই বোৰ্ডৰ ওপৰত এটা অসহনীয় আৰ্থিক বোজা দিব।" তেওঁ নিৰস আৰু ক্লান্ত মুখে কথাবোৰ কৈছিল। অনাবশ্যকীয় কাগজবোৰ খামুচি ধৰি কুৰ্গেৰে মাত লগালে "এইটো ধনৰ কথা নহয়। আমাৰ যথেষ্ট ধন আছে।"

"কিন্তু গায়ক নাই।"

নিৰৱতাৰ মাজত খন্তেকৰ বাবে তেওঁবিলাকৰ তীব্ৰ চাৱনিৰ সংঘৰ্ষ হ'ল। এটা পাতল কান্ধ জোকাৰনিৰে আন সকল ট্ৰাষ্টিৰ ফালে ঘূৰি ফেলিস্কে ক'লে "সেই কাৰণে মই মোৰ অনুৰোধ উঠাই ললো। এই প্ৰাৰ্থনা সঙ্গীত প্ৰদৰ্শন কৰা নহ'ব আৰু তেখেত সকলৰ অমূল্য সময় অপব্যয় কৰাৰ বাবে ক্ষমা খুজিলোঁ।"

তেওঁৰ চকুজুৰিয়ে মেজখনৰ চাৰিওফালে ধীৰ গতিৰে ভ্ৰমিলে হতাশাত আচ্ছন্ন হৈ যোৱা মুখবোৰ তেওঁ দেখিলে। প্ৰত্যেকে নিজৰ যুক্তিৰে ধ্বংশকামী আক্ৰমনাত্মক বাক্ চাতুৰ্য্যৰ সৈতে বৰ সুন্দৰ ভাবে সাজু হৈ অহা বুলি ভাবিছিল—ইমান শক্তিশালী—এজনৰ বিৰুদ্ধে এঘাৰ জন। আৰু এতিয়া কোনো এ'ক নহ'ব, এই প্ৰস্তাব প্ৰত্যাখ্যান কৰিবলৈ কোনো সুযোগ নৰ'ল।

তেওঁৰ হৃদয়ত ধপ্ধপনি উঠিছিল। কিন্তু এক অদ্ভূত স্বস্তিৰ মহা-আনন্দ—নিশ্চয়তাৰ এক স্বস্তি তেওঁৰ উপলব্ধি হৈছিল। তেওঁ কথাখিনি ক'লে। কামটো কৰাহৈ গ'ল! তেওঁ প্ৰাৰ্থনাগীতটো কাৰ্য্যত পৰিণত কৰি নোতোলে। পুনৰ পাহৰনিত নিদ্ৰা যাব পাৰে জোহান চেবাষ্টিয়ানবাচ।

"ইয়াৰ দ্বাৰা মই চলিত চৌজনৰ মে মাহৰ পোন্ধৰ তাৰিখৰ পৰা গিওৱানডজ অৰ্কেষ্ট্ৰাৰ পৰিচালকৰ পদ আৰু কনজাৰভেটৰীয়ামৰ পদটো ইস্তাফা দিছোঁ।" নিজৰ কণ্ঠস্বৰ শুনি তেওঁ নিজেই উচাপ খালে। তেওঁ সেইদৰে ক'ব খোজা নাছিল। এইটো উশাহৰ দৰে নিজে ওলায় আহিছিল। চেচিলিয়ে কি ক'ব? এৰা তাই বি ভাল

পায় তাকেই ক'ব। তেওঁ ডবক নকৰে, একেবাৰেই কোনো বিষয়তেই ডবক নকৰে।

বেদনা পূর্ণ উদাসীনতাৰে তেওঁৰ ঘোষণাৰ প্ৰতিক্রিয়া জুখিলে। হতাশৰ ৰূপান্তৰ ঘটিল আশ্চৰ্য্যলৈ। কিছু মান ট্ৰাষ্টিয়ে তেওঁৰ ফালে অবাকহৈ মুখ মেলিলে, কিছু মানে তেওঁৰ ফালে তধা লাগি চাই ৰ'ল আৰু কিছুমানে অবিশ্বমৎ ভাবে আধা মেলা চকুৰে মূৰ জোকাৰিলে।

"আপুনি অর্থ কৰিছে যে আপুনি ইস্তফা দিছে ? "মূলাৰে সুধিলে। তেওঁৰ সন্ন্যাস ৰোগ গ্ৰস্ত মুখখন ৰঙা আৰু উজ্বল হ'ল। ফেলিস্কে মূৰ দুপিয়ালে। "মাননীয় লাট বাহাদূৰ, এই চীজনৃৰ কোছ´লৈ আপুনি মোৰ উত্তৰাধিকাৰী বিচাৰিবলৈ আৰম্ভ কৰিব পাৰে।"

তেওঁ বিলাক স্তব্ধ হৈ গৈছিল। মেণ্ডেলচন অবিহনে লিপ্‌জিগ! কিয়—কিয় ? এইটো ধাৰণাৰ অতাত আছিল। এই চহৰখনক বিখ্যাত কৰি তুলিছিল তেৱেঁই। জাৰ্ম্মানীৰ আন প্ৰত্যেকখন চহৰে হিংসা কৰিবলৈ লৈছিল আৰু এতিয়াই তেৱেঁই যাবলৈ ওলাল।

"যদি হে এইটো দৰ্ম্মহাৰ প্ৰশ্ন হয়"—এজন ট্ৰাষ্টিয়ে দুঃসাহস কৰি ক'লে।

"হয়," আন এজনে একে সুৰে ক'লে "যদি হে আপুনি অধিক ভাল কাম পাইছে—মোৰ দৃঢ় বিশ্বাস যে বোৰ্ডে—হাত খন ডাঙি ফেলিস্কে তেওঁক কোৱা বন্ধ কৰি ক'লে "এইটো ধনৰ প্ৰশ্ন নহয়।"

"তেন্তে এইটো নো কি ?" মুলাৰে সুধিলে।

"মই ভাগৰিছোঁ বুলিয়েই কব লাগিব। আৰু এতিয়া যদি আপোনালোকে মোক ক্ষমা কৰে তেন্তে মই মোৰ অফিচলৈ উভতি যাবলৈ পালে ভাল পাম। কৰিব লগা মোৰ কাম আছে তেওঁ, থিয় হৈ ক'লে। তাৰ পাছত মূৰ দোৱাঁই খোটালীটোৰ পৰা বাহিৰলৈ ওলায় গ'ল। খন্তেক পাছত তেওঁ অফিচত সোমায় পোনে পোনে জুইৰ কাষত থকা ঘূৰণীয়া মেজখনৰ ওচৰলৈ গ'ল আৰু এগিলাচ মদ ভৰালে। তেওঁ মদখিনি পি মেজত নিজৰ টনটনাই থকা মূৰটো দুয়োখন হাতৰ মাজত ধৰি থাকিল। তাৰ পাছত তেওঁ অকাৰণতে কান্দিলে। ইমান বছৰ তেওঁ

কন্দা নাছিল কাৰণে এতিয়া নিজেই বুজিব পৰা নাছিল তেওঁ কিয় কান্দিছে। সেই দিনা তেওঁৰ দুচকুত শেষ বাৰলৈ চকু—লো উপচি পৰিছিল যিদিনা পেৰিচত গধুলিৰ সাজ সজ্জাৰে ভৰিৰ গঠিলৈকে সোমোৱা গভীৰ বৰফৰ মাজত থিয় হৈছিল গৈ তেওঁ হালধীয়া ঘোষণা পত্ৰখনৰ সম্মুখত যিখনত আছিল মেৰীয়াৰ প্ৰগ্ৰেস বাতিল হোৱাৰ খবৰটো। সময়ৰ চকৰিত তেনেকুৱা মুহূৰ্ত্ত কেইটামান হে আছিল। তোমাৰ ভিতৰত যেতিয়া সকলোবোৰ স্তব্ধ হৈ যায় আৰু তুমি অধিক দূৰ আগ বাঢ়িব নোৱাৰা আৰু তেতিয়া মাত্ৰ বিচাৰা শুবলৈ যি কোনো মূল্যৰ বিনিময়ত তুমি শুবলৈ বিচাৰা, আনকি তুমি যদি কাহানিও সাৰ পাব লগাও নহয়।

তেওঁৰ মনত পৰিল কৰবাত পঢ়া—যে গল গথ'লৈ যাওঁতে বাটত যীশুৱে শূলভালত যিমান বাৰ উজুটি খাইছিল সিমান বাৰ এজন প্ৰাপ্ত বয়স্ক লোকক কান্দিবলৈ অধিকাৰ দিয়া হৈছিল। তিনিবাৰ···আৰু বাস্তবিকে প্ৰত্যেক লোকৰ জীৱনত অন্ততঃ তিনটা সময় আছে—জায়াই থকা শূলভালত যেতিয়া তুমি উজুটি খোৱা, আৰু তুমি লাজ পোৱা, আৰু ক্লান্ত হোৱা, ভয় খোৱা—ভয় বৰ্ত্তমানৰ বাবে, অধিক ভয় ভবিষ্যতৰ বাবে—আৰু নিঃসঙ্গতা অনুভব কৰি বেদনাত তুমি বিদীৰ্ণ হৈ নিঃশেষ হৈ যোৱা আৰু এটি শিশুৰ দৰে তুমি ব্যাকুল হৈ পৰা তোমাৰ মাতৃৰ বাবে, এই সময় বোৰতেই তুমি পাহৰি যোৱা যে তুমি এজন নিৰ্ভীক হৃদয়হীন প্ৰাপ্ত বয়স্ক লোক আৰু তুমি কান্দা কৰবাত লুকায় গোপনে।

তেওঁ সেই কাৰণেই বোৰ্ডৰ খোটালীটোৰ পৰা গুচি আহিছিল। পেৰিচৰ সেই ঘোষণা-পত্ৰ-খনৰ সম্মুখত অনুভব কৰাৰ দৰে তেওঁ হাড়বোৰ জেলি হৈযোৱা যেন লাগিছিল। হঠাতে তেওঁৰ মানুহৰ অৱস্থিতি অসহ্য লগা হ'ল। প্ৰাৰ্থনা সঙ্গীতটো কাৰ্য্যত পৰিণত কৰি তোলা ভাবটো ত্যাগ কৰাৰ পাছত সেই একেটা খোটালীত তেওঁৰ থাকিবলৈ অসহ্য লাগিল। তেঁও যেন সেই মানুহবোৰৰ ভিতৰৰে এজন এইটো তেওঁৰ এনে লাগে। এইটো নহয় যে তেওঁবিলাকতকৈ তেওঁ ভাল আছিল—তেওঁ ভাল নাছিল। তেওঁ সংগ্ৰাম কৰি যোৱাই উচিত

আছিল। তেওঁ আস্ফালন কৰিব লাগিছিল, হাতৰ মুঠিৰে মেজত ভুকুৱাব লাগিছিল, বাকদৰ দৰে যুক্তিবোৰ নিক্ষেপ কৰি দেখুৱাব লাগিছিল। কাৰণ যুক্তি তেওঁৰো আছিল। তেওঁবিলাকে প্ৰাৰ্থনা সঙ্গীতটো প্ৰদৰ্শন কৰিবলৈ অমান্তি হওঁতে তেওঁইস্তফা দিয়াৰ ভয় দেখুৱাব লাগিছিল এই-টোৰে তেওঁবিলাকক চক্ খুৱালে হেতেন। তেওঁ ড্ৰেছডেনলৈ গুচি যোৱাৰ কথা কৈ আৰু ৰজাক নালিচ কৰাৰ কথা কৈ ভয় দেখুৱাব পাৰিলে হেতেন। এই দেশৰ প্ৰত্যেক খন বাতৰি কাগজলৈ জনাই দিব বুলি কৈ তেওঁ আৰম্ভ কৰি দিব লাগিছিল তেওঁ বিলাকৰ বিৰুদ্ধে প্ৰেছ যুদ্ধ। ইয়াত তেওঁ কৰিব পৰা হেজাৰটা কাম আছিল—তাৰো-পৰি তেওঁৰ আছিল মৰ্য্যাদা আৰু ক্ষমতা।

তাৰ সলনি তেওঁ একোকে নকৰিলে। এজন কাপুৰুষৰ দৰে বিনা সংগ্ৰামে তেওঁ বৰণ কৰিলে পৰাজয়। তেওঁবিলাকৰ লাভৰ কাৰণে তেওঁৰ নিজৰ বিবেকৰ শ্বাস ৰুদ্ধ কৰিলে। আৰু এইটো অসমাপ্তকৈ ৰাখি তেওঁ জীয়াই থাকিব লাগিব। তেওঁৰ বিশ্বাসঘাটকতাৰ এই স্মৃতি সুৱঁৰি বাকী চোৱা জীৱন পাৰ কৰিব লাগিব। তেওঁৰ মানস পটলৈ বাৰে বাৰে অহা দেউতাকৰ প্ৰতিমূৰ্ত্তি দেখি তেওঁ কোঁচ খায় আৰু এইটো আতৰাই দিয়ে। বেচেৰা দেউতা পুতেকৰ সুখ্যাতি হৈছে বুলি ভাবি যিজন ঢুকাল। এজন মানী লোক। "তোমাৰ কাৰণে মই যি কৰিলো, তুমি ইয়াৰ পৰিশোধ কৰিব পাৰিবা তোমাৰ জীৱনত অন্ততঃ এটা মহৎ আৰু ভাল কাম কৰি। মৃত্যুৰ কিছু পূৰ্ব্বে দাছেলড্ৰাফত হোৱা ৰাইন উৎসৱত তেও এই কথা কৈছিল। আৰু তেওঁৰ পুতেকে কাপুৰুষ হৈ ঋন পৰিশোধ কৰিলে আৰু প্ৰকৃততে এটা মহৎ ভাল কাম কৰাৰ সুযোগলৈ পিঠি দিলে। এই বিষয়ে ভাবি চোৱা, তেওঁ, এজন ইহুদীয়ে খ্ৰীষ্টিয়ানক দিব পাৰিলে হেতেন—তেওঁ বিলাকৰ সৰ্ব্বশ্ৰেষ্ঠ গীতটো। কি যে এটা সুন্দৰ ইঙ্গিত, সহনীয় পাঠ, আৰু শিল্পী সুলভ ভাতৃত্বৰ বন্ধন এইটো হ'ব পাৰিলে হেতেন। কিন্তু নহ'ল, তেওঁ ইঙ্গিত নিদিলে, পাঠো তেওঁৰ দিয়া নহ'ল। কাপুৰুষৰ দৰে তেওঁ বশ্যতা স্বীকাৰ কৰিলে ভীৰুতাৰে যুদ্ধ অবিহনে এটিও শব্দ উচ্চাৰণ নকৰাকৈ

বোবা হৈ। কিয়—কিয় তেওঁ তেনে কাম কৰিলে? কাৰণ—কাৰণ তেওঁ গুজৰবোৰৰ পৰা, বোধ অতীতৰ পৰা, ভুল বুজা বুজিৰ পৰা, স্পষ্ট নিৰ্ব্বোধিতাৰ পৰা ক্লান্ত হৈছিল—কাৰণ তেওঁ বিচৰা নাছিল যাজক আৰু সমগ্ৰ লুথেৰান উপাসনা মন্দিৰৰ লগত তৰ্কত মনোযোগ দিবলৈ—কাৰণ তেওঁ আনিব খোজা নাছিল লিপ্‌জিগৰ ইহুদী সম্প্ৰদায়লৈ নতুন বিপদ—কাৰণ তেওঁ ট্ৰাষ্টি সকলৰ লগত আৰু কুৰ্গেৰৰ লগত মুকলি যুদ্ধ আৰম্ভ কৰিবলৈ বিচৰা নাছিল। এইবিলাকৰ উপৰিও তেওঁৰ প্ৰতি কোনো সহানুভূতি নথকা আৰু নিজৰ বান্ধৱী সকলক হেৰুৱাবলৈ নিবিচৰা চেচিলিক ইয়ালৈ তেওঁৰ সংগ্ৰামলৈ টানি আনিবলৈ বিচৰা নাছিল। প্ৰকৃততে এইটোৱেই আছিল কাৰণ। ধুমুহাৰ সম্মুখীন তেওঁ অকলৈ হ'বলৈ সাহস নকৰিলে। চেচিলি অবিহনে তেও সংগ্ৰামৰ সম্মুখীন হ'ব নোৱাৰে। তেওঁৰ কঠিন ওঠ, ক্ৰমাগত জ্বালাতন কৰা নিস্তব্ধতাই আৰু তেওঁৰ সুদীৰ্ঘ যন্ত্ৰণাৰ চাৰনি যে তেওঁক অসহনীয় কৰি তুলিলে। তেওঁৰ যন্ত্ৰণা হৈছিল, তেওঁৰ মুৰ কামোৰনিবোৰ ক্ৰমাগত শোচনীয হৈ আহিছিল, তেওঁ বহুত দিন জীয়াই থাকিব নেলাগিব। তেওঁ শান্তি বিচাৰিছিল অন্ততঃ ঘৰখনৰ শান্তি। আৰু তেওঁ এইটো বিবেকৰ মূল্য দি কিনিলে। সেইয়ে, সিমানতে অন্ত হ'ল।

অহাযোৱা কৰা বাটত তেওঁ দ্ৰুত পদ সঞ্চালন হোৱা শুনিলে। লৰালৰিকৈ তেওঁ বিৰাট ধাতুৰ বিজ্ঞানী আঁধাৰটোৰ পৰা কলমটো তুলি লৈ চিঠি লিখাৰ ভাও জুৰিলে। তেনেতে দুৱাৰত আঘাত হ'ল আৰু মেয়ৰ সোমায় আহিল।

এটাও শব্দ নোকোৱাকৈ কৌপনিৰ সাম কাটিবলৈ তেওঁ চকী খনত বহিল। অৱশেহত অপ্ৰত্যাশিত ভদ্ৰতাৰে তেওঁ আৰম্ভ কৰিলে—"মই বেজাৰ পাইছোঁ—এই গীত আপোনাৰ কাৰণে কিমান বেচি অৰ্থ আছিল আৰু এইটো বিসৰ্জ্জন দিবলৈ আপোনাৰ কিমান কষ্ট হৈছে—মই বুজিছোঁ। মই আপোনাক সহায় কৰিবলৈ ইচ্ছা কৰিছিলো, কিন্তু মই নোৱাৰিলো। যাজক জনৰ লগত আপোনাৰ কাজিয়া লগাৰ পাছত নোৱাৰিলো—"

"আপুনি কোৱাৰ দৰে কোনো কাজিয়া তাত হোৱা নাছিল" কান্ধটো এবাৰ জোকাৰি মূলাৰে ক'লে "আপুনি যদি ভাল পায় তেন্তে বাৰু এইটো মতানৈক্য বুলিয়েই কৈছোঁ। বিষয়টো এই মোৰ হাত বন্ধা আছে বুজিছেনে? কূৰ্গেৰৰ বিৰুদ্ধে মই থিয় হ'ব পাৰোঁ, কিন্তু তেওঁবিলাক দুয়োজনকে—তেওঁ আৰু যাজক জনক মোৰ বিৰুদ্ধে যাবলৈ দিব নোৱাৰোঁ।"

অৰস ভাবে ফেলিস্কে মূৰটো জোকাৰি ক'লে—"মই বুঝিছোঁ, এই বোৰৰ সম্প্ৰতি অন্ত পৰিল। এই বিষয়ে আমি আৰু অধিক নকওঁ।"

"আপোনাক মই ক'বলৈ আহিছোঁ যে আপুনি গুচি অহাৰ পাছত আমি আপোনাৰ ইস্তফা লৈ আলোচনা কৰিছিলো। এইটো গ্ৰহণ নকৰিবলৈ বোৰ্ডে সিদ্ধান্ত কৰিলে।" মাজতে ফেলিস্কে মাত লগালে "এইটো গ্ৰহণ নকৰিবলৈনো তেখেত সকলে এইটো গ্ৰহণ কৰে বা নকৰে—মই ভয় নকৰোঁ। মই—"

"এতিয়া, এতিয়া আপুনি উত্তেজিত নহবচোন।" মূলাৰে শান্ত কৰাৰ ভঙ্গী এটাৰে ক'লে। "অৱশ্যে আপুনি যাব খুজিলে আপোনাক আমি ধৰি ৰাখিব নোৱাৰোঁ। কিন্তু মই পৰামৰ্শ দিছিলো যে সভাৰ কাৰ্য্য বিবৰণী পুথিত আপোনাৰ ইস্তফাৰ বিষয়ে উল্লেখ কৰিব নেলাগে যাতে এই বিষয়ে এটা সিদ্ধান্ত কৰিবলৈ আপুনি এটা সুযোগ পায়। কেতিয়াবা যুক্তি তৰ্কত গৰম হৈ আমি কিবা-কিবি কৈ পেলাওঁ আৰু পাছদিনা আমি অনুতাপ কৰোঁ।"

"মোৰ মন স্থিৰ হৈ গৈছে।"

মূলাৰে আত্মসৰ্মপণৰ এটা হুমুনিয়াহ এৰি ক'লে—"এৰা যদি এইটোকেই হয়—আপুনি চাৰ্জন শেষ হোৱাৰ এমাহ কি দুমাহ পূৰ্ব্বে সদায়েই চোন ইস্তফা দিব পাৰে। আৰু মন সলনি কৰোঁ বুলি ভাবিলে মুখ ৰক্ষা কৰিও চোন এইটো কৰিব পাৰিব। এখন সৰু চহৰত মুখ ৰক্ষা কৰাটো বৰ আৱশ্যকীয় কথা।" খন্তেক ৰৈ তেওঁ ফেলিস্কলৈ চিন্তিত ভাবে মনোযোগেৰে চাই ক'লে "আপোনাক ভাল দেখা নাই। এই বিষয়টোৱে আপোনাৰ স্নায়ু ছিন্ন ভিন্ন কৰিছে। গুজৱ, যুক্তি-তৰ্ক আৰু

আপোনাৰ পাছফালে হোৱা মানুহৰ ফুচফুচনিত মই অভ্যস্ত, কিন্তু আপুনি নহয়। আপুনি দুসপ্তাহৰ ছুটীলৈ ড্রেছডেনলৈ কিয় গুচি নেযায়?"

ড্রেছডেনলৈ? কিহৰ কাৰণে?

"কনজাৰভেটৰীয়ামৰ কাৰণে সেই ওৱেঙ্গাব নামৰ মানুহজনৰ খা-খবৰ লৈ, অপেৰাৰ বিষয় সন্ধান কৰিব। যি কোনো বিষয়ৰ···আপুনি জানেই যোৱা কুৰি বছৰ ধৰি আমি লিপজিগত এটা অপেৰা চীজনৰ বাবে কেনেকৈ চিঞঁৰিছো—এৰা যাওক আৰু খবৰ লওকগৈ, আমাৰ কি সুযোগ আছে—যদি কোনো এখন পাব পৰা হয় তেওঁৰ মাত পুনৰ কোমল হ'ল। মোক বিশ্বাস কৰক মেণ্ডেলছন, ই আপোনাৰ মঙ্গল সাধন কৰিব, আপোনাৰ চিন্তা ধাৰা সলনি কৰিবলৈ আৰু সকাহ দিবলৈ ই সুযোগ দিব।"

আংশিক ভাবে প্রত্যয় মানি ফেলিস্কে ক'লে "হয়তো আপুনি ঠিকেই কৈছে। মোৰ লগত চেচিলিকো নিব পাৰে।। মুলাৰৰ মুখ দেখি বুজা গ'ল যে তেওঁ এইটো বৰ ভাল পোৱা নাই। "যদি আপুনি যাবলৈ বিচাৰে যদি আপুনি সপৰিবাৰে যায় তেন্তে পত্নীক লগত লৈ লিপজিগ্‌লৈ যোৱা আপুনিয়েই হ'ব প্রথম লিপজিগাৰ। কিন্তু ঘটনা ক্রমে আপোনাব আছে লাৱণ্যময়ী পত্নী। যেই হওক সকলো ফালৰ পৰাই এইটো ভাল কাম হ'ব। ই আপোনাৰ স্বাৱলম্বী কৰিব আৰু মানুহে পাহৰি যাবলৈ সময় পাব। ঈশ্বৰক ধন্যবাদ মানুহে পাহৰিব পাৰে। এই গোলমলীয়া প্রাৰ্থনা গীতটোৰ আগতে যেনে আছিল আপুনি তেনে অৱস্থা পাবহি।" চকী খনৰ পৰা তেওঁ কেকাই উঠিলে ফেলিস্কে ক'লে "এই বিষয়ে মই চিন্তা কৰিম—ধন্যবাদ শ্রীষ্টোবেগ।" অলপ সময় দুয়ো মুখামুখী হৈ ৰ'ল। এক দ্বিধা গ্রস্ত ঐ ক্লান্তিকতাই তেওঁৰ সৰু চকুজুৰি কোমল কৰি তুলিলে! "পুভৌজনক কথা যে আমি দুয়ো বন্ধু হ'ব নোৱাৰোঁ।" মুৰটো সামান্য ভাবে জোকাৰি তেওঁ নিচেই সৰুকৈ গুণগুণায় ক'লে।

ৰূঢ় আৰু অসমাজিক ভাবে তেওঁ খোটালীটোৰ পৰা ওলায় গ'ল। মেয়ৰ জন গুচিযোৱাৰ পাছত ফেলিস্কে খিড়িকী খনৰ ওচৰত অলসভাবে থিয় হৈ ঘৰৰ চালবোৰৰ ওপৰত ভাঁহি থকা মহা তৰঙ্গময় ধূসৰ বৰণীয়া

ডাৱৰ বোৰলৈ চালে। আকৌ বৰষুণ হ'ব। কিন্‌কিনিয়া ৰৰষুণৰ আন এটা সন্ধিয়া—আকৌ কালিলৈও এইটোকেই হ'ব তাৰ পাছ দিনাও। উস চেস্কনিৰ এই নিৰানন্দময় শৰৎ কালবোৰ, এই সম্পূর্ণ সিক্ত আকাশ খিড়িকীত কাণ থৈ শুনিবলৈ পোৱা টোপ্‌ টোপ চিৰস্থায়ী বৰষুণৰ ধ্বনি বোৰ—এই মূহুৰ্ত্তত সূৰ্য্যালোকত টৰেণ্টোত নেমুৰ গছবোৰ তন্দ্ৰাচ্ছন্ন হৈ আছে। উজ্বল জ্যোতিৰ চূড়ান্ত উন্মাদনাৰ মাজত আকাশখন হয়তো নিজেই নিঃশেষ হৈছে। ইয়াৰ সু-উজ্বল নীলা ঢৌবোৰে প্ৰবল-ভাবে প্ৰণয় উদ্দীপনাৰে পৰ্ব্বতবোৰত খুন্দিয়াই গোলাপী যেন হৈ চিটিকি পৰিছে। ৰাফেলোত কন কন উদ্যানবোৰ হয়তো শান্ত হৈ আছে আৰু সময় যেন স্থিৰ হৈ কৈছে। নিজৰ গৃহৰ দুৱাৰ মুখত বহি কোনো এগৰাকী বৃদ্ধাই চাইছে সূৰুযটোলৈকে আৰু ভৰিৰ তলত ছাগৈ কুকুৰটো শুই আছে। ক'ৰবাত কোনোবাই গান গাইছে—ইটালীত মানুহে সদায় গান গায়। সকলোতকৈ দৰিদ্ৰজনেও আৰু সকলোতকৈ দুখীজনেও গান গায়। কোনোবাজন স্নেহ পৰায়ন ঈশ্বৰৰ পৰা তেওঁ-বিলাকে এই হাঁহিব পৰা আৰু গান গাব পৰা দানটো পাইছে। কিন্তু ইয়াত—এই লিপজিগত কোনো গান নাই কোনো সূৰুয নাই। আৰু শেষ হৈ আহিছে আন এটা নিৰানন্দময় দিন—বৰষুণৰ নিৰৱ উচুপনিৰ মাজেৰে।

অকস্মাতে খোটালীটোলৈ কোনোবা অহা যেন পাই তেওঁ সজাগ হ'ল। ঘূৰি চাই দেখিলে ৰুইফুট মান আতৰত থিয় হৈ আছে হাৰ্মেন স্কীমিড। "মই দুৱাৰত দুবাৰ টোকৰ মাৰিছিলো—আপুনি নুশুনিলে। মই ঘৰলৈ উভতি যোৱাৰ আগতে জানিব খুজিছোঁ—আপোনাৰ কিবা প্ৰয়োজন হ'ব নেকি ?" হাৰ্মেনে ক'লে।

"নেলাগে হাৰ্মেন, আপোনাক ধন্যবাদ।"

"কেনে হ'ল—সভাত এইটো কি হ'ল ?"

"সুন্দৰ হ'ল।" তেওঁৰ কথাৰ সুৰত আছিল লঘুতিক্ততা।

"প্ৰাৰ্থনা সঙ্গীতটো কাৰ্য্যকৰী কৰা নহ'ব—এই বিষয়ত আমি সকলো সভ্য এক মত।"

স্কীমিডৰ জোপোহা চেলাউৰি জোৰ আকস্মিক বিস্ময়ত ওপৰলৈ উঠিল—"আপুনি এইটোৰ বাবে যুঁজ নকৰিলেনে" "মোৰ মৰমৰ হাৰ্মেন, ইতিমধ্যে শেষ হৈ যোৱা বিষয়টো লৈ যুঁজ কৰাৰ কোনো যৌক্তিকতা নাই, আছে জানো? এই পৃথিবীত এজনৰ থাকিব লাগিব বিচাৰ বুদ্ধি।" জোৰে এটা হাঁহি মাৰি ক'লে।

"আপোষ মীমাংসা, আপোষ মীমাংসা, আপোষ মীমাংসা সদায়েই। সফল হোৱাৰ এয়েই গোপন কথা। অপুনি নিজৰ ডিঙি কাটি এদিন পুৱা শেষ হৈ যাব পাৰিব অৱশ্যে সেইটো বিষয়টোৰ বাহিৰা কথা।" সক মেজখনৰ ওচৰলৈ গৈ ফেলিক্সে গিলাছটোত মদ ঢালি সুধিলে "মদ খাবনে?"

"নেখাওঁ ডাইৰেক্টৰ। ধন্যবাদ। এতিয়া মই ঘৰলৈ উভতি যোৱাৰ কথাহে ভাবিছোঁ।" হাৰ্মেনে তেওঁক ভালকৈ মনদি চাই ক'লে। ফেলিক্সে তেওঁ যাবলৈ ধৰোঁতেই মাত লগালে—"প্ৰসঙ্গক্ৰমে মই দুমাহৰ ছুটী লৈ ড্ৰেছডেনলৈ যোৱাৰ কথা ভাবিছোঁ। লিপজিগৰ বাবে অহা বছৰলৈ মই কোনো অপেৰাৰ চোজন বন্দোবস্ত কৰিব পাৰোনেকি— তাকে বোৰ্ডে বিচাৰিছে। চিকিৎসক এজনৰ দৰে তেওঁ নিৰস ভাবে ক'লে—"এইটোৱে আপোনাৰ উপকাৰ সাধিব—এই কিছু সময়ৰ বাবে বাহিৰলৈ ওলায় যোৱাটোৱে। আপোনাৰ প্ৰয়োজন হৈছে ঠাই পৰিবৰ্ত্তনৰ। তাত আপুনি নিজে স্ফূৰ্ত্তি কৰকগৈ। মই বুজিছো বৰ্ত্তমান ইটালীৰ মহান গায়িকা মেৰীয়া—"তেওঁ নামটো সুঁৱৰিবলৈ যত্ন কৰিলে—মেৰীয় শেলা-ও-সেইটো ৱেই হয়—তেওঁক তেওঁবিলাকে তাত পাইছে। তেওঁৰ গান মই নিজে শুনা নাই—কিন্তু তাইৰ গান এক বিস্ময় বুলি তেওঁবিলাকে কয়।"

খোটালীটোৰ ম্লান পোহৰত ফেলিক্সৰ মুখখন বগা হৈযোৱা তেওঁ নেদেখিলে।

চেচিলিয়ে মাকলৈ লেখি থকা চিঠিখনৰ পৰা মূৰ তুলি চাই ক'লে "তুমি সোনকালে আহিলা নহয় জানো?" এইটো ভৎর্সনা নাছিল নিৰানন্দ ভাবে উচ্চাৰিত হোৱা মাত্ৰ এটা বক্তব্য আছিল। কৰ্ত্তব্য-

পৰায়ণতাৰে চেচিলিয়ে তেওঁক গালখন পাতি দিলে আৰু চুমা খাবলৈ তেওঁ হাওলিলে।

"এতিয়াও বৰষুণ দি আছেনেকি ?"

"এৰা, মোৰ সোণ, এইয়া এতিয়াও বৰষুণ দি আছে। মেজৰ ওচৰৰ হেলন বিহীন গদী থকা চোফাখনত বহি তেওঁ ক'লে। তুমি নেজানা জানো লিপৰ্জিগ্‌ত যে সদায় বৰষুণ হয় ?

এটা মনোভাব সলনি কৰিবলৈ কিমান কম সময় লাগে! কেইটা-মান শব্দ, কণ্ঠস্বৰৰ উত্থান-পতন, এট ভঙ্গী—ঘৰলৈ উভতি আহোতে বাটত তেওঁ আশা কৰিছিল চেচিলি কোমল হ'ব। কোমল নহয়, সম্ভৱ স্নেহশীলা। তেওঁৰ আশা চূৰ্ণ কৰিবলৈ চেচিলিয়ে তেওঁক চুম্বন কৰিবলৈ গালখন বিধৰনে পাতি দিছিল সেইয়াই যথেষ্ট আছিল—পিনৰ খোঁচত ফাটি যোৱা এটা বেলুনৰ দৰে তেওঁ আশা বিধস্ত হ'ল। নিজকে তেওঁ গৰিহনা দিলে। উপহাসৰ সুৰে তেওঁ সুধিলে আৰু মৰমৰ মামন কেনে আছে ? ভাল ছাগৈ মই আশা কৰিছোঁ।" "বেচ মঙ্গলে আছে। তুমি গৈ কাপোৰ সলোৱাগৈ। দছেনবচ্চ সকল নিশা খাবলৈ আহিব ?"

"হয়নে তেওঁবিলাক আহিব ?"

খণ্ডত তেওঁ ভ্ৰূকুটি কৰি ক'লে "মই তোমাক কৈছিলো, তোমাৰ মনত পৰা নাই জানো ?"

"মোৰ মনত নপৰে, যেই হওক কোনো কথা নাই।"

"মই যেতিয়া তোমাক কিবা কওঁ তুমি কেতিয়াও নুশুনা।"

"কিন্তু তুমি কোৱা প্ৰত্যেকটো কথা মই মুখস্থ কৰিব নোৱাৰোঁ। তেওঁবিলাকৰ মাজত ক্ৰমাৎ বাঢ়ি অহা উত্তেজনা তেওঁৰ বোধগম্য হ'ল। সম্ভৱ চেচিলিৰো "ধৈৰ্য্য শেষ হৈ আহিছে।" ভবিষ্যতলৈ মই এনে কৰিবলৈ চেষ্টা কৰিম।" মিছা নম্ৰতা দেখুৱাই তেওঁ উঠোতে দেখিছিল চেচিলিৰ তীক্ষ্ণচাৱনিৰ উত্তেজনা। চেচিলিৰ সহজে বোধগম্য নহৈছিল, আৰু তেওঁ প্ৰায়েই পত্নীৰ সন্দেহ জাগ্ৰত কৰি তাৰ পাছত সেই সন্দেহক এটা শান্ত হাঁহিৰে আৰু নিৰিহ চাৱনিৰে তেওঁ প্ৰশমিত কৰি নিজে আমোদ লভিছিল।

দুৱাৰ মুখলৈ আগবাঢ়ি গৈ তেওঁ ক'লে "তুমি সুখী হ'বা শুনি যে মই সেই প্ৰাৰ্থনা-গীত কাৰ্য্যকৰী কৰাৰ ভাবটো পৰিত্যাগ কৰিলো।"

চেচিলি চিঠি খনলৈ ঘূৰি ক্ষীপ্ৰভাবে ক'লে "মই সুখী হলো বোধ-শক্তি যে তোমাৰ হ'ল।"

তেওঁৰ দাঁত কিপাৰি কৰচি উঠিল, ডিঙিৰ পাছফালৰ নোমবোৰ থিয় হৈ যোৱা যেন লাগিল। কিন্তু একো নক'লে। লাহেকৈ দুৱাৰ খন বন্ধ কৰি তেওঁ বাহিৰ হৈ গ'ল।

যথাসময়ত দাছেনবাচ সকল আহিল। তৎপৰতাৰে সৈতে অতিথি সকলক লৈ গৃহস্থ-গৃহিণী ড্ৰইংৰুমলৈ আহিল। কেইদিন মানৰ ব্যৱধানৰ পাছত প্ৰচলিত প্ৰথানুযায়ী ইজনে সিজনক দেখি সন্তোষ আৰু আশ্চৰ্য্য ভৰা আনন্দেৰে এক কৃত্ৰিম উত্তেজনাৰ উশাহ বন্ধ হৈ যোৱা পৰিবেশৰ মাজত চিএ্ৰৰ বাখৰ কৰি কথা বতৰা পাতিলে। এইটো জাগতিক কথোপ-কথনৰ উপযুক্ত উচ্চাৰণ আছিল। ফেলিক্সে মদ পি আছিল আৰু এই মনোৰম আবেগ ভৰা কথা বতৰাত অংশ সামান্যই লৈছিল। তেওঁৰ প্ৰয়োজনো নহৈছিল। কাৰণ চাৰ্জক্ৰেই দছেনবাচে সদায়েই শ্ৰোতাৰ সন্ধান কৰিছিল আৰু আজি নিশা শ্ৰুতিগোচৰ ভাবে উশাহ লৈ মানাধিক ভাবে কথা কৈছিল। বিৰাট দেহটোৰে সৈতে তেওঁ চোফাত বহোঁতে তেওঁ কলে "এৰা প্ৰিয় ডাইৰেক্টৰ—ধন্যবাদ, মই কুশলে আছোঁ। ৰাজনীতিৰ মই ছাত্ৰ আছিলো আৰু এনেকুৱা গম্ভীৰ আৰু গুৰুত্বপূৰ্ণ সময়ত বাস নকৰা হলে হয়তো আৰু সুস্থ হলোহেতেন।" তেওঁ এটা অশুভজনক ফোঁচফোচনিৰে হুমুনিয়াহ পেলায় ফেলিক্সক সম্বোধন কৰি কৈ গ'ল— তেতিয়া দুয়োগৰাকী মহিলাই কিচিৰ-মিচিৰকৈ কথা পাতিছিল।

"যিটো সময়ত সকলো ৰকমৰ বিপদ আপদেৰে পৰিপূৰ্ণ হৈ পৰিছে, যি সময়ত আমাৰ নেতাসকলৰ কালৰ পৰা প্ৰয়োজন হৈছে যেনেকৈ ইতিহাসৰ ওপৰত সাৰ্ব্বভৌম উপলব্ধি, তেনেকৈ আৰ্থিক বিষয়ত এটা নিগূঢ় বোধশক্তি আৰু ইউৰূপৰ দৃশ্যাৱলীৰ অন্তৰালত সংঘৰ্ষ কৰিব খোজা সংঘৰ্ষশীল ভাববাদী ব্যক্তিৰ।"

প্ৰয়োজনীয় এই দুটা গুণ আন কাৰোৱেই নাছিল ; মান তেওঁৰ হে আছিল যেন কথাৰ সুৰে তাকে বুজালে। বৈদেশীক নীতি আছিল তেওঁৰ শাস্ত্ৰৰ বিভাগ, এটা বিষয় বিটোত তেওঁতকৈ শ্ৰেষ্ঠ বুলি আন কাকো নেভাবিছিল আৰু খোলাকৈ ক'বলৈ হ'লে কোনো তেওঁৰ সমকক্ষও নাছিল। তেওঁৰ আত্মশ্ৰদ্ধা আছিল বিশাল আৰু ইমান বিশুদ্ধ আছিল যে তেওঁ হৃদয়ত লালন কৰা তেওঁৰ গুণৰাশিৰ বিষয়ে বহুলোকক জনাবলৈ সফল হৈছিল ! এটা গুজৱ হৈছিল যে ৰজাই তেওঁৰ শক্তিশালী বৈদেশীক মন্ত্ৰী বুলি শ্ৰদ্ধা কৰিছিল। "ইতিহাসৰ দুই পথৰ সংযোগ স্থলত আজি চেম্বৰ্লেন থিয় হৈছেহি। ৰাজনৈতিক নিৰস মামুলি বিষয়ত স্বাভাৱিক বিচাৰ বুদ্ধি আছে বুলি প্ৰমাণ কৰি তেওঁ কৈ গ'ল। "কিন্তু হায় যেতিয়া অদমনীয় শক্তিবোৰৰ সংঘৰ্ষ হওঁ হওঁ হৈছে, যেতিয়া ধুমুহাৰ ডাৱঁৰে ৰাজনৈতিক দিগ্‌বলয় এন্ধাৰ কৰি পেলালে তেতিয়া এই মৰ্ম্মান্তিক মুহূৰ্ত্তত আমি ৰাক ক'ত আছোঁ ?"

দুঢোক মদ পি ফেলিস্কে প্ৰতিধ্বনি কৰি ক'লে "এৰা, আমি ৰাক ক'ত আছোঁ।" তেওঁ শুনা নাছিল, কিন্তু সহজলভ্য আৰু বক্তাৰ প্ৰতি উৎসাহী শ্ৰোতাৰ দৰে মনোযোগ দি শুনা এজন লোকৰ অভিব্যক্তিৰে তেওঁ ক'লে। অভিজ্ঞতাৰ পৰা তেওঁ জানিছিল যে তেওঁৰ পৰা অধিক একো আশা কৰা নেযায়। সেই কাৰণে মাজে সময়ে তেওঁ মূৰ দুপিয়াইছিল নাইবা সমৰ্থনৰে ঘোঁত ঘোঁতাইছিল। দাছেনবাচক তেওঁৰ ভাল লাগিছিল। তেওঁ বহুকাল পূৰ্ব্বেই আবিষ্কাৰ কৰিছিল যে এই গহীন বোমান চিনেটৰ জনৰ মুখাৰ অন্তৰালত কৌশলেৰে গোপনে ৰখা এটা ফোপোঁলা গোলমলীয়া মন যেনেকৈ আছে তেনেকৈ আছে এটা সশঙ্কিত প্ৰকৃতি। যিজন লোকে তেওঁৰ আবক্ষ মূৰ্ত্তিৰ বাবে অবিৰাম ভাবে বিচাৰালয় বোৰত ভঙ্গী প্ৰদৰ্শন কৰিছে আৰু উচ্চৈস্বৰে বক্তৃতা দিছে সেইজন লোকে মহা আতঙ্কেৰে বাস কৰিছে নিজা পত্নীৰ লগত। তেওঁৰ জীৱনৰ কৰ্ত্তব্য পথৰ সুদীৰ্ঘ আৰু কুশলী কামত তেওঁৰ প্ৰয়োজন হোঁৱা প্ৰতিটো কথা মীমাংসা কৰোঁতে তেওঁ ৰীতি-নীতি আদিৰ বিষয়ে ওফাইদাং মৰা কথা কৈছিল। ঈশ্বৰ প্ৰদত্ত এক উৎকৃষ্ট স্মৃতিতে

সৈতে তেওঁৰ মগজুটোত ইমানবোৰ আনলোকৰ চিন্তাৰে বোজাই কৰিছিল যে তাত নিজৰ বাবে আৰু ঠাই নাছিল। বহু পুৰণি আশাভঙ্গৰ পৰা অনেক দিনৰ আগতে তেওঁৰ বিবেকৰ মৃত্যু হৈছে। প্ৰকৃততে তেওঁ বেয়া মানুহ নহয়—মাত্ৰ দুৰ্ব্বল আৰু অসাৰ। জ্বালাতন কাৰিনী কলহ প্ৰিয় এজনী তিৰোতাৰ পৰা আৰু এজাক অশুৰণী লৰা-ছোৱালীৰ পৰা বিৰক্ত হৈ বাৰম্বাৰ স্মৃতিপথত উদয় হোৱা উচ্চাকাঙ্খা আৰু সমালোচনাৰ দ্বাৰা ভীত হৈ তেওঁ বাস কৰিছিল তেওঁৰ পদমৰ্য্যাদাতকৈ হীন ভাবে অভাব গ্ৰস্তেৰে। তেওঁৰ ভাগ্যত সুখ নাছিল।

"আমি ক'ত থিয় হৈ আছো মই তোমাক ক'ম।" তেওঁ এজন শাসকৰ গতেৰে কথাটো ক'লে। "এতিয়া এইখিনিত, আমি এতিয়া থিয়হৈ ইয়াতে আছোঁ। ড্ৰেছডেনত থকা আমাৰ বৈদেশীক দপ্তৰ আমাৰ বাবে অসম্মানৰ কথা।"

গুস্তভে আহি খোৱা বস্তু মেজলৈ অনাৰ-খবৰ দিওঁতেও কিমানখিনি অসম্মানৰ কথা হৈছে তেওঁ কৈ আছিল। ভাতখোৱা ঘৰটোলৈ তেওঁ-বিলাক সোমায় গ'ল। শ্ৰোতাসকলৰ ভিতৰত মহিলা সকলকো ভৰাবলৈ কেইটামান অসফল চেষ্টা চলোৱাৰ পাছত এই একেজন শ্ৰোতালৈকে চেঞ্চেলাৰ জনে মনোযোগ দিলে। খোৱা বস্তুবোৰ খুচৰি খুচৰি ফেলিস্কে 'মছেল' গিলাছৰ পাছত গিলাছকৈ গিলিবলৈ ধৰিলে, আৰু চিন্তা কৰিলে মেৰীয়াৰ কথা। স্কীমিত্তে নিৰ্দ্দোষ ভাবে কোৱাৰ পাছত তাইৰ কথা তেওঁ ভাবিবলৈ এৰিবলৈ যত্ন কৰিছিল যদিও প্ৰতিগিলাছ মদ পিওঁতে নভবাকৈ থাকিবলৈ ক্ৰমাৎ অপাৰগ হোৱা যেন লাগিল। তৃতীয় বিধ ব্যঞ্জন খাবৰ সময়লৈ তেওঁ এই সংগ্ৰাম পৰিত্যাগ কৰিলে। মৰমেৰে স্মৰণ কৰিলে তেওঁ কেৰিংটোন প্ৰসাদৰ কথা, লতা গোলাপ বগাই উঠে চা'ৰেৰ সেই জিৰণি ঘৰটোৰ কথা, আৰু জুবিৰ পাৰৰ সেই খেৰৰ জুপুৰি ঘৰটোৰ কথা। ধীৰ শোভাযাত্ৰাৰে ভাহি আহিল বহুকাল জুৰি বিস্মৃতিত থকা মূৰ্ত্তিবোৰ। বিদৰে তাই তেওঁৰ বুকুৰ মাজত মুখখন থৈ শুইছিল—তাইৰ সেই মৰম গোদ্ধোৰা হাতকিখন···মাত্ৰ কেই ঘণ্টামানৰ আতৰত ড্ৰেছডেনত তাই আছেহি এইটো ভাবিবলৈ···

যদি বিনা খবৰে গৈ তেওঁ তাইৰ ওচৰত হঠাতে ওলায়গৈ তেন্তে কি হ'ব ? অৱশ্যে তেওঁ নেযায়। আনকি তাইক দেখা কৰিবলৈ তেওঁ চেষ্টাও নকৰে। তাই নিশ্চয় পাহৰিলে সিহঁতৰ সেই মূৰ্খামী ভৰা উচ্ছৃঙ্খল আচৰণৰ কথাবোৰ ! সন্দেহ নাই যে তাইৰ আন বহু ৰোমাঞ্চ হৈ গৈছে। অধিক গহীন আৰু অধিক বয়সীয়া নিশ্চয় বেচি পুৰস্কাৰ লাভ কৰিছিল। হয়তো এই মুহূৰ্ত্তত তাই আৱদ্ধ হৈ আছে কোনোবা যুবকৰ প্ৰণয় পাশত। তাই হাঁহিব—তাইৰ মাননীয় ডাইৰেক্টৰ—তেওঁৰ শুভ্ৰচুলি আৰু গাঁতহৈ যোৱা গালকিখন তাই পুতৌ কৰিব ! বছৰবোৰে তেওঁৰ কি কৰিলে এই দৃশ্য তাই নেদেখাই মঙ্গল। তাইৰ এসময়ৰ সুশ্ৰী ডেকাজনৰ স্মৃতি তাই ৰাখি থাকক। কিন্তু এই কথা তেওঁবিলাকে দ্ৰেছডেনত বুজিব পাৰেনে ? নোৱাৰে···"তেওঁবিলাকে জানেনে আন্তৰ্জাতিক কূটনীতিজ্ঞ ব্যক্তিৰ প্ৰধান নিয়মবোৰ ? এতিয়া কাটা জোকাৰি ভঙ্গিমুখেৰে বলকি প্ৰশ্ন সুধি আৰু নিজেই উত্তৰদি দছেনবাচ বক্তৃতাৰ উচ্চ সাগৰত স্বচ্ছন্দে ভাঁহি গৈছিল।

ফেলিস্কৰ অনুমান হৈছিল তেনেকুৱা অদম্য উৎসাহে মূৰ ডুপিওৱাৰ বাহিৰেও অধিক কিবা বিচাৰে। বেচেৰা মানুহজনে এটি উৎসাহ ভৰা শব্দৰ বাবে, অকণমান তোষামোদৰ বাবে অস্থিৰ ভাবে ফোপাঁইছিল। উশাহ লবলৈ ৰোৱা এজন অধ্যাপকৰ দৰে তেওঁ ক'লে "আপোনাৰ ৰাজনীতিক দক্ষতাই মোক মাত্ৰ স্তম্ভিত কৰিছে।" মদৰ ৰাগী লগাৰ কাৰণে তেওঁ অধিক প্ৰফুল্লতা অনুভৱ কৰিলে। তেওঁ ক'লে "এই গধুৰ বিষয়বোৰ গবেষণা কৰিবলৈ আপুনিনো কেনেকৈ সময় পায় মোক কওকচোন।"

দছেনবাচৰ আৰু প্ৰয়োজন নাছিল। এটা বলৰ পাছত লৰি যোৱা এটা কুকুৰৰ দৰে তেওঁ আৰম্ভ কৰিলে তেওঁৰ শ্ৰমৰত নিশাবোৰৰ ব্যাখ্যা।

মেজখনৰ চাৰিও কালে ফেলিস্কৰ দৃষ্টি ভ্ৰমিবলৈ ধৰিলে। মদে তাৰ কাম কৰি আছিল। কাণখন গুমগুমাইছিল। মেজখন লৰিবলৈ ধৰিলে, মমৰ একপ্ৰান্তৰ জ্বলিথকা শিখাবোৰ বতাহহীন ধুমুহাত কপিঁ উঠিল। চেচিলিৰ মনোৰম পাৰ্শ্বচিত্ৰ পুলত দেখাপোৱা ক্ষুদ্ৰ ঢৌ উঠা প্ৰতিবিম্বৰ

ধৰে লাগিল। তেওঁৰ দৃষ্টি থমকি ৰৈছিলগৈ এমেলিয়াৰ ওপৰত। দেহি এই কুঠাৰৰ লেখিয়া মুখ থকা মানুহজনীৰ লগত আজীৱন কটাব লগা হোৱাটো নিশ্চয় মানুহজনৰ কাৰণে হিয়াভঙা কথা হৈছে। কোনো পাউডাৰৰ প্ৰসাধনে প্ৰকৃত চেহেৰা গোপন কৰিব নোৱাৰা, কোনো অনুলেপনে আৰোগ্য কৰিব নোৱাৰা সেই পিত্ত বৰণীয়া ডাগ থকা বৰণ-টোৰে আৰু এডাল মমৰ দৰে ওলমি থকা তাইৰ শুভ্ৰ কেকোৰা নিষ্প্ৰাণ চুলি কোচাৰে মানুহজনী ইমান অনাকৰ্ষণীয় আছিল যে তাৰ আখ্যা দিয়া কঠিন।

জকমকীয়া দুৰ্ভাগ্যই মানুহক অধিক দুঃখী কৰিবলৈ তোমাক অধিকাৰ দিছে। ধীৰ গতিৰে খোৱা ঘৰটো ঘূৰিবলৈ আৰম্ভ কৰিলে। অকস্মাতে এটা শিলে খিড়িকী চূৰ্ণ কৰাৰ নিৰ্ম্মমতাৰে এটা চিন্তা তেওঁৰ মূৰত বিস্ফোৰণ হ'ল। তেওঁ নিশ্চয় লিপ্‌জিগৰ পৰা ওলায় যাব লাগিব। তেওঁ যদি এতিয়া নোৱাৰে তেন্তে তেওঁ কেতিয়াও স্বাৰ্থপৰ সম্প্ৰদায়ৰ এই নিস্ফল ঠাইখনৰ পৰা নিজকে টানি নিব নোৱাৰিব। এই কুসংস্কাৰ পূৰ্ণ ঠাইখন তেওঁ এৰিবই লাগিব। এই অত্যধিক সাজ সৰঞ্জামেৰে সজ্জিত দলিছাবৃত্ত পৰদা আঁৰা বন্দীশালটোক তেওঁ ঘৰ বুলি কয়। এই ৰূপহী তিৰোতাজনীয়ে তেওঁক ভাল পাবলৈ এৰিলে আৰু খ্ৰীষ্টিয়ানৰ বিশ্ব প্ৰেমৰ নামত আৰু বৈবাহিক বন্ধনৰ শপথৰ কাৰণে তেওঁৰ অৱস্থিতি চেচিলিয়ে সহ্য কৰিছে। এই কথা আগতেই নেদেখাটো তেওঁৰ কেনে মূৰ্খামী হৈছে! বহু বছৰৰ পৰাই তেওঁক লৈ চেচিলি ক্লান্ত হৈছে। তেওঁৰ এই প্ৰস্থানক, বিচ্ছেদৰ এই সম্ভাবনাক চেচিলিয়ে এক স্বস্তিৰ নিশ্বাসেৰে সাদৰেৰে গ্ৰহণ কৰিব। তেওঁৰ দৃষ্টি পুনৰ চেঞ্চেলাৰ জনলৈ উভতি আহিল—এইবাৰ সম্পূৰ্ণ বিৰাগেৰে। দছেনবাচে তেতিয়াও বলকি আছিল। শব্দবোৰ তেওঁৰ জিভাত তেতিয়াও ঘূৰি আছিল। "ৰজাই যদিহে কেতিয়াবা মোক দায়িত্বৰ উচ্চপদত মকৰল কৰাৰ কথা ভাবিছে মই কিন্তু মুলনীতিৰ ওপৰত থিয় দিম। কাৰণ মুল নীতি নোহোৱাকৈ এজন মানুহনো কিহৰ? যিহকেই হওক লাগে মই মোৰ কাম কৰি যাম।"

খণ্ডেৰে শব্দবোৰ ফেলিস্কে মনৰ ভিতৰতে প্ৰতিধ্বনি কৰিলে। গিলাচটোত পুনৰ মদ ঢালোঁতে তেওঁৰ হাত খন কঁপিছিল। বুঢ়া মূৰ্খ —তাৰ কথা শুনা এক জীৱন জোৰা মীমাংসা আৰু চেঁচুকীয়া কাৰবাৰৰ পাছত। হঠাতে প্ৰায় নিজৰ অজ্ঞাতেই অধ্যাপক জনৰ কথা কাটি ক'বলৈ আৰম্ভ কৰিলে—

"অৱশ্যে আপুনি আপোনাৰ কাম কৰিব—যেতিয়ালৈকে এইটো অসুবিধাজনক, অজ্ঞানী, নাইবা মাত্ৰ লাভহীন বুলি প্ৰমাণ নহ'ব তেতিয়া-লৈকে অৱশ্যে আপুনি এইটো কৰি যাব।"

চেচিলিৰ ভীত চাৱনি তেওঁ দেখিলে। তেওঁ দেখিলে এমেলিয়াৰ সঙ্কুচিত চাৱনি, চেঞ্চেলাৰৰ মেলা মুখখন। কিন্তু একোৱেই তেওঁক এতিয়া বন্ধ কৰিব নোৱাঁৰে। খোটালীটো জ্বলি থকা মমৰ পোহৰ আৰু মুখবোৰৰ চাক্‌নৈয়া হৈ পৰিল। তেওঁৰ ভৰিৰ তলৰ মাজিয়াখন জাহাজৰ ডেকৰ দৰে দুলিছিল। ভয়ঙ্কৰ হতাশাৰ এক আনন্দৰ ঢৌ তেওঁৰ মনৰ মাজত ক্ৰমাৎ বাঢ়ি আহিছিল। অকস্মাতে তেওঁ অট্ট হাঁহি মাৰিলে।

"বেচেৰা মোৰ প্ৰিয় দাছেনবাচ, মোতকৈ অধিক আপুনি আৰু ৰীতি নীতিৰ লোক নহয়, এজন কৰ্ত্তব্য পৰায়ন লোক নহয়। আপুনি প্ৰথম সুযোগতেই আপোনাৰ বিবেকক বঞ্চনা কৰিব—যেনেকৈ মই মোৰ বিবেকক বঞ্চনা কৰিলো। সেই কাৰণে যিটো বিষয় আমাৰ নহয় সেই কৰ্ত্তব্যৰ বিষয়ে অনৰ্থক বলকি থকা বন্ধ কৰক। আহক—আমি এবাৰ মদকে খাওঁহক।"

তেওঁ মদৰ গিলাচটো ভাঙিছিল যদিও চেঞ্চেলাৰে কোনোমতেই তেঁওঁৰ লগত মদ নিপিলে। ইতিমধ্যে খণ্ডত ৰঙা পৰি থিয় হৈ অস্পষ্ট ভাবে খৰকৈ কথাকৈ মেজৰ ওপৰত মুখমোচা কমাল খন তেওঁ জোকাৰিলে। তাত যেন জুইহে লাগিছে এনেদৰে তেওঁৰ ঘৈণীয়েক তাৰ পৰা ওলায় গ'ল। গোবোহাৰ ওপৰত থিয় হৈ চেচিলিয়ে তেওঁ বিলাকক অসংলগ্ন ভাবে মিনতি কৰিলে। চকুলো তেওঁৰ গালেদি নিজৰি বাগৰি আহিছিল।

কিন্তু এক মুহূৰ্ত্ত পাছত তেওঁ খোৱা খোটালীলৈ উভতি আহোঁতে

চেচিলিৰ চকুত চকু-লো নাছিল।

অশুভজনক ধীৰতাৰে তেওঁ সুধিলে "তুমি কেনেকৈ পাৰিলা ?"

মেজখনৰ সিফালে কম্পিত এক মূৰ্ত্তিৰ দৰে তেওঁ পুনৰ সুধিলে "কেনেকৈ তুমি পাৰিলা ?"

"মই কি পাৰিলো ?" মদখিনি শেষ কৰি তেওঁ টকালি পাৰি ক'লে।

"মদখিনি সুন্দৰ,—মই সচাঁ কথা কলো, নাই কোৱা জানো ?"

"তুমি মদাহী" প্ৰচণ্ড ভাবে শব্দটো তেওঁ ক'লে।

"কি হ'ব মই যদি মদাহী হওঁ—কিন্তু মদৰ পৰা নহয় বহু বছৰৰ নিঃসঙ্গতা আৰু হতাশাৰ পৰা মই এনে হৈছোঁ।" মেজত তেওঁ মুঠিৰে আঘাত কৰিলে।

"এতিয়া বহাঁ আৰু মোৰ কথা শুনা!"

কিন্তু সমানেই ক্ষোভ চেচিলিৰো হৈছিল। তেওঁৰ শেতা মুখ কান্তিত চকুজুৰি দীপ্ত হৈ জ্বলা নাছিল। "মই নুশুনো, ইতিমধ্যেই মই তোমাৰ বহু কথা শুনিলো।"

তেওঁ একে জাপে থিয় হৈ ক'লে "ও, তুমি শুনিলা, নাই শুনা জানো!"

"এৰা শুনিলো…আৰু বেচি মই নুশুনো!"

তাৰ পাছত কোনেও কাৰো কথাৰ উত্তৰ নিদি নিজৰ কথা শুনাবৰ বাবে হীন কূলীয়া নব-বিবাহিত দম্পত্তিয়ে চিঞৰি বাখৰি কন্দল কৰাৰ দৰে তেওঁবিলাকে দ'ম হোৱা অভিযোগবোৰ গোলমলীয়া কথাৰে মেজখনৰ ইফালৰ পৰা সিফাললৈ চিঞৰিলে। একমাত্ৰ অনুৰাগ থকা লোকে যুজিব পৰাৰ দৰে সঙ্গতি বিহীন হৈ নাইবা খেলুৱৈ মনোভাব নোহোৱাকৈ তেওঁবিলাকে যুঁজিছিল। সুদীৰ্ঘ কালজুৰি হোৱা ভয়ঙ্কৰ ঘনিষ্ঠতাৰ অবলম্বনত অধিক বুজিবলৈ চেষ্টা নকৰি মাত্ৰ হানিছিল শব্দৰ আঘাত—যত্ন কৰিছিল মাত্ৰ আঘাত হানিবলৈ। চেচিলিয়ে সহ্য কৰিছিল তেওঁৰ খেয়াল, পৰিহাস, তেওঁৰ মিতব্যয় হীনতা। চেচিলী আছিল এগৰাকী লখিমী ঘৈণী, তেওঁক দিছিল এখন সুন্দৰ সংসাৰ, এঘৰ লৰা-ছোৱালী।

"কিন্তু তুমি সকলো ধ্বংস কৰিলা!" তেওঁ তীক্ষ্ণ ভাবে চিঞঁৰি ক'লে "সকলোবোৰ।"

তেওঁ চিঞৰি ক'লে "আৰু তুমি মোক ধ্বংস কৰিলা। এগৰাকী লখিমী তিৰোতা? হা-হা-হা সেই গৰাকী সজ তিৰোতা···এগৰাকী লখিমী তিৰোতাই মাত্র এখন গৃহস্থালীয়েই পৰিচালনা নকৰে, আৰু নিশা ভোজেই নেপাতে, তেওঁ দিয়ে স্বামীক সঙ্গ, মৰম আৰু প্রেম।"

"এৰা প্রেম! তুমি আনকি এই শব্দটোৰ অর্থও বুজা নাই।" তেওঁ গুৰু গম্ভীৰ গর্জ্জন কৰি ক'লে।

"তুমি এই কথা কেনেকৈ ক'ব পাৰিলা? হিয়া উবুৰিয়াই মই তোমাকেই ভাল পাইছিলো।" ওভোতাই চেচিলীয়ে সুধিলে।

"কিন্তু আৰু বেচি তুমি মোক ভাল নোপোৱা। সেই কথা হয়নে? ঈশ্বৰৰ হৈ তুমি এই কথা কোৱা—কোৱা তুমি মোক ভাল নোপোৱা বুলি!"

চেচিলীয়ে মুৰটো জোকাৰি গুণগুণায় ক'লে "মই আৰু বেচি নেজানো।"

দাছেলড্রফৰ সুখময় দিনবোৰৰ দৰে এই কম্পিত মুহূর্ত্তত তেওঁক তুলিলৈ ওপৰমহলালৈ যাবলৈ ফেলিক্সে বিচাৰিছিল কিন্তু বছৰ জোৰা ভুল বুজা বুজিয়ে প্রতিবন্ধক জন্মালে। "মোৰ ক'বলৈ আৰু একো নাই, আমি ইজনে সিজনক নুবুজিলো আৰু কাহানিও নুবুজিমো। তুমি তোমাৰ বিস্ময় ভৰা মামনৰ ওচৰলৈ উভতি যোৱাগৈ। তেখেতে তোমাক ঘূৰাই পালে ৰং পাব। মই এটা কেনে পশু আৰু মোৰ পৰা মুক্ত হৈ তুমি সুখী হৈছা বুলি তেখেতে ক'ব" নিৰস কণ্ঠে তেওঁ ক'লে। চকুজুৰি কঠিন হৈ গৈছিল।

"তেনেহলে এইয়াই শেষ।"

তেওঁ প্রায় 'হয়' বুলি ক'বই খুজিছিল কিন্তু শব্দটো তেওঁৰ ওঁঠৰ মাজেদি পাৰ হৈ নাহিল। "সময়ে তোমাক ক'ব। কেই সপ্তাহমানৰ কাৰণে ড্রেছডেনলৈ যাব খুজিছোঁ—তেতিয়া আমি চাম। কিন্তু এই চহৰলৈ মই কেতিয়াও উভতি নাহোঁ, মই ইস্তফা দিলো।" নিৰস কণ্ঠে

তেওঁ ক'লে। বাতৰিটো পাই চেচিলী বিবুদ্ধি হ'ল। "তুমি কি কৰিলা ?"

"এই আবেলি, যেতিয়া মই প্ৰাৰ্থনা গীত পৰিত্যাগ কৰিলো। মোৰ ইয়াত থকাৰ আৰু অধিকাৰ নাই। এই চীজনৰ শেহত মই গুচি যাবলৈ সিদ্ধান্ত কৰিছোঁ। ড্ৰেছডেনৰ পৰা মই বোৰ্ডলৈ লেখিমগৈ এইটো তৎক্ষনাতে কাৰ্য্যত পৰিণত কৰি তুলিবলৈ—যিমান সোনকালে মোৰ কাম শেষ হয় সিমান সোন কালে। মই তেওঁবিলাকৰ ওচৰত ঋণী।"

কেই চেকেণ্ডমান চেচিলী মনে মনে আছিল। তাৰ পাছত উদাস ভাবে সুধিলে—"তুমি যাবলৈ বিচাৰিছা।—কথা এয়ে নহয় জানো ? মোক লৈ তুমি ভাগৰিছা।"

"তোমাক লৈ ভাগৰা নাই মই। একেটা ঘৰতে আমি দুয়ো অচিনাকীৰ দৰে থকাত হে মই ভাগৰিছোঁ।" তেওঁ চেচিলীৰ কথাৰ সুৰত সুৰ মিলাই ক'লে।

হঠাতে চেচিলী ক্ষুব্ধ হল—দেহাটো জিকাৰ খায় উঠিল—"এৰা, তেন্তে যোৱাগৈ—যোৱা!"

তেওঁ শুনিবলৈ পালে খট্‌খটিয়েদি দ্ৰুত পদক্ষেপে চেচিলী নামি গৈ এখন দুৱাৰ বন্ধ কৰি দিয়াৰ শব্দ। তাৰ পাছত স্তব্ধ হৈ পৰিছিল।

অধ্যয়ন খোটালীৰ খিড়িকী খনৰ ওচৰলৈ আহি খন্তেক সময় থিয় হ'লহি। তেতিয়া বৰষুণ দি আছিল। লিপ্‌জিগত সদায় বৰষুণ হয়েই। এৰা, এইটো হৈ গ'ল। এটা জীৱন—দুটা জীৱন ধ্বংস কৰি দিবলৈ অধিক সময় নেলাগে। তেওঁ এতিয়া সঙ্গহীন। মাত্ৰ আছে, চেনেহৰ কাৰ্ল—কাৰ্ল মোৰ লণ্ডনত আছে। তেওঁ বুজিব···

মেজখনৰ ওচৰত বহি হাতত কলমটো লৈ লেখিবলৈ আৰম্ভ কৰিলে।

"মোৰ প্ৰিয় বন্ধু কাৰ্ল।

দুবছৰৰ বাবে মই সিমান সুখী আছিলো, যিমান সুখী এজন মানুহ হ'ব পাৰে। কিন্তু মই এতিয়া দুখী বহুদিনৰ পৰাই *

*মেণ্ডেলচনে লিখা চিঠিবোৰৰ ভিতৰত এইখনেই সকলোতকৈ বিচলিত ভৰা আছিল। সঙ্গীতজ্ঞ হ'বলৈ তেওঁ নিবিচৰা হলে তেওঁ যে এজন মহান লিখক হব পাৰিলে হেতেন এই বিষয়ে কোনো সন্দেহ নাই।

ড্রেছডেনৰ বিয়লিৰ বিবর্ণ ৰৌদ্ৰজ্বলতাৰ খন্তেকীয়া সৌন্দর্য্যৰ মাজত মাটিৰ ক্ষুদ্ৰ পুতলা, সাজ-সৰঞ্জাম, অলঙ্কাৰবোৰ মনোৰমহৈ পৰিছিল। এইখনৰ খ্যাতি আছিল ইয়াৰ বাবেই। আহি পায়েই ফেলিস্কে থিয়েটাৰ প্লাজে'ৰ হোটেলটোলৈ আহিল। হোটেলৰ মেনেজাৰ জনে তেওঁক অভ্যৰ্থনা কৰি অনৰ্গল "হে মাননীয়" বুলি সম্বোধন ধৰি তেওঁৰ লগতে খোটালীটোলৈও আহিল। দ্বিতীয় মহলাৰ ৰঙাদলিছাবৃত্ত এটা দীঘল কৰিডোৰৰ শেষ প্ৰান্তত ওখ চিলিং থকা এটা শোৱা খোটালী আছিল এইটো। মনোৰম হাঁহিৰ নিৰাভৰন প্ৰতিচ্ছবি থকা আহল বহল আলমাৰীত আছিল প্ৰসাধনৰ সামগ্ৰী। আৰু এটা আছিল বৈঠক খোটালী। এলব নদী আৰু আগষ্টাচ দলংৰ মনোৰম দৃশ্যাৱলী আৰু আনফালে থকা জুইঙ্গাৰ আৰু গতানুগতিক ভাবে থকা উদ্যান খন ইয়াৰ পৰা দেখা গৈছিল। মেনেজাৰ জনে ক'লে হোটেলটোৰ ভিতৰত এই-টোৱেই শুৱণী কোঠা। কিমানদিন ডাঙৰীয়া ইয়াত থাকিবলৈ ইচ্ছা কৰিছে ?"

"মই তিনি বা চাৰিদিন মান থাকিম বুলি ক'ব পাৰোঁ।—"অন্যমনস্ক ভাবে দামস্কস দেশীয় গোলাপ ৰঙা বৰণৰ দৰে দেৱাল খনলৈ চাই ক'লে।

লিপ্‌জিগ্‌ৰ পৰা যাত্ৰাকৰাৰ সময়তে তেওঁ মন স্থিৰ কৰিছিল মেৰীয়াৰ বিষয়ে। তাইক দেখা কৰিবলৈ তেওঁ চেষ্টা নকৰে। তেনেধৰনৰ সাক্ষাৎৰ পৰা একো লাভ নহয় বুলি তেওঁ বুজিছিল। এই বিষয়ত তেওঁ দৃঢ়ভাবে নিশ্চিত। অতীত অতীতেই। ইয়াক নিৰলে এৰি দিয়াই মঙ্গল···তেওঁৰ কামখনি তেওঁ যিমান পাৰে সোনকালে কৰিব। ইস্তফা পত্ৰ খনৰ সৈতে তেওঁ বোৰ্ডলৈ পাঠিয়াব ৰিপোৰ্ট। আৰু ৰাওনা হ'ব বাৰ্লিন অভিমুখে।

মালপত্ৰবোৰ ভিতৰ সুমুৱায় নিওঁতে তেওঁ কৈছিল "খুব বেচি এক সপ্তাহ।" মেনেজাৰজন গলগৈ। হোটেলৰ লগুৱা লৰাটোৱে আহি ফেলিস্কৰ মাল পত্ৰ বোৰ খোলামেলা কৰোঁতে ফেলিস্কে চিত্ৰৰ দ্বাৰা সুশোভিত স্নানাগাৰটোলৈ সোমায় গৈ মুখৰ, ডিঙিৰ, কাণৰ কয়লাৰ গুৰিবোৰ ধুলেগৈ।

এঘণ্টাৰ পাছত কামকাজৰ সময়ত পিন্ধা পৰিপাটিকৈ ভাজ কৰি থোৱা লিনেন চুট জোৰ পিন্ধি তেওঁ এটা অপেৰাহাউচৰ ওচৰত থকা ড্ৰেছডেন অপেৰাৰ ডাইৰেক্টৰৰ ওচৰলৈ আহিল।

তৎক্ষণাতে আন্তৰিক সৌহাৰ্দ্দৰে মাননীয় ভন্‌ওৱেৰলিং এ তেওঁৰ অভ্যৰ্থনা জনালে।

অপেৰাৰ কাৰণে বোৰ্ডৰ আগ্ৰহৰ কথা ফেলিক্সে কোৱাৰ পাছত তেওঁ হাঁহি ক'লে "আৰু সেই কাৰণেই লিপজিগে বিচাৰে অপেৰা-চিজন!" চকুজুৰিৰ পৰা ওলায় অহা আনন্দজনক উত্তেজনাৰ দুষ্টামীৰ ৰেখা সমূহ আৰু চাই ৰঙা চুলিৰে সৈতে তেওঁ এজন সুশ্ৰী পুৰুষ আছিল। "মই প্ৰায়েই বিস্ময় মানো অপেৰাৰ প্ৰতি সাধাৰণ লোক আৰু সুৰকাৰ সকলৰ আচৰিত আৰু সৰ্ব্বনশীয় সমান আকৰ্ষণ দেখি।" তেওঁ থিয় হৈ ঢুগিলাছ চেৰী ঢালি এগিলাছ ফেলিক্সক দি তেওঁ মেজখনৰ ওচৰলৈ উভতি গ'ল। "তাৰোপৰি এইটো উল্লেখযোগ্য যে অপেৰাৰ প্ৰত্যেকটো বিষয়েই অদ্ভুত। সকলোতকৈ অবাস্তৱ আৰু ব্যৰ্থ বচনাংশ বাচিলৈ আৰম্ভ কৰিবলৈ ৰচোঁতাসকলৰ আছে ভ্ৰান্তিহীন স্বভাবিক বিচাৰ বুদ্ধি। উদাহৰণ স্বৰূপে আপুনি ভাবেনে ফিডেলিওৰ যাত্ৰাগানৰ পুথিৰ বচনাংশতকৈ অধিক কিবা নিৰ্ব্বোধালি আছে বুলি? এই নিৰ্ব্বোধ শ্ৰেষ্ঠ গ্ৰন্থৰ বাবে বিথোভেনে চাৰিটা অৰ্কেষ্ট্ৰাৰ সঙ্গীত লেখিছিল বুলি যেতিয়া মই স্মৰণ কৰোঁ তেতিয়া মই তেওঁৰ প্ৰতি থকা সকলো শ্ৰদ্ধা হেৰুৱাই পেলাওঁ। প্ৰকৃততে তেওঁ বুদ্ধিয়ক লোক নাছিল। প্ৰতিভাশালী লোক কেইজনমান হে···আছে।"

গিলাচটোৰ পৰা এঢোক ফটিকা পি চকীখনত আঁউজি তেওঁ কৈ গ'ল সেই শিৰাভৰণ আৰু বৰ্ম্মবৃত্ত যোদ্ধা সকলে তেওঁবিলাকৰ প্ৰেম, নাইবা ঘৃণা নাইবা হতাশা নাইবা অনুতাপ নাইবা যিহকেই নঘটক এই লৈ তেওঁবিলাকৰ পীড়িত হোৱা চাবলৈ যেনে হাস্যকৰ লাগে তাতকৈ অধিক হাস্যকৰ কিবা আপুনি জানেনে? অপেৰাৰ উৎপন্নৰ কাৰণে মানুহৰ যত্নৰ এইটোৱেই সকলোতকৈ ধন্যবাদহীন আৰু নাৰকীয়। "অপেৰাৰ বিষয়ে এনে কিবা এটা আছে যি ইয়াৰ জগত

সংশ্লিষ্ট থকা প্ৰত্যেককে উত্তেজিত কৰে নিজকে ভয়ঙ্কৰ ভাবে আঘাত কৰিবলৈ নাইবা আপোনঘাটী হ'বলৈ।"

ফেলিস্কে স্বীকাৰ কৰি ক'লে "মই এবাৰ দাছেলড্রুকত 'ডনজিওভান্নি' পৰিচালনা কৰিব লগাত পৰিছিলো। এইটো মই কেতিয়াও নেপাহৰোঁ। এইয়া আছিল মোৰ নিশাৰ দুঃস্বপ্ন। মই যথেষ্ট চেষ্টা কৰিছিলো ট্রাস্তিসকলক নিৰুৎসাহ কৰিবলৈ, কিন্তু তেওঁবিলাকে যেতিয়ালৈকে অপেৰা চিজন নেপায় তেতিয়ালৈকে জিৰণি নলয়।"

"যেতিয়া তেওঁবিলাকক ক্ষতিপূৰণ কৰিবলৈ মতা হ'ব তেতিয়া তেওঁ-বিলাক নিৰুৎসাহ হ'ব। যেতিয়া অপেৰাৰ প্ৰত্যেকটো বিষয় অঘোষিত, বিত্তীয় ফলাফল অত্যন্ত যথাযথভাবে সুনিশ্চিত। ই সদায় ধন অপব্যয় কৰে। যিমান সুন্দৰ হয় চিজন সিমান সুন্দৰ হয় ত্রুটি। অস্বাভাবিক সুন্দৰভাবে বৰ্ত্তমান আমি উপভোগ কৰি আছোঁ এখন অপেৰা। ই আমাক ধ্বংস কৰিছে।" ভয়াবহ ঘটনাবোৰ লঘুভাবে কব পৰা ধৰণৰ মানুহ তেওঁ—যিহৰ দ্বাৰা লোকে তেওঁক নিৰ্ব্বোধ বুলি ভাবিছিল—যেতিয়া তেঁও আছিল এজন চিৰ-বিষন্ন লোক "নহয়নে বাৰু?" এইটো বাহ্যিক দৃষ্টিত আত্ম-বিৰোধী বুলি ভাব হলেও সত্যবিৰোধী নহয় যেন শুনি। কিন্তু একোৱেই অপেৰাৰ বিষয়টোক কিন্তু সাধাৰণ নিয়মৰ দ্বাৰা শাসন কৰিব নোৱাৰি যেন অনুমান হয়।"

"এটা উদাহৰন দিওঁ। মেৰীয়া শ্বেলাই তাইৰ কলা কৌশলেৰে বৰ্ত্তমান আমাৰ অপেৰাঘৰক সম্মানিত কৰি আছে। এটা বিৰল, আৰু মই যোগ দি ক'ব পাৰোঁ এটা সৰ্ব্বনশীয় সম্মান। তাইৰ প্ৰত্যেকটো অভিনয়ৰ বিজয় আৰ্থিক আৰু শিল্পী সুলভতাৰ। কিন্তু তাইৰ দৰ্ম্মহাই ইমান হতবুদ্ধি কৰিছে যে যদি তাইৰ চুক্তি আৰু তিনিমাহৰ বাবে থাকে তেন্তে আমাৰ বেঙ্ক দেৱলীয়া হ'ব।" গিলাচটো ধৰিবলৈ বুলি তেওঁ সম্মুখলৈ হাউলি ক'লে "আপুনি তাইক চিনি পাই জানো?"

ফালৰি কটাৰ ভঙ্গীৰে কৌশলেৰে ফেলিস্কে উত্তৰ দিলে, লণ্ডনত বহু বছৰ পূৰ্ব্বে এবাৰ তেওঁ মেৰীয়া শ্বেলাৰ লগ পাইছিল। কভেণ্টগাৰ্ডেনত হোৱা তাইৰ এখন অভিনয় লৈ মই গৈছিলো। আৰু তেওঁৰ কণ্ঠস্বৰ

সুৰলা বুলি মই দৃঢ়ভাবে কওঁ।"

"আগতকৈয়ো এইয়া সুৰলা হৈছে। প্ৰকাশ্য ভাবে মই কওঁ যে তাই জেনি লিন্দৰ দৰেই শ্ৰেষ্ঠ। আজি নিশা তাইৰ গান শুনিবলৈ যাবলৈ আপুনি ভাল পাবনে? তাই গাব 'লুচিয়া।' মই মোৰ বক্সটো আপোনাক দিব পাৰিম। হলটোত পাব পৰা আসন এখনো নাই।"

ফেলিস্কে উচ্ছ্বাস ভৰা প্ৰশংসাৰে এই সদয় দানটো লবলৈ অস্বীকাৰ কৰি ক'লে "দুৰ্ভাগ্য বশতঃ আজি সন্ধিয়া মোৰ আন ঠাইত কাম আছে। তাইৰ গীত শুনাৰ আনন্দ লভিবলৈ মই পুনৰ নেপাম বুলিয়েই ভয় কৰিছো। কাৰণ বোৰ্ডৰ প্ৰয়োজনীয় খবৰবোৰ আপুনি মোক যিমান সোনকালে দিয়ে সিমান সোনকালে মই এই চহৰখনৰ পৰা যাবলৈ উদ্বিগ্ন হৈছোঁ।" "যদি তেওঁবিলাক অগ্ৰসৰ হ'বলৈ দৃঢ় প্ৰতিজ্ঞ তেন্তে মই মোৰ যথাশক্তিৰে সকলো সহায় কৰিবলৈ আনন্দিত হ'ম।" আত্মঘাটী হ'ব খোজা এজন লোকক এজন কেমিষ্টে বিষ বেচাৰ সুৰেৰে ডাইৰেক্টৰ জনে ক'লে।

"যেই হওক ইয়াত কেই দিনমান লাগিব।"

গিলাচটোৰ ফটিকাখিনি নিঃশেষ কৰি ফেলিস্কে থিয় হৈ ক'লে "যদি এই কাম আপুনি সোনকালে কৰে মই বাধিত হ'ম।" তেওঁ দুৱাৰ খন খুলি সৌজন্যতাৰে মুৰ দোৱালে। প্ৰত্যুত্তৰ দিলে ফেলিস্কে।

কেই মিনিট মান পাছত থিয়েটাৰ প্লাজেঁালৈ উভতি অহা তেওঁ নিজকে পালে। গধূলি হৈ আহিছিল। দ্ৰেছডেনৰ মনোৰম দোকান পোহাৰ-বোৰ মমবাতি আৰু তেলৰ চাকিৰ পোহৰত জিলিকি উঠিছিল। গধুলিৰ অভিনয়ৰ কথা ঘোষণা কৰিছিল অপেৰা গৃহৰ প্ৰধান প্ৰবেশ পথৰ কাষত থকা দুটা পিতলৰ ট্ৰৰ্চ্চ লাইটে হালধীয়া পোহৰ উৎসৱৰ প্ৰলেপ সানি। তেতিয়াও বৰ সোনকাল হৈ আছিল। কিন্তু প্ৰত্যাশিত উত্তেজনা ইতিমধ্যে বা-বতাহত আছিল। প্ৰাচীন আট্ৰালিকাটোৱে যেন গাড়ীৰ উদুলিমুদুলিৰ বাবে অপেক্ষা কৰিছিল। গাড়ীবোৰৰ পৰা ভৃত্যবোৰে জাপমাৰি নামিছিল দুৱাৰবোৰ খুলি দিবৰ বাবে। জকমকীয়া অলঙ্কাৰ পিন্ধা মহিলা সকলে খমখমীয়া স্কাৰ্ট চোলাৰ সৈতে ফ্ৰিল থকা

কামিজ আৰু চিন্কৰ কলাৰৰ ভাঁজ কৰা কোটপিন্ধা মনোযোগী ভদ্ৰলোকৰ বাহুত ধৰি উঠি গৈছিল বহল খট্খটি বোৰেদি। অপেৰাৰ এই আনন্দদায়ক উৎসৱ—এই সকলোবোৰ সুন্দৰ উত্তেজনাৰ কাৰণ আছিল। মানুহবোৰ শৃঙ্খলাবদ্ধ ভাবে থিয় হৈছিলহি জনসাধাৰণৰ টিকত বেচা গেটৰ ওচৰত। ড্ৰেছডেনৰ দৰিদ্ৰ সকলে অপেক্ষা কৰিছিলহি মেৰীয়াক চাবলৈ। আৰু অকাৰণতে তেওঁৰ গৌৰৱৰ অদ্ভুত অনুভব হ'ল। প্ৰকৃততে অপেৰা প্ৰেমী এই সকলেই। মহৎগীত তেওঁবিলাকে বুজিছিল। তেওঁবিলাকৰ আসনৰ মূল্য দিছিল। তেওঁবিলাকে কঠোৰ শ্ৰমেৰে অৰ্জ্জা ধনেৰে। আৰু গধূলিৰ শীতৰ মাজত অপেক্ষা কৰিছিলহি। তেওঁবিলাকে জানেনে তায়ো তেঁওবিলাকৰে এজন আছিল বুলি, এবাৰ তাই সুদাভবিৰে আৰু ক্ষুধাতুৰ হৈ ফুল বেচিছিল চেন্ মাৰ্কোৰ কোণত ? অভিনয় শেষ হলে তাই যেতিয়া পাদ-প্ৰদীপৰ সম্মুখত থিয় হ'বগৈ দৰ্শকৰ পৰা আমন্ত্ৰন পাব তাই তেতিয়া আহি তেওঁবিলাকলৈ এটা চুমা ফুৰাই দিব আৰু তাৰ পাছত নিজৰ ঘৰলৈ উভতি আহি টোপনীতে শুনিব তাইৰ সেই সোণালী কণ্ঠৰ সুৰ !

তেৰেঁা এইটো শুনিছিল বহু বছৰ পূৰ্ব্বে। বিদ্যুৎগতিৰে তেওঁৰ স্মৰণ হ'ল তেঁওবিলাকৰ চাবেৰ সেই পঁজা ঘৰটো তাই গুণগুনাই মধুৰ সুৰে গীত গায় চিকুনাই থকাৰ কথা। তেওঁ বিলাকৰ প্ৰণয়ৰ বাহ এই দৰেই তেওঁবিলাকে এইটোৰ কথা কৈছিল য'ত তেওঁবিলাকৰ মৃত্যু হ'ল। বিত্তত হৈ তেওঁ গুচি গৈছিল। কেইখোজমান যোৱাৰ পাছত তেওঁৰ মনত ভাবে খুন্দিয়ালে—যাব লগা তেওঁৰ কলৈকো নাই আৰু কৰিব লগাও একো নাই। গোটেই গধুলিটো—স্বাধীন ভাবে পোৱা এই প্ৰথম গধুলিটো—তেওঁৰ সম্মুখত পৰি আছে, ৰিক্তভাৱে। অতীতত তেওঁৰ ভিৰ কৰা তালিকাৰ পৰা বিশ্ৰামৰ এক মোহৰ বাবে তেওঁ ব্যাকুল হৈছিল—এটা সম্পূৰ্ণ স্বাধীন গধুলিৰ কাৰণে। এৰা তেওঁৰ ইচ্ছা সত্যত পৰিণত হ'ল। কিন্তু আজি গধুলিৰ স্বাধীনতাটোত আছিল এক তিক্ত স্বাদ। হয়, তেওঁ মুক্ত হ'ল। এটা অঘৰীৰ দৰে স্বাধীন ; এখন উকা সাগৰেদি বাট হেৰুৱাই উদ্দেশ্যহীন গতিৰে গৈ থকা এখন জাহাজৰ দৰে।

স্থমেনৰ ভালৈ যোৱাৰ কথা খন্তেক পৰ তেওঁ চিন্তা কৰিলে। ৰৰ্বাট আৰু ক্লাৰা তেওঁৰ পুৰণি বন্ধু। তেওঁক দেখা পালে তেওঁবিলাকে ভাল পাব। নিশ্চয় তেওঁক নিশা খাবলৈ মাতিব। পুনৰ এঘৰলৈ গৈ জুইৰ কাষত বহিলেগৈ তেওঁৰ ভাল লাগিব! কিন্তু তেওঁক তেওঁবিলাকে সুধিব চেচিলীৰ বিষয়ে। লৰা-ছোৱালী কেইটাৰ বিষয়ে। সিহঁতৰ বিষয়ে তেওঁৰ কথা পাতিবৰ মন নাই। তেঁও কৰিব পৰাৰ ভিতৰত আছিল সিহঁতৰ বিষয়ে নভবাকৈ থকাটো।

চেইভনিটঝাৰ ট্ৰেছিত বহু সময় ঘুৰি পকি দোকানৰ সম্মুখত বৈ বৈ খিড়িকীয়েদি ইয়াৰ প্ৰদৰ্শনী বোৰলৈ চাইছিল। চাই থাকোঁতেই অপ্ৰত্যাশিতভাবে এসময়ত নিজকে পালেগৈ এটা ভোজনালয়ৰ সম্মুখত। তেওঁ সোমায় আহি খোঁটালীটোৰ শেহৰ একোণত এখন মেজৰ ওচৰত বহি ধীৰে সুস্থিৰে সাৱধানে তালিকাখন চাই বিভিন্ন বিষয়ক আলোচনা পৰিচাৰকজনৰ লগত কৰি আহাৰ্য্য সামগ্ৰী আনিবলৈ কৈ তেওঁ ক'লে "এতিয়া মোৰ ওচৰলৈ পঠিয়াই দিয়া মদৰ পৰিচাৰক জনক। "আঙুৰ ৰসৰ মদৰ বিষয়ে তেওঁ বহু সময় জুৰি দক্ষতাৰে তৰ্ক কৰিলে মদৰ পৰিচাৰকজনৰ লগত। যুক্তিতৰ্ক কৰিলে ফুলৰ তোড়া সম্বন্ধে। আৰু ফ্ৰাচী আৰু জাৰ্ম্মাণীৰ মদৰ নিজস্ব গুণাৱলীৰ বিষয়ে বাহুল্য আলোচনা কৰিলে। পুৰণি বিৰল ভওভ্ৰে আৰু মনোৰম চেণ্ট এমিলিয়নৰ মাজত তেওঁ বহুপৰ ইতস্তত, কৰি ৰ'ল। আহাৰ তেওঁ স্পৰ্শই নকৰিলে। কিন্তু ব্যঞ্জনবোৰ দি থাকোঁতে ধৈৰ্য্য আৰু চতুৰ চাৱনিৰে বৃদ্ধ পৰিচাৰক জনৰ লগত হাঁহি ধেমালি কৰি হেপাঁহ পূৰালে। উত্তৰবোৰ পৰিচাৰকে তৎপৰতাৰে দিছিল। তেওঁৰ দৰে বহুতকে সি দেখিছে—আপোন নিঃসঙ্গতা পাহৰি থাকিবলৈ তাৰ লগত হাঁহি ধেমালি কৰা নিঃসঙ্গ লোকক।

মদ ফেলিক্সে ভালদৰেই খায় বুজিছিল যেই তেওঁক কিছু সহায় কৰিছে। গোপনে তেওঁলৈ আহি পৰিছিল এক আনন্দদায়ক মুৰ জিন্‌জিননি। অসহ্য ভাবে তেওঁ পাতলহৈ যোৱা আৰু উল্লাসিত হোৱা যেন অনুভব কৰিলে। ঢোক্ এটা গিলি তেওঁ এবাৰ আপোনমনে হাঁহিলে।

এৰা মদে তেওঁক বহুত সহায় কৰিলে। সঙ্গহীন যেন নলগা হ'ল। ড্রেছডেন এখন আচৰিত চহৰ। খোৱাৰ পাছত ফেলিস্ক যাব কোনোবা এখন থিয়েটাৰলৈ—ফ্রেডেৰিক থিয়েটাৰ থনৰ দৰে কোনোৰা এখনলৈ, য'ত আনা স্কাম্পনেগেলে গান গাইছিল। হয়, সেইটো কামেই কৰিব লগা আছিল। আৰু কোনে কব পাৰিব ড্রেছডেনত বহুত শুৱনী ছোৱালী হয়তো আছে। সিহঁতৰ ভিতৰত এজনীয়ে অৱশ্যে কেইটামান থেলাৰৰ বিনিময়ত ইচ্ছা কৰিব পাৰে প্রথম স্বাধীন নিশাটো উদাযাপন কৰিবলৈ তেওঁক সহায় কৰিবলৈ······

মদৰ বেলিকা বিপদ আছিল যে ই তোমাৰ আত্মসংযম শিথিল কৰে। ই সকলোৰকমৰ ভাব শিথিল কৰে—যিবিলাক ভাব তুমি তোমাৰ মনৰ মাজত পোষণ কৰিবলৈ ডৰ নকৰা। উদাহৰণ স্বৰূপে চেচিলী এই পৃথিবীত এতিয়া যদি তেওঁ চিন্তা কৰিব নোখোজা এজন লোক আছে সেইয়া চেচিলী। কিন্তু মদে সেইটোকেই কৰিলে। ই তোমাৰ মগজুত ভাববোৰ জোৰ কৰি সুমুৱায় দিয়ে আৰু তুমি ঠিক এইটোৰ পৰা ফালৰি কাটিব নোৱাৰা। শোৱনী কোঠাত চেচিলীয়ে ওলোমাই থোৱা পনীয় ৰঙৰ সেই ছবি খনৰ দৰে। বৰফাবৃত্ত এটা পৰ্ব্বত স্বয়ং নিজে এখন হ্রদত প্রতিভাত হ'ল। এই ঘৃণাজনক বিষয়টোৰ পৰা তেওঁ সাৰিব নোৱাৰে। সদায় তোমাৰ সম্মুখত······

চেচিলী······এই টো ঘটিছিল ঠিক সেই সময়ত দছেনবাঁছ সকল প্রস্থান কৰাৰ পাছত আৰু তেওঁ খোৱা ঘৰটোলৈ উভতি অহাৰ সময়ত। এই ধৰনে তেওঁ কৈছিল "কেনেকৈ তুমি পাৰিলা ?" কথা কেইটা তেওঁৰ মুখলৈ চাই প্রকৃততে চেচিলীয়ে তেওঁক প্রচণ্ডভাবে কৈছিল। আৰু পাছত যেতিয়া ইজনে সিজনক আস্ফালন কৰি কথা কৈছিল তেওঁ নিজৰ বিষয়টো খামুচি আছিল দৃঢ় ভাবে। চেচিলীৰ তেজ আছে। একোকে ভয় নকৰে। তেওঁৰ শক্তি আছে। আৰু আছে প্রচণ্ড আৱেগ তেওঁক এগৰাকী সম্পূর্ণ ভদ্র মহিলা কৰি তুলিবলৈ দৃঢ় ভাবে লাগি থকা চেচিলীৰ গোলমলীয়া মামনে এই সকলোবোৰ চেপি পেলাছিল। কিন্তু যোৱা নিশা চেচিলী ভদ্র মহিলা নাছিল। খণ্ডত তেওঁ কপিছিল,

আৰু তেওঁ ইমান শুৱনী হৈ পৰিছিল যে তেওঁ চেচিলীক হঠাতে সাবটি তেওঁৰ কথা বন্ধ হৈ নোযোৱালৈকে চুমা খায় থাকিব খুজিছিল। পৰিচাৰকজনে তেওঁৰ প্লেটবোৰ লৈ গ'ল আৰু কফিৰ ট্ৰেখন লৈ একমিনিট পাছত উভতি আহি নিপুনতাৰে মাটিৰ পিয়লাটো ভৰালে।

"এইয়েই হ'বনে ডাঙৰীয়া ?"

"মোলৈ কৌনিয়াক আনা। কৌনিয়াক নোহোৱাকৈ কফি খোৱাৰ কথা কোনে শুনিছে ?"

"বৰ ভাল কথা, ডাঙৰীয়া !"

খন্তেক পিছত সি উভতি আহি পীতাভ বৰণীয়া পনীয় খিনি ঢলা ফেলিস্কে মন কৰিলে।

"পৰিচাৰক—মোক কোৱাচোন তুমি বিবাহিত নে ?"

"হয় ডাঙৰীয়া, সতাইশ বছৰ হ'ল।"

"বিয়াটো ভয়ঙ্কৰ সমস্যা, তুমি নেভাবানে বাৰু ?" কথাবোৰ তেওঁৰ অস্পষ্ট হৈ আহিছিল। "ভয়ঙ্কৰ ভাবে টান।"

"আপুনি ঠিকেই কৈছে, ডাঙৰীয়া, কিন্তু তথাপিও অকলশৰে থকাতকৈ এইটো অধিক ভাল।

অসহিষ্ণু এটা হাত জোকাৰনিৰে ফেলিস্কে তাক পঠিয়াই দিলে। এই পৰিচাৰকটো এটা গাধা। সি নেজানে কিহৰ বিষয়ে সি কথা কৈছে। অকলে বাস কৰাটো মুঠেই একো সমস্যাই নহয়। তুমি যদি সম্পত্তিশালী তেন্তে তোমাৰ এইটো হ'ব অন্তহীন আনন্দ। কোনো দায়িত্ব নেথাকিব, ক্ৰমাগত তাইৰ চকুজুৰিৰে তোমাৰ দোষ উলিয়াবলৈ তোমাৰ কোনো ঘৈণী নেথাকিব। পুৱা শোৱা পাটিতে জলপান খাব। আৰু প্ৰচুৰ সম্ভোগ বহুত নাৰীৰ সৈতে···চেচিলীক তেওঁ দেখুৱাব নিজে নিজে তেওঁ কিমান ৰং ধেমালি কৰিব পাৰে। তেওঁ দুঃখিত হ'ব পৃথিৱীৰ সকলোতকৈ উত্তম স্বামীজনক তাই হেৰুৱালে আৰু সম্পূৰ্ণ নিজৰ দোষতেই। তেওঁ দেখুৱাব চেচিলীক।

ইতিমধ্যে বেচাৰী ছোৱালীজনীয়ে কেথেৰিন আৰু লৰা-ছোৱালী কেইটাৰ সৈতে ফ্ৰেঙ্কফোৰ্টলৈ বুলি বাওনা হৈ গৈছে। ৰেলগাড়ীত

যোৱাৰ স্বাভাৱিক ভয় তেওঁৰ আছিল কাৰণেই সিহঁতে বাগীত গৈছিল। সৰহ তিৰোতাই তেনেকুৱা ধৰণৰ। উন্নতিৰ শত্রু। ভাবে ৰেলৰ ইঞ্জিন চয়তানৰ আবিষ্কাৰ…তেওঁ এতিয়া ঘৰ পালেগৈ হেতেন। তাৰ সলনি নিশ্চয় কোনোবা পান্থশালাত বৈছেগৈ। লৰা-ছোৱালীকেইটাক টানি-আজুৰি নি ছাগৈ একেলগে বিছনাত শুৱাই থলেগৈয়ে। সম্ভৱ সিহঁতে মাকক তেওঁৰ কথা সুধিছে। পাপা কিয় সিহঁতৰ লগত আহা নাই, কেতিয়া তেওঁ উভতি আহিব। কণ্ঠত উচুপনি উঠা যেন অনুভব কৰি তেওঁ কৌনিয়াক খিনি গিলিলে আৰু তেওঁ চেক্‌খন নিবলৈ মাতিলে। ফেলিক্সে পৰিচাৰকটোক টকা দিলে আৰু অধিক এটি পুৰস্কাৰ ইফালে সিফালে জোকাৰি দি আলিবাটলৈ ওলায় গ'ল। নিশাটো ঠাণ্ডা হৈ পৰিছিল। কঁপি জপি তেওঁ হোটেললৈ উভতি যোৱাৰ কথা ভাবিছিল, কিন্তু শুব যে নোৱাৰিব ফেলিক্সে বুজিছিল। উদ্দেশ্যহীন ভাবে চলং পলংকৈ তেওঁ ভালকৈ পোহৰ নপৰা আলষ্টাভৰ ঠেক বাটটোৱেদি গৈ আছিল। ডুবাৰ অকলশৰীয়া তিৰোতাই আহি তেওঁৰ কাষ চাপি তেওঁৰ বাহুত ধৰিবলৈ যত্ন কৰিছিল। সিহঁতক একোটা থেলাৰ লাহেকৈ দি নিজকে মুক্ত কৰি আতৰি গৈছিল। তেওঁ ক্লান্ত হৈছিল। কিন্তু মনটো ধীৰ হৈ নেযায়। খন্তেক আগৰ উদ্দীপনা এতিয়া নাছিল। তেওঁ বিষন্ন হৈ গৈছিল। হঠাৎ মেকীয়া দ্ৰেছডেনত, মাত্ৰ তেওঁৰ পৰা কেই-গজমান আঁতৰত থকাৰ উপলব্ধিয়ে এনেদৰে বিধ্বস্ত কৰিলে যে তেওঁ পৰিত্যক্ত পথটোৰ মাজতে তেওঁৰ বুকুৰ ধপ্‌ধপনি শুনি স্তব্ধহৈ বৈ গ'ল। তাই ইয়াত আছে। তাইক তেওঁ দেখা পাব। অৱশ্যে কোনো কথা নাপাতে। মাত্ৰ তাইক চাব। তেওঁ সম্ভৱ জীৱনত তাইক পুনৰ কেতিয়াও দেখা নেপাবও পাৰে। তাইলৈ চালে নিশ্চয় দোষ নহ'ব। তাৰোপৰি তেওঁবিলাক আছিল প্ৰণয়ী-প্ৰণয়িনী।……

এইয়া বহু দেৰী হৈ গ'ল, তাই থিয়েটাৰৰ পৰা যাবগৈও পায় আদি চিন্তাৰে ইতিমধ্যে তেঁওৰ দুঃখ হ'ল। থিয়েটাৰ প্লাজেঁালৈ ফেলিক্স এক ৰকম দৌৰিয়েই উভতি আহিল। অভিনয় শেষ হল। কিন্তু তেতিয়াও দৰ্শক বিলাক থিয়েটাৰ ঘৰৰ পৰা ওলায় আহিছিল। শৈষগাড়ীখন

গৰগৰাই গুচি গ'ল। তাই এতিয়াও যাবগৈ পৰা নাই। সাৱধানে তেওঁ আট্টালিকাটোৰ চাৰিও ফালে ঘুৰিলে। মঞ্চৰ সংকীৰ্ণ প্ৰবেশ পথ এটাত মানুহবোৰে আহি অপেক্ষা কৰিছিলহি। সিহঁতৰ পাছ ফালে আহি তেৱোঁ যোগ দিলেহি।

বহু সময় ধৰি দুৱাৰখন বন্ধ হৈ থকাৰ পাছত হঠাতে এইখন মুকলি হ'ল আৰু তাইক তেওঁ দেখিলে।

তাই পিন্ধিছিল শুভ্ৰ সাঁজ—কিবা ফেনৰ দৰে বস্ত্ৰ—তেঁও ধৰিব নোৱাৰিলে। তাই জ্যোতিৰ্ম্ময় দ্বাৰ প্ৰান্তত এক পলক মান থিয় দিলেহি। এচিয়াৰ কোনো প্ৰতিমাৰ দৰে তাই হীৰাৰে বিশুদ্ধ ভাবে জিলিকিছিল। অধৈৰ্য্যৰে তাই মুৰটো ঘুৰাওঁতে কাৰোবাৰ কাৰণে তাই অপেক্ষা কৰা যেন লাগিছিল। আৰু এজন মানুহ দেখা গ'ল। চিক্কৰ পাৰি দিয়া কেইপ পিন্ধা ওখ সুন্দৰ। তাই তেওঁ বাহুটো লৈ তাইৰ বাবে আশা কৰা তাইৰ সমৰ্থক সকলৰ প্ৰতি হাঁহি, মুৰ দুপিয়ায়, হাত জোকাৰি সঙ্কীৰ্ণ পথটো পাৰ হ'ল। তাই তেওঁৰ পৰা মাত্ৰ কেইফুটমান আতৰেদি যাওঁতে তাইৰ মুখমণ্ডল তেওঁ স্পষ্ট ভাৱে দেখা পালে। তাই পৰিবৰ্ত্তন হোৱা নাই। তাই এতিয়াও সোঁ মাজত সেওঁতা ফালে আৰু গলধনত খোপা বান্ধে। তাই সঙ্গীজনৰ লগত গৈ থাকোঁতে কথা পাতিছিল আৰু তেতিয়া তেওঁ তাইৰ কণ্ঠস্বৰ শুনিলে। তাইৰ স্বচ্ছ চকুজুৰিত তেওঁ দেখা পালে এক জিলিঙনি। বুকুত ধপধপনি লৈ তেওঁ চাই ৰ'ল এখন বন্ধ গাড়ীৰ মাজত তাই অদৃশ্য হৈ যোৱা। খিড়িকী খনেদি আকৌ এবাৰ তাই বগা হাত মোজা পিন্ধা হাত খন জোকাৰি-ছিল। তাৰ পাছত তাই গ'লগৈ। নিশাৰ মাজত দলটো নিৰৱে অদৃশ্যহৈ বিচ্ছিন্ন হৈ গ'ল।

খন্তেক পাছতে এজন বৃদ্ধ লোক মঞ্চৰ প্ৰবেশ পথেদি ওলায় আহি চাকিটো তললৈ নমায় নুমায় দিলে। বাটটো এন্ধাৰত ডুব গ'ল। ধীৰে তাৰ পৰা তেওঁ গুচি গ'ল।

পৰিত্যক্ত চহৰখনৰ মাজেদি তেওঁ বিশৃঙ্খলতাৰে ভ্ৰমিবলৈ ধৰিলে। তেওঁৰ জাঁৰ লাগিল আৰু বিৰক্তি অনুভব কৰিলে। এতিয়া তেওঁ দুঃখিত

যে তাইক তেওঁ দেখিলে। উচ্চ কণ্ঠে চিঞঁৰি তেওঁ নিজকে ভৎসৰ্না কৰিলে। তাইৰ প্ৰণয়ী এজন অৰণ্যে আছে। তেন্তে তেওঁ কি আশা কৰে? নিজকে ক'লে তেওঁ ভয় নকৰে আৰু মনৰ ভিতৰতে তীব্ৰ ভৎসৰ্না কৰি তেওঁ লাভ কৰিছিল বেদনা পূৰ্ণ স্বস্তি। তাই একো নহয়—মাত্ৰ মনোৰম কণ্ঠস্বৰ থকা এজনী বেশ্যা। সেয়েই সকলো। প্ৰণয়ৰ বাবে তাই অক্ষম। তাই লোভী। তাইৰ কোনো স্বাদ নাই। সেই হীৰাবোৰ!......তাই নিজকে সজাইছে এজোপা খ্ৰীষ্টমাছ গছৰ দৰে। এইটো তাইৰ প্ৰতীক অভিজাত্যৰ এই অমাৰ্জ্জিত প্ৰদৰ্শন। নিজৰ লজ্জা ঢাকি ৰাখিবৰ বাবে কৃষ্ণবৰ্ণৰ আৰু শুভ্ৰবৰণৰ মূল্যবান নোমেৰে কান্ধ আবৃত্ত কৰি ৰখা সেই দুঃচৰিত্ৰা তিৰোতাবোৰৰ দৰে।

ঘড়ী এটাত তিনিটাৰ কোব পৰা তেওঁ শুনিলে আৰু নিজকে পালেগৈ আগষ্টাৰ দলঙৰ ওপৰত। কিছু সময় ফেলিস্কে জোঙা সৰু স্তম্ভ এটাত আঁউজি গুৰ গুৰ শব্দ কৰি থকা তলৰ ক'লা পানী খিনিলৈ চালে। মাত্ৰ তেতিয়াহে তেওঁ মন কৰিলে যে বৰষুণ দিবলৈ আৰম্ভ কৰিছিল। এজাক মনে মনে অহা বৰষুণত তেওঁৰ ওখ টুপী পিন্ধা কপাল খনত মৃদু চিটিকনি পৰি তেওঁৰ·কেইপটোৰ ভিতৰেদি বাগৰি গৈছিল। তেওঁ পোন হ'ল আৰু হোটেলটো চিনি পালে। তেওঁ দ্ৰুত গতিৰে দলংখন পাৰ হৈ হোটেলটো পালেহি। নিশা থকা কেৰেণী জনে তেওঁক দৌৰি আহি আগ বঢ়াই মানুহজনে তেওঁক অভিবাদন জনালে।

গধুৰ খোজেৰে তেওঁ খটখটিত উঠিবলৈ আৰম্ভ কৰিলে। দ্বিতীয় মহলাৰ দীঘল ৰঙা দলিছাবৃত্ত কৰিডোৰটোৰেদি ঘুৰি খোটালীটোৰ পিনে যাওঁতে তেওঁ দেখিছিল তেওঁৰ দুৱাৰ খনৰ তলত এছেৰেঙা হালধীয় পোহৰ। খোজ খৰ হ'ল আৰু তেওঁ সোমায় গ'ল।

খোটালীটোত আছিল মেৰীয়া।

তেওঁবিলাকে কথা কোৱা নাছিল, আনকি হহাঁও নাছিল। অন্ধভাবে ইজন সিজনৰ ওচৰলৈ দৌৰি গ'ল, আৰু তাত নাছিল একো, মাত্ৰ আছিল তেওঁবিলাকৰ ওঁঠৰ ক্ষুধা, তেওঁবিলাকৰ আঙুলিৰ খামোচ আৰু তেওঁবিলাকৰ মিহলি হৈ যোৱা ফোপাঁনি।

সময় তেওঁবিলাকৰ পৰা হুইঁকি গ'ল। আকৌ এবাৰ তেওঁ ডেকা হ'ল, চুলি ক'লা হ'ল, মুখ ৰেখা বিহীন হ'ল, আৰু আকৌ এবাৰ তেওঁ-বিলাকৰ প্ৰেম নতুন হ'ল আৰু লতা-গোলাপৰ সুগন্ধি বতাহত ভাহিল আৰু বনবিৰিখৰ সূক্ষ্মৰ পোহৰত মৰ্ম্মৰ ধ্বনী হ'ল। তেওঁবিলাক উভতি গৈছিল আলিকাষৰ কণমান সেই পান্থশালাটোলৈ, উভতি গৈছিল শীতল শ্যামল ঘন জোপোহাৰ মাজলৈ, য'ত তেওঁবিলাকে ওচৰা-ওচৰিকৈ পৰি থাকি প্ৰণয়ত লিপ্ত হৈছিল—বহুকাল পূৰ্ব্বে নিঃচিহ্ন হৈ যোৱা স্বৰ্ণালী উজ্জলতাৰ সেই ইংলিছ গৰম কালিলৈ।

পুৰতীৰ ধুসৰতাই যেতিয়ালৈকে খিড়িকী হিমায়িত নকৰিলে আৰু নিদ্ৰাই বিস্মৃতিৰ কম্বলখন তেওঁবিলাকৰ ওপৰত মেলি নিদিলে তেতিয়া-লৈকে ড্ৰেছডেনৰ হোটেলটোৰ মমৰ শিখাৰ পোহৰত উদ্ভাসি থকা খোটালীটোৰ মাজত তেঁওবিলাকৰ ওপৰত আহি পৰিছিল আকৌ এবাৰ পূৰ্ণ যৌৱনৰ উন্মাদ বাসনা।

পিছদিনা দুপৰীয়া তেওঁ হতবুদ্ধিহৈ সঙ্কীৰ্ণ চকুৰ ফাঁকেদি চায় তেওঁ বুজিলেযে তেওঁ পোনে পোনে তাইৰ চকুজুৰিলৈকে চাই আছে। নিজৰ ভাঁজহৈ থকা বাহুৰ ওপৰত তাই মুৰটো থৈ তেওঁৰ ফালে চাই পৰি আছিল। পূৰ্ব্ব পৰিচিতা বুলি খন্তেক সময় তেওঁ তাইক চিনিব পৰা নাছিল আৰু ভাবটো তাই আধা মেলা চকুজুৰিৰে ধৰিব পাৰিলে।

তাই গুণগুণায় হাঁহি ক'লে "তুমি ভাবিছা মই কেনেধৰণৰ তিৰোতা নহয় জানো, তুমি ইতিমধ্যেই মোক পাহৰিলাই চোন?"

উত্তৰ দিবলৈ তেওঁ হৈ পৰিছিল অতিমাত্ৰাই তন্দ্ৰালু। কেলিস্কৰ চকুৰ পতা পুনৰ বন্ধ হৈ গ'ল, কিন্তু এটা চুমাৰ বাবে নিৰৱ মিনতিৰে তেওঁৰ ওঁঠখন লৰিল। তাই শান্ত ভাবে তেওঁৰ আৰু কাষচাপি আহিল আৰু তেওঁ অনুভব কৰিলে তেওঁৰ মুখৰ ওপৰত তেওঁৰ কোমলতা খিনি। খন্তেক পাছত তেওঁ অস্ফুটভাবে সুধিলে "তুমি সাৰ পাবৰ কিমান পৰ হ'ল?"

"তুমি শুই থকা মই বহু সময় জুৰি চাই আছোঁ। তোমাক ভাল দেখা নাই।" কথা কওঁতে তেওঁবিলাকৰ ওঁঠে ওঁঠে লাগিছিল। শ্ৰৱণা-

তাত ফুচফুচনিৰে কথাবোৰ ওলায় আহিছিল।

"তোমাৰ চুলিখিনি মই খুব ভাল পাইছোঁ। কিন্তু তোমাৰ মুখখন ভাল দেখা নাই।"

এটা তন্দ্ৰাজড়িত হাঁহিয়ে তেওঁৰ চকুজুৰিৰ কোণত কেই ডালমান ৰেখা বিৰিঙালে।

"মইও এইখন মুখ ভাল পোৱা নাই। কিন্তু মোৰ একমাত্ৰ এই খনেই আছেগৈ।"

"তুমি এটা মাছৰ দৰে খীণালা। মই তোমাক দৰৱ দিম—?"

"তাৰ সলনি মোক চুমাকে এটা দিয়া।"

বহু সময় জুৰি তন্দ্ৰাজড়িত ইন্দ্ৰিয়গত চুমাৰে তাইৰ ওঁঠ জুৰিয়ে তেওঁৰ ওঁঠজুৰি ঢাকি ধৰিলে।

তাই হৃষ্ট চিত্তে মেকুৰীৰ দৰে ফোঁচ ফোঁচাই ক'লে "আমি যেন এই দৰেই সদায় থাকিম—কেতিয়াও সুঠিম।"

বন্ধচকুজুৰিৰ পতাৰ অন্তৰালত তেওঁ এতিয়া সাৰ পাইছিল আৰু তেওঁ উপলব্ধি কৰিছিল তাই ভীত হৈছে নিদ্ৰাৰ এই নিৰাপত্তা, তেওঁবিলাকৰ এই প্ৰশ্নহীন ভোগ বাসনা চৰিতাৰ্থ কৰাৰ এই সৰগ এৰি যাবলৈ।

"তুমি এই চহৰখনত কিমান দিনলৈ আছা ?" তাইৰ ব্যথাৰ সুৰত আতঙ্কই ভেদ কৰিছিল।

"এ সপ্তাহ, সম্ভৱ অধিকো।"

বিস্ফাৰিত নয়নেৰে মুখ মেলি আনন্দত তাই জাপ মাৰি উঠিল।

"এসপ্তাহ" তাই ফোপাঁই ক'লে।

তাই ক্ৰুশাকাৰ কৰি আকুল প্ৰাৰ্থনাৰে হাত দুখন কৰজোৰ কৰিলে।

"ধন্যবাদ, মেডোনা-এই যাদুটোৰ কাৰণে।"

তেওঁ উঠি গাৰু এটাৰ ওপৰত ভৰদি বহি সুধিলে "তুমি ইমান অস্ফুটভাবে খৰকৈ কিহৰ কথা কৈছা ?"

তাই তেওঁৰ ভিজিত সাবটি ধৰি আনন্দৰে মুখমণ্ডলত আঘাত কৰি

খুটি খুটি চুমা খাবলৈ ধৰিলে। চুমাৰ মাজতে তাই ব্যাখ্যা কৰি ক'লে "মই যীশু জননীক ধন্যবাদ দিছিলো—কাৰণ তুমি ইয়াত এসপ্তাহ থাকিবা। যোৱা কালি মই যেতিয়া শুনিলো তুমি এই চহৰখনত আছাহি তেতিয়া মোৰ ভয় হৈছিল যে তুমি মাত্ৰ এদিন থাকিবা আৰু আজি তুমি উলটি যাবাগৈ তোমাৰ পৰিবাৰ আৰু কণকণ বেম্বিনিহতঁৰ ওচৰলৈ।"

আন এটা আকস্মিক প্ৰচণ্ড সোহাগৰ মাজত তাইৰ কথাবোৰ শেষ হ'ল।

"বহু বছৰ ধৰি মেডোনাক প্ৰাৰ্থনা কৰিছিলো তুমি এসপ্তাহৰ বাবে মোৰ ওচৰলৈ উভতি আহিবলৈ আৰু তেওঁ যাদু কৰিলে।" তাইৰ মুখ দেখি তেওঁৰ হৃদয় স্পন্দিত হৈ উঠিছিল।

অবিশ্বাস্য ভাবাবেশেৰে তাই তেওঁলৈ চাই হাঁহি হাঁহি ইটালীৰ মাত কথাকে গুণগুণায়ছিল। নাই তাই পৰিবৰ্ত্তন হোৱা নাই—আগৰদৰেই আবেগ প্ৰবন আৰু উত্তেজিত। তাই এতিয়াও ইংৰাজী গোলমাল কৰে। মেৰীৰ সৰু প্লাষ্টাৰৰ মূৰ্ত্তিটোৰ পৰা যাদু আশা কৰে। তাই একে উৎসাহেৰে প্ৰাৰ্থনা কৰে আৰু পাপ কৰে। এতিয়া তাইৰ চকুজুৰি তাইৰ পাতল বাদামৰবণীয়া স্বচ্ছ চকুজুৰি আনন্দত নাচিছিল। তাইৰ পিয়লা ভৰি পৰিছিল কাৰণ মেডোনাই যাদুৰ বলেৰে এসপ্তাহ তেওঁবিলাকৰ বাবে ব্যৱস্থা কৰি দিলে। পৃথিবীত তাইক একোৱেই উপলব্ধি কৰাব নোৱাৰে যে এই বিষয়ে কৰিব লগা মেডোনাৰ একোকে নাই। সেই ভেনিচ দেশীয় সৰু মূৰটোত গভীৰ ভক্তিৰ, কুসংস্কাৰৰ আৰু ধৰ্ম্মাচৰণৰ কি সান-মিহলি এটা মূহূৰ্ত্তত তাইক তেওঁ প্ৰায় কবই খুজিছিল যে তেঁও ঘৈণীয়েক আৰু বেম্বিনিহঁতৰ ওচৰলৈ উভতি নেযায়—কিন্তু কিহবাই তেওঁক ধৰি ৰাখিলে। তাইৰ যি ইচ্ছা তাকেই বিশ্বাস কৰক। তাই ইয়াত আছে তেওঁৰ বাহুবন্ধনৰ মাজত, এতিয়াও তেওঁক তাই ভাল পায় তাৰ বাহিৰে কোনো কথা নাই।

"অস্পষ্ট ভাবে ইটালীতে কথা কোৱা তুমি বন্ধ কৰা। বন্ধ কৰিবানে আৰু মোক যদি তুমি এতিয়াও ভাল পোৱা কোৱাচোন"—ইতিমধ্যেই উত্তৰটো জনা এজন মানুহৰ নিশ্চয়তাবে সুধিলে।

প্ৰণয় উদ্দীপক এটা ভঙ্গীৰে তাই তেওঁক হেঁচা মাৰি ধৰি ক'লে— "তুমি সুধিছা কাৰণ তুমি শুনিবলৈ ভাল পোৱা, কিন্তু তোমাৰ অন্তৰত তুমি সদায়েই জানা মই তোমাক ভাল পাওঁ নহয় জানো ?"

"আনকি মোৰ পৰা পলায় গুচি যাওঁতেও নে ? মনত পেলোৱাচোন পঁজা ঘৰটোৰ সেই দিনটোৰ কথা ?"

"এৰা, আনকি সেইদিনাও" তাই মৃদু গাম্ভীৰ্য্যৰে ক'লে।

"মই জানিছিলো তুমি নুবুজিবা মই পলায় গৈছিলো, কাৰণ মই তোমাক ইমান ভাল পাইছিলো—আৰু সকলো সময়তে আমি হাই-কাজিয়া কৰিছিলো। মই বুজিছিলো তোমাৰ উপযুক্ত মই নহয়। সেই কাৰণেই মই তোমাৰ বন্ধু কাল´লৈ প্ৰত্যেকটো কথা বাহুল্য ভাবে জনায় চিঠি লিখিছিলো। আৰু তেওঁ কৈছিল "হয়" আৰু মই পলায় গৈছিলো। কিন্তু লঁণ্ডনলৈ যোৱাৰ পথত মোৰ চকু পানী অন্ত হৈ নোযোৱালৈকে মই কান্দিছিলো ওৰে বাট। মই প্ৰত্যেকটো চেষ্টাকে কৰিছিলো, নিজকে মুৰ্খ বুলি কৈছিলো। এ সপ্তাহতে পাহৰি যাম বুলি কৈছিলো। কিন্তু মই নোৱাৰিলো। এসপ্তাহত নহয়, এবছৰতো নোৱাৰিলো। মই মেডোনাক প্ৰাৰ্থনা কৰি কৈছিলো অনুগ্ৰহ কৰি মোক পাহৰাই দিয়া, কিন্তু মই নোৱাৰিলো। সকলো সময়তে আনকি মই যেতিয়া আমেৰিকাও পালোগৈ তেতিয়াও মই খেৰৰ পজা ঘৰটোৰ কথা ভাবিছিলো। বিশাল প্ৰসাদটোৰ কথা আৰু তুমি সেই ভেলোচিপেড্ খনৰ পৰা পৰি যাওঁতে তুমি হাস্যাস্পদ হৈ যোৱাৰ কথাবোৰ চিন্তা কৰিছিলো।" তেওঁ প্ৰতিবাদ কৰি ক'লে "মোক হাস্যাস্পদ দেখা নাছিলা। মই উন্মাদ আছিলো আৰু দুঃখ পাইছিলো।"

তাই মৃদু গোৱাৰ্বামি আৰু দৃঢ়তাৰে ক'লে "মোৰ কাৰণে তুমি অতিশয় হাস্যাস্পদ হৈছিলা—কিন্তু মই একেদৰেই তোমাক ভাল পাইছিলো।" তাই মিছা কথা কৈছে বুলি ভাবি তেওঁ আচৰিত হৈ তিৰ্য্যক দৃষ্টিৰে তেওঁলৈ চালে। অত্যন্ত. বৈশিষ্টতাৰ অভাবে তাইৰ সত্য নিষ্ঠালৈ আনিছিল অদমনীয় সংঘৰ্ষ। তেওঁক তাই অনুভৱ কৰাবলৈ বিচৰা নাছিল। তাই মাত্ৰ অতীতৰ স্মৃতি ডাঙৰকৈ সুৰঁৰিছিল।

তাইৰ প্ৰণয়ৰ নম্ৰ স্বীকাৰ্য্যই আচৰিত ভাবে তেওঁৰ মনত উদ্ভাৱন কৰিলে হিংসা। তেওঁৰ বিদ্যুৎগতিৰে স্মৰণ হ'ল এতিয়া ছিন্ন ভিন্ন হৈ সোঁত মোচ খায় মজিয়াত পৰি থকা যেন তুল্য সেই শুভ্ৰ সাজ জোৰ পিন্ধি নাটঘৰৰ পৰা প্ৰণয়ীজনৰ বাহুত ভৰ দি ঠেক বাটটোৰেদি তাইৰ সমৰ্থক সকলৰ প্ৰতি মূৰ দুপিয়ায় হাঁহি ওলায় অহাৰ দৃশ্যটি। নাকেৰে এটা শব্দ কৰি তেওঁ ক'লে "যোৱা নিশা তুমি মোৰ কথা ভবা নাছিলা।"

কথাষাৰ সুবুজি তাই চাইছিল, কিন্তু তেওঁৰ ক্ৰোধৰ গতি বেগ হৈছিল।

"এৰা নাট ঘৰৰ পৰা যোৱা নিশা। যেতিয়া তুমি সেই নিৰ্ব্বোধ চাৰনিৰ ডেকাজনৰ লগত ওলায় আহিছিলা ?" চতুৰতাৰে মিছা সাক্ষীক জালত পেলোৱা মকৰ্দ্দমা পৰিচালনা কৰিবলৈ থকা ভাৱপ্ৰাপ্ত বিষয়াৰ দৰে ক'লে।

কিন্তু তাই অনুতপ্ত বা বিহ্বল হোৱা দখা নগ'ল, মাত্ৰ আচৰিত হ'ল।

"যোৱা নিশা তুমি অপেৰাত, অপেৰাত আছিলা প্ৰিয়তম ? মোৰ গান তুমি ভাল পাইছিলানে ?" প্ৰত্যাশিত আনন্দেৰে তাইলৈ তেওঁ চাইছিল। "নাই, মই অপেৰাত নাছিলো। কিন্তু তুমি বাহিৰলৈ অহা মই দেখিছিলো। আৰু তোমাক সেই হীৰবোৰৰ সৈতে হাস্যকৰ দেখিছিল।"

হিয়া ভাগি যোৱা এটি শিশুৰ দৰে তাই সুধিলে "তুমি ভাল পোৱা নাছিলা জানো ?"

"নাই, মই ভাল পোৱা নাছিলো। আৰু সেইবোৰ তুমি পালা ক'ত ?" "তাইক তেওঁ যে আঘাত দিছে বুজিছিল। কিন্তু এই মাত্ৰ দুৰ্ঘটনাৰ পৰা ৰক্ষা পৰা এটি শিশুৰ মাতৃয়ে যেনেদৰে শিশুটিক ধকিয়াই সেই অনুভব ঢালি দি বিচাৰিছিল তেওঁ এক উচ্ছৃঙ্খল স্বস্তি।

"তোমাৰ কাৰণে এখন গহনাৰ দোকান লুটিবলৈ তোমাৰ প্ৰণয়ী-জনক দিছানেকি ?

তাই জ্বলি মুঠিল, নাইবা তৰ্ক নকৰিলে—আনকি প্ৰতিবাদো। তাই তল মুৰ কৰি চকুৰ পতা নমালে। চকুৰ পতাৰ নোমৰ পৰা বাগৰি

অহা হীৰাৰ দৰে চকুলো গালেদি বৈ যোৱা তেওঁ হতবুদ্ধি হৈ চালে।

তাই গুণগুণায় ক'লে "মোক বহু লোকে হীৰা দিছে।" তেওঁৰ খঙ মাৰ গ'ল। "সোণজনী মোক ক্ষমা কৰা।" তাইক তেওঁৰ কাষলৈ টানি আনি মিনতি কৰি ক'লে "মোৰ কোনো অধিকাৰ নাছিল"—তেওঁক শেষ কৰিবলৈ তাই নিদিলে। মৃদু চাপদি আঙুলিৰে তাই তেওঁৰ ওঁঠ খন হেচি ধৰিলে, প্ৰণয়ৰ সম্পূৰ্ণ আত্মসমৰ্পণৰে তাই কৈছিল "তুমি যি ক'ব খোজা, আৰু যি কৰিব খোজা ইয়াত তোমাৰ অধিকাৰ আছে। মই লাজ পাইছোঁ কাৰণ মই বহু মানুহক চিনি পাওঁ। কিন্তু মই ভাল পাওঁ তোমাকেই। মই মেডোনাৰ শপত খাই কৈছোঁ।"

তেওঁ বুজিলে তাই সচাঁ কথা কৈছে। দুমাহৰ স্মৃতিৰ এক প্ৰেম ইমান সুদীৰ্ঘ কাল জীয়াই থাকিব পাৰে এইটো অবিশ্বাস্য যেন বোধ হয়। কিন্তু কিছুমান তিৰোতাই কেতিয়াও নেপাহৰে। তাই ক'লে "যোৱা নিশা যেতিয়া মই শুনিলো তুমি এই টাউনত আছাহি তেতিয়া মই সেই সুশ্ৰী মানুহজনক দেখা নকৰো বুলি কলো।"

তেওঁ কিবা কোৱাৰ পূৰ্বেই তাই তলৰ ফালে হাউলিলে আৰু তেওঁ বিলাকৰ ওঁঠ জোৰা লাগি চুমাত পৰিণত হ'ল। আকৌ এবাৰ প্ৰচণ্ড আবেশে দ্ৰুততাৰে শব্দ আৰু স্মৃতিয়ে সৃষ্টি কৰা সিহঁতৰ আঘাতবোৰ শুকুৱাই সিহঁতলৈ আনিলে শান্তি আৰু পৰিপূৰ্ণতাৰ মনৰ মিল।

বুকুত হৈ থকা ধপধপনিৰ কাৰণে তেতিয়াও কথা পাতিবলৈ আপাৰগ হৈ দুয়ো ওচৰাওচৰিকৈ পৰি আছিল। হঠাতে তেওঁ হাঁহিলে।

তায়ো হাঁহি সুধিলে "তুমি হাঁহিছা কিয় ?"

"কাৰণ আমি জড় বুদ্ধিৰ লোক। কাৰণ আমি হীৰা লৈ কাজিয়া কৰোঁ। ইতিমধ্যেই মই তোমাক কন্দুৱালো আৰু তুমি সেই হুলস্থুলীয়া ভেলোচপেড় খনৰ ওপৰত মোক হাস্যকৰ দেখাৰ কথা কৈছিলা—"

তাই প্ৰতিবাদ কৰি কলে "ভেলোচিপেড় খনৰ ওপৰত নহয়, মাত্ৰ তুমি পৰি যাওঁতেহে।"

"ঠিক আছে মই যেতিয়া পৰি গৈছিলো। কিন্তু এতিয়াও মই গম পোৱা নাই পৃথিবীত কি হ'ল যে তুমি ঘটনা ক্ৰমে যোৱা নিশা মোৰ

কোঁঠাত সোমালাহি। কিন্তু প্ৰথমতে তুমি আছা ক'ত ?" এটা লাহি তৰ্জ্জনী আঙুলিৰে চিলিংলৈ দেখুৱায় ক'লে "ওপৰ মহলাত।"

"ওপৰ মহলাত ? তুমি কৈছা যে তুমি এই হোটেলটোতে আছাহি ?" তেওঁৰ হতবাক্ বিহ্বল চাৱনিয়ে আনিলে হাঁহিৰ ধ্বনী।

"সম্ভৱ তুমি ভাবিছা এই হোটেলটোত মাত্ৰ তুমিয়েই আছা নহয়নে ? বহুত আনলোকো এই হোটেলটোত আছে। মই আহি পাওঁতে মেনেজাৰ জনে·কৈছিল "আইটী শ্বেলা, মই আপোনাৰ কাৰণে সকলোতকৈ সুন্দৰ খোটালীটো ৰাখিছোঁ।"

"সেই দুৰ্বৃত্তটোৱে মোকো সেই একে কথাকে কৈছিল।" এতিয়া সিহঁত দুয়ো হাঁহিছিল। গিলাচৰ পৰা এসোহা মদ পিয়াৰ দৰে বাসনা অবিহনে, উপলব্ধি অবিহনে আবেশ পূৰ্ণতাৰে সিহঁতে চুম্বন কৰিছিল। মাত্ৰ কাৰণ, প্ৰেমৰ এক নিৰ্দ্দিষ্ট ভাবত কৰিব লগা চুমাটোৱেই আছিল স্বাভাৱিক বিষয়।

তাই কৈ গ'ল "মোৰটোও তোমাৰটোৰ দৰে একেধৰণৰ আঁচবাৱ স্নানাগাড়ত একেধৰণৰ চিত্ৰ, মাত্ৰ দেৱালৰ বৰণটো বেলেগ—ৰঙাৰ সলনি হালধীয়া। খন্তেক পৰ আচৰিত হৈ ৰলে মোৰটো অলপ বেচি ধুনীয়া বুলি ভাবিছোঁ।

"এৰা, আমি পোন প্ৰথমেই এইটো পাইছিলোহঁক। এতিয়া তুমি মোৰ খোটালীত নো মনে মনে সোমালা কেনেকৈ ?"

এই বিষয়টো অধিক জটিল হৈছিল আৰু এই বিষয়টোত লাগিছিল মেৰীয়াৰ বহুত সময় আৰু এই কামটো কেনেদৰে কৰিলে ব্যাখ্যা কৰোঁতে বহু অপ্ৰাসঙ্গিকতা হৈছিল।

ফেলিস্ক তাত থকাৰ খবৰটো খোটালীটোৰ লিগিৰি জনীৰ পৰা গম পালে। তাৰ পাছত হ'ল লিগিৰি জনীৰ ব্যাখ্যা—তাইৰ বয়স, চেহেৰা, কেনেধৰণে তাই কাম কৰে আৰু সকলোবোৰ ব্যক্তিত্ব। "ৰোৱা কালি আবেলি পৰত তাই পৰ্দ্দাবোৰ টানিবলৈ আৰু বিছনাখন পাৰিবলৈ আহোঁতে কৈছিল যে লিপজিগৰ পৰা এজন বৰ সুন্দৰ আৰু অতিশয় গুৰুত্বপূৰ্ণ সঙ্গীতজ্ঞ আহি পাইছেছি। আৰু মই সুধিলো এই

অতিশয় গুৰুত্বপূৰ্ণ লোকজনৰ ষৈণীয়েকো লগতে আহিছেনেকি—তাই কৈছিল নাই অহা, কোনো তেওঁৰ লগত অহা নাই।"

ততালিকে তাইৰ সিদ্ধান্ত কৰা হৈ গ'ল। খোটালীটোৰ চাবি কাঠি তাইৰ হাতত দিবলৈ লিগিৰিজনীক ভেটী দিলে। থিয়েটাৰ হৈ যোৱাৰ পাছত তাই সোমায় আহি অপেক্ষা কৰিছিলহি।

তাই অভিযোগেৰে ক'লে "আৰু মই বৈ আছিলো বহুত ঘণ্টা। তুমি ইমান পলমকৈ কিয় ঘৰলৈ উভতিছিলা ?"

"যাতে মই টোপনি যাব পাৰো তাৰ বাবে মোক ক্লান্ত কৰি তুলিবলৈ মই চহৰত খোজ কাঢ়িছিলো।"

কোনো সমালোচনা নকৰকৈয়েই তাই এইটো মানি ললে। "মই অপেক্ষা কৰি থকাৰ সময়তে স্নানাগাৰ আলমাৰী আনকি তোমাৰ চুটৰ জেপ এই গোটেইবোৰ চাইছিলো" তাই অচঞ্চল পৰিতৃপ্তিৰে ক'লে। তেওঁ স্নেহভৰে হাঁহি কলে "তুমি গভাইত জেপকটা চোৰ হ'লা।"

যেই হওক প্ৰতিটো বিষয় স্ফটিকৰ দৰে পৰিষ্কাৰ হ'ল যেন লাগিল। অতীতক তন্ন তন্ন কৈ পৰীক্ষা কৰি বিদায় দিয়া হ'ল! বিচ্ছেদৰ বছৰ নিঃচিহ্ন হৈ গ'ল। বিচ্ছেদ যেন কেতিয়াও হোৱাই নাছিল। তেওঁবিলাকৰ মনৰ ভিতৰত এক আদমনীয় তৃপ্তি পালিত হ'ল। তেওঁবিলাকে মুখত মুখ লগায় ইজনে সিজনলৈ চাইছিল। কবলৈ একো বিচাৰি নেপায় অকাৰণতে হাঁহিছিল। অৱশ্যে এতিয়াও বাকী আছিল ভবিষ্যতটো, মেডোনাই তেওঁবিলাকৰ বাবে বিশেষ ভাবে ব্যৱস্থা কৰা এই পাপ পূৰ্ণ সুখৰ অতিশয় বিস্ময়জনক সপ্তাহটোত তেওঁবিলাকে কি কৰিব খুজিছে এতিয়াও তাৰ সিদ্ধান্ত কৰিবলৈ বাকী আছিল। কিন্তু তেওঁবিলাকে অপেক্ষা কৰিব পাৰে, তাৰ উপৰিও তেওঁবিলাক ক্ষুধিত আছিল।

বিছনাৰ ওচৰত থকা ঘণ্টাৰ জৰীডাল তেওঁ ধৰি ক'লে "আমি অলপ জলপান খাওঁহক।"

মেকুৰীৰ দৰে ক্ষীপ্ৰতাৰে তেওঁৰ হাতখন ধৰি মেৰীয়াই ক'লে অমঙ্গল মাতিছানে ? তুমি কি কৰিব খুজিছা ?"

তেওঁ বলীয়া হল নেকি ? তেওঁৰ মগজ বেয়া হলনেকি ? তেওঁৰ

ষৈণীয়কে কি ক'ব যদি তেওঁ শুনে ড্রেছডেনৰ প্ৰথম নিশা তেওঁ এজনী তিৰোতাই ৰখা নাছিল। সিহঁতে ভৰদুপৰীয়া একেলগে জলপানো খাইছিল আন কি শোৱা পাটিতে। তেওঁ যুক্তি দেখুৱাবলৈ যত্ন কৰিছিল লিপজিগ বহুত মাইল দূৰৈত, আৰু চেচিলীয়ে গম নেপাব তেওঁ কোন সময়ত পুৱাৰ জলপাম খালে নাইবা কত খালে আৰু কাৰ লগত খালে। তেওঁৰ বিধিমত আপত্তিৰ একো ফল নহ'ল। তাই অবাধা আছিল। বেচাৰি শ্ৰীমতীয়ে নজনাকৈ নিশ্চয় ৰাখিব লাগিব। তাইৰ নীতিশাস্ত্ৰৰ অদ্ভুত ভাবত যি মাৰ্জ্জনা কৰিছিল তাইক এজনী তিৰোতাৰ স্বামীৰ লগত নিশা কটোৱাটো কিন্তু নিন্দা কৰিছিল তাই তেওঁৰ সৈতে বিছনাতে জলপান খোৱা কথাটোত। বিস্ময় মানি নিস্তেজ ভাবে তেওঁ সন্মত হ'ল। সেই কাৰণে তাইৰ বিবেকক তৃপ্ত কৰিবলৈ সন্মত হ'ল এটা সামান্য জটিল প্ৰবঞ্চনা প্ৰয়োগ কৰি। ভৃত্য অহা যোৱা কৰা খটখটিটোৰেদি তাই গোপনে উভতি যাবগৈ। এইটো হৈ গ'লে তাই আনিবলৈ কব পুৱাৰ জলপান, দুপৰীয়াৰ আৰু নিশাৰ প্ৰচুৰ খাদ্য সম্ভাৰ। তাইৰ খোটালীতে ৰমলাই পৰিবেশন কৰিব। এৰা, ৰমলা এতিয়াও তাইৰ লগতে আছে। আৰু ক্ৰমান্বয়ে ইবছৰতকৈ সিবছৰ তাইৰ অৱস্থা বেয়া হৈ আহিছিল। এই সময়তে তাই মজিয়াখনত যি খন ঘটনাক্ৰমে আছিল তেওঁৰ চিলিং তাত আঘাত কৰিব। আৰু তেতিয়া তেওঁ ওপৰ মহলালৈ যাব—তাকো ভৃত্যৰ খট্‌খটিয়েদি। তেওঁ খাবগৈ ৰমলাৰ ভাগটো। এই উপায়টোৰেদি চেচিলীয়ে কেতিয়াও নেজানিব তাইৰ গিৰিয়েকৰ বিশ্বাসঘাটকতাৰ কথা, প্ৰেমীক প্ৰেমীকাক খুউৱা হ'ব, মেনেজাৰ জনে তেওঁৰ আশ্ৰয়ৰ অন্তৰালত গঢ়ি উঠা এই ৰোমাঞ্চৰ কথা নেজানিব আৰু প্ৰত্যেকজন সুখী হ'ব।

তেওঁ সুধিলে "ৰমলাৰ হ'ব কি? তাই ভোকত মৰিব বুলি তুমি ভাবানেকি?"

ৰমলাৰ একো সমস্যা নাই। তাই হেটেলটোৰ বাহিৰলৈ গৈ প্ৰতি-কাৰ কৰিবগৈ। কিবা উপায়ে তাই এটা সৰু ইটালীয়ান হোটেল বিচাৰি উলিয়াইছে য'ত সিহঁতৰ সকলোতকৈ বিস্ময় জনক ব্যঞ্জন আছিল।

আন কোনো ওজৰ তেওঁ বিচাৰি নেপায় এই বন্দোবস্ত ভাল পোৱা

বুলি ক'লে। শেষবাৰ তাইক এবাৰ চুম্বন কৰি তেওঁ বিছনাৰ পৰা উঠিল।

অনেক অবৈধ প্ৰণয়ৰ বাবে শক্তিশালী প্ৰতিৰোধকাৰী হ'ল এইবোৰ গোপনে ৰখাৰ কঠিনতা। দুজন সু-পৰিচিত লোকৰ মাজত এই কঠিনতা ভালকৈয়েই অলঙ্ঘ্য আছিল। সমগ্ৰ পৃথিৱীৰ পৰা ফেলিক্সৰ লগত তাইৰ সম্বন্ধটো লুকুৱাই ৰখাৰ প্ৰায় অসম্ভৱ কামটো হাতত লৈছিল মেৰীয়াই আৰু সমস্যাটো তাইৰ ভেনিছ দেশীয় কৌশলী মনেৰে সমগ্ৰ উৎসাহেৰে দৃঢ় ভাবে পৰিচালনা কৰিছিল। এই কামত আত্মমৰ্য্যদাৰ কাৰণে তাই চিন্তা কৰা নাছিল। ইয়াৰ লগত তাইৰ তিলমানো সম্বন্ধ নাছিল কিন্তু সেইয়া সম্পূৰ্ণভাবে আছিল ফেলিক্সৰ লগত। তাই যেনেকৈ বুজিছিল এই আহ্বান দুয়ো একেলগে থাকিবলৈ সিহঁতে সিহঁতৰ নিজ নিজ বাধ্য-বাধ্যকতাৰ পৰা অপহৰণ কৰি ল'ব পৰা প্ৰতিটো সম্ভাবিত মূহুৰ্ত্তৰে গঠিত হৈছিল, কিন্তু এনে ভাবে অলক্ষিত কৌশলৰে যে ড্ৰেছডেনৰ সমগ্ৰচহৰৰ কোনো একজনকে যোগাব নোৱাৰে তেওঁবিলাকৰ প্ৰণয় সম্বন্ধে সামান্যতম সন্দেহ। সপ্তাহটো শেষ হ'লে ফেলিক্সে লিপ্জিগলৈ উভতি যাবগৈ আৰু নিজৰ পৰিয়ালৰ মৰম চেনেহ পুনৰ লাভ কৰিবলৈ সমৰ্থ হ'ব—নিখুঁত ভাবে যদিও কৃত্ৰিম নিৰিহতাৰে।

বাৰম্বাৰ তেওঁ সচাঁ কথাষাৰ কৈ পেলাব খুজিছিল কিন্তু তেনেকুৱা কথা কোৱাৰ বিষয়ে স্বাভাবিক প্ৰবৃত্তিয়ে তেওঁক সতৰ্ক কৰি দিলে। নিজে ৰচাঁ সৰগখনত মেৰীয়াই বাস কৰিবলৈ ধৰিলে। তাইৰ মোহ তেওঁ দূৰ কৰিব নোৱাৰিলে। কাপট্য আৰু প্ৰেমে য'ত হাতে হাতে ধৰি আগবাঢ়িছিল সেই মিলনান্তক নাটকত তাই বাস কৰি আছিল। সিহতঁক একেলগ কৰিবলৈ মেডোনাই মাত্ৰ 'মিৰাকলো'—এক অলৌকিক ৰহস্যকেই কৰা নাছিল। তেওঁ দায়িত্বও এৰি থৈ গৈছে যাতে কোনেও বিশেষকৈ চেচিলীয়ে যেন এই বিষয়ে নেজানে এই কথাটো নিঃশ্চিত কৰিবৰ বাবে। মেৰীয়াক উদ্বিগ্ন কৰিছিল অহৰহ আহি থকা স্মৃতিয়ে। চেচিলীয়ে যদি তাইৰ স্বামীৰ বিশ্বাসহীনতাৰ কথা কেতিয়াও নেজানে তেন্তে তাই মনত আঘাত নেপাব আৰু ফেলিক্সক ভৎৰ্সনা নকৰিব।

প্ৰতিটো বিষয় সুন্দৰ হ'ব। জানিব মাত্ৰ এজনে যি গ্ৰাহ্য নকৰিব আৰু মেডোনাই যি গ্ৰাহ্য কৰিব কিন্তু আশ্চৰ্য্যজনক ভাবে ক্ষমাশীলা, বুজন যিহওক দুঃকৰ্ম্মত সহযোগী। কিন্তু যদিহে কেতিয়াবা চেচিলীয়ে গ'ম পায়, তেতিয়া মোৰ আই।···তেতিয়া হলে সৰ্ব্বনাশ হ'ব। সত্বৰ ফেলিস্কক ত্যাগ কৰাৰ ভাবটো মূৰত সোমাব। কিছুমান তিৰোতাই তেনেকাম কৰে।

ফেলিস্কৰ অৱস্থা শান্তনাৰ অতীত হ'ব। মেডোনাই পৰিত্যাগ কৰিব অলৌকিক ঘটনাৰ সকলো কৰ্তৃত্ব ; আৰু তাই, মেৰীয়াই ঘৰভঙ্গা অৱস্থাত নিজকে পাব। তাই অকলেই থাকিব 'পিকাটো মোৰ্টেলত', পাৰ্থিব পাপৰ মাজত।

এই দৰে জুৱা খেলটো মেৰীয়াৰ সন্মুখত নিজে উপস্থিত হৈছিল। এই বিষয়ে ভীতিপূৰ্ণ বিপদৰ কথা তাই জানিছিল। সকলোৰে বিনিময়ত নিশ্চয় তাই ৰক্ষা কৰিব লাগিব ফেলিস্কৰ ঘৰখন। তেওঁৰ মৰ্য্যাদা নিৰাপদ কৰিব লাগিব। আৰু তাই যেতিয়া মনৰ মানুহটোৰ সৈতে পাপ কামত লিপ্ত থাকিব তেতিয়া লাভ কৰিব লাগিব মেডোনাৰ সজ অনুগ্ৰহ। বিষয় বস্তু যিটো আছিল সেইয়া কামটো নাছিল—আছিল ধৰা পৰাটো। সেই কাৰণে তাই অনোৱা আহাৰ সেই দুপৰীয়া খাই থাকোঁতে তাই ব্যখ্যা কৰি কৈছিল সিইঁত নিশ্চয় দূৰদৰ্শী হ'ব লাগিব। দূৰদৰ্শীতা···

তেওঁবিলাক একেলগে থকাটো কোনেও কেতিয়াও দেখিব নেলাগিব। তেওঁ প্ৰতিবাদ কৰি ক'লে "তুমি ক'ব খোজানেকি আমি এই হোটেলৰ পৰা কেতিয়াও বাহিৰলৈ যাব নোৱাৰিম?" তেওঁৰ মুখ ভৰ্ত্তি হৈ আছিল, "এৰা আমি বাহিৰলৈ যাম ; কিন্তু আমাক কোনেও নেদেখিব।"

"সেইয়ানো তুমি কেনেকৈ কৰিব খুজিছা?"

তাই ৰহস্যপূৰ্ণ হাঁহি এটাৰে ক'লে "তুমি দেখিছা, মই প্ৰত্যেকটো বিষয়ৰ ব্যৱস্থা কৰিছোঁ।"

তেওঁ কান্ধটো জোকাৰিলে। প্ৰিয়তমা মেৰীয়া হৃদয়ৰ সন্তোষেৰে তাই "ব্যৱস্থা" কৰক। ই তাইক আনন্দ দিছিল। চেনেহত তাইৰ

চকুজুৰি পমি গৈছিল। তেওঁ আৰু অধিক নিৰিচাৰিলে। যেতিয়া সময় হ'ব তেওঁ তাইক সচাঁ কথা ক'ব। কিন্তু এতিয়া নহয়...এতিয়া নহয়।

এতিয়াৰ পৰা তেওঁবিলাকৰ জীৱন ফালৰি কটাৰ কৌশলৰ এটা জটিল খেল হ'ল। তেওঁবিলাক প্ৰতিদিনে দুঃসাহসেৰে এখন বন্ধ গাড়ীত বাহিৰলৈ যাওঁতে এন্ধাৰ হৈ আহিছিল। তেওঁ হোটেলটোৰ পৰা আগতে ওলায় গৈ আগতে ঠিক কৰি ৰখা ঠাইত গাড়ীখন লগ ধৰিছিলগৈ। দুৱাৰখন মুকলি হোৱাৰ লগে লগে ক্ষিপ্ৰতাৰে তেওঁ ভিতৰলৈ সোমায় গৈ আসনত আউজি বহি গৰম কম্বল খনৰ তলত তেওঁবিলাকে হাতে হাতে ধৰি 'আলষ্টাড'ৰ ফালে নাইবা চহৰখন য'ত ক্ৰমশঃ সৰু হৈ এখন নিৰল পামৰ দৰে হৈ পৰিছেগৈ জাহাজ ঘাটেৰে দলংখন পাৰ হৈ তালৈ গৈছিলগৈ।

এইটো হৈছিল তৃতীয় দিনৰ দিনা। মাত্ৰ ঘোঁৰাৰ খোজৰ শব্দই সন্ধ্যালোকৰ নিৰৱতা ভঙ্গ কৰিব পৰা মনোৰম 'ভগেলউইজে উডত' যেতিয়া তেওঁবিলাক আহি সোমায়ছিলহি, তেতিয়া তেওঁৰ প্ৰথম ভুলটো হৈছিল। তাইৰ হাতখন লৈ তেওঁ ধীৰে কৈছিল "মই তোমাক খুব ভাল পাওঁ।"

হাতখন তাই টানমাৰি আনি কৈছিল—"তুমি তেনেকুৱা কথা কোৱা নিশ্চয় উচিত হোৱা নাই।" তাইৰ কথাৰ সুৰত আছিল বিষন্নতা আৰু আতঙ্কগ্ৰস্ত।

"আৰু কিয় নকম ?"

"কাৰণ তোমাৰ আছে সজপত্নী আৰু এধানি লৰা-ছোৱালী।"

"বিয়া কৰালো বুলিয়েই তোমাক মই ভাল পাইছোঁ বুলি ক'ব নোৱাৰোনে ?"

"নহয় এইটো এটা পাপ।"

"এটা পাপ ?"

"এৰা এটা ডাঙৰ পাপ। তুমি যদি তেনেকুৱা কথা কোৱা ঈশ্বৰে তোমাক শাস্তি দিব।"

লাহেকৈ মূৰটো জোকাৰি তেওঁ তাইৰ ফালে চাই ক'লে "তুমি নেত্তাবানে ঘৃণাৰে বিদীৰ্ণ হোৱা এখন জগতত ঈশ্বৰে অকণমান প্ৰেমক ক্ষমা কৰিব ?" তাই বুজা নাই বুলি বুজিব পাৰি তেওঁ পৰিহাস কৰি কৈ গ'ল "অন্ততঃ মই কব পাৰোঁ যে তোমাৰ প্ৰতি মোৰ অকৃত্ৰিম সহানুভূতি আছে নাইবা এইটোও নিষেধ নেকি ?" সম্মতিৰে তাইৰ চকুজুৰি কোমল হ'ল। "আৰু তোমাৰ হাতখন মই ঘুৰাই পাব পাৰোনে ?" হাঁহি তাই হাতখন তেওঁক দিলে। তেওঁ তাইৰ হাতখন ধৰি হাতৰ তলুৱাৰ ৰেখাবোৰ চোৱাৰ ভাও ধৰি এজন দৈবজ্ঞৰ ৰহস্য ভৰা সুৰেৰে আৰম্ভ কৰিলে "মই এজন ক'লা চুলিৰ মানুহ দেখিছোঁ।"

"ক'লা নহয়, ধূসৰ বৰণীয়া চুলিৰে সৈতে মানুহ—এতিয়া মোক চাবলৈ দিয়া।"

তেওঁৰ আঙুলিৰ মূৰটোত তাই চুমা খায় ক'লে "তেওঁক চাব লগা বৰ বেচি নাই, কিন্তু তেওঁৰ আছে এখন সোণালী হৃদয় ;" আন এটা আঙুলিৰ মূৰত চুমা খায় ক'লে "তেওঁ ভাল পায় বেচিকৈ জন্তু আৰু এগৰাকী নিৰ্দ্দিষ্ট অপেৰাৰ গায়িকাক…" আৰু এই কাৰণেই এইটো হৈছিল। এনে ধৰণৰে মুৰ্খামি ভৰা তীব্ৰ হাঁহি ঠাট্টা কৰি হেপাহ পুৰুৱা বহুত দিন হ'ল। কিন্তু আজি তেওঁ পুনৰ অনুভৱ কৰিলে পুনৰ ডেকা আৰু নিৰ্ব্বোধ হোৱা যেন। সোনকালেই তেওঁ তাইক হহুঁৱালে। আৰু তেওঁবিলাকৰ এই হাঁহিৰ ধ্বনি তেওঁৰ মনৰ মাজেদি ঢৌ খেলি গৈছিল। তেওঁ যাতে সুৰৰিব পাৰে এক সঠিক সুৰ, এই নিৰ্দ্দিষ্ট সুৰ ধৰিবৰ বাবে চালে। লৰাছোৱালীহতঁৰ হাঁহি, তোমাৰ মনৰ মানুহ-জনীৰ হাঁহি—পৃথিবীৰ সৰ্কলোতকৈ মনোৰম দুটা ধ্বনি।

তেওঁৰ হাতৰ তলুৱাখন চাবলৈ তাই দৃঢ়ভাৱে ধৰিলে। "মই এজনী ক'লা চুলি থকা গাভৰু দেখিছোঁ।" তেওঁৰ অঙুলিৰ মূৰত তাই চুমা খালে। "এতিয়া মোক ভালকৈ চাবলৈ দিয়া…তোমাৰ লগত তাই অত্যধিক ভাবে প্ৰণয়ত সাঙোৰ খাইছে ! উস ইমান অত্যধিক প্ৰণয়ত …এইটো ভয়ঙ্কৰ ইমান প্ৰণয়ত লিপ্ত হোৱাটো। কিন্তু তাই অসহায়, তাই এজনী মুৰ্খ তিৰোতা…"

চহৰলৈ উভতি অহাৰ পথত হঠাতে তেওঁৰ কাণত অনুভৱ কৰিলে তাইৰ ওঁঠৰ কোমলতাখিনি।

তাই ফুচফুচায় ক'লে "মই তোমাক ভাল পাওঁ।"

হাঁহি তেওঁ ঘূৰি চাই ক'লে "আৰু সেই কাৰণে মই তোমাক নেপাওঁ বুলি ক'ব নোৱাৰোঁ। কিন্তু মোক তুমি ভাল পোৱা এই কথা কবলৈ তোমাৰ অধিকাৰ আছে।"

তাই মূৰ দুপিয়ালে আৰু তাই কি অৰ্থ কৰিছে তেওঁ বুজিলে। তাই লোৱা নাছিল কোনো বৈবাহিক শপথ। তাইৰ হৃদয় মুক্ত। তেওঁৰ হৃদয় মুক্ত নহয়। পুনৰ তেওঁ কব খুজিছিল তাইক চেচিলীৰ বিষয়ে, আৰু তেওঁৰ ভাগি যোৱা ঘৰখনৰ কথা আৰু পুনৰ তেওঁ নিৰব হৈ ৰ'ল। সোনকালেই অন্ত হ'ব সপ্তাহটো। মাত্ৰ চাৰিদিন বাকী আছেগৈ।

পিছদিনা আবেলি তাই এখন আখৰাত যোগ দিবগৈ লগা হৈছিল। তাইৰ অনুপস্থিতিত এক নিঃসঙ্গ যন্ত্ৰণা বোধে তেওঁক অসহনীয় কৰি তুলিছিল। মেৰীয়াৰ বৰ্ত্তমানত যি স্মৃতি সাময়িক ভাবে অক্ৰিয় হৈ আছিল সেই নিবিচৰা স্মৃতিয়ে তাই যোৱাৰ পাছতেই তেওঁক বিৰক্ত কৰিলেহি। এক বেদনাৰে তেওঁ সুঁৰিলে তেওঁৰ লৰা-ছোৱালী কেইটাৰ কথা। জপৰা চুলিৰে সিহঁতক দেখা পাবলৈ, সিহঁতৰ হাঁহি মাত শুনিবলৈ তেওঁ ব্যাকুল হ'ল। তেওঁৰ মনত পৰিল চেচিলীৰ কথা। তেওঁবিলাকৰ মাজত হোৱা শেহতীয়া কাজিয়া খনৰ কথা তেওঁৰ মনলৈ আহিল আৰু আচৰিত ভাবে তেওঁ দেখিলে যে তেওঁৰ খঙ নুঠিল। কোনো ৰকমৰ বিৰক্তি মন্থন কৰিবলৈকে ফ্ৰেঙ্কফেটিৰ ঘৰৰ বৈঠক খোটালীত গম্ভীৰ ভাবে তাই নিজৰ ওজৰ আপত্তিবোৰ মাকৰ আগত কৈ থকাৰ দৃশ্য কল্পনা কৰিলে। সুবিধাজনক ভাবেই তেওঁ পাহৰি গৈছিল যে তেওঁৰ পৰা মুক্তি পাবৰ কাৰণে তাইৰ মনোভাবৰ প্ৰমাণ স্বৰূপে তেওঁৱেই তাইক তাত কিছুদিন থাকিবলৈ পৰামৰ্শ দিছিল। মনৰ এই অলীক চিন্তাসমূহৰ পৰা ৰক্ষা পাবৰ মানসেৰে তেওঁ মাননীয় ভন ওৱেৰবলিংৰ তালৈ আহিল। অফিচৰ দুৱাৰ মুখত ভন ওৱেৰবলিংএ তেওঁক অভ্যৰ্থনা জনালে।

এটা দুৰ্লভ হাঁহিৰে তেওঁ আৰম্ভ কৰিলে "আপোনালৈ খবৰ আছে। আচলতে খবৰটো যোৱা কালিৰ পৰাই আছিল। কাৰণ আপুনি লিপ্‌জিগলৈ উভতি যাবলৈ উদ্বিগ্ন হৈ থকাৰ কথা কৈছিল। আৰু আপোনাৰ আগমন মই অপেক্ষা কৰিয়েই আছোঁ।"

কথা কৈ থাকোঁতে তেওঁ দুটা গিলাছত মদ ঢালিছিল। আৰু তেওঁৰ পিঠিখন তেওঁৰফালে ঘুৰি থকাৰবাবে ফেলিস্ক সুখী হৈছিল। তেওঁ যথেষ্ট স্বাভাৱিক ভাবেই ব্যাখ্যা কৰি কৰি কৈছিল যে এক অভাবনীয় ঘটনাই ফেলিস্কৰ কামৰ তালিকাত পৰিবৰ্ত্তন ঘটাইছে।

"আনকি মই দুই বা তিনিসপ্তাহো থাকিব পাৰোঁ।" পলমে কৈ শান্ত শুনোৱাবলৈ তেওঁ চেষ্টা কৰিলে।

"ভাল" ডিৰেক্টৰজনে এটা গিলাচ আনন্দেৰে তেওঁক দি ক'লে "তেনেহলে আপুনি শ্ৰীমতী শ্বেলাৰ গীত শুনিবলৈ সমৰ্থ হ'ব। ইতিমধ্যেই আপুনি তাইৰ গীত শুনিছিল বুলি মই জানো। কিন্তু আগতকৈ দহগুণ তাইৰ উন্নতি হৈছে। তাইৰ প্ৰতিভা সম্পূৰ্ণ হৈছে। মাত্ৰ তাই আশ্চৰ্য্যজনক।" ডেস্ক খনত বহি এঢোক পি ক'লে "তাইৰ সেই দিনাৰ অভিনয় 'লুচিয়া' বৰ্ণনাতীত।"

ফেলিস্কে সমৰ্থন কৰি ক'লে "তাই সচাঁইকৈয়ে মহৎ শিল্পী। আৰু ট্ৰাষ্টি সকলৰ বোৰ্ডৰ কাৰণে আপুনি ইমান দয়া কৰি সংগ্ৰহ কৰা বাতৰিটো"। কিন্তু ডিৰেক্টৰে শুনা নাছিল। "আপুনি তাইৰ তৃতীয় অঙ্কৰ পাগলীৰ দৃশ্যটো দেখা উচিত আছিল···এই ডোখৰ আছিল এক মহৎ সাহসী প্ৰদৰ্শন। তাৰা স্বৰগ্ৰামত সকলো গায়কে গান গোৱা মই শুনিছোঁ, আৰু মই কওঁ তাই সৰ্ব্বশ্ৰেষ্ঠা।"

"বাস্তবিকে এইটো আপোনাৰ উচ্চ প্ৰশংসা হৈছে। এতিয়া" কণ্ঠ পৰিষ্কাৰ কৰি তেওঁ কৈ গ'ল "এতিয়া আপুনি ইমান দয়া কৰি সংগ্ৰহ কৰা বিভিন্ন দলিল-পত্ৰ বোৰলৈ উভতি আহক।"

কিন্তু ডিৰেক্টৰজনে এইবাৰ গভীৰ সমৰ্থনৰ সুৰেৰে পুনৰ ক'লে "মই অনুভব কৰিছোঁ কোনো বিষয় লৈ তাই আবিষ্ট হৈ আছে। ভয় আৰু কঁপনিৰ মাজত মই এই দিনবোৰ বাস কৰিছোঁ। কিহৰ বাবে তাই

ইমান আবিষ্ট হৈ আছে কাৰণটো উলিয়াব মই পৰা নাই। কিন্তু মই জানো কিবা ষড়যন্ত্র হৈছে। তাই কি কৰিলে আপুনি জানেনে ?" মাত্র গিলাচটোৰ পৰা চকুজুৰি তুলি ভদ্ৰভাবে মুখটো জোকাৰি থকাৰ বাহিৰে ফেলিস্কৰ কৰিব লগা একো নাছিল। "নাই মোৰ জনা নাই।"

"তাই 'অটোক' তেওঁৰ লাখুটি ডাল তুলি দিলে।" ফেলিস্কৰ চকুত বিমূঢ়তা দেখি লৰালৰিকৈ ডিৰেক্টৰজনে ব্যাখ্যা কৰিবলৈ ধৰিলে "মইনো নিশা কিয় উজাগৰে থাকোঁ এই কথা বুজিবলৈ আপুনি প্রথমেই জানিব যে আমাৰ বিত্তমন্ত্রীৰ পুতেক অটোভন ফ্রাইডলাৰৰ লগত তাই প্রেমত লিপ্ত হৈছিল। মনোৰম দেহবর্ণৰে সৈতে এজন সুশ্রী আৰু অতিশয় ধনী ডেকা। এই কথা সকলোৱেই জানে আৰু মোৰ নিজৰ ফালৰ পৰাঁও মই অন্তৰেৰে মানি লৈছোঁ। আপুনি জানিব"—তেওঁৰ কথাৰ সুৰ আস্থাবান—প্ৰায় এজন বন্ধুৰ দৰে হৈ আহিছিল "যে অপেৰা উৎপন্ন কৰাৰ বিষয়ত আটাইতকৈ ডাঙৰ প্রতিবন্ধক প্রেম। উপস্থিত থাকক বা নাথাকক ই একো পাৰ্থক্য নকৰে। এজনী অভিনেত্রী যদি প্রেমত পৰে তেন্তে তাই অস্থিৰ আৰু খিংখিঙীয়া আৰু কঠিন হয় যেতিয়া তাই কোনোবা প্রেমীকৰ সৈতে লঘু প্রণয়ত জড়িত হয়— সেইয়া সুখৰ একমাত্র মধ্যপন্থা। প্রকৃতপক্ষে তাই ভাল নেপায়।" গিলাচটোৰ পৰা এঢোক মদ পিলৈ খন্তেক বৈ কৈ গ'ল "এইটোৱেই হ'ল নিৰ্ভুল কথা। তাই ভন্ ফ্ৰাইডলাৰৰ বাবে দেখ দেখকৈয়েই তিলমানো কেৰেপ নকৰা হ'ল। কিন্তু তাইক শান্ত কৰি ৰাখিছিল এই বিষয়টোৱে। কামত তাই মন দিছিল। পৰম আনন্দতে তাই আছিল। অপেৰা নাটঘৰটোৰ প্রত্যেকেই তাইক ভাল পাইছিল। তাইৰ সম্মানাৰ্থে আয়োজন কৰা ভোজ নাইবা অভ্যৰ্থনা সভালৈ গৈছিল তাই স্বয়ং নিজেই মধুৰ হৈ পৰিছিল। গতানুগতিক ভাবে প্রত্যেক ঠাইলৈকে 'অটো'ৱে তাইক লগত নিছিল। সিহঁতৰ জোৰ হৈছিল চমৎকাৰ। তাইৰ কাৰণেই মাত্র ৰজাই হিয়া উবুৰিয়াই আয়োজন কৰা সন্ধ্যা ভোজত তেওঁ তাইৰ যাদুত পৰিছিল। প্রত্যেকটো ভালেৰেই হৈছিল—তাৰ পাছত কি হলগৈ বুজিছে ?

সন্দেহটো বঢ়াবলৈকে বুলি মেজখনত তেওঁ মেলাহাতখনেৰে ঢকিয়ালে। "তাই 'অটোক' দলিয়াই পেলালে, সকলো নিমন্ত্রণ প্রত্যাখ্যান কৰিলে আৰু নিজকে আবদ্ধ কৰিলে হোটেলৰ খোটালীত। কোনো তেওঁৰ ওচৰলৈ যাব নোৱাৰা হ'ল। ই কি অর্থ কৰে বুলি আপুনি ভাবে বাৰু? তাই আন প্রণয়ী বিচাৰি পালেনেকি? তাই মানুহকে বিসর্জ্জন দিলেনেকি? নাইবা তাই কোনোবা এখন আশ্রমত প্রবেশ কৰাৰ কথা ভাবিছে?" ডিবেক্টৰ জনৰ শেহৰ অনুমানটোৱে ফেলিস্কৰ আত্ম সংযম প্রায় ভাঙি দিলে। কণ্ঠত তেওঁ হাঁহিৰ খোচ অনুভৱ কৰিলে, কিন্তু তেওঁ এইটো চেপি ধৰিলে আৰু এক হতাশজনক চেষ্টাৰে ৰক্ষা কৰিলে এক অভিব্যক্তিৰ মার্জ্জিত বিমূঢ়তাৰ।

"আপোনাৰ দৰেই ময়ো তাইৰ আচৰণ সম্পর্কে ব্যাখ্যা কৰিবলৈ ব্যর্থ হৈছোঁ। তাই ক্লান্ত হৈ জিৰণি লবলৈ ইচ্ছা কৰিব পাৰে বুলি আপুনি নেভাবেনে? অভিনেত্রীৰ জীৱন শ্রমসাধ্য। আৰু এতিয়া আপুনি ইমান সহৃদয়তাৰে দিব খোজা খবৰটো?......"

ক্ষিপ্ত হৈ ভন্ ওৱেৰবলিংএ কলে "তাই ক্লান্ত হোৱা নাই। তাই ক্লান্ত মুঠেই হোৱা নাই। আপুনি এই ইটালী দেশৰ তিৰোতাবোৰ চিনি নেপায়। ইহঁত ধ্বংশাতীত। তাইৰ সম্মানার্থে ৰজাই দিয়া নিশাৰ ভোজমেলত তাই নাচিছিল পুৱতিলৈকে। ব্যক্তিগত ভাবে তাই নতুন প্রণয়ী বিচাৰি পাইছে বুলি মই ভাবোঁ। কোনো অদ্ভূত কাৰণত তাই এইটো সকলোৰে পৰা গোপনে ৰাখিবলৈ বিচাৰিছে।" তেওঁৰ চকুজুৰিত বিৰিঙিল এক চাতুর্য্যৰ জিলিঙনি। "কিন্তু মই তাইক লক্ষ্য কৰি আছোঁ আৰু মই কি জানিব খুজিছোঁ, বিচাৰি উলিয়াম।"

ফেলিস্কে উঠি কলে "মই আশা কৰিছোঁ আপুনি বিচাৰি উলিয়াওক। বোর্ডৰ ট্রাষ্টি সকলৰ হৈ মই আকৌ এবাৰ ধন্যবাদ দিব খোঁজো"... ফটুকটীয়াকৈ ডিবেক্টৰ জনে লিপজিগৰ ট্রাষ্টি সকলৰ চিন্তা কৰাটো সহ্য কৰিব পৰা নাছিল। কাৰণ তেওঁ অধৈর্য্যেৰে অঙ্গী ভঙ্গী প্রদর্শন কৰি নিজৰ চিন্তাৰেই পম খেদিছিল। "তাইৰ দৰে এগৰাকী বিখ্যাত ব্যক্তিয়ে প্রেম বিষয়ৰ কথা সত্তৰ আবিস্কৃত নোহোৱাকৈ ৰাখিব

নোৱাৰিব। আপুনি যেতিয়া বিখ্যাত হৈ পৰিব তেতিয়া সকলোতকৈ টান হ'ব গোপনতা ৰক্ষা কৰাটো। আচল কথা এইটো অসম্ভব।"

তেওঁ উঠি অকৃত্রিম বন্ধুত্বৰে ফেলিস্কৰ হাতখন তুলিলৈ ক'লে—'কোন দিনা থিয়েটাৰলৈ আপুনি আহিবলৈ পালে ভাল পাব মোক জানিবলৈ দিয়ক—মই ব্যৱস্থা কৰিম।"

ফেলিস্কে তেনে কৰিব বুলি প্ৰতিশ্ৰুত হৈ সৌজন্যতাৰে মুৰ দোৱাঁই ছুটী ললে।

আখৰাৰ পৰা উভতি আহোঁতে সেই গধুলি ফেলিস্কে তাইক বৰ হতাশ হোৱা যেন দেখিলে।

তাইক বুকুৰ মাজলৈ চপাই আনি ফেলিস্কে সুধিলে "কি হ'ল সোণজনী" ?

"মই ভাবিছোঁ আৰু এদিনৰ পাছত তুমি যাবাগৈ আৰু মই তোমাক কাহানিও নেদেখিম।"

"সম্ভব মই ইয়াত আৰু কিছুদিন থাকি যাব পাৰো। মই ইয়াৰ কাম সম্পূৰ্ণ ভাবে শেষ কৰা নাই"—তেওঁ মৰসাহসেৰে সাৱধানেৰে ক'লে। তেওঁৰ কথা বিশ্বাস নকৰি মুৰটো জোকাৰি তাই ক'লে "নহ'ব প্রিয়তম, তুমি তোমাৰ কামৰ কথা পাহৰি যোৱা আৰু তুমি উভতি যোৱাগৈ তোমাৰ স্থ-ঘৈণী আৰু বেম্বীনিহঁতৰ ওচৰলৈ।"

"আৰু এসপ্তাহলৈ মই থাকি যাবলৈ ব্যৱস্থা কৰিব পাৰিম। চেচিলীয়ে মুঠেই একোকে নেভাবিব। আনহাতে কেইদিনমানৰ কাৰণে ঘৰৰ বাহিৰত থাকিলে তেওঁ সুখীহে হ'ব।"

এক দণ্ডদান কাৰ্য্য বিলম্বিত কৰিবলৈ অমাস্তি হোৱা দণ্ডাদেশকাৰীৰ দৰে তাই মুৰ জোকাৰি কৈ গ'ল—"মেডোনাই তেওঁৰ কথা ৰাখিলে। আমি দুয়ো যাতে এসপ্তাহ একে লগে থাকিব পাৰোঁ। তাৰ কাৰণে এই বিশেষ অলৌকিক ঘটনাৰ সৃষ্টি কৰিলে। মই সদায় মাত্র এসপ্তাহৰ কাৰণে প্ৰাৰ্থনা কৰিছিলো। এতিয়া সপ্তাহটো প্ৰায় শেষ হৈয়েই গ'ল আৰু তুমি নিশ্চয় যাব লাগিব।"

তাইৰ মন যে কোনো যুক্তিয়েই সলনি কৰিব নোৱাৰে তেওঁ

জানিছিল। তাইৰ চুলিত চুম্বন কৰি গুণগুণাই কলে "বাৰু সোণজনী তুমি কলৈ যাবাগৈ ?"

তাই কান্ধটো জোকাৰি কলে "তুমি গুচি যোৱাৰ পাছত মই যলৈকে যাওঁ কোনো কথা নাই।" তাই খন্তেক ৰ'ল, তাৰ পাছত অস্পষ্ট ফুচফুচনিৰে কলে "সত্তৱ সোনকালে মোৰ মৃত্যু হ'ব।"

তাইক উৎফুল্ল কৰিবলৈ চেষ্টা কৰি তেওঁ ভন ওৱেৰবলিংৰ তালৈ যোৱাৰ কথা ক'লে আৰু ডিৰেক্টৰ জনৰ সন্দেহৰ কথাটো গোপনে ৰাখি কলে "তেওঁ কৈছিল তুমিয়েই শ্ৰেষ্ঠ গায়িকা। তোমাৰ সম্মুখত এটা উজ্বল জীৱনৰ কৰ্ম্মক্ষেত্ৰ মুকলি হৈছে।" তাই শুনাই নাছিল। চকুজুৰিৰে তাই সম্মুখলৈ অসাৰ ভাবে চায় থাকিল। কিছুমান ভিৰোতাৰ কাৰণে স্পষ্ট ভাবে প্ৰেমহে লাগে। নিস্তব্ধতা ভঙ্গ কৰিবলৈ তেওঁ ক'লে "তুমি বুজিছা সোণজনী, সব ঠিক হৈ যাব।"

তাই কাণ নকৰি তেওঁক আৰু জোৰকৈ ধৰিলে।

ভীতি বিহ্বল কণ্ঠে তাই সকৰুকৈ ক'লে "মোক আৰু জোৰকৈ ধৰা।"

সেই নিশা তাই বাসনাত নিজকে এনে হতাশজনক ভাবে প্ৰবল উত্তেজনাৰে নিক্ষেপ কৰিছিল যেন ইয়াৰ দ্বাৰা তাই মৰি যাবলৈকে আশা কৰিছিল।

সপ্তাহটোৰ শেহৰ কেইদিন মেৰীয়াৰ বাবে এক মৃদু কিন্তু কৰুণ নিৰ্য্যাতনৰ হৈছিল। তেওঁৰ ওচৰৰ পৰা তাই আঁতৰি থকা কথাটো তাইৰ বাবে অসহনীয় হৈছিল। আনকি এক মূহৰ্ত্তৰ বাবেও। কোনো অন্তৰৰ্ত্তী ফাঁচী মঞ্চৰ ফালেলৈ যোৱাৰ এটা চাপ হৈছিল প্ৰতিটো পাৰ হৈ যোৱা ঘণ্টা।

তৃতীয় দিনৰ দিনা গধূলি তাই অপেৰা নাট ঘৰত গান গালে। কিন্তু অভিনয়ৰ শেহত মঞ্চত অভিনয় কৰা সাজেৰেই তাই তৎক্ষনাতে হোটেললৈ উভতি আহি নিজৰ খোটালীত সোমালহি।

তেওঁ মৃদু কণ্ঠে সুধিলে "তুমি সোনকালে আহিলা যে ?"

"লৰালৰিকৈ মই আহিলো; এই কাৰণেই আহিলো যাতে মই তোমাৰ লগত থাকিব পাৰোঁ।" তেওঁ যে গুচিযোৱাগৈ নাই এইটো

সুদৃঢ় কৰিবলৈ তাই তেওঁৰ শয্যাৰ প্ৰান্তত বহি হাওলি তেওঁৰ চুলিৰ মাজেদি আঙুলি বুলায় তেওঁৰ কাললৈ চালে।

তেওঁবিলাকৰ মাজলৈ চিন্তাৰ চাকনৈয়াৰে গুঞ্জিত হোৱা আত্ম-সমৰ্পিত তথাপি অতিশয় উত্তক্ত্যজনক একৰকম নিৰৱতা আনিছিল। এক পাতল আমোদেৰে তেওঁ তাইৰ অত্যধিক ভাবে ৰহনসনা গালৰ ফট্‌ফটীয়া উজ্বল চিত্ৰাঙ্কণ আৰু কাঠ কয়লাৰ ৰঙেৰে অঁকা চকুৰ প্ৰান্তৰ ৰেখাবোৰ পুঙ্খানুপুঙ্খৰূপে চাবলৈ ধৰিলে।

"এইবোৰ যে এতিয়া গুচাব লাগিব মই জানো" তাই এটা শেঁতা হাঁহি মাৰি ক'লে।

তাই প্ৰায় থিয় হৈ যাবগৈ খুজিছিল। তেওঁ তাইক ধৰি ৰাখি ক'লে "ৰবা-এতিয়া নেযাবা। তুমি জানা নহয় এই বেশত মই তোমাক কেতিয়াও দেখা নাই।"

"মোক আলনী যেন দেখি নহয়নে?"

"তোমাক আলনী নেদেখি। তুমি কেতিয়াও আলনী হোৱা নাই। মোৰ কাৰণে নহয়।"

তেওঁৰ কথাবোৰ ক্ৰমাৎ এটা হাঁহিৰ মাজত বিলীনহৈ গৈছিল। তেওঁ অনুভব কৰিলে স্নেহভৰা উদ্বিগ্নতাৰে ম্লান ভাবে তাইৰ চকুজুৰি আহি তেওঁৰ ওপৰত ৰৈ যোৱা। তাইৰ মনৰ মাজত এটা ঘড়ীয়ে টিক্ টিক্ শব্দ কৰি থকাৰ কথা তেওঁ জানিছিল। তাইৰ মনটো অলপ ভিন্নমুখী কৰিবলৈকে তেওঁ সুধিলে "আজি নিশা কিমান বাৰ আঁৰ কাপোৰৰ বাহিৰলৈ যাবলৈ আহ্বান পাইছিলা?" তেওঁবিলাকৰ ধেমালি বোৰৰ এইটোও এটা আছিল। সপ্তাহটো কেতিয়াও শেষ নহ'ব—কেইদিনমান পূৰ্ব্বে এইটো বোধ হওঁতে তাই দম্ভ কৰি কৈছিল যে "দন পাঁচকুৰেলীত" নৰিনাৰ অভিনয় কৰাৰ পাছত বাৰংবাৰ পৰ্দাৰ বাহিৰলৈ যাবলৈ আমন্ত্ৰণ পাইছিল। পৰিহাস কৰি তেওঁ কৈছিল যে এক বিশেষ প্ৰয়োজনত জেনি লিণ্ডক চৈধ্যবাৰ আহ্বান কৰিছিল। এই মন্তব্যই আৰম্ভ কৰিলে এক ব্যৱসায়ীক হিংসাৰ বিস্ফোৰণৰ। আৰু এইটো চৰমসীমা পালেগৈ যেতিয়া তাই দম্ভ কৰি কোনোৱা দিনা এই

চুইডেনৰ বিখ্যাত গায়িকা গৰাকীৰ ৰেকৰ্ড ভঙ্গ কৰাৰ কথা কলে।

কিন্তু আজিনিশা কোনো বিস্ফোৰণ নহ'ল। তাই মুৰটো জোকাৰি ক'লে "আজি কোনো আহ্বান নাহিল।"

থমকি বৈ বৈ তাই ক'লে "আঁৰ কাপোৰ পৰা মাত্ৰকে তাই নাট ঘৰৰ পৰা পলায় আহিল।"

"যাতে মই তোমাৰ ওচৰত থাকিব পাৰোঁ, কাৰণ তুমি সোনকালে যাবাগৈ।"

তাইৰ কণ্ঠস্বৰ আৰু ভীতিপূৰ্ণ চকুজুৰি তেওঁ আৰু সহ্য কৰিব নোৱাৰিলে। আনফালে তেওঁ মুখ ঘুৰালে। বহু পৰ দুয়ো মৌন হৈ ৰ'ল। আৰু পুনৰ সেই নিশা তেওঁবিলাকলৈ আনিলে সাময়িক শান্তি।

শেষ বাৰৰ কাৰণে পাছ দিনা এখন বন্ধ বাগীত আবৰণৰ অন্তৰালত দুয়ো আঙুলিৰে ধৰাধৰি কৰি তেওঁবিলাক ভগেল উইজে·উডলৈ গৈছিল। প্ৰবল ভাবে বৰষুণ আৰু আকস্মিক পচোৱা ধতাহ বলা এইটো আছিল এটা নবেম্বৰ মাহৰ দিন।, এই বতাহে সৰাপাতবোৰ মাটিৰ পৰা উৰুৱাইনি ৰঙচঙীয়া-মুগা বৰণীয়া পাখিবোৰেৰে প্ৰাণপণ চেষ্টা কৰা পখিলাৰ দৰে কাটি কৰি শূন্যলৈ পঠিয়াই দিছিল।

আৰু তাৰ পাছৰ দিনটো আছিল সোমবাৰ—শেষ দিনটো। সেই গোটেই দিনটোৱেই বৰষুণ দি আছিল! আৰু তেওঁবিলাক বাহিৰলৈ যোৱা নাছিল।· দুপৰীয়া কোনোবা এটা সময়ত ৰমলাই সিহঁতৰ বাবে কিবা অকণমান মনে মনে আনিলে। গধূলি হৈ আহিল। তেওঁ গছাত থকা মমডাল জ্বলালে। শব্দ বন্ধ কৰিবলৈ টনা খিড়িকীৰ পৰ্দাৰ মাজেদি শুনা গৈছিল বৰষুণৰ টোপ্ টোপ্ শব্দ। বিছানাখনৰ ওপৰ অংশত লাগি থকা ছালধীয়া পোহৰ কণৰ বাহিৰে খোটালীটো বৰ নিৰ্জ্জীৱ আৰু সেমেকা হৈ পৰিছিল।

নিৰৱতাৰ মাজেৰে দুয়ো একেটা গাঁৰুতে মুৰ থৈ দুয়ো চাইছিল দুয়োলৈকে। দুচকুত দু-টোপাল চকুলো তাইৰ ৰিৰিঙি উঠা তেওঁ দেখিছিল। তেওঁ মোহাৰি পেলাবলৈ ইচ্ছা নকৰিলে। এটোপাল

গাকটোত পৰিল, আনটোপাল তাইৰ গাল খনেদি বাগৰি আহিল।

শান্ত ভাবে তাই ক'লে "ইমান সময়ত তুমি কালিলৈ তোমাৰ সঙ্গ ঘৈণীয়েৰাৰ লগত আহাৰ খায় থাকিবা ছাগৈ।"

ঠিক তাই শুনিবৰ বাবেই ডাওৰকৈ ফুচফুচায় তেওঁ কলে—"মেৰীয়া, মোৰ পৰিবাৰ নাই। তাই-মোক ত্যাগ কৰি গল। মই আৰু যাবগৈ নেলাগিব।"

তাই জানিছিল তেওঁ মিছা কথা কৈছে। কিন্তু বাধা দিবলৈও এই মিছা আছিল অতি মনোৰম। এক আনন্দকৰ স্বস্তি আৰু আবৰ্ণনীয় ভীতিৰ সংমিশ্ৰণৰ সৈতে তাই তেওঁলৈ খন্তেক পৰ চালে। তাইৰ মুখলৈ আহিল এক পৰিবৰ্ত্তন—পৰিবৰ্ত্তন—তেওঁৰ মৃত্যুৰ দিনলৈকে সুঁৱৰিবৰ বাবে। তেওঁৰ চাৱনিৰ সন্মুখত তেওঁ দেখিলে তাইৰ দেহবল্লিৰ সলনি হৈ যোৱা। তাইৰ ওঁঠজুৰি কপিছিল। কেওঁ ভাবিব পাৰিছিল চিতাগ্নি দেখি নিজৰ ধৰ্ম্ম পৰিত্যাগ কৰি বাধ্যভাবে শূলত থুৰাই দিয়া পুৰণি খ্ৰীষ্টিয়ান সকলক নিশ্চয় এনেকুৱাই দেখিছিল।

"তুমি সচাঁ কথা কৈছানে ?" তাই কঁপা সুৰে কৈ উঠিল।

তাই ইতিমধ্যেই প্ৰলোভনৰ বশ্যতা স্বীকাৰ কৰিছিল বুলি তেওঁৰ বোধ হৈছিল ; কিন্তু তাইৰ সাময়িক দুৰ্ব্বলতা নিৰৱ কৰিবলৈ প্ৰয়োজন হৈছিল তেওঁৰ সহায়।

তৎপৰতাৰে সৈতে এইটো তেওঁ তাইক দিছিল। "চেচিলীয়ে মোক গুচি যাবলৈ কৈছিল, আচলতে তেওঁ মোক আস্ফালন কৰিয়েই কৈছিল।"

তাইৰ চকুজুৰিত পৰিস্ফূতহৈ উঠা কৃতজ্ঞতাৰ জিলিঙনি তেওঁ দেখা পালে। ইতিমধ্যেই এইটো তেওঁবিলাকৰ দুঃস্কৰ্ম্মৰ সহযোগীতাৰ স্বীকৃতি স্বৰূপ হৈ পৰিছিল।

"তেওঁ কিয় তেনে কৰিলে ?"

"কাৰণ তেওঁ মোক ভাল নোপোৱা হ'ল।"

যি-নিজকে অজুহাত দেখুৱাইছিল, যিটো দুয়োৰে মাজত কোনেও বিশ্বাস কৰা নাছিল তেনেখৰণেৰে দুটা অমঙ্গল সাধকৰ দৰে ফুচফুচায় দুয়ো কথা পাতিলে।

"হ'ব পাৰে তুমিয়েইহে তাইক ত্যাগ কৰিলা নহয় জানো ?"

ক্ষীপ্ৰতাৰে মোলায়েমকৈ আহিল তেওঁৰ উত্তৰটো—"তেওঁ মোক লৈ ভাগৰিলে। মোক আৰু চেচিলীয়ে নিবিচাৰে।"

এয়াই যথেষ্ট আছিল। চেচিলীয়েই যদি তেওঁক নিবিচাৰে, তেনেহলে সিহঁতৰ প্ৰণয় হোৱাটো ঠিক হৈছে, নহয় জানো। আৰু সেই কাৰণে প্ৰেমিক দম্পত্তিৰ বিচ্ছেদ নহল, কিন্তু তেওঁবিলাকৰ সম্বন্ধৰ সলনি হ'ল। মিছাৰে তেওঁবিলাকে জীৱন নিৰ্ব্বাহ কৰিছিল বুলি তেওঁবিলাকে জানিছিল আৰু এটা মিছাই প্ৰেমক কলুষ কৰিব পাৰে। প্ৰথমে বাহিৰ হৈ গ'ল হাঁহি। তাৰ পাছত ইজন সিজনৰ প্ৰতি থকা আগৰ শ্ৰদ্ধা ! তেওঁ, অনুভব কৰা তাইৰ কিন্তু সুলভ সাধুতা তাইৰ অত্যধিক উদাৰতা তাইৰ আন্তৰিকতা, যদিও ই এটা মাত্ৰ খাম-খেয়ালী ধৰণৰ অনুগ্ৰহ আছিল। ইপিনে তাই তেওঁৰ বাবে অনুভব কৰা উত্তম সামাজিকতা আৰু বিজ্ঞতা—এই সকলোবোৰ তেওঁবিলাকে হেৰুৱালে। তাৰ ঠাইত, স্থাপিত হ'ল এক অস্বস্তিকৰ সমতা—সমতা—দুঃস্কৰ্ম্মত সহযোগীতাৰ। যেতিয়া তাই তেওঁক সম্মান কৰিবলৈ এৰিলে তেতিয়া তাই তেওঁৰ উপস্থিতিত সদায় কৰি অহা তাইৰ মধুৰ সজ আচৰণ ক্ষিপ্ৰতাৰেই ত্যাগ কৰিলে। চুৰত খাবলৈ তাই প্ৰকাশ্য ভাবেই আৰম্ভ কৰিলে। জৰ্জ্জ চেন্ডৰ দৰে দেশাচাৰক উলঙ্ঘা কৰি তাই চুৰত খোৱা নাছিল। কিন্তু তাই চুৰত খাইছিল-ইন্দ্ৰিয় পৰবশ হৈ। কাৰণ তাই ধপাত ভাল পাইছিল আৰু ভাল পাইছিল নাকৰ বিন্ধাইদি ধোৱাঁ ওলায় যোৱাটো। তেওঁ উচাপ খায় উঠিছিল যেতিয়া তাইক তেওঁ দেখিছিল সোঁত মোছ সাজেৰে ওঁঠত চুৰত লৈ থকা। মৃদু আপত্তিৰে তেওঁ তাইক কৈছিল চুৰতে হয়তো তাইৰ কণ্ঠস্বৰ নষ্ট কৰিব পাৰে। তাই কেৰেপ নকৰে বুলি কান্ধ জোকাৰি তেওঁক কৈছিল। দ্ৰুত ভাবে অমাৰ্জিত অৱস্থালৈ অধঃপতন হ'ল সদায় ছবিৰ দৰে প্ৰকট হৈ থকা তাইৰ কথা বতৰা চালচলন সকলোবাৰ। যি বিলাক লোকৰ বাবে বহু পূৰ্ব্বেই হল আৰু বিদ্ধোভাজন হেৱায় গৈছে সেই লোকৰ ৰাজ কৌতুক অশ্লীলতাৰে তাই ৰমলাক সম্বোধন ধৰিবলৈ ল'লে। তেওঁ

আবিষ্কাৰ কৰিলে এজনী নতুন মেৰীয়া, মলিয়ন সাজ পোছাক আৰু বাইজেনটাইনৰ দৰে সহানুভূতি হীন—এক প্ৰাণী। আনকি তাইৰ মুখ খনো সলনি হৈ গ'ল। ইয়াৰ প্ৰাণবন্ত, কোমল কঁপনি নিচিহ্ন হৈ গ'ল। হঠাতেই তাই শ্ৰান্ত আৰু জীৰ্ণ হৈ পৰিছিল। তাই যে চেচিলীৰ সমবয়সীয়া এইটো বিশ্বাস কৰিব তেওঁ নোৱাৰিলে। মোহ মুক্তিৰ বিৰক্তি, এক অৱসন্নতা তাইৰ হৈছিল। উপভোগ কৰিলে তাই প্ৰচুৰ। আৰু বৰ সোনকালে বহু পুৰুষক জানিলে। অতিৰিক্ত পৰিশ্ৰম কৰিলে। ফুলি উঠাৰ পূৰ্ব্বেই মৰহি যোৱা ফুলৰ কথা তাই তেওঁক কেতিয়াবা স্মৰণ কৰাই দিয়ে। এতিয়াও তাই আচৰিত ভাবেই তেওঁৰ লগত তাই বাহিৰলৈ যাবলৈ অমান্তি হৈছিল। ক্ষিপ্ত হৈ তেওঁ সুধিছিল "এতিয়ানো ইকি পাৰ্থক্য কৰে? আমি জানো একেলগে নেথাকিম? বাহিৰা মানুহে আমাক একেলগে দেখা ভুমি নিবিচাৰা কিয়? মোৰ মৰ্য্যাদা লৈ ঘটনাক্ৰমে এতিয়াও উদ্বিগ্ননে?—নাইবা তোমাৰ বাবে?" এই আক্ৰমণত তাই ক্ষুব্ধ নহলেও তাই তেতিয়াও নিজৰ মত এৰি নিদিলে। চূড়ান্ত ভাবে তাই জনাই দিছিল যে পেৰিত দুয়ো একে লগে ওলায় যাব—কিন্তু ইয়াত নহয়।

তেওঁ উপলব্ধি কৰিছিল কোনো অজ্ঞাত কাৰণত তাই এতিয়াও আনকি চেচিলীতকৈয়ো অধিক ভাবে ৰক্ষা কৰিছিল তেওঁৰ মৰ্য্যাদা। তেওঁ তাইক যুক্তি দেখুৱাই কৈছিল যে চেচিলীয়ে তেওঁক ভাল নেপায়। তেওঁ যিহকেই নকৰক কিয় চেচিলীয়ে তালৈ কেৰেপ নকৰে। কিন্তু এইবাৰ মিছাকথাটোৰ কোনো ক্ৰিয়া নহ'ল।

"হ'ব পাৰে, তেওঁ তোমাৰ ঘৈণী আৰু ঠিক একেদৰেই তোমাৰ লৰা-ছোৱালীহতঁৰ মাক।" দৃঢ় ভাবে মুখটো জোকাৰি তাই ক'লে। তেওঁ এইবাৰ আন ৰকমে চেষ্টা কৰিলে। এই হাস্যকৰ গোপনীয়তাৰ প্ৰয়োজন কি? হোটেলৰ কিছুমান লোকে তেওঁবিলাকৰ মাজৰ সম্বন্ধটো বিচাৰি উলিয়াইছে। তেওঁ তাইৰ খোটালীটোলৈ সোমায় অহা দুবাৰকৈ মেনেজাৰ জনে দেখিছে। "আৰু এই হোটেলৰ লগুৱা, লিগিৰীবাৰ একা? কি হ'বলৈ ধৰিছে সিহঁতে নেজানে বুলি ভুমি

ভাবিছানে ?" বিদ্ৰূপ কৰি তেওঁ সুধিলে।

কান্ধটো জোকাৰি তাই ক'লে "কিন্তু হোটেলৰ মেনেজাৰ, লণ্ডৰা লিগিৰি, ৰান্ধনী, পাঁচনি বোৰে গন্ধ নকৰে। সিহঁতে একো নকয়। সুবিবেচনা পূৰ্ণ হোৱাটো সিহঁতৰ প্ৰয়োজন। এটা প্ৰথম শ্ৰেণীৰ হোটেলৰ বাবে লোকৰ কলঙ্ক প্ৰচাৰ কাৰ্য্য আত্মঘাটি সদৃশ।"

অৱশেহত তেওঁ এৰি দিছিল। ক্লান্ত হৈ তেওঁ ক'লে "তোমাৰ মতেৰেই হওঁক।"

তাই নিজৰ সাজ পোছাকৰ জোখমাথ দিয়া আৰু আখৰা আদিত অধিক সময় বাহিৰত থাকিব লগা হোৱাত তেওঁ সৰহভাগ সময় পাৰ কৰিব লগা হৈছিল নিঃসঙ্গ ভাবে। হোটেলটোত তেওঁ নিজৰ বাবে এক নিৰস জীৱন যাপনৰ আয়োজন কৰিছিল; কিন্তু এই জীৱন অতিশয় কঠিন যেন লাগিল। তেওঁ আৱিষ্কাৰ কৰিলে কিমান বেচি তেওঁৰ আৰামত অভ্যস্ত হৈছিল। গুস্তভৰ নিষ্ঠাভৰা শুশ্ৰূষাত অভ্যস্ত হৈ তেওঁ বিবুদ্ধি হ'ল আৰু তুচ্ছ বিষয়ৰ দ্বাৰা পৰাজিত হ'ল। ভৃত্যৰ সহায় অবিহনে তেওঁৰ সাজ সজ্জা কৰাটো বিৰক্তিকৰ আছিল। তথাপিও তেওঁ হোটেলৰ ভৃত্যৰ সেৱা লোৱাৰ পৰা হুঁহকি আহিছিল। সৰু সৰু কথা বোৰতে তেওঁৰ খং উঠা হ'ল। যদি তেওঁ চোলাৰ হাতৰ বুতাম ভুলকৈ লগায়, নাইবা তেওঁ জোতাৰ হ'ৰ্ণ ডালকে ভুলকৈ লগায় তেতিয়া তেওঁ সাজ-সৰঞ্জাম বোৰ দলিয়াই গোটেইখন বেমেজালি কৰি পেলাইছিল। তেওঁৰ ফ্ৰককোটটোৰ বুতাম এটা এবাৰ খুলি যাওঁতে ঘটনাটো এটা সৰু সুৰা বিয়োগান্ত ঘটনাৰ তুল্য হলগৈ। এৰা, চেচিলী সু-গৃহিনী আছিল। তাইৰ বহুত দোষ আছিল, কিন্তু তুমি স্বীকাৰ কৰিব লাগিব যে তেওঁ এগৰাকী সু-গৃহিনী। কেনেকৈ এখন গৃহস্থালী চলাব লাগে তেওঁ জানিছিল। এদিন কোনো অন্তৰ্নিহিত আত্ম প্ৰবঞ্চনাৰ দ্বাৰা প্ৰৰোচিত হৈ তেওঁ স্থিৰ কৰিলে বৈঠক ঘৰটো অধ্যয়ন খোটালীলৈ ৰূপান্তৰ কৰিবলৈ। নিজে নিজে ক'লে মেৰীয়াৰ কাৰণে তেওঁ অপেক্ষা কৰি থকা সময় খিনিত গানকে লিখিব। কাম কৰি থাকিলে সোনকালে সময় পাৰ হ'ব আৰু চিন্তাৰ পৰা অব্যাহতি পাব। কেই দিনমান

গান লিখিবলৈ কাগজ, বিভিন্ন ধৰণৰ কলম, চিঞাহি আৰু চেণ্ডবক্স গোটাই ললে। হেপাহেৰে তেওঁ হাতত কলমলৈ ডেস্কত বহিলেহে হয়; কিন্তু তেওঁৰ চকুজুৰিয়ে দেৱালত অন্বেষণ কৰিলে দেউতাকৰ ছবি, তেওঁৰ চেনেহৰ পিয়ানোটো আৰু আপোন আপোন গোন্ধোৱা পৰিচিত বস্তুৰ অৱস্থিতি। জুহালৰ ওচৰৰ সৰু মেজখন, চুইজাৰলেণ্ডৰ পৰা তেওঁ বিলাকে অনা সৰু সাজ সৰঞ্জাম বিলাক, ককাদেউতাক মোজেছে দ্বিতীয় ফ্রেডেৰিকৰ লগত নিশা ভোজন কৰাৰ এখন প্রাচীন খোদিত চিত্র। আনকি তেওঁৰ বিৰক্তিৰ কাৰণ হোৱা চেচিলীৰ পনীয়া ৰঙৰ বৰফাবৃত্ত পৰ্ব্বত আৰু দাপোনৰ দৰে হ্রদবোৰৰ স্থিৰ চিত্রখনো···তেওঁ হেকৰালে খিড়িকীয়েদি দেখা পোৱা ক্রমান্বয়ে সৰু হৈ যোৱা চূড়াৰ সৈতে চেইণ্ট থমাচ গীৰ্জ্জা, বসন্তকালৰ্ত থাক বোৰত আহি পৰা শালিকাচৰাইবোৰৰ কূজন, ওমলা ঘৰৰ পৰা ভাহি অহা শিশুৰ উচ্চ হাঁহি। অপ্রত্যাশিত সংঘৰ্ষৰ মনোভাবেৰে তেওঁৰ স্মৰণ হ'ল সঙ্গীতৰ কাগজপত্র থকা আলমাৰীটোৰ খলপাবোৰত পৰি থকা ভজন সঙ্গীতৰ স্মৃতি। অধৈৰ্য্য ভাবে তেওঁ কলমটো দলিয়াই দি থাপমাৰি ওখ টুপীটো লৈ বাহিৰলৈ ওলায় গ'লগৈ।

আমনি লাগিলে কেতিয়াবা তেওঁ ওপৰমহলালৈ গৈ খস্তেকপৰ হাঁহি মাতি ৰমলাৰ লগতে কথা বতৰা পাতিছিলগৈ। তেওঁক দেখা পালে যেন সূৰুযৰ জ্যোতিৰ পৰশহে তেওঁৰ গাত লাগিছে এনেদৰে সেই মানুহজনীৰ মুখখন জিলিকি উঠিছিল। তেওঁৰ ওচৰলৈ তাই সবেগে দৌৰি আহি তেওঁৰ হাতখন খামুচি ধৰি চুমা খাইছিল। ফেলিক্সৰ প্রতি তাইৰ গভীৰ শ্রদ্ধা আছিল। আৰু এটা ভাব তাইৰ হৈছিল যে তেওঁ এজন পৰিশ্রম বিমুখ ধনী আৰু সুন্দৰ লোক যাৰ জোতাৰ মলিও গুচাই দিবৰ তাই কিম্বা মেৰীয়া লায়ক নাছিল। সুগন্ধি ক'লা বৰণীয়া হজমী চৰবৎ প্রস্তুত কৰি আনি তাই সদায় তেওঁক দিছিল। আৰু তেওঁ পি খায় থাকোঁতে তাই কৈ গৈছিল মেৰীয়াৰ শৈশৱৰ কথা, আতঙ্কজনক দৰিদ্রতাৰ কথা, আৰু তাইৰ ককাদেউতাক ভিট্টোৰিওৰ বলিয়ালী ভৰা শৌৰ্য্যৰ কথাবোৰ।

"আপুনি বুজিছে ভাওবীয়া, ভিট্টোৰিও মানুহজনৰ পেটত আছিল একুৰা জুই। পেটৰ জুই কুৰা নুমাবলৈ যদি তেওঁ এবটল মদ নেপায় তেন্তে ভয়ঙ্কৰ জন্তু হৈ পৰিছিল। কিন্তু এবটল মদ যদি থাকে তেওঁ বং পায়, প্ৰেম-প্ৰীতি কৰে আৰু ইমানকৈ চিঞৰি গায় যে আপুনি বায়েণ্টোৰ পৰা শুনিবলৈ পাব, বিভা দেগ্‌লি স্কিহাভোনিলৈকে। সেই কাৰণে মেৰীয়াৰ দুখীয়া মানুহজনী গৈছিল বহু পুৰুষৰ সঙ্গলৈ যাতে ভিট্টোৰিওই মদৰ বটলটো কিনিব পাৰে। ৰৱ লাজেৰে সৈতে মই এই কথা আপোনাৰ আগত প্ৰকাশ কৰিছোঁ কাৰণ তাই মোৰ একনী ভতিজা আৰু মই মেডোনাৰ শপত খাই কৈছোঁ যে এইটো ধ্ৰুৱ সত্য। এই খিনিতে সজ্জাৰক্ষনীৰ কোণ এটাৰে চকুজুৰি মোহাৰি, আনখন হাত যন্ত্ৰবৎ ভাঙি শপথ লোৱাৰ এটা ভঙ্গী কৰি ক'লে "সেই কাৰণেই তাই দূভগীয়া, যিটো গ্ৰহে তাইলৈ অশুভ দৃষ্টি পাত কৰে সেই গ্ৰহতেই তাইৰ জন্ম হৈছে।" তেওঁৰ আশঙ্কা গোপন কৰি তেওঁ শুনি যায় আৰু এবাৰ ভগবানৰ খামখেয়ালীত তেওঁ আচৰিত হয়। যি এই ফুল বেচা ছোৱালীজনীক দিছে উত্তম সৌন্দৰ্য্য আৰু এডোখৰ বঙা বোকাৰ মাজৰ হীৰাৰ দৰে তাইৰ কণ্ঠত দিছে এটা সুৱলা স্বৰ...

কৰ্ম্মময় জীৱনৰ পৰা বিচ্ছিন্ন হৈ আৰু নিজৰ কৰিবলৈ কাম একো নথকাত কঠিন উপায়েৰে সময়ক হত্যা কৰাৰ বাহিৰে ফেলিস্কৰ কোনো গত্যন্তৰ নাছিল। তেওঁ কঠিনতা আৰু অলসতাৰে বিষণ্ণভাৱে সময় পাৰ কৰাৰ বিদ্যাটো শিকিছিল। অনাকৰ্ষণীয় বিষয়বোৰ পঢ়ি কেইকত্ তেওঁ ঘণ্টাৰ পাছত ঘণ্টা অতিবাহিত কৰিছিল। অনাই বনাই দোকানৰ বস্তু চাই ফুৰা এজন পাকৈত দৰ্শক ফেলিস্ক হৈ পৰিছিল। ৰাজহুৱা আট্টালিকা উদ্যান, গীৰ্জ্জা ঘৰবোৰৰ আৰু আৰ্ট গেলেৰি বোৰেদি তেওঁ অহা যোৱা কৰিলে হেলা বঙেৰে। ৰয়েল মিউজিয়মত কেইবাটাও আবেলি তেওঁ অতিবাহিত কৰোঁতে সমগ্ৰ উকঙা ঘৰটোত তেওঁৰ জাবিৰ কট্‌প কট্‌প শব্দৰ প্ৰতিধ্বনী হৈছিল। অমিতব্যয়ী দানৰ কাৰণে লুথেৰ হুণ্ডীক অসন্মান কৰি প্ৰত্যাক্ষান কৰা বেক্কৰ মালিক চিত্ৰকৰ ত্ৰেম্বাকৰ চিত্ৰাঙ্কনবোৰ তেওঁ ধীৰে সুস্থিৰে চাইছিল। সেই মধ্য

যুগীয়া চেপেটামুখৰ উখহা পেটৰ কামিনীহঁতক দেখি নাৰীৰ সৌন্দৰ্য্যৰ মান কেনে পৰিবৰ্ত্তনশীল আৰু কেনে সাধাৰন ভাবি হাঁহিছিল। এই ৰাজনৰ্ত্তকীবোৰেই ৰজাসকলৰ তেজলৈ নিক্ষেপ কৰিছিল জুই। ৰাফেলৰ চিষ্টাইন মেডোনাৰ সম্মুখত থিয় দি বুজিবলৈ চেষ্টা কৰিলে কিয় পৃথিবীৰ ভিতৰত এই নিৰস কেনভাছ খন মনোৰম বুলি বিবেচনা কৰে। তেওঁ হৈ পৰিল গৃহহীন লেঠেংঠেঙীয়া নিঃসঙ্গ বাটৰুৱা। উদ্দেশ্য হীন ভাবে থকা আৰু খোজকাঢ়ি ফুৰা কেনে শ্ৰান্তিদায়ক তীব্ৰ মৰ্মস্পৰ্শী বিষন্নতা হ'ব পাৰে তেওঁ বুজিলে। প্ৰাচীন শিলা খণ্ডেৰে নিৰ্ম্মিত হোৱা বাটটোৰেদি তেওঁ সৰ্পিল গতিৰে গৈছিল, যাওঁতে প্ৰতিটো খোজতে দ্বিতীয়বাৰ শব্দ কৰি গছকি গৈছিল। আৰু যেতিয়া তেওঁৰ চিন্তাবোৰ অধিক গধুৰ নাইবা গোলমলীয়া হৈছিল আৰু অতীতৰ অনুশোচনাৰে হৃদয় ভৰি পৰিছিল তেওঁ আগষ্টাচ দলংৰ বেৰত ভৰ দি চাইছিল তলৰ এল্‌ৱ নদীত মৃদুগতিৰে ভাহি থকা চেপেটা তলিৰে সৈতে প্ৰমোদতৰীবোৰ আৰু আটাইতকৈ ওচৰৰ দলং খনৰ ধনূৰ দৰে বেকা হৈ থকা ম্লানতা খিনিত নিচিহ্ন হৈ, মুহূৰ্ত্তৰ পাছত ক্ষণজীবি জাগৰণ এৰি থৈ পুনৰ পোহৰলৈ এইবোৰ উলটি অহা।

এদিন আবেলি তেওঁ স্কুমেনৰ তালৈ গৈছিল।

ভাগৰত থকা যেন লগা এজনী লিগিৰিয়ে দুৱাৰখন খুলি চুলি-কোচা ওপৰলৈ বান্ধি কলে, আইদেউ স্কুমেন বাহিৰলৈ গ'ল আৰু গৰাকী ভিতৰত আছেনে নাই তাই নেজানে যিটোৰ অৰ্থ হৈছিল তেওঁ ভিতৰত থকাৰ। ফেলিক্সে তেওঁৰ পৰিচয় পত্ৰখনদি ওচৰৰে এটা ভয়ানক শৃঙ্খলাহীন খোটালীত অপেক্ষা কৰিলেহি।

খন্তেক পাছত সোমায় আহিল ৰবাৰ্ট স্কুমেন। ডাঢ়ি গোফঁ মুখুৰুৱা, জধলা, ৰঙা চকু আৰু ভাগৰত বিৰস হৈ থকা এইমাত্ৰ ভাব বিহ্বল অৱস্থাৰ পৰা সাৰ পাই উঠা লোকৰ দৰে তেওঁক লাগিছিল।

তেওঁৰ গধুৰ বাহুটোৰে ফেলিক্সৰ কান্ধ এটা সাবট মাৰি ধৰি তেওঁ ক'লে "আপোনাক দেখি ভাল পাইছো।"

অধ্যয়নৰ খোটালীটোলৈ 'দুয়ো সোমায় আহি মুখামুখিকৈ বহিল

আৰু সুদীৰ্ঘ কাল বিচ্ছিন্ন হৈ থকা বন্ধুৰ পূৰ্ব্বৰ ঘনিষ্ঠতা পুনৰ উদ্ধাৰ কৰিবলৈ চেষ্টা কৰাৰ ধৰনেৰে আৰম্ভ কৰিলে মিঠামিঠা কথা বতৰা।

এৰা, ক্লাৰা ভালে আছে। নাই, তেওঁ তাইৰ লগত আৰু নেথায়। কোনোবা এজনে লৰা-ছোৱালীবোৰ চাব লাগে। তায়েই এতিয়া ধন আৰ্জ্জোতা। যেহেতু তেওঁ মুৰ্খামি কৰি আঙুলিবোৰ অকৰ্ম্মণ্য কৰি পেলোৱাৰ কাৰণে কনচাৰ্ট আৰু বজাব নোৱাৰে। অ, এৰা তেওঁ গীত লেখিছিল। চিকিৎসক সকলৰ উপদেশ উপেক্ষা কৰি তেওঁ আগতকৈয়ো অধিক গীত লেখিছে। এটা তীব্ৰ অশান্তিৰ হাঁহিৰে কৌতুক কৰি কলে "আনকি সেই বুৰ্বকটোৱে মই গীত শুনাটোও নিবিচাৰে। যেতিয়া সকলো সময়তে মোৰ মূৰত এইবোৰ বাজি থাকে তেতিয়া যেন মই বন্ধ কৰি দিব পাৰোঁ!"

এটা জোকাৰ মাৰি যে বৰ কষ্টেৰে তেওঁ ফেলিক্সৰ প্ৰশ্নবোৰৰ উত্তৰ দিছিল।

তেওঁৰ অপেৰাখন শেষ হ'ল জানো? এৰা 'জেনো ভেভা' সম্পূৰ্ণ হ'ল। এক অস্বস্তিকৰ সুদীৰ্ঘ বিৰতি—নতুন কোনো ৰচনা?…এৰা, কেইটামান বিষয়। তাত বিৰাজ কৰিলে আন এটা বিষন্ন আবেগ পূৰ্ণ নিৰৱতা। হঠাতে তেওঁৰ তাৰ পাছত অনুভব হল তেওঁ যেন জীৱন পালে। বিভিন্ন সুৰৰ মিল ইয়াত মধুৰ কিবা আছে। "বিশেষকৈ যেতিয়া আপুনি বিজড়িত হ'বলৈ আৰম্ভ কৰে সংযোগৰ লগত। চাওক ফেলিক্স আপোনাৰ প্ৰশ্ন আৰু সমিধান দুয়োটা আছে আৰু আপুনি প্ৰথম কাহিনীটো বিপৰীত মুখী কৰিবলৈ বিচাৰিব… ।" এতিয়া তেওঁ বাহু কিটা জোকাৰি ঈষৎ স্বৰ্ণাভ চুলিখিনি ইফালে সিফালে লৰাই আৰম্ভ কৰিলে আবেগভৰা দীঘল এক প্ৰচণ্ড বক্তৃতা।

খন্তেকৰ বাবে ক্ষীপ্ৰতাৰে সবেগে তেওঁৰ অধ্যয়ন খোটালীলৈ সোমায় আহি পিয়ানোত বহি নিজৰ ৰচিত গান বজোৱা ফেলিক্সৰ চিনাকী প্ৰতিভাশালী ডেকাজন। কিন্তু এতিয়া উত্তেজনাত আছিল এক নতুন অস্থিৰতা। এজন সৃষ্টি কামী শিল্পীৰ অস্থিৰতা ইয়াত নাছিল। অতি ব্যাকুলিত ভাবে যুক্তি প্ৰয়োগ কৰা এজন নিৰ্জ্জনবাসী এওঁ আছিল।

এসপ্তাহ স্তব্ধহৈ থকাৰ পাছত বাগ্মীতাৰ মহাতৰঙ্গত নিজকে তেওঁ হেৰুৱাই পেলাইছিল। উচ্চকণ্ঠে তেওঁ চেচটুল্লা আৰু চেপটুল্লাৰ সৌন্দৰ্য্য আৰু অষ্টম স্বৰৰ সুৰৰ মিলৰ কথা কওঁতে ফেলিস্কৰ স্মৰণ হৈছিল এজন অঙ্ক শাস্ত্ৰবিদ উন্মাদ হৈ যোৱাৰ কথা।

হঠাতে আৰম্ভ কৰাৰ দৰে তেওঁ নিৰৱ হৈ গ'ল।

"এই কেই দিনমানৰ ভিতৰতে এই বিভিন্ন সুৰৰ মিলে মোক বলীয়া কৰিব।" তেওঁ কলে। তেওঁৰ ওফন্দি উঠা নোমাবৃত্ত মুখমণ্ডলত বিৰিঙিছিল লাজকুৰীয়া হাঁহি। সোণালী চুলিকোচাত তেওঁ হাত ফুৰায় মৃদুভাবে সুধিলে "আৰু, ফেলিস্ক, আপুনি কেনে আছে? আপোনাকো চোন খুব ভাল দেখা নাই।"

"মাজে সময়ে মোৰ এটা বৰ যন্ত্ৰণাদায়ক মূৰ কামোৰনি হৈ থাকে, তাৰ বাহিৰে মোৰ ভালেই।"

অসলগ্ন কথা বতৰাৰে পুনৰ তেওঁবিলাকে সেই ফাঁটলটোত সাকোঁ সাজিবলৈ চেষ্টা কৰিলে। চেচিলী কেনে আছে? সদায় থকাৰ দৰেই ধুনীয়াহৈ আছেনে তেওঁ?......এৰা চেচিলী ভালে আছে। মাকৰ লগত কিছুদিন থাকিবৰ বাবে তাই ফ্ৰেঙ্কফোট লৈ গ'ল...আৰু লৰা-ছোৱালী কিটা একা? সিহঁতো ভালে আছে, ডাঙৰ হৈ আহিছে। আৰু মৰমৰ বৃদ্ধ হাৰ্মেন স্কীমিড্ আৰু গিৱানভাজ আৰু কনজাৰ-ভেটৰীয়াম কেনে আছে? সকলো একেদৰেই আছে...আৰু ড্ৰেছডেনত ফেলিস্কেনো কি কৰিছেহি?

"ট্ৰাষ্টি সকলে মোক ইয়ালৈ পঠিয়াইছে, অহা বছৰৰ কাৰণে অপেৰাৰ এটা সময় ঠিক কৰিবৰ বাবে।

স্কুমেনে উপহাস কৰি হাঁহি চকুৰ পতা মোহাৰি কৈছিল "তওঁ-বিলাকে এতিয়াও সেই বিষয়ে কৈ আছেনে? মই চৈধ্য বছৰ লিপ-জিগত আছিলো, আৰু প্ৰতিটো বছৰ শুনিছিলো অহাবছৰ তেওঁবিলাকে আনিব খোজা আশ্চৰ্য্যজনক অপেৰাৰ কথা আৰু সদায়েই অহা বছৰৰ কথা কৈছিল। আমাৰ সুযোগ প্ৰায় নাই। মই বোৰ্ডক পৰামৰ্শ দি সংবাদ পঠিয়াইছো যে অপেৰা কৰোৱাৰ পৰা তেওঁবিলাক বিৰত

থাকিব লাগে। কিন্তু যিহকে ভাল পায় তেওঁ বিলাকে কৰিব পাৰে, মই নিৰাশ নকৰোঁ। মোৰ নিতান্ত আৱশ্যক হৈছে কনজাৰ-ভেটৰীয়ামত আপোনাৰ আসন লবলৈ এজন ৰচোঁতাৰ শিক্ষক বিচাৰ কৰাটো। মই সেই ৰিচাৰ্ড ওৱেঙ্গাৰৰ কথাকে ভাবি আছোঁ। সেই বিষয়ে আপুনি কি ভাবে বাৰু। হা ৰা না একো মন্তব্য নোকোৱাৰ এটা ভঙ্গীৰে সৈতে তেওঁ ক'লে "মই নেজানো, মই-মই মাত্র পঢ়িছিলো তেওঁৰ টেনহাউচেৰৰ পংক্তি। খন্তেক সময় তেওঁৰ সঙ্গীত আৰম্বৰ—পূর্ণ আৰু অতি তুচ্ছ, পিছ মুহূর্ত্তত এইটো উত্তম সুপৰ। মই স্থিৰ কৰিব নোৱাৰোঁ। তেওঁ প্রতিভা শালীনে নাই ভণ্ড পণ্ডিত। "দুয়োটাই তেওঁ হ'ব পাৰে। এইটো পূর্ব্বেও হৈছিল। তেওঁ এজন আচৰিত সৰু ফুটিয়া মানুহ। মদৰ বহল মুখৰ দৰে তেওঁৰ মুৰটো প্রকাণ্ড। মৌৰা চৰাইৰ দৰে অসাৰ। সদায়েই তেওঁ খুব বেছি কথা কৈছিল আৰু নিজৰ বিষয়ে কৈ কৈ ভাগৰ লগাই দিয়ে।

চকুলৈকে ধাৰত পোত খোৱা। ঘৈণায়েকক লজ্জাজনক ভাবে ব্যৱহাৰ কৰে। কল্পনা কৰে নিজকে তেওঁ লিখক, কাব্যিক দার্শনিক আৰু কূট-নীতিজ্ঞ বুলি। অনধিকাৰ চর্চ্চা কৰে ৰাজনীতিৰ। ৰাজনৈতিক ক্লাববোৰত বক্তৃতা দিয়ে। আৰু কেইদিনমানৰ ভিতৰতে ছাগে বন্দীশাল পাবগৈ।"

হাঁহি ফেলিস্কে ক'লে "সুন্দৰ, চহৰ-সলনি কৰি লিপজিগ্‌লৈ যাবলৈ কোৱাৰ পৰামর্শটো তেওঁৰ হয়তো গ্রহণযোগ্য হবও পাৰে।" আৰু কিছু সময় তেওঁবিলাকে কথা বতৰা পাতিলে। কিন্তু অস্বস্তিকৰ ভাবটো তেওঁবিলাকৰ মাজৰ পৰা নাতকিল।

বাহিৰত নবেম্বৰ মাহৰ ধূসৰ আবেলিটো নিশালৈ ক্ষয়িষ্ণু হৈ আহিছিল। পোলেণ্ডৰ পৰা বৰফ অহাৰ আগবতৰা দি হিছ্‌ হিছ্‌ শব্দ কৰি উকণ্ডা আলিবাটোৰেদি বৈছিল এজাক পূবৰ বতাহ। ড্রেছডেনৰ ওপৰত শীতৰ নিঃশ্বাস পৰিল। প্রেৰণাহীন হৈ ফেলিস্কে হোটেললৈ বুলি বাট ধৰিলে। স্কুমেনৰ তালৈ যোৱাৰ পাছত তেওঁৰ নিৰুৎসাহ অনুভৱ হ'ল। বেচেৰা ৰবার্ট, বেচাৰি ক্লাৰা। প্রণয়ৰ কাৰণে বহুত

দিন তেওঁবিলাকে যুঁজিলে, আৰু এতিয়া তেওঁবিলাকৰ থাকিলগৈ কি? এখন অভাবগ্ৰস্ত দুঃখদায়ক বিবাহৰ সংসাৰ, পীড়িত হৈছিল দীৰ্ঘকাল জুৰি বিচ্ছেদ হৈ থকাৰ বাবে আৰু ভবিষ্যতলৈ থকা বলীয়ালিৰ আশঙ্কাৰে*······আৰু তেওঁৰ নিজৰ আৰু চেচিলীৰ বিষয়ে একা? এনেকুৱা শুভলক্ষণযুক্ত বিয়া ইয়াত জানো কেতিয়াবা হৈছিল? সফলতাৰ অধিকতৰ সুযোগলৈ কেতিয়াবা জানো ইয়াত দুজন লোকে জীৱনৰ বাটত ভ্ৰমণ আৰম্ভ কৰিছিল? আৰু এতিয়া তেওঁবিলাকলৈ চোৱা। তিক্ততাৰ বাহিৰেও প্ৰত্যেকেই নিজৰ জালত মেৰ খালে —চেচিলীয়ে তেওঁৰ ন্যায়পৰায়ণ নীতিৰে আৰু তেওঁ তেওঁৰ গৰ্ব্ববোধ আৰু পাপেৰে। এসময়ত যিটো উজ্বল আৰু প্ৰফুল্লময় আছিল, এতিয়া আমাৰ সন্মুখত এইয়া ভস্মত পৰিণত হৈ যাব লাগেনে? তেওঁ যেতিয়া খোটালীটোত সোমায়ছিলহি তাত তেওঁ ততালিকে মেৰীয়াক দেখা পোৱা নাছিল। তেওঁ টুপীটো ওলোমাই থৈ কেইপ্‌টো খুলি গছাত থকা মম ডাল ঠিক জ্বলাব খোজোঁতেই তেওঁ মন কৰিলে খিড়িকীৰ ওচৰত থকা ৰঙা ভেলভেটৰ কাপোৰৰ আৰামী চকীখনত বহি তেতিয়াও পোছাক পিন্ধি বহি থকা। তেওঁলৈ তাই মনে মনে চাই আছিল। তাইৰ মুখখনত সুগোল শুভ্ৰ চাব পৰিছিল।

তাইৰ ফালে সবেগে দৌৰি গৈ আনন্দেৰে চিঞঁৰি ক'লে "সোণজনী, ইমান সোনকালে মই তোমাক পাবলৈ আশা কৰা নাছিলো।"

তাইৰ ওঁঠত চুমা খাওঁতে তেওঁ তাইৰ ওঁঠখন চেঁচা আৰু চকুলোৰে গালখন তিতি থকা পালে।

চকীখনৰ এমুৰত বহি তাইৰ হাতখনলৈ চাই তেওঁ সহানুভূতি আৰু উদ্বিগ্নতাৰে সুধিলে "কি হ'ল?"

তাই উত্তৰ নিদিলে।

*কেই বছৰ মান পাছত ৰবাৰ্ট স্থুমেনৰ শৰীৰত নিৰ্ভুল ভাবে উন্মাদৰ লক্ষণ প্ৰকাশ হৈছিল। দাছেলড্ৰফত থাকোঁতেই এদিন আবেলি ৰাইন্ নদীত জাপ দিছিল। উদ্ধাৰ কৰি তেওঁক আতুৰাশ্ৰমত থৈছিলগৈ আৰু ইয়াতেই তাৰ দুবছৰৰ পাছত তেওঁৰ মৃত্যু হ'ল।

চিন্তিত হৈ সৰুকৈ সুধিলে "তুমি কিয় কান্দিছা ?"

"তোমাৰ বাবে", গুণ গুণাই তাই ক'লে। তাইৰ দুচকুত বিষাদিত হাঁহি বিৰিঙিল। "তোমাৰ আৰু মোৰ কাৰণে।"

তাই কি কব খুজিছে তেওঁ বুজিছিল। কিন্তু তেওঁ নুবুজাৰ ভাও ধৰিলে। মিছাকৈয়ে তেওঁ ভাও ধৰি সুধিলে "আমাৰ কাৰণে তুমিনো কিয় কান্দিব লাগে ? আমি সুখী। দুয়ো দুয়োকে আমি ভাল পাওঁ। দহদিনৰ ভিতৰত আমি পেৰিচলৈ বাওনা হ'ম। তুমি দেখিবা বুলেবাৰ্ড চেইণ্ট জাৰ্মেইনৰ কোনো এটা নিৰল কাষৰীয়া আলিবাটৰ ওপৰত মাত্র আমাৰ বাবেই এটা সৰু ঘৰ লম। ইয়াত থাকিব এখন বাগিছা। মোৰ বন্ধু সকলক তুমি লগ পাবা। পেৰিচত মোৰ আশ্চৰ্য্য ধৰণৰ বন্ধু-বান্ধব আছে। লিখক, চিত্ৰকৰ, আনকি কেইজনমান সঙ্গীত প্ৰেমীও। লা-ৰুৱেত আমি খোৱা বোৱা কৰিম। পৃথিবীৰ ভিতৰত সকলোতকৈ তৃপ্তিকৰ মঙহৰ আঞ্জা ৰন্ধা কুঁৱে ভলটেয়াৰৰ এটা সৰু হোটেললৈ মই তোমাক লৈ যাম।

থিয়েটাৰৰ পাছত আমি কেইফ এঙ্গলেইচত নিশা ভোজন কৰিম। তুমি তালৈ কেতিয়াবা গৈছিলানে ?" তাইৰ উদ্দীপনা জাগ্ৰত কৰিবলৈকে অস্বাভাবিক আগ্ৰহ দেখুৱাই তেওঁ কৈ গৈছিল। কিন্তু তাই তেওঁলৈ এনে ভাবে হাঁহি তন্নতন্নকৈ চাবলৈ ধৰিলে যেন প্ৰথমবাৰৰ বাবেহে এইখন মুখ তাই দেখিলে। তাৰপিছত বিমূঢ় ভাবে তাই মুৰ জোকাৰি সৰুকৈ ক'লে "মই তোমাক কিয় এনেদৰে ভাল পাওঁ ?" তাই উঠি পোনহৈ বহি চেনেহেৰে তাইৰ হাতৰ আঙুলিবোৰেৰে অৱসাদেৰে তেওঁৰ গালত ফুৰালে। "তোমাৰ বিষয়ে চিন্তা কৰি এই গোটেই বছৰ বোৰত মই মোক নিজকে কৈছো যে মই মূৰ্খ তিৰোতা। তোমাতকৈ বহুত লোকৰ অধিক ধনসম্পদ আৰু ৰূপ আছিল নহয় জানো ? হীৰা বোৰ আৰু ধন-সম্পত্তি তেওঁবিলাকে মোক দিছিল। কিন্তু এই সকলোবোৰ সময়তে মই তোমাকেই চিন্তা কৰিছিলো।" তেওঁক সম্বোধন কৰি কথাবোৰ কোৱা নাছিল। মাত্র তাই চিন্তা কৰিছিল শব্দ কৰি। একৰকম ব্যৰ্থকাম বিহ্বলতাৰে তাই তেওঁলৈ চাইছিল।

একেধৰণৰ ক্লান্তিদায়ক বিহ্বলতাৰে তাই কৈ গ'ল "তোমাক ইমান কিয় ভাল পাঁও মই সুবুজু। আনকি তোমাৰ লখিমী ঘৈণীয়েৰাই তোমাক গুচি যাবলৈ কোৱা বুলি আৰু তেওঁৰ তোমাৰ প্ৰতি মৰম নোহোৱা হ'ল বুলি কোৱাৰ পাছতো মই বুজিব পৰা নাই কিয় তোমাক ইমান ভাল পাইছোঁ। মই বুজিছিলো তুমি খুব ডাঙৰ মিছা কথা কৈছিলা বুলি। কিন্তু মই ভাও ধৰিছিলো তোমাৰ কথা বিশ্বাস কৰাৰ, কাৰণ মই তোমাক ভাল পাঁও আৰু তুমি গুচি যোৱাটো মই বিচৰা নাছিলো। এই উপায়ে যাতে তোমাক নেহেৰুৱাও আৰু সম্ভৱ আমি দুয়ো একে লগে থাকিব পাৰিম।"

নিঃসঙ্গৰ দীঘলীয়া হুমুনিয়াহ এটা তাই এৰিলে। "কিন্তু এতিয়া মেডোনাৰ তোমাৰ ওপৰত খং, কাৰণ তুমি তোমাৰ ঘৈণীয়েৰাৰ বিষয়ে মিছা কথা কৈছিলা, আনকি মোৰ ওপৰতো, কাৰণ তোমাক মই তোমাৰ পত্নীৰ পৰা কাঢ়ি আনিবলৈ বিচাৰিছোঁ। সেইটো সকলোতকৈ ডাঙৰ পাপ নহয় জানো? আৰু সেই কাৰণে তেওঁ আমাক দুয়োকে শাস্তি দিছে। আমাৰ প্ৰণয়ত বিহ ঢালিছে। অধিক প্ৰণয় আৰু ভাল নহ'ব। আমি অসুখী হৈছোহঁক।"

"কিন্তু আমি অসুখী হোৱা নাই।" তাইৰ বাহুত প্ৰচণ্ডভাবে খামুচি টানকৈ চেপি ধৰি ক'লে "আমি অসুখী হোৱা নাই। মই সুখী, মই সকলোতকৈ সুখ—"

তাই মুৰটো ধীৰে জোকাৰি তেওঁৰ প্ৰতিবাদ সংক্ষিপ্ত কৰিলে।

"নহয়, প্ৰিয়তম, তুমি সুখী নহয়।" ধৈৰ্য্যৰ সৈতে তাই ক'লে। "তোমাৰ চকুজুৰিত মই বিষন্নভাব দেখিছোঁ। তোমাৰ অলক্ষিতে মই প্ৰায়েই মন কৰোঁ। আৰু মই জানো তুমি বেজাৰত আছা। তুমি চিন্তা কৰা তোমাৰ স্ব-ঘৈণী আৰু লৰাছোৱালীহতঁৰ কথা।"

খঙেৰে তেওঁ তাইক ঠেলিদি জাপ মাৰি থিয় হ'ল—চিঞৰি তেওঁ ক'লে "স্ব-ঘৈণী, স্ব-ঘৈণী, মই আনন্দ লভিছো যে মোৰ তিৰোতা গৰাকীক তুমি পচন্দ কৰিছা। কিন্তু ঘটনাক্ৰমে তোমাতকৈ মই হে তাইকবহুত বেচি চিনি পাওঁ। তাই কঠুৱা, স্বাৰ্থপৰ আৰু নীতিপৰায়ণ আৰু—"

"তুমি চিঞৰিছা হয়, কিন্তু মই ভাবিছোঁ তুমি মাত্র মিছা কথা কৈছা।"

ব্যাঘাত জন্মাই তাই অচঞ্চল অনুকুল্যভাবে কলে।

"মই এবাৰ মাত্র তেওঁক পেৰিচত দেখিছিলো। আৰু মই মন কৰিছিলো আৰু জানিছিলো যে তেওঁ তোমাৰ লখীমি ঘৈণী হৈছিল বুলি। বৰ সুন্দৰ আৰু ভদ্ৰ। আলিবাটত কেতিয়াও ফুল বেচা নাছিল নহয় জানো?

পুৰুষবোৰৰ সঙ্গলৈ মোৰ দৰে তেওঁ কেতিয়াও যোৱা নাছিল। সদায়েই ভাল ছোৱালী।"

তেওঁৰ মুখখন মেল যোৱা তাই দেখিলে। কিন্তু কিবা কব খোজাৰ পূর্ব্বেই তাই কৈ গ'ল—"আন এটা বিষয় মই মন কৰিছিলো, তেওঁ তোমাৰ ফালে চাইছিল। তেওঁৰ মুখ মণ্ডল প্ৰণয়ত উজ্বলি উঠিছিল। তেতিয়া মই বুজিলো তেওঁ তোমাৰ লখিমী তিৰোতা।"

পৰিহাস কৰি তেওঁ ক'লে "মানুহেৰে উপচি থকা এটা খোটালীত মুহুর্ত্তৰ ভিতৰতে তুমি এই সকলোবোৰ দেখিলা, মই কিন্তু তেওঁৰ লগত বহু বছৰ বাস কৰিলো।"

তেওঁৰ পৰিহাস উপেক্ষা কৰি তাই ক'লে "এগৰাকী তিৰোতাৰ সৈতে পৰস্পৰ মিল নথকাকৈয়ে এজন লোকে তেওঁৰ লগত বহু বছৰ বাস কৰিব পাৰে। প্ৰেম, হয় কিন্তু পৰস্পৰ মিল নাই।" আকৌ তেওঁ সন্মুখলৈ হাউলি মিনতিৰে ক'লে "অনুগ্ৰহ কৰি সোণজনী, মোক বিশ্বাস কৰা মই তেওঁক বুজি পালো। আৰু তুমি ভবাৰ দৰে তিৰোতা তেওঁ নহয়। এবা তেওঁ এগৰাকী মহিলা আৰু তুমি কোৱাৰ দৰে অতি ভদ্ৰ। কিন্তু দাম্পত্য জীৱনত সুখী কৰিবলৈ এইয়া অতিৰিক্ত। তেওঁ স্বার্থ-পৰ। উদাহৰণ স্বৰূপে কওঁ মই বিচাৰিছিলো লিপ্‌জিগৰ পৰা বার্লিনলৈ যাবলৈ, কিন্তু তেওঁ কেতিয়াও..."

"তুমি কিয় বার্লিনলৈ যাবলৈ বিচাৰিছিলা? লিপ্‌জিগৰ পৰা বার্লিন বেলেগ নহয়। লিপজিগত তোমাৰ সুন্দৰ এখন ঘৰ আছে আৰু আছে তোমাৰ সৰু সৰু লৰা-ছোৱালী। তুমি সুখী। তুমি কিয় বার্লিনলৈ যাবলৈ বিচাৰিছিলা?"

তাই আপত্তি তুলি ক'লে।

এক চেকেণ্ডৰ বাবে তাইৰ কথাৰ সুৰৰ আকস্মিক ধৈৰ্য্যহীনতাই, তাইৰ পোনপটীয়া প্ৰশ্নই তেওঁৰ লেগাম মুক্ত কৰিলে। "কাৰণ—কাৰণ ইয়াত মই অধিক ডাঙৰ কামৰ সুযোগ পাইছিলো। তুমি জানানে প্ৰুচিয়াৰ ৰজাই মোক মন্ত্ৰী সকলৰ পদ-মৰ্য্যদা দি মোক বিচাৰিছিল ৰাজ্যখনৰ এজন সাধাৰণ সঙ্গীতৰ ডাইৰেক্টৰ হিচাবে ?"

তাই মুগ্ধ নহল। উচ্চ পদ-মৰ্য্যদাতকৈ সুখৰ অধিক প্ৰয়োজন। তাইৰ শান্ত কণ্ঠস্বৰে তেওঁক অতিশয় বিৰক্ত কৰিলে।

"শুনা, তুমি যদি ভাবিছাই তেওঁ তেনেকুৱা আশ্চৰ্য্য ভৰা আছিল বুলি তেন্তে মই আহি পোৱাৰ দিনা মনে মনে তুমি নো মোৰ খোটালীত কিয় সোমায়ছিলাহি ?"

তেওঁ বুজিলে তেওঁ আঘাত দিছে আৰু এই আঘাতে এইবাৰ হানিলে। কিছু সময়ৰ বাবে সজল চকুলোৰ জলবৎ চছমাৰে তাই তেওঁলৈ নিৰৱে চালে।

"মই তোমাৰ খোটালীলৈ আহিছিলো, কাৰণ মই এজনী বেয়া তিৰোতা। আৰু মই তোমাক ভাল পাওঁ।" তাই দুখেৰে ক'লে। "কাৰণ এই গোটেই বছৰবোৰ মই মেডোনাক প্ৰাৰ্থনা কৰিছিলো। তেওঁ যাদু কৰিলে, পুনৰ তোমাক চুম্বন কৰিবলৈ দিলে। তুমি ড্ৰেছডেনত এসপ্তাহ থকাৰ কথা মোক কওঁতে মই ভাবিলো কুমাৰী মেৰীয়ে মোৰ কাৰণে মায়া কৰিলে। কাৰণ তেওঁ দেখা পাইছিল যে মই তোমাক ভাল পাওঁ। কিন্তু এতিয়া বুজিছো মই তোমাক বহু চুম্বন কৰি প্ৰণয় সম্ভাষন জনোৱাৰ কাৰণে তুমি এতিয়া নিজৰ পতি পৰায়ণা তিৰোতা গৰাকীৰ ওচৰলৈ উভতি যাব নোখোজা—তেওঁক পাহৰি গৈ মোৰ লগতেই যাতে থাকি যোৱা তাৰ বাবেই যেন মই এইবোৰ কৰিলো। এইবাবেই কুমাৰী মেৰীয়ে মোক এদিন শাস্তি দিব আৰু এই কাৰণেই মোৰ যেতিয়া এদিন মৃত্যু হ'ব তেতিয়া মোক নৰকত পুৰিব।" তাইৰ বিশ্বাস জোকাৰি পেলাবলৈও তেওঁ তাইক ভালকৈয়েই জানিছিল তাইৰ কাৰণে কুমাৰী মেৰী অলৌকিক, চিৰস্থায়ী জুইকুৰা তৰ্কাতীত বাস্তৱ।

তাই তেওঁক দিয়া প্ৰতিটো চুম্বনে, আৰু তাইৰ চেনেহে তাইৰ কাৰণে অৰ্থ কৰে প্ৰকৃত পক্ষে চিৰকাল নৰক ভোগৰ কালে একোঢাপ আগবাঢ়ি যোৱাটো। ইয়াত থকা পুতৌভৰা, প্ৰায় হাস্যকৰ স্বাভাবিক সৰল ভাবে হঠাতে মেৰীয়াৰ যন্ত্ৰণাই পাইছিলগৈ 'ফষ্ট'ৰ বিশালতা। তাই সঁচাকৈয়ে প্ৰেমৰ বিনিময়ত আত্মাক বেচিলে।

"মই চেচিলীৰ ওচৰলৈ উভতি যোৱাটো তুমি বিচাৰানে? তাকে তুমি বিচাৰিছানে?" ধীৰ ভাবে তেওঁ ক'লে।

তাই মূৰ দুপিয়ালে। তাইৰ মুখৰ অভিব্যক্তি হৈ পৰিছিল সম্পূৰ্ণ হতাশাৰ।

"মই নিবিচাৰো, কিন্তু প্ৰাননাথ, এইটো তোমাৰ কাৰণে মঙ্গল," এতিয়াও মূৰ দুপিয়াই থাকি ক'লে। "তুমি তাইৰ ওচৰলৈ গৈ প্ৰতিটো কথা কোৱাগৈ। হয়, তুমি কবাগৈ কেনেকৈ মই আভৰণহীনাহৈ এজনী 'পুতানাৰ' দৰে তোমাক বহু চুমা খাইছিলো আৰু তুমি যে ভীষণ লাজ পাইছা আৰু তেওঁকহে তুমি ভাল পোৱা—মোক নহয়। কিছু সময়ৰ পাছত তেওঁ তোমাক ক্ষমা কৰিব আৰু চুমা খাব।"

"আৰু তুমি?"

তাই কান্ধটো জোকাৰি ক'লে "মোৰ কাৰণে কি আহে যায়? তুমি যেতিয়া যাবাগৈ তেতিয়া মোৰ হৃদয়ৰ মৃত্যু হ'ব। আৰু মই যনৈকে গলো লাগিলে—কোনো কথা নাই। মই অপেৰাত গান গাঁও; আৰু মই লৰাছোৱালাহতঁৰ কাৰণে বহুত ধন যাজকক দিওঁ। মই কুমাৰী মেৰীক প্ৰাৰ্থনা কৰিম। পুৰুষৰ সঙ্গলৈ আৰু মই নেযাওঁ। আৰু মোৰ মৃত্যু হ'লে হয়তো ঈশ্বৰে মোক ক্ষমা কৰিব আৰু চুমা খাব।" তেওঁ অভিভূত হৈ পৰিল—তাইৰ সেই স্বাৰ্থ ত্যাগৰ সক্ষমতাত আৰু দান দিব পৰা মহত্বত কিবা এটা পবিত্ৰ স্বতন্ত্ৰ, প্ৰায় অপাৰ্থিব কিবা এটা তাইৰ আছিল! চেইণ্ট মেৰী মেগডালেন হয়তো তেনেধৰণৰ মহিলা আছিল···পুতৌ, ক্ৰোধ আৰু উপহাসৰ মাজত তেওঁ এক চেকেণ্ড-মান ইতস্ততঃ কৰি ৰ'ল—তেওঁ কোমলতাকেই বাচি ল'লে।

নিজৰ কাষলৈ মেৰীয়াক টানি আনি ক'লে "একোৱেই সংসাধন

নহ'ব, মাত্র আমি অসুখী হ'ম। আমি যে দুয়ো দুয়োকে ভাল পাওঁ তুমি জানো বুজা নাই মেৰীয়া ? ইটোৱে সিটোৰ অভাব অনুভব কৰোঁ, আমি সদায়েই একেলগে থাকিম আৰু দেখিবা আমি সুখী হ'ম...খুব সুখী..."

তাই তর্ক নকৰিলে। তাইক আলিঙ্গন কৰাত বাধা নিদিলে। তন্দ্রাতুৰ শিশুৰ দৰে লেউ সেউ হৈ তাই তেওঁক দৃঢ় ভাবে সাৱটি ধৰিলে। তাইৰ চুলিত ওঁঠখনথৈ তেওঁ ফুচফুচাই কৈ গ'ল। কিন্তু তেওঁ জানিছিল যে তেওঁ কেতিয়াও তাইক বুজাব নোৱাৰিব কোনোৱা দিনা যে ইংলেণ্ডত কৰাৰ দৰেই তাই পলায় যাবলৈ চেষ্টা নকৰিব।

তেওঁ মন কৰি থাকিব, আৰু এইবাৰ তেওঁ তাইক যাবলৈ নিদিয়ে। ধৰ্ম্মৰ প্রতি হোৱা তাইৰ সাময়িক দুৰ্ব্বলতাৰ পাছত মেৰীয়াক তেওঁ মৌন হৈ থকা দেখিছিল। চেচিলীৰ বিষয়েও তাই আৰু অধিক একো উল্লেখ কৰা নাছিল। নাইবা তেওঁৰ স্বামীক পত্নীৰ ওচৰলৈ ঘুৰোতাই পঠিয়াবলৈও অধিক যত্ন কৰা নাছিল। ফেলিস্কৰ ৰক্ষিতা হৈ থকাতেই তাই যেন তৃপ্ত হৈছিল। আৰু কোনো আপত্তি বা প্রতিবন্ধক নজমোৱাকৈ তেওঁবিলাকৰ অবৈধ যৌনমিলনত তাই মান্তি হ'ল। পেৰিচত গৈ কি কৰিবগৈ এই বিষয়ে বাহুল্য ভাবে আলোচনা কৰিলে। যেই হওক তাইৰ উন্নতি হোৱা নাছিল। তাই ক্রমাৎ অধিক পৰিমাণে চুৰট খাবলৈ ধৰিলে আৰু তাইৰ কথাবার্ত্তা বোৰ বেয়া হৈ আহিল। তাই মদৰ বাগীও কৰিবলৈ ধৰিলে। তাই মদত অভ্যস্ত নোহোৱাৰ কাৰণে বৰ সোনকালে তাই মাতাল হৈ পৰিছিল। আৰু তাই জঘন্য হৈ গৈছিল। হয়, তাইৰ প্রণয়ৰ অবনতি ঘটিল আৰু বিকণ সামান্য ভদ্রতা আছিল তাকো নোহোৱা হ'লগৈ। ফেলিস্কে ভালকৈয়েই জানিছিল যে এইবোৰ তাইৰ অন্তৰ্দ্বন্দৰ বাহিৰা ফল, সেই কাৰণেই তাইৰ এই নতুন উন্নতিবোৰ তেওঁ ধৈৰ্য্যৰে সহি গৈছিল। মাজে সময়ে তেওঁ তাইৰ ডাঙৰ চকুহালিত দেখিছিল অবৰ্ণনীয় এক ঘৃণা আৰু ভয়। তাইৰ ভয় উপশম কৰিবলৈ তেওঁ ভাল পালেহেতেন। কিন্তু কোনো যুক্তিয়েই তাইৰ দৃঢ় বিশ্বাস আতঁৰাব নোৱাৰে।

অসহায় আৰু ভগ্ন অন্তৰেৰে তেওঁ তাই তেওঁৰ লগত যুদ্ধ কৰি কৰি কেনেকৈ নৰক কুণ্ডলৈ অধঃপতন হ'বলৈ ধৰিছিল তাকেই লক্ষ্য কৰি থাকিল। তেওঁ নিজে নিজে ক'লে তেনেকুৱা ধৰনৰ ভয়ঙ্কৰ সঙ্কট অধিক দিন স্থায়ী হ'ব নোৱাৰে। পেৰিচত তাই নিজৰ ওপৰত সংযম ওভোতাই পাব। ইতিমধ্যে তেওঁৰ সতৰ্কতা বঢ়াব।

সৌভাগ্য বশতঃ তেওঁ দেখিলে তেওঁৰ ফালেই সম্ভাবনাবোৰ থকা বুলি। ইংলেণ্ডত অতি সহজে কৰাৰ দৰে ইয়াত ইমান সোনকালে নিৰুদ্দেশ হোৱাটো সম্ভৱপৰ নহয়। প্ৰথমতঃ তেওঁ আছিল তাইৰ প্ৰহৰী। তাইৰ অনুৰোধ অনুসৰি খেৰৰ পজাঁটোৰ পৰা ফুৰিবলৈ ওলায় যোৱা সৰল প্ৰেমীক আৰু তেওঁ নাছিল। তাৰো পৰি ভন্ ওৱেৰলিংএ তাইৰ ওপৰত দৃষ্টি ৰাখিছে। যদিও তাই অপেৰা হাউচক দেৱলীয়া কৰিলে তথাপি চতুৰ ডাইৰেক্টৰ জনে বিচাৰে তাইৰ চুক্তি সম্পূৰ্ণ কৰা। সৰ্ব্বশেহত তাইৰ সকলো মাল-পত্ৰ হোটেলত আছে, আৰু সকলোতকৈ আৱশ্যকীয় ৰমলা। তেওঁ জানিছিল ৰমলা বা প্লাষ্টাৰৰ কুমাৰী মেৰীৰ মূৰ্ত্তি অবিহনে তাই কেতিয়াও চহৰৰ পৰা নেযায়। এই বিষয়ে তেওঁ সু-নিশ্চিত। তেওঁ ঠিক কৰিলে দুয়োৰে ওপৰত তেওঁ চকু ৰাখিব। তেওঁবিলাকৰ পুনৰ মিলনৰ পৰমানন্দৰ সেই প্ৰথম দিনাই মেৰীয়াই এই মূৰ্ত্তিটো তেওঁৰ খোটালীৰ খলপাৰ ওপৰত থৈছিল। ওপৰ মহলাত বৃদ্ধা লিগিৰীজনী আছিল। তেওঁ নিজৰ খোটালীৰ পৰাই তাইৰ ক্লান্ত পদক্ষেপ তেওঁ শুনিবলৈ পাইছিল। তেওঁ যে সুকৌশল জনক ভাবে অৱস্থান কৰিছে এই বিষয়ে কোনো সন্দেহ তেওঁৰ নৰ'ল।

তেওঁ এটা পৰ্ব্বত সমান কিছু গ্ৰন্থ আৰু মোজাৰ্টৰ স্বৰগ্ৰাম কিনিলৈ হোটেলটোৰ পৰা ওলায় নোযোৱা হ'ল। তেওঁক বতৰেও সহায় কৰিলে। বৰফ বৰষুণৰ দীৰ্ঘ সম্মোহনৰ পমখেদি আহিল প্ৰচণ্ড বতাহ আক্ৰমণ। অন্তহ'ল এই বতাহৰ প্ৰচণ্ড তুষাৰ পাতৰ কশাঘাটত, সূৰ্য্যে পৰিত্যাগ কৰিলে। আনকি ঘনমেঘ ভেদ কৰিবলৈও আৰু কোনো প্ৰয়াস নহ'ল। অক্ষয় গধূলিত ড্ৰেছডেন ভাহিল যিটো বিয়লি পৰত গভীৰ এন্ধাৰত কোঁচ খাইছিলগৈ আৰামী চকীত হাত ভৰি মেলি বহি,

কিলাকুটীৰ ওচৰত তিনটা বাহু থকা এডাল মমৰ গছা লৈ তেওঁৰ উঠি থকা আঁঠুটোৰ ওপৰত এখন কিতাপ নাইবা স্বৰগ্ৰাম খুলিলৈ যেতিয়া অহৰহ পহৰা দি আছিল, তেতিয়া তেওঁ লাভ কৰিছিল ভিতৰত বাসকৰাৰ আৰাম। কোনো কোনো সময়ত এই ভাবটোৱে তেওঁৰ শুকান মুখ খনলৈ আনিছিল চতুৰ আমোদৰ হাঁহি।

যেইহওক এদিন আবেলি বিবেকৰ এটা খোচনিয়ে তেওঁক আৰামৰ পৰা ৰিচাৰ্ড ওৱেঙ্গাৰৰ ওচৰলৈ ঠেলি পঠিয়ালে। অনিচ্ছাৰে ভোৰ ভোৰায় তেওঁ আগবাঢ়িল অচিনাকী আৰু দীঘল বাটেদি। মানুহজনৰ ঘৰটো ভালদৰে বিচাৰি উলিওৱাৰ পাছত, তেওঁ বমি বমি লগা হল-ঘৰ-টোলৈ সোমায় গৈ কেৰকেৰাই থকা চাৰিটা খট্‌খটি বগায় তেওঁ ঘণ্টাটো বজালে। বহু সময় ধৰি আৰু এক আশাজনক নিৰৱতাৰ পাছত এটা কেৰকেৰনিৰে সৈতে দুৱাৰ খন মুকলি হ'ল। মুগাবৰণৰ সচেতন এজুৰি চকুৰে সৈতে এগৰাকী মহিলাই ক'লে ;

"তেওঁ ভিতৰত নাই, কালিলৈ আহিব।"

কথাবোৰ খৰকৈ তেওঁ দুৱাৰ খনৰ শিকলিৰ পৰাই কৈছিল আৰু বেচি কোঢ়াল নোহোৱাকৈ দুৱাৰ খন নিজে নিজে বন্ধ হৈ যাব খুজিছিল তেনেতে ফেলিস্কে লৰালৰিকৈ বুত জোতাজোৰৰ আগটো অকণমান ফাঁকটোত সুমুৱাই দিলে।

অধিক আশা প্ৰদ হাঁহি এটাৰে তেওঁ ক্ষীপ্ৰতাৰে ক'লে "চাকৰি এটাৰ বিষয়ে মই ওৱেঙ্গাৰৰ লগত কথা হবলৈ আহিছোঁ।"

এই ঘোষণাৰ প্ৰতিক্ৰিয়া মুহূৰ্ত্ততে হ'ল। দুৱাৰখন বহলকৈ মেল খালে। আইদেউ ওৱেঙ্গাৰক দেখা গ'ল। তেওঁ গাভৰু আৰু ৰূপহী আছিল যদিও মুখ মণ্ডলত হতাশাই খাজ কাটিছে, বিশৃঙ্খল কেশ বিন্যাসে তেওঁক সাধাৰণ আৰু বয়সীয়া প্ৰায় আদবয়সীয়া কৰি তুলিছিল।

বহুকাল পূৰ্ব্বে গৰ্ব্বত্যাগ কৰা লোকৰ দৰে প্ৰেৰণাহীন ভাবে স্পষ্ট-ভাবে ক'লে "মই ভাবিছিলো আপুনি ভাড়া বিচাৰি আহিছে বুলি। ৰিছাৰ্ড বাহিৰলৈ গৈছে। কিন্তু তেওঁ সোনকালেই উভতি আহিব। আপুনি যদি ৰান্ধনী ঘৰত বৈ থাকিবলৈ বেয়া নেপায় তেন্তে তেওঁ

অহালৈকে আপুনি বহি থাকিব পাৰে।" সামান্য প্ৰৰোচনা দেখুৱাই ক'লে "তাত গৰমো পাব।"

নবেম্বৰৰ ঈষদন্ধকাৰত থকা নিৰানন্দময় ৰান্ধনী ঘৰটোলৈ তেওঁ মানুহগৰাকীৰ পাচে পাচে এটা বিবৰ্ণ এঁকা বেকা বাটেদি খেপিয়াই আহিল। যদিও দিনৰ পোহৰ প্ৰায় নোহোৱা হৈ আহিছিল, পানীৰ পাম্পৰ ওচৰত থকা ধাতুৰ তৈয়াৰী মমদানীত জ্বলি জ্বলি আধা হৈ যোৱা মমডাল জ্বলাবলৈ তেওঁ কোনো চেষ্টা নকৰিলে। ৰান্ধনীঘৰৰ চকীখনত বহোঁতে মানুহগৰাকীয়ে অনিশ্চয় ভাবে সুধিলে "হয়তো কিবা অলপ পিবলৈ পালে আপুনি ভাল পাব।"

ভদ্ৰভাৱে তেওঁ প্ৰত্যাখ্যান কৰোঁতে তেওঁ মহিলা গৰাকীৰ চকু দেখি বুজিলে যেন তেওঁ ৰক্ষা পাইছে। এই উৎকণ্ঠিত, ক্লান্ত আৰু অকালতে বুঢ়া হোৱা মানুহ গৰাকীৰ প্ৰতি তেওঁৰ অকস্মাতে সহানুভূতি হ'ল। তেওঁৰ মুখখনলৈ মনোযোগ দি চাই সুধিলে "মই বাৰু আপোনাক ক'ৰবাত দেখিছোনেকি ? আপোনাক পৰিচিত যেন লাগিছে।" অৱশ্যে তেওঁৰ শিলত কটা মূৰ্ত্তি মানুহগৰাকীয়ে দেখিছে—সমগ্ৰ জাৰ্ম্মানীৰ মনিহাৰী আৰু সঙ্গীতৰ বাদ্যযন্ত্ৰৰ দোকানবোৰত এই মূৰ্ত্তি বেচা হৈছিল।···

"মোৰ নাম ফেলিস্ক মেণ্ডেলচন।"

"এতিয়াহে মোৰ মনত পৰিছে, মোৰ গৃহস্থৰ দৰে আপুনিও এজন ৰচক। আপোনাৰ বিষয়ে মই শুনিছিলো। "তেওঁ খিড়িকীৰ ওচৰত থকা তুলখনত বহি সেউজীয়া মাটিৰ পাত্ৰত থকা আলুখিনিৰ বাকলি পুনৰ গুচাবলৈ আৰম্ভ কৰি কবলৈ ধৰিলে।

"আপুনি বহুত গান লিখিলে নহয় জানো ? মই গুডাম ঘৰবোৰত সেইবোৰ দেখিছোঁ। সেইবোৰ প্ৰকাশ কৰিব পৰাটো আপোনাৰ সৌভাগ্য। "নিজৰ অজ্ঞাতে তেওঁৰ কণ্ঠস্বৰলৈ আহিছিল তিক্ততা। ৰিচাৰ্ডে এদ'ম গান লিখিছে—কিন্তু সেইবোৰ প্ৰকাশ কৰিবলৈ কাকো পোৱা নাই অকৃত্ৰিম আন্তৰিকতাৰে সস্নেহে আৰু মানুহগৰাকীৰ বিশ্বাস লাভ কৰিবৰ মনেৰে তেওঁ ক'লে—"হয়তো মই কিবা সহায় কৰিব পাৰিবও পাৰোঁ। মই কেইজন মান প্ৰকাশকক চিনি পাওঁ।"

"আপুনি এইটো পাৰিলে মই ভাল পাম। আমাৰ ধনৰ প্ৰয়োজন।" স্বভাৱজাত স্পষ্টতাৰে তেওঁ ক'লে।

এৰা, সন্দেহ নাই, তেওঁবিলাকে পাৰিব, তেওঁৰ মনত ভাব হ'ল। তুমি যদি মমটো খৰছ বচাব লগীয়া হয়—তেতিয়া তোমাৰ ধনৰ তলি উদং বুলিয়েই ভাবিব লাগিব। তেওঁ মন কৰিছিল দুখীয়া সকলৰ মাজত ৰান্ধনী ঘৰটোৱেই অলপ উজ্বল আৰু আনন্দজনক খোটালী, কিন্তু এই এটাই মাত্ৰ তেওঁ বিলাকৰ দৰিদ্ৰতা আৰু সুখহীনতাৰ কথা প্ৰকাশ কৰিছিল। কাঠৰ চৌকাত জুইকূৰা জ্বলি থকা স্বত্বেও খোটালীটো চেঁচা হৈ আৰু সেমেকি আছিল। হতাশা আৰু অসন্তুষ্টিৰ গোন্ধো আছিল ঘৰখনত। তেওঁ কৈছিল তেওঁবিলাকৰ কাজিয়াবোৰৰ কথা আৰু পাৰস্পৰিক নৈৰাশ্যৰ কথবোৰ।

কথা পাতিবৰ মনেৰেই ফেলিস্কে কলে "আনকি সঙ্গীতৰ মহৎ প্ৰতিভাশালীয়েও বাস্তৱ নিৰাপত্তাৰ আশ্বাস দিবলৈ মন্থৰ হয়। আপুনি সুখী হ'ব চাগৈ—"মই আহিছোঁ আপোনাৰ স্বামীৰ সৈতে এটা পদৰ বিষয়ে আলোচনা কৰিবলৈ। পদটো সুপ্ৰতিষ্ঠিত আৰু দৰ্ম্মহা আৰাম-দায়ক।" ক্লান্তিৰে মানুহ গৰাকীয়ে নিজৰ হাতৰ মনিবন্ধৰে ঢিলাহৈ যোৱা চুলি কোচা আতঁৰাই তেওঁৰ ফালে ঘূৰি ক'লে "তেওঁক এটা পদ যাচিবলৈকে সেই খট্‌খটিবোৰ বগাই অহাটো আপোনাৰ কাৰণে বহুত দয়া হৈছে।"

আগৰ সেই নিঃসঙ্গ ভাব গলিগৈ চকুজুৰিত বিৰিঙি উঠিল কৃতজ্ঞতা। ফেলিস্কৰ আগমনে তেওঁৰ ভাগৰুৱা আৰু নিঃসঙ্গ জীৱনটোলৈ যি বিনোদন আনিছিল ইয়াক উপভোগ কৰিবলৈ তেওঁৰ ভাল লাগিছিল। তেওঁ স্বস্তি অনুভব কৰিলে। ভয় দেখুৱাবলৈ বা ধন বিচাৰিবলৈ নহা কোনোবাজনৰ লগত কথা পাতিবলৈ তেওঁ সুখী হৈছিল।

বাঢ়ি অহা এন্ধাৰৰ মাজত মানুহ গৰাকীয়ে তেওঁলৈ উত্তেজিত হৈ ব্যাকুলতাৰে খন্তেকপৰ চাই থাকি ক'লে—"পৰিৱৰ্ত্তী খেলাৰটো ক'ৰ পৰা আহিব কেতিয়াও নজনাকৈ কোনোৰকমে জোগাৰ কৰি খায় এনে দৰিদ্ৰ অৱস্থাত থাকিবলৈ আপোনাৰ কেনে লাগিব অপুনি নেজানে।

যোৱা এপ্ৰিলত মোৰ ৰিচাৰ্ডৰ সৈতে বিয়া হ'বৰ দহবছৰ হ'ল। আৰু এনে লাগিছে যেন আমাৰ অৱস্থা কাহানিও ভাল নহ'বই। তেওঁক বিয়া কৰোৱাৰ আগতে মই ভালেৰেই আছিলো। মই আছিলো অভিনেত্ৰী। মোৰ নাম মীনা প্লেনাৰ।"

করুণা উদ্রেক ভঙ্গীৰে আৰু ভূত পূৰ্ব্ব অভিনেত্ৰীৰ ধ্বংশ কৰিব নোৱাৰা গৰ্ব্বেৰে সৈতে আশা কৰি সুধিলে "সম্ভৱ আপুনি মোৰ বিষয়ে শুনিছিল?" মিছাকৈয়ে হাঁহি তেওঁ উত্তৰ দিলে "নিশ্চয় শুনিছোঁ, আপুনি চোন বিখ্যাত।" গৌৰৱত তেওঁৰ চকুজুৰি জিলিকি উঠিল আৰু পুনৰ গাভৰু যেন হৈ পৰিল। "তেওঁৰ লগত মোৰ বিয়া হওঁতে মেগ-ডেনবাৰ্গ থিয়েটাৰত মই প্ৰধান মহিলা আছিলো।" গাৱঁৰ বিমৰ্ষ নাটঘৰ তেওঁৰ মুখত এখন আচৰিত ঠাই যেন শুনিছিল—শিল্পী সুলভতাৰ মোহনী শক্তি সম্পন্ন বিজয়ৰ হে যেন দৃশ্য আছিল এইয়া।

ৰিচাৰ্ডে অৰ্কেষ্ট্ৰা পৰিচালনা কৰিছিল। তেতিয়া তেওঁৰ বয়স মাত্ৰ তেইশ বছৰ আছিল। তেওঁৰ প্ৰতি মই কোনো মনোযোগ দিয়া নাছিলো। কিন্তু তেওঁ মোক অকলে নেৰিলে। তেওঁৰ অসুখ হ'ল, মোৰ দুখ লাগিল আৰু মই তেওঁৰ শুশ্ৰূষা কৰিলো—মোৰ পৰা 'হয়' সমিধান পাবৰ কাৰণেই যেন তেওঁৰ অসুখ হৈছিল। মূৰত কিবা এটা সোমালে সেইটো শেষ কৰিবই লাগিব—তেওঁ তেনেকুৱা ধৰণৰ মানুহ। আন কি পাছত যদি তেওঁ অনুতাপো কৰিব লগা হয়।"

কথাবোৰ স্ৰোতৰ গতিৰে বাহিৰ হৈ আহিছিল, কিন্তু গৰ্ব্বৰ সংক্ষিপ্ত বচন নাইকিয়া হ'ল। "আমাৰ বিয়া হোৱা মুহূৰ্ত্ততে আমাৰ সকলো ভুল হৈ গ'ল। মই নকওঁ যে এইয়া তেওঁৰ দোষ। কিন্তু তেওঁ যলৈকে গৈছিল বিপদো তেওঁৰ লগে লগে গৈছিল। দুমাহৰ পাছত বন্ধ হৈ গ'ল বেথ্‌মেনৰ থিয়েটাৰ। মেনেজাৰ জন চহৰৰ পৰা গ'লগৈ, আৰু এটিও ফুটা কড়ি হাতত নোহোৱাকৈ—আমি নিৰুপায় অসহায় হৈ ৰাজ আলিত থিয় দিলো। হয়, কিবা উপায়ে আমি কাম বিচাৰি পালো। এইবাৰ পালো কোৱেনিগচ বাৰ্গত, এইটো দেখাত ইমান ভাল লাগিছিল যে সহ অভিনয় কৰিবৰ বাবে মই মোৰ ভনী

খেৰেচাকো ললো। আমি তাত তিনিবছৰ থকাৰ পাছত পুনৰ একে ঘটনাই ঘটিল। তেওঁবিলাকৰ ভাষাৰে এনিশা মেনেজাৰ জনে জাৰ্মনী নিদিয়াকৈ গুচি গ'ল। আৰু আমি উভতি আহিলো বাটলৈ। আমি শুব লগা হৈছিল ৰাজহুৱা বাগিচাত আৰু থকাৰ ভিতৰত মোৰ আছিল নোমৰ কাপোৰ ডোখৰ। বিয়াৰ সময়ত কিনা মোৰ অকণমান গল পতাধাৰ বেচিলো। তাৰ পাছত আমি আহিলো ৰিগালৈ।"

প্ৰথম বাৰৰ বাবে ফেলিস্কৰ চকুলৈ চায় তেওঁ সুধিলে—"আপুনি কেতিয়াবা ৰিগাত আছিলনেকি?" আত্মাৰ বোজা পাতলাবলৈ যি কোনো এজন লোকৰ লগত এই সঙ্গহীন অৱহেলিত পত্নী গৰাকীৰ কথা পতাৰ যেতিয়া প্ৰয়োজন হৈছিল ঠিক তেনে এটা ক্ষণত তেওঁ যেন তাত উপস্থিত হৈছিলগৈ। নহ'লে হয়তো মৰিয়েই যাব……"মই যোৱা নাই। এই খন ঠাই ৰাচীয়াত নহয় জানো?" তেওঁ মূৰ দুপিয়ায় নিজৰ কামলৈ উভতি গৈ ক'লে "বাল্টিকৰ ৰাচীয়াৰ ফালে। এখন সুন্দৰ ঠাই, মাত্ৰ তুমি ঠাণ্ডাত মৰিবা। এৰা কিছু দিনলৈ সকলোবোৰ ভালেৰেই চলিছিল। ভাল দৰ্ম্মহা, ভাল আহাৰ। ৰিচাৰ্ডে আৰু জুৱা নেখেলা হ'ল। তেওঁ এখন মিলনান্তক অপেৰাত কাম কৰিছিল। আপুনি কব পাৰে একৰকম অপেৰা। কিন্তু তেওঁ সুখী নহ'ল। তেওঁ বিচাৰিলে পেৰিচলৈ যাবলৈ। তেওঁৰ সঙ্গীত মাত্ৰ পেৰিচত হে ভাল পালে। তাকে তেওঁ কৈছিল।" তেওঁৰ উশাহৰ নলী ডালত এটা শব্দ হ'ল যিটো আধা আছিল ঘোট ঘোটনি আৰু আধা উচুপনি।

"তেওঁ বিলাকে সচাঁকৈয়ে ভাল পাইছিল……আমি তিনিবছৰ কাল পেৰিচত আছিলো—আৰু সেই তিনবছৰ কাল আমি কেনেকৈ জীয়াই আছিলো কেতিয়াও নেজানিম। এইটো নহয় যে তেওঁ চেষ্টা কৰা নাছিল। তেওঁৰ অপেৰালৈ কোনেও দৃষ্টিপাত কৰিবলৈ নিবিচাৰিলে। সেই কাৰণে তেওঁ গীত ৰঁচিবলৈ চেষ্টা কৰিলে, এইবোৰ প্ৰকাশৰ ব্যৱস্থাও তেওঁ কৰিলে, আনহে নেলাগে তেওঁ গানো শিকাবলৈ ললে। কিন্তু খাবলৈ আমি কেতিয়াও যথেষ্ট পোৱা নাছিলো। তাৰ পাছত হঠাতে ভাগ্য চকৰি ঘূৰিল। থিয়েটাৰ ডালা ৰেনায়েঞ্চৰ ডাইৰেক্টৰ

ভাণ্ডবীয়া জলিয়ে তেওঁৰ অপেৰা ল'লে। আনকি তেওঁ আগধনো দিলে। প্ৰয়োজন তেওঁৰ সেইয়াই আছিল। ততালিকে তেওঁ কিনিলে নতুন কাপোৰ, নতুন আচ্‌বাব প্ৰতিটো নতুন। এটা নতুন সুন্দৰ ঘৰলৈ আমি বাস্তঘিকে যাব লাগিব—যাতে মানুহবোৰ মুগ্ধ হয়। আৰু তেতিয়া কি হ'ল আপুনি জানে নে?" আকৌ তেওঁ ফেলিস্কলৈ চালে—"আমি যি দিনা সেই সুন্দৰ নতুন ঘৰটোলৈ গলো, ঠিক একেদিনাই থিয়েটাৰ খনো বন্ধ হ'ল।"

এই আকস্মিক ঘটনাসমূহৰ খাপ খায় যোৱা বিদ্ৰূপাত্মক স্বাদ দিবলৈকে তেওঁ খন্তেক সময় বৈ নিশ্বাস লোৱা নলীৰ সেই অদ্ভুত ধ্বনিৰে সৈতে আকৌ আলুখিনিৰ ওপৰত হাওলি ক'বলৈ ধৰিলে।

"এৰা, তাৰ পাছত মই কব নোৱাৰোঁ। কিয় আমি অভুক্তই হৈ থকা নাই। আমি কেতিয়াবা যিবোৰ মানুহ লগ পাইছিলো হয় ঘৰৰ গিৰিহঁত, নহলে বিল সংগ্ৰহকাৰী। যেতিয়াই ঘণ্টা বাজে তেতিয়াই মোৰ হৃদয় জঠৰ হৈ গৈছিল। বেচেৰা ৰিচাৰ্ড তেওঁ যি পাৰে কৰিলে। তেওঁ আনকি চেষ্টা কৰিলে পেৰিচত থকা তেনেকুৱা এখন স্থানীয় থিয়েটাৰৰ কোৰাচত গায়ক হ'বলৈকো। পাওনাদাৰ সকলৰ পৰা পৰিত্ৰাণ পাবলৈ আনকি তেওঁ ডাঢ়ি ৰাখিবলৈও লৈছিল। কিন্তু সিহঁতে ধাৰৰ বাবে তেওঁক ধৰি বান্ধি নি বন্দীশালত ভৰালেগৈ। ঘটনাই কেনে বেয়াৰ ফালে ধাল লৈছিল আপোনাক বুজাবলৈকে কওঁ—"আমাৰ এটা কুকুৰ আছিল। নিউফাউণ্ডলেণ্ডৰ এটা বৰ ডাঙৰ কুকুৰ, ৰিচাৰ্ডে তাক বৰ মৰম কৰিছিল, এৰা, সিয়ো আমাক এৰি থৈ গ'লগৈ। আৰু যেতিয়া এটা কুকুৰে এৰি থৈ যায় তেতিয়া ঘটনা শোচনীয় হয় বুলি মই কওঁ।" ফেলিস্কে সহানুভূতিৰে মুৰ দুপিয়াইছিল যদিও মীনাই নেদেখিলে। খন্তেক পৰ তেওঁ আলুৰ বাকলি গুচালে। সীমা লঙ্ঘন কৰি অহা গধূলি লগনত তেওঁৰ লাহি প্ৰতিমূৰ্ত্তি হৈ পৰিছিল এখন অস্পষ্ট কৃষ্ণ বৰ্ণৰ ছবি যেন।

"কিবা উপায়েৰে তেওঁৰ অপেৰা বেইনজী শেষ কৰিলে। মোক সুসুধিব কেনেকৈ? কিন্তু তেওঁ কৰিলে। স্বাভাৱিকতে পেৰিচত

এইখন কোনেও চাবলৈ নিবিচাৰিলে। ইয়ালৈ গুচি অহাৰ ভাবটো সেই কাৰণেই হ'ল তেওঁৰ। ময়ো ভাল পালো। কাৰণ এইখন মোৰ নিজৰ চহৰ। ইয়াৰ পৰা দুটা আলিৰ সিফালে এখন দোকান আছিল। তাত মোৰ দেউতা আছিল এজন মেকানিক। হয়, আমি ইয়ালৈ আহিলো। আৰু প্ৰত্যেকটো বিষয়েই বৰ আচৰিত যেন লাগিল। অপেৰা হাউচত তেওঁবিলাকে 'ৰেঁইনজী' প্ৰদৰ্শণ কৰিলে। অভিনয় হৈ থাকোঁতে যদিও ঘনাই ঘনাই সজাই যোৱা দৃশ্যবোৰ পৰি গৈছিল, ই আছিল এক বিৰাট সফলতা। এইখন ছয়ঘণ্টা ধৰি হৈছিল, হলেও দৰ্শকে এইখন ভাল পাইছিল। আৰু তেওঁবিলাকে বছেৰেকত বাৰশ খেলাৰৰ দৰ্ম্মহাৰ সৈতে সহকাৰী সঙ্গীতৰ ডাইৰেক্টৰৰ পদটো তেওঁক দি বিজয় তিলক পিন্ধালে।"

তেওঁ সংখ্যাটো এনেধৰণে উচ্চাৰণ কৰিছিল যে কেতিয়াবা ইমানখিনি ধন তেওঁবিলাকৰ হাতলৈ আহিছিল যেন তেওঁ বিশ্বাসেই কৰিব নোৱাৰে।

"আন এজন মানুহ সুখী হলহেতেন বুলি আপুনি নেভাবেনে বাৰু? কিন্তু আপুনি তেওঁক নেজানে। যেন তেওঁ এজন বেঙ্কৰ মালিকহে এনেভাবে পোনে পোনে ধন সিঁচিবলৈ আৰম্ভ কৰি দিলে। পেৰিচতো সেই একে কথাকে হৈছিল—নতুন কানি-কাপোৰ, নতুন সাজ-সৰঞ্জাম—প্ৰত্যেকটোৱেই নতুন। তেওঁ নিজৰ কাৰণে কিনিছিল কপাহ ভৰোৱা চিল্কৰ এটা গা ধোৱা সাঁজ। তাৰ পাছত তেওঁৰ মনত খেলালে ৰেঁইনজীৰ গোটেই খিনি স্বৰগ্ৰাম শিলত মুদ্ৰিত কৰোৱাৰ। এইটোৰ উপৰিও তেওঁ তেতিয়া মাত্ৰ লিখি শেষ কৰিছিল টেন্‌হাউচেৰ। তেওঁ কিমান ধন লাভ কৰিব, তেওঁৰ অপেৰা প্ৰত্যেকটো অপেৰা ঘৰত কৰিব খোজাৰ কথা তেওঁ মোক কৈছিল। ইতিমধ্যে ৰাজপ্ৰসাদত থকা আমি নিজকে দেখিলোৱেই। এৰা তেওঁবিলকে টেন্‌হাউচেৰ অভিনয় কৰাইছিল, কিন্তু কোনেও বৰ ভাল পোৱা নাছিল। নাইবা কোনেও তেওঁৰ সুন্দৰ স্বৰলিপি নিকিনিলে। খুব সোনকালেই আমাৰ ধন খৰছ হৈ গ'ল। আমি আমাৰ সাজ-সৰঞ্জাম আনকি চিল্কৰ গা ধোৱা

সাজজোৰো বেচি দিব লগা হ'ল। আপুনি যেতিয়া বস্তু বেচিবলৈ বস্তু কৰে তেতিয়া আপুনি কিমান বেচি পায় জানেই, আৰু কুকুৰৰ গাত থকা মাখিবোৰত কৈয়ো অধিক আমাৰ ধাৰ লাগিল।" তেওঁ হুমুনিয়াহ এৰিলে অসন্তোষেৰে নহয় আত্মসমৰ্পিত এক নিৰাশাৰে। "আৰু সেই কাৰণে মই ইয়াত আছোহি। এমাহ ধৰি আমি এডোখৰ মঙহ পোৱা নাই। মমৰ বাবে মোৰ হাতত বিত নাই। তিনিমাহ ধৰি ঘৰ ভাড়া শোধাব পৰা নাই। আৰু আপুনি জানেনে তেওঁ কি কৰিছে?"

আমোদজনক হতাশাৰে তেওঁ ফেলিস্কলৈ চালে।

"তেওঁ ৰাজনীতিত লাগিছে।—এৰা, তেওঁ এটা বিপ্লৱ আৰম্ভ কৰিব খুজিছে—আৰু এই বিপ্লৱে তেওঁক বিত্তবান কৰিব। তেওঁ হাৰ ভন ওৱেৰবলিংৰ পদটো ল'ব আৰু অপেৰা লেখিব।"

খন্তেক সময় মানুহ গৰাকীয়ে কথা কোৱা নাছিল। তেওঁৰ মুখমণ্ডল হতাশাৰে ভৰি পৰিছিল অৱসন্নতাৰে। "এই সকলোবোৰৰ শেষ কেনেকৈ হ'বগৈ মই জানিবলৈ পোৱা হলে সুখী হলোহেতেন!" খিড়িকী খনেদি বাহিৰলৈ চাই তেওঁ নিচেই সৰুকৈ ক'লে "কিন্তু ইয়াৰ পৰিনতি দেখিবলৈ মই ইয়াত নেথাকিম।"

মানুহ গৰাকীক আনন্দিত কৰি তুলিবলৈ ফেলিস্কে ক'লে "হয়তো তেওঁ মোৰ প্ৰস্তাৱটো গ্ৰহণ কৰিব। ইয়াৰ অৰ্থ হ'ব সুপ্ৰতিষ্ঠিত কৰা এটা কাম আৰু এটা সুযোগ ভৱিষ্যতে কোনো এটা উৎকৃষ্ট অৰ্কেষ্ট্ৰাৰ পৰিচালক হোৱা।"

তেওঁ ঘূৰি চাই ক'লে—যিকোনো এজনে হয়তো সুযোগটাত জপিয়াই উঠিলেহেতেন কিন্তু তেওঁ "মই ক'ব নোৱাৰো। তেওঁৰ লগত মই দহ বছৰ কাটাইছো; এতিয়াও বুজিলো তেওঁৰ মগজত কি হৈ থাকে। মোৰ কাম্য তেওঁ এটা গতি লগাটো—যাতে আমি ভাড়টো শোধাব পাৰোঁ, আন লোকৰ দৰে নিয়মীয়াকৈ খাবলৈ পাঁও।

তেওঁবিলাকৰ মাজত পুনৰ নিৰৱতা বিৰাজ কৰিলে। "তেখেত সোনকালে ইয়ালৈ আহিব বুলি আপুনি ভাবেনে কি? মই সোনকালে হোটেললৈ উভতি যাবগৈ লাগিব কৰিণেহে মোৰ চিন্তা হৈছে।"

হতাশেৰে হুমুনিয়াহ পেলায় কলে, "মই নেজানো। তেওঁ ইয়ালৈ আহিব বুলিয়েইটো কৈছিল। কিন্তু তেওঁৰ বেলিকা আপুনি কেতিয়াও একো ক'ব নোৱাৰে।" চিন্তিত হ'ল তেওঁ। বিবুদ্ধিত তেওঁৰ ওঠখন সঙ্কুচিত হ'ল। হঠাতে তেওঁ স্থিৰ কৰি ক'লে "যদি আন কোনোবা হল হেতেন মই কেতিয়াও নকলোহেতেন। কিন্তু মই দেখিছোঁ আপুনি পুলিচৰ তৰফৰ পৰা অহা নাই, আৰু প্ৰয়োজন কামটোৰ।" ফুচফুচাই তেওঁ ক'লে "আলিবাটৰ তলৰ সৰু হোটেল্‌টোতে তেওঁ আছে। পিছ ফালেদি আপুনি বাগিচাখনৰ মাজেৰে সোমায় গৈ দেখা পাব এখন সেউজীয়া দুৱাৰ আৰু আপুনি সঙ্কেটৰ কথাটো ক'ব, তেতিয়া মানুহজনে আপোনাক ভিতৰলৈ সোমাবলৈ দিব।" মানুহজনীয়ে ফেলিস্কৰ দুৱাৰ মুখলৈ আগবঢ়াই দিওঁতে ক'লে। "তেওঁ কামটো ল'ব বুলি মই আশা কৰিছো। অনুগ্ৰহ কৰি তেওঁক ঘৰলৈ আহিবলৈ ক'বনে? দিনৰ দিনটো ইয়াত অকলে থাকিবলৈ বাৰু আপোনাৰ বৰ নিঃসঙ্গ যেন নেলাগিবনে?"

ষৰযন্ত্ৰকাৰীহতঁৰ কেন্দ্ৰস্থল বিচাৰি উলিয়াবলৈ ফেলিস্কৰ বৰ বেচি সময় নেলাগিল। তেওঁ এখন মামৰে খোৱা লোহাৰ গেট টান মাৰি খুলিলৈ আৰু ওলালগৈ এডোখৰ ওখোৰা মোখোৰা চোতালত। এজোপা লঠঙা নেমুৰ গছ মাজ চোতালত ঠিয় হৈ আছিল আৰু ভেটিটোৰ ওপৰত চক্ৰাকাৰে পৰি আছিল শুকান পাত। বততে কোবোৱা সেউজীয়া দুৱাৰ খন তেওঁ নিষ্ঠাৰে সৈতে টুকুৰিয়ালে। সঙ্কেট শব্দটো কৈ তেওঁ ধোৱাময় হৈ থকা গৰম এটা খোটালীলৈ সোমায় গ'ল। মেজখনত বহি আছিল দহ—কি বাৰজন মানুহ। দেৱালৰ গজালত ওলমি থকা চাকিৰ কোমলহালধীয়া বৰণৰ উজ্বলতাৰ মাজত তেওঁবিলাকৰ মুখবোৰে যেন স্নান কৰিছিল। তেওঁ ওৰেঙ্গাৰক চিনি পালে আৰু তেওঁৰ ওচৰলৈ আগবাঢ়ি গ'ল। "অনুগ্ৰহ কৰি মোক ক্ষমা কৰক, কিন্তু আপোনাৰ সৈতে কেইআষাৰ মান কথা হ'বলৈ মই বৰ উদ্বিগ্ন হৈছোঁ।"

প্ৰত্যক্ষদৰ্শীৰ মতে চেস্কন ৰাজত্বৰ বিৰুদ্ধে বিপ্লৱৰ সময়ত ওৰেঙ্গাৰে

এখন ৰঙা পতকা কঢ়িয়াই নিছিল। যেতিয়া ব্ৰেভেৰিয়াৰ ৰজা হয় লাডউইগে তেওঁৰ দুঃসাহসী অভিযানৰ বাবে ৰাজহুৱা ধনভড়ালৰ ধন লবলৈ ধৰে তেতিয়া তেওঁ হৈ পৰিছিল ৰয়েল্টিৰ গৰ্হিত কীৰ্ত্তি ব্যাখ্যা কৰোতা। ব্ৰেভেৰিয়াৰ প্ৰজা হিচাবে দেশীয় স্বত্ব লাভ কৰিলে।

তেওঁৰ ব্যক্তিগত সাজ সৰ্জ্জাৰ বিষয়ে থকা হেপাহ বিশ্বাসৰ অযোগ্য আছিল। পাছৰ বছৰবোৰত যেতিয়া তেওঁ বিশেষ ভাবে উন্নতি লাভ কৰিছিল তেতিয়া তেওঁৰ প্ৰিয় সাজ পাৰ আছিল নীলা বৰণৰ এজোৰ চিল্কৰ পেণ্ট আৰু হালধীয়াবৰণৰ ভিতৰত কপাহ ভৰোৱা চিল্কৰ গা-ধোৱাসাজ ডিঙি আৰু হাতৰ মনিবন্ধত কোমল নোম আৰু মুকুতা সৈতে। আৰু অৱশ্যে অপৰিহাৰ্য্য তেওঁৰ কৃষ্ণবৰ্ণৰ টুপীটো আছিলেই। যিটো খোটালীত তেওঁৰ মৃত্যু হৈছিল সেই পালাঙ্কো ভেনদ্ৰেমিন (ভেনিচৰ) ওৱেঙ্গাৰৰ নিৰ্দ্দেশ মতেই ৰূপান্তৰ হৈছিল কেম্প্ৰিৰ ব্লু গ্ৰটোৰ অনুৰূপ নক্সা।

মেণ্ডেলচনে কেতিয়াও জনা নাছিল ওৱেঙ্গাৰ যে মাৰাত্মক ইহুদী বিৰুধী আছিল। দাছ জুডেনটাম হ'ন ভাৰ মিউচিক (Das judentum in der Murik) নামৰ সৰু পুথিখন তেওঁৰ ১৮৫০ চনত প্ৰকাশ হৈছিল কৃত্ৰিম নাম কে ফ্ৰেইডেক্কৰ সম্পাদনাত মেণ্ডেলছনৰ মৃত্যুৰ ঠিক তিনিবছৰৰ পাছত।

কেই মিনিটমান পাছত ষৰযন্ত্ৰকাৰীহঁত অলক্ষিতে হোটেলটোৰ পৰা ওলায় গ'ল। আৰু এটা নিভৃত কক্ষত এজন সৰু ফুটিয়া অদ্ভুত মানুহৰ লগত ফটিকাৰ ৰাগী কৰি থকা নিজকে ফেলিস্কে পালে।

জীৱনৰ কাৰ্য্য ক্ষেত্ৰত তেওঁ শিল্পীৰ দল বহুত লগ পাইছিল, তেওঁ-বিলাকৰ বৃথা গৰ্ব্ব, অভিমান আৰু তেওঁবিলাকৰ দক্ষতাক অস্বীকাৰ

---

তুবছৰৰ ভিতৰ বিপ্লৱৰ আলোড়ন হওঁতে ওৱেঙ্গাৰে ড্ৰেছডনৰ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কিন্তু তেওঁৰ নীতিজ্ঞান নাছিল। চুইজাৰলেণ্ডলৈ তেওঁ পলায় গ'ল আৰু তেওঁৰ নেতৃত্বৰ প্ৰাপ্য দিবলৈ এৰি থৈ গ'ল তেওঁৰ ওপৰত সবল বিশ্বাস স্থাপন কৰা সহচৰ সকলোৰ ওপৰত। চেহনিৰ পৰা তেওঁ অনেক বছৰ নিৰ্ব্বাসিত হৈ আছিল।

কৰা নিৰ্ব্বোধ ৰাইজৰ বিৰুদ্ধে হোৱা অভিযোগ বোৰৰ কথা তেওঁ জানিছিল, কিন্তু কেতিয়াও তেওঁ সন্মুখীন হোৱা নাছিল ওৰেঙ্গাৰৰ দৰে জমা হোৱা ঘৃণা আৰু অত্যন্ত আত্মগৰ্ব্বী লোকৰ। তেওঁ সম্পূৰ্ণ এঘণ্টা জুৰি লক্ষ্য কৰিছিল তেওঁ দাত কৰচি থকা, নীতি বচন চিঞৰি কৈ মেজত ঢকিয়াই থকা। তেওঁ শুনিছিল ওৰেঙ্গাৰে নিজৰ বিষয়ে কোৱা কথা-বোৰ যে তেওঁ অমৰ প্ৰতিভাশালী লোক, এইটো মানি লবলৈ বিশ্ববাসীক তেওঁ জোৰ কৰিব, আৰু প্ৰয়োজন হলে তেওঁ বিপ্লৱো কৰিব।

বছৰবছৰ দৰিদ্ৰতা আৰু অসফলতাত ক্ৰোধোন্মত্ত হৈ এক বিপজ্জনক সৰ্ব্বনাশী আশা মনৰ মাজত চেপি ৰখা এই অত্যন্ত মেধাবী আৰু ক্ষিপ্ত হৈ থকা মানুহজনৰ কথাবোৰ পুতৌজনক অনুভৱৰে ফেলিস্কে শুনিলে। ফেলিস্কে অনুভৱ কৰিলে এই স্বাৰ্থপৰ হতাশ শিল্পীজনে, এই ক্ষুধিত ধাৰত জীৰ্ণ হোৱা আন্দোলনকাৰী জনে বিপ্লৱত একোকে দেখা নাছিল মাত্ৰ তেওঁ দেখিছিল এটা সুযোগ তেওঁৰ ৰচিত অপেৰাৰ বাবে, তেওঁৰ উজাগৰী নিশাবোৰৰ বাবে জনতাৰ সেই জয়ধ্বনি শুনিবৰ কাৰণে আৰু পৰৰ প্ৰশংসা লাভৰ বাবে প্ৰাচ্যৰ পদ্ধতিৰে কটা ভাস্কৰ্য্য প্ৰদৰ্শন কৰিবলৈ অপৰিমেয় ধন অৰ্জ্জাৰ বাবে।

ওৰঙ্গাৰৰ কথাৰ স্ৰোতৰ বিৰতিৰ সুবিধা লৈ ফেলিস্কে লৰালৰিকৈ চকীখন ঠেলামাৰি থিয় হৈ ফেলিস্কে ক'লে "আপুনি এই কামটো কিয় গ্ৰহণ নকৰে মই বুজিছোঁ। আৰু আপোনাৰ এই সুৱলা কথাবাৰ্ত্তাৰ কাৰণে ধন্যবাদ গ্ৰহণ কৰিব।" তেওঁ বিদায় ললে।

নিজৰ সৰু ফুটিয়া শৰীৰটো গোপন কৰিবৰ কাৰণে তেওঁ আসনত বহিয়েই থাকিল।

কঠুৱা ভাবে তেওঁক ওৰেঙ্গাৰে বিদায় দিলে।

বিপদৰ সম্ভাৱনা থকা হোটেলৰ মালিক আহি দুৱাৰ মুখত যথাসময়ত হাজিৰ হ'লহি। মদৰ মূল্যটো দি ফেলিস্কে দুৱাৰখনৰ ওচৰলৈ গৈ হাতোৰাটোত ধৰি ঘূৰি চাই ক'লে "আইদেউ ওৰেঙ্গাৰে মোক আপোনাক ক'বলৈ কৈছিল—যে তেখেতে ঘৰত অকলে আপোনাৰ

বাবে বৈ আছে।" ওৱেঙ্গাৰে উত্তৰ নিদিলে আৰু ফেলিক্স বাহিৰ হৈ গলগৈ।

মেৰীয়াৰ ক্রমাৎ বাঢ়ি যোৱা উচ্ছৃঙ্খল আচৰণৰ কাৰণে তেওঁৰ মন উদ্বিগ্ন হ'ল আৰু সোনকালেই ওৱেঙ্গাৰৰ কাহিনী পাহৰি গল'। অপেৰা হাউচত তাইৰ চুক্তিৰ শেহ সময়কণ চাপি অহাৰ লগে লগে তাই ক্রমাৎ অধিকতৰ খিঙখিঙীয়া হ'বলৈহে ধৰিলে। তাইৰ খেয়াল আগতকৈয়ো অধিক দুৰ্ব্বোধ্য হ'ল। কুকুৰে তাৰ বন্ধন মুক্তৰ বাবে শিকলি ডাল কামুৰি থকাৰ দৰে তাইয়ো যত্ন কৰিলে বন্ধনৰ এই এনাজৰী ডাল ছিঙি পেলাবলৈ। পুনৰ নিজৰ পত্নীৰ ওচৰলৈ উভতি যাবলৈ তেওঁক তাই মিনতি কৰিছিল, আকৌ তেওঁৰ বুকুৰ মাজত প্রচণ্ড ভাবে সোমায় উচুপি শপথ খুৱাইছিল তেওঁ যেন তাইক এৰি কেতিয়াও গুচি নেযায় গৈ। নাৰ্ভৰ উত্তেজনাৰ পৰা ত্রাণ পাবলৈকে অকাৰণতে অনবৰত কাজিয়া কৰিছিল তাই। তেওঁক তাই ভাল নেপায় আৰু কেতিয়াও ভাল পোৱা নাছিল চিঞৰি তাই কৈছিল। কেতিয়াবা আকৌ বাহুৰ মাজত সোমায় তাই নিজৰ স্বপ্নৰ কথাবোৰ কৈছিল।

"হয়তো মই আৰু অপেৰাত গান নেগাম, আৰু আমি ইটালীলৈ যামগৈ নহয় জানো?···নহয়, ভেনিচ নহয়—। ভেনিচত আছে বহুত দুঃখ ভৰা স্মৃতি আৰু বৰষুণ আৰু জাৰকালিৰ বৰফ।

হয়তো আমি তোৰমিনালৈ যাম—তেওঁবিলাকে কোৱা শুনিছিলো তোৰমিনাৰ আকাশ সদায় নীলা···"

এবাৰ তেওঁ মূৰ কামোৰনিত যন্ত্রণা পাওঁতে তাই কান্দি কান্দি তেওঁৰ ওচৰত প্রথমবাৰলৈ আঠু কাঢ়ি কুমাৰী মেৰীক প্রার্থনা কৰিবলৈ হাতকিখন ক্রছৰ দৰে কৰিছিল।

এটা নিৰল মুহুৰ্ত্তত তেওঁ মেৰীয়াক সুধিছিল—অপেৰা হাউচত হোৱা বিদায়ী উৎসৱলৈ তেওঁ যাব পাৰিবনে? উত্তৰটো তাই ততালিকে দিলে "নেলাগে, তুমি যদি যোৱা মই গান নেগাম।"

তেওঁ মৃদুভাবে তাইৰ লগত তর্ক কৰিলে—"ড্রেছডেনত মাত্র তেঁৱেঁইহে

তাইৰ গান শুনিব নোৱাৰে।”

“মোৰ গান যদি তুমি ভাল পোৱা তেন্তে মই এতিয়াই তোমাৰ কাৰণে গাম। মাত্র তোমাৰ কাৰণেই—মই গোটেই দিনটোৱেই গাম নহয়নে বাৰু?”

কিন্তু তেওঁ অপেৰালৈ অহাটো তাই নিবিচাৰিলে।

তাই বিজয়েৰে ক’লে “তাৰোপৰি তুমি টিকটো কিনিব নোৱাঁৰা। মই গানগোৱা অপেৰা ঘৰটোত যোৱা নিশা আনকি অকণমান নিগনি এটাও সোমাব পৰা নাছিল।”

তেওঁ জোৰ নকৰিলে যদিও তাইৰ কথাই তেওঁৰ সন্দেহ দৃঢ়হে কৰিলে। সেই নিশাই অভিনয় হৈ গ’লে হয়তো তাই পলাই যাবগৈ পাৰে নাইবা তাতকৈয়ো আগতে তাই যাবগৈ পাৰে। তাইৰ বেলিকা যি কোনো কথা সম্ভৱ হ’ব পাৰে—বিদায়ৰ হুলস্থূলৰ মাজতেই তাই সুবিধা যে পাব ই স্পষ্ট।

সেই নিশা তেওঁ অপেৰালৈ যাবলৈ স্থিৰ কৰিলে। এইটো সকলোতকৈ সুন্দৰ ৰজনী হ’ব। ৰজা আহিব, সভাসদ সকল আহিব। সেই নিশা ধনৰ কোনো পৰিমাণতেই তেওঁ টিকট নেপায়। তাতে তাই কৈছিল যে বহু আগতেই প্ৰতিটো টিকট বিক্ৰি হৈ গৈছে। একৰকম অনিচ্ছাৰেই তেওঁ বন্ধু হাৰ ভন্ ওৱেৰলিঙৰ তালৈ আহিল—লোকক দেখুৱাই তেওঁৰ ওচৰত বিদায় লবলৈ ফেলিস্ক আহিছিল।

সৰ্চৰাচৰ থকাৰ দৰেই অপেৰাৰ ডাইৰেক্টৰজন অমায়িক আৰু ভদ্র আছিল।

দুৱাৰ মুখতে তেওঁ এটা আন্তৰিক হাঁহিৰে সম্বৰ্ধনা জনায় তেওঁ সুধিলে “তেনেহলে আপুনি এতিয়াও যোৱাগৈ নাই। মই বুজিছিলো আপুনি আমাৰ মনোৰম চহৰখনৰ সম্মোহনি বিচাৰি পাব। অৱশ্যে এই কেইদিন বতৰ বৰ বেয়া। কিন্তু বতৰেই সকলো নহয়—আৰু যদি কোনো এজন সৌভাগ্যবান হয় তেন্তে ভিতৰত থাকিও বহু ৰকমে আমোদ প্ৰমোদ তেওঁ কৰিব পাৰে।”

নহলেই নোহোৱা মদ গিলাছত ঢালোঁতে তেওঁ ফেলিস্কলৈ উভতি

চাই পৰিহাসেৰে ক'লে "এজনে কৰিব নোৱাৰে জানো ?"

ফেলিস্কে মাস্তি হৈ ক'লে "কোনোবা এজনে ভিতৰতে হয়তো আমোদ প্ৰমোদ কৰিব পাৰে। কিন্তু হোটেলতকৈ ঘৰত হে এইটো সহজ"—বিষয়টো সলনি কৰিবৰ মনেৰে তেওঁ ক'লে "মোৰ যিটো কাম আছিল সেই বিষয়ে চূড়ান্তভাবে পঠিয়ালো। আপোনাৰ বদান্যতাৰ কাৰণে মই কৃতজ্ঞতা জনাবলৈ ইয়ালৈ আহিছোঁ।" তেওঁ গিলাচটোৰ পৰা এঢোক মদপি তেওঁ আশা কৰাৰ দৰে অপ্ৰত্যাশিত ভাবে ক'লে—"মই চাৰি কি পাঁচদিন মানতে যাবলৈ স্থিৰ কৰিছো।" তাওধৰা আতঙ্কেৰে ডাইৰেক্টৰজনে ক'লে "আমাৰ চহৰখনে একে সময়তে দুজন বিশিষ্ট অতিথিক হেৰুৱাব। আপোনাক আৰু শ্ৰীমতী শ্বেলাক। আৰু শ্বেলাৰ বিদায়ৰ পাচদিনাই মহামান্য যাব ব্ৰেভেৰিয়াৰ ৰজাৰ ওচৰলৈ ৰাজ্যিক দৰ্শন দিবৰ কাৰণে। ফৰাচী সকলে ক'বৰ দৰে ড্ৰেছডেনহৈ পৰিব আত্মা অবিহণে একশৰীৰ।" তেওঁৰ ক্ষুদ্ৰ অভিনয় কণৰ ক্ৰিয়া কেনে হৈছে তাৰ বিচাৰ কৰিবৰ মনেৰে মেজখনৰ সিফালে থকা ফেলিস্কলৈ চাই অধিক আনন্দেৰে সুধিলে "অন্ততঃ আপুনি শ্ৰীমতী শ্বেলাৰ গান শুনিছিল চাগৈ।"

এইবাৰ অকণমান অভিনয় কৰাৰ পাল ফেলিস্কৰ।

"হায় নেপালো। মই তাইৰ এই বিদায় সভাখনতেই যোগ দিওঁ বুলি ওলাইছিলো কিন্তু কোনো মূল্যতেই টিকত পোৱা নগ'ল।"

তেতিয়াৰ পৰাই ঘোৰ ললে চতুৰ লুকাচুৰি খেললৈ। প্ৰত্যেকেই মিছাকৈয়ে নিৰিহতাৰ ভাও জুৰিলে। ভন্ওৱেৰলিংএ আচৰিত হোৱা যেন দেখুৱালে, কি মাননীয় বিখ্যাত মেণ্ডেলচনে নে অপেৰাত যোগদান দিবগৈ নোৱাৰিলে। এইটোচোন ভাবিব নোৱাঁৰা কথা।

"সাধাৰণ অৱস্থাত হোৱা হলে মই পৰামৰ্শ দিলোহেতেন একে লগে এনিশা আমি ভোজন কৰিবলৈ। তেতিয়াহলে আপুনি তাইক আৰু ভালকৈ জানিবলৈ আৰু তাই কিমান ৰূপহী দেখা পাবলৈ সুবিধা দিলে-হেতেন। কিন্তু মই আপোনাক কৈছোৱেই নহয় তাই নিৰ্জ্জনবাসী হৈ পৰি একেবাৰে অস্বাভাবিক ধৰণে নিৰ্জ্জনতা উপভোগ কৰিছে।"

কিন্তু মেৰীয়াৰ শেষ অভিনয় খন ফেলিস্কে চাব পাৰিব কিন্তু দুৰ্ভাগ্য বশতঃ তেওঁ চাব লাগিব মোৰ বক্সটোতে। আৰু সেই নিশা ভালে যাবলৈ মোৰ পত্নীয়েও নেৰানেপেৰাকৈ লাগি আছে…অভিনয় হৈ থকাৰ সময়ত কথাকৈ থকা তিৰোতাৰ দৰে তাই কথাকৈ থাকে…মঞ্চৰ পৰা আঁতৰত নাটঘৰটোৰ কোনো এটা কোণত ন্যায় সঙ্গত ভাবে ফেলিস্কে এখন আসন পোৱা হলে তেওঁ ভাল পালেহেতেন কিন্তু তেওঁ অনুভব কৰিলে এইয়া অসম্ভৱ।

ডাইৰেক্টৰ জনক পুনৰ ধন্যবাদ জ্ঞাপন কৰি তৎপৰতাৰে তাৰ পৰা গ'লগৈ।

আৰু পাছদিনা ভৰদুপৰীয়া তেওঁ ৰঙা ভেলভেটৰ আৰামী চকীখনত বহি সেইদিনা পুৱা আহি পোৱা খ্ৰীষ্টোফো মুলাৰৰ চিঠিখন পঢ়ি আছিল।

মুলাৰে জনাইছিল যে অপেৰাৰ বিষয়ে তেওঁৰ সুন্দৰ ৰিপোৰ্ট গ্ৰহণ কৰি বোৰ্ডৰ ট্ৰাষ্টিসকলে (প্ৰসঙ্গক্ৰমে তেওঁ নিজেও) তেওঁক ধন্যবাদ জনাইছে। ভোটত কোনো মতানৈক্য নাছিল। আনকি কুৰ্গেৰেও ইয়াত যোগ দিছিল। ইয়াৰ পৰা বুজা গ'ল অতীতৰ বিৰোধিতা আৰু নাছিল। যাজক হেগেনেও ব্যক্তিগত কথা পৰোক্ষ ভাবে উল্লেখ নকৰা হ'ল। চমুকৈ কাজিয়াখন শান্ত হ'ল। অপ্ৰীতিকৰ এই প্ৰাৰ্থনা সঙ্গীতটোৰ কথা মানুহে পাহৰি গৈছে। উভতি গৈ ফেলিস্কে এইবোৰ একোকে নেপায়গৈ; পাবগৈ মাত্ৰ বন্ধুত্ব ভৰা স্মৃতি আৰু উন্মুক্ত আলিঙ্গন। চিঠিখন শেষ কৰিছিল ব্যক্তিগত কথাৰে যে মুলাৰ তেওঁৰ কাৰণে উদ্বিগ্ন হৈ আছে…ফেলিস্কে যাতে পলম নকৰি সোনকালে উভতি আহিবলৈ স্থিৰ কৰে। আৰু তেওঁ বন্ধুৰ অনুপস্থিতিত বেজাৰ পাই আছে।

মেয়ৰৰ চিঠিখন মুলাৰে কোলাত লৈ অমনোযোগীভাৱে মেৰীয়াৰ কুমাৰী মেৰীৰ মূৰ্ত্তিটোলৈ চাই ৰ'ল। মেয়ৰ জনৰ খবৰে তেওঁৰ মনত পুৰণি স্মৃতি জগাই তুলিলে। পুৰণি অনুভববোৰ জোকাৰি দিলে। ড্ৰেছডেনলৈ অহাৰে পৰা তেওঁ লিপজিগৰ বিষয়টো বৰকৈ চিন্তা কৰা নাছিল; এতিয়া তেওঁৰ গতানুগতিক সু-নিয়ন্ত্ৰিত জীৱন যাত্ৰাৰ দৈনিক

দৃশ্যবোৰ সক ছবিৰ শোভাযাত্ৰাৰ দৰে তেওঁৰ মনলৈ উভতি আহিবলৈ ধৰিলে। কনজাৰভেটৰীয়ামত দিয়া শিক্ষা, গিওৱানডাজ হলৰ আখৰাৰ অনুশীলন, হাৰ্মেন স্কীমিডৰ বজোৱা বাঁহী, বোৰ্ডৰ মিটিংবোৰ, আবেলি ধীৰে সুস্থিৰে পলমে ঘৰলৈ উভতি অহাৰ কথাবোৰ, দুৱাৰ খুলি তেওঁৰ টুপী আৰু কেইপ লৈ যোৱা গুস্তভৰ কথা, ওমলা ঘৰলৈ আহোঁতে লৰা-ছোৱালী কেইটাই তেওঁৰ ওচৰলৈ দৌৰি আহি তেওঁৰ কোট চোলা আজুৰি দিনটোৰ ঘটনাবোৰ ৰুদ্ধশ্বাসে কৈ যোৱা কথাবোৰ···আৰু চেচিলী···তেওঁৰ নিখুঁত মুখকান্তি, উজ্বল সোণালী চুলি, শান্ত এজুৰি চকু নিলীম নিৰ্মেঘ আকাশত মুকলি হোৱা দুখন খিৰিকীৰ দৰে যি এজুৰি চকু, সদায়েই শান্ত হৈ থকা মানুহজনীৰ লগত অধ্যয়ন খোটালীত তেওঁ উলগুঠি থাকোঁতে নাইবা চিলাই কৰি থাকোঁতে ওচৰতে ফেলিক্স বহি থকা কথাবোৰ···সম্পূৰ্ণ সহধৰ্ম্মিনী, সম্পূৰ্ণ ভদ্ৰমহিলা, নিৰস অভ্যাগতক আদৰিব পৰা এগৰাকী অতিথি সেৱিকা, দৰিদ্ৰৰ দুৰ্দ্দশাত সহায় কৰিবৰ কাৰণে থকা লিপজিগ্‌ৰ দাতব্য অনুষ্ঠানৰ সহ-সভানেত্ৰী গৰাকীৰ স্মৃতিবোৰ···

হয়, বহুত কমেই এইটো আছিল এটা শান্তিপূৰ্ণ জীৱন। কিয় তেন্তে তেওঁ তালৈ উভতি যাব নোখোঁজে ? কাৰণ,—কাৰণ এইয়া হৈ পৰিছিল অৰ্থহীন তালিকা। কামৰ এটা অনুক্ৰম, যিবোৰ ভঙ্গী আৰু শব্দ চূড়ান্ত ভাবে অসাৰত্ব প্ৰমাণ হৈছিলগৈ···জীয়াই থাকিবলৈ হ'লে এয়েই যথেষ্ট নহয়, তুমি জীয়াই থাকিব লাগিব···বাৰ্লিনক তেওঁ পাহৰি যাবলৈ ইচ্ছা কৰিছিল, তেওঁ ইচ্ছা কৰিছিল যেন তেওঁ মুসঁৱৰিব কাহানিও তেওঁৰ বিখ্যাত হ'বলৈ থকা হেপাঁহৰ কথা, সামাজিক জীৱনৰ প্ৰৰোচনাৰ কথা বোৰ। লিপ্‌জিগৰ সেই মটিয়া বৰণৰ জলপান খিনি খাবলৈ তেওঁৰ মন যাব কিন্তু তেওঁ লাভ কৰিবই লাগিব প্ৰণয়—যি প্ৰণয়ৰ কথা জানিছিল দাছেলড্ৰফত—প্ৰাণবন্ত, প্ৰফুল্লময়, প্ৰবল আবেগ পূৰ্ণ, কোমল সেই ভদ্ৰ, যৌন অনুভূতিহীন ফোঁপোলা প্ৰণয় নহয়—এতিয়া নহয়, প্ৰাৰ্থনা সঙ্গীতটো ত্যাগ কৰাৰ পাছত নহয়। আচৰিত কথা কেনেকৈ এই প্ৰাচীন প্ৰাৰ্থনা গীতে তেওঁৰ জীৱনত ক্ৰিয়া কৰিলে। যদি

এইটো তেওঁ কেতিয়াও বিচাৰি নেপালে হেতেন তেওঁ তেতিয়া হলে এক শান্তিপূৰ্ণ জীৱনত গা এৰি দিব পাৰিলেহেতেন—অৱশেহত হয়তো তেওঁ শান্তিৰে থাকিব পাৰিলেহেতেন—আৰু শান্তিৰেই অপেক্ষা কৰিলে হেতেন মৃত্যুৰ বাবে। এই সঙ্গীত তেওঁ বিশ্বক দিব নোৱাৰিলে। দেউতাকৰ অন্তিম কালৰ হেপাঁহ আছিল পুতেকে এটা মহৎ কাম কৰিব, তাতো তেওঁ অকৃতকাৰ্য্য হ'ল—তেওঁৰ মনত শান্তি নাছিল আৰু এই কাৰণেই সাজু হ'ব পৰা নাছিল মৃত্যুক সাবতি লবলৈ। এইটো হল হেতেন বন্দীত্ব মোচন—তেওঁ উপভোগ কৰা এই সকলো বিলাক স্বত্ব, ধন, প্ৰতিভা আৰু কৃতকাৰ্য্যতাৰ বাবে। এই বিলাকৰ কাৰণে তেওঁ মূল্য নিদিলে। যেতিয়া পৰীক্ষা আহিল তেওঁ চোৰৰ দৰে পলালে। আৰু তাৰ কাৰণেই নিস্তব্ধতা অসহনীয় আছিল। মদৰ দোকানত বাৰু চোৰবোৰে কিয় চিঞৰ বাখৰ কৰে আৰু মাতলামী কৰে?" কাৰণ নিস্তব্ধতা বা সঙ্গী সিহঁতৰ কাৰণে অসহনীয়। এৰা, তেওঁ নিৰ্জ্জনতা ভয় কৰে, সেই কাৰণেই তেওঁ মেৰীয়াৰ গাত এঠাৰ দৰে লাগি ধৰিছে।

অৱশ্যে তাই মুৰ্খ দায়িত্বহীন, অশিক্ষিত আনকি নিম্নখাপৰ আছিল, কিন্তু অন্ততঃ তেওঁক তাই ভাল পায়। আৰু কোনোবা জনীয়ে তেওঁক মৰম কৰা তেৰোঁ বিচাৰে। কাৰণ প্ৰেমে আনে যাতনা আৰু আনন্দ, ক্ৰোধ আৰু সুখ আৰু ই তোমাক চিন্তাৰ পৰা অব্যাহতি দিয়ে।

দুৱাৰ খনত এটা ডাঙৰকৈ হোৱা দৃঢ় আঘাতৰ ধ্বনিয়ে তেওঁৰ ভাবাচ্ছন্নক এটা আকস্মিক জোকাৰনি দিলে। তেওঁক বিৰক্ত নকৰিবৰ কাৰণে আগতেই তেওঁ কঠোৰ আদেশ দিয়া স্বত্বেও এতিয়া কোনোবাই আঘাত কৰা তেওঁ উত্যক্ত হ'ল। আগন্তুকে কোনো সহাঁৰি নেপায় হাতোৰা ঘুৰায় দুৱাৰ খুলি ভিতৰলৈ সোমায় অহাত তেওঁৰ ক্ষোভ প্ৰকট হ'ল।

ডিঙি বন্ধ ভ্ৰমণত পিন্ধা কোটটোৰে ভয়ঙ্কৰ চেহেৰাৰে দুৱাৰ দলিত থিয় হ'লহি ভৰি দুখন মেলি কাৰ্ল ক্লিংগমেন। ফেলিক্সে কিবা এটা শব্দ কোৱাৰ আগতেই তেওঁ মাত লগালে "মোক একো প্ৰশ্ন নুসুধিবা। তোমাৰ যুক্তি তৰ্কৰ উত্তৰ দিবলৈও মই বৰ ভোকত আছোঁ। তোমাৰ

কোটটো পিন্ধা আৰু মোৰ লগত আহাঁ। খন্তেক পাছত তেওঁবিলাক আহি ড্রেছডেনৰ এটা অতি আধুনিক ধৰণৰ ভোজনালয়ৰ এখন নিৰি-বিলি মেজৰ ওচৰত বহিলহি। তেতিয়া বহু পলমহে যোৱাৰ কাৰণে এইটো পৰিত্যক্তৰ দৰে হৈছিল। ফেলিস্কৰ সন্ধানী মনৰ সম্মুখত তেওঁ পাষানৰ দৰে নিৰৱ নহৈ মাত্র পৰিচাৰক জনৰ লগত দুপৰীয়া সুন্দৰ আহাৰ অনাৰ বিষয়ে কথা পাতিছিল। তৃতীয় বিধ ব্যঞ্জন খোৱাৰ পাছত হে মেজখনৰ সিফালে থকা বন্ধুৰ বিষয়ে তেওঁ সতৰ্ক হোৱা দেখা গ'ল।

তেওঁ অত্যধিক বিশ্বাসক অভিব্যক্তিৰে উখহা চকুকিটাৰে সৈতে তেওঁলৈ চালে।

অৱশেহত তেওঁ গোপন বিৰক্তিৰে ক'লে "চেনেহৰ সকলো ৰকমৰ বাধা বিঘিনি বন্ধুত্বৰ আছে—কিন্তু নাই ইয়াৰ একেবাৰেই প্রতিফল। আৰু ইয়াত তোমাৰ দৰে মোৰ আৰু এজন বন্ধু থকা হ'লে—মই নিজকে গুলি কৰিলো হেতেন।"

এই দুটা বক্তব্য কৈ তেওঁ মদ এঢোক গিলি হাৰ্টতি খনেৰে ওঁঠ খন মচি ডাঠ পৰদা ভেদ কৰি বাগৰি অহা বৰষুণ জাকলৈ চালে।

"এনেকুৱা বিৰক্তি জনক বতৰত ভগবানৰ বৰ্জ্জিত এই টাউন খনলৈ মই কিয় আহিলো তুমি জানিবলৈ ইচ্ছা কৰিব পাৰা" ফেলিস্কলৈ ঘূৰি চাই তেওঁ ক'লে।

"হয়, এই ভূমিকাবোৰে কিবা জটিল অপ্রীতিকৰ অৱস্থা পাবগৈ বুলি মই অনুমান কৰিছোঁ। মই জানিবলৈ ভাল পাম তুমিনো ইয়ালৈ কিয় আহিলা ?" ফেলিস্কে সুধিলে।

অভিযোগেৰে কাৰ্লে ফেলিস্কক ক'লে "যি দিনটোত লণ্ডনৰ পৰা আহোঁতে আমাৰ জীৱনৰ বাটত দুয়ো একে লগ হৈছিলো সেইদিনটোক মই গোটেই দিনেই অভিশাপ দি আহিছোঁ বুজিছা।" অতিৰিক্ত প্রফুল্লতা দেখুৱাই ফেলিস্কে ক'লে "এৰা যেতিয়া এইবোৰ তোমাৰ বুকুৰ পৰা বাজ হৈ গ'ল, তেন্তে তুমিচোন এতিয়া উন্নতি যাবগৈ পৰা ? নাইবা তুমি মোক উপদেশ দিবলৈকে এই গোটেই চোৱা বাট আহিছানেকি ? মোক বিশ্বাস কৰা এইটো সম্পূৰ্ণ অনাবশ্যক হ'ব।"

কালে´ মুখটো হুপিয়ায় ক'লে"সম্পূর্ণ সচাঁ। কোনো লাভ নোহোৱাকৈ অপৰিমেয় উপদেশ সহ্য কৰাৰ পাছত মোৰ আৰু উপদেশত বিশ্বাস নোহোৱা হ'ল। মোৰ দেউতা—তেওঁৰ কৃপণ আমাক ঈশ্বৰে শান্তি দিয়ক—এনে এটাৰ মাজতে মৃত্যু হৈছিল। নহয়, তুমি বলীয়া হৈ গ'লানেকি তাকে মই নিজে বিচাৰ কৰি চাবলৈহে ইয়ালৈ আহিছোঁ।"

মদৰ গিলাচটোত আঙুলি সঞ্চালন কৰি থাকি ফেলিস্কে একো নেমাতিলে।

কালে´ কৈ গ'ল—"লিপজিগৰ পৰা অহাৰ পূর্ব্বে তুমি মোলৈ এখন চিঠি দিছিলা—তোমাৰ যদি মনত আছে—কব নোৱাৰো এখন দীঘল আৰু নিৰাশজনক চিঠি। চিঠিখনে মোক সাংঘাটিক দুঃচিন্তাত পেলাই ছিল। তুমি তাত উল্লেখ কৰিছিলা চেচিলীৰ পৰা তুমি বিচ্ছেদ হ'বলৈ হোৱা মনোভাবৰ কথা। ততালিকেই মই ছুটী বিচাৰিলো আৰু যদিহে আমাৰ মন্ত্রী ডাঙৰীয়া এজনী বাৰবছৰীয়া ষোড়শীৰ প্রেমত নপৰিলহেতেন তেন্তে এইখিনি আৰু আগতেই পালোহিহেতেন। তেতিয়াৰ পৰাই তেওঁ লিখিবলৈ ধৰিছে সৰু সৰু গীতি কবিতা আৰু কার্য্যালয় চলাব পৰা শক্তি তেওঁৰ নোহোৱা হৈছিলগৈ। তেওঁ পুনৰ চেতনা নোপোৱালৈকে সেই দপ্তৰ মই চলাই থাকিব লগা হৈছিল।"

লিপজিগত শেঁতা হৈ থকা আৰু নিঃসঙ্গ গুস্তভে কাল´ক খবৰ দিছিল যে ফেলিস্ক ড্রেছডেননৈ আৰু চেচিলী ফ্রেঙ্কফোর্টলৈ বাওনা হোৱাৰ খবৰ।

"সেই কাৰণে মই পোনাচাঁতে প্রথম ট্রেইনখনত উঠিলো। আৰু ইয়াত পোনে পোনে হেনোভাৰ দূতাবাসলৈ আহিলো। এৰা যেনেকৈ এইটো মুৰ্খ´ালি হৈছিল তেনেকৈ ইয়াত আছিল এটা হেনোভাৰ দূতাবাস।" "তুমি নো মোৰ হোটেলটো কেনেকৈ বিচাৰি পালা? আৰু সিহঁতেনো ওচৰলৈ আহি মোৰ দুৱাৰত খুন্দিয়াবলৈ দিলে তোমাক কেনেকৈ?" "মোৰ সাধু বন্ধু বেৰণ ভন্ ষ্টলেইহেমে তোমাৰ ঠিকানাটো মোক দিলে। সকলোবিলাক প্রধান ৰাষ্ট্র দূতৰ দৰে তেওঁ হেনোভাৰৰ পৰা এই দুখময় চহৰ খনলৈ কোনোবা বিশিষ্ট লোক আহিব পাৰে বুলি ধাৰণা কৰি

পুলিচৰ বিবৰণ লয়। তোমাৰ প্ৰশ্নৰ দ্বিতীয় অংশৰ বাবে হোটেলৰ মেনেজাৰ জনে নিজেই মোক তোমাৰ খোটালীৰ সংখ্যাটো দিলে।"

"কেনেকৈ—মোৰ কঠোৰ আদেশ আছিল।"

কাৰ্লে মণ্ডহাল হাতখন ডাঙি ক'লে "মই জানো,মই তেওঁক অতৰ্কিত কৰিলো। পুলিচৰ তৰফৰ পৰা মই আহিছোঁ বুলি কেওঁক ক'লো। তুমি পুলিচৰ পৰা অহা বুলি কলে কিমান লোকে তোমাক বিশ্বাস কৰিব তুমি আচৰিত হৈ যাবা। তুমি সিহঁতক যি কোনো ৰকমৰ পৰিচয় পত্ৰ দেখুৱাব পাৰা। এখন ক্লাবৰ সভ্যৰ পুৰণি কাৰ্ড মই দেখুৱা মাত্ৰকে তেওঁ সুখী হৈ মই বিচৰা খবৰটো তেওঁ ক'লে।"

"এৰা, এতিয়া যেতিয়া সকলো কথা গম পালাই তেনেহলে এতিয়ানো কি কৰিব খুজিছা?" পৰিহাস কৰি অভিযোগৰ সুৰে ফেলিস্কে ক'লে। হা-ৰা-না একো নোকোৱাকৈ কাৰ্লে ক'লে—"তুমি নো কি কৰিব খুজিছা মোক জনালে ভাল পাম, কিয়নো এইটো তাৰ ওপৰত নিৰ্ভৰ কৰে।"

"কেইদিনমানৰ ভিতৰত মই মেৰীয়াৰ সৈতে পেৰিচলৈ যাবলৈ আশা কৰিছোঁ। তাইৰ তাত চুক্তি আছে।" প্ৰথমবাৰৰ বাবে দুয়োবন্ধু একমুক্ত বিৰোধিতাৰ সম্মুখীন হৈ সংঘৰ্ষৰ বাবে সাজু হ'ল। "তাৰ বাহিৰে তুমি কিবা জানিব খোজা জানো? নাইবা তোমাৰ পৰিচয় পত্ৰৰ চমকনিৰে মোৰ হতুৱাই সৈ লোৱাবা?"

কাৰ্লে ঠাট্টাটো উপেক্ষা কৰি ক'লে "আৰু তাইৰ পেৰিচৰ চুক্তি হৈ যোৱাৰ পাছত কি কৰিবা?"

"সঠিক মই কব নোৱাৰো। ভিয়েনাত আন এখনত তাই চুক্তি বদ্ধ হৈ থকাৰ কথা কৈছিল।"

"আৰু তাৰ পাছত?" খণ্ডত কাৰ্লৰ মাতটো কঁপিছিল। "আন এটা মিলানোত, নহলে-বাৰ্লিনত, নাইবা লণ্ডনত, নাইবা চেণ্ট পীটাৰ্চবাৰ্গ আৰু যলৈকে তাই যাব তুমিও যাবা। তাইক সঙ্গদি, ভ্ৰমণৰ মালপত্ৰ, আদিত চকুৰাখি বাগীত ভ্ৰমণ কৰিবা সমগ্ৰ ইউৰোপৰ মাজেদি। একৰকমৰ তিৰোতাৰ কেৰাণী সঙ্গী, মেনেজাৰ, প্ৰেমিক—এজনতে সকলোবোৰ পাক খাব। প্ৰত্যেকখন চহৰতে তাইৰ ভূতপূৰ্ব্ব প্ৰেমিক

সকলে পঠিওৱা নিমন্ত্ৰণ আৰু ফুল তুমি গ্ৰহণ কৰিবা আৰু শুনিবা তাইৰ আগৰ প্ৰেম-কথা। আখৰাৰ অনুশীলনৰ সময়ত তুমি ধৈৰ্য্যৰে ছোঁ ঘৰত নহ'লে হোটেলত অপেক্ষা কৰি থাকিবা। আৰু প্ৰত্যেক অভিনয়কে তুমি চুকৰ পৰা চাবা। বাস্তৱিকে ডুশবাৰ লা-বাৰ বিয়েৰি, লুচিয়া আৰু নৰ্ম্মা নুশুনালৈকে আৰু এইবোৰ দেখাত এটা বাধাও সহিব নোৱাৰালৈকে তুমি শুনিবা। আৰু সেই কাৰণেই তুমি মোজেছ মেণ্ডেলচনৰ নাতিয়েক হৈ, আৰু নিজৰ প্ৰতিভাৰে মহান হোৱা এজন সঙ্গীতজ্ঞই পৰিত্যাগ কৰিছা তোমাৰ লৰা-তিৰোতাক?" হঠাতে তেওঁ বৈ' গল। অস্পষ্ট ভাবে তেওঁ আকৌ ক'লে "তুমি বুৰ্ব্বক। তুমি নিজে দেখা নাইনে কেনেধৰণৰ জীৱন তুমি কটাইছা? তুমি বুজা নাইনে এশগুণ বেচি দুখী হৈছা লিপ্‌জিগতকৈয়ো অধিক।"

বন্ধুৰ আৱেগ ভৰা কথাত তেওঁ চক্ খালে। কাৰ্লক কাহানিও তেওঁ ইমান ক্ৰোধান্বিত দেখা নাছিল। এইটো সাংঘাতিক দৃশ্য আছিল। তেওঁ যেন আৰু ওখ হ'ল, ক্ৰোধত গধুৰ দাঁতৰ পাৰি তেওঁৰ কট কটীয়াকৈ লাগি ধৰিলে। হোটেলৰ মেনেজাৰ জনক তেওঁ কেনে ধৰনে ভয় দেখুৱাইছিল এইটো তেওঁৰ বুজা সহজ হ'ল। আৰু তেওঁ সঁচা কথাটোকে কৈছিল।......ফেলিস্কে এইটো বুজিছিল। আৰু এই কাৰণেই এইটো শোচনীয় হৈ পৰিছিল। তেওঁ শুনিবলৈ শেহত বিচাৰিছিল সত্য কথাটো।

"সম্ভৱ হৈছো, তোমাৰ কথা সঁচা, কিন্তু অন্ততঃ তাই মোক প্ৰেম দিছে।" ফেলিস্কে উত্তৰ দিলে।

"তুমি অৰ্থ কৰিছা যৌন আকৰ্ষণ।"

তেওঁ ক্লান্তি ভৰে কান্ধটো জোকাৰি ক'লে—"যি মন যায় তেনেকৈয়ে ভাবা। প্ৰেম বহুমুখী। চীনাসকলে ইয়াক অসংখ্য শাখাৰে সৈতে এজোপা গছ বুলি কয়। কোনে ক'ব পাৰে যৌনাকৰ্ষণত কিমানখিনি প্ৰেম থাকে? অতিমাত্ৰাই যৌন হেপাঁহে প্ৰণয়ক হত্যা কৰে বুলি অনুমান হয়। কিন্তু মই খুব ভালকৈ জানো অপ্ৰচুৰ যৌনাকৰ্ষণে প্ৰেমক হত্যা নকৰে। "আক্ৰমণ উত্তৃতি আছিল।" যেই হওক তুমিনো প্ৰেমৰ

বিষয়ে জানা কিহে? তুমিতো কেতিয়াও প্ৰেমত পৰা নাছিলা।”

“কিন্তু মোৰ প্ৰচুৰ যৌনভোগ হ’ল। আৰু এই বিষয়ে এটা কথা শিকিলোঁ। এইটো স্থায়ী নহয়। যি নিৰ্ম্মাণ কৰে যৌনৰ ওপৰত তেওঁ বালিৰ ওপৰত হে নিৰ্ম্মাণ কৰে।”

তেওঁ কথাকোৱা হঠাতে বন্ধ কৰি ফেলিস্কলৈ উদাসীনতাৰে, ৰোগীক ব্যৱহাৰিক শিক্ষা দিয়াৰ দৰে চালে। তাৰ পাছত ক’লে—“তুমি জানানে ফেলিস্ক—আনকি তুমি মেৰীয়াক ভাল পোৱা বুলিও মই নেভাবোঁ।”

এই মন্তব্যত তেওঁ অপ্ৰস্তুত হ’ল। তেওঁ সদায়েই তাইৰ অনুভবক বিশ্লেষণ কৰিছিল। নিজৰ বিষয়ে কিন্তু কেতিয়াও ভবা নাছিল। সম্ভৱ কাৰ্লৰ কথা সঁচা। এই বিষয়ে তৰ্ক কৰিবৰ সময় এইটো নাছিল! পৰিহাসত আশ্ৰয় বিচাৰি ব্যঙ্গ কৰি ক’লে “এইটো সিদ্ধান্ত কৰা মোৰ কথা বুলি তুমি নেভাবা জানো?” তেওঁৰ পৰিহাসক অবজ্ঞা কৰি কাৰ্লে ক’লে “তুমি জানানে মই সঁচা কথা কৈছোঁ যে। তুমি ভাবিছা তুমি তাইক ভাল পোৱা। কাৰণ তাইক তোমাৰ প্ৰয়োজন, তুমি নিজকে হেৰুৱাই পেলাইছা, বিবুদ্ধি হৈছা আৰু তুমি বিচাৰিছা কোনোবাজনে তোমাৰ মনস্তাপত শান্তনা দিয়ক, চুমা আৰু আদৰেৰে ভয় দূৰ কৰক; তুমি নিঃসঙ্গ হ’বলৈ বিচৰা নাই, আৰু নিজৰ সন্মুখীন হ’ব পৰা নাই। আৰু তুমি—”

সত্যটো মুকলিতে আছিল। “অন্ততঃ তাই মোক ভাল পায়”, তেওঁ বন্ধুৰ এই অদম্য অনুশীলন বন্ধ কৰিবলৈ প্ৰায় চিঁঞৰিয়েই ক’লে।

“এৰা”, চাতুৰ্য্য ভৰা প্ৰশান্তিৰে সমৰ্পণ কৰি কাৰ্লে ক’লে “এৰা তাই তোমাক ভাল পায়। যেনেকৈ এই ধৰণৰ তিৰোতাবোৰে ভাল পায় নিজৰ দেহৰ প্ৰতিডাল নাৰ্ভ আৰু প্ৰত্যেক গ্লেণ্ডৰ সৈতে—তেনেকুৱা ধৰণৰ প্ৰেম যি হৈ পৰে এডাল শিকলিৰ দৰে এক ব্যাধি স্বৰূপ। তাই জানে, তোমালোক ইজনে সিজনৰ বাবে লায়ক নহয়, ইজনে সিজনক ধ্বংশ কৰিবা। তেনে ধৰণৰ প্ৰণয়ৰ পৰা সুখ হ’ব নোৱাঁৰে।”

“একেবাৰে প্ৰেম নোহোৱাতকৈ এয়েই ভাল।”

"তুমি নো কেনেকৈ জানিলা চেচিলীয়ে মেৰীয়াৰ দৰে তোমাক গভীৰ ভাবে পৰম আবেগেৰে ভাল নেপায় বুলি ?"

"চেচিলী"! নামটো তেওঁ নাকি সুৰেৰে মাতি কলে "এইটো প্ৰকাশ কৰি দেখুউৱাৰ তাইৰ আছে এক অভিনৱ পদ্ধতি।"

কাৰ্লে স্বীকাৰ কৰি ক'লে "সেইটোও সঁচা কথা, কিন্তু ঈশ্বৰৰ হে তুমি বুজা নাই জানো। তেওঁক গঢ়ি তোলা হৈছিল এক বিশেষ শিক্ষাৰে। চেচিলীৰ অনুভৱক সংযত কৰি কেচুৱা কালৰ পৰাই তেওঁক এগৰাকী ভদ্ৰমহিলা কৰি গঢ়ি তুলিবলৈ শিক্ষা দিয়া হৈছিল। কিন্তু বহ্নি শিখা তাত একেদৰেই আছে। প্ৰেম—এইবাৰ প্ৰকৃত প্ৰেম— আৰু তুমি যদি এবাৰ মাত্ৰ সুযোগ দিয়া তেওঁক"—

ফেলিক্সে পৰিহাস কৰি ক'লে "আৰু ভদ্ৰ হ'বলৈ সুযোগনে ? স্নেহশীলা হ'বলৈ ? তেওঁ বাহু উন্মুক্ত কৰি তেওঁৰ অনুতপ্ত স্বামীক ক্ষমা কৰিবলৈ সুযোগনে ?"

অকস্মাতে খঙৰ বাহিৰে তেওঁৰ একো নোহোৱা হ'ল। তেওঁৰ সম্মুখৰ এই নিৰস ৰঙা মুখীয়া মানুহজন, অতিশয় নিৰস আৰু অত্যধিক বিচক্ষণ তেওঁৰ এই পূৰ্ব্বৰ বন্ধুজনে তেওঁক সহানুভূতি জনাব খুজিলে, ফেলিক্সৰ যুক্তিহীন কৃত্ৰিম যুক্তি গ্ৰহণ নকৰিলে। তেওঁৰ ক্ষোভ হ'ল আৰু কাৰ্লৰ বিৰুদ্ধে ভয়ঙ্কৰ ভাবে আৰু অস্পষ্ট ভাবে বিৰক্তিৰে ভোৰ ভোৰায় তেওঁ ক'লে—"তুমি লণ্ডনলৈ কিয় উভতি নোযোৱাগৈ ? মোৰ প্ৰেম বিষয়ত হস্তক্ষেপ কৰিবলৈ তোমাক অধিকাৰ দিলে কোনে ?" প্ৰচণ্ড ভাবে চকীখন ঠেলা মাৰি একে জাপে থিয় হৈ তেওঁ ক'লে।

কাৰ্লে গধুৰ ঘোচাটোৰে মেজত ভুকুৱায় ক'লে "আমাৰ বন্ধুত্বই, তোমাৰ জীৱন ধ্বংশ কৰিবলৈ মই তোমাক দিব নোৱাৰোঁ।" ফেলিক্সে নিৰ্ম্মম ভাবে উপহাস কৰি উত্তৰ দিলে "তুমি তোমাৰ ঘোচাটোৰে ঢকিয়াব পাৰা আৰু যিমান পাৰা সিমান চিঞৰিব পাৰা ; মই মেৰীয়াৰ লগত যামেই আৰু তুমি বা আন কোনোবাই এই বিষয়ে তাৰ বাহিৰে কৰিব লগা একো নাই। মই তোমাক পুনৰ দেখা পাবলৈও নিবিচাৰোঁ।" ভোজনালয়টোৰ পৰা ফেলিক্স গুচি গ'ল—অবিশ্বাস্য

চাৱনিৰে কাৰ্লে তেওঁৰ শৈশৱৰ বন্ধুজন গুচি যোৱা দেখিলে। তেওঁ দেখা পালে তেওঁ আলিবাটলৈ ৰৰষুণৰ মাজতে ওলায় গৈ এখন বাগী ভালকৈ বিচাৰিও নেপায় পাছত গোঁজা মাৰি আগ বাঢ়ি গৈ ক্ৰমাৎ দৃষ্টিৰ অতীত হৈ যোৱা।

তেওঁৰ কণ্ঠ কঠিন হৈ যোৱা যেন লাগিল। কাৰ্ল ব্যাকুল হ'ল তেওঁক যুক্তিৰে বুজাবলৈ। কিন্তু ফেলিক্স যে যুক্তিৰ অতীত তেওঁ বুজিছিল। ইয়াৰ পৰা একো মঙ্গল নহ'ব। তেওঁ আবেগ লুকুৱাই ৰাখিবলৈ ধীৰে সুস্থিৰে নস্য গুড়িকে সুৰ্ঙিলে। তাৰ পাছত কোটৰ কলাৰৰ ভাজ কৰা অংশৰ পৰা ধপাতৰ গুড়িবোৰ জাৰি জোকাৰি পেলায় তেওঁ হোটেলৰ লগুৱা এটাক এখন বাগী আনিবলৈ ইঙ্গিত দিলে।

এক মূহুৰ্ত্ত পাছত এখন জীৰ্ণ বাগীত কোনো ৰকমে মূৰ তললৈ কৰি উঠিলগৈ।

কাচোৱানটোক ক'লে "হেনোভাৰ দূতাবাসলৈ।"

কাৰ্লৰ আগমণ সম্পৰ্কে ফেলিক্সে মেৰীয়াৰ আগত একোকে উল্লেখ নকৰিলে। তেওঁ বিলাকে যোৱাৰ বিষয়েই কথা বতৰা পাতিলে। ভাইৰ শেষ অভিনয়ৰ পাছত নিচেই পুৱালৈ তাৰ পৰা গুচি যাবলৈ তেওঁ বিলাকে স্থিৰ কৰিলে। অধিকাংশ সময় মেৰীয়াই পাৰ কৰিবলৈ ধৰিলে নিজৰ খোটালীতে। তেওঁ নিজৰ সতৰ্কতা বঢ়ালে। বিছনাত পৰি থাকি তেওঁ চিলিংখনলৈ মন ৰাখি শুনিলে ওপৰ মহলাত গধুৰ বুত জোতাৰে শব্দ কৰি ট্ৰাঙ্ক বিলাক ভিতৰলৈ অনা আৰু মাল পত্ৰ বান্ধোতে লঘু পদধ্বনি কৰি তাই লৰা ঢপৰা কৰি ফুৰা। মাজে সময়ে তাই ৰমলাক চিঞৰোঁতে তেওঁ তলৰ মহলাৰ পৰাই শুনিবলৈ পাইছিল।

ক্লান্তি, অস্পষ্ট ক্ৰোধ, হতাশা আৰু সৰ্ব্বনাশ গ্ৰস্ত হোৱা তেওঁ অনুভৱ কৰিলে। কালৰ লগত বিচ্ছেদ হোৱাত তেওঁ অনুতপ্ত হ'ল। তেওঁ তেওঁৰ বন্ধুক হেৰুৱালে। অতীতৰ নঙ্গৰ কৰা শেষ ঠাইকণো তেওঁ দুঃসহ কৰি তুলিলে। এতিয়া তেওঁৰ জীৱনে অৱলম্বন কৰিবলৈ ধৰিলে এক অস্পষ্ট উদ্দেশ্যহীনতা। সম্ভৱ মেৰীয়াৰ লগত তেওঁ যাব

খোজাটো তেওঁৰ মূৰ্খামি হৈছে, কালৰ্ কবৰ দৰে তেওঁবিলাকৰ যুটীয়া জীৱন হয়তো হ'ব পাৰে অধঃপাতে যোৱা ভ্ৰমণ। সম্ভৱ—সম্ভৱ ·· তেওঁৰ কেনে লাগিছিল তেওঁ আৰু ক'ব নোৱাৰে। চিন্তাৰ পৰা তেওঁ ক্লান্ত হৈছে। ভৱিষ্যত দুঃখ দুৰ্দ্দশাৰ দাপোণখনত তেওঁ জুমি চ'বলৈ যত্ন কৰিলে। তেওঁৰ মূৰটো বিষাইছিল। আৰু কোনো কোনো সময়ত তেওঁ আঙুলিৰ মূৰেৰে কৃমকিটা হেচি ধৰিছিল এনে দৰে যেন তেওঁৰ লাওখোলাটো চূৰ্ণ হে কৰি পেলাব। উস, তেওঁ চিন্তা কৰা বন্ধ কৰিব নোবাৰে কিয় বাৰু ?

কিন্তু তেওঁ নোৱাঁৰে, কোনো এজনে নোৱাৰে। তুমি আৰু অধিক তোমাৰ মগজুক আদেশ কৰা নাছিলা। তেতিয়া তুমি হৃদয়ত হোৱা ধপধপনি বন্ধ কৰিব পাৰিলাহেতেন। হতাশাৰ বেদনা নাইবা মহা আনন্দ এই যন্ত্ৰণাৰ মাজত যেনেদৰে অনুভৱ কৰিব খোজা তেনেদৰেই তুমি অনুভৱ কৰিব পাৰিবা কিন্তু তোমাৰ দেহে কেৰেপ নকৰে। তোমাৰ জীৱন ধাৰনৰ যন্ত্ৰণা চলি থাকিব। তোমাৰ হৃদয়ৰ স্পন্দন স্পন্দিত হৈ থাকিব—তোমাৰ দেহে তোমাৰ মনক পৰাস্ত কৰিব।

মেৰীয়াৰ অভিনয়ৰ শেষদিন আবেলি বৰফ পৰিবলৈ আৰম্ভ কৰিছিল। গধুলিলৈ আলিবাটবোৰ বগাহৈ পৰিছিল। থিয়েটাৰ প্লাজঁৰ অপেৰা হাউচটোৰ গঠন প্ৰণালী উদ্ভট কল্পনাৰ হৈ পৰিছিল। হাতৰ নিৰ্ম্মিত চাৰু কলা হৈ পৰিছিল কোনো ৰান্ধনীয়ে সিজোৱা বৰ বৰ পিঠা যেন।

তেওঁৰ বহা খোটালীত একুৰা জুই জ্বলোৱা আছিল। মেৰীয়াই চোফাত আউজি এই কুৰা জুইলৈ মনে মনে চাইছিল। তাইৰ হাতখন ফেলিস্কে নিজৰ হাতৰ মুঠিত লৈ তাইলৈ চাই আছিল। কিন্তু তেওঁ হেছা নিদিয়াকৈ তেওঁ মাত্ৰ অনুভৱ কৰিব খুজিছিল মঙহৰ মিশ্ৰিত উত্তেজনা। ক'ব লগা সকলো কথা কোৱাহৈ গ'ল। একমত হোৱা হ'ল প্ৰতিটো বিষয়ত যিমান সোনকালে সম্ভৱ হয় সিমান সোনকালে তাই তেওঁৰ ওচৰলৈ উভতি আহিব।

"কিন্তু হয়তো আজিনিশা মই কিছু পলমে আহিম। অভিনয় হৈ

ঘোৰাৰ পাছত বহু দৰ্শক মোৰ ওচৰলৈ বিদায় জনাবলৈ আহিব" জুইৰ পৰা চকু আতৰ নকৰাকৈয়ে তাই হঠাতে ক'লে যেন তাইৰ চিন্তাবোৰ নিজেই কথালৈ ৰূপান্তৰ হ'ল।

"মই বুজিছোঁ।" শান্ত ভাবে ফেলিক্সে মুৰ দুপিয়ায় ক'লে। বহু সময়ৰ পাছত তেতিয়াওঁ চকুজুৰি জুইৰ ওপৰত থৈ অকস্মাতে তাই ক'লে "হযতো তুমি ভাবিছা মই ইংলণ্ডত কৰাৰ দৰে আজি নিশাও গুচি যাবগৈ পাৰোঁ বুলি নহয়নে বাৰু? সেই কাৰণেই হোটেলত মই ৰমলাক থৈ গলো। তুমি তাইৰে সৈতে মোৰ কাৰণে অপেক্ষা কৰিবা।" তাইৰ স্বাভাবিক তীব্ৰ জ্ঞান দেখি তেওঁ বিবুদ্ধি হ'ল। উশাহ যেন তেওঁৰ ৰুদ্ধ হৈ গৈছে! সকলোতকৈ সৰল লোক কেনে জটিল!...

তাই তেওঁক ক'বলৈ বিচাৰিছিল যে তেওঁৰ সন্দেহৰ বিষয়ে তাই সাৱধান হৈছে আৰু সেই কাৰণে মেৰীয়াই তেওঁক এৰি থৈ যাব জামিন। "আৰু কুমাৰী মূৰ্ত্তিটোও। তেওঁ প্ৰতিবাদ কৰি ক'লে যে তাইৰ বিষয়ে তেওঁৰ মনত কোনো সন্দেহৰ ভাব নাই। তাইৰ ইটালীয়ান মনটোৰ চতুৰ অভিসন্ধিৰ কাৰণে তেওঁ তাইক বিদ্ৰূপ কৰি ক'লে "এক নিয়ম পৰায়ন কণমান মেচিয়া ভেলি"—তুমি সেইয়াই "তাইৰ কপাল খনত চুমা খাবলৈ বুলি তেওঁ তললৈ হাওলি—"তুমি ভাবিছা প্ৰত্যেকৰ মন তোমাৰ দৰে সৰু সৰু চতুৰালিৰে পূৰ্ণ—নহয় জানো?" তেওঁ সুধিলে। তাই একো নেমাতি জুইকুৰাৰ ফালে চাইয়েই থাকিল। জুইৰ পোহৰত তাইৰ মুখ-কান্তি শেতা গোলাপ বৰণীয়া হৈ পৰিছিল। কিছু সময়ৰ পাছত তেওঁ ক'লে "এই হোটেলটোৰ পৰা মই ওলায় যাবলৈ পালে সুখী হ'ম।" এই হোটেলটোতে আমি বৰ সুখত আছিলো, নহয়নে বাৰু? মই "এই হোটেল কেতিয়াও নেপাহৰোঁ। নিচেই সৰুকৈ তাই আকৌ ক'লে "কেতিয়াও নেপাহৰোঁ।"

দুৱাৰত এটা ভীৰু আঘাত হ'ল। বাগীখন আহি পোৱাৰ খবৰটো ৰমলাই দিলেহি। নমনীয় অৱসন্নভাবে ৰহি থকা মেৰীয়াক যাবৰ পৰত ফেলিক্সে সহায় কৰোতে মেৰীয়াই বেচ ডাঙৰকৈয়েই ৰমলাক ক'লে "তুমি ডাঙৰীয়াৰ সৈতে মোৰ কাৰণে অপেক্ষা কৰিবা।"

প্ৰেম পৰায়ণতাৰে তেওঁ তাইৰ নোমাল আবৰনটা তাইৰ কান্ধৰ চাৰিওফালে মেৰিয়াই দি বাৰে বাৰে তাইক ডিঙিৰ গাঠিটো বান্ধি লবলৈ ক'লে। একেলগে দুয়ো দুৱাৰ মুখলৈকে আহিল ধনু আকৃতিৰ চালখনৰ তলত তাই আঙুলিৰ ওপৰত ভৰদি তেওঁৰ ওঠত চুমা খালে আৰু হঠাতে ৰঙা দলিছাবৃত্ত বাটেদি শুভ্ৰ এক ৰেচমী কাপোৰৰ খচ-খচনিৰে ক্ষীপ্ৰ গতিৰে তাই তললৈ নামি গলগৈ।

তেওঁ বহা খোটালীটোলৈ উভতি আহি জুই কুৰাৰ ওচৰত ভৰি-কিটা মেলি বহিলহি। তাই পলায় যাব বুলি ভবা সম্ভৱ তেওঁৰ ভুল হৈছিল। হয়তো তেওঁহে 'মেচিয়া ভেলি।'

এতিয়াও থিয় হৈ থকা ৰমলাৰ পিনে ঘূৰি চাই তেওঁ ক'লে "বহাঁ ৰমলা, আমিটো অনেক সময় অপেক্ষা কৰিব লাগিব।" বয়সীয়া মানুহ গৰাকী আহি যেতিয়া আনখন আসনত বহিল তেওঁ সুধিলে "তোমাৰ বন্ধা হ'ল জানো?"

"হয় সকলোবোৰ বন্ধা কাম হৈ গ'ল।

এইটো তেওঁ তেতিয়া দেখিছিল যে তাই কৰিছিল। প্ৰথমতে তাই কন্দাৰ কাৰণ কবলৈ অস্বীকাৰ কৰিছিল। পাছত অস্পষ্ট ভাবে ক'লে দুঃখ লগাৰ কাৰণেই তাই কান্দিছে বুলি।

"আমাৰ সৈতে তোমাৰ পেৰিচলৈ যাবলৈ ভাল লগা নাই জানো?" তেওঁ সুধিলে।

তাই কান্ধটো জোকাৰি ক'লে—"মোৰ বাবে সকলো ঠায়েই একে। সদায় হোটেল, সদায় অপেৰা।" তাই নিমিষতে বিলাপ জুৰি উচুপি ক'বলৈ ধৰিলে "আমি আৰু এতিয়া কেতিয়াও ইটালীলৈ নেযাওঁ, কেতিয়াও নিকিনো আৰু সেই সুন্দৰ ঘৰ।"

তাই কিহৰ বিষয়ে কৈছে—কিহৰ ঘৰ?……বৈ বৈ ফোপাঁই তাই কৈছিল কেনেকৈ মেৰীয়াই তাইক কথা দিছিল যে কোনোবা দিনা সিহঁত ইটালীলৈ উভতি যাব। সাগৰৰ পাৰত এটা মনোৰম ঘৰ কিনি বাকী-চোৱা জীৱন একেলগে পাৰ কৰিব। ইয়াৰ বাবে মেৰীয়াই তাইৰ প্ৰতিটো দৰমহাৰ এটা শকত পৰিমাণ ৰমলাৰ হাতত দিছিল অৰু

ৰমলাই এইখিনি গোপনে লুকুৱাই ৰাখিছিল ভয়ঙ্কৰ ভাবে। "যোৱা-কালি তাই এই টকা বিচাৰিছে।" মই দিয়া নাছিলো, কাৰণ আমাৰ মাজত স্থিৰ হৈ'ছিল যে এই ধন মেৰীয়াই বিচাৰিলেও মই এইখিনি দিব নেলাগিব। কিন্তু তেওঁ মোক অধিক ক্ষোভ কৰি ক'লে এই ধন তেওঁক নিদিলে তেওঁ মোক মাৰপিট কৰিব। ধূমুহাই জোকাৰাৰ দৰে তেওঁ মোক জোকাৰি দিছিল—সেই কাৰণে মই মৰাৰ দৰে হৈ এইখিনি দি দিলো।"

"তাই বাৰু এইখিনি কিহৰ কাৰণে বিচাৰিলে হো?"

"এইটোৱেই সকলোতকৈ মন কৰিব লগা কথা। ধন খিনিলৈ তাই গুচি গল'গৈ। আৰু উভতি অহাৰ পাছত মই যেতিয়া সুধিলো তেওঁ ক'লে যে সৰু সৰু লৰা-ছোৱালীহতঁৰ কাৰণে সেইখিনি দি দিলে।

সম্পূৰ্ণ নিঃসঙ্গতাৰ এক গভীৰ আৰ্ত্তনাদ কৰিলে তাই। সেই কাৰণে এতিয়া আৰু আমি ইটালীলৈ কেতিয়াও উভতি যাব নোৱাৰিম। কেতিয়াও নিকিনিম মনোৰম ঘৰটো। সদায়েই আলিবাট, সদায়েই হোটেলত, সদায়েই অপেৰাত—" কথাবতৰা বন্ধ হ'ল। কিছু পৰৰ পাছত তেওঁ দেখিলে যে তাই টোপনিয়াইছে। তাইৰ থুতৰিটো আহি বুকুত লাগিছিলহি। তাইক লাহেকৈ জোকাৰি তেওঁ ক'লে "তুমি বৰং শোৱাগৈয়ে ভাল হ'ব।"

মেৰীয়াৰ খোটালীটোলৈ তেওঁ মানুহজনীৰ লগত সোমায় গৈ দেখিলে যাবলৈ সাজুহৈ থকা মেৰীয়াৰ বন্ধ কৰি থোৱা ট্ৰাঙ্কবোৰ। বাধ্যতাৰে ৰমলা আৰামী চকীখনত বহিল আৰু লগে লগেই তাইৰ গভীৰ টোপনি আহিল। বুঢ়াবয়সত নিশ্বাস লওঁতে হোৱা ঘৰ্ঘৰ ধ্বনি, মানুহ গৰাকীৰ সোতোৰা পৰা সৌম্য মুখমণ্ডল আৰু কাষত পৰি থকা তাইৰ মুগাবৰণীয়া অস্থিসাৰ হাতখনলৈ তেওঁ মন কৰিলে। লাহেকৈ দুৱাৰখন বন্ধ কৰি থৈ আঙুলিৰ ওপৰত ভৰদি তেওঁ খোটালীটোৰ পৰা ওলায় গ'ল। এঘণ্টাৰ ভিতৰতে তেওঁ চিল্কৰ আৰু সন্ধিয়াৰ সাজত তেওঁ সোমালগৈ অপেৰাৰ ডাইৰেক্টৰজনৰ বক্সত। অভিনয় ক্ৰমাৎ আগবাঢ়িছিল।

তেওঁৰ পলমহোৱাৰ বাবে যথোচিত আতঙ্কৰ অভিব্যক্তিৰে তেওঁ ক্ষমা খুজি শ্ৰীমতী ভন্ ওৱেৰলিংৰ উদাৰ, নগ্ন কান্ধক আবৰণৰূপে লৈ তেওঁৰ পাছৰ আসনত বহিলহি। ততক্ষণাতে তেওঁ মনে মনে মেৰীয়ালৈ চালে। স্পেনদেশীয় পোচাকেৰে চিক্‌চাকহৈ হাতৰ বিচনিখন জোকাৰি ঢিলা কোটচোলাটোৰ ক'লালেচৰ অন্তৰালত সলৰ্জ্জভাবে তাই কঁপিছিল। তাই লা-ৰাৰবিয়েৰাত ৰাচিনাৰ অংশ গাইছিল, আৰু আজি নিশা তাই যেনেদৰে গাইছিল কাহানিও তাই এইদৰে গোৱা নাছিল। প্ৰতিটো গীততে ৰজাৰ পৰা আৰম্ভ কৰি প্ৰত্যেকে আনন্দেৰে হৰ্ষধ্বনি কৰি হাত চাপৰি দিছিল। অভিনয় শেষ হ'ল। উন্মাদনাৰ এক উচ্চ ৰৱে নাটঘৰটো জোকাৰি পেলোৱা যেন লাগিল। অতিশয় মানী দৰ্শক সকলেও আনন্দৰ উন্মাদনাত উচ্ছৃঙ্খল ভাবে চিঞৰিবলৈ ধৰিলে। হাতচাপৰি দি তাইৰ নামটো মাতি মহামান্য ৰজা ৰঙা ভেলভেটৰ বক্সটোত থিয় হ'ল।

ডাইৰেক্টৰৰ পৰিবাৰৰ পাছফালে সতৰ্ক ভাবে আছিল ফেলিস্ক। বুকুত অনুকম্পা লৈ নামি অহা আঁৰ কাপোৰখনৰ সম্মুখলৈ তাই উভতি অহা তেওঁ চাইছিল। ফুলেৰে উপচি পৰিছিল তাইৰ হাত। ৰজাৰ প্ৰতি সৌজন্যতা জনাই তাই মূৰ দোৱালে, অনুৰাগী সকললৈ চুমা ফুৰালে। তাইৰ দৰ্শনৰ বাবে দৰ্শকসকলে অবিৰাম কোঢ়াল কৰিলে: পোন্ধৰ বাৰৰ বাবে তাই আহি যেতিয়া মঞ্চত থিয় হৈছিলহি তেতিয়া তাই এক উদ্দেশ্যেৰে ভন্ ওৱেৰলিঙৰ বক্সটোৰ ফালে চালে। তেওঁৰ অনুভব হ'ল তাত তেওঁ থকাৰ কথাটো তাই যেন গম পাইছে। তাইৰ চকুজুৰিয়ে যেন ক'ব খুজিছিল তেওঁক বিচাৰি তুমি দেখিলা প্ৰিয়তম মই প্ৰতিজ্ঞা ৰাখিলোঁ।

তেওঁৰ যন্ত্ৰণাৰে সৈতে স্মৰণ হ'ল তাই জেনি লিণ্ডৰ ৰেকৰ্ড ভঙ্গ কৰিবলৈ শপথ লোৱাৰ সেই সুখৰ মুহূৰ্ত্তৰ কথা। এটা কম্পিত মুহূৰ্ত্তত এই উন্মাদ জনতাৰ মাজত সিহঁত যেন অকলে আছিল।

অৱশেষত জয়ধ্বনি লীণ হ'ল। থিয়েটাৰৰ পৰা মানুহৰ সোঁত ববলৈ ধৰিলে।

মাননীয় ভন্ ওৱেৰলিংএ ক'লে "তাই বাৰু আচৰিত নহয়নে? আমাৰ লগত তাইৰ ছোঁ ঘৰলৈ আপুনিও বলক। মই মদ আনিবলৈ কৈছোঁ। আমাৰ টকা পয়চা সব লুটি তাই যেতিয়া কালিলৈ গুচি যাবগৈ তেতিয়া মই খতিয়ানত কান্দিম, কিন্তু আজি নিশা মই চিন্তা কৰিবলৈ নিবিচাৰোঁ। বলক আমি অলপ স্ফূৰ্ত্তিকে কৰোগৈহঁক।" বিনয় দেখুৱাই ফেলিস্কে হঠাতে মূৰ কামোৰনি উঠা বুলি কৈ নিমন্ত্ৰণৰ পৰা ফালৰি কাটি লৰালৰিকৈ তাৰ পৰা গ'লগৈ।

খন্তেক আগৰ কোঢ়াল আৰু চকচকীয়া পোহৰৰ পাছত মম বাতিৰ পোহৰত বৰ নিষ্প্ৰভ আৰু নিবৰ যেন লাগিছিল হোটেলটো। আঠুৰ ওপৰত কিলাকুটি থৈ তেওঁ শোৱাপাটিৰ ওপৰত বহি থাকোঁতে হাত চাপৰিবোৰ তেওঁৰ কাণত তেতিয়াও বাজি আছিল। এবা এইটো এটা বিজয়। তাই বাস্তবিকে মহৎ শিল্পী। তাইক লগ ধৰিবলৈ তেওঁৰ কেইবা ঘণ্টা লাগিব। এতিয়ামানে তাইৰ ছোঁ ঘৰটো ছাগৈ ভৰি পৰিছে। ইস্ত্ৰি নথকা সাজ পাৰ পিন্ধা লোক, অতিশয় জাকজমক সাজ পাৰত থকা বিষয়া, চিল্কৰ কাপোৰ আৰু মুকুতাৰ গলপতা পিন্ধা মহিলাৰেই হয়তো তাত ভিৰ হৈছে।

মহামান্য ৰজাও ছাগৈ তাত আছে। হয়তো তাইৰ সুন্দৰ স্বাস্থ্যৰ কামনা কৰি ফটিকা পিছে। মনেৰেই তেওঁ দেখিলে এদম ফুলৰ মাজত ভুল উচ্চাৰণ আৰু মনোৰম জাৰ্ম্মাণ ভাষাৰে কথাকৈ হাঁহি মাতি ইফালে সিফালে গৈ তাই নিজৰ হাতখন আগবঢ়াই দিয়া। আৰু তেওঁ—তেওঁ ইয়াতে আছে—এই দুঃখদায়ক হোটেলটোত তাইৰ কাৰণে অপেক্ষা কৰি। এই নতুন জীৱনত হয়তো তেওঁৰ এয়েই হ'বগৈ। অপেক্ষা কৰিব লাগিব সদায়েই অপেক্ষা কৰিব লাগিব। অন্যান্য যাত্ৰা বোৰত, অন্যান্য বিদায় অভিনয় বোৰত, অন্যান্য ছোঁ ঘৰবোৰত অভ্যৰ্থনা বোৰত তেওঁ কৰবাত লোক চক্ষুৰ আঁৰত নাইবা পিছফালে থিয় হৈ অপেক্ষা কৰিব আৰু অপেক্ষা কৰিব···

চকুৰপতা গধুৰ হৈ যোৱা যেন লাগিল তেওঁৰ। খোটালীটোৰ মৌন পৰিবেশে তেওঁৰ স্নায়ু ভেদ কৰিলে।

মমৰ বহ্নি শিখাৰ পোহৰত তেওঁৰ বিশাল ছাঁটোৱে আতঙ্কজনক ভাবে দেৱালত ঢৌ খেলিলে। তেওঁ নিজৰ চকুকিটাৰ ওপৰেদি তেওঁ অৱসন্নতাৰে হাতখন ফুৰালে। কিয় তাই অহা নাই? কিয় সেই মানুহবোৰে তেওঁক অকলে এৰি দিয়া নাই?

সিহঁতে তাইৰ গান শুনিলে, সেই বুলি সিহঁতে তাইক পাবও লাগিবনে? সিহঁতে নেজানেনে যে তাই তেওঁৰ···আন কাৰো নহয় মাত্র তেওঁৰ···?

এক অদমনীয় অৱসন্নতাই তেওঁৰ মনটো আবৰি তেওঁৰ চিন্তাবোৰ দুৰ্বোধ্য কৰিলে। নিজৰ অজ্ঞাতেই তেওঁ শোৱাপাটীত ভৰিকিখন মেলি দিলে আৰু লগে লগেই টোপনি গ'ল।

যেন এটা ঘণ্টাৰ ধ্বনি কাণত হৈছে এনেদৰে উচাপ খায় তেওঁ সাৰ পালে। এটা আকস্মিক চেৰ্চা ভয়ে তেওঁৰ হিয়াখন দৃঢ় মুঠিৰে ধৰিলে। মাটিৰ গছাঁত জ্বলি থকা মমডাল পুৰি এটা দলা হৈ পৰিছিল। তেতিয়াও নিশাহৈ আছিল।

কিন্তু পলম হৈছিল—বহুত পলম—আৰু মেৰীয়া তাত নাছিল···

তাই পলায় গ'ল! নহয়, এইটো অসম্ভৱ। তাইৰ মাল পত্রবোৰ ওপৰ মহলাত তেওঁ দেখা পাইছিল। তেওঁৰ টোপনি নভঙাকৈ এইয়া আতঁৰ কৰিব নোৱাঁৰে, তাই যোৱা নাই। তাই আহিছিল হয়তো তেওঁৰ টোপনি অহা দেখিয়েই তাই ওপৰ মহলালৈ গ'লগৈ। বিজুলী বেগেৰে তেওঁ দৌৰি ওপৰ মহলালৈ আহি তাইৰ দুৱাৰ খনত টুকুৰিয়ালে। প্রথমে লাহেকৈ, পাছত জোৰেৰে, খঙেৰে হাতোৰাটোত ঘৰ্ঘৰ শব্দ কৰি তাইৰ নাম কাঢ়ি মাতিলে···কোনো উত্তৰ নাহিল আৰু তেওঁ লৰি তলৰ বাৰাণ্ডা খনলৈ আহিল।

নিশাৰ কৰ্ত্তব্যৰত কেৰাণীজন তেতিয়া টোপনীয়াই আছিল। মানুহ-জনক জোকাৰি দি চিঁঞৰি তেওঁ সুধিলে—

"আইদেউ আছে কত?"

হতভম্ব হৈ মানুজনে আধামেলা চকুৰে চালে—

"ৰসাতলে যোৱা—তাই কত আছে বাৰু?"

অৱশেহত কেৰাণীজনে চেতনা পালে।

ফেলিস্কে ক'লে—"চিন্তা নকৰিব, আইদেউ উভতি অহা নাছিল জানো ?"

"আইদেউনে ? তেখেত চোন গলগৈ !" কথাষাৰ তেওঁ এনেদৰে কৈছিল যে তেওঁৰ সন্মুখৰ উদভ্ৰান্ত বন্য মানুহটোৰ বাহিৰে যেন এই কথা সৰ্ব্বজন বিদিত।

"কেই ঘণ্টা মান আগতে।"

"তেওঁৰ ট্ৰাঙ্কবোৰ কি হ'ল ?"

"আপুনি থিয়েটাৰলৈ যোৱাৰ পাছতে তেখেতে সেইবোৰ নিবৰ কাৰণে মানুহ পঠিয়াইছিল। তিনিজন মানুহ আহিছিল......"

বাহুল্যৰ কাৰণে ফেলিস্ক নৰ'ল। বাৰাণ্ডাই দি প্ৰবল গতিৰে গৈ দুৱাৰ খনৰ খিল খুলি দুৱাৰখন ঠেলা মাৰি বৰফাবৃত্ত নিশাৰ মাজলৈ তেওঁ বিস্বাশৰদে গ'ল। খন্তেক পূৰ্ব্বে আলোকিত হৈ থকা ঠাই ডোখৰ এতিয়া নিস্প্ৰাণ এণ্ডাৰত পৰিণত হোৱা ধ্বংশস্তূপৰ দৰে এন্ধাৰৰ মাজত থিয় হৈ আছিল। তেওঁ মঞ্চৰ প্ৰবেশ পথলৈ সোমায় যাওঁতে হৃদয় তেওঁৰ দুলি উঠিছিল—কিন্তু ইয়াৰ দ্বাৰ ৰুদ্ধ হৈ আছিল আৰু ঠাইডোখৰ হৈ পৰিছিল অন্ধকাৰ আচ্ছন্ন। দুৱাৰখনত ভুকুৰাই তেওঁ চিঞৰিলে মেৰীয়া !...

নামটো অন্ধকাৰৰ মাজত বিলান হৈ নিশাৰ জালৰ মাজত পমি গ'ল।

বহুসময় জুৰি তেওঁ তাইৰ নামটো কাঢ়িলে চিঁঞৰি চিঁঞৰি, দুৱাৰখনত ঢকিয়ালে। এক নিৰ্ম্মম হত্যাকাৰীৰ ক্ৰোধে তেওঁৰ দেহটো জোকাৰি দিলে।

বেশ্যাজনী ! তাই আকৌ চলনা কৰিলে, আকৌ পলায় গ'ল।

...পলায় যাবলৈ কেনে সাৱধানেৰ তাই আয়োজন কৰিলে ? পৰিহাস কৰি তেওঁ যেতিয়া তাইক কৈছিল যে তাইৰ মনটো সৰু সৰু চাতুৰীৰে ভৰি আছে তেতিয়া ছাগৈ তাই কেনেকৈ হাঁহিছিল। তেওঁ যে থিয়েটাৰলৈ যাব তাই বুজিলে, তাই তেওঁক কৌশলেৰে পৰাস্ত কৰিব

বুলি জানিছিল—তাই যে গুচি নেযায়গৈ এই প্ৰত্যয়ো তাই তেওঁৰ মনলৈ আনিব পাৰিছে বুলি বুজিলে—

আৰু তেওঁ তাইক সু-যোগ দিলে…

অৱশেহত তেওঁ তাইক বিচাৰিবলৈ এৰি দি উত্ততি আহিল পদব্ৰজে হোটেলটোলৈকে। তেওঁৰ কান্ধত বৰফৰ দ'ম বান্ধিছিল কিন্তু তেওঁ গম পোৱা নাছিল।

বাৰাণ্ডাখন পুনৰ তেওঁ অতিক্ৰম কৰি গ'ল। খণ্ডটো আপোনা-আপুনি নোহোৱা হৈ গৈছিল। তেওঁৰ অসাৰ যেন লাগিল। কিবা এটা কৰিবলৈ বা ভাবিবলৈকো তেওঁ প্ৰায় শেষ হৈ গৈছিল। তাই গলগৈ—

এইটো শুনিবলৈ কেনে সহজ আৰু চূড়ান্ত যেন লাগিছে! সহজ, চূড়ান্ত আৰু মৃত্যু…

এক ক্লান্তিকৰ নিদ্ৰাত তেওঁ ডুব গ'ল।

দুপৰীয়া এবাৰ সাৰ পাইছিল। এইবাৰ তেওঁৰ যন্ত্ৰণা যাঠিৰ খোচৰ দৰে তীব্ৰ হৈছিল। তেওঁৰ চকুত পৰিল এধানি মেৰীৰ মূৰ্ত্তিটো। তেওঁ কপাঁ হাতখনৰে এইটো তুলি ললে। দেহি, এই মূৰ্ত্তিটো এৰি থৈ যাবলৈ তাই ছাগৈ কিমানখিনি মূল্য দিব লগা হৈছে! এইটো তাইৰ বাবে কিমান অৰ্থ আছিল। এইটো আছিল তাইৰ অলৌকিক শক্তি সম্পন্ন বস্তু—তাইৰ গোপন চিন্তাৱলীৰ অতি বিশ্বাসী অন্তৰঙ্গ বন্ধু আছিল। অভিনয়ৰ আগতে তাই সদায় এই মূৰ্ত্তিটোক চুমা খাই গৈছিল। এইটো প্ৰণয়ৰ স্মৃতি হিচাবে ওচৰত তাই এৰি থৈ গ'ল।

লাহে লাহে আশাভঙ্গত তেওঁৰ মনত পুনৰ ক্ষোভ হ'ল। আকৌ এবাৰ তাই আত্মত্যাগ কৰিলে। কিন্তু এইবাৰ তেওঁ তাইৰ এই ত্যাগ গ্ৰহণ নকৰে। কেই ঘণ্টা মানৰ ভিতৰতে এখন ট্ৰেইণ যাব। তাই গৈ সেইখিনি পোৱাৰ আগতেই তেওঁ গৈ পেৰিচ পাবগৈ। কাৰণ চেচিলীৰ দৰে তায়ো ইঞ্জিনলৈ ভয় কৰিছিল। তাইৰ অকণমান মূৰ্ত্তিটো তেওঁ ওভোতাই দিব। ইতিমধ্যে তেওঁ পিন্ধিলে ভ্ৰমণৰ সাজ। ঘণ্টাৰ জৰীডাল টানি তেওঁ বিল বিচাৰিলে আৰু তেওঁৰ মাল পত্ৰ ষ্টেচনলৈ নিবলৈ ক'লে।

তেওঁ অস্থিৰ হৈ পৰিছিল। এইটো খোটালীত তেওঁ আৰু এক মিনিটো অপেক্ষা নকৰে। খোটালীটোৰ পৰা তেওঁ আতৰি যাব খুজিছিল। তেনেতেই দুৱাৰত এটা টোকৰ পৰিল। অস্বস্তিকৰ ভাবে তেওঁ গেজৰামাৰি ক'লে "সোমায় আহক।" ডবল ব্ৰেষ্টৰ কোট আৰু তাম্ৰাভ বেগুনীয়া বৰণৰ সাজ পৰিপাটিকৈ পিন্ধা এজন ঘূৰণীয়া মুখ মণ্ডলৰে সৈতে নিৰস অপৰিচিত লোক ভিতৰলৈ সোমায় আহিল। তেওঁ মূৰৰ পৰা নোমৰ টুপীটো আতৰাই থোৱাত তেওঁৰ গোলাপ বৰণীয়া তালুখনলৈ ফেলিস্কৰ দৃষ্টি গ'ল।

ঘোপাকৈ চাই ফেলিস্কে সুধিলে "কওক কি হ'ল ?"

"মোৰ পৰিচয় দিওঁ। মই হেনোভাৰ দূতাবাসৰ বেৰণ ভন্ ষ্টুলে হেইম, এইয়া মোৰ পৰিচয় পত্ৰ, মই সোমায় আহিব পাৰোঁনে ?"

"আপোনাৰ লগত এতিয়া মই কথা হ'ব নোৱাৰিম কাৰণে মোৰ ভয় হৈছে। আৰু আপুনি দেখিছেই মইচোন প্ৰায় গৈছিলোৱেই।"

"চিন্তা কৰিবৰ সময় এতিয়া মোৰহে। আপুনি আপোনাৰ প্ৰস্থান কাৰ্য্য হোঁহকাই দিব লাগিব"—মানুহজনে অবিক্ষুব্ধতাৰে স্বাভাবিক মাধুৰ্য্যৰে ক'লে। "আপুনি বুজিছে মেণ্ডেলচন আপুনি যাব নোৱাঁৰে।"

ফেলিস্কে কিবা কোৱাৰ আগতেই একে ধৰণে বিদ্ৰূপাত্মক সৌজন্যতাৰে কৈ গ'ল "আমি বহি লওঁ বুলি আপোনাক ক'ব পাৰো জানো। কথা ৰতৰা পাতিবলৈ থিয় হোৱাতকৈ বহি কথা পতাহে সহজ।"

দাঁত কৰচি ফেলিস্কে সুধিলে "সঁচাকৈয়ে ঠাট্টা-বিদ্ৰুপ কৰাৰ সময় এইটোহেনে ?"

মানুহজনে হঠাতে উদাৰ হাঁহি মাৰি ক'লে "এইটো তেনে যেন লগা নাই, নহয় জানো ? মই ডাঠি কওঁ যে এইটো তেনে লগা নাই।" তেওঁৰ নিৰস সৰু চকু জুৰিয়ে, তেওঁৰ নিমজকৈ খুৰুৱা গোলাপী গাল খনৰ অনন্দিত যেন লগা টোলবোৰক ভুৱা প্ৰতিপন্ন কৰিলে।

"ঘণ্টাৰ জৰীডাল টানিবলৈ জুলুম ন'লব। কোনো যাতে নাহে তাৰ ব্যৱস্থা মই লৈছোঁ। নাইবা পলাবলৈও চেষ্টা নকৰিব। দুটা

প্ৰকাণ্ড আৰু নিৰ্ব্বোধ মানুহে অহা যোৱা কৰা বাটটোত পহৰা দি আছে।" চকীখনত বহি তেওঁ ক'লে অৱশ্যে খিড়িকীয়েদি জাপ দিবও পাৰে, কিন্তু তেনেকুৱা হাঁহি উঠা ধৰণে আপুনি পলায় যাবলৈ চেষ্টা কৰিব বুলি ভাবিবলৈকো আপোনাৰ সাধাৰণ জ্ঞানৰ প্ৰতি মোৰ আছে ওখ ধাৰণা। কোনো এগৰাকী তিৰোতাও আত্মহত্যাৰ লায়ক নহয়। পুনৰ মই আপোনাক বহিবলৈ অনুৰোধ কৰিব পাৰোনে? মাত্ৰ মই আৰামত থাকিবলৈ অসুবিধা পাইছোঁ।" দুৰ্বোধ্য ভাবে ফেলিস্কে ক'লে "মই নবহোঁ, আৰু মই জানিবলৈ বিচাৰিছো ইয়াৰ বিৱৰণ।" সহানুভূতিৰে বেৰুণ জনে মূৰ দুপিয়ালে। তেওঁৰ বেচ ডাঙৰ পেটটোৰ ওপৰত মঙহাল হাতখন ক্ৰুছাকৃতিৰে থৈ হেলন দি বহি ক'লে "এইয়া এইখন ইয়াত আছে, আপোনাক তৎক্ষনাতে গ্ৰেপ্তাৰ কৰাৰ এখন জাননীত মই চহী কৰি দিছোঁ, এইখন মোৰ জেপত আছে। আপুনি চাব খোজেনেকি?"

আতঙ্কেৰে ফেলিস্কে সুধিলে "গ্ৰেপ্তাৰ নে?"

"ইতিমধ্যেই এই প্ৰহসন বহু দেৰী চলিল। আপোনাক এই মুহূৰ্ত্ততে যাবলৈ মই আদেশ কৰিছোঁ, নাইবা"—

"নাইবা কি?" ক্ষিপ্তকৰ প্ৰশান্তিৰে আগন্তুকে সুধিলে। এই শিশুসুলভ মুখৰ চাপৰ আৰু শকত মানুহজন আছিল গ্ৰেনাইটৰ দৰে যেন কিবা। কিছু সময় তেওঁ সৰু উজ্বল চকুজুৰিৰে ফেলিস্কলৈ চালে। কোনো উত্তৰ যেতিয়া নাহিল তেওঁ কৈ গ'ল "যেহেতু মই কৈছোঁ আপোনাৰ গ্ৰেপ্তাৰৰ পৰোৱানা মোৰ হাতত আছে।"

"কি ভিত্তিৰ ওপৰত?"

"সকলোতকৈ সাংঘাতিকটোৰ ওপৰত সমৰ্থন নকৰিবলৈ অন্তত: কঠিন আৰু সন্দেহজনক।"

শান্ত স্বৰে অভিযোগবোৰ তেওঁ ব্যাখ্যা কৰি গ'ল। বিপ্লৱত ভৰ দিয়াৰ বাবে আৰু হেনোভাৰত ৰাজনৈতিক আন্দোলন ফেলিস্কে প্ৰৰোচিত কৰাৰ সম্ভাবনাৰ কাৰণে ফেলিস্কক সন্দেহ কৰা হৈছে। আগন্তুকে প্ৰত্যাশা কৰাৰ দৰেই তেওঁৰ কথাবোৰক অভ্যৰ্থনা জনালে

উপহাসেৰে চিঞৰি, বিদ্রূপ কৰি, আৰু প্ৰতিশোধ গ্ৰহণৰ ভীতি প্ৰদৰ্শনৰে। ধৈৰ্য্যৰে পেটৰ ওপৰত তেওঁ হাতকিখন থৈ মধুৰ এটি হাঁহিৰে ফেলিস্কক ঢালি দিবলৈ দিলে তেওঁৰ অনুভৱ।

তাৰ পাছত আগন্তুকে ক'লে "আপুনি সম্পূৰ্ণ সঁচা কথা কৈছে। এই অভিযোগবোৰ ভিত্তিহীন আৰু হাস্যকৰ। কিন্তু এইখন মই নিজে অনাৰ কাৰণে উপেক্ষা কৰিব নোৱাৰিব। ৰাষ্ট্ৰদূত হোৱাৰ আন আন সা সুবিধা বিলাকৰ ভিতৰত এইটোও এটা। আৰু এই বিষয়টোৱে হয়তো কিছু সময় লব। অন্ততঃ আমি তিনি সপ্তাহ কমপক্ষেও লাগিব বুলি কম। এইবোৰ যে ভুল তাকে প্ৰমাণ কৰি দেখুৱাবলৈ। আপুনি জানেনে ডাঙৰীয়া কোনো এটা নিৰ্দ্দিষ্ট বাটেদি ভোজনালয়ৰ পিছফালৰ খোটালীলৈ গৈ বিখ্যাত ৰাজনৈতিক বিপ্লৱী সকলৰ লগত মিলা-প্ৰীতি কৰি আপুনি এটা ভুল কাম কৰিলে?"

ওৱেঙ্গাৰৰ তালৈ নিৰিহভাবে যোৱাটোৱেই সম্ভৱ ভুল হৈছিল বুলি পৰম বিস্ময়েৰে ফেলিস্কে উপলব্ধি কৰিলে।

যদি এজন সঙ্গীতজ্ঞই ৰাজনৈতিক বিষয়ক প্ৰশ্ৰয় দিব পাৰে তেন্তে আনজনে নোৱাৰিবনো কিয়? কোনেনো বিশ্বাস কৰিব ভোজনালয়লৈ মনে মনে পাছ ফালৰ দুৱাৰেদি তেওঁ গৈছিল মাত্ৰ নিৰিহ ভাবে সঙ্গীতৰ বিষয়ে আলোচনা কৰিবলৈকে বুলি—!

তেওঁক চিন্তা কৰিবলৈ সময় দি মানুহজন মনে মনে ৰৈছিল। সুদীৰ্ঘ কাল বিৰতিৰ পাছত তেওঁ পুনৰ আৰম্ভ কৰিলে আলোচনা।

"বিপ্লৱী সকলৰ বেলিকা বিপদটো হ'ল তেওঁবিলাকে সদায়েই কেইফত লগ হয়, আৰু কেইফৰ মালিকবোৰ হ'ল সংবাদদাতা। যি সকল তেনে নহয় সেই সকলক তেনে কৰিবলৈ প্ৰৰোচিত কৰা হয়। নহ'লে তেওঁবিলাকে কেইফবোৰৰ ওপৰত কতৃ'ত্ব হেৰুৱায়।" ফেলিস্কৰ ফালে এবাৰ চাই তেওঁ নিজকে ক'লে ভীতি প্ৰদৰ্শনৰ চাপটো আৰু ওলোটা অভিযোগ প্ৰায় অন্ত হ'ল। ফেলিস্কক বহিবৰ কাৰণে তেওঁ পুনৰ মিনতি কৰিলে—আৰু এইবাৰ তেওঁ সফল হ'ল। ফেলিস্ক বহিল।

শেষলৈকে তেওঁ মধুৰভাবে কৈ গ'ল "হয়তো আপুনি মহামান্য

ৰজাৰ ওচৰলৈ যোৱাৰ কথা ভাবিছে। প্ৰত্যেকেই জানে যে তেখেতৰ আপোনাৰ প্ৰতি ওখ শ্ৰদ্ধা ভাব আছে। দুৰ্ভাগ্যজনক কথা হয়তো আপুনি জানে তেখেত আজি পুৱা মিউনিকলৈ যাত্ৰা কৰিছে।

পৰাজয় মানি ফেলিস্কে ক'লে "বেচ আপোনাক বাৰু কি লাগে ?"

"দহ দিনৰ ভিতৰত আপুনি ড্ৰেছডেনৰ পৰা গুচি যাবলৈ চেষ্টা নকৰো বুলি আৰু মোৰ লগত এনিশা খাম বুলি প্ৰতিশ্ৰুতি দ'ব লাগিব। মই এজন সঙ্গহীন লোক। আপোনাৰ সঙ্গ মই ভাল পাম।"

ইয়াৰ আচৰিত অংশ আছিল এই নিমন্ত্ৰণ ফেলিস্কে গ্ৰহণ কৰাটো। এইটো মানি লবলৈ ফেলিস্কৰ ক্ষোভ হৈছিল।

বহু স্থাপত্য সাজ-সজ্জা অলঙ্কাৰ বহুল ৰচনাশৈলীৰ অনুযায়ী নিৰ্ম্মিত হোৱা এটা আট্টালিকাৰ ৰাজদূত জনৰ এক ঘৰুৱা পৰিবেশৰ মাজত এটা সুন্দৰ প্ৰফুল্লিত হৈ থকা খোটালীত আহাৰ দিছিল। চিলিংৰ এখন ফিকা নীলা আকাশত চিত্ৰ আছিল জপৰা চুলিৰ শিশুৰ, দুৱাৰত আছিল চিত্ৰাঙ্কণ, অদ্ভুত বননীত নৃত্যৰতা ৰূপহী জল পৰীৰ। মেজখন লগোৱা হৈছিল জুইৰ কাষত। পত্‌পত্‌কৈ ফুটি থকা জুইৰ পোহৰত ফটিকাৰ পাত্ৰটো ৰঙা নাইবা আঙঠাৰ দৰে উজ্বলিছিল। অন্যায় ভাবে জুলুম পোৱা বন্দীৰ বিমৰ্ষ মনোভাবেৰে অভদ্ৰজনোচিত মৌনতাৰ মাজত ফেলিস্কে প্ৰথমে আশ্ৰয় ললে। কিন্তু খোৱা বোৱা আগবঢ়াৰ লগে লগে তেওঁ বুজিলে যে এই অমায়িক ভদ্ৰলোকজনৰ প্ৰতি অশোভন হৈ থকাটো ক্ৰমাৎ কঠিন হৈ পৰিছে। যদিহে ক্ৰোধ দীৰ্ঘকাল থাকে তেন্তে ই হ'ব এক ক্লান্তিকৰ অনুভূতি। আৰু ক্ৰোধৰ বাবেই তেওঁ ভাগৰি আহিল। উৎকৃষ্ট সুৰাৰ ৰাগীয়ে বিষন্নাজনক প্ৰফুল্লিত কৰি তুলিছিল। একৰকম অসহায় আত্মসমৰ্পনৰ ভাব অজ্ঞাতসাৰে তেওঁলৈ আহিছিল।

দহদিনত মেৰীয়া তেতিয়াও থাকিব পেৰিচত···শাস্তি উচৰ্গা কৰাৰ মানসেৰে তেওঁ সুধিলে "এই সুন্দৰ সোৱাদ ভৰা আহাৰৰ কাৰণে আপোনাক ধন্যবাদ জনাব পাৰোনে ?"

যেৰনজনে শিশুৰ দৰে মুকলি মনেৰে আনন্দেৰে এই মন্তব্যটো গ্রহণ কৰি ক'লে "মোৰ প্রিয় ভাওঁৰীয়া, আপুনি দেখিছেই এনেকুৱা ধৰণৰ দূতাবাসত প্রকৃততে কৰিব লগা একোৱেই নেথাকে। আৰু এইবোৰ চাবলৈ আছে এজাক মানুহ। যদিহে কিবা এটা বিষয়ত মন নিয়োগ কৰি ৰাখিব নোৱাৰে তেনেহলে এজন ৰাষ্ট্রদূত বলীয়াই হৈ যাব। মই সাৰে থকাৰ সৰহখিনি সময় ব্যয় কৰোঁ মোৰ আহাৰ হজম কৰাতকৈ যতনোৱাত হে অধিক ভাবে।" খন্তেক পৰ মদৰ ঢোকাটো মুখত লৈ থাকি পাছত দুঃখেৰে গিলিলে তেওঁ।

চিন্তিত এক হুমুনিয়াহ এৰি তেওঁ ক'লে "মেজত পোৱা আনন্দ বিলাকেই হৈছে সৰ্ব্বশেষ, কিন্তু এতিয়াও এই বিলাকেই পাই আছোঁ। প্রেম নাইবা যৌৱনৰ দৰে, প্রচণ্ড আবেগৰ আলোড়নৰ দৰে এইবোৰে মনলৈ খন্তেকীয়া পৰমানন্দ বা মানসিক যন্ত্রণা নানে—আনে এক হিতকৰ জ্ঞান আৰু দর্শনৰ প্রতি অনুৰাগ। দাৰ্শনিক প্লুটৰ পৰা মণ্টেজিনলৈকে প্রয়োজনীয় সকলো দাৰ্শনিক আছিল সুৰা প্রেমী লোক।"

নিশা সুস্বাদু আহাৰ খাই থাকোঁতে ফেলিস্কে বুজিছিল নানান জাতীয় বন্ধন, আঙুৰৰ থোপাৰ সোৱাদ লোৱাৰ শুদ্ধ পদ্ধতি আৰু সমূহীয়াকৈ ফৰাচী সকলৰ প্রতি থকা তেওঁৰ গৃহস্থৰ ধাৰণাৰ বিষয়ে।

"জীৱন সুন্দৰ কৰি তুলিবৰ কাৰণে সকলোবোৰ আকৰ্ষণীয় আৰু অনাৱশ্যক বিষয়ত তেওঁবিলাকৰ আছে স্বাভাৱিক বিচাৰ বুদ্ধি। তেওঁ-বিলাকে উৎকৃষ্ট মদ খায়, মদ উৎপন্ন কৰে, নিৰাভৰণ চিত্রাঙ্কিত কৰে, লিখে সুৱলা কৱিতা। যদিহে তেওঁবিলাকে বন্ধ কৰিব পাৰিলেহেঁতেন নেপোলিয়নক উৎপন্ন কৰা, যদিহে তেওঁবিলাকে বিপ্লৱ বন্ধ কৰিব পাৰিলেহেঁতেন আৰু পাৰিলেহেঁতেন চুবুৰীয়া ৰাজ্যক ঘৃণা কৰাটো বন্ধকৰা তেন্তে তেওঁবিলাক এই পৃথিবীৰ ভিতৰত সকলোতকৈ সুন্দৰ মানুহ হ'লহেঁতেন।

কথাতে কথা ওলায়। গৃহস্থই ক'লে তেওঁ বিবাহিত। "এটি শিশুৰ মনেৰে এজন সৈনিকৰ দেহেৰে, এটা চৰাইৰ কাকলিৰ দৰে মাজেৰে

মোৰ পত্নী এগৰাকী শ্ৰদ্ধাৰ যোগ্য তিৰোতা। তেওঁ শ্ৰুতিৰ যোগ্য একো নকৈছিল তাকো কৈছিল হাজাৰটা মনোৰম কথাৰে। তেওঁৰ হৃদয় দেবদূতৰ দৰে, জ্ঞানো আছিল সিমানেই। এসময়ত আমি গভীৰ প্ৰেমত ডুবো আচ্ছন্ন হৈ আছিলোঁহঁক। আমাৰ এনেকুৱা মানসিক অৱস্থাৰ পৰা আমাক আৰোগ্য কৰিলে বিয়াই।

গিলাচটো পুনৰ নিজৰ মুখলৈ দাঙি চিন্তাৰে এঢোক মদ গিলিলে। "যদি আপুনি মনোমত নাৰী নেপায়, যদিহে মাথো তাইৰ হাতৰ পৰশেই আপোনাৰ হৃদয় ওলট পালত কৰি দিয়ে, যদিহে তাইৰ বুকুখনে আপোনাক দিয়ে প্ৰবল কাম উত্তেজনা, মই আপোনাক জোৰকৈয়ে পৰামৰ্শ দিলোহেতেন তাইক বিয়া কৰাই লবলৈ। আপুনি বুজিছেনে বন্ধু, প্ৰেম স্নায়ুৰ এক ব্যাধি। যি বিলাক বিষয় তাত নেথাকে এই-বিলাক তাত ই দেখুৱায়। বিয়াৰ কেই মাহ মানৰ ভিতৰতে সৰহ ভাগৰে কেইবছৰ মানৰ ভিতৰত আপোনাৰ চকুজুৰিৰ পৰা মানদণ্ড পৰি যাব। প্ৰকৃততে তাই যেনেকুৱা—তেতিয়াহে আপুনি দেখা পাব। তেতিয়া নিজৰ মুৰ্খামিৰ কাৰণে আতঙ্কিত হ'ব। তেতিয়ালৈ তাই মৃদু নিৰাশাৰে সেই বৈচিত্ৰ্যহীনতাৰে আগবাঢ়িব আৰু তেতিয়াহে আপুনি সুবুদ্ধিৰ কথা ক'বলৈ সাজু হ'ব।

মোৰ পৰিবাৰে ঘনাই ঘনাই প্ৰমোদ ভ্ৰমণৰ বাবে বাহিৰলৈ গৈ মোক এটা দয়া কৰিছিল। কিয়নো তেওঁ উৰ্ভতি আহি সদায়েই সকলোতকৈ অনুগত এজন স্বামীক পাইছিলহি। অকল অনুগত স্বামীয়েই নহয়—এজন মনোযোগীও। তেওঁ আহি পোৱাৰ কেইদিন মানৰ ভিতৰতে মই আবিষ্কাৰ কৰিছিলো মোৰ সুবিখ্যাত প্ৰভু হেনো-ভাৰৰ মহামান্য ৰজাক এক জৰুৰী খবৰ দিবলৈ লাগে। আমি ইজনে সিজনৰ পৰা চকুলোৰে বিদায় লৈছিলোঁহঁক। আৰু মই গুচি গৈছিলোঁগৈ। আৰু এইদৰে সমগ্ৰ জীৱন ব্যাপি আমাৰ বিবাহ স্থায়ী হ'বলৈ সুযোগ পালে।" খোৱাৰ পাছত জুইৰ কাষত বহি কথা-বতৰা পাতি থাকোঁতে ফেলিক্সে হঠাতে বেৰনলৈ ঘূৰি চাই সুধিলে—"আপুনি এইটো বাৰু কিয় কৰিলে? কিয় আপুনি মোক ফ্ৰেঞ্চভেনৰ পৰা

যোৱাটো বন্ধ কৰিবলৈ ইমান জুলুম ললে ?" প্ৰশ্নটোত বিষয়াজনে কিছু সময় চিন্তা কৰিলে আৰু অৱশেষত ক'লে "কাৰণ আমাৰ সকলোৱে বন্ধু কাল ক্লিংগমেনৰ কাৰণে।"

"এই সকলোবোৰৰ অন্তৰালত তেওঁ আছে বুলি মই সন্দেহ কৰিছিলোৱেই।"

"তেওঁক বিশ্বাস কৰিবলৈ তেওঁৰ যুক্তিবোৰ সজ। মই তেওঁক ভালদৰেই জানো। এইবিলাক বাহুল্য ভাবে কওঁতে মই নিশ্চিন্ত আছিলো।"

"কিয় দহ দিন ?" তেওঁৰ মাতত আৰু বিৰক্তি নাছিল, আছিল মাত্ৰ কৌতুহ'ল।

"তেওঁ ভাবিছিল দহদিনৰ গভীৰ চিন্তাই আপোনাৰ চেতনা ঘূৰাই আনিবলৈ যথেষ্ট হ'ব।"

যাবলৈ বুলি থিয় হৈ ফেলিক্সে ক'লে "যেতিয়া আপুনি তেওঁলৈ চিঠি লিখে অনুগ্ৰহ কৰি আপুনি তেওঁলৈ লিখিবনে যে মই তেওঁক ঘৃণা কৰোঁ। ঘৃণাৰ বাহিৰে মই তেওঁৰ প্ৰতি একোকে উপলব্ধি নকৰোঁ। তেওঁক পুনৰ মই কাহানিও যেন দেখা নাপাওঁ। কথাবোৰ সম্পূৰ্ণ ঘৃণাৰে তেওঁ ক'বলৈ চেষ্টা কৰিছিল—কিন্তু বন্ধুৰ প্ৰফুল্লিত মুখমণ্ডল আহি তেওঁৰ সন্মুখত নত্য কৰিলেহি। অন্তৰৰ সঞ্চিত বিদ্বেষ তেওঁৰ পমি গ'ল। নাই, তেওঁ বিশ্বাস নকৰে উপদেশাৱলীত। তেওঁ কাম কৰিব। দুৰ্বৃত্তটোৱে…

পুনৰ চিন্তা কৰি কলে "মই তেওঁলৈ নিজেই লিখাৰ কথা ভাবিছোঁ।"

"এবা কিয় নিলিখেনো ?" দুৱাৰ মুখলৈ বন্দীক আগবঢ়াই দিওঁতে হাঁহি মাৰি গৃহস্থই ক'লে।

পিছৰ কেইদিন ফেলিক্সে নিঃসঙ্গভাৱে পাৰ কৰিলে। মেৰীয়ালৈ বৈ থাকোঁতে তেওঁ নিঃসঙ্গতাত অভ্যস্ত হৈ গৈছিল। কিন্তু এতিয়া এইয়া আছিল ভিন্ন ধৰণৰ নিঃসঙ্গতা। তেওঁ বৈ থকা নাছিল কাৰো কাৰণে নাইবা একোৰে বাবে। উৎকণ্ঠাৰে তেওঁ সময়বোৰ অতিবাহিত কৰিছিল। সপ্তাহকৈ সপ্তাহ জোৰা অত্যধিক আৰু আবেগপূৰ্ণ

বিশৃঙ্খলতাৰ এটা প্ৰতিক্ৰিয়া হিচাবে তেওঁৰ ওপৰত আহি পৰিছিলহি এক অদ্ভুত তন্দ্ৰাজড়িমা। চহৰখনৰ পৰা গুচিযোৱাৰ কোনো হেঁপাহ তেওঁৰ নোহোৱা হ'ল। তেওঁ বিষয়াজনক কথা দিছিল হয় কিন্তু এইটো ৰখা টান কাম নহ'ল। দীঘলীয়া পথ তেওঁ খোজ কাঢ়ি ফুৰিলে, কিতাপ পঢ়িলে আনকি তেওঁ প্ৰাৰ্থনাও কৰিলে—ব্যাকুলতাৰে ফুচ্‌ফুচায় নহয়, হৃদয়ৰ নিভৃত কোণত তেওঁ বিচাৰিলে সহায়।

জমিদাৰজনে গধূলি পৰত তেওঁৰ বাবে বাট চাই থাকে বুলি জানি তেওঁ দূতাবাসটোলৈ গৈছিল। হাঁহি এটা মাৰি ফেলিস্কে কয় "মই মোৰ জেইলাৰক মোৰ উপস্থিতি জনাবলৈহে আহিছোঁ। এইটো মোৰ কৰণীয় কৰ্ত্তব্য।" জমিদাৰজনে তেওঁৰ কাৰণে বাট চাই থকা নাই বুলি কলেও ফেলিস্কে খোৱা মেজত দেখে দুজনৰ বাবে আয়োজনৰ। সোনকালেই এই গধূলিবোৰ সেই সময়ৰ স্থাপত্য শিল্পৰ পদ্ধতিৰে সজা খোৱা ঘৰত থকাটো তেওঁবিলাক দুয়োৰে বাবে অকৃত্ৰিম আমোদজনক হৈ পৰিছিল। সৰহ ভাগ বিচক্ষণ লোকৰ দৰে তেওঁ জীৱন আৰম্ভ কৰিছিল এজন আদৰ্শবাদী হিচাবে, পৰিপূৰ্ণ বয়সত বিমৰ্ষ হৈ তেওঁ বৃদ্ধ বয়সত সদাশয় দাৰ্শনিক হৈ মতলীয়া হৈ পৰিছিল। উৎকৃষ্ট চৰাইৰ থপ্‌থপীয়া আঞ্জা খায় থকাৰ পৰত এদিন সন্ধিয়া গভীৰ ভাবে চিন্তা কৰি ক'লে "জীৱনৰ এটা দুঃখজনক কথা হ'ল যে তোমাৰ মৃত্যু হোৱা চাবলৈ ইমান সময় থাকে। তোমাৰ নিজৰ শৱযাত্ৰা অনুসৰণ কৰাৰ দৰে এইটো এটা মৰ্ম্মান্তিক দৃশ্য। তুমি জীৱনৰ খেলাবোৰ কেনেদৰে খেলিব লাগে—এইবোৰ বুজিবলৈ আৰম্ভ কৰোঁতেই, তোমাৰ জ্ঞান উপভোগ কৰিবলৈ নাইবা এইবোৰ কামত খটুৱাবলৈ ভাবোঁতেই তুমি অতি বৃদ্ধ হৈ যোৱা।" তেওঁৰ মুখত চৰাইৰ মঙহ ভৰ্ত্তি হৈ আছিল আৰু লগতে সুন্দৰ ফটিকাপি এটা হুমুনিয়াহ এৰি ক'লে "সত্যটো এই যে তুমি সমানহৈ যোৱাৰ পূৰ্ব্বে বহু বছৰ ধৰি তুমি হৈ আছিলা থিয়ভাবে থকা মৰা-শ। এইটোৱেই সকলোতকৈ দুখৰ কাৰণ।"

ফেলিস্কে তেওঁক আনন্দিত কৰি তুলিবলৈ যত্ন কৰা দেখি জমিদাৰ জনে হাতখন ডাঙি ৰাখা দি ক'লে "ঈশ্বৰৰ ধন্যবাদ যে মোক সঙ্গ দিবলৈ

মোৰ এতিয়াও আছে কেইটামান অনৈতিকতা। সচাঁকৈয়ে ধৰ্ম্মপৰায়ণ লোক বৃদ্ধ বয়সত নিশ্চয় বিমৰ্ষ হয়! নিজে খ্ৰীষ্টিয়ান, স্বৰ্গত অনন্ত কাল প্ৰতীক্ষা কৰি থকাটো আপুনি কল্পনা কৰকচোন। মাত্ৰ এই চিন্তাটোৱেই মোৰ দেহত শিহৰণ তোলে। মহম্মদৰ এই বিষয়টোৰ কাৰণে আছিল অধিক আকৰ্ষণীয় মত। প্ৰত্যেক জন বিশ্বাসী লোক স্বৰ্গত প্ৰবেশ কৰোঁতে চাৰিগৰাকী কুমাৰী হুৰিয়ে অপেক্ষা কৰি থকাটো প্ৰতিভাশালীৰ ধাৰণা। কি যে এখন অভ্যৰ্থনা কমিটি। সেই কাৰণেই তেওঁৰ শৰণাৰ্থী সকল খ্ৰীষ্টিয়ানৰ দৰে একে নাছিল। যদি মই এইটো এইদৰে কব পাৰোঁ, তেওঁৰ শৰণাৰ্থী সকল মুমূৰ্ষু হৈছিল মাত্ৰ মৃত্যু হ'বলৈকে।"

সাধাৰণতে খোৱাৰ সময়ত এই ডজবজীয়া মানুহজনে নিৰাশাজনক কথা-বতৰাত লিপ্ত নহৈছিল। তেওঁৰ প্ৰেৰণা আছিল উগ্ৰ। তেওঁৰ হৃদয়ত অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ কাহিনীৰে উপচি আছিল, তেওঁৰ পৰিচিত লোকৰ বিষয়ে তেওঁ দেখা পোৱা ঠাইবোৰৰ বিষয়ে। বিদ্ৰূপভৰা এই কাহিনীবোৰৰে সৈতে সন্ধিযাবোৰ পাৰ হৈ গৈছিল ক্ষিপ্ৰতাৰে।

এদিন তেওঁ নিজৰ গিলাচটোৰ ওপৰেদি ফেলিস্কলৈ চায় বাক্য এটাৰ মাজতে বৈ মন্তব্য কৰিলে "আপোনাক দেখাত আগতকৈ ভাল লাগিছে। সেই কাৰণে মই সুখ পাইছোঁ।"

দুয়ো যেন দুয়োকে বুজিছে—এই ভাবত তেওঁৰ চকুজুৰি কোমল আৰু জ্ঞান গভীৰ হ'ল। খন্তেক পৰৰ বাবে স্নেহ আৰু আস্থাৰ কাৰণে তেওঁৰ চিৰতৰুণ মুখকান্তিত প্ৰতিভাত হ'ল এজন বৃদ্ধ নিঃসঙ্গ লোকৰ গোপন ব্যাকুলতা।

তেওঁ কোমলকৈ সুধিলে "আজি বাকু দিনটো আপুনি কি কৰিলে মেণ্ডেলছন!"

ফেলিস্কে কান্ধটো জোকাৰি ক'লে "বিশেষ একো কৰা নাছিলো— অধিক সময় ভাবিছিলো।"

"দেখ দেখ ভাবেই এটা দুঃখদায়ক পদ্ধতি। সেই কাৰণে সকলোৱে যথাসৰ্ব্বস্বৰ বিনিময়ত এইটোৰ পৰা ফালৰি কাটিবলৈ বিচাৰে। আপুনি

বাৰু কিহৰ বিষয়ে চিন্তা কৰিছিল মই সুধিব পাৰো জানো ?"

নিজৰ হাতৰ গিলাচটোৰ ফালে চাই খন্তেক পৰ ইতস্ততঃ কৰি থাকি শেহত ক'লে— "আপুনি যদি জানিবই খোজে তেন্তে মই কওঁ, পত্নীৰ কথাকে মই ভাবিছিলো। তেওঁৰ প্ৰতি মই অন্যায় কৰিছিলোনেকি ভাবিছিলো।"

"তেওঁৰ অভাব আপুনি অনুভব কৰিছে—নহয় জানো ? ফেলিক্সে মূৰ ডুপিয়ালে আৰু মানুহজনে তেওঁক উৎসাহ দি ক'লে—"কৈ যাওক ফেলিক্স, আত্মাৰ কাৰণে অপৰাধ স্বীকাৰ কৰা মঙ্গল। কেথেলিক সকলে এইটোকেই ইমান ভালকৈ বুজে। ইয়াৰ বিষয়ে কবলৈ সুবিধা দি তেওঁ-বিলাকে পাপ কৰাৰ আনন্দ দুগুণ বঢ়ায়।

ফেলিক্সে সৰুকৈ ক'লে "হয়, মই তেওঁৰ অভাব অনুভব কৰিছোঁ। ভয়ঙ্কৰভাবে মই অনুভব কৰিছোঁ তেওঁৰ অভাব।"

সেই গধূলি তেওঁবিলাক আৰু অধিক আগ নেবাঢ়িল। কার্লে ভবিষ্যদ্বাণী কৰিছিল যে ধীৰে ধীৰে তেওঁ চৈতন্য লাভ কৰিব। জমিদাৰ-জনে বুজিছিল যে ফেলিক্সে নিজৰ অৱস্থাৰ কথা চিন্তা কৰি চাবলৈ ভিতৰি এটা তেওঁৰ গভীৰ পৰিবৰ্ত্তন যেন হ'ব লাগিছে ! তেওঁৰ ভাব হৈছিল তেওঁবিলাকৰ মাজত এটা বিশ্বাসৰ বন্ধন গঢ়ি উঠিবলৈ আৰম্ভ কৰিছে। এইটো অসঙ্গত আৰু অত্যধিক ভাবে খটুৱাই পীড়িত কৰিবলৈ তেওঁ নিবিচাৰিলে। ফেলিক্সৰ কথাৰ উত্তৰত তেওঁ আৰম্ভ কৰিলে এটা বক্তৃতা ; মানৱৰ জটিল হৃদয়ৰ বিষয়ে আৰু মানৱৰ আচৰণৰ ওপৰত তেওঁবিলাকৰ মৰ্ম্মপীড়াদায়ক প্ৰভাৱৰ বিষয়ে।

ফেলিক্স হোটেলটোলৈ উভতি আহোঁতে বেচ পলমহৈ গৈছিল। শীতৰ নিশাৰ নিৰৱতাৰ মাজত চন্দ্ৰালোকিত বৰফ আৰু চন্দ্ৰৰ দৰে নিশ্চল ড্ৰেছডেন হৈ পৰিছিল পৰীৰ দেশ। হিম হৈ যোৱা জোনাকী পৰুৱাৰ দৰে তৰাবোৰ মিট্‌মিটকৈ জ্বলি তিৰবিৰাই আছিল—ময়ূৰ-পঙ্খী কৃষ্ণাভ আকাশত। থিয়েটাৰ প্লাজলৈ আহোঁতে ওবেও বাট ক্ৰমাগত বুকুৰ তলত ভাগি যোৱা বৰফৰ মৰমৰনি তেওঁ শুনিছিল।

তেওঁ আহি যন্ত্ৰবৎ কাপোৰ খুলি শোৱা পাটিলৈ গ'ল। কিন্তু

টোপনি নাহিল। মূৰৰ পাছফালে হাতদুখন ওপৰাওপৰিকৈ থৈ কেইবা ঘণ্টা জুৰি তেওঁ অলৰ অচৰ হৈ পৰি থাকিল। আকৌ তেওঁৰ দৃষ্টি আহি থমকি ৰৈছিলহি কুমাৰী মেৰীৰ মূৰ্তিৰ ওপৰত। প্ৰণয়ৰ সোৱঁৰণি হিচাবে এটিও কথা নোকোৱাকৈ মেৰীয়াই এই 'কুমাৰীৰ' মূৰ্তিটো তেওঁৰ কাষত এৰি থৈ যাবৰ আঠ দিন হ'ল। কিন্তু প্ৰকৃততে এইয়া জানো প্ৰণয় আছিল? তেওঁ সাংঘাতিক ভাবে আতৰি থাকিব খোজা চিন্তা সমূহৰে সন্মুখীন হ'বলৈ তেওঁ অৱশহতে সাহস কৰিলে। এৰা, এইয়া প্ৰেম আছিল—একৰকমৰ প্ৰেম—দগ্ধ কৰি নিয়া, নিঃশেষ কৰি পেলোৱা আৰু শেহত ধ্বংশ কৰি পেলোৱো। সময়ৰ পৰীক্ষাত মাত্ৰ স্থিৰ হৈ থাকিব পাৰে প্ৰকৃত প্ৰেম। তেওঁবিলাকে কেই সপ্তাহ মানৰ ভিতৰতে নিঃশেষ কৰি পেলালে, সকলো কৈ পেলালে···কি এক প্ৰচণ্ড আলোড়নৰ সংগ্ৰাম এই কেই সপ্তাহতে হৈ গ'ল! নহয়, এইয়া স্থায়ী নহ'লহেতেন, এইটো স্থায়ী হ'ব নোৱাৰিলেহেঁতেন। ইতিমধ্যে তেওঁৰ মনত ফটফটীয়া হৈ আহিছিল চেচিলীৰ মুখ কান্তি। লগে লগে মেৰীয়াৰ শুৱনী মুখমণ্ডল তেওঁৰ মনৰ পৰা ক্ৰমাৎ অস্পষ্ট হৈ গৈছিল। কামনা হৃদয়ৰ প্ৰবল সামুদ্ৰিক ধুমুহা। ই জোকাৰিলে, যন্ত্ৰণা দিলে—কিন্তু ই স্থায়ী নহ'ল। তেওঁবিলাকৰ সন্মুখৰ অসংখ্য প্ৰেমিক-প্ৰেমিকাৰ দৰেই মাত্ৰ তেওঁবিলাকে ইজনে সিজনক বিচাৰিছিল—এইদৰে তেওঁবিলাকে আত্ম-বঞ্চনা কৰি তেওঁবিলাকৰ কামনাক প্ৰেমবুলি অভিহিত কৰিলে। কিন্তু কামনাৰ সিপাৰে আছিল আন ৰকমৰ প্ৰেম। এক প্ৰেম যিটো মাত্ৰ মানৱৰ দেহগতেই নহয়—ই মন, হৃদয় আৰু আত্মাৰো প্ৰেম। বাসনাৰ সিপাৰে মেঘালী আবৰণৰ অন্তৰালত থকা সূৰ্যৰ দৰে দীপ্ত হৈছিল প্ৰকৃত চিৰস্থায়ী প্ৰেম—যি প্ৰেমে দুজন লোকক একভূত কৰিছিল মাথোঁ এই জীৱনৰ বাবেই নহয়—কিন্তু অনন্ত কালৰ বাবে।

অকস্মাতে তেওঁ প্ৰায় পাহৰি যোৱা চেচিলীৰ কথা ভাবিবলৈ ধৰিলে। তেওঁৰ মনত পৰি গ'ল ক্ৰমান্বয়ে ব্ৰেকফোৰ্টৰ সেই কুমাৰী ছোৱালীজনীৰ কথা, শ্ৰম কৰি আঙুলিৰে পনীৰৰ দানাবোৰ খুচি খুচি

পৰীক্ষা কৰি চোৱা সুন্দৰ গৃহিনী গৰাকীৰ কথা, পোন প্ৰথমেই জনসাধাৰণৰ সন্মুখলৈ নিব পৰা গাভৰু গৰাকীৰ বিষয়ে, মোৰ্জাৰ্টৰ পদাৱলী ভুলকৈ গোৱা যি গৰাকী কন্যাই তেওঁলৈ আনিছিল এখন পবিত্ৰ হৃদয় আৰু এটা পবিত্ৰ দেহ তেওঁৰ কথা, দাছেলড্ৰেফৰ দিনৰ সেই আনন্দময়ী মিতব্যয়ী তিৰোতা গৰাকীৰ কথা, ৰাইন নদীৰ শোভা দেখি থকা বগা অধ্যয়ন খোটালীত যি পৰদা ওলোমাই দিছিল সেই গৃহিনীৰ কথা আৰু চুইজাৰলেণ্ডৰ পথাৰত কোলাত তেওঁৰ মূৰটো লৈ বহি থকা আৰু ৰহস্যভৰা আহ্বান শুনা লিপজিগৰ সেই পত্নী গৰাকীৰ কথা...

" আৰু এতিয়া তেওঁ তাইক হেৰুৱালে।

মাৰ্ব্বলৰ মেণ্টেল পীচত বহুদিনৰ পূৰ্ব্বে মৃত্যু হোৱা চৰাইৰ ঠোঁটৰ লেখিয়া নাকেৰে সৈতে কোনোবা ৰাজকুমাৰীৰ প্ৰতিমূৰ্ত্তি থকা এটা আহল বহল সেউজীয়া কিংখাপৰ খোটালীত ফেলিস্ক যেতিয়া সবেগে আহি সোমায়ছিলহি তেতিয়া বেৰণ ভন ষ্টুলেইন হেম আচৰিত হোৱা নাছিল। নানাৰঙী মজিয়াত পৰা আছিল এখন উবুচন দলিছা আৰু দেৱালত ওলমি আছিল শেতাঁ চকমাটিৰ প্ৰতিমূৰ্ত্তি।

"ভিতৰলৈ আহক মেণ্ডেলচন, ভিতৰলৈ আহক আৰু বহকহি।" বেৰনে তেওঁৰ বহুমূলীয়া মেজখনৰ পাছফালৰ পৰা হাতখন জোকাৰি কলে। ৰাতি খোৱাৰ বাবে এই মাত্ৰ আয়োজন কৰিবলৈ কৈ শেষ কৰিলো। আৰু দিনটোৰ এই বাকীচোৱা সময়নো কেনেকৈ পাৰ কৰোঁ তাকেহে মই চিন্তা কৰিছোঁ।"

কথা কৈ থাকোঁতে তেওঁ তীক্ষ্ণ সৰু চকুজুৰিৰে ফেলিস্কৰ ক্লান্ত মুখমণ্ডল পৰ্য্যবেক্ষণ কৰি ক'লে "আপুনি যে চকুৰ টিপ মৰা নাই মই বুজিছোঁ। কি হ'ল, সাৱধানেৰে ক'লে "চেচিলী" নেকি ?"

মূৰ দুপিয়ায় ফেলিস্কে বিষণ্ণভাৱে ক'লে "মই তেওঁক মোৰ মনৰ পৰা বাহিৰ কৰিব পৰা নাই।"

জমিদাৰজনে দুঃখেৰে ক'লে "আপুনি নোৱাঁৰে, কাৰণ আপুনি তেওঁক ভাল পায়।"

জাৰকালিৰ পুৱাৰ পোহৰত তেওঁক অস্বাভাৱিক ৰূপে শেতাঁ দেখিছিল, তেওঁৰ সুগোল মুখমণ্ডলত দেখা গ'ল নিমজ্জ কুঞ্চনৰ ক্ৰুছাকাৰে পৰস্পৰ ছেদ হোৱা এক দুৰ্বোধ্যতা। উচাপ খায় ফেলিস্কে বুজিলে তেওঁৰ বন্ধুজন বেচ বৃদ্ধ লোক।

বেৰনে কৈ গ'ল—"প্ৰণয়ৰ পৰা আপুনি কেতিয়াও আতৰি থকা নাছিল, এনেদৰে কাৰ্লো ক্লিঙ্গমেনে মোক কৈছিল আৰু তেওঁৰ কথা সঁচা।"

ফেলিস্কে নিজকে শব্দৰে আঘাত কৰি ক'লে "তেন্তে মই তেওঁক কেনেকৈ এইদৰে লজ্জাজনক ভাবে বঞ্চনা কৰিলো?"

জ্ঞানী আৰু অনুকুল্যকাৰী হাঁহিটো মাৰি বেৰনে ক'লে "বিশ্বাস ঘাটকতা মাত্ৰ হৃদযে কৰিব পাৰে আৰু আপোনাৰ হৃদয়ে তেতিয়াও কৰা নাছিল।"

"মেৰীয়াৰ বিষযে কি কব? তাইৰ কি হ'ব?" ক্ষোভেৰে ফেলিস্কে সুধিলে। তীব্ৰ অনুশোচনাত মাতটো তেওঁৰ কঁপিছিল।

"আমি কূটনীতিক দৌত্যকাৰ্য্যত কোৱাৰ দৰে এটা মাত্ৰ দুৰ্ঘটনা। তাই সেইটোৱেই আছিল।" এটা অনাৱশ্যকীয় কাহিনীৰ দৰে তেওঁ বিষয়টো হাতখন জোকাৰি বাদ দিবলৈ বিচাৰিলে। "এটা দ্ৰুতগামী অদূৰদৰ্শীতা। ফৰাচী সকলে এইটোক কয় ভেলেকী বাজী। কেইটামান সপ্তাহ আপুনি মাত্ৰ ভুল মানুহজনীক চুম্বন কৰিছিল আৰু ভুল শোৱাপাটীত শুইছিল। সেইটো বৰ দোষণীয় নহয়। এই বাবে অনুতাপ কৰক, আপোনাৰ হৃদয়ৰ সন্তোষেৰে অনুতাপ কৰক। কিন্তু অনুগ্ৰহ কৰি এইটো পাহৰি নেযাব। মোৰ দৰে যেতিয়া বুঢ়া হ'ব তেতিয়া এইখিনি সুঁৱৰিলে কিছু আনন্দ পাব।" কিছু সময়ৰ বাবে তেওঁ হাতখনেৰে থুতৰিটি মোহাৰি চিন্তিত ভাবে বিবেচনা কৰি ক'লে—"আপুনি আপোনাৰ এই অভিজ্ঞানৰ বাবে ঈশ্বৰক ধন্যবাদ দিব লাগে। প্ৰথমে ই আপোনাৰ বাবে আছিল যথেষ্ট আনন্দ। দ্বিতীয়তে আপুনি পাহৰি যাব খোজা কিবা এটা ই আপোনাক উপলব্ধি কৰালে—আপোনাৰ সহধৰ্ম্মিণী একেবাৰে ৰূপহী তিৰোতা আৰু আপুনি তেওঁক

যে ভাল পায়—আপুনিচোন পাহৰিয়েই গৈছিল। মাজে সময়ে পাপৰ পৰা তেনে লাভজনক ফল হয়।” তেওঁ আগলৈ হাওলি কিলাকুটাটোৰে মেজখনৰ ওপৰত ভৰ দি সুধিলে “আপুনি ড্ৰেছডেনৰ পৰা উভতি গৈ বাৰু কি কৰিবগৈ?” “মই লিপ্‌জিগলৈ উভতি গৈ ভজনটো গোৱাবৰ কাৰণে যত্ন কৰিমগৈ?” তেওঁ চূড়ান্ত ভাবে ক’লে।

বিস্ময় মানি তেওঁ একৰকম চিঞৰিয়েই সুধিলে “ভজন গীত’? কি ভজন গীত হোঁ? অনুগ্ৰহ কৰি মোক কওকচোন।” ফেলিস্কে এই ভজন গীত আৱিষ্কাৰৰ কাহিনী আৰু এইটো তেওঁ কাৰ্য্যত পৰিণত কৰালৈ হোৱা প্ৰতিবন্ধকবোৰৰ কথা ক’লে। তাৰ পাছত বৰফে ঢাকি থোৱা খিড়িকীৰ আইনা খনলৈ চায় ক’লে“মই এই বিষয়ে কেনেদৰে আগবাঢ়িব লাগে নেজানো। হয়তো মই পুনৰ অকৃতকাৰ্য্য হ’ম। মোৰ জীৱনৰ বাকীচোৱা সময় মই উচৰ্গা কৰিম এই কামত। মই যদি অসৎ ভাবে কাম কৰোঁ তেন্তে মই আৰু নিজত নেথাকিম।”

নিদাৰুণ বেদনাৰে মিনতি কৰি তেওঁ গৃহস্থৰ ফালে চাই সুধিলে ডাঙৰীয়া, মোক কওকচোন বাৰু মই চেচিলীৰ বিষয়ে কি কৰা উচিত? তেওঁ মোক কেতিয়াবা ক্ষমা কৰিব বুলি আপুনি ভাবেনে বাৰু?” তেওঁ যিদৰে করুণ সুৰে কথাবোৰ কৈছিল—ই বৃদ্ধ লোকজনৰ চকুজুৰিলৈ আনিলে হাঁহি। “মোৰ মৰমৰ বন্ধু, ক্ষমা কৰাতকৈ তিৰোতাৰ আন একো আনন্দ নাই। এইটো এওঁবিলাকৰ স্বভাৱত ইমান শক্তিশালী যে তেওঁবিলাকৰ কিছুমানে নীচমনা আৰু শোধনৰ অতীত মদাহীলোকৰ লগত নিজকে সংশ্লিষ্ট কৰি ৰাখে মানে অনিশ্চয়তাৰে সিহঁতক ক্ষমা কৰি নিয়াৰ আনন্দ কণৰ বাবেই।”

“মই বাৰু এতিয়া কি কৰা উচিত?, ফ্ৰেঙ্কফোৰ্টলৈ গৈ সচাঁ কথা কৈ মোক ক্ষমা কৰিবলৈ মিনতি কৰিবগৈ লাগে নেকি?”

বেৰনে এই কথাৰ উত্তৰত হাঁ বা না একোকে নকৈ পাছত ক’লে “তিৰোতাক, বিশেষকৈ নিজৰ পত্নীক সচাঁ কথা কোৱাটো সদায়েই অবিবেচনা। কিন্তু ‘তেওঁ এটা হুমুনিয়া এৰি ক’লে ‘আপুনি মানুহজন হৈছে আবেগপ্ৰৱণ আৰু কূটনীতিবিৰুদ্ধ। আৰু যেই হওক আপুনি

তেওঁক ক'বই। আপুনি নিজকে হীন নকৰিব আৰু তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা নকৰিব। একোৰে বাবে তিৰোতাক কেতিয়াও অনুনয় নকৰিব। এইটো অসম্মানজনক। হয়তো তাৰোপৰি বিৰুদ্ধ স্বভাৱৰ বাবে তেওঁ প্ৰত্যাখ্যানো কৰিব পাৰে। তেওঁ কিজানি কৰিব আপোনাৰ অনুৰোধৰ বিপৰীতটোহে।" নিজৰ দাড়ি কোচাত স্নেহভৰে হাত বুলায় কৈ গ'ল —নহয়, মোৰ পৰামৰ্শ হ'ব, কেইটামান ব্যাখ্যাৰে আৰু অনেক প্ৰণয়-কথাৰে তেওঁলৈ আপুনি এখন মৰমভৰা চিঠি লিখিব লাগে। হয়তো এনেকুৱা এখন চিঠি দেখা পাবলৈকে তেওঁ মৰাৰ দৰে হৈ পৰিছেগৈ আৰু আপোনাৰ ওচৰলৈ এই চিঠি পাইয়ে প্ৰচণ্ডগতিৰে আহিব। মোৰ কথালৈ মন কৰক। নিজকে জোৰ কৰি হলেও তেওঁ আপোনাক ক্ষমা দিবই।"

অলপ সময়ৰ পাছত ফেলিক্সে হোটেললৈ উভতি আহিল। বৈঠক ঘৰটোলৈ সোমায়েই মেজখনত বহি তেওঁ চিঠিখন লিখিবলৈ আৰম্ভ কৰিলে—

মোৰ প্ৰাণাধিকা,

লাজ আৰু হতাশাৰে মই তোমাক ক'ব খুজিছোঁ কিমান তোমাক মই ভাল পাওঁ আৰু তোমাৰ অভাব অনুভব কৰিছোঁ আৰু তোমাৰ বাবে ব্যাকুল হৈছোঁ। মই ভুল কৰিছিলো। মই তোমাক মিনতি কৰিছোঁ মোক ক্ষমা কৰিবৰ কাৰণে···তেওঁ ৰ'ল। ৰাজদূতজনে তেওঁক সাৱধান কৰি দিছিল ভিক্ষা কৰাটো মৰ্য্যদা হানিকৰ। মৰ্য্যদা ৰসাতলে যাওক, তেওঁ তাইক সচাঁ কথা ক'ব, তেওঁক ক্ষমা কৰিবলৈ মিনতি কৰিব। তেওঁৰ সন্দেহবোৰ, তেওঁৰ ব্যাকুলতা, তেওঁৰ অনুতাপবোৰৰ কথা পৃষ্ঠাৰ পাছত পৃষ্ঠাকৈ কৈ তেওঁ হিয়াৰ বোজা পাতলাব। তেওঁ প্ৰায়েই সকলোবোৰ কথা চেচিলীক ক'ব খুজিও তেওঁ কোৱা নাছিল—

এটা দুঃস্বপ্ন দেখি সাৰ পোৱা এজন লোকৰ দৰে মোৰ অৱস্থা হৈছে। মই বিশ্বাস কৰিব পৰা নাই মই যে তেনে কাম কৰিছিলো আৰু তেনে কথা কৈছিলো। তুমি মোক ক্ষমা কৰিবানে মই নেজানো। তুমি যদি মোক ক্ষমা নকৰা তেন্তে মই অভিযোগ নকৰোঁ। মোৰ জীৱন

যাত্ৰাৰ শেহলৈকে মই অকলেই খোজ কাঢ়ি যাম। কিন্তু এটা বিষয় মই কৰিম—মই উভতি যাম লিপ্‌জিগলৈ আৰু আকৌ চেষ্টা কৰিম।

খোটালীটোত হোৱা দ্ৰুত পদধ্বনীত তেওঁ উচাপ্‌ খালে—ঘূৰি চাই দেখিলে ভ্ৰমণৰ পোছাকেৰে তেওঁৰ ফালে দৌৰি অহা চেচিলীক।

"অনুগ্ৰহ কৰি, ফেলিস্ক মোক ক্ষমা কৰা···মই জনা নাছিলোঁ, মই বুজা নাছিলো।"

খন্তেক পৰ তেওঁ আৰু একোকে ক'ব পৰা নাছিল, তেওঁ খামুচি ধৰি এটি শিশুৰ দৰে তেওঁৰ বাহুৰ মাজত মাত্ৰ উচুপিছিল।

তেওঁ চেচিলীৰ মুখখন ডাঙি লৈ তেওঁক ক্ষমা কৰিবলৈ ফেলিস্কে অনুনয় কৰিলে, কিন্তু তেওঁ নুশুনিলে আৰু নিজৰ মুখকান্তিৰে আৰু জোৰেৰে তেওঁৰ বুকুৰ মাজত হেচি ধৰি গুণগুণায় তেওঁ কৈ গ'ল "নহয়, এইয়া তুমি নহয়, মইহে এইটো মই হৃদয়ঙ্গম কৰিবলৈকে আমাৰ বিচ্ছেদ হৈছিল। আৰু এই কথাটোও উপলব্ধি কৰালে যে তুমি অবিহনে মই জীয়াই থাকিব নোৱাৰোঁ। তুমি দেখিবা সোণ। মই এজনী সু-গৃহিণী হ'ম। যেনে ধৰণৰ পত্নী তোমাৰ প্ৰয়োজন। আমি পুনৰ কেতিয়াও বিচ্ছিন্ন নহ'ম। তুমি যলৈকে যাবলৈ মন কৰা আমি যাম, যি তুমি কৰিব খোজা আমি একেলগে কৰিম। এইবাৰ সোণ, এইটো প্ৰকৃততে সুন্দৰেই হওক বা শোচনীয়ই হওক। এইবাৰ এইটো চিৰকালৰ বাবে···

# যাত্ৰাৰ সমাপ্তি

জুলাই মহীয়া আকাশৰ দৰে ডিচেম্বৰৰ নীলাভ আকাশখনৰ সৈতে উজ্জ্বল আৰু তীব্ৰ শীতৰ আছিল এই দেওবাৰটো। চেইণ্ট থমাচ্‌ গীৰ্জ্জা-ঘৰৰ মনিকূটটো কটা চিচাৰ দৰে তিৰ্‌বিৰাই উঠিছিল। অধ্যয়ন খোটালীৰ মজিয়াত সূৰ্য্যৰ জেউতীয়ে সৃষ্টি কৰিছিল এখন তীৰ্য্যক

হালধীয়া কম্বল। সময় যেন নিশ্চল হৈ ৰৈছিল—এনে ধৰণে অদ্ভুত দেওবৰীয়া নিস্তব্ধতাৰ সৈতে ঘৰটো বৰ নিৰৱ আৰু প্ৰাণহীন হৈ পৰিছিল।

সেউজীয়া ডাঠ পশমী কাপোৰৰ চোফাত তেওঁবিলাক দুয়ো ওচৰা-ওচৰিকৈ বহি প্ৰায় ইজনে সিজনৰ গাত গা লগায় শান্তিৰে বহিছিল। মুগাবৰণীয়া সাজটোৰ ওপৰত মাত্ৰ স্থূলভেৰে চটিয়াই লোৱা শুভ্ৰ চেলেং কাপোৰখনৰ সৈতে প্ৰশান্তি ভৰা মুখকান্তিৰে সৈতে তেওঁ চিলাইখন কৰি আছিল, আৰু তেওঁ জেকেট চোলাটো পিন্ধি চুৰত খায় তেতিয়াও আচৰিত হৈছিল সচাঁকৈয়ে তেওঁ চেচিলীৰ লগত আছেনে—এইদৰে আচৰিত হৈ এবাৰ চাইছিল তেওঁলৈ আৰু এবাৰ জুইকুৰালৈ।

নিস্তব্ধতা ভঙ্গ কৰি তেওঁ সুধিলে "আমি উভতি আহিবৰ যে ইতিমধ্যেই চাৰিদিন হ'ল তুমি গম পাইছা জানো?" তেওঁলৈ নোচোৱাকৈয়েই চেচিলীয়ে মূৰ দুপিয়ালে আৰু কিছু সময় বিৰতিৰ পাছত তেওঁ ক'লে "লৰা-ছোৱালী কেইটা ইয়াত থকা হ'লে মোৰ বৰ ভাল লাগিলহেতেন, সিহঁতৰ অভাৱ মই অনুভব কৰিছোঁ।"

"যিমান সোনকালে কামটো হৈ যাব সিমান সোনকালে আমি সিহঁতক পাম। তাত থকাটো সিহঁতৰ কাৰণে ভালেই হৈছে।"

"আৰু সেই কাৰণে সম্ভৱ তুমি হ'বানেকি," তেওঁ সুধিলে, কণ্ঠস্বৰ তেওঁৰ সৰু আৰু স্পষ্ট আছিল। "শোণজনী এই সংগ্ৰামখনত তুমি মোৰ সঙ্গীনী হ'ব খোজাৰ বিষয়ে তুমি সম্পূৰ্ণ ভাবে দৃঢ় নিশ্চিন্ত নে? সুদীৰ্ঘ কালজুৰি এখন কঠোৰ সংগ্ৰাম হ'ব এইখন। আৰু ইয়াৰ অন্ত কেনেকৈ পৰিব মই ক'ব নোৱাৰিম। মই এবাৰ চেষ্টা কৰিছিলো, কিন্তু সফল নহলো।"

"কিন্তু এইবাৰ তুমি মোক পাইছা।" সূতাডাল কামুৰি ক'লে "তুমি যেতিয়া দুটা তেতিয়া তুমি শক্তিমন্ত।"

"আৰু যদি আমি মুখবোৰ চেপেটা কৰি পৰি যাওঁ?"

শান্তভাবে তাই বেজিটোত সূতা ডাল ভৰায় ক'লে "এবা আমি নিজকে তুলিব লাগিব আৰু আন ক'ৰবাত চেষ্টা কৰি চাব লাগিব

বাৰ্লিনতে সম্ভৱ।” তেওঁ মূৰটো জোকাৰি ক’লে “নহয় চিলেটি, আমি যদি অকৃতকাৰ্য্য হওঁ আমি ইমান ক্লান্ত হ’ম যে আমি এটা গাঁতলৈ বগায় গৈ সকলো পাহৰি যাবলৈ বিচাৰিম। কিছু সময় ময়ো বাৰ্লিনৰ কথা ভাবিছিলো। এইটো নহ’ব। প্ৰতিবন্ধকবোৰ অনুৰূপ তেনেই হ’ব বৃহৎ—আনকি বৃহত্তৰ হ’ব। মোৰ পৰিয়ালটোক টানি আনিব লাগিব সংগ্ৰামলৈ। বহুত লোকে দুঃখ পাব। নহয়, সোণজনী, এইটো লিপ্‌জিগত নহ’লে আন কতো নহয়।”

চিলাই কৰি থাকি তেওঁ ক’লে “তোমাৰ কথা সচাঁ, ইয়াত ঠিক আমি দুয়ো আছোঁ। আমি ঠাইখন চিনি পাওঁ আৰু এতিয়াও আছে আমাৰ কেইজনমান বন্ধু।”

“বহুত নাই বুলিহে মোৰ ভয় হৈছে। আৰু সেইটো মোৰ কৰাৰ পূৰ্ব্বে সেই সকলবো বন্ধুত্ব আমি হেৰুৱাব পাৰোঁ।” তেওঁ বুজিছিল চেচিলীৰ কাৰণে বন্ধু নাশ হোৱাটোৰেই আছিল সংগ্ৰামৰ নিষ্ঠুৰতম দিশ। মেয়ৰ পত্নী ইল্‌চাৰ লগত দোকানে পোহাৰে ঘূৰি, মহিলা দাতব্য সংঘৰ সভাবোৰত যোগদান কৰি তেওঁ আনন্দ লভিছিল। তেওঁৰ আঠুৰ ওপৰত হাতখন থৈ তেওঁ কৈ গ’ল “সেই কাৰণেই তুমি সম্পূৰ্ণভাবে সিদ্ধান্ত কৰিব লাগে যে এই সংগ্ৰামলৈ তুমি মোৰ সঙ্গীনী হৈ আহিব খুজিছা।” চেচিলীয়ে তেওঁক কথাষাৰ শেষ কৰিবলৈ নিদি ভয় দেখুৱাই ক’লে “তুমি যদি সেই কথা আৰু এবাৰ কোৱা তেন্তে তোমাক মই ভাল নোপোৱা হ’ম।” চকুজুৰি তেওঁৰ প্ৰেমেৰে উপচি পৰিছিল। “এই বোৰৰ ওচৰত মই থাকিম বুলি তোমাকচোন মই কৈছিলোৱেই। নহয়, ঠিক তোমাৰ ওচৰত নহয়—তোমাৰ লগত। এৰা আমি যদি অধঃপাতে যাওঁ একা” পুনৰ তেওঁ কান্ধটো গভীৰ ভাৱে জোকাৰি ক’লে “আমি অধঃপাতে গলে বন্দুকেৰে আমি শেষ কৰি থৈ যাম।” সামৰিক ৰূপালঙ্কাৰ শুনি তেওঁ হাঁহিলে। “তোমাৰ কথাখিনি ট্ৰেফেলগাৰৰ যুদ্ধৰ দৰে শুনছে।” ভমকৈ তেওঁ জ্বলি উঠি ক’লে “এখন যুদ্ধ যুদ্ধই। আৰু আমি এইখনত বিজয়ী হমেই। আৰু তুমি মোক হাঁহিব নেলাগে।”

তেওঁ প্ৰতিবাদ কৰি ক'লে "মই তোমাক হহাঁ নাই।". তেওঁৰ কথাষাৰ যে মিছা তেওঁৰ চকুৰ ৰেখা কেইডালেই প্ৰমাণ কৰিলে। তেন্তে তোমাৰ হাঁহিবলৈনো হ'ল কি ?"

"একো হোৱা নাই। মইচোন একেবাৰেই হহাঁ নাই ?···আহাঁচোন বাৰু মোৰ কোলাত অকণমান বহাঁহি।"

চোফাখনৰ ওপৰত চিলাইখন থৈ তেওঁৰ আঠুৰ ওপৰত চেচিলী বহিলহি। "সেই কাৰণেই ককাদেউতাই কৈছিল যদি চৰম বেয়াটো আৰু অধিক বেয়ালৈ যায় তেন্তে আমি বন্দুকেৰে গুলি কৰি থৈছে যাম।

বিদ্যুৎগতিৰে তেওঁৰ স্মৰণ হ'ল চেচিলীৰ সেইৰূপ ঘোঁৰাৰ নেজৰ দৰে চুলি বান্ধি, জাভিয়া পিন্ধি কৰা-দেউতাকৰ কথা শুনি থকা সেই অভিব্যক্তি···

"এইটো তেনে অৱস্থা পাবগৈ বুলি মই ভবা নাই" এইবাৰ তেওঁ স্পষ্টকৈ হাঁহিলে। "মই নেভাবোঁ যে আমি এজনে আনজনক গুলি কৰিম। কিন্তু ঠিক তেনেকুৱা ধৰণৰেই এই খন হ'ব এখন বেয়া সংগ্ৰাম। মই এইটো অনুমান কৰিছোঁ।"

তাই জোৰেৰে আশা আনি ক'লে "সম্ভৱ এইটো নহ'বও পাৰে! আমি উভতি আহিবৰে পৰা মানুহবোৰে আমাকচোন্ ভালদৰেই চাইছে!"

"এইটো সঁচা। বৰ ভালকৈ আছে।" তেওঁ মানুহবোৰৰ এই আদৰ সাদৰত অবাক মানিলে আৰু বুজিলে যে কোনো এজন অপচয়কাৰী পুত্ৰ ইমান জনপ্ৰিয় নাছিল। হাৰ্মেন স্কীমিড্ আনন্দত উত্ৰাৱল হৈ আছিল। তেওঁ কৈছিল—"মাননীয় ডাইৰেক্টৰ, আপোনাৰ অবিহনে ঠাইখন বেলেগ লাগিছিল। আপুনি বজাওঁতে যেনে শুনিছিল তেনে শুনা নাছিল অৰ্কেষ্ট্ৰাবোৰ···"

তেওঁৰ আখৰাৰ প্ৰথম পুৱাতেই গিৱানভাজ অৰ্কেষ্ট্ৰাৰ সভ্য সকল জয় উৎসৱত মতলীয়া হৈ পৰিল। কিন্তু তেওঁক অধিক স্পৰ্শ কৰিলে ছাত্ৰ সকলৰ শ্ৰদ্ধাঞ্জলিয়ে। মেজখনত তেওঁ পাইছিল ফুল আৰু সক

ভেলভেটৰ পতি দিয়া বাকচত থকা এডাল পৰিচালকৰ সৰু লাঠি। "আনকি ট্ৰাষ্টী সকলকো বন্ধুত্বপূৰ্ণ যেন লাগিছে, একমাত্ৰ কুৰ্গেৰক বাহিৰে, তেওঁ মোক এতিয়াও আগৰ দৰেই ঘৃণা কৰে।"

"তেওঁ প্ৰত্যেককে ঘৃণা কৰে। এনিশা খাই থাকোঁতে ইল্ চাই মোক কৈছিল যে তেওঁ কৈছিল সকলোবোৰ ইহুদী আৰু কেথেলিক লিপ্‌জিগৰ পৰা গুচিযোৱা উচিত।"

"মই জানো। খ্ৰীষ্টোফোই মোক কৈছিল। তেওঁ ভাবে কুৰ্গেৰ অলৰ্দ বলীয়া। তেনেকুৱা ধৰণৰ মানুহ সকলো ঠাইতে আছে। কিন্তু মোক আকৌ পায় ট্ৰাষ্টি সকল বেচ সুখী হৈছে যেন বোধ হৈছে। খ্ৰীষ্টোফোই সুন্দৰ ভাষাৰে এটা বক্তৃতাকে দিলে।" তেওঁৰ হাঁহিটো এটা হুমুনিয়াহৰ মাজত অন্ত হ'ল।

"কিন্তু মই ভজন গীতটো কাৰ্য্যত পৰিণত কৰিবলৈ ইচ্ছা কৰাৰ কথাটো জানিলে এইটো সলনি হৈ যাব বুলিহে মই ভয় কৰিছোঁ। এইটো তেওঁবিলাকে মুঠেই ভাল নেপাব।"

"কোনো উপায় নাই। তুমি সকলোকে সন্তোষ দিব নোৱাৰা নহয়।"

তেওঁৰ চকুজুৰিলৈ হাঁহিটো উভতি আহিল "প্ৰকৃততে কিছুমান মানুহ আছে যি সকলৰ আপত্তি স্বাতন্ত্ৰ্যৰ প্ৰতীক।"

"ইতিমধ্যে এই বিষয়ে তুমি কেনেকৈ আগ বাঢ়িব খুজিছা? তুমি প্ৰথমে কি কথাটো কৰিব খুজিছা?" চেচিলীৰ বাস্তৱ জ্ঞানে তেওঁক আকৌ এবাৰ মুগ্ধ কৰিলে। তেওঁলৈ ফেলিক্সে চালে—তেওঁ এগৰাকী সাধু দিনত স্বপ্ন দেখা যাজকৰ জীয়েক হ'ব পাৰে, কিন্তু তেওঁ এজন কঠোৰ চিন্তাশীল বণিজ ৰাজকুমাৰৰ নাতিনিয়েকো। তেওঁ ভয়েৰে ক'লে "স্পষ্ট ভাবে ক'বলৈ গ'লে মই সঠিক নেজানো। মই ভজন গীতটোৰ কথা যিমানেই চিন্তা কৰোঁ এইটো সমাধান কৰাৰ কঠিনতা বিলাকত সিমানেই মই আতঙ্কিত হওঁ। আমাৰ প্ৰয়োজন অৰ্কেষ্ট্ৰাৰ, চলোচিষ্টৰ, গায়কৰ আৰু এওঁবিলাকক শিক্ষা দিবলৈ মানুহৰ। এইটো হ'ব এটা ভয়ঙ্কৰ কাম।"

"সেই কাৰণেই বিষয়বোৰ আমি আলোচনা কৰিব লাগিব আৰু আঁচনি কৰিব লাগিব—যদিহে আমি জয়ী হ'ব খোজোঁ।"

"আৰু আমি বন্দুকেৰে গুলি কৰি নেষাওঁ"—তেওঁৰ পৰিহাসটোৰ একো প্ৰতিক্ৰিয়া নহ'ল। তেওঁ চিন্তিত হৈ ৰ'ল, চিন্তাত তেওঁৰ ভ্ৰূ জুৰি কোঁচ খায় গৈছিল। তেওঁ কওঁ নকওঁকৈ কৈ গ'ল "মোৰ এটা ভাব হৈছে। দহ মিনিটৰ কাৰণে আমাৰ আখৰাৰ অনুশীলন বন্ধ হয়—এই বিৰতিৰ সময়কণতে সভ্য সকলক ভজন গীতৰ কিছু উদ্ধৃতি বজাই শুনাব পাৰোঁ। ভজন গীতটোৰ পংক্তি বজাই শুনাম—সঙ্গীতজ্ঞ হিচাবে এই সঙ্গীতৰ মধুৰতা খিনি উপলব্ধি কৰিবলৈ অকৃতকাৰ্য্য নহ'ব। তেওঁবিলাকে বোৰ্ডক অনুৰোধ কৰি এখন আবেদনত চহীও কৰিব পাৰে—"

তেওঁ অসহানুভূতিৰে মুখটো জোকাৰি থকা দেখি তেওঁ বৈ সুধিলে—"কি ভুল হ'ল?"

"সকলোবিলাক মোৰ প্ৰিয়," তেওঁৰ ফালে ঘূৰি তেওঁৰ চুলিখিনিত আঙুলি বোলায় চেচিলীয়ে ক'লে—"তুমি পাহৰি গৈছা যে এই মানুহবিলাক দুখীয়া। তেওঁবিলাকৰ লৰাছোৱালীৰ কাৰণে আহাৰ, জোতা কিনিবলৈ প্ৰয়োজন দৰ্ম্মহাৰ। তুমি কেতিয়াও ধনৰ কথা নেভাবা; কাৰণ তোমাৰ এইয়া আছে। দুখীয়াই ইয়াৰ বাহিৰে একো নেভাবে। তেওঁবিলাকে তুমি বজোৱা শুনিব কিন্তু ভাবি থাকিব তেওঁবিলাকৰ কামটোৰ কথা। এই ভজনগীত স্বয়ং ভগবানে লিখা হলেও তেওঁবিলাকে বোৰ্ডৰ বিৰুদ্ধে কেতিয়াও যাবলৈ সাহস নকৰে। তুমি সম্পূৰ্ণ কৰা সকলোখিনি কামে বোৰ্ডক পোণপতীয়াকৈ তোমাৰ বিৰুদ্ধে কৰি তুলিব।"

"হয়তো তুমি ঠিক কৈছা।"

তেওঁ ঠিক কথা কৈছিল আৰু এই কথা তেওঁ স্বীকাৰ কৰিব লগা হৈছিল আনন্দ আৰু ক্ষোভৰ সানমিহলিৰে। উদ্দেশ্য সাধন অৰ্থে তেওঁ বাস্তৱমুখী আৰু সাৱধানে মৈত্ৰী বন্ধনত থাকিব খোজা দেখি তেওঁ সন্তোষ লভিলে। অকৰ্ম্মণ্য আৰু অবিবেচক বুলি আত্মপ্ৰকাশ কৰি তেওঁ লিপ্ত

হ'ল। "তুমি তেনেহলে কি পৰামৰ্শ দিয়া বাৰু ?"

তেওঁৰ চুলিৰ পৰা হাতখন আতৰাই আনি গভীৰ চিন্তাৰ এটা পৰিচিত ভঙ্গীৰে খুঁতৰিত আঙুলি থৈ তেওঁলৈ নোচোৱাকৈ ক'লে "মই এতিয়া কব নোৱাৰোঁ, বৰ্ত্তমান তুমি তোমাৰ কাম কৰি থাকা। প্ৰত্যেকৰ সৈতে বন্ধুত্ব পৰায়ণ হ'বা, মাননীয় চপাঁৰ কনচাৰ্ট শেষ হৈ নোযোৱালৈকে এটা শব্দও নকৰা।" .

"সেইটো হ'ব অহা সপ্তাহত।"

তেওঁ মূৰ দুপিয়ালে। "তেতিয়ালৈ আমি কিবা চিন্তা কৰিব পাৰিম—নাইবা কিবা ওলট-পালট হৈ যাব।"

"এইটো যে হ'ব তুমি কিহৰ পৰা বুজিলা ?"

"কাৰণ ঈশ্বৰ আমাৰ লগত আছে।"

ভয়ঙ্কৰ সৰলতাৰে তেওঁ এই কথা ক'লে। তেওঁৰ এই প্ৰশ্নহীন বিশ্বাসত পুনৰ তেওঁৰ হিংসা হ'ল। তেওঁ ব্যাকুলতা ভৰা উৎসাহেৰে ক'লে "আমি এইদৰেই আশা কৰোঁহক।"

পৰম সুখ ভৰা আস্থাৰে তেওঁ স্বামীক অভয় দিবলৈ "তুমি দেখিবা এইটো হ'ব, ইতিমধ্যে মই এই বিষয়ে কিবা কৰিবলৈ পালে ভাল পাম। মই ইয়াত সহায় কৰিব পৰা নিশ্চয় কিবা আছে। মই যি কোনো কাম কৰিম।" নীলা চকু জুৰিৰে তেওঁ থৰ লাগি তেওঁলৈ চালে। পদ-মৰ্য্যাদাহীন কৰা এটা কামৰবাবে যিটো চেচিলীৰ বাবে কোনো অৰ্থ নাছিল, ইয়াৰ কাৰণে হাউচ দেখি তেওঁ বিচলিত হ'ল।

স্নেহ ভৰা প্ৰসন্নতাৰে ফেলিক্সে কলে "তোমাৰ কথা শ্ৰুতিমধুৰ।" মাত্ৰ শিশুৰ অনাৱশ্যক সেৱাৰ দৰে তেওঁ এই ব্যাকুলতা মানি লৈ ক'লে "তুমি মোক সহায় কৰিব খোজা দেখি ভাল পাইছোঁ। কিন্তু মই ভয় কৰিছোঁ—"

"মই গীতবোৰ পঢ়ি দিব পাৰিম আৰু এই গীতবোৰ চুনাই লিখি-দিবও পাৰিম। নোৱাৰিম জানো মই ? তুমি মোক দেখুৱাই দিবা আৰু মই বৰ সাৱধান হ'ম আৰু প্ৰথমে বৰ ধীৰে আগ বাঢ়িম" তেওঁ পৰামৰ্শ দি ক'লে। চেচিলীৰ দুঃসাহস দেখি তেওঁ উশাহ বন্ধ হোৱাৰ দৰে হ'ল।

তেওঁ চেচিলীক কেনেকৈ ক'ব যে সঙ্গীত অনুকৰণ কৰি লিখা এটা কৌশল, তেওঁ এই তীব্ৰ ধ্বনি, মৃদু ধ্বনি, স্বৰচিহ্ন, সুৰৰ কম্পন, সুৰৰ আংশিক কম্পনৰ চমৎকাৰ সমাবেশত ব্যৰ্থ হৈ যাব বুলি ? এতিয়া ইমান অন্তৰভৰা মিনতিৰ আৰু নম্ৰতাৰ এই নীলা চকুজুৰিৰ আবেদনক কেনেকৈ তেওঁ প্ৰতিৰোধ কৰিব। সকলো উদ্দীপনা তেওঁৰ নিয়ন্ত্ৰনলৈ আনি ক'লে "এইটোৰ বিস্ময়কৰ কথা হ'ব—লিখিবলৈ আছে ইয়াত বহুতগীত। গায়ক আৰু সঙ্গীতজ্ঞ সকলৰ অংশ, দিস্তাকৈ দিস্তা… ।"

"কাইলৈকে চোন তুমি কনজাৰভেটৰীয়ামলৈ যোৱাৰ আগতে তুমি মোক দুই কি তিনি পৃষ্ঠা দি যাব পাৰা। বৰ টান নিদিবা। তুমি যেতিয়া উভতি আহিবা তেতিয়া মই কি কৰিলো তোমাক দেখুৱাম।"

সন্দেহ তেওঁৰ আছিল। কিন্তু চেচিলীৰ বিশ্বাসে এই সন্দেহৰ দেৱাল চূৰ্ণ কৰিলে। তেওঁ আৰু অকলশৰীয়া নাছিল। তেওঁৰ সম্প্ৰতি আছে বন্ধুত্ব—জ্ঞানী, পৰিশ্ৰমী, আৰু মৃত্যুলৈকে উৎসৰ্গী…ভজন গীতটো কাৰ্য্যত পৰিণত কৰিবলৈ এইয়া হ'ল প্ৰথম অস্থিৰ চাপ। জোহান চেবাষ্টিয়ান বাচে তেওঁৰ প্ৰথম দীক্ষা দিলে…

ফুচফুচায় তেওঁ ক'লে "তুমি কিবা কিছু জানা। মই তোমাক ভাল পাওঁ।"

তেওঁৰ ওচৰলৈ আহি চেচিলীয়ে এনে দৰে থিতাপী ললেহি যে যিটো অৰক্ষিত আৰু বিজয়ী দুয়োটাই আছিল। অসহায়েৰে এৰি দিয়া এক ভঙ্গী যিটোৰ অন্তৰালত আছিল শতাব্দীৰ তিৰোতাৰ বিজয়ী বশ্যতা স্বীকাৰ… ।

সেই দিনা গধূলি তেওঁ কৈছিল "তোমাক কেতিয়াবা মই কৈছিলো- নেকি মনত নাই, কিন্তু ড্ৰেছডেনলৈ মই যোৱাৰ আগতে মোক স্কীমিডে ভজন এটা সমবেত গীত তেওঁক দিবৰ কাৰণে কৈছিল। তেওঁ এক ৰকম সুৰসজ্ঞৰ সভাপতি। মই নথকা অৱস্থাটো তেওঁবিলাকে এই- টোৰ চৰ্চ্চা ৰাখিছিল আৰু অহা সপ্তাহত মই তালৈ গৈ তেওঁবিলাকৰ গীত শুনা তেওঁবিলাকে ইচ্ছা কৰিছে ?"

"তুমি ?"

"আৰু নোৱাৰিম কিয় মই ?"

"এৰা—"

তেওঁ চেচিলীক তুলি ললে। "মই তোমাক সাৱধান কৰি দিছোঁ, এইটো বৰং বহুৰূপীৰ দলহে।"

"বিশ্বই বহুৰূপীৰ দল নহয় জানো ?"

তেওঁ অধিক ক'ব নোৱাৰিলে। কাৰণ তেওঁৰ ওঁঠ জুৰিয়ে চেচিলীৰ ওঁঠ জুৰিত হেঁচা দি ধৰিলে।

সুন্দৰ সফলতাৰে শেষ হ'ল চপাঁৰ কনচাৰ্ট।

চুৰট খোৱা আৰু পুৰুষৰ সাজ পিন্ধা এগৰাকী ভয়ঙ্কৰ মহিলা আৰু নাৰীৰ ভাল পোৱাৰ অধিকাৰলৈ উপন্যাস লিখা বিখ্যাত ঔপন্যাসিকা জৰ্জ্জ ছেণ্ডৰ সৈতে হোৱা তেওঁৰ প্ৰণয়ৰ গুজৱে তেওঁক আবৰি সৃষ্টি কৰিছিল পাপৰ বিষয়ে এক তৃপ্তিকৰ সুগন্ধি আৰু টিকত ঘৰত ভিৰ হৈছিল। প্ৰত্যেকৰে সন্দেহ দৃঢ় হৈছিল যেতিয়া তেওঁ সোঁ'ত মোচ খোৱা কামিজ আৰু দীঘল ঝুল থকা কোটটো পিন্ধি বিমৰ্ষভাবে ধূনীয়াকৈ আহি মঞ্চত দেখা দিছিলহি। লিপ্‌জিগৰ ৰূপহী আয়তী সকলে তেওঁৰ সঙ্গীতত শুনিলে পাপভৰা সোহাগৰ চেপাঁ সুৰ আৰু প্ৰত্যুত্তৰ দিলে প্ৰবল উৎসাহেৰে। তেওঁ নিখুঁতভাবে সুন্দৰকৈ অবিৰাম পৰিবৰ্ত্তন-শীলতাৰে বজাবলৈ আৰম্ভ কৰিলে মোজাৰ্টৰ লা-চি ডেৰেমৰ ৰাগ, আৰু নিজৰ বৰ্চা কিছুমান পিয়ানোৰ ৰাগো তেওঁ বজালে। বন্ধচকুৰ পতাৰ অন্তৰালত তেওঁবিলাকৰ অচিনাকী ৰোমাঞ্চৰ সপোন দেখা এই আদবয়সীয়া চিৰকুমাৰ জনে গুণগুণাই গোৱা নিশাৰ গীত·শুনি শ্ৰোতা সম্মোহিত হ'ল। আৰু তেওঁবিলাকে আবেগেৰে শলাগিলে। তেওঁ-বিলাকৰ চকুবোৰ সিক্ত হৈ পৰিছিল। কনচাৰ্টৰ দ্বিতীয় অংশ তেওঁৰ গানৰ গৎ 'চ অপ্ৰধানত একান্তে উচৰ্গা কৰা হৈছিল। ফেলিক্সে পৰিচালনা কৰিছিল অৰ্কেষ্ট্ৰা। আৰু অভিনয় অন্তত শ্ৰোতাৰ জয়ধ্বনী দুয়োজন বন্ধুৱে সমানে অংশ গ্ৰহণ কৰিলে।

পুনৰ বজাওঁতে ফেলিস্কৰ এক শুৱলা সুৰৰ ওপৰত লিজটৰ বচঁা * দ্বৈত সঙ্গীত বজালে। মঞ্চলৈ আন এটা পিয়ানো অনা হ'ল। আকৌ এবাৰ তেওঁবিলাকৰ বিশাল কনচাৰ্টৰ মাজত ইজনে সিজনৰ মুখামুখী হৈ চপাঁৰ পেৰিচৰ সেই ক্ষুদ্ৰ খোটালীত অস্পষ্ট ভাবে আৰু অতীতৰ সেই দিনবোৰৰ দৰে নিজকে বিচাৰি পালেগৈ। তেওঁবিলাকৰ চকুৰ মিল হ'ল। চপাঁই তেওঁৰ মৰ্ম্মযন্ত্ৰণাৰ হাঁহিটো মাৰিলে। যেতিয়া তেওঁবিলাকৰ আনন্দময় আৰু নিৰ্ব্বোধ যৌৱনৰ স্মৃতি তেওঁৰ হৃদয়েদি বিদ্যুৎগতিৰে বাগৰি গৈছিল। তাৰ পাছত একো নাছিল, মাত্ৰ আছিল মিলিত সুৰৰ ঝঙ্কাৰ, সুৰৰ আৰোহণ, অৱৰোহণ আৰু পৰ্দ্দাত হোৱা আঘাতৰ ধ্বনি- তেওঁবিলাকৰ হৈছিল পিয়ানো-বাদকৰ লিজটিয়ান উন্মাদনা, এই সুৰৰ দৰে আন কোনো সঙ্গীতেই দৰ্শকক কৰি তুলিব পৰা নাছিল এনে ৰোমাঞ্চিত।

প্ৰশংসাৰ জাউৰিৰে এইয়া শেষ হ'ল।

চপাঁ পুৰালৈ বিদায় হৈ যাবগৈ। সেই কাৰণেই চেচিলীয়ে অজুহাত দেখুৱাই আতৰি গ'লগৈ আৰু দুয়োজন লোক অধ্যয়ন খোটালীত থকা চকী কিখনত আৰামেৰে বহি অকলে থাকিল। কনচাৰ্টৰ উত্তেজনাৰ উপশম হৈছিল। তেওঁবিলাকৰ মাজত হোৱা কথাবতৰাৰ সাৰ্থকতা উপলব্ধি কৰি তেওঁবিলাকে কথা সামান্যই পাতিলে। পুনৰ একেলগ হব পৰাটোৱেই যথেষ্ট। নিৰৱতাই বন্ধুত্ব দুৰ্ব্বল নকৰে।

কিছু সময়ৰ পাছত জৰ্জ্জ চেণ্ডৰ লগত তেওঁৰ প্ৰণয়ৰ সামৰণি পৰাৰ কথা চপাঁই ফেলিস্কক কলে।

কণ্ঠৰোধ হোৱা এটা সুৰেৰে তেওঁ কৈ গ'ল "এইয়া ভয়ঙ্কৰ আছিল, দীৰ্ঘকাল প্ৰেম-প্ৰীতিৰ পাছত যেতিয়া প্ৰেমিক-প্ৰেমিকাৰ বিচ্ছেদ হয় তেতিয়া হয়তো তেওঁবিলাকে এই প্ৰেম মাটিত পুতি থবলৈ বিচাৰে।"

চিন্তাৰ ধাৰাটো সলনি কৰিবলৈ ফেলিস্কে সুধিলে "তুমি কি কৰিবলৈ স্থিৰ কৰিছা?"

শ্ৰেভিক লোকৰ দৰে কান্ধটো জোকাৰি পোলিচ মানুহজনে ক'লে

* লিজটৰে ৰচিত হাতে লিখা পুথিখন হেৰাল।

"মই নেজানো। পেৰিচত কথাবোৰ বৰ বেয়াহৈ আহিছে। বিপ্লৱৰ গুজৱ হৈছে আৰু ইতিমধ্যে বহুসংখ্যক ছাত্ৰ-ছাত্ৰী বাহিৰলৈ পলায় গলেই। মই তাহানি গৈ পোৱাৰ দৰেই গৰীব হৈয়েই আছোঁ! বাকী থকা ছাত্ৰী সকলৰ এজনী ছাত্ৰী ষ্টায়ার্লিংএ ইংলেণ্ডত ধাৰাবাহিকতাৰে কেইটামান ঘৰুৱা কনচার্টৰ আয়োজন কৰিছে। যদি মোৰ শক্তিখিনি থাকে মই যাম।

বহু পৰ বৈ তেওঁ ক'লে "তুমি মন কৰিছানে বিপদত পৰা সঙ্গীতজ্ঞ উদ্ধাৰ কৰিবলৈ সদায়েই ইংৰাজ আছে ?"

ফেলিস্কে মূৰ দুপিয়াই ক'লে "আনকি বিথোভেনেও লণ্ডনৰ ফিলহাৰ মানিকৰ ওচৰত আগধন প্ৰাৰ্থনা কৰিছিল।"

"সকলোতে আচৰিত কথা যে এই ধন তেওঁ পাইছিল।" কথাষাৰ কৈ চপাঁই হাঁহিলে। কিছুপৰ দুয়ো নিৰৱে থকাৰ পাছত দুয়ো ওপৰ মহলাৰ খোটালীলৈ গ'ল।

পিছদিনা পুৱা ফেলিস্কে তেওঁক লগত লৈ ঘোৰাঁবাগীৰ আশ্ৰয় স্থললৈ আহিল। পেৰিচমুখী বাটেৰে বাগীখন ঘৰঘৰাই যাওঁতে চপাঁই হাতখন জোকাৰিলে···হঠাতে ফেলিস্কৰ মনত ভাব হ'ল এই অদৃশ্য হৈ যোৱা বাগীখনে বন্ধুক যেন তেওঁৰ পৰা বিচ্ছিন্ন কৰি নিলে। সেইদিনা তেওঁৰ উদ্দীপনা নাছিল। কিন্তু চেচিলীয়ে কৰা কাম দেখুৱাই তেওঁক আনন্দিত কৰি ৰাখিলে। পকুৱাৰ দৰে ধৈৰ্য্যেৰে আৰু অশেষ যত্নেৰে ভজনগীত দুনাই লিখা কামটো দৃঢ়ভাবে তেওঁ খামুচি ধৰিলে। এই সুন্দৰ কাম দেখি ফেলিস্কে বিস্ময় মানিলে। তেওঁ প্ৰশংসা কৰোঁতে চেচিলীৰ চকুজুৰিলৈ আহিছিল দ্যুতি। "মই গীতটো দুনাই লিখিবলৈ ভাল পাইছোঁ। মোৰ যে প্ৰয়োজন আছে এই কাম কৰি তাকে উপলব্ধি কৰিছোঁ।"

সেই গধূলি তেওঁ খোৱাৰ মেজৰ পৰা উঠিব খোজোঁতে ফেলিস্কে পত্নীৰ হাতখনত ধৰি তেওঁৰ কাণে আকৰ্ষণ কৰি ক'লে "সোণজনী, আজি ৰাতি আৰু কোনো কাম নহ'ব। আজি আমি হাৰ্মেস স্কীমিডৰ গায়ক মণ্ডলীৰ গান শুনিবলৈ যাম, আৰু তাত তুমি যদি উচাপ খোৱা

তেতিয়া হ'লে মোক দোষ দিব নোৱাৰিবা দেই। মই তোমাক সাৱধান কৰি দিছিলোৱেই যে তেওঁবিলাক তোমাৰ দৰে নহয়।"

"দেখা যাওক বাৰু।"

সেই নিশা বেচ ঠাণ্ডা আছিল। আৰু তেওঁবিলাকে খোজ কাঢ়ি যাবলৈ ইচ্ছা কৰি আধাঘণ্টাৰ পাছত ৰৰফৰ ওপৰেদি গৈ চহৰৰ পথা বাহিৰলৈ বুলি আগবাঢ়িল। শেহান্তৰত তেওঁবিলাকে আহি উপনীত হৈছিল প্ৰাঙ্গনৰ একোণত থকা এটা ইটাৰ পকীঘৰত, নিশা ইয়াৰ খিড়িকীবোৰ হালধীয়া বৰণৰ লাগিছিল।

ৰৰফে ঢাকিথোৱা লোহাৰ গেইটখন পাৰ হৈ যাওঁতে তেওঁ ক'লে "এই ডোখৰ ঠাই তেওঁবিলাকে কিয় বাচি ললে মই বুজিছোঁ। কোনো এজনক বিৰক্ত নকৰাকৈ তেওঁবিলাকে হাওঁ ফাওঁ ওলায় যোৱাকৈ চিঞৰি গান গাব পাৰে।"

কাৰখানাটোত প্ৰায় পঞ্চাশজন পুৰুষ আৰু নাৰীয়ে এলাহ্মুৰে ভৰি থকা দেৱালত ওলোমাই থোৱা বাগীৰ লেমৰ এঙাৰ বৰণীয়া পোহৰৰ মাজত সৰু সৰু দল হৈ থিয় হৈ আছিল। এদ'ম গধুৰ লোহাৰ যন্ত্ৰ পাতি, শিকলি, কপিকল, হাল, চকা, ধূৰা আৰু সকলোৰকমৰ চকাৰ মাজত তেওঁবিলাকে অপেক্ষা কৰিছিল। দুৱাৰত দৃষ্টি ৰাখি চালিৰে আবৰি থকা কমাৰশালৰ এদ'ম ছাইৰে ঢাক খায় থকা জ্বলন্ত এঙাৰৰ কালে পিঠিদি উমলৈ এটা নিহাৰিৰ ওপৰত বহি হাৰ্মেন স্কীমিডে দুজন বিশিষ্ট অতিথিৰ আগমন অৰ্থে অৰ্দ্ধ গোলাকাৰে থকা শ্ৰোতাক সম্বোধি কথা কৈ আছিল। চেচিলী আৰু ফেলিস্ক সোমায় অহাৰ লগে লগে তেওঁবিলাকৰ কথা-বতৰা বন্ধ হ'ল আৰু তেওঁবিলাকে উভতি চালে।

হাৰ্মেন দৌৰি আহিল তেওঁবিলাকক অভ্যৰ্থনা জনাবলৈ। উত্তেজনাত তেওঁৰ ভ্ৰূযুগল উঠা নমা কৰিবলৈ ধৰিলে। তেওঁ একে উশাহে শিৰ এবাৰ তললৈ নত কৰি এবাৰ ওপৰলৈ কৰি হাতে বিমূঢ়ভাৱে অঙ্গী-ভঙ্গী দেখুৱাই উচ্চ কণ্ঠে ক'লে "মাননীয় ডাইৰেক্টৰ, চিচিলিয়ান ভোকেল চোচাইটীয়ে আপোনাক অভ্যৰ্থনা জনাবলৈ পায় পৰম সম্মানিত অনুভৱ কৰিছে। আপোনাকো আইদেউ মেণ্ডেলচন।"

উত্তেজিত গাম্ভীৰ্য্যেৰে তেওঁবিলাকক বাট দেখুৱায় চালিখনৰ মাজেদি এখন ওখ বেদীৰ ওপৰত ওচৰাওচৰিকৈ থকা দুখন সুসজ্জিত চক্‌চকীয়া ভেলভেটৰ চকীৰ ওচৰলৈ তেওঁ আনিলে। এনে পৰিবেশত দেখাত এইটো বৰ অস্বাভাৱিক যেন লাগিছিল। চেচিলী আৰু ফেলিস্কে আসন গ্ৰহণ কৰাৰ পাছত তেওঁ ব্যস্ত হৈ অস্থিৰ ভাবে ফেলিস্কক বাৰে বাৰে কেইপ আৰু টুপীটো খুলিবলৈ ক'লে আৰু এই কিপদ নি তেওঁ মৰাপাট যেন চুলি থকা এজন ডেকাৰ হাতত বহু উপদেশৰে সৈতে দিলে। ডেকা জন হাৰ্মেনৰ সহচৰ। ইতিমধ্যে গায়ক গায়িকা সকলে তেওঁবিলাকৰ বাদ্যযন্ত্ৰপাতি গোটাই পৰিচালকৰ ঘৰুৱামঞ্চ আবৰি থিয় হ'ল। তিৰোতাবোৰ থিয় হৈছিল পুৰুষবোৰৰ সম্মুখত।

হাৰ্মেনে সৌজন্যতাৰে ক'লে "আপোনাৰ অনুমতিৰে সৈতে এতিয়া আমি আৰম্ভ কৰিম।" হাৰ্মেনৰ এই সম্মান প্ৰদৰ্শনত ৰাজোচিত-জনিত ভাব অনুভব কৰি সম্মতিৰে দুয়োজনা অতিথিয়ে হাঁহিলে। স্কীমিডে বেদীৰ সম্মুখত কেইফুটমান আতঁৰত বেদাৰ দৰে ওখ এডোখৰ ঠাইত উঠি বাঁহীটোৰে তীব্ৰ আঘাত কৰি নাটকীয় ধৰণে হাতদুখন মেলি দিলে। তেওঁৰ সঙ্কেতত তিৰোতাৰ উদ্বোধনী কোৰাচটো জোৱাৰৰ দৰে ক্ৰমে ওপৰলৈ উঠিল। সোনকালেই গভীৰ উদাত্ত সুৰেৰে এইটো গাবলৈ ধৰিলে পুৰুষ সকলে। ফেলিস্কৰ উশাহ বন্ধ হৈ গৈছিল। এক শিহৰণ মেৰুদণ্ডই দি দৌৰি গ'ল। চকীৰ নালত তেওঁ দৃঢ়ভাবে খামুচি ধৰিলে যেতিয়া মৃদুগতিৰে ভজন গীতটোত স্পন্দিত হৈ উঠিছিল প্ৰাণ। আনকি অৰ্গেন অৰ্কেষ্ট্ৰা অবিহনে, গায়ক গায়িকা সকলৰ ভুল হোৱা সত্বেও আৰু স্কীমিডৰ অপৈণত পৰিচালনাত ইয়াৰ শোভা বাঢ়িছিল, গোটেই পুঁৰতিৰ আকাশখনক সুৰুযে নিৰুদ্ধ গতিৰে শোভাময় কৰি তোলাৰ দৰে ক্ৰমাগত পোৱা বাধাবোৰৰ মাজতো এই গীতৰ সুৰ ব্যাপ্ত হৈ পৰিল। তেওঁ ঠিক কৈছিল। এইটোৱেই শ্ৰেষ্ঠতম গীত আৰু তেওঁ এইটো বিশ্বক দিব—ইয়াত যদি জীৱনৰে মূল্য দিব লগা হয় তথাপিও।

চেচিলীৰ হাতখন আহি আলফুলে তেওঁৰ হাতৰ ওপৰত বৈছিলহি।

প্ৰেমেৰে তেওঁৰ হৃদয় উপচি পৰিল। হয়, চেচিলী তেওঁৰ কাষত, এই গাড়ীৰ চকা নিৰ্ম্মাণ কৰা চালিখনৰ তলত, এই বন্ধুত্ব ভৰা দলটোৰ মাজত আছে। চেচিলীৰ অভিব্যক্তিৰ পৰাই তেওঁ বুজিছিল চেচিলীয়ে যে তেওঁৰ মনৰ ভাব বুজিছে। চেচিলীয়ে এই সঁহাৰিও দিছিল যিয়েই নহওক কিয় ভালেই হওক বা বেয়াই হওক নাইবা শোচনীয়ই হওক—চিৰকালৰ কাৰণে তেওঁৰ লগত প্ৰিয়তমা পত্নী থাকিব—সেইদিনা গ্ৰেছডেনত প্ৰেমৰ নবজন্ম হওঁতে চেচিলীয়ে তেওঁক ইয়াকেই কৈছিল।

বিৰতিৰ সময়ত তেওঁবিলাকে লগ পালে গায়ক-গায়িকা সকলক। মানুহবোৰৰ কঠিন হাতবোৰ কৰমৰ্দ্দন কৰি সিহঁতৰ গৌৰৱ আৰু আবেগৰ হাঁহিৰ প্ৰত্যুত্তৰ দিলে হাঁহি আৰু প্ৰশংসাৰে। তেতিয়া বিজয় মুহূৰ্ত্তত বাস কৰা স্কীমিডে পৰিচয় কৰি দিয়াৰ কাম সমাপ্ত কৰি আনিছিল। এইয়া হেনচ্ মুলাৰ, এইয়া অটো ৰেইনবেক, আৰু এইয়া কাৰ্ল ৰিটাৰ। চুটি গলধন আৰু বহল কান্ধ থকা নবাৰ দৰে গাল আৰু গভীৰ ৰেখাযুক্ত মুখেৰে সৈতে তেওঁবিলাকৰ সৰহভাগেই কাৰখানাৰ শ্ৰমিক, গ্ৰীসাগেটত গছৰ চাল শুকুৱাই ৰঞ্জনৰ কাম কৰা লোক, মদ তৈয়াৰ কৰা মানুহ, টাব্, পিপা আদি সজা মানুহ নহলে কচোৱান, গাৰোৱান আদি, চুণ বালি পানী গজাঁল লৈ থকা ৰাজমিস্ত্ৰীসকল, সাৰৰ তীব্ৰ দুৰ্গন্ধ লাগি থকা আস্তাবলৰ লগুৱাবোৰ। অ'ত ত'ত আছিল দুই-এজন ভদ্ৰ কাৰিগৰ, ঘড়ী নিৰ্ম্মাতা, পুতলাত ৰহণ বোলাওঁতা, আলমাৰীৰ মিস্ত্ৰি, আৰু দুই এজন চুবুৰীয়া দোকানী।

ইটাবৰণীয়া মুখমণ্ডলত তিৰবিৰাই থকা দুটা চকু, কেকোৰা আৰু মটীয়া বৰণৰ চুলিৰে সৈতে হাঁহি থকা অতিকায় মূৰ্ত্তি এটাৰ কালে হাৰ্মেনে উভতি চাই ক'লে "এইয়া ফ্ৰেঞ্জ টেনজেন। এই ডোখৰৰ গৰাকী এওঁ।"

অপ্ৰতিভ হোৱা অতিকায় মানুহটোক ফেলিস্কে সেই মূহুৰ্ত্তত হোৱা সহানুভূতিৰে মিছাকৈয়ে ক'লে "আপোনাৰ ধুনীয়া গাড়ীবোৰৰ মই শলাগ লৈছোঁ।"

তেওঁলৈ এটা বিধস্ত কৰি নিয়া হাঁহিৰে একে সুৰতে চেচিলীয়ে

ক'লে "আৰু আজি আপোনাৰ সুৰদী কণ্ঠবো শলাগ লৈছোঁ।" কাৰিগৰ জনে লাজেৰে মূৰটো, দুপিয়ায় কিছুমান চেপা গুণ্‌গুণনিৰে হাতখন জোকাৰিলে।

তিৰোতাবোৰো শ্ৰমিকেই আছিল। তেওঁবিলাকে পিন্ধিছিল ঢিলা পোছাক, কাঠৰ তলিদিয়া জোতা আৰু গধুৰ উলৰ স্কাৰ্ফ। সিহঁতৰ সৰহভাগেই আছিল আদবয়সীয়া আৰু সিহঁতৰ স্তনবোৰ সোতোঁৰা পৰিছিল। বছৰজুৰি ধোৱা পখলা কৰা, সৰা-মোচা, পানীৰ পাম্প কৰা আদি কামবোৰে, সিহতঁৰ হনু ওলায় পৰা মুখবোৰত চাব বহুৱাইছিল। যেই হওক আপেল বৰণীয়া গাল, শানৰ দৰে চুলিৰে কেইগৰাকীমান সুন্দৰী গাভৰু আহিল। সিহঁতে পিন্ধিছিল সাম্প্ৰতিক ঢঙৰ হাতে বোৱা কাপোৰ। এগৰাকী নিটোল, ঘূৰণীয়া গালেৰে সৈতে ত্ৰিশবছৰীয়া তিৰোতালৈ অস্বস্তিৰে হাতজোকাৰি দেখুৱাই গল খেকাৰি মাৰি কণ্ঠস্বৰ পৰিস্কাৰ কৰি হাৰ্মেনে ক'লে "আৰু-এইয়া মেগডালেনা ক্লৰা।"

বিমূঢ় হৈ ফেলিস্কে এই মানুহজনীলৈ ঘোপা কৰি চালে। এই মানুহজনী ক'ৰবাত দেখিছিল—কিন্তু কত?…তাই পুভোজনক ভাবে টক্‌টককৈ ৰঙা আৰু বিপৰীত বৰণীয়া বিচিত্ৰ সাজ পিন্ধিছিল। তাই মূৰ অবনত কৰিলে।

লাজকুৰীয়া হাঁহি আৰু অপটু ভাবে মূৰদুপিয়াই আত্মতুষ্টি লাভ কৰা তিৰোতাসকলৰ দৰে মানুহজনীয়ে মূৰ দুপিওৱা নাছিল। তাই মূৰ দুপিয়াইছিল জাগতিক ভাবে আৰু আত্ম-প্ৰত্যয়েৰে। তাই অসম্পূৰ্ণকৈ সংক্ষিপ্ত সৌজন্যৰে মোলায়েমকৈ চেচিলীক ক'লে "আপোনাৰ সেৱিকা আইদেউ।"

তাৰ পাছত সহকৰ্মী সকলৰ ভীত চাৱনিৰ মাজত তাই মাধুৰ্য্যভাবে সমান্তৰাল ভাবে ফেলিস্কৰ ওঁঠত তুলি ধৰিলে বগা আৰু নিস্তেজ হাতখন। যন্ত্ৰবৎ এটা চুম্বন কৰাৰ বাহিৰে ফেলিস্কৰ আৰু কোনো উপায় নাছিল।

লৰালৰিকৈ হাৰ্মেনে ক'লে "মেগডালেনাৰ আছে এটা মৌ-মিঠা মাত। তেওঁ আমাৰ তাবাস্বৰ গ্ৰামৰ গায়ক-গায়িকা সকলৰ নেত্ৰী।"

"এইটো হৈছে কাৰণ মোৰ এইটো ব্যৱসায়। প্ৰকৃতপক্ষে মই গোটেই জীৱনেই বৃত্তিধাৰী আছিলো। আপুনি জানিব খোজা যি কোনো থিয়েটাৰৰ নাম কৰক—লুৱেনষ্টেড, মেগ্‌ডাবার্গ, বেৰ্ভেন—কোনো পার্থক্য নাই। মই ইয়াত অভিনয় কৰিছিলো—" উত্তেজিত হৈ সুন্দৰ কৌতুক ৰসবোধেৰে তাই কৈ ফেলিস্কলৈ পোনে পোনে চালে। "বহুবছৰ আগতে মই বার্লিনৰ ফ্ৰেডেৰিক থিয়েটাৰত গান গাইছিলো। এই বিশ্ৰাম আলয়ৰ থিয়েটাৰ ঘৰটো ধোৱাঁৰে উপচি পৰিছিল···আনা স্ক্ৰাম্পনেগ্‌ল···আৰু কাশ্মীৰি টুপী আৰু হালধীয়া হাতমোজা পিন্ধা অধঃপাতে যোৱা চহৰৰ সেই তজ্‌বজীয়া ডেকাজন···

ব্যাঘাত জন্মাই স্কীমিডে ক'লে "সেইটো সুন্দৰ কথা মেগডালেনা, কিন্তু মাননীয় ডাইৰেক্টৰ···

মেগডালেনাই মাত্ৰ তেওঁক উপেক্ষা কৰিলে—"অৱশ্যে এইমাত্ৰ আমি আপোনালোকৰ বাবে যি গীত গালো সেই গীতবোৰ তেনেধৰণৰ নাছিল। কাৰণ আপুনি ফ্ৰেডেৰিক থিয়েটাৰত দেখিছিল নহয় তেওঁবিলাকে আপুনিনো কি গাইছে কেৰেপ নকৰিছিল···যিহেতু আপুনি···"

এইবাৰ স্কীমিডে ভয়ানক ভাবে মেগডালেনাৰ অনুস্মৰণ চমুকৰি দি ক'লে যে ডাইৰেক্টৰ আৰু তেখেতৰ পত্নী ক্লান্ত হৈছে আৰু তেখেতসকল ঘৰলৈ উভতি যাবলৈ উদ্বিগ্ন হৈছে। তাৰ পাছত তেওঁ পুনৰ গায়ক-গায়িকা সকলৰ গানৰ কাৰণে অভিনন্দন জনালে।

"কোনোবা দিনা বিশ্বৰ সকলো কনচার্ট হলত খ্ৰীষ্টৰ এই মৃত্যু ভজন শুনিবলৈ পাব। কিন্তু এই গীত আপোনালোকেই প্ৰথমে গাইছিল বুলি ক'বলৈ সমৰ্থ হ'ব।" ফেলিস্কে ক'লে। উভতি আহোঁতে চিন্তিত ভাবে নিৰৱতাৰ মাজেৰে দুয়ো আগ বাঢ়িছিল। চেচিলীয়ে ফেলিস্কৰ বাহুত ধৰি খোজ কাঢ়ি গৈছিল। ঘৰৰ ফালে আগবাঢ়োঁতে চেচিলীয়ে ক'লে "মই এই গধূলিটো কেতিয়াও নেপাহৰোঁ।—কিয় এই মানুহবোৰ সুন্দৰ।"

আবিষ্কাৰৰ বিস্ময় এতিয়াও চেচিলীৰ কাণত বাজি আছিল। তেওঁৰ কাৰণে টেন্‌ক্লানৰ চালি ঘৰলৈ যোৱাৰ বিষয়টো দলবদ্ধ হৈ বাস কৰা ৰহস্যাবৃত আফ্রিকালৈ যোৱাৰ দৰেই দুঃসাহসী অভিযান আছিল। ক'ব লাগিব এনেদৰেই প্ৰথমবাৰৰ কাৰণে তেওঁ কেন্দ্ৰীভূত সমাজৰ পৰা দুঃসাহসেৰে ওলায় আহি ঘৰে ঘৰে গৈ নিৰিহ আৰু স্নেহৰ যোগ্য জনগণৰ মাজত সাধাৰণ মহিলাৰ বেশেৰে নিজকে মিলায় দিছিলগৈ। তেওঁৰ বাহুত চাপ দি ফেলিস্কে ক'লে "চিলেটি, মই তোমাক এটা মহৎ আৰু গোপন কথা কওঁ, ধনীৰ ধন থকাৰ বাহিৰে ধনী-দুখীয়াৰ মাজত কোনো পাৰ্থক্য নাই।"

নিশা যেতিয়া তেওঁ কাপোৰ সলাইছিল আৰু চেচিলীয়ে সচৰাচৰ কৰাৰ দৰে যেতিয়া সোণালী চুলি কোচা কৰিয়াইছিল নিজৰ চিন্তা আতৰাই তেওঁৰ ফালে ঘূৰি চাই ক'লে "সিহঁতৰ গীত শুনি মই বৰ ভাল পালো—তুমি শুনা নাছিলা জানো?"

"এইটো অতি সুন্দৰ হৈছিল। মই আশা কৰাতকৈয়ো অধিক ভাল। তেওঁবিলাকৰ শিক্ষাৰ প্ৰয়োজন। অৱশ্যে দলৰ নেতাসকলৰহে সঠিক সময় তেওঁবিলাকে ৰাখিব পৰা নাছিল। বৰ দেৰীকৈ নাইবা বৰ সোনকালে তেওঁবিলাকে আৰম্ভ কৰিছিল।"

তেওঁ কোমলকৈ ক'লে "হয়তো তেওঁবিলাকক তুমি সহায় কৰিব পাৰিবা ছাগৈ।"

"মই নে?"

"এৰা, তুমি সিহঁতক শিকাব নোৱাৰিবা জানো? কেনেকৈ তাল ৰাখিব লাগে সিহঁতক তুমি শিকাব পাৰিবা।"

তেওঁৰ পৰামৰ্শই তেওঁক অপ্ৰস্তুত অৱস্থাত পেলালে। ভজন গীতটো কাৰ্য্যকৰী কৰি তোলাৰ কথা যেতিয়াই তেওঁৰ মনলৈ আহিছিল সদায় তেওঁ বিবেচনা কৰিছিল অতি যন্ত্ৰণাৰে বৃত্তিধাৰী শিক্ষকে বৈচিত্ৰ্য-হীনতাৰে বৃত্তিধাৰী ছাত্ৰ-ছাত্ৰীক সঙ্গীতৰ পাঠ শিকাব লগীয়া হোৱা বিষয়টো। ন-শিকাকৰ প্ৰতি থকা অভিজ্ঞ লোকসকলৰ অসংখ্য ইচ্ছা পূৰণৰ হেপাঁহ, অস্পষ্ট অহঙ্কাৰ, দয়া স্বাভাবিকতে তেওঁৰো আছিল।

শোৱাপাটিলৈ পিছলি যাওঁতে তেওঁ পুনৰ সুধিলে—"তুমি নোৱাৰিবা জানো ?"

অনিশ্চয় ভাবে তেওঁ ক'লে "তাকেই মই অনুমান কৰিছোঁ।"

"এইটো যেনিবা আৰম্ভণি হ'ব। একো নোহোৱাতকৈ এইটোৱেই ভাল হল।" গুণ্‌গুণাই চেচিলীয়ে ক'লে।

কিন্তু তেওঁৰ মনৰ ভিতৰত বাধা বিপত্তিয়ে ভিৰ কৰিলে।

"এই কাম অতি টান হ'ব। এই মানুহবোৰে স্বৰলিপিবোৰ পঢ়িব নেজানে। সিহঁতক পণ্ডিতৰ আঁচবিলাক বাৰে বাৰে শিকাব লাগিব। মোক লাগিব এটা পিয়ানো। আৰু মই সিহঁতক শিকাম ক'ত ? টেন্‌জানৰ চালিথনৰ তলত কোৰাচৰ শিক্ষক হোৱাৰ কথা মই ভাবিব পৰা নাই এথোন। তুমি ভাবিছা জানো ?"

তেওঁ নিৰুত্তৰ হৈ এই বিষয়টোত আৰু অধিক হেঁচা নিদিলে। তেওঁ শোৱা পাটীলৈ অহাৰ পাছতো তেওঁ মনে মনে আছিল। একেটা গাৰুতে মূৰ থৈ দুয়ো ওচৰাওচৰিকৈ কিছু সময় পৰি ৰ'ল। মুখত মুখ লগাই ওঁঠ প্ৰায় স্পৰ্শ কৰি থকা এটা নতুন অভ্যাস দিনান্তৰ এই কেইমিনিট তেওঁবিলাকৰ অলপৰ পৰা হ'বলৈ ধৰিছিল। সম্পূৰ্ণ কপটহীনতাৰ এইটো মুহূৰ্ত আছিল একত্বৰ, যেতিয়া তেওঁবিলাকে কথাৰে ব্যক্ত কৰিবলৈ অতি জটিল আৰু ঠুনুকা যেন পাইছিল তেওঁবিলাকে সেইবিলাক কথা চকুৰে কৈছিল। কেতিয়াবা কাপোৰৰ তলত তেওঁবিলাকৰ হাতে হাতে লাগোঁতে তেওঁবিলাকে অনুভৱ কৰিছিল এক অদৃশ্য চাব। আঙুলিৰ একণ স্নেহ পৰশৰ পৰা তেওঁবিলাকে জানিব পাৰিছিল প্ৰণয়ৰ বাবে তেওঁবিলাক বুভুক্ষিতনে নাই নিদ্ৰা যাবলৈ প্ৰস্তুত।

আজি নিশা চেচিলীয়ে নিজৰ স্বচ্ছ আৰু দীপ্তিহীন চকুজুৰিৰে তেওঁলৈ চাই গুণ্‌গুণাই ক'লে, "সেই মেগ্‌ডালেনা বোলা ছোৱালীজনীক তুমি বাৰ্লিনত থাকোঁতেই চিনি পাইছিলা নহয়নে ? তাই তোমাৰ ৰক্ষিতা আছিল হ'বলা ?" পাপপূৰ্ণ শব্দটো তেওঁ জোৰ কৰি উচ্চাৰণ কৰিলে।

"ভাল ঈশ্বৰ, নহয়। মই তাইক পূৰ্ব্বে দেখাই নাই।"

"তেনেহলে তাই তোমাক নো চিনি পালে কেনেকৈ? তুমি ফ্ৰেডেৰিক থিয়েটাৰলৈ ঘনাই ঘনাই গৈছিলানেকি?"

—সেই জুৰি চকুৰ পৰা ত্ৰাণ পাবৰ উপায় নাই—

"এৰা, তুমি বুজিছা, কাৰ্লৰ এজনী ছোৱালী আছিল। তায়ো তাতে কাম কৰিছিল। তাইৰ নাম আছিল আনা স্ক্ৰাম্পনেগেল—" "তাই ৰূপহী আছিল নহয়নে?"

তেওঁৰ মনত নপৰে, এইটো বহু পুৰণি কথা—

আৰু এইটো তেওঁৰ কাৰণে অৰ্থহীন। কাৰ্লে তাইৰ ওপৰত চকু ৰাখিবলৈ তেওঁক অনুনয় কৰিছিল।—

"তুমি চকু ৰাখিছিলানে?"

"এৰা, ৰাখিছিলো—এক অৰ্থে কথা-বতৰাৰ মাজেৰে। তেওঁ এইটো কৰিব লগা হৈছিল। কাৰণ তেওঁ কাৰ্লৰ ওচৰত ঋণী এজন ডেকাই তেওঁৰ বন্ধুৰ কাৰণে কৰা এটা কাম আছিল এইটো। কিন্তু সম্পূৰ্ণ নিৰ্দ্দোষৰ, ইয়াত একো নাছিল। অদ্ভুত কাম আছিল প্ৰকৃততে।

কিছুসময় তেওঁক ফ্ৰেডেৰিক থিয়েটাৰলৈ যোৱাৰ বিষয়টো বাহুল্যকৈ আলোচনা কৰিবলৈ দিলে।

তাৰ পাচত তেওঁ শান্তভাবে ক'লে "কিন্তু তাই তোমাৰ ৰক্ষিতা আছিল—এই আনা…হোৱা নাছিল জানো তোমাৰ ৰক্ষিতা?"

ৰসাতলে যাওক, এওঁৰ লগত চালাকি কামত নাহে। ইচ্ছা কৰিলে পত্নীয়ে পতিৰ অতীতৰ সকলো বিচাৰি উলিয়াবই। তলৈ চায় ক'লে "আছিল।"

"তাইক তুমি ভাল পাইছিল্যানে?"

ভীষণ ভাবে তেওঁ প্ৰতিবাদ কৰি ক'লে "নাই, মই মুঠেই ভাল-পোৱা নাছিলো।"

"তাই তোমাক ভাল পাইছিলনে?"

"নিশ্চয় পোৱা নাছিল"—অধিক উৎসাহেৰে তেওঁ অস্বীকাৰটো কৰিলে। "মোৰ কাৰণে অকণো চিন্তা নকৰিবা। মই দেখোন

কৈছোৱেই যে এইটো একোকে নাছিল। মই শুনিছোঁ তাই এতিয়া সন্মানিত ভাবে বিবাহিতা মহিলা।”

“আৰু এই মেগডালেনা ?”

এইয়া তেওঁ দৃঢ়ভিত্তিৰ ওপৰত আছে, তেওঁ সহানুভূতিহীন আৰু সত্যবাদী দুয়োটাই হ'ব পাৰিলেহেতেন। আগন্তে তেওঁ তাইক কেতিয়াও দেখা নাছিল।

“মই তোমাক সন্মানেৰে দোহাই দি পবিত্ৰ ভাবে কথা দিছোঁ…” তেওঁৰ কথা চেচিলীয়ে বিশ্বাস কৰিলে। খন্তেকপৰ তেওঁৰ নিৰ্দোষ আত্ম প্ৰকাশলৈ মন নকৰি চেচিলী মনে মনে ৰ'ল।

নিচেই সৰুকৈ মৃদুভাবে তেওঁ তাৰ পাছত ক'লে “তেন্তে মই ভাবিছোঁ এইটো ঠিক হ'ব। তাই তেনেহলে ইয়ালৈ আহিব পাৰিব বুলি মই অনুমান কৰিছোঁ।”

“ইয়ালৈ ? কিহৰ কাৰণে বাৰু ?”

“তুমি সেই মানুহবোৰক সহায় কৰিব খুজিছা, নাই খোজা জানো ? তুমি কৈছিলা সিহঁতৰ প্ৰয়োজন শিক্ষাৰ।”

“ইয়াত ?”

“মাত্ৰ এইখনেই ঠাই বুলি মোৰ ভয় হৈছে। পিয়ানো এটা তোমাৰ আছেই। আৰু তুমি নিজৰ ঘৰত যিহকে কৰা লাগিলে ট্ৰাষ্টী সকলে প্ৰতিবন্ধক জন্মাব নোৱাৰে।” চেনেহতে তেওঁৰ চকুযুৰি আচ্ছন্ন হ'ল। তেওঁ বুজিছিল এইখিনি কথা কব'লৈ তেওঁ কিমান চেষ্টা কৰিব লগা হৈছে। একান্ত নিৰ্জ্জন স্থানৰ ঘৰখন পবিত্ৰ ঠাই। পৰিয়ালৰ পবিত্ৰ স্থান কাচিৎ হে মুকলি হয়। আৰু তাকো হয় মাত্ৰ সাৱধানে বাচিলোৱা বন্ধু-বান্ধৱৰ কাৰণেহে। “সেই মানুহবোৰ ইয়ালৈ আহিলে তুমি জানো সচাঁকৈয়ে বেয়া নেপাবা ?”

তেওঁ কষ্টেৰে সেপ ঢুকি ক'লে “নেপাওঁ, সচাঁকৈয়ে মই বেয়া নেপাওঁ। তুমি যেতিয়া সিহঁতক জানিব পাৰিবা তেতিয়া তুমি সিহঁতক ভাল পাবা।”

দুয়ো দুয়োকে চুম্বন কৰি নিশাৰ বাবে বিদায় ললে। চেচিলীৰ

প্ৰায় টোপনি আহিছিল। এনেতে আধামেলা চকুজুৰিৰে তন্দ্ৰাজড়িত এটা হাঁহি মাৰি তেওঁৰ ফালে চায় ক'লে "মই তোমাক কৈছিলো ঈশ্বৰ আমাৰ লগত আছে আৰু কিবা এটা হ'ব—মই কোৱা নাছিলোনে বাৰু?"

আৰু সেই কাৰণেই ফেলিস্কে যাপন কৰিব লগা হ'ল দুই জীৱন। দিনত তেওঁ দপ্তৰৰ কাম সম্পূৰ্ণ কৰে আৰু গধূলি তেওঁ চিচিলিয়া ভোকেল চোচাইটিৰ চাৰিজন নেতাক শিকায়। হাৰ্মেন স্কীমিড স্বাভাবিকতে আহিছিল। ফেলিস্কে বজাই থাকোঁতে ওচৰতে থিয় হৈ তেওঁ পৃষ্ঠাবোৰ লুটিয়াই দি কৈ যোৱা নিৰ্দেশবোৰ বাৰে বাৰে কৈ হাৰ্মেনে নিজকে আৱশ্যকীয় কৰি তুলিছিল।

বিৰতিৰ সময়ত চেচিলীয়ে বিধেবিধে মঙহৰ লাৰু, পণীৰ, পিঠা আদি খোৱা বস্তু আনি দিছিল। অকৃত্ৰিম এক পৰিবেশ যাতে পাব পাৰি তাৰ কাৰণে তেওঁ কৌশলেৰে আতঁৰাই ৰাখিছিল গুস্তভ, কেথেৰেনি আৰু আন আন ভৃত্যবৰ্গক। সুবৃহৎ বাতিবোৰত মদ চালি দিওঁতে নাইবা কফি ঢালি দিওঁতে গায়ক কেইজনক তেওঁবিলাকৰ কাম কাজ আৰু পৰিয়ালৰ বিষয়ে সুধি আত্মীয়তা ভাব জন্মাইছিল। লাহে লাহে স্কীমিড্ আৰু টেনজানৰ লাজ আতৰি গ'ল। টেনজানে আনকি নিজৰ লৰা-ছোৱালী কেইটাৰ বিষয়েও ক'বলৈ আৰম্ভ কৰিলে। চেচিলীৰ প্ৰতি একৰকম শ্ৰদ্ধাৰ ভাব তেওঁৰ অনুভব হৈছিল।

এই সন্ধিয়াবোৰ উচ্চ সমাজত থাকিবলৈ পোৱাটো মেগডালেনাৰ বাবে এটা অতি উত্তেজিত বিষয় হৈ পৰিছিল। স্কীমিডে তাইক নিৰয় কৰিবলৈ কৰা চেষ্টা উপেক্ষা কৰি তাই সুৱৰিছিল বহু বছৰৰ আগৰ নাটমঞ্চৰ ওপৰৰ কথাবোৰ, সংখ্যাহীন দুৰ্ভাগ্যবোৰ- সাধাৰণতে মেনেজাৰ দেৱলীয়া হোৱা নাইবা তাইৰ জীৱিকা অৰ্জ্জনত প্ৰচণ্ডভাবে আঘাত কৰা তাইৰ সহকৰ্ম্মী সকলৰ হিংসা—তাইৰ অনুগ্ৰহ কামনা কৰি অহা প্ৰফুল্লিত আত্মপ্ৰসাদেৰে আৰু ভৰ্ত্তি মুখেৰে ওখ-খাপৰ মানুহবোৰৰ কথা। তাই মঙহৰ জুটি লগা লাৰু চোবাই থাকি তাই ক'লে "এইটো আছিল এক আশীৰ্ব্বাদ প্ৰাপ্ত আশ্চৰ্য্য ঘটনা যে মই সেই জঘন্য ৰাজপ্ৰাসাদবোৰত এজনী কুঁৱৰীৰো জীৱনৰ অৱসান ঘটাবলৈ নহ'ল।"

যেই হওক আন এটা উৎসৱ পৰাও মেগ্‌ডালেনাৰ মৰ্য্যদা অকুন্ঠিত হৈছিল। মেয়ৰৰ বক্ষিতা ওল্‌গা বেকাৰৰ চিনাকী বান্ধৱী একমাত্র তায়েই আছিল। লিপ্‌জিগত ওলগা আছিল ৰহস্য। স্থানীয় অভিজাত সম্প্রদায়ৰ দ্বাৰা সমাজচ্যুত হোৱাত তাইক বাহিৰত দেখা নগৈছিল। চেইণ্ট জোচেফ কেথেলিক গীৰ্জ্জাঘৰৰ পাছফালে থকা সৰু ঘৰটোৰ পৰা প্রায় তাই বাহিৰলৈ নোলাইছিল। এই ঘৰটো ৰক্ষণাবেক্ষণ কৰিছিল মূলাৰে। তাইৰ বিষয়ে প্রত্যেকে জানিছিল আৰু প্রত্যেকেই তাইৰ বিষয়ে আলোচনাও কৰিছিল—কিন্তু তাইক চিনি নেপাইছিল কোনেও। মেগ্‌ডালেনাই মাত্র চিনি পাইছিল। তাই লাহেকৈ অলপ জোৰদি সত্য কথাটো ক'লে—"কিয় মই আৰু ওল্‌গা আচলতে বাই-ভণীয়েই চোন।"

ভ্রমণৰ পথত তাই লগ পাইছিল ওল্‌গা-বেকাৰক। তাইৰ দৰেই ওল্‌গা আছিল অভিনেত্রী। ওৱেজবেডেনত সিহঁতে একে লগে বাস কৰিছিল। যৎকিঞ্চিত আৰ্জ্জি তেতিয়া টেঙা কৰিৰ ভাগ দুয়োজনীয়ে ভগাই খাব লগা হৈছিল, তেতিয়াই ওল্‌গাৰ জীৱনলৈ স্বৰ্গৰ পৰা আহি পৰিল খ্রীষ্টোফো আৰু তেওঁ সমাধান কৰি দিলে আহাৰ সমস্যাৰ এই যন্ত্রণাদায়ক বিষয়টো। চিৰকালৰ কাৰণে ওল্‌গাৰ বাবে ব্যৱস্থা হ'ল এক সু-শৃঙ্খলিত জীৱনৰ। ওল্‌গা লাট-বাহাদুৰৰ লাহতী আইদেউ হৈ আহোঁতে লগতে মেগ্‌ডালেনাও লিপ্‌জিগলৈ আহিছিল। মেগডালেনাই বাহুল্যকৈ ক'লে "তাইৰ লগত মই থাকি তাইক সঙ্গ দিয়াটো তাই বিচাৰিছিল।" কিন্তু মেগডালেনা আছিল দাম্ভিক। তাৰ উপৰিও তাই আছিল সঙ্গীত প্রেমী, যেতিয়া ওল্‌গা, হয়—বাস্তবিকে এটি শুৱলা কণ্ঠস্বৰ, আৰু এখন সোণৰ দৰে হৃদয় তাইৰ আছিল। এজন বন্ধুক বাধিত কৰিবলৈ তাই নিজৰ সোঁ-বাহুটোও কাটি দিব পাৰিব, কিন্তু অভিনয় কৰা মুহূৰ্তকণৰ বাহিৰে তাইৰ প্রকৃততে শিল্পীৰ প্রতিভা নাছিল। আৰু সেই কাৰণে যদিও সঘনাই ইজনীয়ে সিজনীক দেখা পাইছিল তথাপিও মেগডালেনাই তাইৰ ব্যক্তিগত স্বাধীনতা ৰক্ষা কৰিছিল।

মেগডালেনা ক্লুপক চেচিলীয়ে বৰ আচৰিত ধৰণে ভাল পায়

আহিবলৈ ধৰিলে। এই ভ্ৰমণৰতা গায়িকা মেকডালেনা যেন আন কোনোবা এটা গ্ৰহৰ হে অধিবাসী এনেদৰে চেচিলী· আকৰ্ষিত হ'বলৈ ধৰিলে। মেগডালেনাৰ জীৱন কথাই এটা অটল আনুগত্য ভৰা উদাৰ প্ৰকৃতি আৰু কঠোৰ আৰু নিঃসঙ্গ জীৱনৰ বাবে সাহস লুকায় থকাৰ বিষয়ে তেওঁলৈ প্ৰত্যয় আনিলে।

এনিশা খাই থাকোঁতে চেচিলীয়ে ক'লে "তাই কি উপায়ে জীৱন ধাৰণ কৰিছে বুলি তুমি ভৰা বাৰু ?"

হাৰ্মেনে কৈছিল তাই অভাব পূৰণ কৰিবলৈ বিয়া-বাৰু নাইবা জহকালি বাগিছাবোৰত গীত গায় নহলে যেতিয়া কেতিয়াবা লিপজিগ্‌লৈ দৈবক্ৰমে একোটি আলিৰ কোম্পানী আহে তাতো অতিৰিক্ত ভাবে কাম কৰি সামান্য ধন নিয়মিতভাবে লাভ কৰে। মোৰ চিন্তা হৈছে দেহি ছোৱালীজনীৰ বৰ দুঃখৰ সময় হৈছে।"

"তাই মোক উপলব্ধি কৰাইছে কিমান ভাগ্যবতী মই। তাইক মই সহায় কৰিবলৈ পালে ভাল লাগিব। তাইলৈ এটা খামৰ ভিতৰত টকা ভৰায় পঠাব পাৰিমনে ?"

"এই টকা ক'ৰ পৰা আহিল তাই বুজি পাব আৰু বিহ্বল হ'ব। কিছুমান দুঃখীয়ামানুহ ধনৰ বেলিকা বৰ অভিমানী হয়। মই স্কামিডক ব্যক্তিগতভাবে কিছু ধন দিবলৈ ক'ম। এই ধন তাইক নিয়মীয়াকৈ দিয়া হ'ব—এই ভিত্তিত যে বৃত্তি হিচাবে তাই পাৰিশ্ৰমিক নোহোৱাকৈ কাম কৰাটো আশা কৰিব নোৱাৰি। ই ৰক্ষা কৰিব তাইৰ গৰ্ব্বও।"

বৰদিন ওচৰ চাপি আহিছিল। দোকানবোৰত আইনাবোৰৰ ভিতৰত হোৱা পুতলাৰ প্ৰদৰ্শনীয়ে আৰু আলিবাটত দুখীয়া লৰা-ছোৱালীৰ সংকীৰ্ত্তনে সূচনা কৰিলে বৰদিন উৎসৱৰ আনন্দ। প্ৰতিটো পৰিয়াল সাজু হ'ল—বৰদিনৰ গধূলি কণমানি যীশুৱে তেওঁৰ পাখি লগা ঘোৰাই টনা সৰু সোণালী স্লেজগাড়ীখনত আহি পাবৰ বাবে।

পাঠশিকাই অহাৰ পাছত এদিন সন্ধিয়া চেচিলীয়ে সুধিলে—"ট্ৰাষ্টী সকলে টেনজানৰ তালৈ গৈ গায়ক সকলক শিকোৱাৰ বিষয়ে কিবা আলোচনা কৰিছেনেকি ?"

"তেওঁবিলাকে কিবা গম পাইছে বুলি মই এথোন্ ভবা নাই।"

"তেওঁবিলাকে একো নকৰাও পাৰে।"

"সম্ভৱ।"

ৰবিদিনত ফ্রেঙ্কফোর্টলৈ গৈ লৰা-ছোৱালী কেইটাৰ লগত বন্ধটো পাৰ কৰিবলৈ তেওঁবিলাকে স্থিৰ কৰিলে। শাস্তিৰে থিতাপী লৈ ফেলিক্সে আৰম্ভ কৰিলে সৰ্তক আশাবোৰ গঢ়িবলৈ। টেনজানৰ চালিৰ তলত গীত-বাদ্যৰ বেচ উন্নতি হৈ আহিছিল। প্ৰত্যেকেই অধ্যবসায় আৰু শুভেচ্ছাৰে বিশ্ৰামহীনভাবে আখৰাৰ অনুশীলন কৰিবলৈ ধৰিলে। স্কীমিডৰ সহায়ত চেচিলীয়ে এই খ্ৰীষ্টৰ মৰণসঙ্গীত অনুকৰণ কৰা কামটো প্ৰায় শেষেই কৰিলে। ৰবিদিনৰ পাছত চিচিলিয়ান গায়ক সকলৰ লগত হয়তো আন কোনো গায়কৰ দল যোগদান কৰাবলৈ মাস্তি কৰোৱা যাব পৰা হ'ব। সৌভাগ্য আৰু কঠোৰ শ্ৰমেৰে সৈতে তেওঁবিলাকে এইটো ইষ্টাৰৰ পূৰ্ববৰ্ত্তী ৰবিবাৰটোত গোৱাবলৈ কিজানি সাজু হ'ব পাৰিব। অৱশ্যে অৰ্কেষ্ট্ৰাৰ প্ৰশ্নটো এতিয়াও আছে। কিন্তু চেচিলীয়ে কৈছিল ঈশ্বৰ তেওঁবিলাকৰ লগত আছে আৰু কিবা এটা ওলট-পালট হ'ব। গিৱানডাজ-গায়ক সকলৰ কেইজনমানৰ ভাৰ হয়তো তেওঁ নিজে লব পাৰিব। অৰ্গেন এটা পোৱা গ'লে তাত তেওঁ নিজেই বহিব। যদি তেওঁবিলাকে অৰ্গেন বিচাৰি নেপায় তেন্তে তেওঁ নিজেই এটা বহুৱাই ল'ব। নহ'ব, হয়তো এইটো কোনোৰকমেই সম্পূৰ্ণ নহ'ব—কিন্তু কিবা এটা হ'ব। পৰম বিজয় যদি নহয় তেন্তে হ'ব বিশুদ্ধ সুন্দৰ বিজয়। শিহৰণ উঠা এই ভজনগীত শুনিলে মানুহৰ বিৰোধিতা দূৰ হ'ব। আন আৰু সুন্দৰ অভিনয়ৰ বাবে আয়োজন কৰা হ'ব। অলপ অলপকৈ খ্ৰীষ্টৰ মৃত্যু ভজন মানুহে শুনিব।

এদিন ৰবিবাৰে আবেলি পৰত জুইৰ কাষত সেউজীয়া বৰণৰ চোফাত বহি থাকোঁতে তেওঁ ক'লে "তুমি জানা চিলেটি, মই ভয় কৰাৰ দৰে এই বিষয়টো কঠিন নহ'বও পাৰে। মোৰ আশা হ'বলৈ ধৰিছে। যেই হওক আমি বন্দুকেৰে গুলি কৰি যাব নেলাগিব।"

দুদিনৰ পাছত জহ কালিৰ প্ৰচণ্ড ধুমুহাই এইটো আঘাত কৰিলে।

পৌৰাণিক দস্তুৰ অনুসৰি বৰদিনৰ আগে আগে হোৱা সভাখন লৌকিকতা বৰ্জিত আৰু আনন্দদায়ক আছিল। গুৰুতৰ বিষয়বোৰ এই খন সভাত এফলিয়াকৈ থোৱা হয়। খ্ৰীষ্টোফো মূলাৰে সোঁহাতে বাওঁ হাতে ফুলৰ তোড়া জোকাৰি স্মৰণীয় গিৱানডাজ কনচাৰ্টৰ বিষয়ে এটা সমালোচনা চমুকৈ কৰি প্ৰত্যেককে ওলগ জনাবলৈ আগবাঢ়ি আহে। নাগৰিক উদ্দীপনাৰ বাবে ট্ৰাষ্টীসকলৰ প্ৰতি, বিশ্ৰামহীন অধ্যৱসায়ৰ বাবে ডাইৰেক্টৰৰ প্ৰতি. সঙ্গীতৰ প্ৰতি সমৰ্থন থকাৰ বাবে সভাসকলৰ প্ৰতি, কনজাৰভেটৰীয়ামৰ অধ্যাপক আৰু কৰ্ম্মচাৰী সকলৰ প্ৰতি তেওঁবিলাকৰ কৰ্ত্তব্যৰ প্ৰতি নিষ্ঠাৰ বাবে আৰু সৰ্ব্বশেহত অদৃশ্য ভাবে সদায় উপস্থিত থকা কলানুৰাগী সকলৰ প্ৰতি ওলগ আদি জনোৱাৰ পৰ্ব্ব শেষ হ'য় বৰদিনৰ অভিনন্দন আৰু নতুন বছৰৰ শুভ কামনাৰে।

ফেলিস্কে বোৰ্ডৰ খোটালীত সোমোৱাৰ মুহূৰ্ত্ততে উপলব্ধি কৰিলে এইখন স্বাভাবিক বৰদিনৰ সভা নহ'বগৈ যেন। মেজৰ কাষত থকা আসনখনত তেওঁ যেতিয়া বহিছিলগৈ তেতিয়া ট্ৰাষ্টীসকলে তেওঁকচোন পৰিহাৰ কৰিলে। কেইজনমানে আকৌ মহতালি দেখুৱাই তেওঁৰ ফালে পিঠিকৈ দিলে। বঙা বৰণীয়া দামাস্কাচদেশীয় আসনখনত মূলাৰক অসুখী আৰু উত্তেজিত দেখা গ'ল। ইয়াৰ পৰিবেশ আছিল আসন্ন বিপৰ্য্যয়ৰ।

বিতত হৈ হাতুৰীৰে খুন্দিয়াই সভা উদ্বোধন কৰাৰ জাননী দিলে সভাপতিয়ে। তেওঁ যথেষ্ট গাম্ভীৰ্য্যৰে আৰু গুৰুত্বপূৰ্ণভাবে আৰম্ভ কৰিলে এইদৰে কৈ "মই বোৰ্ডৰ সৰ্ব্বসম্মত মত ব্যক্ত কৰিব পাৰিম বুলি বিশ্বাস কৰিছোঁ, এই বছৰটো আমাৰ বিৰক্তি আৰু হতাশাৰে অন্ত হ'ল।" তেওঁ ক্ৰোধ আৰু নিৰুৎসাহেৰে গধুৰ চকুহাল ফেলিস্কৰ ওপৰত ৰাখি কৈ গ'ল "আমালৈ খবৰ আহিছে যে আপোনাৰ সেই সঙ্গীতটো কাৰ্য্যত পৰিণত কৰাৰ অশুভ পৰিকল্পনাটো অটলভাবে চলাই যাবলৈ মন কৰিছে। এইটো সঁচানে?" খন্তেক পৰ ফেলিস্ক নিতাল মাৰি ৰল। এইটো আহিল......হৃদয়ৰ গভীৰ কোণত তেওঁ জানিছিল

কোনোবা দিনা এইটো আহিব। এবা, এইটো আহিবলৈ দিয়া যাওক—"হয় লাট বাহাদুৰ।" বাঢ়ি অহা ক্ষোভেৰে মূলাৰে কৈ গ'ল "আৰু বোৰ্ডৰ, গীৰ্জ্জাৰ কৰ্তৃপক্ষৰ সমগ্ৰ জনতাৰ অমতৰ সম্মুখীন হৈয়ো এইটো কৰিছে!" ধীৰ গতিৰে ফেলিস্কে দৃষ্টিপাত কৰিলে মেজৰ ওচৰত থকা পাষাণ মুখবোৰলৈ।

"হয়, লাট বাহাদুৰ।" শান্ত ভাবে ফেলিস্কে ক'লে।

ওঁঠ নলৰোৱাকৈয়ে কোঁচ ফোচাই কূৰ্গেৰে ক'লে "মই এবাৰৰ কাৰণে আপোনাক বন্ধ কৰিবলৈ ইচ্ছা কৰিছোঁ। আৰু আপুনি সিদ্ধান্ত কৰামতে কামটো কৰাত অসম্ভৱ কৰি তুলিব পাৰেঁ।।"

মেজখনৰ শেহপ্ৰান্তৰ পৰা আন এজন ট্ৰাষ্টীয়ে হঠাতে মাত লগালে—"তেনেদৰেময়ো কৰিম।"

তাৰ পাছত তৰ্কাতৰ্কিৰ ফালে সভাখনে ঢাল খালে। একে সময়তে বোৰ্ডৰ কেইজন মান সভ্যই ঘোষণা কৰিলে যে চিচিলিয়া ভোকেল চোচাইটিৰ অন্তৰ্ভুক্ত তেওঁবিলাকৰ কোনো কৰ্ম্মচাৰীক তেওঁবিলাকে বৰ্খাস্ত কৰিব। তাৰে এজনে অবজ্ঞাৰে ক'লে "সেইটোৱেহে আপোনাক নিবৃত্ত কৰিব। আপুনি অকলে এইটো বৰ ভালকৈ সম্পূৰ্ণ কৰিব নোৱাৰিব।"

চিকাৰী কুকুৰে খেদা বিপদত পৰা হৰিণৰ দৰে সকলোৱে তেওঁক আক্ৰমণ কৰিলে। এই অমূল্য. শ্ৰেষ্ঠতম অবদান তেন্তে তেওঁ ক'ত কাৰ্য্যকৰী কৰি তুলিব? আৰু কেনেকৈ তেওঁ বিচাৰি পাব আৱশ্যকীয় গায়ক-গায়িকা আৰু সঙ্গীত বিশাৰদ সকলক? তেওঁৰ নিজৰ খৰচত অৰ্কেষ্ট্ৰা অনায় চেইণ্ট থমাছ্ প্ৰাঙ্গণত এইটো গোৱাবনেকি? এই হুঙ্কাৰক গ্ৰহণ কৰিলে উপহাসৰ অট্টহাহিৰে। মূলাৰে তাৰ সলনি তেওঁৰ লগত তৰ্ক কৰিলে, তেওঁ ফেলিস্কক মিনতি কৰিলে, তেওঁৰ অনুভৱ আৰু তেওঁৰ সমাজত স্থান সম্বন্ধে ফেলিস্কক চিন্তা কৰি চাবলৈ। যাক ৰজাই ভূষিত কৰিলে চেস্কনিৰ প্ৰথম নাগৰিক বুলি, কেনেকৈ তেওঁ পাৰিলে এনেকুৱা হাস্যকৰ দুঃসাহসী কাম কৰিবলৈ? এখন চহৰৰ বিৰোধিতা জগাই তুলি তেওঁ বন্ধুহীন হ'ল!

বিমর্ষভাবে ফেলিস্কে ক'লে "মই দুঃখিত গ্ৰীষ্টোফো। এইটো এটা বিষয় যিটো মই কৰিবই লাগিব।"

কর্কশ কণ্ঠে কূৰ্গেৰে ক'লে "আপুনি কিয় আপোনাৰ নিজৰ চহৰলৈ উভতি নেযায়গৈ, আৰু ধৰ্ম্মযুদ্ধ আৰম্ভ নকৰেগৈ। আমি লিপ্‌জিগত বিদেশী ভাল নেপাওঁ।"

উপহাস কৰি ফেলিস্কে সুধিলে "মাননীয় কূৰ্গেৰ আপুনিনো ভালপায় কাক বাৰু?"

খঙেৰে চিএঞৰা কোঢ়ালৰ মাজত তেওঁৰ মাতটো হেৰায় গ'ল। কিছুমান ট্ৰাষ্টীয়ে পৰামৰ্শ দিলে যে বিষয়টোত তেওঁৰ সম্পূৰ্ণ স্বাৰ্থ হৈছে ব্যক্তিগত প্ৰচাৰ। "এই প্ৰাচীন গীতৰ সৌন্দৰ্য্যৰ বিষয়ে কৈ আপুনি আমাক বঞ্চনা নকৰিব—" আনবিলাক ট্ৰাষ্টীয়ে উপাসনা গৃহৰ স্ব-নিয়োজিত প্ৰতিদ্বন্দ্বীয়ে এই পবিত্ৰ গীতৰ বিষয়ে তেওঁ হস্তক্ষেপ কৰাৰ কাৰণে তেওঁক দোষাৰোপ কৰিলে।

জোৰেৰে কূৰ্গেৰে ক'লে "খ্ৰীষ্টিয়ানৰ পবিত্ৰ সঙ্গীত", তেওঁৰ শেতা চকু দুটাৰ পৰা বিষ উফৰিছিল।

অৱশ্যে যিসকলৰে ফেলিস্কে নিজে পৰিবেষ্টিত হৈ আছিল সেই ইতৰ জনসাধাৰণৰ সামাজিক মান আৰু নৈতিকতা সম্বন্ধে তাত নিৰপেক্ষ চিএঞৰ বাখৰ হৈছিল। সাধাৰণ শ্ৰমিক সকলে, মদ তৈয়াৰ কৰোঁতা সকলে, ধোৱামোচা কৰা তিৰোতাবোৰে, এজনী তথাকথিত অভিনেত্ৰী এই বেশ্যাজনীয়ে খ্ৰীষ্টৰ মৃত্যুৰ ভজন গোৱা বিষয়টো অসহনীয়। ঘূৰি চাই ফেলিস্কে ক'লে "তথাপিও শূলৰ তলত এজনী আছিল।" কিন্তু তেওঁবিলাকৰ মৰ্য্যাদাক অশ্ৰদ্ধা কৰি তেওঁবিলাকৰ কৰ্ত্তৃত্বক অবজ্ঞা কৰি বিৰোধিতা কৰাত তেওঁবিলাকৰ সৰহভাগেই অগ্নিশৰ্মা হ'ল। তেওঁবিলাকে এই ভজনটো কাৰ্য্যকৰী কৰাৰ সম্বন্ধে নিৰ্দ্দেশ দিয়া নাছিল জানো?"

এৰা, আপুনি কেনেকৈ সাহস কৰিলে বোৰ্ডক অবজ্ঞা কৰিবলৈ?" আক্ৰমণ কৰি থাকি কূৰ্গেৰে সুধিলে।

"মই কাকো অবজ্ঞা কৰা নাই। মই নিজে কৰিবলৈ বিচৰা কিবা এটা কাম মই কৰিব খুজিছোঁ। আৰু যেতিয়া মই মোৰ নিজৰ সময়

খৰছ কৰি বোৰ্ডৰ পৰা এটা পাই-পয়চাও নোলোৱাকৈ এই কাম কৰিছোঁ তেতিয়া মই বুজিব পৰা নাই ⁄ আপোনালোকৰ এই বিষয়ে কি আছে ক'বলৈ ?" তীব্ৰভাবে ফেলিস্কে উত্তৰ দিলে।

"আপুনি বিচাৰি পাবগৈ যে মই আপোনাক ধ্বংশ কৰিবলৈ আৰু এই চহৰৰ পৰা বাজ কৰি পঠিয়াবলৈ বাধ্য কৰিম।"

উপচি পৰা প্ৰতিহিংসাৰে কূৰ্গেৰৰ চকুকিটা সৰু হৈ ফাঁক হৈ· গৈছিল। ফেলিস্কে নাকেৰে এটা অবজ্ঞা সূচক শব্দ কৰি ক'লে "এইটো বলবৎ কৰিবলৈ ইতিমধ্যেই আপুনি মোলৈ এখন্ চিঠি দিলেই। অৱশ্যে বেনামী।"

খঙত কূৰ্গেৰৰ মুখখন বগা বৰণীয়া হ'ল। শাও-শপনিৰে ভৰি থকা এটা মৰা শ যেন তেওঁক দেখিছিল। "আপুনি যি অপমান মোক কৰিলে তাৰ কাৰণে আপুনি ভুঞ্জিব লাগিব।"

"মই আপোনাক অপমান কেতিয়া কৰিলো ?"

"যেতিয়া মই আপোনাৰ বন্ধু চপাঁৰ বিষয়ে মন্তব্য কৰিছিলো।"

"অ হয়, মোৰ মনত পৰিছে। এৰা, সেইখিনিকেই মই পুনৰ দোহাৰিছোঁ।"

"তেতিয়া আপোনাৰ জয় হৈছিল, কিন্তু মেণ্ডেলচন, এইবাৰ আপোনাৰ জয়লাভ নহ'ব। ⁓ এই চহৰত মই যে ক্ষমতাশালী লোক আপুনি বুজিব।"

কূৰ্গেৰে অশুভ সংকেত দি ক'লে। মানুহটো কঁপিছিল আৰু তেওঁৰ গাঁত হৈ থকা কুমকিটাৰ শিৰবোৰ ফুলি উঠিছিল। ফেলিস্কে বিৰস ভাবে তাচ্ছিল্য কৰি ক'লে "আগ বাঢ়ি যাওক, কিন্তু কথাকোৱা বন্ধ কৰক, নহ'লে আপোনাৰ হৃদক্ৰিয়া বন্ধ হ'ব।"

শেহাস্তৰত সভাপতিয়ে হাতুৰীৰে আঘাত কৰি অনুৰূপ শৃঙ্খলা আনিলে।

এজন মানুহে এখন বৃথা তীব্ৰ তৰ্ক যুদ্ধ বন্ধ কৰিবলৈ উদ্বিগ্ন হোৱাৰ দৰে খৰকৈ তেওঁ ক'লে "গোটেই ঘটনাটো অতিশয় দুঃখৰ। কিন্তু যিহেতু মাননীয় ডাইৰেক্টৰে ভেথেতৰ দপ্তৰৰ কাম পূৰামাত্ৰাই কৰি

আছে আৰু বোৰ্ডৰ ধন নিজৰ কামত ব্যৱহাৰ কৰা নাই, আইনমতে ট্ৰাষ্টীসকলে কোনো শাস্তিমূলক বিধান তেওঁৰ ওপৰত প্ৰয়োগ কৰিব নোৱাৰে আৰু সেই কাৰণে এই যন্ত্ৰণাদায়ক বিষয়টো অধিক ভাবে আলোচনা কৰাৰ পৰা নিৰস্ত হ'ব লাগে।" আকৌ তেওঁ হাতুড়ীৰে আঘাত কৰি লৰালৰিকৈ সভাভঙ্গ কৰিলে।

সেই বিয়লি ঘৰলৈ উভতি আহি তেওঁ দেখিলেহি চেচিলীয়ে হাওলি তেওঁৰ মেজত গীত অনুকৰণ কৰি লিখি থকা আৰু বিপৰীত ফালে স্কীমিডে একে কামকে কৰি থকা।

চেচিলীয়ে বৰ উলাহেৰে চিঞৰি ক'লে "চোৱা ফেলিস্ক, আমি প্ৰায় শেষেই কৰিলো। ৰবদিনৰ ভিতৰতে আমাৰ শেষ হৈ যাব নহ'বনে বাৰু ডাঙৰীয়া স্কীমিড?"

হঠাতে তেওঁ স্তব্ধ হৈ সুধিলে "কিহ'ল প্ৰিয়?"

"এই যুদ্ধ হ'ল।" ভাগৰত থকা এটা ভঙ্গীৰে নিজৰ চকুজুৰি হাতেৰে ফুৰায় নিৰস কণ্ঠে ক'লে, "সচাঁকৈয়ে এইবাৰ আৰম্ভ হ'ল।"

ধীৰে তেওঁক তেওঁৰ ওচৰলৈ টানি আনি গুণগুণায় ক'লে "মোৰ দুৰ্ভগীয়া সোণজনী" চোফাখনত বহুৱাই যুদ্ধৰ এটা বিবৰণ দিলে।

কৈ শেষ কৰাৰ পাছত তাত কিছুপৰ নিৰৱতা বিৰাজ কৰিলে। তেওঁ অন্যমনস্ক ভাবে থুঁতৰিটো নোহাৰিলে।

অৱশেহত তেওঁ কলে "ঘটনাবোৰ সোনকালেই ঘটিব খুজিছে বাবে মোৰ ভয় হৈছে।"

"কি ঘটনা?"

"মই ক'ব নোৱাৰোঁ চিলেটি", তেওঁক চোফাৰ ওচৰলৈ তেওঁৰ কাষলৈ টানি আনি ক'লে। "কিন্তু আমি অৱশ্যে সাজু হ'ব লাগিব— শোচনীয়টোৰ কাৰণে। কুৰ্গেৰে আমাক ধ্বংস কৰিবলৈ বিচাৰিছে।"

জিভাৰে এটা ধ্বনি তুলি বিষণ্ণভাবে স্কীমিডে ক'লে "তেওঁ বৰ ঐশ্বৰ্য্যশালী আৰু ক্ষমতাশালী।" বিপদৰ আশঙ্কাত তেওঁৰ মুখমণ্ডল চিন্তাক্লিষ্ট হ'ল। "গ্ৰামা গেটত তেওঁৰ বঞ্জনৰ কাৰখানা। তেওঁ যদি গন্ধ পায় যে তেওঁৰ কিছুমান কৰ্ম্মচাৰী এই ছোচাইটিভুক্ত তেতিয়া

আৰু তেওঁ সিহঁতক কামৰ পৰা বৰখাস্ত কৰিব। জাবকালি বৰক পৰাৰ দৰেই সঁচা।। চালিলৈ নাহিবলৈ মই তালৈ গৈ বৰং সিহঁতক সতৰ্ক কৰি দিয়া ভাল হ'ব।"

মূৰটো দুপিয়ায় ফেলিস্কে ক'লে "সেইটো ঠিক, যেতিয়ালৈকে মোৰ পৰা সিহঁতে একো সুশুনে তেতিয়ালৈকে তেওঁবিলাক যেন নাহে।" বৃদ্ধ বাঁহীবাদক জন দুৱাৰখন পাৰহৈ যাব খোজোঁতে তেওঁ পাছফালৰ পৰা ক'লে "এই সকলোবোৰ জুলুম আপোনাক দি মই দুঃখ পাইছোঁ হার্মেন, মই কোনো উপায়ে ক্ষতি পূৰণ কৰিবলৈ যত্ন কৰিম।"

"মাননীয় ডাইৰেক্টৰ, মোৰ কাৰণে চিন্তা নকৰিব। শোৱা-পাটিত অকণমান শুবলৈ যত্ন কৰকগৈ। আপুনি অলপ-জিৰণি ললেহে যেন সকাহ পাব এনে দেখিছে আপোনাক।" উৎকণ্ঠিত ভাবে হার্মেনে কলে।

এটা হুমুনিয়াহ এৰি তেওঁ দ্রুতপদক্ষেপে চিন্তিত ভাবে অধ্যয়ন খোটালীৰ পৰা ওলায় গ'লগৈ।

হার্মেনৰ প্রস্থানৰ পাছত ফেলিস্ক বা চেচিলী কোনেও একো কথা নেপাতিলে। প্রত্যেকেই নিজৰ চিন্তাত বিভোৰ হৈ অন্যমনস্ক ভাবে ওচৰাওচৰিকৈ বহি জুই কুৰাৰ ফালে চাই ৰ'ল। অলপ পৰৰ পাছত চেচিলীয়ে তেওঁৰ হাতৰ ওপৰত হাতখন থৈ ফেলিস্কে ভাব বিহ্বল অৱস্থাৰ পৰা জাগৃত হ'বলৈ বাট চাই ৰ'ল। অৱশেহত তেওঁ এটা হুমুনিয়াহ পেলাই চেচিলীৰ মুক্তকেশমালাৰ মাজেদি হাত ফুৰায় বহুপৰ তেওঁলৈ চায় থাকি শান্তভাবে ক'লে "এইবাৰ এইটো সাংঘাতিক হ'ব। তুমি বুজিছানে সোণজনী? মোৰ বিৰুদ্ধে মাত্র কুৰ্গেৰেই নহয়, মোৰ বন্ধু ক্রীষ্টোফোকে ধৰি গোটেই বোৰ্ডখনেই।"

তেওঁ চেচিলীৰ ফালে ঘূৰি দৃঢ়ভাবে তেওঁৰ হাতখন ধৰি উত্তেজিত স্বৰে সুধিলে "এই বিষয়টোত তুমি মোৰ লগত থাকিবলৈ সচাঁকৈয়ে দৃঢ়নে? মই অনুভব কৰিব পাৰিছোঁ—এইখন হ'ব এখন কৰ্ত্ত্ব্য সংগ্রাম। কুৰ্গেৰে মোক কওঁতে তুমি তাৰ চকুকিটা দেখিব লাগিছিল।

তাৰ চাৰনিয়ে মোক সোঁৱৰাই দিছিল এটা সাপৰ কথা। কিয় তুমি ফ্রেঙ্কফোর্টলৈ গৈ লৰা-ছোৱালী কেইটাৰ লগত বৰদিনটো পাৰ নকৰাগৈ বাৰু ?"

তেওঁ মুৰটো জোকাৰোতে কথাবোৰ অৱসাদেৰে ওলায় আহিছিল। ফেলিস্কৰ কোনো কথাই চেচিলীৰ মনৰ পৰিবৰ্ত্তন আনিব নোৱাৰে। তেওঁ বুজিছিল। নিৰৱতাই আকৌ আচ্ছন্ন কৰিলে। দুয়োৰে দৃষ্টি আহি পৰিছিল খৰিবোৰলৈ, ছাইৰ মাজত উজ্বলি থকা গোলাপী বৰণটোলে। তেওঁ হঠাতে সুধিলে "আমি কি কৰিব খুজিছো ?" বহুদূৰণিৰ পৰা যেন আহিছিল কথাষাৰ—

ফেলিস্কেও চেচিলীৰ ফালে নোচোৱাকৈয়েই ক'লে "মই কব নোৱাৰো, আমি প্ৰথমতে চাব লাগিব সিইঁতে কি কৰিব খুজিছে ? এইটো বেচিদিন নেলাগিব।" তেওঁ হাতৰ তলুৱাৰে আঠুটো মোহাৰি থাকি এন্ধাৰত মণিব নোৱাৰা তেওঁৰ দেহটো ইফালে সিফালে লৰাই কিছু আকস্মিক ভাবে ক'লে "কিন্তু মই তোমাক কিবা এটা ক'ম। এইটো ঘটি যোৱাৰ কাৰণে মই সুখী হৈছোঁ। এইটো বৰ সহজ আছিল। আৰু তাৰ পাছত প্ৰবঞ্চনা কৰি থকাটো মই সহিব নোৱাৰিলোহেতেন। যেতিয়া মই মিটিংবোৰত ট্ৰাষ্টী বা মুলাৰৰ লগত ঠাট্টা ধেমালি কৰি থাকোঁ তেতিয়া মই সকলো সময়তে বুজিছিলো যে তেওঁবিলাকে সমৰ্থন নকৰা কিবা এটা কাম মই কৰিছোঁ। মই সুখী হৈছো যে এইটো প্ৰকাশ পালে। অন্ততঃ আমি জানিব পাৰিছোঁ কত আমি প্ৰত্যেকেই থিয়হৈ আছো। এহাতে আছোঁ আমি দুয়ো আৰু বেচেৰা হাৰ্মেন, টেনজান আৰু এমুঠি ন-শিকাৰু আৰু আনহাতে—এৰা আনহাতে গোটেইবোৰ আছে।" তেওঁ এটা সাহসৰ অবুজ হাঁহি মাৰিলে।

"বৰ বেচি উৎসাহজনক নহয়, নহয়নে বাৰু ?"

তেওঁৰ ফালে চাই চেচিলীয়ে ক'লে "কিন্তু পাহৰি নেযাবা ঈশ্বৰ আমাৰ লগত আছে।" তেওঁৰ অবিচলিত বিশ্বাস দেখি আকৌ এবাৰ ফেলিস্কে তবধ মানিলে। যিমান দিন চেচিলী তেওঁৰ কাষত থাকিব সিমানদিন তেওঁৰ আশাও থাকিব—

কান্ধটো জোকাৰি তেওঁ ক'লে "ভগবানৰ লগত তুমি বৰং কথা হোৱাই মঙ্গল। আমাক তেওঁৰ প্ৰয়োজন হ'ব।"

পাছদিনা পুৱা খোৱা-খোটালীলৈ সোমায় আহি সদায় পোৱাৰ দৰে নেপকিন খনৰ ওপৰত ভাজ কৰি থোৱা খবৰ কাগজখন ফেলিক্সে দেখা পালে। গুস্তভক অভিবাদন জনাই খৰমৰ শব্দ কৰি এইখন তেওঁ খুলিলে। তাৰ পাছত প্ৰথম পৃষ্ঠাৰ ওপৰৰ দফাত তেওঁৰ দৃষ্টি পৰিল—

"ভগবানৰ এক নিন্দাপূৰ্ণ বৰদিন।"

প্ৰবন্ধটো সংক্ষিপ্তকৈ আৰু মনোৰম ভাবে লিখিছিল। ইয়াত লিখিছিল কেনেকৈ নিজকে চিচিলিয়া-ভোকেল ছোচাইটি বোলা এক নিম্নস্তৰৰ গায়ক-গায়িকাই চকাৰ কাৰিগৰ জনৰ চালৰ তলত সমবেত হৈ অথ্ৰীষ্টিয়ান ধৰ্ম্মত জন্ম লাভ কৰা এজন নিৰ্দ্দিস্ট বিখ্যাত ব্যক্তিৰ পৰিচালনাত বৰদিনৰ উদ্দীপনা অপবিত্ৰ কৰিবলৈ গীৰ্জ্জা ঘৰৰ এডোখৰ প্ৰাচীন গীত গায়হি। এক ৰকম অশুভ লক্ষণেৰে এইখিনি শেষ হৈছিল "আমি আশা কৰিছোঁ মিউনিচিপেল কৰ্ত্তৃপক্ষই তৎপৰতাৰে সৈতে এই অপৱিত্ৰকৰণ কামটো বন্ধ কৰিব।"

ফেলিক্স বগা হৈ যোৱা দেখি গুস্তভে সুধিলে "আপোনাৰ ভাল লগা নাইনেকি বোপা দেও?"

ফেলিক্সে পুনৰ এই পুৰণি ভৃত্যটোলৈ চালে। চকুজুৰি তেওঁৰ মৰম কোমল হ'ল। "গুস্তভ, তোমাৰ মনত আছেনে বেঙ্কত কিবা ভুল হলে দেউতা ঘৰলৈ উভতি আহি ভোৰভোৰায় কৈছিল যে 'মোজেছৰ হৈ আমি বিপদত পৰিছোঁ?"

"এৰা, বোপা ফেলিক্স।"

"এৰা, এতিয়া মোৰ পাল। তুমি জনাৰ কাৰণে কলোঁ আমি বিপদত পৰিছোঁ।"

বৰফ পৰা বন্ধ হৈছিল। তেওঁ কমজাৰভেটৰীয়ামলৈ খোজ কাঢ়ি যাবলৈকে ঠিক কৰিলে। গিৱানভাজ অট্টালিকাৰ দুৱাৰ ৰখীয়াটোৱে সদায় যি দৰে ফেলিক্সক সম্বৰ্দ্ধনা জনাইছিল, সেইদিনা সি তুচ্ছ তাকে

মুৰটোহে দুপিয়ালে। আনকি দুয়াৰ মুখত তেওঁক দেখি অধ্যাপক সকলো লৰালৰিকৈ সোমায় গ'ল। সাল সলনি হোৱা নাছিল তেওঁৰ ছাত্রসকল। যদি পৰিবৰ্ত্তন হৈছিলো সেইয়া আছিল অধিক ভাবে স্নেহসিক্ত হোৱা চকুবোৰ। তেওঁক যেন অভয় দিছিল তেওঁবিলাকৰ তেওঁৰ প্ৰতি সম্পূৰ্ণ আস্থা থকাৰ বিষয়ে।

সেইদিনা তেওঁ সোনকালেই ঘৰলৈ উভতি আহিছিল কিন্তু তেওঁ দেখিছিল চেচিলীয়ে উচুপি থকা।

"মোৰ ওচৰলৈ ঘৰৰ মালিকজন আহিছিল"—চেচিলীয়ে ক'লে।

"গীত-বাদ্যৰ বিষয় লৈ নেকি ?"

মুৰ দুপিয়ালে চেচিলীয়ে—"সেইটোও, তাৰোপৰি আৰু কিবা।" এই কিবাটোৱে বুজাইছিল নিশা তেওঁবিলাকৰ ঘৰলৈ অহা সেই সাধাৰণ শ্ৰমিক, অবাঞ্ছনীয় তিৰোতা বিশেষকৈ সিহঁতৰ মাজৰ তথাকথিত অভিনেত্ৰীৰ কথা। পট্টাখনত এটা ধাৰা আছিল—তেওঁবিলাকৰ ঘৰত অসচ্চৰিত্ৰ লোকক আতিথ্য দান কৰিব নোৱাৰিব।

কথাবোৰ শুনাৰ লগে লগে তেওঁৰ শ্বাস বন্ধ হৈ গৈছিল, দাঁতত দাঁত লাগিছিল! সেইটোও ঘটিল। বহু বছৰৰ পৰাই তেওঁ ফেলিস্কক ঘৰটো কিনি লবলৈ অনুনয় কৰি আহিছিল। কিন্তু নহ'ল। এই বিষয়ে তেওঁ জেদী আছিল। লিপ্‌জিগত তেওঁ এটা ঘৰ কিনিবলৈ ইচ্ছা কৰা নাছিল, কিয়নো তেওঁ এতিয়াও আশা কৰিছিল—বাৰ্লিনলৈ উভতি যাবলৈ। এৰা, এতিয়া তেওঁ গৃহহীন। বন্ধুবৰ্গক তেওঁ অভ্যৰ্থনা কৰিব নোৱাৰিব। সঙ্গীতৰ শিকনি দিয়া বৈঠকবোৰৰ অন্তও ইয়াতে পৰিল।

"তেওঁ নো কি কৰিব খুজিছে, আমাক স্থানচ্যুত কৰিব খুজিছে নেকি ?"

"নকৰে, কিন্তু আমি সাৱধান হ'ব লাগিব।"

"তুমি তেওঁক কি ক'লা ?"

তেওঁলৈ চেচিলীয়ে চালে। চকুলোৰে তেওঁৰ মৰম লগা মুখখন বিকৃত হৈ গ'ল। "আমি সেই গায়ক-গায়িকা সকলক ইয়ালৈ আহিবলৈ নিদিম—তাৰ বাহিৰেনো আৰু মই কি কম ?"

"অৱশ্যে একো ক'ব নোৱাৰা। তোমাৰ আন কোনো উপায় নাছিল। আৰু এই সকলোবোৰ মোৰ দোষ। মোক ক্ষমা কৰা সোণ।"

তেওঁ দুঃখেৰে কলে।

কোনো ৰহস্যময় চুম্বক পাথৰৰ দ্বাৰা যেন দুয়ো দুয়োৰে প্ৰতি আকৰ্ষিত হৈছে এনেদৰে দুয়ো দুয়োৰে কাষ চাপি গ'ল।

তেওঁ এটা প্ৰলোভন জনীত সৰু মাতেৰে ক'লে "এই সকলোবোৰ হৈ যোৱাৰ পাছত আমি এই ঘৰটো কিনি ল'ব পাৰিম বুলি তুমি ভাবানে? এই ঘৰটো মই ইমান ভাল পাওঁ···আৰু লৰা-ছোৱালী কেইটাৰ কাৰণে, বাগিছাখন যে ইমান সুন্দৰ।"

চেচিলীৰ গালত ওঁঠখন তেওঁ বোলায় ক'লে "এই সকলোবোৰ হৈ যোৱাৰ পাছত মই বাগিছাত কাম কৰিবলৈ ল'ম, আৰু মই সদায় ভিতৰতে থাকিম। কেতিয়াও তোমাক চকুৰ আঁৰ হ'বলৈ নিদিওঁ। তুমি মন কৰিছানে আজি কালি আমি যেন দুয়ো আলিঙ্গনৰ মাজতেহে আছোঁ এনে লাগে।"

চেচিলীয়ে একো নকৈ মাত্ৰ মূৰ দুপিয়ালে।

এতিয়াও আছিল অকণমান বেয়া খবৰ। কিন্তু শুবলৈ যোৱালৈকে তেওঁ অপেক্ষা কৰিলে। এইটো ক'বলৈ তেতিয়া তেওঁবিলাকৰ মুখকিথন থাকিব একেটা গাৰুতে।

কোনোৰকম মাত্ৰ বুজিব পৰা ফুচফুচনিৰে তেওঁ ক'লে "ঘৰৰ মালিকজন অহাৰ আগতে মই মহিলা সঙ্ঘলৈ গৈছিলো; মাত্ৰ ইলৃচা মূলাৰৰ বাহিৰে বাকী সকলোৱে মোক পৰিহাৰ কৰিলে। তেওঁবিলাকে খবৰ কাগজত প্ৰবন্ধটো পঢ়ি এটা প্ৰস্তাব ললে চিচিলিয়া ছোচাইটিৰ পৰিয়ালবোৰক বৰদিনৰ খৰাহী নিদিবৰ বাবে।"

তেওঁ শান্তভাবে সুধিলে "তুমি কি কৰিলা?"

"মই তেওঁবিলাকক ক'লো যে এজন খ্ৰীষ্টিয়ান হিচাবে মোক তেওঁ-বিলাকে লাজ অনুভব কৰালে। আৰু মই ইস্তফা দিলো।"

স্বাভাৱিক অৱস্থাত এই কথাবাৰৰ বিষয়ে হয়তো ভাল ধৰণে

আলোচনা কৰিলেহেতেন। এতিয়া আনকি ইয়াৰ ওপৰত তেওঁবিলাকে কোনো সমালোচনা কৰিবলৈও নিবিচাৰিলে। তেওঁ মাথো ক'লে "তুমি ঠিক কৰিলা।" আৰু একত্ব অনুভবেৰেই ইজনে সিজনৰ চকুলৈ চাই ৰ'ল। তেওঁবিলাকৰ নিশ্বাসবোৰ তেওঁবিলাকৰ ওঁঠৰ মাজত, এই সামান্য ব্যৱধানৰ মাজত মিহলি হৈ গৈছিল। শব্দবোৰ প্ৰায় গঠন নকৰাকৈয়ে তেওঁ সুধিলে "আমি কি কৰিব খুজিছোঁ বাৰু ফেলিস্ক ?"

এটা পাতল হাঁহি তেওঁৰ মুখৰ কোণত কঁপি উঠিল "মই ঠিক নেজানো সোণজনী, কালিলৈ দেওবাৰ। আন এখন কৌশলভৰা মিটিং আমি পাম। তুমি কোৱাৰ দৰে সন্তুৰ কিবা এটা ঘোৰ খাব।" হাঁহিটো তেওঁৰ সমগ্ৰ মুখমণ্ডলত বিয়পি চকুলৈকে আহিল। "আমি সদায়েই ভাবনা চিন্তাবোৰ যেন দেওবাৰে কৰোঁ। তুমি মন কৰিছানে বাৰু ?"

"এইটো সু-দিন, ভগৱানৰ দিন।"

পিছদিনা আবেলি তেওঁবিলাকে ফন্দি আঁটিবলৈ বুলি কৰা মিটিংখন তেওঁবিলাকে ভবাৰ দৰে নহ'ল।

ওঠখন চেলেকি একাষে থকা সু-গোল মেজখনত মদৰ গিলাচটো থ'বলৈ হাওলি তেওঁ ঘোষণা কৰিলে "শুনক, আমি আমাৰ সভাৰ কাম এতিয়া আৰম্ভ কৰোহঁক। মই চিন্তা কৰি কিবা উলিয়াবলৈ মোৰ মূৰ ঘমাইছোঁ, আৰু যিমানেই এইটো ভাবোঁ সিমানেই আশাহীন হওঁ।" "আগৰ দিনৰ ৰঙ-ধেমালিৰ সুৰে তেওঁ ক'লে—"মোৰ মৰমী, আমি এটা গাঁতৰ ভিতৰত আছোহঁক, আৰু ইষ্টাৰৰ পূৰ্ব্ববৰ্ত্তী দেওবাৰে এই প্ৰাৰ্থনা গীতটো গোৱাবলৈ সুযোগ আছে ঠিক মোৰ মূৰৰ টুপীত ঘেন্থ গজাবলৈ থকাৰ দৰে সুযোগ।"

"কিয় ইষ্টাৰৰ পূৰ্ব্ববৰ্ত্তী দেওবাৰেনো ?"

"এই উপলক্ষেই এইটো লিখা হৈছিল। তুমি বুজিছানে সোণজনী ? অন্ততঃ প্ৰত্যেকজন অৰ্গেনবাদকে এটা নাইবা দুটা ভজনগীত প্ৰাচীন কালত লিখিছিল। যিমান বিলাক শূলবিদ্ধ কৰা পেইন্টিং আছে সিমানেই নিশ্চয় থাকিব লাগিব ভজনগীতবোৰো। জেলটাৰৰ সৈতে মই যেতিয়া

সঙ্গীত শিকিছিলো তেওঁ মোক পঢ়ি চাবলৈ দিছিল হব্রেট্চ আৰু জোৱাচিম ভনবাৰ্গৰ ভজনগীতবোৰ।”

তেওঁ মনোযোগেৰে শুনিছিল। তেওঁৰ জ্ঞানৰ দৌৰ দেখি ভবধ মানি তেওঁতেই চকুজুৰি চেচিলীয়ে আবদ্ধ কৰি ৰাখিলে। গীতৰ বিষয়ে চেচিলীক কৈ ফেলিস্কে লাভ কৰিছিল এক নতুন আৰু অদ্ভুত আনন্দ। তেওঁ দেখা স্বপ্নবিলাকেই এইটো আছিল। আৰু সেই কাৰণে তেওঁ বিষয়টো সৰস কৰি কৈছিল। “সকলোধৰণৰ ভজনগীত ইয়াত আছে। স্তোত্র, বাইবেল বা তেনেকুৱা গ্রন্থৰ ওপৰত ভিত্তি কৰি লিখা ভজন, নাট-নটুৱা বিষয়ৰ ভজন, পবিত্র কাহিনীৰ গীত; আনকি পবিত্র সপ্তাহ-টোৰ বিভিন্ন দিনৰ কাৰণে ভিন ভিন ভজনো ইয়াত আছে।”

জোহান ওৱেলথাৰে লিখা প্রথম লুথেৰান ভজনটোৰ উপকাৰিতাৰ বিষয়ে কৈ উচ্চভাবে প্ৰশংসা কৰোঁতে গুস্তভে আহি দুৱাৰত টুকুৰিয়াই কলেহি বাহিৰত আহি স্কীমীড আৰু টেনজান্ বৈ থকাৰ খবৰটো।

আশঙ্কাৰে চেচিলীৰ ফালে চাই তেওঁ সুধিলে—“তেওঁবিলাকে কি বিচাৰিব পাৰে বাৰু?” অনিমন্ত্রিত ভাবে দেওবাৰে তালৈ আহিবলৈ অত্যন্ত গধুৰ বিষয়ে তেওঁবিলাকক উত্তেজিত কৰিব পায়। গুস্তভক তেওঁ ক'লে “তেওঁবিলাকক ভিতৰলৈ আহিবলৈ কোৱা।” মানুহ দুজন সোমায় আহিল। টেনজান স্কীমিডতকৈ ওখ আছিল। হতাশাৰ ৰেখা তেওঁবিলাকৰ মুখমণ্ডলত বিৰিঙি উঠিছিল।

“এইদৰে আমি অহাৰ কাৰণে আমাক ক্ষমা কৰিব মাননীয় ডাইৰেক্টৰ, আমি চিটিহলৰ পৰা আহিছোঁ। লাট বাহাদুৰে আমাক মাতি পঠিয়াইছিল।” ক'বলৈ আৰম্ভ কৰিলে স্কীমিডে।

“এটা দেওবাৰেহেনে?”

দুয়োজন মানুহে একেদৰে মূৰ দুপিয়ালে।

তেওঁ পোনতেই আমাক দেখা কৰি আমালৈ এনেদৰে চালে যেন আমি অপৰাধীহে। তাৰ পাছত তেওঁ মুঠিটোৰে মেজত টকিয়ায় ক'লে আমাৰ কাৰণেই হেনো ঘটনাটো ঘটিল। চহৰখনে অস্ত্ৰসস্ত্ৰ লৈ সাজু হৈছে আৰু এইয়াই তেওঁৰ যথেষ্ট হ'ল। তেওঁ ইমান উত্তেজিত হৈ

পৰিছিল যে বহি থাকিব পৰা নাছিল। অহা-যোৱা কৰি তেওঁ আস্ফালন কৰি কথাবোৰ ক'বলৈ ধৰিলে। প্ৰথমতে তেওঁ ফ্ৰেঞ্চৰ ফালে ঘূৰি চাই ক'লে যে তেওঁ যাতে কাম কৰিব নোৱাৰে তাৰ কাৰণে তেওঁৰ বণিজৰ লাইচেঞ্চ খন তেওঁ বাতিল কৰি দিব। তাৰ পাছত তেওঁ মোৰ ওচৰলৈ আহি মোৰ ঠিক মুখৰ আগত তেওঁ আঙুলি দেখুৱায় কলে যে তৎক্ষণাতে মই চিচিলিয়া ছোচাহটিখন ভঙ্গ কৰি দিব লাগে। নহলে বেআইনী ভাবে সমবেত হোৱাৰ কাৰণে একহেজাৰ খেলাৰ জৰিমনা ভৰিব লাগিব। তেওঁ আতৰি গৈ এইবাৰ মোৰ পাছফালে আহিল। মই শপথ খায় ক'ব পাৰোঁ মোৰ জীৱনত ইমান ক্ৰোধান্বিত হোৱা মই কাকো কাহানিও দেখা নাছিলো বুলি। তেও মোক কৈছিল মই হেনো মোৰ ব্যৱসায় আৰু গিৱানভাজৰ অপমান। তেওঁ মোক দুটা সুযোগ দিলে। এতিয়াই ইস্তফা দিয়া নাইবা খেদাখাবলৈ মিটিংৰ কাৰণে বৈ থকা। সেই কাৰণে মই ইস্তফাকে দিলো।"

একে উশাহে অহৰহ মানুহজনে কথাখিনি কওঁতে ফেলিক্স আৰু চেচিলী দুয়ো হতভম্ব হ'ল। পাছতহে মন কৰিলে দুয়োজন লোক যে তেতিয়াও থিয় হৈয়ে আছিল। চেতনা প্ৰথমে চেচিলীলৈকে আহিছিল। তেওঁ ক'লে 'বহক' আৰু দ্বিধাহীন ভাবে কাৰুকাৰ্য্যখচিত মদৰ টেকেলীটোৰ পৰা দুগিলাছ মদ ঢালি তেওঁবিলাকক দি ক'লে "এইখিনি পি খাওক, এইয়া আপোনালোকৰ দৰকাৰ হৈছে।"

চকীত বহি থকা বৃদ্ধলোক জনলৈ চাই ফেলিক্সে সুধিলে "আৰু সেই কাৰণে আপুনি গিৱানভাজৰ লগত নেথাকে নহয়নে ?" প্ৰশ্নহিচাবে নহয়—এটা অবিশ্বাস্য ঘটনাৰ পুনৰাবৃত্তি হিচাবে।

"সেইটো সচাঁ, মই আৰু বাঁহী নবজাওঁ।"

নিজৰ ভাবত বিভোৰ হৈ অন্যমনস্ক ভাবে ফেলিক্সে বৃদ্ধলোকজনলৈ চায় ভাবিলে তেনেহ'লে তেওঁবিলাকে এনেকৈয়ে যুঁজিব খুজিছে। এজন কাম কৰি খোৱা মানুহক ভোকত ৰাখি, স্কীমিডক বৰ্খাস্ত কৰি···বিভাগীয় অধ্যক্ষ স্কীমিডৰ উনত্ৰিশ বছৰ জুৰি কৰা উৎসৰ্গ আৰু সেৱাৰ পাছত তেওঁৰ পৰিচালনাত হোৱা ৰাইন উৎসৱ চাবলৈ বিজন মানুহ দাছেল-

ড্ৰুফলৈ আহিছিল যিজনে উভতি আহি বোৰ্ডত তেওঁৰ প্ৰশংসাৰ জয়গান গাইছিলহি—তেওঁৰ সেই বন্ধুজন…

"এইটো ঠিক হৈছে। যেই হওক মই অহাবছৰলৈ পেঞ্চন লবলৈ ঠিক কৰিছিলোৱেই। ফাৰ্মলৈ উঠিযোৱাৰ বিষয়ে মই জাট্ৰভৰ লগত আলোচনা কৰিছিলো।" স্কীমিডে সাহসী আৰু অনিশ্চয়তাৰ এক কান্ধ-জোকাৰণিৰে ক'লে। তেওঁ চকু-লো বোধ কৰিব খোজোঁতে মুখখন বিকৃত হৈ হাস্যকৰ হৈ হে পৰিল।

চেচিলীয়ে ক'লে "এইটো মই লাজৰ কথা বুলি ভাবিছোঁ।" ফেলিস্কে একো সমালোচনা নকৰিলে। তলৰ ওঁঠটো তেওঁ কামুৰি থাকিল, চকুজুৰি নিষ্প্ৰাণ আৰু জ্যোতিহীন হৈ পৰিল।

তেওঁ যেন খোটালীটোত থকা মানুহবোৰৰ অৱস্থিতি পাহৰি গম্ভীৰ ধ্যানত নিমগ্ন হ'ল।

কিছু সময় জুৰি কোনেও কথা পতা নাছিল। পলকতে জীৱন তেওঁলৈ আহিল! তীব্ৰভাৱে তেওঁ সুধিলে "হাৰ্মেন চহৰৰ পৰা আপোনাৰ ফাৰ্ম কিমান দূৰ হ'ব বাৰু ?"

"চাৰিমাইল। কি গতিৰ ঘোৰা আপুনি ব্যৱহাৰ কৰে তাৰ ওপৰত নিৰ্ভৰ কৰি চেইণ্ট থমাছ প্ৰাঙ্গনৰ পৰা প্ৰায় চল্লিশ মিনিট লাগিব।"

"আপোনাৰ কৰ-কাটল আপুনি ক'ত দিয়ে…লিপ্‌জিগত ?"

"নহয়, ডাইৰেক্টৰ ; ৰিউডনিট্‌ চিটি হ'লত।"

"ৰিউডনিটতনে ? আপুনি ঠিক কৈছেনে ?" তেওঁ সুধিলে। তেওঁৰ মুখমণ্ডলত উত্তেজনা আৰু মাতত ব্যাকুলতা আছিল।

"অৱশ্যে মই ঠিক কৈছোঁ। তাৰ বাহিৰেও মই—" এক ৰকম ক্ষোভেৰে প্ৰতিবাদ কৰি উত্তৰ দিলে স্কীমিডে।

"ধন্য ভগবান।" ফেলিস্কে স্বস্তিৰে ক'লে "তেন্তে আপোনাৰ পামখন নগৰৰ সীমাৰ বাহিৰত, আৰু মূলাৰে একো কৰিব নোৱাৰে ?" তেওঁবিলাকৰ সন্ধানী দৃষ্টি তেওঁৰ অনুভৱ হ'ল। হতভম্ব হৈ মুখমেলি চাই থকা চেচিলীৰ চাৱনিৰ এটি জিলিঙনি তেওঁ ধৰিব পাৰিলে। বুকুখন তেওঁৰ উত্তেজনাত স্পন্দিত হৈছিল।

"আপোনাৰ ফাৰ্মখন কেইমাহমানৰ কাৰণে আপুনি মোক পট্টাত দিবলৈ ইচ্ছা কৰেনে ?"

"এইখন পট্টাত দিবলৈনে ? কিহৰ কাৰণে বাৰু মাননীয় ডাইৰেক্টৰ ?" বিস্ময়ত তেওঁৰ জোপোহা ভ্ৰূযুগল মাজকপাললৈকে উঠিল।

"আখৰাৰ কাৰণে এইখন আমাৰ প্ৰয়োজন। আৰু এই ডোখৰ ঠাই মোৰ নামত ৰখাটো জ্ঞানীৰ কম হ'ব। বহলাই মই পাছত কম।" স্কীমিডক তেওঁৰ চিন্তাত এৰি তেওঁ উভতি চালে টেনজানলৈ।

"ফ্ৰেঞ্জ, মোক কোৱাচোন, এখন বাগী সাজি উলিয়াবলৈ কিমান সময় লাগিব ?"

"মাননীয় ডাইৰেক্টৰ, কেনেকুৱা ধৰণৰ গাড়ী আপোনাক লাগিব এইটো নিৰ্ভৰ কৰে তাৰ ওপৰত"—ধীৰ গতিৰে চিন্তাৰ পৰা ওলায় আহি তেওঁ ক'লে।

"ভ্ৰমণৰ অৰ্থে এখন ডাঙৰ বাগী !"

"মই কেইবামাহো লাগিব বুলিয়েই কম'। হয়তো পাঁচ মাহ।" তেওঁ করুণা উদ্ৰেক ভাবে হঠাতে অসহায় হোৱা এজন অতি শক্তিশালী লোকে শিশুৰ নৈৰাশ্যৰে কোৱাৰ দৰে গুণ্‌গুণায় ক'লে "কিন্তু বনিজ লাইচেঞ্চ অবিহনে মই আপোনাক এখন ঠেলাগাড়ীও সাজি দিব নোৱাৰিম।"

"আপুনি লিপ্‌জিগত নোৱাৰিব পাৰে কিন্তু 'ৰিউডনিটত' পাৰিব পাৰে।" তভাতৈয়াকৈ ফেলিস্কে কৈ যায় "আপুনি ফাৰ্মলৈ আহি যদি এখন চালি নিৰ্মাণ কৰি লয়..."

টেনজানৰ চকুত অবোধ্য চাৱনি দেখি তেওঁ বৈ গ'ল। ধীৰ ভাবে তেওঁ পুনৰ ক'লে "আপোনাৰ হাঠিয়াৰবোৰ ফাৰ্মলৈ আনি যদি এখন চালিঘৰত কাৰখানা পাতি লয় তেতিয়া হলে আপুনি মোক এখন বাগী সাজি দিব পাৰিব, নোৱাৰিব জানো ?"

কিছু পৰ টেনজানৰ ভ্ৰূ কোঁচ খালে। তাৰ পাছত হঠাতে তেওঁৰ বোধগম্য হ'ল, আৰু এটা উজ্বল হাঁহিত তেওঁৰ ৰঙামুখখন বিদীৰ্ণ হ'ল।

জীৱনী শক্তি তেওঁলৈ প্ৰচণ্ডগতিৰে উভতি আহিছিল। তেওঁ প্ৰকাণ্ড ভৰিকিটাত সশব্দে থপৰিয়াই চিঞৰি ক'লে "এৰা মই পাৰিম। মই আপোনাক যি কোনো ধৰণৰ বস্তু নিৰ্ম্মাণ কৰি দিব পাৰিম। যেনেকুৱা ধৰণৰ বাগী আপোনাক লাগে।" নতুন আশাৰে তেওঁৰ নীলা চকুজুৰি দীপ্ত হৈ উঠিছিল।

এতিয়াও হতভম্ভ হৈ থকা স্কীমিডৰ ফালে চাই তেওঁ ক'লে "ভাল, আপুনি পুৰা সোনকালে হাৰ্মেনৰ সৈতে আহিব।" বিষয়টো হাতৰ এটা জোকাৰণিৰে বাদ দি তেওঁ সম্মুখলৈ চাওলিলে। তেওঁৰ চাৰনিয়ে দুয়োজন লোকক ঘেৰি ধৰিলে। এক বিশ্বাসৰ গুণ্গুণনিৰে তেওঁ ক'লে "আপোনালোকে এইখিনি কৰাটোকে মই বিচাৰিছোঁ।"

তেওঁৰ কথা-বতৰাত, তাতোকৈয়ো অধিক তেওঁৰ ব্যৱহাৰত স্তম্ভিত হৈ চেচিলীয়ে তেওঁলৈ চালে। এইজন আছিল এজন মানুহ—চিনিপোৱা নাছিল তেওঁ...

কোমলকৈ কথা কৈছিল তথাপি আছিল প্ৰাণবন্ত আৰু আদেশ-ব্যঞ্জক। কি কৰিব লাগিব আদেশ দি তেওঁ আশা কৰিছিল তেওঁবিলাকে এই আদেশ মানিব। যিধৰণে স্কীমিড আৰু টেনজানে তেওঁৰ পিনে চাই তেওঁৰ কথা মানিলৈ মূৰ দুপিয়াইছিল চেচিলীয়ে দেখিলে এইয়া তেওঁৰ কাৰণে আছিল বিস্ময় আৰু চমকপ্ৰদ—যিজন লোক তোমাৰ চিনাকী বুলি তুমি ভাবা সেই জনৰ বিশিষ্টতা নিঃসন্দেহে তুমি আবিষ্কাৰ কৰাটো। এইটো তোমাৰ এনে লাগিব তুমি যেন তোমাৰ ঘৰৰ এটা গোপন খট্খটিহে বিচাৰি পালা...

তেওঁৰ কোমলতা, তেওঁৰ ভোগবাসনা, তেওঁৰ খেয়াল চেচিলীয়ে জানিছিল। তেওঁৰ পৰিহাস, হাঁহি-ধেমালিও তেওঁ জানিছিল। এইটোক তেওঁ অপৰিণত আৰু ফোপোঁলা মনৰ চিনবুলি বুজিছিল কিয়নো সকলো-বিলাক বয়সস্থ ডাঙৰ মানুহক নিৰস, আড়ম্বৰপূৰ্ণ, আত্মম্ভৰী বুলি তেওঁ জানিছিল। ফেলিক্সৰ কাম কৰিবলৈ আছে ভয়ঙ্কৰ সক্ষমতা, আছে তেওঁৰ গভীৰ স্নেহ, তেওঁৰ অহমিকা আৰু বৃথা দম্ভ নথকাৰ কথা...

কিন্তু এই আদেশৰ সুৰ, আকস্মিক কৰ্তৃত্বৰ এই দৃঢ় ঘোষণা—এইটো

আছিল নতুন। সম্ভৱ মানুহ এজনৰ হৃদয় উদঙাই দিলে ভয়ঙ্কৰ উচাপ খাব লগা হয়...

যদি এইটো সচাঁ হয়, তেন্তে সুখী হৈছিল চেচিলী, তেওঁ উচাপ খাইছিল, কাৰণ চেচিলীয়ে এই নতুন আদেশ দিব পৰা তেওঁৰ স্বামীক ভাল পাইছিল, সংগ্ৰামৰ মনোভাবত থকা এইয়া ফেলিস্ক। পৌৰুষ জনোচিত, শক্তিশালী আৰু নিৰ্ভীক। চেচিলীয়ে যেতিয়া কোৱা শুনিলে এইবোৰ সকলো পৰিস্কাৰ হ'লনে তেতিয়াহে তেওঁ এটা যত্নেৰে সৈতে চিন্তাৰ পৰা নিজকে মুক্ত কৰিলে—মানুহ দুজনে মূৰ দুপিয়ায় ক'লে "হয় ডাইৰেক্টৰ।"

তেওঁবিলাক থিয় হ'ল আৰু এতিয়াও মদমত্ত হৈ থকা কিন্তু কামত জপিয়ায় পৰিব খোজা-স্কীমিডে ক'লে "আমি ইয়ালৈ সোমায় অহাৰ সময়তকৈ সুস্থ অনুভব কৰিছোঁ। নাই কৰানে বাৰু ফেঞ্চ।" টেনজানে একো নেমাতিলেই। তেওঁ এটা মনোৰম হাঁহিলে। আশা তেওঁ দুনাই লাভ কৰিছিল।

দুখীয়াৰ শিষ্টাচাৰ পূৰ্ণ সৌজন্যৰে মানুহ দুজনে চেচিলীক মদৰ কাৰণে ধন্যবাদ দি বিদায় ললে। যথেষ্ট ক্লান্তিৰে তেৰোঁ হাতজোকাৰি বিদায় ললে। ফেলিস্কে তেওঁবিলাকক দুৱাৰ মুখলৈকে আগবঢ়াই লৈ গ'ল।

তেওঁবিলাক অধ্যয়ন খোটালীলৈ উভতি অহাৰ পাছত তেওঁ ক'বলৈ ধৰিলে "যেহেতু মই তোমাক কৈছিলো কেইবাৰকমৰ ভজনগীত ইয়াত আছে—যিবিলাক চেণ্ট মেথিউজৰ মূল পাঠ অনুসৰি লিখা হৈছিল, সেইবোৰ সদায়েই গোৱা হয় ইষ্টাৰৰ আগৰ দেওবাৰটোত। জোহান চেবাষ্টিয়ান বাচৰ ভজনগীত এইবিলাকৰে এটা। তুমি মন কৰিছানে শ্ৰদ্ধাৰ চিন হিচাবে তেওঁ চেণ্ট মেথিউজৰ মূল পাঠ ৰঙা মহীৰে কেনেকৈ লিখিছিল।"

তেওঁ জুইৰ ওচৰত এগিলাচ মদ ঢালি লৈ দুৰ্ঘটনাবোৰ পুনৰ গম্ভীৰ ভাবে চিন্তা কৰিবলৈ বহিল। "চেইণ্ট মাৰ্কৰ মূল গ্ৰন্থৰ পৰা যি ভজন গীত লিখা হৈছে পবিত্ৰ সপ্তাহৰ মঙ্গলবাৰে গোৱা হয়। বৃহস্পতিবাৰৰ দিনা চেণ্ট লিউকৰ প্ৰাৰ্থনা সঙ্গীত, আৰু গুডফ্ৰাইডেৰ দিনা—"

"তেওঁ বিলাকক তুমি কলা, মোক জানো তুমি কৰ নোখোজা! তুমি ফাৰ্ম ভাড়ালে লোৱাৰ কথা, বাগী সাজিবলৈ কোৱা এইবোৰ নো কিহৰ কাৰণে!" আহত হৈ মাজতে চেচিলীয়ে কলে। চেচিলীলৈ তেওঁ চালে—সেই মৃগাবৰণীয়া চকুহালিত আছিল বিষাদৰ হাঁহি।

তেওঁ স্থিৰভাবে কলে "ভিতৰলৈ সোমায় আহোঁতে মানুহ দুজন ভীতগ্ৰস্ত হৈ আছিল। তেওঁবিলাকে ঠিক বাস কৰিছিল চৰম দুৰ্দ্দশাপূৰ্ণ যিটো বিধ্বস্তকৰ অভিজ্ঞতা নিশ্চয় তেওঁবিলাকৰ হ'লহেঁতেন। ভাবি চোৱাচোন মূলাৰে তেওঁবিলাকক মাতি পঠিয়াই তেওঁবিলাকৰ মুখৰ ওপৰত আঙুলি জোকাৰি আস্ফালন কৰি কথা কৈ তেওঁবিলাকৰ জীৱিকা নিৰ্ব্বাহ কাঢ়ি ললে! ই তেওঁবিলাকৰ বাবে কি অৰ্থ হয় তুমি অনুমান কৰিব পাৰিছানে! স্কীমিডৰ কেইটামান থেলাৰ থাকিব পাৰে কিন্তু টেনজানৰ যে কামটোৱেই মাত্ৰ আছিল আৰু সেই কাৰণেই তেওঁবিলাক পেপুৱা লাগিল। বুজিব পৰা নাছিল ক'ৰ পৰা ঘূৰিব নাইবা কি কৰিব আৰু তেওঁবিলাক আমাৰ ফালে ঘূৰিল, তেওঁবিলাকৰ একমাত্ৰ বন্ধু যি মাত্ৰ তেওঁবিলাকক সহায় কৰিব পাৰে। তেওঁবিলাকক কিছু আশাৰ অবিহনে বিক্ত হাতেৰে মই ওভোতাই পঠিয়াব নোৱাৰিলো।"

"তুমি ঠিক কাম কৰিলা।"

"আৰু তুমি জানানে কি ঘটিল! সেই দুজন নিঃকিন অবক্ষিত লোকৰ ওপৰত প্ৰতিশোধ লোৱাৰ কাৰণে মূলাৰৰ ওপৰত মোৰ ইমান খং উঠিছিল যে এসময়ত মই এটা কাম কৰিবলৈ ভাব কৰিছিলো, এতিয়া সেই কামটোকে কৰি যাবলৈ মই স্থিৰ কৰিছিলো। শেহত নিয়ম বিৰোধী বুলিহে এৰি দিলো।"

"কিয়?"

"বহুত কাৰণত। এটা বিষয় হ'ল ই অতি ৰোমাঞ্চকৰ। আৰু মই এনে ৰোমাঞ্চকৰ ভাব থকা নাটক ভাল নেপাওঁ। ইয়াত আছে অনেক দুৰ্ব্বলতা আৰু বিপদ। আৰু শেহাস্তৰত ইয়াত ভিলমানো প্ৰত্যয় নাই যে ই কাম কৰিব. আৰু ঘটনাক্ৰমে ই হ'ব ব্যয়বহুল।"

"এইটো কি!"

আলফুলকৈ তেওঁ প্ৰিয়তমা পত্নীক নিজৰ কাষলৈ চপাই আনিলে। "এতিয়া তুমি মোক বাহুল্যকৈ ক'বলৈ নকবা। তুমি ইয়াৰ সকলো ভুল দেখুৱাই দিবা আৰু তেতিয়া হয়তো এইটো আৰম্ভ কৰাৰ আগতেই মই নিৰাশ হৈ যাম। এইটো এটা অতিশয় হতাশজনক আচঁনি। কিন্তু আমি বৰ্ত্তমান এক হতাশজনক পৰিস্থিতিত আছোওঁ।

চেচিলীয়ে ক'লে—"অন্ততঃ এইটো এটা আঁচনি। মই এটা উপায় বিচাৰিবলৈ যত্ন কৰিছিলোঁ। আৰু মই একোকে ভাবি স্থিৰ কৰিব পৰা নাছিলো…"

বিষাদেৰে এটা হুমুনিয়াহ এৰি তেওঁ ক'লে "এৰা আমি এইটোৰে চেষ্টা কৰি চাব খুজিছোঁ। বহু পৰিবৰ্ত্তন ই আনিব খুজিছে, হয়তো আমাৰ সমগ্ৰ জীৱনলৈও বিপযায়।" তেওঁ জঠৰ হৈ যোৱা যেন অনুভৱ কৰি আৰু কপকপীয়াকৈ তেওঁক খামুচি ধৰিলে ফেলিস্কে। "মই ভয় কৰিছোঁ ইয়াত কোনো উপায়েই নাই, আমি স্কীমিডৰ ফাৰ্মলৈ যাব লাগিব।"

চেচিলী ব্যাকুল হৈ পৰিছিল। চকুলোৰে উপচি পৰিছিল তেওঁৰ তৰাজুটি। ফেলিস্কে বিমৰ্ষতাৰে আবৰা কণ্ঠস্বৰেৰে ক'লে "মোক ক্ষমা কৰা সোণজনী কিন্তু এইটো কৰিব লগা হ'ল। তুমি দেখিবা এইটো বৰ বেয়া নহ'ব। স্কীমিডইত ভাল মানুহ।"

খন্তেক পৰ মনেমনে থকাৰ পাছত তেওঁ সুধিলে "আমি কেতিয়ালৈ যাম ?" আনটো আঘাত হনাৰ পূৰ্বেই তেওঁ ইতস্ততঃ কৰি ক'লে "বৰদিনৰ বন্ধত।" ফেলিস্কে অনুভৱ কৰিলে তেওঁৰ বিপৰীতে থকা দেহ-বল্লৰী কঁপি উঠিছে।

"মই বুজিছোঁ তুমি লৰাছোৱালী কেইটাৰ বাবে চিন্তা কৰিছা। বৰ-দিনত সিইঁতৰ পৰা আতৰি থাকিবলৈ তোমাৰ টান লাগিব। কিন্তু ভাবিবলৈ চেষ্টা কৰাচোন স্কীমিড আৰু টেনজানে কি ধৰণৰ বৰদিন পাব ?"

হাতৰ মনিবন্ধৰে তেওঁ চকুহালি মোহাৰিলে—আনকি হাঁহিবলৈও চেষ্টা কৰি তেওঁ ক'লে "তুমি ঠিক কৈছা, কালিলৈ মই বান্ধিবলৈ আৰম্ভ কৰিম।"

যথেষ্ট বিলম্বে সেই গধূলি যেতিয়া তেওঁবিলাকে একেটা গাৰুতে মূৰথৈ দুইজনে সিজনলৈ চায় চিন্তিত ভাৱে শান্ত হৈ পৰি আছিল তেতিয়া তেওঁবিলাকে নামাকৰণ কৰা শেহ মুহূৰ্ত্তৰ পৰ্য্যালোচনা কৰিছিল।

তেওঁ ফুচফুচায় সুধিলে—"চিলেটি, তুমি এতিয়াও এই বিষয়টোত মোৰ লগলৈ আহিবলৈ বিচাৰানে!"

'তেওঁলৈ চেচিলীয়ে চালে আৰু ধীৰে চকুৰ পতা নমালে। এইটো ভঙ্গী আছিল বিষাদভৰা আৰু আত্মসমৰ্পনৰ মনুষ্য জাতিৰ ধ্বজা অবনমিত কৰি দিয়া। এৰা, তেওঁ স্বামীৰ অনুসৰণ কৰিব, যলৈকে তেওঁ গৈছিল, যলৈকে তেওঁ যাবলৈ বিচাৰে, সুখী আছিল যে তেওঁ এজন ভাল মানুহ আছিল। আৰু অধিক তেওঁ কেৰেপ নকৰে, কাৰণ তেওঁ আৰু অধিক নিজকে সহায় কৰিব নোৱাৰে, ঠিক হওক বা ভুল হওক, যিকোনো ঠাইলৈকে···

ভয় কোমলতা আৰু মানি লোৱা পৰাজয়েৰে তেওঁ ফেলিক্সৰ বাহু-বন্ধনলৈ সোমায় আহিল। তেওঁৰ ওঁঠত চেচিলীয়ে চুম্বন কৰিলে—তেওঁৰ ক্ষুধিত দেহবল্লৰী তেওঁৰ দেহৰ বিপৰীতে হেঁচি ধৰিলে। আৰু সেই নিশা তেওঁবিলাকেও তেওঁবিলাকৰ আগৰ আৰু তেওঁবিলাকৰ পাছৰ অসংখ্য লোকৰ দৰে বিক্ষুব্ধজনক চিন্তাৰ পৰা মৰম চেনেহৰ পৰশৰ মাজত আশ্ৰয় ল'লে।

## ১০

তিনিদিন পূৰ্ব্বে তেওঁবিলাক ফাৰ্মলৈ আহি সোমায়ছিলহি। এই তিনিদিনৰ পাছত তেওঁবিলাকে বিষাদ ভৰা কিন্তু সুখৰ বৰদিন পাৰ কৰিলে।

মেজখন সজাওঁতে চেচিলীয়ে জাষ্ট্ৰিডক সহায় কৰি দিলে। বাস্তবিকে জামুৰ দৰে ৰসাল ফল আৰু জেটুলী গুকাই, দস্তাৰ নিৰ্ম্মিত মম আঁঠাৰে

আৰু বহল বোলোৱা প্লেটবোৰে এইখন দেখিবলৈ উৎসৱ মুখৰ আৰু শুৱনী কৰি তুলিছিল। নিশাৰ ভোজনৰ সময়ত তেওঁবিলাক ছয়জন আছিল, যদিহে সঘনাই চৌকাৰ ওচৰলৈ অহা-যোৱা কৰি থকা জাষ্ট্ৰেডক আলহী বুলি ধৰা যায়। ফেলিস্কে সভাপতিত্ব কৰিছিল। মেজৰ সিফালে থকা চেচিলীলৈ মাজে সময়ে চায় তেওঁ হাঁহিছিল। ফ্ৰেঞ্জ টেনজানো তাতে আছিল। কঠিন কলাৰ আৰু দেওবৰীয়া পোছাকত থাকি তেওঁ অস্বস্তি বোধ কৰিছিল। সৰহভাগ সৰঞ্জাম লগত লৈ তেওঁ ফাৰ্মলৈ আহি ফাৰ্মৰ এখন উদং চালিৰ তলত স্থাপন কৰিলে এখন কাৰখানা।

কেওঁ কোনো নোহোৱা মেগডালেনা ক্লুপক চেচিলীৰ পৰামৰ্শ অনুযায়ী তালৈ নিমন্ত্ৰণ কৰি অনা হ'ল। এনি বলেইবাৰ বিশ্বাসী সহচৰী হওঁতে পিন্ধা এটা সোণোৱালী বুতাম লগোৱা ৰাজসভাৰ সাজ তাইৰ আছিল। এইটো তাই ৰক্ষা কৰিছিল তাইৰ শিল্পীসুলভ বিজয়ৰ চানেকী স্বৰূপে আৰু যেতিয়া দলটোৰ মেনেজাৰজন সঞ্চিত ধনখিনি লৈ পলায় গুচি গৈছিল তাই এইটো দৰ্ম্মহাৰ নিৰাপত্তা হিচাবে ৰক্ষা কৰিছিল। উৎসৱটো প্ৰলুব্ধকৰ কৰি তুলিবলৈ তাই বুজন ভাবে এই বৈশিষ্ট্যপূৰ্ণ জকমকীয়া সাজজোৰ পিন্ধিলে।

যদিও অভ্যাগত সকল ভালধৰণেই আছিল আৰু কথোপকথন সজীৱ আছিল তথাপি এই অকৃত্ৰিম আনন্দৰ বাবে ভবিষ্যতৰ অভ্যন্তৰিণ আশঙ্কা আছিল।

ফ্ৰেঙ্কফোৰ্টত থকা নিজৰ লৰা-ছোৱালী কেইটাৰ কথা চেচিলীয়ে চিন্তা কৰিলে। এই সময়ত সদায়েই মনোৰম আৰু আনন্দময় হৈ থকা আৰু সম্প্ৰতি বৰফে ঢাকি থোৱা চালৰ তলত অন্ধকাৰাচ্ছন্ন হৈ থকা লিপ্‌জিগৰ ঘৰটোলৈ তেওঁৰ মনত পৰিল। এতিয়া বন্ধ হৈ থোৱা কাৰখানাটোৰ কথা টেনজানে সুঁৱৰিলে। স্কীমিডৰ মনত পৰিল তেওঁ সুদীৰ্ঘকাল পাৰ কৰা সেই গিৱানভাজ অৰ্কেষ্ট্ৰাৰ কথা। ফেলিস্কে চিন্তা কৰিলে তেওঁ আৰম্ভ কৰা এই অদ্ভুত অভিযানটোৰ কথা। তেওঁবিলাকৰ অতীতৰ সেতু যে ভস্মীভূত হৈ গৈছে আৰু এই বৰদিনৰ নিশাৰ

ভোজটোৱে এক অধ্যায়ৰ সমাপ্তি আৰু এক নতুন অনিশ্চিত অধ্যায়ৰ সূচনা কৰিছিল এইটো কেওঁবিলাকে উপলব্ধি কৰিছিল।

ভোজন শেষ হৈ আহোঁতে স্কীমিডে ক'লে "যোৱা কালি মই লিভেনুলৈ গৈছিলো। তেওঁবিলাকৰ সুন্দৰ ঐক্যতানিক সংঘ আছে আৰু মই তেওঁবিলাকক আপোনাৰ প্ৰস্তাৱটোৰ কথা কলো।"

"তেওঁবিলাকে কি ক'লে ?" ফেলিস্কে সুধিলে।

"তেওঁবিলাকক বেচ আগ্ৰহান্বিত দেখা গ'ল। আপুনি বুজিছেনে মাননীয় ডাইৰেক্টৰ; গান গোৱাৰ বাবে তেওঁবিলাকে একো মূল্য নেপায়। আৰু যেতিয়া মই সিহঁতক কলো যে বৃত্তিধাৰী সঙ্গীতজ্ঞৰ নিচ তেওঁবিলাকক আপুনি দিব তেওঁবিলাকে ঠিক সেইটো বিশ্বাস কৰিব পৰা নাছিল। সেয়ে হলেও তেওঁবিলাকৰ মনত লাগিল। কাৰণ লিভেনুত দাৰিদ্ৰতা এতিয়া ভালকৈয়ে আছে।"

চেচিলীয়ে ফেলিস্কলৈ চালে।

দুই কাৰণেই ইয়াত বহুত ধন ব্যয় হ'ব বুলি তেওঁ কৈছিল—লিপ্‌জিগৰ চুবুৰীয়া অঞ্চল সমূহৰ বিভিন্ন সঙ্গীত সমদলৰ পৰা ঐক্য সঙ্গীত সৃষ্টি কৰিবলৈ তেওঁ চেষ্টা কৰিছে আৰু বিশ্বৰ সকলোতকৈ সহজতম, প্ৰাচীনতম আশ্বাস উৎপাদনকাৰী যুক্তি খটুৱাইছে ধন। তাকো তেওঁৰ নিজৰ।

স্কীমিডে কৈ গ'ল—"প্ৰকৃততে কিছুমান ভীতুলোক আছে। তেওঁবিলাকে কৌশল দাওক আপোনাৰ আৰু টেনজানৰ কি ঘটিল—আপুনি আপোনাৰ চকৰি হেৰুৱালে, আৰু তেওঁবিলাকে তেওঁৰ দোকান বন্ধ কৰি দিলে। আৰু এতিয়া আপোনালোকৰ কোনোজনেই কাম কৰিব নোৱাৰিব। হয়তো আমাৰো সেই ঘটনাৰেই পুনৰাবৃত্তি হব পাৰে।"

"সেই কাৰণে আপুনি তেওঁবিলাকক বাৰু কি কলে ?"

"মই তেওঁবিলাকক বুজাই ক'লো যে তেনে কোনো ঘটনা তেওঁবিলাকৰ নঘটে। কাৰণ তেওঁবিলাক লিপ্‌জিগৰ অধিবাসী নহয় আৰু মহামান্য লাট-বাহাদুৰ তেনেকুৱা জঘন্য কাম কৰিব নোৱাৰে। "উস, এই ঘৰত তেনেকুৱা ধৰণা প্ৰতিশ্ৰুতি! আৰু এই পবিত্ৰ বৰদিনৰ

নিশা ? "চৌকাটোৰ ওচৰৰ পৰা আইদেউ স্কীমিডে শুনাকৈ ক'লে।"
এক নিদাৰুণ মৰ্ম্মপীড়াৰ অভিব্যক্তিৰে সৈতে স্কীমিডে কৈ গ'ল—"শেহত
তেওঁবিলাকে ক'লে যে অহাবাৰৰ আখৰালৈ তেওঁবিলাকৰ কেইজনমান
আহি সিদ্ধান্ত কৰিবহি তেওঁবিলাকে যোগদান কৰেনে নকৰে।"

"সুন্দৰ, অন্ততঃ তেওঁবিলাকে আমাক বিমুখ কৰা নাই। মই
ভাবোঁ তেওঁবিলাক আহিব, আৰু তেওঁবিলাকে আমাক তিনিকুৰি
পোন্ধৰজন গায়ক-গায়িকা দিব। উত্তম শিল্পী সকলকো দিব। আমি
এইদৰেই আশা কৰোহঁক।"

ইতিমধ্যেই বহু সময় মনে মনে থকা মেগডালেনাই মজিয়াত কথা
ক'বলৈ আৰম্ভ কৰিছিল। "ময়ো কেইগৰাকীমান উত্তম গায়িকাৰ যোগাৰ
কৰিব লগা আছে। স্বাভাবিকতে তাত এনে কিছুমান আছে যি ভয়
কৰে—"

"ঠিক মই কোৱা লিণ্ডেন্সুৰ মানুহবোৰৰ দৰে—"

এনি বলেইনৰ সহচৰী মহিলা গৰাকীয়ে স্কীমিডলৈ বিবৰ্ণ হৈ যোৱা
কঠোৰ চাৱনি নিক্ষেপ কৰি ক'লে—"এইয়া আপুনিনে মইয়ে কথা
কৈছো ?"

তাইৰ চাৱনি দেখি তেওঁ কোঁচ খালে আৰু ৰঙা চুলি বেচা নচুৱাই
তাই কৈ গ'ল "যিহেতু মই কৈছোৱেই তাত কিছুমান আতুৰ লোক
আছে, কাৰণ তেওঁবিলাকে গুজৱ শুনিছে যদিহে তেওঁবিলাক ইয়ালৈ
আহে তেন্তে তেওঁবিলাকক আক্ৰমণ কৰা হব, নাইবা তেওঁবিলাকৰ টেক্স
বঢ়ায় দিয়া হ'ব, নাইবা তেওঁবিলাকৰ গিৰিয়েকহতঁক কামৰ পৰা বৰখাস্ত
কৰা হ'ব। মই সেইবাবে তেওঁবিলাকক সুধিছিলো তেওঁৰ সলনি
তেওঁবিলাকৰ দেহত চালগোমৰ ৰস আছে নেকি বুলি। তেওঁবিলাকৰ
শক্তিশালী মেৰুদণ্ড দেখি মই কৈছিলো তেওঁবিলাকৰ মাতৃসকল জোঁক
আছিল হয়তো। আৰু এইদৰেই মই তেওঁবিলাকৰ কোনো আপত্তি খণ্ডন
কৰিলো। শেহত তেওঁবিলাকে দুঃখিত হৈ আহিবলৈ যেনিবা মান্তি হ'ল।"

তাই শেষৰ শব্দবোৰ এনে এটা ভঙ্গীৰে কৈছিল অনুমান হৈছিল
এই যে এই বিপথগামী গোটেইবোৰ শ্ৰেষ্ঠ গায়িকা যেন খোৱা মেজতে

বহি থাকোঁতে তাই কথাবোৰ কৈছিল। মেগডালেনাৰ প্ৰচাৰ সম্বন্ধীয় কৌশলত তাত এক আমোদৰ ঢৌ উঠিল।

"সুন্দৰ কাম—এই ভীতি প্ৰদৰ্শনিবোৰ সঁচা বুলিহে মই ভয় কৰিছোঁ। আৰু তুমি সাৱধান হোৱা ভাল। লিপ্‌জিগত তুমি অকলে থকা বিষয়টো মই ভাল পোৱা নাই আৰু কিছুদিনৰ কাৰণে তুমি ইয়াত থকাটো অধিক নিৰাপদ হ'ব।"

মেগডালেনাৰ অনুগ্ৰহ দুনাই পাবলৈ চেষ্টা কৰি স্কীমিডে নিমন্ত্ৰণৰ সুৰে পৰামৰ্শ দিলে "ইয়াত বহুত খোটালীও আছে।"

মেগডালেনাই এইবোৰ নুশুনিলে। তেওঁ ক'লে "মই যেতিয়া ইয়াত থাকি তেওঁবিলাকক কৈ থাকিমগৈ যে ভয়ৰ কোনো কাৰণ নাই, তেতিয়া কেনে দেখিব বুলি আপুনি ভাবে বাৰু ?"

"হয়তো তুমি ঠিকেই কৈছা। কিন্তু দূৰদৰ্শী হ'বা।" ফেলিস্কে তেওঁৰ কথা মানি লৈ ক'লে।

"মাননীয় ডাইৰেক্টৰ, তেওঁবিলাকেনো মোৰ কি কৰিব পাৰিব ? মোৰ টেক্স তেওঁবিলাকে বঢ়াব নোৱাৰে। কাৰণ মই একোকে পোৱা নাই। কাম হেৰুৱাবলৈকো মোৰ কামেই নাই। আনকি কামৰ পৰা তেওঁবিলাকে বৰ্খাস্ত কৰিবলৈকো মোৰ এজন গৃহস্থও নাই। অবিবাহিতা এগৰাকীক কুমাৰী বুলি কোৱাৰ দৰেই মই এগৰাকী কুমাৰীয়েই। তেওঁবিলাকে মোক মাৰ ধৰো কৰিব নোৱাৰে। কাৰণ চেইণ্ট জোচেফ অঞ্চলত মই থাকোঁ। তেওঁবিলাকে জানে মই প্ৰধান মাৰ্শ্বেলৰ বন্ধু আৰু প্ৰকৃততে মই ওলগাৰ ভণী।"

"ভাল বাৰু, পিছে সাৱধান হ'বা।" ফেলিস্কে মুৰ দুপিয়াই ক'লে। মেজখনত ওচৰতে থাকি এক ভীৰু আশালৈ তেওঁবিলাকে বিভিন্ন বিষয়ৰ আলোচনা কৰিলে, আঁচনি কৰিলে। ফাৰ্মত হয়তো অসংখ্য লোক থাকিব লগা হ'ব পাৰে। ঈশ্বৰক ধন্যবাদ যে ইয়াত বহুত খোটালী আছে, বিভিন্ন ভড়ালঘৰত আৰু ঘোঁৰাশালত। ফাৰ্মখনত ধানখেৰ বোৰ সিঁচৰিত কৰি থোৱাই আছে। চোতালৰ সিফালে থকা এটা প্ৰধান ভঁড়াল ঘৰত আখৰা কৰিবলৈ স্থিৰ কৰা হ'ল।

স্কীমিড আৰু টেনজানে দুই এদিনৰ ভিতৰতে এইটো সাজু কৰিবলৈ প্ৰতিশ্ৰুত হ'ল। তাৰ পাছত এটা সময়ত স্কীমিডে খবৰ দিলেহি যে "চুবুৰীয়া খেতিয়ক আৰু তেখেত সকলৰ পৰিবাৰ সকলে তেখেত সকলৰ সেৱা আগবঢ়াইছে। কিন্তু বিয়লি পৰত আখৰাৰ অনুশীলন কৰিলে তেখেত সকলে ভাল পাব। "আপুনি বুজিছেনে ডাঙৰীয়া, আমাৰ দৰে তেখেত সকল নগৰৰ মানুহ নহয়। সূৰ্য্য ডুবিলেই শোৱাপাটীলৈ যোৱা তেওঁবিলাকৰ অভ্যাস। ছয়টা বজাত যাওক, দেখিব তেওঁবিলাকে টোপনীয়াব। সেই কাৰণে মই ভাবিছোঁ তেওঁবিলাকক শিকাবলৈ আপুনি মোক অনুমতি দিয়ক। কাৰণ আপুনি গোটেই দিনটো থাকিব লিপ্‌জিগত।"

অন্যমনস্কভাৱে ফেলিস্কে মূৰ দুপিয়ালে। বেচেৰা হাৰ্মেন—সন্ধিয়া তেওঁ টেনজানৰ দোকানলৈ যোৱাৰ সুযোগটো হেৰুৱালে। 'তেওঁৰ পড়িয়ামৰ, তেওঁৰ সৰু লাঠিডালৰ তেওঁ অভাৱ অনুভৱ কৰিছে।

প্ৰত্যেক ঘণ্টাতে কামটোৰ বিশালতা আৰু কঠিনতা স্পষ্টভাৱে প্ৰতীয়মান হৈ আহিবলৈ ধৰিলে। কেনেকৈ এটা সমৰ্থ গায়কৰ সমদল এই সকলোবোৰ বিভিন্ন উপাদানৰ পৰা একীভূত কৰিব পাৰি? অৰ্কেষ্ট্ৰা, চলোচিষ্ট আৰু অৰ্গেনিৰ হ'ব কি? তত্বাৱধান, পৰিচালনাদিৰ সম্বন্ধে হিচাব পত্ৰ ৰখাৰেইবা হ'ব কি? ইয়াৰ কোনো এজনেই এই কামৰ লায়ক নহয়। টেনজান, স্কীমিড, মেগডালেনাৰ আছে পৰিপূৰ্ণ শুভাকাঙ্খা। কিন্তু সাহস আৰু শুভেচ্ছাই যথেষ্ট নহয়।

অৱসন্নভাৱে ফেলিস্কে চকু হালি মোহাৰিলে আৰু মেজখনৰ আন-ফালে থকা চেচিলীয়ে এই ভঙ্গীৰ অৰ্থ বুজিলে।

সেই গধূলি তেওঁ সুধিলে "তুমি উদ্বিগ্ন হৈছা, নহয়নে বাৰু মোৰ প্ৰিয়?"

আন সকল লোকক তেওঁবিলাকৰ নিজৰ মাজতে আলোচনা কৰিবলৈ এৰি থৈ এক অজুহাত দেখুৱাই তেওঁবিলাক শোৱনী কোঠালৈ আহিল যিটো খোটালীত তেওঁ আগৰবাৰ আহোঁতে থাকি গৈছিল সেই এৰেকটা ওখ কাঠৰ মজিয়াৰ কাঠৰ চিলিং থকা খোটালী।

ধানখেৰৰ তলি থকা গাৱঁলীয়া চকিখনত বহি তেওঁ সকলৈকে ক'লে "হয় মই উদ্বিগ্ন হৈছোঁ আৰু অলপ শঙ্কাও কৰিছোঁ। চহৰত তেওঁবিলাকে ৰটনা কৰা গুজৱবোৰৰ পৰা নহয়। মই এইটো আশা কৰিছিলোৱেই। যি মোক ভয় খুৱাইছে সেইয়া হৈছে বাহুল্যতা, জটিলতা, এহেজাৰ এটা সৰু সৰু সমস্যা যিবোৰ প্ৰতিদিনে আহিবলৈ বাধ্য হ'বই। মই ঠিক বুজিব পৰা নাই কেনেকৈ মই এই গোটেইবোৰ কাম চলাম। তেতিয়াহলেও ৰাতিপুৱা বাগীৰে লিপ্‌জিগলৈ গৈ কনজাৰভেটৰীয়ামত ক্লাছ লবগৈ লাগিব, অৰ্কেষ্ট্ৰাৰ আখৰা কৰিবগৈ লাগিব, বোৰ্ডৰ সভাত যোগদান কৰিব লাগিব আৰু যথাৰীতি পৰিচালনা কৰিব লাগিব অৰ্কেষ্ট্ৰা।"

নিদাৰুণ মানসিক যন্ত্ৰণাৰে আন্তৰিক মিনতিৰে চেচিলীলৈ চায় তেওঁ ক'লে "সোণজনী, মোক তুমি কিয় ইস্তফা দিবলৈ নিদিয়া? তেতিয়াহলে মই মোৰ গোটেইখিনি সময় ফাৰ্মত খটুৱাব পাৰিলোহেতেন!"

তেওঁৰ ভৰিৰ ওচৰতে মজিয়াত কুচিমুচি বহি মুখখন তুলি ধৰি তেওঁৰ ফালে চায় চেচিলীয়ে ক'লে—"অনুগ্ৰহ কৰি তুমি ইস্তফা নিদিবা, প্ৰিয়। এজন মানুহৰ কাৰণে এইয়া অত্যন্ত বেচি হৈছে বুলি মই বুজিছোঁ। কিন্তু যেতিয়ালৈকে তুমি কনজাৰভেটৰীয়ামৰ ডাইৰেক্টৰ আৰু গিৱানডাজৰ পৰিচালক তেতিয়ালৈকে তুমি এজন মুখীয়াল বিষয়া। তোমাৰ ব্যক্তিগত মৰ্য্যাদাই তোমাৰ সংগ্ৰামৰ ন্যায্যতাৰ ওজন বঢ়াইছে। তুমি যদি ইস্তফা দিয়া তেন্তে তুমি এই সকলোবোৰ হেৰুৱাবা। তুমি হ'বা জুলুম সৃষ্টি কৰোঁতা, ইতৰ জনসাধাৰণক জাগৃত কৰি তোলা বিদ্ৰোহী।" তেওঁৰ যুক্তিৰ গভীৰতা ফেলিক্সে হৃদয়ঙ্গম কৰিলে।

"সচৰাচৰ কোৱাৰ দৰেই তুমি ঠিক কথা কৈছা—"তেওঁৰ সোণালী চুলিখিনিত মৃদুভাবে হাতখন ফুৰাই তেওঁ কলে।

"বিশ্বাস ৰাখা, প্ৰিয় অনুগ্ৰহ কৰি বিশ্বাস ৰাখা। তুমি দেখিবা—" চেচিলীয়ে গুণ্‌গুণায় কওঁতে ফেলিক্সে বেজাৰেৰে হাঁহি ক'লে, "মই জানো কিবা এটা হ'ব। ঈশ্বৰ আমাৰ লগত আছে, আৰু সেই কাৰণে এই সকলোবোৰ ভালেই হ'বগৈ।"

চেচিলীয়ে ডাঠি ফুচফচায় ক'লে "এইটো ঠিক হ'বগৈ। তুমি এইয়া অৱশ্যে বিশ্বাস কৰিবই লাগিব প্ৰিয়।"

"মই বিশ্বাস কৰিববলৈ পালে ভালকে পাম। কিন্তু খোলাখুলিকৈ কওঁ যদিহে এই ভজন কীৰ্ত্তন ইষ্টাৰৰ আগৰ দেওবোৰটোত গোৱাৰ পৰা হয় তেন্তে যচুৱাই সূৰ্য্যক ৰুদ্ধ কৰি দিয়াৰ পাছত এনে শ্ৰেষ্ঠতম ৰহস্য ইয়াত ঘটা নাছিল বুলি ক'ব লাগিব।" তেওঁৰ সন্দেহৰ চাৱনি চেচিলীয়ে ধৰিব পাৰিলে। "মই বুজিছোঁ তোমাৰ কেনে লাগিছে। কেতিয়াবা এই বিষয়টো এনে লাগে যেন কোনো আশা ইয়াত নাই, ঈশ্বৰেও যেন কাণসাৰ কৰা নাই। আৰু তেতিয়া তুমি নেজানা কলৈ ঘূৰিব লাগে তেতিয়া তোমাৰ মনলৈ হতাশা আহে। কিন্তু সৰ্ব্বময় ভগবানে সকলো মন কৰি আছে আৰু শেহান্তৰত—"

"কিবা এটা বাট লব" খন্তেকপৰ নীলা চকুহালিৰে চাই তেওঁ হাঁহিলে।

"সোণজনী পৰ্ব্বত লৰাব পৰা তোমাৰ বিশ্বাস আছে। আৰু তোমাৰ এই গোটেই খিনি বিশ্বাসৰো মোৰ প্ৰয়োজন হ'বলৈ ধৰিছে।" মম জ্বলি থকা খোটালীটোৰ নিৰৱিচ্ছিন্নতাৰ মাজত প্ৰেমাসিক্ত হৈ দুয়ো দুয়োলৈকে চাই পবিত্ৰ বৰদিনৰ প্ৰণয় আলিঙ্গনৰে সেই নিশালৈ তেওঁবিলাকে বিদায় ল'লে। -

আচৰিত ভাবে পিছদিনা আবেলি সময়ত কিবা এটা ঘোৰ খালে —ডবলব্ৰেষ্টৰ সুন্দৰকৈ কটা ধূসৰ বৰণীয়া কোটচোলা পিন্ধা এজন ওখ ডাঙৰ বয়োজ্যেষ্ঠ ভদ্ৰলোকৰ আকৃতিৰে এইটো ঘোৰ খালে। 'জেকব মেয়াৰ হাউলিট্জ' বুলি হাৰ্মেনৰ ওচৰত আত্ম পৰিচয় দি আগন্তুকে ফেলিস্কক দেখা কৰিববলৈ বিচাৰিলে।

অফিচৰ দুৱাৰ মুখলৈ অহা মানুহজনক অভ্যৰ্থনা জনাই ফেলিস্কে কলে "মান্যবৰ হাউলিট্জ, আপোনাক পুনৰ দেখা পায় মই বৰ সুখী হৈছোঁ।"

এই খোটালীটো আছিল বৰ দীঘল আৰু ঠেক। এখন ভিতৰৰ দুৱাৰেদি শোৱণি কোঠালৈকে হল ঘৰটোৰ ফালে এইটো উন্মুক্ত হৈ আছিল। শোৱা কোঠাৰ দৰেই অনুৰূপ ইয়াৰ চিলিং চাপৰ আছিল

আৰু দেৱালত বগা চুণ কাম আছিল। এক প্ৰান্তত গভীৰ ভাবে খাঁজ কটা এখন খিড়িকী আছিল। লিপ্‌জিগৰ পৰা অনা এখন মেজ, একেলগে এটা পিয়ানো, দেউতাকৰ প্ৰতিচ্ছবি আৰু চেচিলীয়ে বিচাৰি উলিওৱা এখন জলৰঙৰ ছবিৰে ফেলিস্কে এইটো অফিচ সদৃশ কৰি তুলিছিল।

"আনকি" তেওঁ বেঙ্কৰ মালিকজনলৈ লিপ্‌জিগৰ পৰা অনা এখন চকীৰ ফালে বহিবলৈ হাতজোকাৰি নিৰ্দ্দেশ দি ক'লে—"যদিও আপুনি এই গোটেই চোৱা বাট বাগীত আহিছে মাত্ৰ মোক জনাবলৈকে যে লিপ্‌জিগৰ ইহুদী সম্প্ৰদায় মোৰ প্ৰতি ভয়ঙ্কৰ বিমুখ হৈছে আৰু মোৰ ওপৰত জেহোভাৰ অভিশাপ পৰিবলৈ আহ্বান কৰিছে।"

লাহি এখন অস্থিসাৰ হাতেৰে লাখুটী ডালৰ সোণৰ গাঠিটোত ধৰি খন্তেক পৰ বৃদ্ধ লোকজনে নিৰৱে মন কৰি থাকি অৱশেহত এটা সমৰ্থনৰ খীণ হাঁহি তেওঁৰ চকুৰ কোণৰ পৰা পিছলি আহিল নিমজকৈ খুকুৱা গাল খনলৈ। "ফুটাই কব খুজিলে এই মুহুৰ্ত্তত আপুনি ঠিক ইহুদী সম্প্ৰদায়ৰ প্ৰিয় নহয়।"

"নাইবা মই খ্ৰীষ্টিয়ান সকলৰো প্ৰিয় নহওঁ, যদিহে তেওঁবিলাকৰ কাৰণে এইয়া কোনো ৰকম সান্ত্বনা হ'ব পাৰে। আচলতে মই কাৰো প্ৰিয় নহয়।"

বেঙ্কৰ মালিকজনে ধীৰ ভাবে আৰু ফুটাই ক'লে "আপুনি মোৰ প্ৰিয়।"

"আপুনি কৈছে কি ?"

"মই কৈছোঁ যে আপুনি মোৰ প্ৰিয়।" পুনৰ হাঁহিটো তেওঁৰ গালেদি ঢৌ খেলি গ'ল। "এইবাৰ মই নিজৰ উৎসাহতেই ইয়ালৈ আহিছোঁ। মই যি ক'বলৈ আহিছোঁ তাৰ বাবে বাস্তবিকে মই প্ৰস্তুত হৈছোঁ সাংঘাটিক সমালোচনা শুনিবৰ কাৰণে। কিছুদিনৰ পৰা মই আপোনাক মন কৰি আছোঁ। আপুনি কি কৰিব খুজিছে মই যেন বুজিব পাৰিছোঁ। আপোনাৰ প্ৰতি মোৰ সম্পূৰ্ণ সহানুভূতি আছে আৰু মই ইয়ালৈ আহিছোঁ মোৰ সেৱা উচৰ্গা কৰিবলৈ।" একচেকেণ্ডৰ কাৰণে বৈ পুনৰকৈ গ'ল—

"আপোনাৰ এই বিপদজনক প্ৰচেষ্টাত অলপ অলপকৈ অংশ লবলৈ পালে মই ভাল পাম"—ৰথচাইল্ড ৰে'ল কোম্পানীৰ এটা সৰু অংশ কিনাৰ সুৰত তেওঁ কথাষাৰ ক'লে।

এই বয়োজ্যেষ্ঠ ধনীকজনলৈ দুৰ্বোধ্যজনিত কৃতজ্ঞতাৰে চাই ক'লে "কোৱা নিষ্প্ৰয়োজন যে আপোনাৰ সেৱা উৎসাহেৰে গ্ৰহণ কৰা হৈছে। কিন্তু হয়তো মই আপোনাক সতৰ্ক কৰি দিয়া উচিত যে আপোনাৰ ভাষাৰে এই 'বিপদজনক কৰ্ম্ম প্ৰচেষ্টাই' আভাস দিছে যে ই লাভজনক ন'হব আৰু হ'ব বিপজ্জনক আৰু সাফল্যহীন।"

"সেইটো মই জানো। মোৰ মন স্থিৰ কৰাৰ পূৰ্ব্বে মই ভালদৰে গমি চাইছিলো। মই আকস্মিক আবেগত কাম কৰা নাই।"

প্ৰথমবাৰৰ বাবে ফেলিস্কে খিক্‌খিক্ কৈ হাঁহি ক'লে "ডাঙৰীয়া, এক আকস্মিক আবেগত কাম কৰা এজন লোকৰ দৰে আপুনি মোক আঘাত নকৰে বুলি মই ক'ব পাৰোনে?"

"মই আকস্মিক আবেগ চালনা কৰিব জানো, মেণ্ডেলচন, মই এজন বেঙ্কৰ মালিক।"

"মোৰ দেউতাও অনুৰূপ তেনেই আছিল, আৰু ময়ো অধিক তেনেকুৱাই হ'ম বুলি হাউচ কৰিছিলো। কিন্তু হয়, মই হলো এজন আকস্মিক আবেগ থকা মানুহ। এক আকস্মিক আবেগৰ কাৰণেই মই ইয়ালৈ আহি এই ফালৰি কাটিব নোৱাৰা অতি ৰোমাঞ্চকৰ পৰিস্থিতিত নিজকে থাপিলোহি।

কিন্তু আনকি এই নিৰুৎসাহী কাৰণবোৰ থকা সত্বেও মই বুজিব পৰা নাই এতিয়া কৰাতকৈ বেলেগ ধৰণে কিবা কাম মই কৰিব পাৰিলো-হেতেন বুলি। যিহেতু আপুনি জানেই এই সকলোবোৰ গোলমাল আৰু উত্তেজনা হৈছে নিৰ্দ্দিষ্ট ধৰ্ম্মমন্দিৰৰ এডোখৰ প্ৰাৰ্থনা গীতৰ বাবে যিটো কাৰ্য্যত পৰিণত কৰা উচিত বুলি মই উপলব্ধি কৰিছো। কেনেবাকৈ মই ঠিক প্ৰত্যেককে বৈৰী ভাবাপন্ন কৰি তুলিবলৈ সমৰ্থ হলো আৰু জাগৃত কৰি তুলিলো সকলোৰে বিৰক্তি আৰু নিন্দা। শেহান্তৰত মোৰ নিজা গৃহত মই বিচৰা অতিথিসকলকো অভ্যৰ্থনা কৰিবলৈ অপাৰগ হলো।

মোক নিষেধ কৰিলে। বিধ্বস্ত কৰি দিয়াৰ ভয় দেখুৱালে। 'যেতিয়া লাট-বাহাদুৰে এদল নিৰিহ শিল্পীক ছেদেলি ভেদেলি কৰি দি মোৰ কাৰণেই দুজন লোকৰ ভাত মাৰিলে তেতিয়া ইয়াৰ প্ৰত্যুত্তৰ দিয়াৰ বাহিৰে মোৰ আন উপায় নাছিল। আৰু এবা, মই এইখিনিতে আছোঁহি।" বৃদ্ধলোকজনৰ মুখমণ্ডলেদি বিৰিঙি গ'ল এটি হাঁহি। "এজন বিখ্যাত লোকে এবাৰ ঠিক এনেকুৱা ধৰণৰ কিবা এটা কৈছিল। তেওঁ কৈছিল 'মই নোৱাৰিম, মই বাতিল নকৰো, মই ইয়াত থিয় হৈ আছোঁ। নামটো তেওঁৰ আছিল মাৰ্টিন লুথাৰ। মই কব খোজা বিষয়টো হ'ল যিকোনো এটা কামৰ বাবে জিদ ধৰি থাকিবলৈ প্ৰয়োজন সাহসৰ। আৰু অতি সামান্য লোকহে এই বিষয়ত সমৰ্থ। পুনৰ মোৰ সেৱা আপোনাক উচৰ্গা কৰিছোঁ।"

"কিমান সময় আপুনি প্ৰয়োগ কৰিব খোজে ?"

"মোৰ গোটেইখিনি সময়। বেঙ্কত মোৰ প্ৰয়োজন বহু আগতেই বন্ধ হৈ গৈছে। মোৰ এই কাম মই দিছোঁ মোৰ প্ৰধান কোষাধ্যক্ষৰ হাতত। তেওঁ সক্ষম লোক।" শান্তভাবে বেঙ্কৰ মালিকজনে ক'লে "মোক বন্ধ দিছে, আৰু মই ইয়াতকৈ আনঠাইত বন্ধটো কটাবলৈ ভাল নেলাগিল। মোক যি কোনো কামত মোৰ যোগ্যতা অনুসৰি আপুনি খটুৱাব পাৰে। এজন বেঙ্কৰ মালিক হোৱাৰ কাৰণে মই এজন তত্বাৱধায়কো। এই ধৰণেই মই নিজকে প্ৰয়োজনীয় কৰি তুলিব পাৰোঁ। মই এজন বীণা বাদকো।" হাঁহিৰ সীৰলু নিম্নাভিমুখী হৈ গ'ল। ফেলিস্ক ঘপহকৈ থিয় হ'ল। "মোৰ প্ৰিয় হাওলিট্জ এইমাত্ৰ আপোনাক নিয়োগ কৰা হ'ল তত্বাৱধায়ক, কোষাধ্যক্ষ, হিচাব ৰাখোঁতা, আৰু এই অনুষ্ঠানৰ কাৰ্য্যনিৰ্ব্বাহী মেনেজাৰ পদত।" অধিক এক বিমূঢ় অভিব্যক্তিৰে তেওঁ কপালখনক আঘাত কৰি কাণৰ লতিটো জোৰেৰে টানি ক'লে "এটা সূক্ষ্মবিষয় মই ক'বলৈ পাহৰিছিলোঁ। ভাবিছোঁ প্ৰত্যেকেই দৰ্মহা পাব। আপুনি এইটো নিশ্চয় বুজিব লাগিব। ফালৰি কাটিব লাগিব যি কোনো সম্ভাবিত—"

"আপুনি বুজাব নেলাগে। আপোনাৰ সিদ্ধান্তই আপোনাৰ বিষয়ে

মাত্র প্ৰমাণ কৰিলে যে আপুনি ৰিদৰে এজন মালিকৰ লবা সেই দৰে এজন বুদ্ধিযুক্ত লোকো। আপুনি কেইটামান অতি আৱশ্যকীয় বিষয়ে অনুভৱ কৰিছে। ধন অবিহনে আধ্যাত্মিক দিশটো লাভ কৰিব নোৱাৰি। সকলো ধৰ্ম্মৰ পুৰোহিত সকলে সেইটো আন যি কোনো লোকতকৈ ভাল বুজে। সেই কাৰণে তেওঁবিলাকে সদায় এইটো বিচাৰি আহিছে। মোৰ ইহুদী শাস্ত্ৰজ্ঞজন উদাহৰণ স্বৰূপে এই বিষয়ত উল্লেখ কৰিব লগীয়া অধ্যবসায়ী লোক।" তেওঁ লাখুটি ডালৰ ওপৰত হাতখন থৈ ইফালে সিফালে লৰাই কৈ গ'ল "যেতিয়া মই শুনিলো যে আপুনি মানুহৰ আদৰ্শ আৰু শুভ ইচ্ছাৰ ওপৰত নিৰ্ভৰ নকৰি নিজে দিবু খুজিছে শিল্পীৰ দৰ্ম্মহা মই তেতিয়াই স্থিৰ কৰিলো ইয়ালৈ আহিবলৈ। সেই কাৰণে আপোনাৰ সম্মতিৰে সৈতে মই খতিয়নি বহি ৰাখিম আৰু বীণা বাদক হিচাবে অস্থায়ীভাবে তত্বাৱধায়কৰ কাম কৰিম।"

যথাৰীতি তেওঁ 'ফ্ৰককোটটোৰ' বুতাম খুলি ভিতৰৰ জেপৰ পৰা টানি উলিয়াই আনিলে এটা লেফেফা। "এতিয়া আপোনাৰ অনুষ্ঠানে বেনামী দান লোৱাৰ বিৰুদ্ধে কিবা আইন আছেনেকি।" ফেলিস্কে খিক্ খিক্ কৈ হাঁহি ক'লে "সম্ভাৱনাটো আনকি চিন্তা কৰিও চোৱা নাই।"

তেওঁ ফেলিস্কক খামটো দি ক'লে "এইখন বাৰ্লিন বেঙ্কৰ পাঁচ হেজাৰ থেলাৰৰ চেক্। ইয়াৰ চিন কোনেও নেপায়, আন কি ময়ো।

চিন্তাপূৰ্ণ হাঁহি এটাৰে ফেলিস্কে ভাবিলে দেউতাকেও হয়তো ঠিক এই কামকেই কৰিলেহেতেন।

"যদিহে আৰ্থিক বোজা মোৰ কাৰণে অধিক গধুৰ হয় তেন্তে মই এইটো বিচাৰিম।" চেক্খন ওভোতাই দি তেওঁ ক'লে "মই আপোনাৰ বদান্যতাৰ গভীৰ ভাবে উপলব্ধি কৰি শলাগ লৈছোঁ।" দুৱাৰত এটা টোকৰ পৰিল।

চেচিলীয়ে জুমি চাই ক'লে "খোৱা তৈয়াৰ হ'ল।"

তেওঁ চেচিলীক হাত বাউল দি মাতি ক'লে "এইয়া মাননীয় হাওলিট্জ। আমাৰ ব্যৱসায়ী মেনেজাৰ।" তেতিয়া বহা আসনৰ

পৰা উঠি অহা বৃদ্ধলোকজনলৈ চাই তেওঁ ক'লে "মাননীয়, এইয়া মোৰ—"

কিন্তু ইতিমধ্যেই তেওঁ বেক্কৰ গৰাকীজনৰ নীলা শিৰ থকা হাতখনত খামুচি ধৰি আবেগেৰে ক'লে "মই বুজিছোঁ, আমি অতি বন্ধু হ'মগৈ। আপুনি হয়তো নেজানে যে মোৰ প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ হিচাবে পোনে পোনে আহিছে।"

গুজৱ ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে ফেলিক্সে লিপ্‌জিগ এৰি অহাৰ পাছৰে পৰা। তেওঁ চুবুৰীয়া চহৰবোৰৰ সঙ্গীতপ্ৰেমী ভোকেল ছোচাইটি বোৰলৈ আবেদন কৰিলে আৰু উক্ত শিল্পী সকলে শিল্পীৰ বেতম খাঁচিলে। এই কথা ৰাষ্ট্ৰ হোৱাৰ লগে লগে তাত অস্বস্তিৰ পৰিৱেশ সৃষ্টি হ'ল। চেইণ্ট থমাচৰ বেদীৰ ওপৰত উঠি পুৰোহিত হেগেনে চয়তানৰ কাম কৰিবলৈ দুখীয়া মানুহৰ বিবেক কিনিলোৱা দুৰ্বৃত্তৰ বিষয়ে টেটুফালি কবলৈ ধৰিলে। চিটি হলৰ পৰা মেয়ৰ মূলাৰে এটা ঘোষণাত কলে যে "গোটেই বিষয়টোৱেই আছিল লিপ্‌জিগৰ মুখৰ ওপৰলৈ লৌহ আৱৰণ নিক্ষেপ কৰা।" ইতিমধ্যে কুৰ্গেৰৰ অন্তৰ্ভুক্ত শাখাবিলাকে বু-বু-বা-বা কৰিবলৈ ধৰিলে যে এজন বৃথা কিন্তু অপকাৰী অষ্ট্ৰীয়ানে সঙ্গীত শিকোৱাৰ ছলনা কৰি বিপজ্জনক উচ্ছৃংখল জনতাক হে শিক্ষা দিছে। প্ৰতিশোধ লোৱাৰ কিছু কথা বতৰাও হ'ল। ইহুদী অঞ্চলত এখন মমৰ দোকান লুণ্ঠন কৰা হ'ল।

ঘনাই ঘনাই হোৱা মূৰ কামোৰনিৰ অভিযোগলৈ ফেলিক্স ডাক্তৰ হাৰ্বাচৰ ওচৰলৈ গৈ থকাৰ কথা চিকিৎসকজনে নিজে প্ৰকাশ কৰিলে। এতিয়া প্ৰত্যেকে জানিলে যে তেনেধৰণৰ মূৰ কামোৰনি বলীয়া হোৱাৰ লক্ষণ। বৰ সোনকালেই মানুহবোৰে কোৱাকুই কৰিবলৈ ধৰিলে যে ডাইৰেক্টৰ বলীয়া হ'ল। কিছুমানে আকৌ ডাঠি কলে যে তেওঁ ইস্তফা-পত্ৰ পঠিয়ালে আৰু তেওঁক কোনো অনামী প্ৰাইভেট স্বাস্থ্য নিবাসলৈ পঠোৱা হল।

এইদৰে জুনমাহৰ প্ৰাৰম্ভনিৰ এটি পুৱাত যেতিয়া গিৱানডাজ অট্টালিকাৰ সন্মুখত ফেলিক্সে এখন বাগীৰ পৰা নামি আছিল তেতিয়া

তাত মানুহবোৰৰ বিস্ময়ৰ সীমা নথ'ল আৰু অধিক ভাবে জল্পনা-কল্পনা হ'বলৈ ধৰিলে। তেতিয়াৰ পৰাই পুৰা আহি আবেলি চাৰিটা বজাৰ পাছত তৎপৰতাৰে সৈতে এখন বাগীত আৰু মাজে সময়ে এখন বন্ধ শ্লেজত তেওঁ গুচি যোৱা বিষয়টো মানুহবোৰে লক্ষ্য কৰিবলৈ ধৰিলে। তেওঁক আবৰি হোৱা এই গুজৱৰ কোনো সন্তেদ নেপোৱাকৈয়ে তেওঁ নিজৰ কাম কৰি যায়। এটা সুসম মনৰ সকলো প্ৰমাণেৰে সৈতে তেওঁ নানা ৰকমৰ কামত মনোযোগ দিছিল।

মাত্ৰ তেওঁৰ মুখমণ্ডল অধিক বিবৰ্ণ হোৱা যেন লাগিল। কেতিয়াও সু-পৰিচিত নোহোৱা তেওঁৰ আচৰণ গম্ভীৰ প্ৰকৃতিৰ হৈ পৰিল। সীমিত ব্যৱসায়ৰ কাম কাজৰ বাহিৰে তেওঁৰ ওচৰলৈ যোৱাটো অসাধ্য হৈ পৰিল। বোৰ্ডৰ সভাবোৰৰ আলোচনাত তেওঁ সামান্যই অংশ গ্ৰহণ কৰিছিল, বিদ্ৰূপ উপেক্ষা কৰিলে আৰু প্ৰশ্নবোৰ নিলগতে ৰাখিলে। মূলাৰে ফেলিস্কক ৰিওডনিজলৈ যোৱাৰ কাৰণ সোধোঁতে তেওঁ উত্তৰ দিছিল যে গাঁৱৰ বতাহ দেখদেখকৈয়েই নিৰ্ম্মল। কিছুদিনৰ বাবে চহৰত তেওঁৰ দৈনিক উপস্থিতি, তেওঁৰ স্পষ্ট নিৰুদ্বেগে গুজৱ ৰটনা কৰা সকলক অদ্ভুত আৰু মিছা অমঙ্গলীয়া কথা কবলৈ উত্তেজিত কৰিছিল। তাৰ পাছত এটা বিদ্ধ হোৱা বেলুনৰ দৰে হঠাতে তেওঁৰ বিৰুদ্ধে হোৱা অভিযোগবোৰ বিধ্বস্ত হ'ল। প্ৰথমেই বাটৰ কাষত পৰিব লগা হ'ল অনা খ্ৰীষ্টিয়ান ষৰযন্ত্ৰ, নিজৰ যুক্তিহীনতাৰ দ্বাৰা শ্বাস ৰোধ কৰি মৃত্যু ঘটোৱা হ'ল। দৈনিক তেওঁৰ উপস্থিতিয়ে আৰু আচৰণে তেওঁ যে বলীয়া এইটো ভুল বুলি খণ্ডিত হ'ল। উপাসনা গৃহত মধ্যস্থতা কৰি তেওঁ অপৱিত্ৰ কৰা বিষয়টোত মানুহবোৰ ক্ৰমে ভাগৰিও পৰিল। উপাসনা গৃহত মানুহে সমবেত হৈ প্ৰাচীন এডোখৰ ভজনগীত গোৱা কাৰ্য্যটো কি ইমান ভগবানৰ নিন্দা হ'ব পাৰে। অৱশ্যে তেওঁ কৃষক আৰু শ্ৰমিকক লৈছে, তাৰ বাহিৰেনো তেওঁ পাব কাক? যদিহে মহামান্য ধৰ্ম্মাধিকাৰে চেইণ্ট থমাছৰ ঐক্য সঙ্গীত দিবলৈ অমান্তি হয় আৰু ট্ৰাষ্টি সকলে লিপজিগ্‌ৰ কোৰাছ ছোচাইটিৰ শিল্পী সকলক পাবলৈ নিদিয়ে তেন্তে তেওঁ কি কৰিব পাৰে? কিন্তু চূড়ান্ত ভাৱে খণ্ডিত হোৱা যুক্তিসমূহ আছিল তেওঁৰ

ব্যক্তিগত ঘৰুৱাজীৱন। তেওঁৰ সুনাম হানি কেতিয়াও এই বিষয়ে শুনা নাছিল। এজন সম্ভ্ৰান্ত লোকেই আছিল তেওঁ। এজন সজ স্বামী আৰু এজন সু-পিতৃ। বসন্ত কালত আবেলি সময়বোৰ দেওবাৰে নিজৰ পৰিয়াল লগত লৈ প্ৰমেণ্ডত ফুৰিবলৈ যোৱাৰ কথা সকলোৱেই জানে। এতিয়া তেনেকুৱা এজন লোকে কোনো ভুল নকৰে। আৰু তেওঁৰ পত্নীৰ বিষয়ে একা? ভদ্ৰমহিলা প্ৰকৃতে তেনেঁই আছিল। ছবি এখনৰ দৰে শুৱনী আৰু দানশীলা। বিল আদিৰ পাওনা সদায়েই তৎপৰতাৰে সৈতে আদায় দিছিল। তেওঁ ফ্ৰেঙ্কফোৰ্টৰ কোনো এজন আচহুৱা যাজকৰ দুহিতা হলেও তেওঁ এগৰাকী খ্ৰীষ্টিয়ান মহিলা আছিলঁ। নিজৰ সুন্দৰ ল'ৰা-ছোৱালী কেইটা এৰি থৈ কিয় বাৰু এগৰাকী তেনেকুৱা ভদ্ৰমহিলাই নিজৰ ধুনীয়া ঘৰদুৱাৰ এৰি থৈ স্বামীৰ লগত গৈ ফাৰ্মত থাকিবগৈ লাগে। কাৰণ তেওঁ বিশ্বাস কৰে ফেলিক্সে ঠিকমতে কাম কৰিছে। আৰু কোনে ক'ব পাৰে হয়তো তেওঁ আছিল…

জানুৱাৰীৰ শেহলৈ উত্তেজনা শাঁত পৰিল।

এদিন গধূলি তেওঁ চেচিলীক ক'লে "ইয়ালৈ অহাটো ভাল কাম হ'ল বুলি মই ভাবিবলৈ আৰম্ভ কৰিছোঁ। যেই হওক সম্ভৱ কামৰ বিষয়বোৰ সক্ৰিয় হ'বলৈ ধৰিছেগৈ।"

"মই তোমাক কৈছিলো নহয় ঈশ্বৰ আমাৰ লগত আছে।"

"তেওঁ হয়তো আছে, কিন্তু মই জানো আনবিষয়তকৈ কিহে মানুহৰ মনৰ বাহুল্য পৰিবৰ্ত্তন আনিছে।"

"কিহে?"

"তুমি, কথাটো হ'ল তুমি মোৰ লগত আছা। তুমি মোৰ লগত থকাৰ বিষয়ে কি প্ৰতিক্ৰিয়া হৈছে তোমাৰ ধাৰণা নাই। মোৰ সোণজনী, তুমি দেখিছানে লিপ্‌জিগৰ বাইজে আমাক আশ্চৰ্য্যজনক বুলি ভাবিছে, আৰু তোমাৰ জনপ্ৰিয়তাৰ ওপৰত পাল তৰি মই ভাহিঁছো।"

আলফুলকৈ তেওঁ চেচিলীৰ খুতৰিটো তুলি ধৰিলে। "শেহত আমি কিজানি এই গোলমলীয়া ভজন গীত গোৱাবগৈ পাৰিম।"

"মই অহৰহ তাকে প্ৰাৰ্থনা কৰিছো।"

তেওঁৰ চকুলৈ চায় ফেলিস্কে হাঁহিলে। তুমি জানা সোণজনী, মই সচাঁকৈয়ে বিশ্বাস কৰিছোঁ যে তুমি অদ্ভুত ঘটনাৰ যাবে ঈশ্বৰক ক্ৰমাগত জ্বালাতন কৰিব খুজিছা।"

প্ৰকৃততে অদ্ভুত ঘটনাটো আৰম্ভ হলেই। কৰ্ম্মমুখৰতাৰে সৈতে ফাৰ্মখন মৌ-চাকৰ দৰে হ'ল। গৰিলা শিবিৰৰ বাতাবৰণৰ সৈতে ইয়াত সংযোগ হ'ল হষ্টেলবাসী আৰু সঙ্গীত বিদ্যালয়ৰ। এতিয়াও কিছুমান মানুহ বাস কৰিছিল ফাৰ্ম আৰু চাল্লিৰ তলত। শোৱাপাটীৰ সৈতে আয়োজন কৰা হ'ল সুবৃহৎ খোটালীবোৰৰ। নবাগত সকল আঁহি কেতিয়াবা শয়ন কৰিব লগা হৈছিল ধান খেৰৰ ওপৰত; তেওঁ-বিলাকৰ থকাৰ ভাল ব্যৱস্থা নোহোৱালৈকে। দৈনিক জীৱন যাপন কৰাৰ এটা নিয়ম নিজে গঢ়ি উঠিছিল। সঙ্গীত বিষয়ত স্কীমিডক ফেলিস্কৰ সেনাপতি বুলি মানিছিল। তেওঁ পৰিচালনা কৰিছিল বিয়লিৰ আখৰা প্ৰাৰ্থীক পৰীক্ষা কৰিছিল আৰু ভড়াল ঘৰত থকা সুবৃহৎ চৌকাটোৰ তত্বাৱধান লৈছিল। ইমান ব্যস্ত তেওঁ কাহিনিও নাছিল আৰু গিৱানডাজৰ পদবীটো যোৱাৰ কাৰণে তেওঁৰ আৰু দুঃখ নোহোৱা হ'ল। ফেলিস্কৰ বাগীখনত যেতিয়া টেনজানে কাম নকৰিছিল তেতিয়া তেওঁ হৈছিল এজনীয়া পুলিচৰ ফৌজ। তেওঁৰ উপস্থিতিত খৰিয়াল বন্ধ হৈছিল আৰু যেনে ধৰণৰ যুক্তিৰেই কাজিয়াখন হওক লাগিলে। স্কীমিড-পত্নীৰ সহায়ত চেচিলীয়ে, পৰিচালনা কৰিলে ৰান্ধনীশাল আৰু তত্বাৱধান কৰিলে সকলো ৰকমৰ গৃহস্থালীৰ যা-জোগাৰৰ। যিবোৰ খেলনা ল'ৰা-ছোৱালীহঁতক নিজহাতে দিবলৈ চেচিলী আৰু ফেলিস্কে হেপাঁহ কৰিছিল এতিয়া সেইবোৰ খেলনা ফ্ৰেঙ্কফোৰ্টত গুস্তভে দি থৈ উভতি আহি নিজকে এই পৰিবেশত প্ৰয়োজনীয় কৰি তুলিলেহি।

গধূলি আখৰা থকাৰ কাৰণে আহাৰ খাবলৈ দিয়া হৈছিল সোন-কালে। সু-বৃহৎ ৰান্ধনী ঘৰটোত থকা একেখন মেজৰ এমূৰে ফেলিস্ক আৰু আনটো মূৰে চেচিলী বহিছিল আৰু খোৱা-বোৱা কৰিছিল।

অৱশ্যে গোটেই প্ৰতিষ্ঠানটোৰ শ্ৰেষ্ঠ প্ৰধান লোক আছিল ফেলিস্ক, কিন্তু যেহেতু তেওঁ দিনটোৰ অধিকাংশ সময় বাহিৰত থাকিব লগা হৈছিল,

পৰিচালনা কৰাৰ বোজাটো আছি পৰিছিলহি মাননীয় হাওলিট্ জৰ দৌ খায় পৰা দৃঢ় কান্ধত। বৃদ্ধ এই বেঙ্কৰ মালিকজনে এতিয়া তেওঁৰ গোটেইখিনি সময় পাৰ কৰে ফাৰ্মত আৰু প্ৰকাশ্যভাবে তেওঁ এতিয়া এই কামত আনন্দ লভিছিল। পুৱা আঁঠ বজাত তেওঁ বাগীৰ পৰা নামি দিনটোৰ কাম আৰম্ভ কৰে। তেওঁৰ দীঘল আৰু লাহি ক'লা আকৃতিৰ মূৰ্ত্তি এতিয়ালৈ সকলোৰে পৰিচিত হৈ পৰিছিল। আৰু যেতিয়া তেওঁ ফাৰ্মৰ বিভিন্ন গঠন প্ৰণালীৰ মাজেদি সৰ্পিল গতিৰে আগবাঢ়ি আহে, তেওঁ নিজৰ সোণালী হাতোঁৰাৰ লাখুটীডালৰ ঠুকঠাক্ শব্দৰে তেওঁৰ অহাৰ জাননী দি আহিছিল। দেৱালৰ গাত খাঁজ কটা খিড়িকীৰ তলত বেঙ্কৰ পৰা অনা এখন সৰু মেজ আনি থাপনা কৰি লোৱা হৈছিল ফেলিস্কৰ অফিচৰ বাবে। তাতে তেওঁ শান্ত আৰু শৃঙ্খলা বদ্ধভাবে বিশাল কাম সম্পন্ন কৰিছিল। য'ত আগতে শৃঙ্খলা আৰু মিতব্যয়ীতা নাছিল তালৈ তেওঁ ধীৰে ধীৰে আনিলে শৃঙ্খলা আৰু মিতব্যয়ীতা। আহাৰ সামগ্ৰী খৰিদ কৰা হৈছিল পাইকাৰী বিক্ৰয়েৰে। টেনজানক তেওঁ মূৰ্গীৰ এটা বৃহৎ জাক ৰাখিবৰ কাৰণে এটা গড়াল কোনো কাৰিগৰৰ হুতুৱাই কৰাই দিবলৈ ক'লে। জাট্ৰডৰ জন্মদিনৰ দিনা এই বৃদ্ধ বেঙ্কৰ মালিকে তেওঁক উপহাৰ দিলে তিনিজনী খিৰতী গাই, আৰু তেতিয়াৰ পৰাই গাখীৰ উদ্ভৈনদী হ'ল।

এদিন চেচিলীক তেওঁ খতিয়নিৰ বহীখন দেখুৱাওঁতে তেওঁ কলে— "মই ক'ব নোৱাৰো আপুনি কেনেকৈ এই কাম কৰিছে। আপুনি জানেনে সিদিনা আমাৰ তেওঁ কি কৈছিল? তেওঁ কৈছিল যে যদি আপুনি সাৱধান নহয় তেন্তে ইয়াত আপুনি লাভেই কৰিবগৈ।"

এই সকলোবোৰৰ ভিতৰত আটাইতকৈ বিস্ময়জনক কথা হ'ল এই সকলোবোৰ অস্থায়ী ব্যৱস্থাৰ পৰা, মানুহৰ এই সান-মিহলিৰ পৰা প্ৰাণবন্ত হৈ উঠিছিল এক বিশুদ্ধ গায়কৰ দল। মাত্ৰ গীত গোৱাৰ পাৰিশ্ৰমিক হিচাবে পোৱা ধনৰ গল্প শুনি ইয়ালৈ আকৰ্ষিত হৈ আহিছিল ভিন্ ভিন্ চহৰৰ সৰু সৰু শিল্পীদল, বিচ্ছিন্ন কৰি নিয়া চিচিলীয়া তোকোৰ

ছোচাইটিৰ বহু সংখ্যক ভূতপূৰ্ব্ব সভ্য, যি সকল সন্ধিয়াৰ আঁৰে আঁৰে চহৰৰ পৰা গোপনে আহিছিল, চুবুৰীৰ কৃষক, আৰু ভ্ৰমণৰত ভ্ৰমণকাৰী সকল, আৰু বেচাৰা যাযাবৰ সকল। নিশাৰ আহাৰৰ পাছতেই দলে দলে তেওঁবিলাক হাজিৰ হয়হি হালধীয়া চাকিৰে সৈতে ফেৰ ফেৰাই থকা বাগীবোৰত বা শ্লেইজবোৰত।

গৰম ৰাখিবলৈ কম্বলৰ জাপ গাত লৈ তেওঁবিলাকে গীত গায়। শীতৰ প্ৰকোপত গাল ৰঙা পৰে আৰু ওঁঠ নীলা হয়। চোতালত ঠক্ ঠক্ কৰে কঁপি হাঁহি মাতি তেওঁবিলাক বাগীৰ পৰা নামিয়েই দৌৰি আখৰাৰ অনুশীলন কৰা ঘৰটোৰ ফালে গৈ দপ্‌দপ কৰে জ্বলি থকা চৌকাঁটোৰ চাৰিওফালে গোটখায়' তেওঁবিলাকৰ জঠৰ হৈ যোৱা হাত ভৰিবোৰ মেলি ধৰেহি। চেচিলীয়ে গৰম পানীয় দি তেওঁবিলাকৰ লগত হাঁহে মাতে, তেওঁবিলাকৰ ল'ৰা-ছোৱালীৰ খবৰ লয় আৰু তেওঁবিলাকৰ আপত্তিবোৰ শুনে। ইটো দলৰ পৰা সিটো দললৈ ভ্ৰমি ফুৰি আৰু অৰণ্যে তাত মেগডালেনাও আছিল। দেহ আৰু জিভা ক্লান্ত কৰি তাই সুন্দৰ সুন্দৰ কথাকৈ মানুহৰ মনত ৰঙ দিয়া ৰঙৰ এক ৰামধেনু আছিল। এই কৰ্ম্ম প্ৰচেষ্টাৰ তাই আছিল এক অখণ্ড অংশ স্বৰূপ। এতিয়াও তাই লিপ্‌জিগতে আছে। তথাপি তাই সমগ্ৰ বাটছোৱা পদব্ৰজে আহি সোনকালেই কাৰ্য্যত উপনীত হৈছিলহি। সকলোৰে লগত মিলিব পৰা, সহজ হ'ব পৰা এটা শ্ৰেণীত তাই আছিল। অপ্ৰত্যাশিত ধৈৰ্য্যৰে তাই পিছপৰি থকা শিল্পী সকলক শিকায় লাভ কৰিছিল আশ্চৰ্য্যজনক ফলাফল। নানা মানুহৰ লগত তাইৰ পৰিচয় আছিল আৰু তাই দৌত্যগিৰি কৰি সকলোতকৈ সৰহ সংখ্যক ন-শিকাৰু আনিব পাৰিছিল। জিগিৰী, লগুৱা আৰু মাজে সময়ে অহা তিৰোতা-বোৰৰ লগত তাইৰ বন্ধুত্ব আছিল আৰু কামৰ বাহিৰত সকলোৰে তাই প্ৰিয় আছিল। মেগডালেনাৰ চৰম আকাংক্ষা আছিল মেয়ৰ ৰক্ষিতা গুলগাক ইয়াত ভৰ্ত্তি কৰোৱা। এতিয়ালৈকে এখোন কৃতকাৰ্য্য হ'ব পৰা নাই। "কিন্তু উৎকণ্ঠিত নহ'ব। মই তাইক এতিয়াও আনিম।" তাই কৈছিল। ফেলিক্সৰ বাবে বিস্ময় আছিল এই সকলোবিলাক

মানুহলৈ অহা উদ্দীপনা, ব্যাকুলতা। নাৰী আৰু পুৰুষ উভয়কে পাইছিল কামৰ এক সমূহীয়া উৎসাহে।

দেওবৰীয়া আবেলিৰ আখৰাৰ অনুশীলনৰ বিৰতিৰ সময়ত দল-বোৰৰ মাজত ঘূৰি ফুৰোঁতে ফেলিস্কে অনুভব কৰিছিল ভজন গীতৰ প্ৰতি থকা তেওঁবিলাকৰ অকৃত্ৰিম প্ৰেম আৰু তেওঁৰ প্ৰতি তেওঁবিলাকৰ আনুগত্য। তেওঁৰ ওঁঠৰ পৰা সৰি পৰা প্ৰশংসাই তেওঁবিলাকৰ গাল-বোৰত সানি দিছিল গৌৰৱৰ লজ্জা ৰাগ। অৰ্থৰ বাবে প্ৰথমে যি সকল আছিল এতিয়া তেওঁবিলাক আহে আনন্দৰ বাবে। তেওঁক তুষ্ট কৰিবলৈ ব্যাকুল তেওঁবিলাক। যি দিনালৈ ভজন গীত ৰাজহুৱাভাবে প্ৰদৰ্শন কৰা হ'ব সেই দিনালৈ, সেই মহৎ দিনটোত এই গীত সুন্দৰ কৰি তুলিবলৈ তেওঁবিলাক দৃঢ়-প্ৰতিজ্ঞ। কেতিয়া আৰু ক'ত এইটো হ'ব তেওঁবিলাকে নেজানে। কিন্তু তেওঁৰ ওপৰত এই শিল্পীচামৰ বিশ্বাস আছে। তেওঁ এজন মহৎ সঙ্গীত-বিশাৰদ আৰু স্নেহ-পৰায়ণ লোক। তেওঁ তেওঁবিলাকক অকৃতকাৰ্য্য হ'বলৈ নিদিয়ে, আৰু তেওঁবিলাকেও তেওঁক অকৃতকাৰ্য্য হ'বলৈ নিদিয়ে।

এদিন গধূলি পৰত তেওঁ চেচিলীক ক'লে "সঁচাকৈয়ে তেওঁবিলাকৰ অধিক উন্নতি হৈছে। এইটো অসাধাৰণ কথা চুটি এটা মাহৰ ভিতৰতে কিদৰে তেওঁবিলাকে সম্পূৰ্ণ কৰি তুলিছে!"

"এইটো পাৰিছে কাৰণ তেওঁবিলাকে তোমাক ভাল পায়। তুমি দেখিবা প্ৰাণাধিক, সব ঠিক হৈ যাব। আনকি হাওলিট্‌জ ডাওৰীয়াও সচকিত আৰু আশাবাদী হৈ পৰাৰ দিন দেখা গৈছে।"

আখৰাৰ পূৰ্ব্বে দেওবাৰে এদিন বিয়লি পৰত তেওঁ ফেলিস্কক ক'লে "আপোনাৰ ওচৰলৈ প্ৰথমে মই আহোঁতে বৰ সামান্যই আশা আপোনাৰ এই দুঃসাহসিক কৰ্ম্ম-প্ৰচেষ্টাৰ সফলতাৰ কাৰণে মনত পোষণ কৰিছিলো।"

"তেন্তে আপুনিনো আহিছিল কিয়?"

তীব্ৰ ৰাগীৰ বিৰুদ্ধে কাৰ্যত নিয়ম আছিল। এই নিয়ম লঙ্ঘন কৰি বুঢ়া আঙুলিটোৰ সমান মদ লৈ এচোক এচোক কৈ অপৰাধী ভাবে

জুতি লৈ থাকোঁতে চিত্ত-বিনোদনৰ মনোভাবেৰে শান্তিৰে এতিয়াও হাওলিট্‌জে অভিহিত কৰা দৈৱক্রমে হোৱা বিপজ্জনক কর্ম্ম প্রচেষ্টাৰ আসন্ন ধ্বংশৰ অশুভ লক্ষণৰ হিচাব তেওঁবিলাকে কৰিছিল। অফিচ খোটালীটোত থকা আৰু কাঠৰ চৌকাটোৱে বিয়পাই দিছিল এক আকর্ষণীয় মনোৰম টোপনি অহাৰ আমেজ। খিড়িকীৰ ওচৰত থকা এজোপা এল্‌মগছৰ শাখাবোৰ বৰফে ঢাকি ধৰি পাত্তল মটিয়া বৰণৰ আকাশখনৰ বিপৰীতে মিহিজালেৰে নক্সা আঁকিছিল জাৰকালিৰ কান্তিৰ।

"কাৰণ মই অনুভব কৰিলো আপুনি কিবা এটা উপযুক্ত কাম কৰিছে আৰু মই আপোনাক সহায় কৰিবলৈ বিচাৰিলো। আনকি আমি যদি পৰাজয় মুখীও হওঁ, তথাপিও। জীৱনত এবাৰ মাথোঁ এক মহৎ সর্ব্বনাশ বিলাসীতাৰ কাৰণে এজন লোকে নিজকে খটোৱা উচিত।"

"আৰু এতিয়া আপোনাৰনো মত কি? আমি এতিয়াও মহৎ আৰু সর্ব্বনাশ গ্রস্তনে!"

ভৱিষ্যতে সম্ভাবনা সম্বন্ধে অনুমান কৰি বেঙ্কৰ মালিকজনে গিলাছটোলৈ চায় ক'লে "আৰু এতিয়া আমাৰ অলপ সুযোগ হৈছে বুলি মই ভাবিছোঁ। মোৰ মতে আমাৰ আটাইতকৈ ডাঙৰ সমস্যা হ'ল আমি সংগ্রামৰ সম্মুখীন হ'ব লগা হ'ল এটা বলীয়াৰ সৈতে আৰু সৎ-ধর্ম্মোন্মত্ত অবিবেকী লোকৰ সৈতে।"

"আপুনি কূর্গেৰ আৰু যাজক হেগেনৰ কথা উল্লেখ কৰিছে হ'বলা! কূর্গেৰৰ বেলিকা কিবা কৰিব পৰা যাব বুলি মই নেভাবো। কিন্তু অলপতে মই যাজকজনৰ বিষয়ে বাহুল্য ভাবে চিন্তা কৰিছোঁ। মই যদি তেওঁৰ ওচৰলৈ যাওঁ আৰু মোৰ আচৰণৰ বিষয়ে ক্ষমা খোজোঁগৈ আৰু বুজাই কওঁ—"

মানুহজনে মুৰটো জোকৰা দেখি তেওঁ বৈ গ'ল।

"আপুনি এইটো অনাৱশ্যক বুলি ভাবিছেনেকি?"

"এই বুলিয়েই মই ভয় কৰিছোঁ। দুই ৰকমৰ মানুহ আছে। যেনোক বিচাৰ বুজিয়ে নেপায়গৈ, যেনো বলীয়া আৰু অন্ধভাৱে সৎ ধর্ম্মোন্মত্ত অবিবেকী লোক। এজন কুটীললোক সহায়েই মীমাংসা কৰিবলৈ লাগু।

এজন সাধুলোক তেনে নহয়। আৰু যাজক হেগেনক তেওঁবিলাকৰে এজন বুলি মই ভয় কৰিছোঁ। মোৰ প্ৰধান কোষাধ্যক্ষক তেওঁৰ বিষয়ে সুধিছিলো।"

"যাজক হেগেনৰ ওপৰত আপোনাৰ প্ৰধান কোষাধ্যক্ষৰ কৰ্ত্তৃত্ব কিয়!"

"কাৰণ ঘটনা ক্ৰমে তেওঁ বিশ্বস্ত লুথেৰান।" স্পেনিচক্ষে অবাক হোৱা দেখি তেওঁ আনন্দ লভিলে। "এইটো এটা অদ্ভুত গল্প। পূব চেস্কনিৰ কামেঞ্জৰ ক'ৰবাত পলৰ জন্ম হৈছিল। তেওঁৰ মাক আৰু দেউতাক দুয়ো আছিল লুথেৰান। হাইজা বেমাৰত তেওঁৰ চাৰি কি পাঁচ বছৰ বয়সত দুয়োৰে মৃত্যু হ'ল। অনুমান হয় যে চহৰৰ এটি দুখীয়া ইহুদী পৰিয়ালৰ সৈতে তেওঁৰ দেউতাকৰ বন্ধুত্ব আছিল। তেওঁবিলাকৰ মৃত্যুত পলক এই পৰিয়ালটিয়েই তোলনীয়া কৰি ললে। আচল বিষয়টো হ'ল যে তেওঁৰ পিতৃ-মাতৃৰ স্মৃতিৰ সন্মানাৰ্থে তেওঁবিলাকে তেওঁক লুথেৰান হিচাবে ডাঙৰ কৰিলে। ত্ৰিশ বছৰ পূৰ্ব্বে যেতিয়া তেওঁবিলাক লিপ্‌জিগলৈ আহিল, পল মোৰ বেঙ্কলৈ কাম কৰিবলৈ আহিছিল। তেওঁ তেতিয়াৰ পৰাই মোৰ লগতে আছে। তেওঁ তোলনীয়া পিতৃৰ নাম কোৱাৰ বাবে মই বহুত-দিনলৈকে জনা নাছিলো যে তেওঁ ইহুদী নহয়। আমি অতি বন্ধুহে পৰিলো। মাৰ্টিন লুথাৰৰ সাহিত্যৰ ৰূপৰাশিত তেঁৱেই মোক পৰিচিত কৰাই দিলে। মোৰ এটা জন্মদিনত তেওঁ মোক মনোৰম চিত্ৰাৱলীৰে সৈতে এক চেট্ লুথেৰৰ গ্ৰন্থ উপহাৰ দিছিল।"

"মই অনুমান কৰিছোঁ আৰু আপুনি তেওঁক দিছিলে 'তালমাদ্‌ৰ' এটা কপি!"

বেঙ্কৰ গৰাকীয়ে ক'লে "নহয়, স্পিনোজা, পল মোৰ দৰেই চিৰকুমাৰ। তেওঁ ভালকৈ বজাব পাৰে বীণা আৰু তেওঁক বিবুদ্ধি কৰে, দবা খেলিব পাৰে আনকি তাতকৈয়ো ভালকৈ। যাজক হেগেনৰ বিষয়ে মই তেওঁক সুধিছিলো আৰু মই কবলৈ দুঃখ পাইছোঁ যে তেওঁৰ বিষয়ে সকলো খবৰেই সুন্দৰ। প্ৰকৃততে তেওঁ এজন ধাৰ্ম্মিক লোক আৰু তেওঁ যেনেকৈয়ে বুজে সেইদৰেই ঈশ্বৰৰ কাম কৰি যায়।"

"যিটো অতি নিৰুৎসাহজনক।" ফেলিক্সে ক'লে।

ভয় কৰিছোঁ তেওঁৰ ভুল পথ তেওঁক দেখুৱাবলৈ বৰ টান কথা হ'ব। খন্তেক পৰ তাত আহি পৰিছিল নিৰৱতা। তাৰ পাছত ফেলিক্সে গিলাচটো নিশেষ কৰি পি চকীৰ পৰা উঠিল।

"প্ৰসঙ্গক্ৰমে কুৰ্গেৰ গললে। তেওঁ ক'ত কোনেও নেজানে যেন লাগে, সুন্দৰ পৰিণাম।"

মেজখনৰ ড্ৰওয়াৰত মদৰ বতলটো পুনৰ থওঁতে বেঙ্কাৰ জনে উভতি তীক্ষ্ণভাবে চালে।

"মই মান্তি নহওঁ। মোৰ শত্ৰু কত আৰু সি কি কৰিছে মই জানিবলৈ পালে ভাল পাম।"

দুৱাৰখনৰ ফালে গৈ ফেলিক্সে ক'লে "এৰা, আমি দেখিম কিয় তেওঁ আত্মগোপন কৰিছে। আৰু এতিয়া আমি কামলৈ ওভতোহঁক।"

তেওঁৰ জীৱনৰ এই কঠোৰ তালিকাত সাময়িক অব্যাহতিৰ এই দুৰ্লভ মুহূৰ্ত্তবোৰ তেওঁৰ কাৰণে আছিল সাগ্ৰহ বিনোদন। আনন্দেৰে সৈতে তেওঁ দেখিলে যে হাওলিট্‌জ যেনেকৈ সু-শিক্ষিত তেনেকৈ এজন পৈণত শাসকো। একেলগে তেওঁবিলাকে আলোচনা কৰিছিল কলা, সাহিত্য, দৰ্শন আৰু মানুহৰ জটিলতাৰ বিষয়ে। কথা-বতৰাৰ বিনিময়ত তেওঁবিলাকে আনন্দ লভিছিল, আৰু কেতিয়াবা তেওঁবিলাকৰ মাজত আদৰ্শৰ সংঘৰ্ষও হৈছিল। মাৰ্টিন লুথাৰৰ সাহিত্যৰ প্ৰতি তেওঁৰ অনুৰাগ আছিল আৰু হাওলিটজে এই লুথাৰৰ গ্ৰন্থসমূহৰ উদ্ধৃতি দি ডাঙৰকৈ পঢ়িছিল।

অৱশ্যে তেওঁৰ বিষয়বোৰ কিছু পৰিমাণে ক্লান্তিকৰ আছিল। ঈশ্বৰ, নৰক আৰু পাপ এইবোৰ অধ্যয়ন কৰিবলৈ ক্লান্তি বাঢ়িব পাৰে, আৰু তালৈ যাব পৰাটো কিমান সহজ? কিন্তু ভাষাৰ ওপৰত আধিপত্যৰ কাৰণে তেজস্বীতা, পাৰ্থিবতা আৰু সময়ে সময়ে গীত ধৰ্মী অলঙ্কাৰ সমূহৰ বাহিৰে তেওঁ অতুলনীয় নাছিল। আপুনি যেতিয়ালৈকে তেওঁৰ গ্ৰন্থ নপঢ়ে তেতিয়ালৈকে আপুনি বুজিব নোৱাৰে জাৰ্মান ভাষাই কি সুন্দৰতম দিশ লাভ কৰিছে। উদাহৰণ স্বৰূপে তেওঁৰ

গানবোৰ এনে উৎকৃষ্ট গান আৰু আগতে কেতিয়াও লিখা হোৱা নাছিল। এজন মানুহ ইয়াত আছে যি এই ভজন গীতটো ভাল পালেহেতেন……।”

আৰু তেওঁবিলাকে নিজৰ অজ্ঞাতসাৰেই আলোচনা কৰিবলৈ ধৰিলে ভজন গীতটো। এজন দক্ষ আৰু সমৰ্থক শ্ৰোতা পাই তেওঁ সুখী হ'ল। সময়ৰ বোল লাগি হালধীয়া হোৱা পৃষ্ঠাবোৰত নিহিত হৈ থকা শোভাক ফেলিস্কে আঙুলিয়াই দিলে। তেওঁ পিয়ানোত বহি মধুৰ ৰাগকে বজাব নহ'লে বা এই কামৰ সৰ্ব্বপ্ৰধান দক্ষতাকে ব্যাখ্যা কৰিলে, দৃষ্টান্ত স্বৰূপে ধৰি লওক এই উদ্বোধনী ঐক্য সঙ্গীতটো, শুনক কেনে সুন্দৰ ভাবে প্ৰচণ্ড আলোড়নৰ দৃশ্যটোক, পাঠাংশক উগ্ৰতাক ১২-৮ এ বন্দী কৰিছে, আৰু কেই পৃষ্ঠামান, মন কৰক এই কেইডাল প্ৰতিবন্ধক ৰেখা কোনো অৰ্কেষ্ট্ৰা নোহোৱাকৈ পেপাঁৰ বাবে দিছে দূৰণিৰ এক সঙ্কেট ধনিৰ দৰে বিচ্ছেদৰ পূৰ্ব্বাশঙ্কা গীতটোলৈ আৰু দকৈ সোমায় যাওক, প্ৰভুৰ দ্বাৰা পীটাৰ পৰিত্যক্ত হোৱা এইয়া উত্তম দৃশ্য। মুমূৰ্ষ হৈ দেবদূত জনে ছন্দে ছন্দে উচুপি উঠিছে শুনক…মাত্ৰ পাঠত থকা বীণাৰ বাবে এইয়া সুদীৰ্ঘ তাল-মান আৰু মৰ্ম্মভেদী তেওঁ কান্দিলে। আৰু এই ভাল প্ৰতিবন্ধক ৰেখাত আছে কুকুৰাৰ খীণ ডাক, কেনেকৈ এই সকলোবোৰ সজীৱ হৈ পৰিছে, কেনেকৈ এই সকলেবোৰ নাটকীয় আৰু তীব্ৰ হৈ পৰিছে ৰাক…"আৰু তেওঁ ভজন সঙ্গীতটোৰ শেহৰ পৃষ্ঠা পোৱাৰ পাছত ক'লে "খ্ৰীষ্ট অগ্ৰসৰ হোৱাৰ সেই বিস্ময়কৰ বৰ্ণনাৰ গীতটো শুনক… শূলৰ ওচৰলৈ কঁপি কঁপি আগবঢ়া খোজবিলাক…আপোনাক মই কৈছোৱেই নহয় ইয়াতকৈ মহৎ গীত কেতিয়াও লিখা হোৱা নাছিল। আৰু এই কাৰণেই আমি এইটো বিশ্বক দিবই লগিব।—”

আৰু তেওঁবিলাকৰ 'দুঃসাহসিক কামৰ বাবে কি সুযোগ আছে জুমি চালে ভবিষ্যতলৈ এগবাৰ।

ডাঙৰীয়া হাওলিট্‌জে চেচিলীকো দিছিল প্ৰয়োজনীয় সজ, বিবেচনা পূৰ্ণ নেতৃত্ব আৰু সম্পূৰ্ণ গভীৰ উৎসৰ্গ। চেচিলীয়ে ভৱিষ্য বাণী কৰাৰ দৰে দুয়ো বেচ বন্ধু হৈ পৰিছিল। তেওঁৰ সেই পুৰণি কলীয়া তত্ত্বতা

চেচিলীৰ ভাল লাগিল। কেতিয়াবা তেওঁ বিয়লি পৰত হাওলিট্‌জৰ মেজখনৰ ওচৰলৈ আহি উল গুঠি থাকোঁতে এতিয়াও অবিবাহিত থকাৰ কাৰণে তেওঁক মৃদু ককৰ্থণা কৰে। তেওঁ বুজায় কয় "যেতিয়া মই বিয়া কৰাব খুজিছিলোঁ তেতিয়া মই বিয়া কৰাব নোৱাৰিলো, আৰু যেতিয়া পাছত মই বিয়া কৰাবলৈ পালো তেতিয়া মই বিয়াকে কৰাব নুখুজিলো।" তেওঁৰ স্বাৰ্থপৰতাৰ বাবে চেচিলীয়ে তেওঁক ধিক্কাৰ দিলে। "ভাবকচোন, কোনো এগৰাকী তিৰোতাক আপুনি কিমান সুখী কৰিব পাৰিলেহেতেন বিশেষকৈ আপোনাৰ এই বিপুল ঐশ্বৰ্য্যৰে সৈতে।" বিদ্বেষত বৃদ্ধৰ চকুহালি উজলি উঠিল—তেওঁ ক'লে, "কিন্তু আইটী, তেওঁ মোক সুখী কৰিব পাৰিলেহেতেন বুলি মোৰ মুঠেই বিশ্বাস নহয়।"

হাওলিট্‌জৰ নস্য লোৱা এটা অভ্যাস আছিল। চেচিলীয়ে এই বিষয়ে অভিযোগ কৰি কৈছিল যে তেওঁৰ হেনো ইচ্ছা শক্তিৰ অভাব—এই বিষয়টো লৈয়েই চেচিলীয়ে এটা বক্তৃতাকে দি পেলায়।

"কিন্তু আইটী, মই সুস্থ হ'বৰ বাবেহে নস্য লওঁ। ই মগজু পৰিষ্কাৰ কৰে।" উশাহটো টানি লৈ চেচিলীয়ে পুৰুষৰ কাপট্যৰ বিষয়ে বাহুল্য ভাবে সমালোচনা কৰি ক'লে 'ছি, ভাণ্ডৰীয়া, আপুনি কোৱা কথাত তিলমানো সত্যতা নাই। এইটো ককাদেউতাই যেতিয়া ব্যৱহাৰ কৰিছিল তেওঁ কৈছিল যে ই তেজ শোধন কৰে, দদাইদেও থিয়োডোৰে শপত খায় কৈছিল যে ই হজমী শক্তি সক্ৰিয় কৰে। আপোনালোক পুৰুষ সকলো একে। সদায়েই আপোনালোকৰ পাপ কৰ্ম্মৰ কাৰণে অজুহাত বিচাৰি পায়। আনকি আমাৰ তেওঁ কয় যে ৰাতি আহাৰৰ পাছত যি মদ তেওঁ খায় ই হেনো তেওঁৰ নাৰ্ভৰ কাৰণে উপকাৰী—আৰু পুনৰ দুষ্টামীৰ জিলিঙনি তেওঁৰ চকুজুৰিলৈ আহিল। "কিন্তু মোৰ মৰমৰ আইটী, আমি যদি তোমালোক আই সকলৰ কথা শুনিলোহেতেন, আৰু তোমালোকে বিচৰাৰ দৰে হলোহেতেন তেতিয়া কিজানি আমাৰ অৱস্থিতিকেই তোমালোকে সহ্য কৰিব নোৱাৰিলাহেতেন।"

কোনো কোনো সময়ত তেওঁ উল গুঠি থাকোঁতে এক নিৰ্ম্মলচন্দ্ৰতাই তেওঁক আবৰি ধৰে আৰু খিড়িকীয়েদি অহা ছাইবৰ্ণ পোহৰৰ মাজত

তেওঁৰ মনোৰম মুখ কান্তিয়ে ম্লান কৰে—সেই সময়ত হাওলিট্ জে কোনো প্ৰশ্ন নোসোধে—মাত্ৰ ধৈৰ্য্যৰে চেচিলীৰ ভাবৰ পৰিবৰ্ত্তন হ'বলৈ বাট চাই ৰয়, আৰু সোনকালেই তেওঁ নিজৰ পুতলাকিটাৰ বিষয়ে, ঘৰখনৰ বিষয়ে ক'বলৈ আৰম্ভ কৰে। তেওঁৰ দুৰ্বোধ্য চকুহালিৰে সৈতে পোনাহতঁৰ অভাব কিমান অনুভব কৰিছে, ফেলিক্স আৰু নিজৰ বাবে ৰচাঁ সেই শান্তিময় শৃঙ্খলাপূৰ্ণ জীৱন হেৰুৱাই কিমান বেজাৰ পাইছে তেওঁ কৈ যায়। তেওঁ আনকি আকুল ভাবে আশা ৰাখিছে তেওঁ ত্যাগ কৰি অহা সেই সাধাৰণ সামাজিক আনন্দকণৰ বাবে বিয়লিৰ সেই সুন্দৰ অভ্যৰ্থনাবোৰ, আনুষ্ঠানিক ভাবে আয়োজন কৰা নিশাৰ ভোজবোৰ, লিপজিগ্‌ৰ মহিলা-দাতা সংঘৰ সভাবোৰৰ বাবে।

কিন্তু ফেলিক্সৰ স্বাস্থ্যৰ বাবে তেওঁ অধিকতৰ ভাবে উৎকণ্ঠিত হৈছিল। তেওঁ হুমুনিয়াহ পেলাই সুধিলে "তেওঁক ইমান ক্লান্ত লাগিছে। তেওঁক ইস্তফা দিয়াৰ পৰা বিৰত কৰি মই ভুল কাম কৰিলো বুলি আপুনি ভাবেনেকি বাৰু ? সেই সময়ত মোৰ মনত ভাব হৈছিল দপ্তৰৰ পদটো তেওঁ এৰি নিদিয়াটো মঙ্গলজনক হ'ব বুলি। কিন্তু এতিয়া মই সিমান দৃঢ়নিশ্চিত নহয়। মই তভক মানিছোঁ এই দৰে বাৰু তেওঁ কিমান দিন অহা-যোৱা কৰিবলৈ সক্ষম হ'ব। আৰু সেই মুৰ কামোৰণিবোৰ ? এইবোৰে মোক ভয় খুৱায়। এইবোৰৰ বিষয়ে তেওঁ মোক নকলেও মই তেওঁৰ যন্ত্ৰণা পোৱা চকুহালিৰ পৰা তত ধৰিব পাৰো। এই ভজন গীতৰ অন্ত কেনেদৰে পৰিবগৈ বুলি আপুনি ভাবে বাৰু ? ডাঙৰীয়া, কওকচোন বাৰু আপুনি সচাঁকৈয়ে ভাবেনে এই ভজনটোৰ বাবে মোৰ স্বামীয়ে বিদৰে যন্ত্ৰণা ভূগিছে ই তাৰ সচাঁকৈয়ে যোগ্যনে ?

বৃদ্ধ মানুহজনে মুৰটো জোকাৰি কয় "এৰা তেওঁ ক্লান্ত হোৱা বুলি ময়ো মন কৰিছোঁ। কিন্তু অনুগ্ৰহ কৰি তুমি নিজকে কষ্ট নিদিবা। কোনোৱেই কোনোৰকমে তেওঁক বন্ধ কৰিব নোৱাৰে। এইটো তেওঁৰ কৰ্ত্তব্য বুলি তেওঁ অনুভব কৰিছে—এই ভজন কীৰ্ত্তনটো বিশ্বক দিয়াটো তেওঁ এইটো কৰিব, নাইবা এইটো চেষ্টা কৰি মৰণকে বৰণ কৰিব ; তেওঁ তেনে ধৰণৰ। যি সকল লোকে বিবেকে যি কৰিবলৈ কয় তাকেই

কৰে—মূল্য দিয়েই নালাগক. কিয়, সেই সকল লোকৰে তেৱোঁ এজন। তেওঁৰ নিচিনা লোক বিৰল আৰু হয়তো এইটো ঠিক তেনেকুৱাই। আৰু তোমাৰ প্ৰশ্নটো কেনেকৈ এইটোৰ অন্ত পৰিব কোনেও নেজানে।” জানুৱাৰীমাহৰ ওৰ পৰিল। কামৰ ভিৰেৰে, গভীৰ উৎকণ্ঠাৰে কিন্তু আশাৰ পোহৰ হৈ ফাৰ্ম্মত জীৱন অতিবাহিত হৈ থাকিল। হঠাতে বতৰটো নিৰ্ম্মম ভাবে চেচাঁ হ'ল। বৰফ পৰা বন্ধ হৈছিল। কিন্তু বৰফ-বতাহ বৈছিল আৰু অহৰহ এই বতাহ বৌ-বৌৱনিৰে আৰু অদমনীয় আক্ৰোশেৰে বৈয়েই থাকিল। টোপনি অহা অসম্ভৱ হ'ল। গোহালী ঘৰত গাই গৰুবোৰে আঘাত পোৱা পশুৰ দৰে হেম্বেলিয়াবলৈ ধৰিলে। উখহা চকু আৰু দাঁতত দাঁত লাগি থকা অৱস্থাৰে সৈতে ফাৰ্ম্মত মানুহবোৰে ঘূৰা ফিৰা কৰিবলৈ ধৰিলে। ইজনে সিজনক ঘপহকৈ কামুৰি দিয়াৰ ভয়ত মুখ মেলিবলৈও সাহস নকৰা হ'ল। ঠাণ্ডা লাগি চেচিলীয়ে নিশা কাঁহিবলৈ আৰম্ভ কৰিলে। এতিয়াও প্ৰতিপুৱা ফেলিক্স লিপ্‌জিগলৈ গৈ আছিল।

এদিন ফেলিক্স লিপ্‌জিগ্‌লৈ বুলি ৰাওনা হোৱাৰ পাছতে চেচিলী হাওলিট্‌জৰ দপ্তৰটোলৈ সোমায় আহিল। ভাগৰ আৰু অনিদ্ৰাৰ পৰা তেওঁৰ মুখ-মণ্ডল শীৰ্ণ দেখিছিল। বৃদ্ধ মানুহজনক তেওঁ ক'লে —“ফেলিক্সৰ অহা সপ্তাহৰ ন তাৰিখে জন্মদিন। তেওঁৰ আঠত্ৰিশ বছৰ বয়স হ'ব। আমি তাৰ কাৰণে কিবা আয়োজন কৰিব পাৰোনেকি তাকেই চাবলৈ মই আহিছিলো।”

তেওঁ নিজৰ মুখখন হাতৰ তালুৱাৰে ঢাকি স্নায়বিক দুৰ্ব্বলতাৰে অদমনীয়ভাবে উচুপিবলৈ ধৰিলে।

“অনুগ্ৰহ কৰি মোৰ্ আইটী নেকান্দিবা।”

লাহেকৈ তেওঁ চেচিলীক চকীখনলৈ আনি বহুৱাই দি কিছু সময় জুৰি মানুহগৰাকীয়ে উচুপি থকা চাই ভাবিলে অত্যধিক পীড়ণত তেওঁৰ হৃদয় ভাগিবলৈ আৰম্ভ কৰিছে। আৰু এমাহ পিচত হয়তো তেওঁ ভয়ঙ্কৰ ভাবে অসুস্থ হৈ পৰিব······তেওঁ চিন্তা কৰিলে। “তুমি ভাগৰিছা চেচিলী। পৰি থাকি কিছু জিৰণি লবলৈ চেষ্টা কৰা।” তেওঁ কোমলকৈ ক'লে।

নাম কাঢ়ি তেওঁ চেচিলীক এই প্ৰথম মাতিলে। তেওঁ প্ৰথমে উচাপ খায় নিজৰ কম্পিত হাত দুখনৰ ওপৰেদি তেওঁলৈ চাই ক'লে "কিমান —কিমান দিন বাৰু এইটো টিকিব? তেওঁ আৰু এই দৰে সবহু দিন যাব নোৱাৰে বুলি মই আপোনাক কৈছোঁ। বভাহটো আৰম্ভ হোৱাৰ লগে লগে তেওঁৰ মুৰ-কামোৰণিও শোচনীয় হৈ আহিব লাগিছে। তেওঁ প্ৰায় খাবলৈ এৰিলেই আপুনি মন কৰিছেনে?" তেওঁ সুধিলে।

"এৰা মই মন কৰিছোঁ—" মানুহজনে গুণগুণায় কলে। তেওঁ বাস কৰা এই দ্বৈত জীবনে তেওঁক ক'বলৈ আৰম্ভ কৰিছে। "খোলা খুলিকৈ মই ইচ্ছা কৰোঁ—"

"কি?"

অসহায় ভাবে তেওঁ কান্ধটো জোকাৰিলে। "এই আখৰাৰ অনুশীলনৰ কামৰ সাময়িক ভাবে স্থগিত কথাৰ কথাকে মই ক'ব খুজিছোঁ। কেইদিনমান তেওঁ বিশ্ৰাম লওক। কিন্তু মই জানো তেওঁ বিশ্ৰাম নলয়।" নিৰস ভাবে চেচিলীয়ে প্ৰতিধ্বনি কৰি ক'লে "আপুনি ঠিকেই কৈছে তেওঁ জিৰণি নলয়। যদিহে এই বিষয়টো সোনকালে বন্ধ নহয়, তেওঁ—" কথাবোৰ কোৱাযেন চেচিলীয়ে বন্ধহে কৰিব খুজিছে এনেদৰে তেওঁ আঙুলিৰে ওঁঠখন চেপি ধৰিলে।

খন্তেক পৰ অতন্দ্ৰিত হৈ অন্যমনস্কতাৰে তেওঁ চাই থাকিল। তাৰ —পাছত গিৰিশ কৰে থিয় হৈ খোটালীটোৰ পৰা দৌৰি বাহিৰলৈ ওলায় গলগৈ।

বহু সময় ধৰি বৃদ্ধলোক জনে শুনিলে শোৱনী—কোঠাৰ পৰা অহা চেঁপা কান্দোনৰ সুৰ।

সেই পুৰা গিৱানভাজ হলত ফেলিক্সে যেতিয়া প্ৰবেশ কৰিছিল তেওঁ দেখিবলৈ পালে তেতিয়াও ভ্ৰমণৰ সাজত থকা এজন মানুহে তেওঁৰ ফালে পিঠি দি জুইৰ ওচৰত থিয় হৈ থকা। ফেলিক্সৰ খোজৰ কট্‌প কট্‌প শব্দত আচহুৱা মানুহজনে ক্ষীপ্ৰভাবে ঘূৰিলে—এইয়া কুৰ্গেৰ।

"মই এই মাত্ৰ ড্ৰেছডেনৰ পৰা পালোহি।" মানুহজনে ক'লে।

১১

এটা আকস্মিক জোকাৰনিত-প্ৰাণ-শক্তি হৰণ কৰা এটা যন্ত্ৰণাৰে সৈতে মাজিয়াত অলৰ অচৰ হৈ ফেলিস্ক বৈ গ'ল। তেওঁৰ অনুভৱ হ'ল তেওঁৰ মগজটো উখহি তেওঁৰ অস্থিসাৰ ঘূৰণীয়া লাও খোলাটোৰ ভিতৰত বিধস্ত হ'ল। এক সঙ্কুচিত প্ৰতিক্ষিপ্তভাৱে মুহূৰ্ত্ততে তেওঁ হাতখন কপাললৈ তুলিলে। অগ্নিৰ ফিৰিঙতিৰে ভিৰবিৰাই থকা অন্ধকাৰ চাকনৈয়াৰ মাজত অচলহৈ তেওঁ থিয় হৈ ৰ'ল।

তাৰ পাছত যেনেকৈ দ্ৰুতভাৱে এইটো আহিছিল তেনেকৈয়ে এইটো পাৰ হৈ গ'ল। অগ্নিশিখাৰ সম্মুখৰ এই খোটালীটো আৰু থিয়হৈ থকা মানুহটোৰ মূৰ্ত্তিটো তেওঁৰ নিজৰ মিট্‌মিট্‌কৈ জ্বলি থকা দৃষ্টিৰ সম্মুখত কঁপি উঠিল। এক অদ্ভুত সাহসৰ অনুভৱেৰে তেওঁ মেজ খনৰ ওচৰ পালেহি আৰু ঘপহকৈ চকীখনত বহিল। কুৰ্গেৰৰ অৰ্থহীন আস্ফালনৰ ঢৌ আহি তেওঁৰ কাণত অস্পষ্টভাৱে পৰিল। হাতৰ তলুৱাৰে তেওঁ মুখ খন ঢাকি ধৰিলে।

অৱশেষত তেওঁ দীঘলকৈ উশাহ লোৱাত তেওঁৰ ফুচফুচলৈ বতাহ উভতি আহিল। হাত্‌কিখন তেওঁ আতৰাই আনিলে। মুখৰ পৰা ঘামখিনি মোহাৰি পেলালে। তেও নিজে কোৱা শুনিবলৈ পালে—"মোক—ক্ষমা কৰক, মোৰ মূৰ্চ্ছা যোৱাৰ দৰে হৈছিল।"

"চক্ খালে, নহয় জানো? আপোনাক মই ঠিক এটা আকস্মিক জোকাৰনি দিলো। নাইদিয়া জানো, মই?" মেজখনৰ সিকালে কুৰ্গেৰ তেতিয়াও থিয়হৈ আছিল। তেওঁৰ মুখমণ্ডলত আছিল মহোল্লাসিত বিজয় আনন্দৰ বঙ্কিম কটাক্ষ। ফেলিস্কৰ অবোধ্য চাৱনিত মানুহটো ক্ষুন্ন হ'ল। সি আগলৈ আহি দপ্‌দপায় ক'লে—"এতিয়াও তাও ধৰিছে, নাই ধৰানে? আপোনাৰ এই ধুনীয়া মুখ আৰু অতি উচ্চ ভাব-ভঙ্গীৰে প্ৰত্যেককে আপুনি নিৰ্ব্বোধ কৰি দিছে—নাই কৰা জানো? মই ড্ৰেছডেনলৈ গৈছিলো। বুজিছে? ড্ৰেছডেন।"

হঠাতে ফেলিস্কৰ মগজুত ক্ষত হোৱা এটা ঘড়ীৰ দৰে চিন্তাৰে পুনৰ টিক্ টিক্ ধ্বনি হবলৈ ধৰিলে।

হে মোৰ ঈশ্বৰ ! কূৰ্গেৰে মেৰীয়াৰ সন্ধান উলিয়ালেগৈ। এৰা, সি সন্ধান উলিয়ালেগৈ। এই কথা ভাবি সি উলাহ দমাব পৰা নাছিল। এই জঘন্য বিজয়ত সি আনন্দ লভিলে, জয়ৰ এক অবিশ্বাস্য অবজ্ঞাৰে তাৰ ওঁঠ দুটা তাৰ হালধীয়া দাতঁৰ ওপৰলৈকে আহিল। "মহৎ মাননীয় ডাইৰেক্টৰ ! তেনেকুৱা এজন বিখ্যাত সঙ্গীত বিশাৰদ আৰু তেনেকুৱা এজন সুন্দৰ মানুহ ! তেওঁৰ বিৰুদ্ধে হোৱা গুজববোৰ এতিয়া লৈকে প্ৰকৃততে মানুহে বিশ্বাস কৰা নাই। কাৰণ ব্যক্তিহিচাবে তেওঁ নিখুঁত। কিন্তু এই স্বামী সকলৰ প্ৰতিদ্বন্দী জনৰ বিষয়ে, এই অনুগত পিতৃজনৰ বিষয়ে কেইটামান কথাৰ সন্দেহ পাবলৈ তেওঁবিলাকে অপেক্ষা কৰক। তেওঁবিলাকে অপেক্ষা কৰক থিয়েটাৰ প্লাজঁৰ ওপৰত এটা নিৰ্দ্দিষ্ট হোটেলত কি ঘটিছিল তেওঁবিলাকে জনালৈ। আৰু এইবাৰ তেওঁবিলাকে বিশ্বাস কৰিব লাগিব, যিটো তেওঁবিলাকে বিশ্বাস কৰাটো মোৰ কাম্য ! কাৰণ মোৰ প্ৰমাণ আছে সীল মোহৰ মৰা ঘোষণা-পত্ৰ—প্ৰমাণ !" ধীৰ ভাবে ফেলিস্কে সুধিলে—"কিয় আপুনি ইয়ালৈ আহিছে বাৰু ?"

"কিয় ?" ঘৃণাত কূৰ্গেৰৰ চকুদুটা ঠেকহৈ ফাঁক হৈ গ'ল।

"আপোনাৰ মই কি কৰিব খুজিছোঁ—ক'বলৈ। মই আপোনাৰ বিৰুদ্ধে মানুহবোৰক এনে ধৰনে জগাই তুলিব খুজিছোঁ যে আপুনি আৰু ইয়ালৈ আহিবলৈ অধিক সাহস নকৰিব।"

"মাননীয় কূৰ্গেৰ, মোক বাৰু আপুনি ইমান ঘৃণা কৰে কিয় ? কাৰণ মই ইহুদী হৈ জন্ম লৈছিলো যাবেইনে ?"

"এৰা, কাৰণ সিহঁতৰ মাজত আপুনি সকলোতকৈ বিখ্যাত। কাৰণ মই সকলো ঠাইতে আপোনাৰ গান বজোৱা শুনো, কাৰণ শ্ৰেষ্ঠ জাৰ্ম্মান পদক আপুনি লাভ কৰিলে, কাৰণ বজাই আপোনাক চেস্কনিৰ প্ৰথম নাগৰিক কৰিলে আৰু দোকানৰ আলমাৰীবোৰত আপোনাৰ মূৰ্ত্তিবোৰ প্ৰদৰ্শন কৰে, কাৰণ আপুনি গঢ়ি তুলিলে কনজাৰভেটৰীয়াম, আৰু সমগ্ৰ জাতিলৈ আপোনাৰ নামে আনিছে গৌৰৱ। কিন্তু আপোনাক মই এই চহৰৰ পৰা বাজ কৰি পাঠিয়াম, আপোনাকো আৰু আন ইহুদীবোৰকো, আৰু তাৰ পাছত-চেণ্ট জোচেফ অঞ্চলৰ কেথেলিকবোৰৰ মই

পাছ লম। আৰু সিহঁতকো মই বাহিৰ কৰি দিম। কাৰণ মই ধনী, মই ক্ষমতাশালী আৰু মোৰ বিশ্বাসী লোক আছে।" প্ৰবল উত্তেজনাৰ ফোপঁনিৰে তাৰ বিকৃত মুখৰ পৰা শব্দবোৰ বাগৰি আহিল। মন্ত্ৰোচ্চাৰণৰ দ্বাৰা বাধ্য কৰোৱা ক্ষমতাৰ আৰু ভয়াবহতাৰ কিছুমান বিশৃঙ্খল কল্পনালৈ তেওঁ কিছুমান কল্পিত শ্ৰোতাক সম্বোধন কৰি কথাবোৰ যেন কৈছিল।

পলকতে ফেলিস্কৰ অনুভৱ হ'ল কুৰ্গেৰ যেন উন্মাদ। মুলাৰৰ কথা সঁচা। মানুহটো সঁচাকৈয়ে উন্মাদ।

বিক্ষোভহীন ভাবেৰে তেওঁ ক'লে "ওলায় যাওক, আগবাঢ়ক! যিমন যায় কৰি যাওক, কিন্তু ওলায় যাওক।"

একো যেন শুনাই নাই, স্তম্ভিত হৈ মুখমেলি কুৰ্গেৰে তেওঁলৈ চাওঁতে ফেলিস্কে ক্ৰোধ, ক্লান্তি আৰু হতাশাৰ এক ক্ষীপ্ৰ ধাৰেৰে হুঙ্কাৰদি ক'লে "ওলায় যাওক।"

সেই গধুলি ফাৰ্ম্মলৈ ফেলিস্ক উভতি আহোঁতে চেচিলীয়ে চকুৰ পচাৰতে বুজিলে কিবা এটা কৰবাত খোকোজা লাগিছে।

"অনুগ্ৰহ কৰি মোৰ সোণ, বিষয়টো নো কি?"

আচৰিত ভাবে তেওঁ প্ৰিয়তমা পত্নীলৈ চাই ক'লে "আথৰা হৈ যোৱাৰ পাছত মই তোমাক কম।"

আথৰাৰ অনুশীলন হৈ থাকোঁতে চেচিলীয়ে তেওঁক মন কৰি আছিল। খাটনি আৰু দুঃচিন্তাত জীৰ্ণ আৰু কৃষ হোৱা মুখখনৰ দৃশ্য সহ্য কৰিব নোৱাৰি উভতি আহিল তেওঁ শোৱনী কোঠালৈ।

অৱশেহত বহুত পলমে কাঠৰ খটখটিত তেওঁৰ অলস পদক্ষেপ তেওঁ শুনিবলৈ পালে। খন্তেক পৰ পদধ্বনি স্তব্ধ হৈ ৰৈছিল—তেওঁ বুজিলে ফেলিস্কে উশাহ লৈছে—তেওঁ যি এমাইললৈ সাতুঁৰিছিল আৰু বগাইছিল পৰ্ব্বত......

অৱশেহত কষ্টেৰে আহি খোটালীটো পালেহি। শৰীৰটো যেন তেওঁৰ দোঁ খাই পৰিছিল এনে দৰে তেওঁ ৰহিল। কিলা-জুটিটো আঠুৰ ওপৰত থৈ কৈইচেকেণ্ডমান তেওঁ চেচিলীলৈ চালে।

অৱসন্ন কণ্ঠেৰে তেওঁ ক'লে "আমি শেষ হলো চেচিলী, সচাঁকৈয়ে এইবাৰ আমি শেষ হলো, আৰু মোৰ দোষৰ্ বাবেই।"

কুৰ্গেৰৰ আগমনৰ কথা চেচিলীক কোৱাৰ লগে লগে তেওঁ দেখিলে চেচিলী কেহবাজ বৰণীয়া হৈ যোৱা।

তেওঁ ক'লে "তুমি নিশ্চয় ইস্তফা দিব লাগে, তৎক্ষণাতে ইস্তফা দিব লাগে বুজিছানে ?"

তেওঁ মুৰটো জোকাৰি ক'লে "নহ'ব চেচিলী, এতিয়া আৰু ন'হব।" তেওঁ জানিছিল কেলিস্কে মন সলনি নকৰে।

অলপ পৰ মৌন হৈ থকাৰ পাছত তেওঁ ক'লে "মই ইচ্ছা কৰো তুমি ফ্রেন্ধ-ফোর্টলৈ গুচি যাব লাগে।"

তেওঁ ফুচফুচাই ক'লে "অনুগ্রহ কৰি মোক এতিয়া পঠিয়াই নিদিবা।" তেওঁৰ ওচৰত থকাতকৈ তেওঁৰ পৰা আতঁৰি থকাৰ দুশ্চিন্তাটো অধিক নিষ্ঠুৰতা হ'ব বুলি ভাবি তেওঁ জোৰ নকৰিলে।

দুয়োৰো মাজলৈ আহিল মৌনতা। ভাষাহীন একাগ্র ধ্যানেৰে তেওঁবিলাকে ইজনে সিজনলৈ চাই ৰ'ল এক বোবা অসহায় হতাশাৰে। ভীতার্ত্ত এটা দুৰ্ব্বল মাতেৰে তেওঁ সুধিলে "আমি বাৰু কি কৰিব খুজিছো কেলিস্ক ?"

অস্ফুট ভাবে হাঁহি তেওঁ ক'লে "দেহি ঐ মোৰ চিলেটিজনী, আমি কি কৰিব খুজিছো এইটো আৰু প্রশ্ন নহয়, কিন্তু কি তেওঁবিলাকে আমাৰ কৰিব খুজিছে।"

বাহিৰত বতাহে গৰজি উঠিছিল, লগে লগে খিড়কীৰ আইনাবোৰত ঘৰঘৰনিৰ শব্দ হৈছিল। পিছদিনা পুৱা তেওঁ গিৰানভাজ আহি পাওঁতে দেখিছিল গিৰানভাজ আট্টালিকা আবৰি হোৱা মানুহৰ দলবোৰ। তেওঁ সিহঁতৰ ঘৃণা ভৰা মুখ আৰু আন্দোলিত হোৱা ঘোচাবোৰলৈ মন কৰিলে। শুনিবলৈ পালে সিহঁতৰ ভীতি ভৰা গুণগুণনি। তেওঁক আবৰি হোৱা শত্রুতাৰ কথা বোধগম্য কৰি দিনটো তেওঁ কাম কৰিলে। সেই বিয়লি পৰত তেওঁ উভতি যাব খোজা বাগীখন মানুহৰ দলবোৰে বেৰি ধৰিছিল। কিন্তু টেনজানৰ হাতখন আছিল চাবুকৰ ওপৰত।

কাৰ্মৰ পৰা এমাইল আগবাঢ়ি আহি বিওডনিটজত চেচিলীয়ে অপেক্ষা কৰি আছিলহি। তাৰ আৰু দুঃচিন্তাত কঁপি থাকি আলোৱান খনেৰে নিজকে ঢাকি লৈ এন্ধাৰৰ মাজত প্ৰতিমূৰ্ত্তি যেনহৈ থৰ লাগি আছিল।

স্নেহ ভৰে তেওঁৰ গাত গা লগায় চেচিলীয়ে ক'লে "অনুগ্ৰহ কৰি মোক আৰু বিকৰ্থনা নকৰিবা। মই অধিক সময় আৰু বাট চাব নোৱাৰিলো।"

চেচিলীৰ লগত যুক্তি তৰ্ক কৰাৰ কোনো আৱশ্যক নাই। তেওঁ ভয় খালে আৰু তুমি ভয়ৰ কাৰণে যুক্তি তৰ্ক কৰিব নোৱাৰা।

"আৰু হয়তো আইটীয়ে ঠিকেই কৈছিল। হয়তো অপুনি ইস্তফা দিয়া উচিত।" সেই গধূলি হাওলিটজে কথা কৈ থাকোঁতে ফেলিস্কৰ মুখমণ্ডল চিন্তাৰ উত্তেজিত আৰু গম্ভীৰ দেখিছিল। আৰু ফেলিস্কে যেতিয়া একো মতা নাছিল বৃদ্ধ লোক জনে কৈ গ'ল—'দিনে দুবাৰকৈ উন্মত্ত জনতাৰ সম্মুখান হৈ আপুনি কি কাম সম্পন্ন কৰিবলৈ আশা কৰে বাৰু?"

বিৰস ভাবে ফেলিস্কে ক'লে "মই ক'ব নোৱাৰোঁ। হয়তো নতুনত্বটো পাব হৈ গ'লে সিহঁত এদিন বা তেনে সময়ৰ ভিতৰতে আঁতৰি যাবগৈ।" মুৰটো জোকাৰি বেঙ্কৰ মালিকে ক'লে—"ফেলিস্ক, সিহঁত নেযায়। সিহঁত তাত থাকিব কালিলৈ, আৰু তাৰ পাছদিনা, আৰু তাৰ পাছদিনা— যেতিয়ালৈকে তুলি বিৰত নোহোৱা, আৰু এৰি নিদিয়া। সেই কাৰণেইটো সিহতঁক ধন দিয়া হৈছে। কূৰ্গেৰ উন্মাদ হ'ব পাৰে, কিন্তু সি অত্যধিক বিচক্ষণ লোকো।"

বেদনা বিধুৰ ভাবে এটা হুমুনিয়াহ এৰি ফেলিস্কে ক'লে "মযো তাকেই ভয় কৰিছোঁ। অনুমান হৈছে সি নিশ্চয় জয় লাভ কৰিব। "তাৰ ধূৰ্ত্তলি সি দুবাৰকৈ প্ৰমাণ কৰিছে। প্ৰথমে মোৰ আৰু আপোনাৰ দৰে সি বুজিলে অৰ্থৰ ক্ষমতাৰ কথা। সি দেখিলে শিল্পীৰ দৰ্ম্মহা যাঁচি আপুনি কেনেকৈ গঠন কৰিছে গায়ক মণ্ডলী। আপোনাৰ পৰা মুক্তি লাভ কৰিবলৈ সৈ দুবৃত্তক ধন দিছে। সমাপ্তিটো ভিন্ন কিন্তু পদ্ধতি একে। দ্বিতীয়তে সি বুজিলে যে এই একমাত্ৰ অস্ত্ৰ

খুন্দিপিত্তি প্ৰয়োগ কৰিলে সি আপোনাক পৰাজিত কৰিব পাৰিব। এতিয়ালৈ আপোনাৰ বিৰুদ্ধে হোৱা গুজৱবোৰ বিশ্বাস কৰা নাই। কাৰণ তেওঁবিলাকে আপোনাক নিৰ্দোষ বুলি ভাবে। এতিয়া সি দেখুৱাই দিলে যে আপুনি নিৰ্দোষ নহয় আৰু সিহঁতক প্ৰবঞ্চনা কৰাৰ কাৰণে এতিয়া সিহঁতে আপোনাক ঘৃণা কৰিছে আৰু আপোনাক আঘাত কৰিবলৈ বিচাৰিছে। যি পতিত উপাস্য দেৱতাক ভৰিৰে গছকে সেই বৰ্ব্বৰৰ এইটো এটা গল্প কথা। আপুনি দেখিব গোটেইবোৰ মানুহে আপোনাক আঘাত কৰাৰ আৰু তীব্ৰভাবে শাও-শপনি দিয়ালৈ নিজৰ মাজতে প্ৰতিযোগিতা কৰিবলৈ বিচাৰিব।"

হাওলিটজৰ ভৱিষ্যৎ বাণী সৰ্চা বুলি প্ৰমাণ হ'ল। প্ৰত্যেক দিনেই তেওঁৰ কাৰণে বৈ থকা জনতাৰ দলবোৰ ক্ৰমাৎ ভয়ঙ্কৰ আৰু দুঃসাহসী হ'বলৈ ধৰিলে। বহুল খট্‌খটিটোৰেদি ওপৰলৈ উঠি যাওঁতে তেওঁৰ কাপোৰত ধৰি টনা আজোৰা কৰা তেওঁৰ সম্প্ৰতি অনুভৱ হ'ল। কোনো পুলিচৰ মাৰ্শ্বেল তাত দেখা নগৈছিল। কমক চাৰি চহৰবাসী ক্ৰমাৎ আৰু ক্ষিপ্ত হ'বলৈ ধৰিলে। "বিবাহৰ পবিত্ৰতাক প্ৰৱঞ্চনা কৰা লোক সকলৰ ওপৰত যাজক হেগেনে দিয়া ভাষাপূৰ্ণ উপদেশ বাণীয়ে উৎপন্ন কৰিলে বুজন প্ৰতিক্ৰিয়া। খবৰ কাগজত প্ৰকাশ হোৱা পুৰণি আৰু নতুন বহু গুজৱে বাইজৰ মনত ভয়াবহতাৰ সূচনা কৰিলে। সুন্দৰ ভাবে নাইবা বুজন ভাবে তাত আৰু কোনো যত্ন কৰি চোৱা ন'হল। বিশ্বাস কৰিবলৈকো একোৱেই অসম্ভৱ নাছিল।

ড্ৰেছডেনৰ কাহিনী বহলাই বিকৃত কৰি পুনৰ আবৃত্তি কৰিলে। তাৰোপৰি পূৰ্ব্বে ড্ৰেছডেনলৈ তেওঁ প্ৰায়েই গৈছিল—যোৱা নাছিল জানো? তেওঁৰ ইংলেণ্ড, পেৰিচ ভ্ৰমণবোৰৰ বেলিকা একা? হয়তো তেওঁ তিৰোতা কৰবাত ৰাখিছিল। তেনেকুৱা ধৰণৰ তেওঁ দুষ্ট মানুহ। যি কামকেই তেওঁ কৰক লাগে সেয়েই আছিল জঘন্য। দৃষ্টান্ত হিচাবে এই যীশুৰ ভজনটোকে চাওকচোন। তাৰোপৰি তেওঁ খ্ৰীষ্টিয়ান হৈয়ো জন্ম গ্ৰহণ কৰা নাই। যিটো ভজন আছিল আমাৰ প্ৰভু যীশুৰ সেইটো পৰিচালনা কৰিবলৈ কেনেকৈ তেওঁ সাহস কৰিলে। আনকি

অনা—খ্ৰীষ্টিয়ানৰ ষড়যন্ত্ৰৰ বিষয়ে প্ৰাচীন অখ্যাতিৰ কাহিনীয়ে ইয়াৰ প্ৰাচীন মূৰ ডাঙি ইয়াত লিপ্ত হৈ গৈছিল।

কাৰ্যত হাওলিটজ সজাগ হ'ল।

নিকষ্ঠমেৰে তেওঁ সুধিলে "মই বুজিব পৰা নাই কিয় আপুনি ইস্তফা দিয়া নাই।"

সেইটো সচাঁ আছিল। চিটি—হলৰ পৰা মেয়ৰে দুঃখ ভৰা এক ঘোষণাত বেজাৰ কৰি ক'লে যে এনে ধৰণৰ পৰিস্থিতিৰ বাবে গিয়ান-ভাজ সংঘৰ সংবিধানৰ্ত কোনো আইন নাই আৰু সেইবাবে ডাইৰেক্টৰক উচ্চ পদৰ পৰা বৰ্খাস্ত কৰাটো বোৰ্ডৰ ট্ৰাষ্টি সকলৰ বাবে অন্যায়জনক কৰ্ম হ'ব। তোষামোদেৰে তেওঁবিলাকক প্ৰত্যাখ্যান কৰি মূলাৱে ক'লে —"যেই হওক তেওঁ নিজৰ অযোগ্যতাৰ কথা নিজেই বুজিব আৰু ইস্তফা দিব যে সন্দেহ নাই।"

কিন্তু কেনেবাকৈ ডাইৰেক্টৰে ইস্তফা নিদিলে নাইবা তেওঁ ভবিষ্যত বাণীত কোৱাৰ দৰে নিজৰ অযোগ্যতা আৰু আশাহীনতা নেদেখিলে।

হাওলিটজৰ মৰ্মপীড়া ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। "অনুগ্ৰ কৰি ফেলিস্ক অপুনি ইস্তফা দিয়ক। আপোনাৰ গোৰাঁবামিয়ে হয়তো হতাশাৰ ফলত কূৰ্গেৰক কিবা অঘটন ঘটাবলৈ ঠেলি দিব। আপুনি অকল নিজকেই বিপদাপন্ন কৰা নাই, আন বহুতো নিৰিহ লোকো বিপদাপন্ন হৈছে। মনত পেলাওক মানুহটো বলীয়া। সি কিবা উন্মত্ত কল্পনাৰ কাম কৰিবই।" মূৰ দুপিয়াই ফেলিস্কে ক'লে "আপুনি ঠিক কৈছে।" বেঙ্কৰ মালিকজনৰ বিচক্ষণ যুক্তি তেওঁ মানিলে। তথাপিও প্ৰতিপুৰা শ্ৰান্ত মল্লযোদ্ধাই তেওঁৰ মল্লভূমিলৈ ঘণ্টাৰ ধ্বনিত টলমল্ কৰি যোৱাৰ দৰে তেওঁ উন্নতি বায় লিপজিগলৈ, মূৰটো টন্‌টনায়, হাওলিটজৰ সতৰ্ক বাণী তেওঁৰ কাণত বাজি থাকে, পাছত এৰি থৈ আহে কম্পিত মুখবল্লৰীৰে সৈতে চেচিলীক। তেৱেঁ। ফেলিস্কক নিৰ্য্যাতন কৰিছে—কিন্তু আন ৰকমে।

মৌনভাবে, বাধ্যভাবে আৰু আত্মপীড়নৰ দ্বাৰা চেচিলীয়ে তেওঁক নিৰ্য্যাতন কৰিছিল। হাওলিটজৰ দৰে তেওঁৰ আচৰণৰ অযৌক্তিকতা

চেচিলীয়ে দেখুৱাবলৈ নিবিচাৰে। তাৰ সলনি এজনে সাহসী আৰু অসাৰ ইঙ্গিতক প্ৰশংসা কৰাৰ দৰে তেওঁ অনুভৱ কৰিলে হৃদয়ৰ গহন কোণত ফেলিক্সৰ অনাৱশ্যকীয় সাহসক তেওঁ যেন প্ৰশংসা কৰে। কিন্তু স্বামীৰ কি ঘটিব পাৰে, আৰু তেওঁৰ নিজৰ কি দুৰ্দ্দশা কৰিছে এই অকৰুণ মহা আতঙ্কৰ মাজত জীয়াই থাকিবলৈ চেচিলী যেন ভীত হৈছিল! তেওঁ বুজিছিল ফেলিক্স ভাগৰি পৰিছে, নৈতিক ভাবে আৰু দৈহিক ভাবে আৰু স্বামীৰ শেষ শক্তি আৰু সবল সক্ৰিয়তাকণ অপচয় কৰাটো চাবলৈ তেওঁ বিহ্বল হৈ পৰিল। আৰু কোনো সময়ত চেচিলীতকৈ তেওঁৰ কামৰ অধিক ভাল পোৱা দেখি তেওঁ প্ৰায় ঘৃণাই কৰিছিল। তেওঁ উচুপি উচুপি হাওলিটজক সুধিলে "তেওঁ বাৰু মোৰ কাৰণে মুঠেই কেৰেপ নকৰেনে? মোৰ কি মনৰ অৱস্থা হৈছে তেওঁ জানো ভাবে? আৰু তেওঁৰ যদি কিবা অঘটন ঘটে মোৰ বাৰু কি দুৰ্গতি হ'ব?" অত্যধিক পীড়ণত তেওঁ ভাঙি পৰিল। ফেলিক্সে এইটো বুজিলে। ভয়ত মোচড় খোৱা আৰু বিক্ষিপ্ত হোৱা চেচিলীৰ লাৱণ্যময়ী মুখ কান্তিয়ে তেওঁক আত্মভৰ্ৎসনাৰে আতঙ্কগ্ৰস্ত কৰি তুলিলে। তেওঁ গিৰানভাজৰ পৰা উভতি আহোঁতে বিয়লি তেওঁক আগবঢ়ায় নিবলৈ চেচিলীক আহিবলৈ বাধা দিছিল; কিন্তু ঠেৰেঙা লাগি আলিবাটত জাৰত আৰু দুঃচিন্তাৰে খীণাই শুকাই তেওঁৰ কাৰণে অপেক্ষা কৰি থকাৰ পৰা তেওঁ প্ৰিয়তমা চেচিলীক বিৰত কৰিব নোৱাৰিলে।

এদিন বাগীত চেচিলীক নিজৰ কাষলৈ চপাই নি তেওঁৰ নিজৰ ক্লোক—টোৰে তেওঁৰ কান্ধটো ঢাকি দিওঁতে চেচিলীক ক'লে "চিলেটি, দেহি মোৰ চিলেটিজনী ঐ, মইনো তোমাৰ কি দুৰ্দ্দশা কৰিলো। এই বিষয়টোলৈ মই তোমাক কেতিয়াও আহিবলৈ দিব নেলাগিছিল।"

অন্ততঃ কেই ঘণ্টামানৰ বাবে নিৰাপদ, আৰু প্ৰিয়তমা পত্নী চেচিলী আছে তেওঁৰ আলিঙ্গনৰ মাজত। এই হৃদয় বিদাৰক প্ৰণয়ত আৰু স্তম্ভিত তেওঁ নিজৰ নীলিম চকু হালিৰে হাঁহি ক'লে "তুমি মোক এই বিষয়ত আহিবলৈ নিদিয়াহলে মই তোমাক ঘিণ কৰিলোহেঁতেন।"

এই দৰেই পাৰ হ'ল এটা সপ্তাহ—যিটো অনুভৱ হৈছিল অনন্ত-

কাল যেন। ফেব্ৰুয়াৰী মাহৰ বৰফ যেন বতাহজাকৰ কঠোৰতা অকণো কমা নাছিল। হো হোৱনি বোঁ বোঁৱনিৰে শিৰা উপশিৰা বিদীৰ্ণ কৰি প্ৰবল বতাহজাক ফাৰ্মৰ বৰফে ঢকা খেৰৰ পঁজা ঘৰবোৰৰ ওপৰেদি, লঠঙা গছ-গছনি ভাঙিছিঙি, খিড়িকীৰ আইনাত ঘৰ্ঘৰ ধ্বনি তুলি, দুৱাৰৰ তলৰ বৰফৰ কণাবোৰ উৰুৱাই নি এক ৰকম চৈতন্যহীন গতানুগতিক ক্ৰোধেৰে প্ৰচণ্ড ভাবে চিমনি কোবায় ই বলিয়েই আছিল।

সন্ধিয়াৰ আখৰাত এতিয়াও অনুশীলন কৰা হৈছিল। কিন্তু গায়ক-গায়িকা সকলৰ ওপৰত আহি পৰিছিলহি এক বিৰূপ অস্থিৰতা। এতিয়াও সিহঁত কিয় অহিছিল এইটোৱেই আছিল ফেলিক্সৰ সাৰ্থ ৰ। তেওঁবিলাকৰ বিশ্বাস নোহোৱাহৈ গৈছিল। তেওঁ বিলাকে জানিছিল যে এই "বিপজ্জনক কৰ্ম্ম প্ৰচেষ্টাৰ শেষ বিচাৰ হৈ গৈছে, এজোপা গছ কুঠাৰেৰে কটাৰ পাছত চূড়ান্ত ভাবে পৰি যোৱাৰ পূৰ্ব্বে দুলি থকাৰ দৰে তেওঁবিলাক দুলি আছিল বুলি। তথাপিও কোনো গোপন আনুগত্যৰ কাৰণে তেওঁবিলাক আহিছিল—যিটো তেওঁবিলাকে নিজকেই ব্যাখ্যা দিব নোৱাৰিছিল, যেনেকৈ যিজন সেনাপতিৰ নেতৃত্বত তেওঁবিলাকৰ পৰাজিত হৈছিল সেই জনক ঘেৰি পুনৰ তেওঁবিলাকে গোট খাইছিল।

তেওঁৰ প্ৰতি তেওঁবিলাকৰ মনোভাব জটিল আছিল। প্ৰকৃততে ড্ৰেছডেনত কি ঘটিছিল সেই বিষয়ে তেওঁবিলাকে ক্ষেৰেপ কৰা নাছিল। যদি ফেলিক্সৰ পত্নীয়ে ক্ষমা কৰিবলৈ আৰু পাহৰি যাবলৈ ইচ্ছা কৰে, তেওঁবিলাকেও সেই কাম কৰিবলৈ প্ৰস্তুত। সন্দেহ নাই যে তেওঁৰ বিৰুদ্ধে হোৱা কোনো ষৰযন্ত্ৰত তেওঁ পৰাজিত হৈছে আৰু তাৰ বাবে তেওঁবিলাক দুঃখিত। কিন্তু পৰাজিত সকলে জয়লাভ নকৰে আৰু সিহঁতে নিজৰ অনুগত সকললৈ বিপদহে আনে। অশান্ত মনেৰে গভীৰ ভাবে তেওঁবিলাকে বিবেচনা কৰিলে, তেওঁৰ ওপৰত আস্থা ৰাখি তেওঁবিলাকে ভুল কৰিলে। যেতিয়া প্ৰতিশোধ লব তেতিয়া এইটো তেওঁবিলাকৰ ওপৰত গধুৰ ভাবে পৰিব। তেওঁবিলাকে ভয় খাইছিল কাৰণ চূড়ান্ত সফলতাৰ বিষয়ে তেওঁবিলাকৰ আৰু বিশ্বাস

নাছিল। অনুশীলনবোৰৰ ক্ৰমে অবনতি হৈ আছিল। বৰ্ষান্তৰ আশঙ্কা কৰি তেওঁবিলাকে আখৰা কৰিবলৈ এৰিলে। কেইদিনমান পূৰ্ব্বে ইমান আনন্দ আৰু আস্থা ভৰি থকা হল ঘৰটোত এতিয়া বিৰাজ কৰিছিল বিষন্নতা।

সম্পূৰ্ণ পৰাজয়ৰ এই পৰিবেশত বশ নেমানিলে মাত্ৰ মেগডালেনাই। এতিয়া তাই দলৰ পৰা দললৈ গৈ অদমনীয় উৎসাহেৰে জিহ্বাৰ তীক্ষ্ণ-তাৰে সিহঁতৰ কাপুৰুষালিৰ কাৰণে ককৰ্থনা কৰিলে। ইহঁতৰ প্ৰতি তাইৰ উদাৰ হৃদয় মৰ্ম্মযন্ত্ৰণাদায়ক ভৎসৰ্সাৰে ওফন্দি উঠিল। "চিকিৎসক সকলে তোমালোকক যেতিয়া কাটিব তেতিয়া তোমালোকৰ শিৰৰ পৰা গাখীৰ আৰু মূলাৰ ৰসহে ওলাব। বাদুলীৰ দৰে কণা হৈ আৰু মাখিৰ দৰে মগজুৰে তোমালোকে লিপজিগৰ সেই ভণ্ডামী অৱশ্যে বিশ্বাস কৰিবাই। এৰা ভণ্ডামী, সিহঁত তেনেকুৱাই—সিহঁতৰ শেষৰ-টোলৈকে পতন হ'ব। সিহঁতৰ কথা-বাৰ্ত্তা কোৱাৰ ধং দেখি তোমালোকে ভাবিছা সিহঁত যেন ভগৱানৰ আশীৰ্ব্বাদ লাভ কৰা কণ্ কণ্ দেবদূত হে। তেওঁ, আমাৰ মহামান্য লাট বাহাদুৰৰ বেলিকা একা? কিয় বাতৰি কাগজবোৰে তেওঁৰ বিষয়ে একো লিখা নাই, কিয় যাজকে দিয়া নাই তেওঁৰ বিষয়ে সৰু এটা বক্তৃতা? সিহঁতে যেনে ধৰণে আমাৰ বেচেৰা ডাইৰেক্টৰৰ পিছ লৈ ইয়াকে দেখি ওলগাই হতাশ হৈছে বুলি মোক কৈছিল। তোমালোকে কিন্তু অপেক্ষা কৰাহঁক, কেইদিনমানৰ ভিতৰতে এতিয়াও মই তাইক আনিম। এইটোৱে হয়তো তেওঁবিলাকক উচতাব।"

তাইৰ ক্ষীণ আহ্বান কোনেও নুশুনিলে। সিহঁতে শ্ৰান্ত ভাবে কান্ধবোৰ মাত্ৰ জোকাৰিলে। ওলগা বা লাট বাহাদুৰলৈ সিহঁতে কিয় কেৰেপ কৰিব? সিহঁত দুখীয়া। প্ৰতিৰোধ কৰিবলৈ সিহঁত অক্ষম আৰু ভীতু।

সম্প্ৰতি ফাৰ্মত নিশাৰ ভোজটো নিৰৱ আৰু পৰিত্যক্ত হৈ পৰিছিল। স্কীমিডক সাৱধান কৰি দিয়া হৈছিল যে তেওঁৰ ফাৰ্মক সন্দেহজনক উপাধিৰ কাৰণে সোনকালেই তদন্ত কৰিব বুলি। হতাশ-

জনক ভাবে জাট্রডৰ গাল কিখন সোমায় গৈছিল। টেনজানৰ বেলিকা নিজকে যেতিয়া তেওঁ ভিভিলৈকে অশুভ গ্রহৰ দ্বাৰা প্রভাবান্বিত হৈ থকা অভিযানটোত বিচাৰি পাইছিলগৈ তেতিয়া তেওঁৰ সজ আৰু সবল মুখ-মণ্ডলত বিৰিভিলে উৎকণ্ঠা আৰু বিমূঢ়তা। কেইদিন মান আগতে তেওঁৰ লিপজিগৰ কাৰখানাতো লুটপাত কৰি খিড়কীবোৰ চূৰ্ণ কৰি পেলোৱা হ'ল। আধা খোলা দুৱাৰবোৰ বতাহে খুন্দিয়াইছিল। যেতিয়া এই সকলোবোৰ হৈ যাব তেতিয়া তেওঁৰ পৰিয়ালটোৰ বাৰু কি দশা হ'ব?

এনিশা শুবলৈ যাবৰ পৰত চেচিলীক তেওঁ ক'লে "মই জানিছোঁ, শেষত্তৈ আহি পালেহি। মই বুজিছো। মই পৰাজিত হলো। ইষ্টাৰৰ পূৰ্ব্ববৰ্ত্তী ৰবিবাৰে এই মৃত্যুৰ ভজন গীত গোৱাবৰ আৰু এই বিশ্বত কোনো সুযোগ নাই। তুমি অসুখী হৈছা। আৰু হাওলিটজৰ কথাও সঁচা। এতিয়াও লিপজিগ্‌লৈ আহি গৈ থকা বিষয়টো মোৰ কাৰণে হাস্যকৰ হৈছে।"

"তেন্তে তুমি গৈ আছা কিয়? কিয় তুমি ইস্তফা নিদিয়া? শিল্পীৰ দল ভঙ্গ কৰি নিদিয়া কিয়? আৰু কিয় এই গোটেই বিষয়টো শেষ কৰি নেপেলোৱা?" তেওঁ গুণগুণাই ক'লে।

অনেক সময় ধৰি মৃগাবৰণীয়া বিষাদাচ্ছন্ন চকুহালিৰে প্রিয়তমালৈ চাই থাকি শেহত ক'লে "চিলেটি, তোমাৰ মনত পৰেনে দুইজাৰলেগুত সেই দিনা তুমি মোক কৈছিলা যে মই লিপজিগলৈ আহিব লাগে, আৰু তেতিয়া মোৰ তোমাৰ ওপৰত খং উঠিছিল: কাৰণ মই যাব খুজিছিলো বাৰ্লিনলৈ। তুমি লিপজিগ্‌লৈ মই মাত্র আহিব লাগে এইটো তোমাৰ অনুভৱ হৈছে বুলি কোৱাৰ বাহিৰে আন একো কাৰণ দেখুৱাব পৰা নাছিলা তুমি। এবা, এতিয়াও অনুৰূপ ভাকেই হৈছে—মোৰ এটা ভাব হৈছে…এইটো কি মই যদি জানো হয়তো মোক ফাঁচী দিব। কিন্তু কিহবাই মোক কৈছে মই নিশ্চয় আৰু অলপদিন ধৈৰ্য্যৰে সৈতে লাগি থাকিব লাগিব, ঠিক আৰু অলপ দিন…"

সৰু আৰু সন্দেহাবৃত্ত মাতেৰে তেওঁ ক'লে "হয়তো ঈশ্বৰ আমাৰ

সহায়ৰবাবে আহিব। কেতিয়াবা মোৰ ভাব হয় তেওঁ যেন আমাক এৰা দিছে!" প্ৰথম বাৰৰ বাবে তেওঁৰ বিশ্বাস লৰিল।

আৰু এইবাৰ আশ্চৰ্য্য হোৱাৰ পাল চেচিলীৰ। কেলিস্কে ক'লে "নাই কৰা সোণজনী, তেওঁ আমাক এৰা নিদিয়ে। এইটো দেখাত তেনে যেন অৱশ্যে লাগে, কিন্তু কেনেবাকৈ তেওঁ পোনাই দিব। কেনেকৈ মোক তুমি সুসুধিবা, মই আনকি কল্পনাও কৰিব পৰা নাই। কেনেকৈ তেওঁ আমাক সহায় কৰিব, অদ্ভুত উপায়েৰে হলেও আনকি। কিন্তু তেওঁ কৰিব, তুমি দেখিবা।" মুহূৰ্ত্তৰ কাৰণে অতীতৰ তেওঁৰ ৰগৰৰ ভাবৰ নিস্তেজ প্ৰতিধ্বনি হ'ল; তেওঁ কলে "মই মাত্ৰ ইচ্ছা কৰিছো তেওঁ যেন অলপ খৰ কৰে।" আৰু সেই কাৰণে পাছদিনা পুনৰা তেওঁ পুনৰ লিপজিগলৈ আহিল। কাম কৰি থকাৰ বিষয়ে তেওঁ নিজকে আৰু বুজাবলৈ অধিক চেষ্টা নকৰিলে। হয়তো তেওঁ নিস্তেজ আমোদেৰে সৈতে ভাবিছিল তেওঁ এটা স্তৰ পাইছেহি যত তেওঁ কোনো সিদ্ধান্তই কৰিব নোৱাৰে। আনকি এইয়া বন্ধ কৰি দিয়াও। তেওঁৰ যুক্তিবোৰে তেওঁক কৈছিল ইয়াত কোনো আশা নাই আৰু তেওঁৰ এই সংগ্ৰাম নিৰাশাজনক। ক্ৰিড়াৰত প্ৰতিযোগীৰ দৰে পিঠিৰ তলৰ মজিয়াৰ কঠিন গাদীখনৰ বাবে তেওঁ ব্যাকুল হৈছিল। যিহৰ পৰা তেওঁ জানিব পাৰিব যে তেওঁৰ শেষটো আহিল আৰু তেওঁ এতিয়া ত্যাগ কৰিব পাৰে। তেতিয়া এই বিলাক পাহৰি তেওঁ টোপনি যাব পাৰে। কিন্তু এতিয়া নহয়, যেতিয়ালৈকে কৰিবলৈ একোকে নেথাকিব মাত্ৰ আগবাঢ়িব লাগিব, সন্মুখলৈ খেপিয়াব লাগিব, যি গোপন অনুভবে তেওঁক কৈছিল আৰু অলপ সময় একাগ্ৰপতীয়াকৈ লাগি থাকিবলৈ—ঠিক আৰু অলপ সময় সেই অনুভবৰ ওপৰত আস্থা ৰাখি......

এদিন নিশা খাবৰ সময়ত তেওঁ মেগডালেনাৰ গালত প্ৰহাৰৰ কালশিৰা দেখা পালে। তাই ডাঠ মলমৰ প্ৰলেপ আৰু পাউডাৰেৰে এইটো ঢাকিবলৈ চেষ্টা কৰিছিল, কিন্তু সফল নহ'ল। এইবোৰৰ মাজেদি বঙা দাগটো দেখা গ'ল। আৰু মেগডালেনাই টেনজাৰক এতিয়া কৈছিল কেনেকৈ ঘৰৰ খট্‌খটিৰ পৰা পৰি এই দাগটো আৰু

কৰিলে। এইটো ইমান মিছা কথা আছিল যে অবিশ্বাসত মিস্ত্ৰীজনে নিজৰ কাণ খনকে চিকুটি দিলে।

অৱশেহত তেওঁ ক'লে "এইটোৰ যত্ন লবা। হাতেৰে খোজ কঢ়া হলেহে খটখটিৰ পৰা পৰিগৈ এই দাগটো হলগৈ হেতেন। মই এইবোৰ দাগ্ চাবলৈ ভাল নেপাওঁ। এইটো তোমাৰ মতে আঁকিব লাগিছিল তোমাৰ পিঠিৰ ফালে।" খোৱা শেষ হ'ল। ফেলিস্কে তাইক তেওঁৰ অফিচলৈ মাতিলে। খন্তেক পাছত দুৱাৰত এক ভীৰু টোকৰ পৰিল।

"বহা মেগডালেনা, এতিয়া মোক সত্য কথাটো কোৱা।" কোমলকৈ তেওঁ ক'লে।

মাঁনুহজনীৰ সাহস হেৰাল।

"যোৱা নিশা মই আখৰাৰ পৰা উভতি ঘৰলৈ যাওঁতে এটা মানুহে মোক আক্ৰমণ কৰিলে। দুৱাৰৰ পাছফালে সি লুকায় আছিল।"

"তুমি জিলাৰ মাৰ্শ্বেলৰ গুৰিলৈ গৈ নালিচ কৰিছাগৈনে নাই ?" ধাতুৰ নিৰ্ম্মিত মমৰ গছাঁত জ্বলি থকা শিখালৈ চায় বিমৰ্ষ ভাবে হাঁহি ক'লে "আপুনি নেজানে, মই যদি হেনাৰ ওচৰলৈ যাওঁ তেওঁ কি ক'ব, আৰু যেতিয়ালৈকে মোৰ পেটলৈ টন্‌চিল কিটা সোমায় নেযাব তেতিয়া-লৈকে তেওঁ মোক গাত ধৰি জোকাৰি কৈ থাকিব 'তুমি জঘন্য মূৰ্খ, এনেকুৱা ধৰণৰ কিবা এটা ঘটিব বুলি মই তোমাক আগতেই কৈছিলো' —তাকেই ক'ব হেন্‌চ্ পলডেনে। আৰু তেওঁৰ কথা সচাঁ হ'ল—কাৰণ তেওঁ মোক সাৱধান কৰি দিছিল।" তাই মনোৰম মুখকান্তিৰে সৈতে ফেলিস্কৰ ফালে ঘূৰি এটা বেজাৰৰ হাঁহি মাৰিলে।

"আপুনি বুজিছে মাননীয়, ডাইৰেক্টৰ, দুবছৰৰ আগতে মই আৰু হেন্‌চ একেলগে অহা-যোৱা কৰিছিলো।. তেতিয়া মই অপেক্ষাকৃত কমবয়সীয়া আৰু বেচ লাহি আছিলো। তেওঁ মোক বিয়া কৰাব খুজিছিল। আপুনি জানেই অভিনেত্ৰীৰ বিষয়ে মানুহৰ ধাৰণা কি, আৰু মই বুজিছিলো হেন্‌চক চাকৰী জীৱনত ই অপকাৰ কৰিব। সেই কাৰণে মই তেওঁক বিবাহিতা বুলি মিছাকৈ ক'লো। সেই কাৰণে এইটোৰ ইমানতেই অন্ত পৰিল। যোৱাবছৰ তেওঁ প্ৰধান মাৰ্শ্বেল হ'ল।

একে অঞ্চলতে আমি যদিও বাস কৰিছো তথাপি তেওঁক আৰু মই অধিক দেখা সাক্ষাৎ নকৰা হলো। মাজে সময়ে গধূলি তেওঁ মোক দেখা কৰিবলৈ আহে। তেওঁক মই খাবলৈ কিবা কিবি দিওঁ। এতিয়া আপুনি বুজিছে নহয় মই তেওঁৰ ওচৰলৈ গৈ কিয় নালিচ কৰিবগৈ নোৱাৰোঁ। তেওঁ মোক মাৰি পেলাব।" স্নেহ পৰায়ণতাৰে কিন্তু কঠোৰভাবে ফেলিস্কে ক'লে "এতিয়াৰ পৰা তুমি ইয়াত থাকিব লাগিব বুজিছানে তুমি? শ্ৰীমতী মেগ্তেলচনে তোমাৰ আল ধৰিব। এনেধৰণৰ কামত তেওঁ নিপুন। প্ৰয়োজন হ'লে তেওঁ চিকিৎসকো আনিব। আৰু অনুগ্ৰহ কৰি কিছুদিন তুমি আখৰালৈ নাহিবা। এইটো যেনে হৈছেগৈ গায়ক-গায়িকা সকলে দেখিলে ভয়েই খাব।"

মৌন ভাবে মুৰ দুপিয়ায় তাই আমনি দিয়াৰ কাৰণে ক্ষমা খুজি ক'লে—"আপুনি যিহকেই কয়—তাকেই কৰিম। মনত পৰিছে বৰ-দিনত আপুনি ইয়াত থাকি যাবলৈ মোক কৈছিল। তেতিয়া মই ভয় খোৱা নাছিলো, এতিয়া মই ভয় খাইছোঁ, সঁচাকৈয়ে মই ভয় খাইছোঁ।" তাইৰ মাত কপিঁছিল।

"আপুনিও ডাইৰেক্টৰ, আপুনিও সতৰ্ক হোৱা ভাল, এইবাৰ সিহঁত প্ৰকৃত ব্যগ্ৰ অৱস্থাত।"

তাই দুৱাৰ মুখলৈকে কেইখোজমান গৈ পুনৰ ঘূৰি চাই এটা আচৰিত হাঁহি মাৰিলে—"আচৰিত, এইদৰে আমি পুনৰ লগ হোৱাটো, তাৰোপৰি ইমানবোৰ বছৰৰ পাছত। মই বুজিছোঁ, আপোনাৰ মনত পৰা নাই, কিন্তু এনিশা ফ্ৰেডেৰিকত মঞ্চৰ এটা কোণৰ পৰা আমালৈ চাই আপুনি থিয় হৈ আছিল। আৰু মোৰ পালটোৰ বাবে মই বৈ আছিলো। মই আপোনাক মোৰ কিলাকুটিটোৰে খুন্দামাৰি দিছিলো হয় আপুনি পাছে মোলৈ চাবনি এটা দলিয়ায়ো নিদিলে। হে ভগবান, আপুনি ইমান দেখনিয়াৰ আছিল! আমি সকলোৱে আমাক হিংসা কৰিছিলো। কিন্তু তাই সদায়েই আছিল ভাগ্যৱতী। আনকি তাই নিজৰ কাৰণে এজন স্বামীও বিচাৰি ললেগৈ"—তাই হুমুনিয়াহ এৰি কান্ধটো জোকাৰি দুৱাৰখন খুলি শুভৰাত্ৰি জনায় গলগৈ।

খন্তেক পৰ তেওঁ অন্যমনস্কভাবে মমডালৰ কঁপি থকা অগ্নিশিখালৈ দৃষ্টিপাত কৰিলে। অস্পষ্ট স্মৃতি তেওঁৰ মনত সুপ্ত হৈ উঠিল। ফ্রেডেৰিক থিয়েটাৰ, আনা ক্রাম্পাঙ্গল...লিপ্ জিগ...

ইমান মুক্ত আৰু আস্থাভৰা সেই জীৱন আছিল—সঁচাকৈয়ে এই জীৱন তেওঁৰ কেতিয়াবা আছিল নে? সঁচাকৈয়ে এইয়া তেৱেঁই আছিল নে? সবলে তেওঁ নিজকে উত্তোলিত কৰি আখৰাৰ খোটালী—টোলৈ আহিল।

সেই নিশা অফিচ খোটালীটোলৈ আহি হাণ্ডলিটজক তেওঁৰ মেজত কাম কৰি থকা পালেহি। ফেলিস্কে ক'লে "মই ভাবিছিলো আপুনি ঘৰলৈ গ'লগৈ বুলিহে।"

"মই বাকী থকা শেষ কামখিনি অন্তকৰি এইমাত্র যাব খুজিছিলোহে, আখৰা বাৰু কেনে হ'ল?"

উদাসভাবে ফেলিস্কে ক'লে "পঞ্চাশজনো নাই হোৱা, সিহঁতে এঁতিয়াও গায়, কিন্তু নিষ্প্রাণ, বহ্নিশিখা সুমাল, এইটো শেষ হ'ল। প্রসঙ্গক্রমে যোৱা নিশা মেগভালেনাক মাৰিলে।"

"নিশা খাবৰ সময়ত মই তাইৰ দাগটো দেখিছিলো হয়—"বেঙ্কৰ মালিকজনৰ কথাৰ সুৰত আছিল ভৎসনাৰ ইঙ্গিত। কিন্তু তেওঁ সমালোচনা নকৰিলে।

তেওঁ চকীখনৰ পৰা উঠিল। ফেলিস্কে তেওঁক গধুৰ জাৰকালিৰ কোটটো পিন্ধাত সহায় কৰি দিলে। দুয়ো তললৈ নামি আহিল। দুৱাৰ মুখত ফেলিস্কে লেমচাকি ললে আৰু নির্জ্জন ৰতাহৰ বিপৰীতে গোঁজামাৰি তেওঁবিলাক চোতালখন পাৰ হৈ গ'ল। বাগীখনৰ দুৱাৰ-খন বন্ধ কৰি দিওঁতে ফেলিস্কে ক'লে "এই সকলোবোৰ কেনেদৰে শেষ হ'বগৈ ভাবি মই আচৰিত হৈছো। অনুগ্রহ কৰি সাৱধান হব—ডাঙৰীয়া।"

বেঙ্কৰ মালিকজনে খিড়িকীৰ ফ্রেইমেদি শীর্ণ মুখমণ্ডল বাহিৰলৈ উলিয়াই ক'লে "মোৰ প্রিয় ফেলিস্ক, মোৰ আৰু বয়সৰ কাৰণে চিন্তা নাই। যাওক, আৰু শোৱকগৈ। এইয়া আপোনাৰ প্রয়োজন হৈছে।"

হাতত লেমটো লৈ ঘৰটোলৈ উভতি আহি কাঠৰ খটখটিয়েদি ওপৰলৈ যেতিয়া ক্লান্ত পদক্ষেপেৰে উঠি গৈ শোৱনী কোঠাৰ ফালে আগবাঢ়িছিল তেতিয়া তেওঁ নিজৰ খোটালীৰ মেজৰ ওপৰত তেতিয়াও জ্বলি থকা মমডাললৈ মন কৰিলে। তেওঁ বহ্নিশিখা ফু মাৰি নুমাই দিব খোজোঁতে দেখিলে কাৰ্লব্লিঙ্গমেনৰ এখন চিঠি। বন্ধুৰ সুন্দৰ আখৰ তেওঁ চিনিবি পাৰিলে। তেওঁ মমৰ মোহৰটো ভাঙি চিঠিখন খুলি পঢ়িবলৈ আৰম্ভ কৰিলে—মুখখন তেওঁৰ শিথিল হৈ পৰিল আৰু বাউসীটো তেওঁৰ কাষলৈ পিছলি আহিল। লাহেকৈ তেওঁ ক'লে—"তাইৰ মৃত্যু হ'ল।" সন্মুখত থকা তেওঁ নিজৰ ছাঁটোলৈ তেওঁ চালে—। "এৰা তাই ঢুকাল···ঈশ্বৰক ধন্যবাদ ততালিকে তাইৰ মৃত্যু হ'ল। এগিনবাৰ্গ ৰোডত লুটি খায় বাগৰি গৈ তলৰ গভীৰ আৰু সঙ্কীৰ্ণ গিৰিখাত তাইৰ বাগীখন যেতিয়াই পৰিছিলগৈ তেতিয়াই তাইৰ মৃত্যু হ'ল। কেনেবাকৈ এইটো মিলি গৈছিল যে তাইৰ অঘৰী জীৱনৰ দৰেই মৃত্যুও তাইৰ বাটতে হ'ল। তাইৰ লগতে যোৱা ৰমলাৰ কেই ঘণ্টামান পাছত মৃত্যু ঘটিছিল। বেচেৰি ৰমলা···অসন্তোষেৰে ভোৰ-ভোৰায় থকা, স্নেহশীলা আৰু শেহলৈকে বিশ্বাসী হৈ থকা···

"ডাঙৰীয়া···মই কুমাৰী মেৰীক প্ৰণতি কৰি আপোনাক কৈছো···"

তেওঁ সুঁৱৰিবলৈ যত্ন কৰিলে কেৰিংটোন প্ৰাসাদ, জুৰিৰ পাৰৰ সেই খেৰৰ পজাঁঘৰ, ড্ৰেছডেনত প্ৰথম নিশা তেওঁৰ বাবে অপেক্ষাৰত মেৰীয়াৰ কথাবোৰ। তেওঁৰ হৃদয়ত প্ৰতিমূৰ্ত্তিবোৰ মাত্ৰ একাঙ্গীভূত হৈছিল। গভীৰতম ভাবে চিন্তা কৰিবলৈকো তেওঁ হৈছিল শ্ৰান্ত। যন্ত্ৰণা ভূঞ্জিবলৈ তোমাৰ অৱশ্যে থাকিব লাগিব স্বাস্থ্য। পিয়ানোটোৰ ওচৰলৈ আহি তেওঁ এটা চাবিত মৃদু চাব দিলে। এই চাবিটোত তাই হাঁহিছিল। এই কথা তেওঁ সেই দিনামাত্ৰ তিনিমাহ পূৰ্ব্বে মন কৰিছিল—কিন্তু এইটো বহুত বছৰ যেন লাগিছে—ভোগেলওৱেইডৰ ছাবিৱনিখনৰ মাজেৰে বাগীত উঠি ফুৰিবলৈ যোৱা কথাবোৰ······স্পষ্ট ভাবে তাইৰ হাঁহি তেওঁৰ কাণত ধ্বনিত হ'ল—তেওঁৰ চকুৰ আগত ভাহি উঠিল তাইৰ মুখচ্ছবি। সেইবোৰ নিঃচিহ্নহৈ গ'ল—সেই

হাঁহি আৰু মুখ······শূন্যলৈ হুইকি গৈ, ক্রমাৎ অনুজ্জ্বল হৈ মিহলি হৈ গ'ল শূন্য গর্ভত, য'ৰ পৰা মুহূর্ত্তৰ কাৰণে এইবোৰ উঠি আহিছিল। তাৰ পাছত সিইঁত গ'লগৈ।

শেহত দেৱালত তেওঁৰ ছাঁটোৰ বাহিৰে আৰু একো নাছিল। মেজখনত জ্বলিথকা শিখাৰ শেহ প্রান্তত বিষাদিত ভাবে আলসুৱা বিদায়ত জ্বলিছিল হালধীয়া জ্যোতিৰেখা।

এদিন আবেলি পৰত চেচিলী আৰু হাওলিট্রজ দুয়ো অফিচ খোটালীত বহি থাকি নিজ নিজ কামত মনোনিবেশ কৰাৰ ভাও জুৰি আছিল। চেচিলীয়ে উল গোঁঠনি খনৰ পৰা চকু নোতোলাকৈয়ে সুধিলে "এই বতাহ জাক বাৰু কেতিয়া বন্ধ হ'ব বুলি আপুনি ভাবে ?" তেৱেঁা খাপ খোৱাকৈ উত্তৰটো দিলে, "মই এইটো সন্দেহ কৰোঁ।"

সচৰাচৰ থকাৰ দৰেই তেওঁ হিচাববহীত লিখি আছিল যদিও সাধাৰণতে থকাৰ দৰে ঠিক থাকিব পৰা নাছিল। কলমটোৰ আগটো কামুৰি, নস্য টেমাটোৰ পৰা অকণমান নস্যগুড়ি নাকত লৈ তেওঁ খিড়িকীখনেদি চাই থাকোঁতে চেচিলীয়ে ধেমালিৰ সুৰে ক'লে "সেই বিষয়বোৰ লৈ আমনি পাইছে নহয় জানো ?"

উত্তৰত তেওঁ গুমৰিলে আৰু নস্যৰটেমাটোৰ সাফঁৰখন তেওঁ হঠাতে কট্‌কৰি বন্ধ কৰি অলপ সময় তেওঁ কামত মন দিয়া যেন দেখা গ'ল। কিন্তু সোনকালেই স্নায়বিক দুর্ব্বলতাই নিজেই বিশ্বাস ঘাটকতা কৰিলে।

"কি হ'ল ?"

এইবাৰ চেচিলীয়ে নিজৰ হাতকিখন কোলাৰ ওপৰত থৈ তেওঁলৈ চাই ক'লে "এই পুৱাৰে পৰা আপুনি অস্থিৰ হৈ আছে আৰু বৰ আচৰিত ধৰণৰ আচৰণবোৰ কৰিছে। ইয়াত থকা প্রত্যেকৰ দৰে কিবা ৰূপে আপুনিও ভাঙিবলৈ ধৰিছেনেকি ? আহকচোন, মোক কওক কিনো হৈছে।" সুচিন্তিত ভাবে তেওঁৰ ফালে চাই হাওলিটজে ক'লে "মই ক'ব লাগিব। এই পুৱা এটা উত্তেজক খবৰ পাইছোঁ যে ফেলিস্কক আঘাত কৰিছে। মোৰ প্রধান কোয়াধ্যক্ষই খবৰটো দিছে।" চেচিলীৰ

মুখমণ্ডল বগা হৈ যোৱা দেখি তেওঁ খৰখৰকৈ ক'লে "সাংঘাতিক একো নহয়। গিৱানভাজত সোমাওঁতে কোনোবা এটাই তেওঁলৈ শিলগুটি দলিয়াইছিল।" তেওঁ ঘপহ কৈ থিয় হৈ শোৱনী খোটালীৰ ফালে দৌৰি গ'ল। পাছৰ পৰা মাতিবলৈ তেতিয়াও সময় আছিল। "অনুগ্ৰহ কৰি চেচিলী নেযাবা……" কিন্তু ইতিমধ্যেই তেওঁ অফিচৰ পৰা বাহিৰ হৈ গৈছিল।

কেইমিনিট মান পাছত হতাহত ডেউকাৰ দৰে কোবোৱা সেউজীয়া গলাবন্ধখন মেৰিয়াই লৈ টেনজানে চাবিটা ভৰি একেলগে তুলি জপিয়ায় যোৱা ঘোৰাঁৰ ওপৰত চাবুক মাৰিলে আৰু ৰিওড্‌নিটজৰ আলিবাটেদি ক্ষীপ্ৰগতিৰে চেচিলী যাবলৈ ধৰিলে। ৰৰফত গোট মৰা নিৰ্দ্দিষ্ট পথেৰে যেতিয়া বিশাল হালধীয়া চকাকেইটাই খুন্দিয়াই আৰু জপিয়ায় গৈছিল তেতিয়া একোণত যেনেতেনে ভাবে বহি শিলযেন টান হৈ যোৱা আৰু চৰম অৱস্থাত থকা চকুহালি আৰু বগা মুখ মণ্ডলেৰে সৈতে তেওঁ বাগীৰ খিড়কীয়েদি বিজুলী বেগেৰে দেখা পোৱা গছ-বিৰিখবোৰলৈ চাইছিল।

সেই একে সময়তে গিৱানভাজত তেওঁৰ অফিচ খোটালীটোত বহি ফেলিস্কে বাহিৰলৈ চাই আছিল। তেওঁৰ গালৰ গভীৰ ক্ষতডোখৰৰ পৰা তেজ ওলোৱা তেতিয়ালৈ বন্ধ হৈছিল। কিন্তু হম্‌হমনি কমা নাছিল। মাজে সময়ে যন্ত্ৰণাত মুখখন কোঁচখায় গৈছিল। এৰা, এইটো আৰম্ভ হ'ল—এই ভীতি প্ৰদৰ্শনৰ পাঁছত আঘাত কৰাটো। প্ৰথমে মেগডালেনা এতিয়া তেওঁ নিজে কালিলৈ—দুৱাৰৰ কজ্জাটো ঘূৰিলে। লৰালৰিকৈ লাট বাহাদুৰ মুলাৰ কোঠাটোলৈ পিছলি আহি দুৱাৰখন বন্ধ কৰিলে। তাৰপাছতহে তেওঁ ভত পোৱা যেন লাগিল।

অন্তৰঙ্গ ভাবে তেওঁ সুধিলে "মই বহিব পাৰোনে?" তেওঁৰ আবিৰ্ভাবত ফেলিস্কে উচাপ্‌ খায় উঠিছিল। নিজৰ প্ৰকৃত বয়স যি সকলে তেওঁবিলাকৰ দুৰ্দ্দান্ত আচৰণৰ অন্তৰালত লুকুৱাই ৰাখিব পাৰে—তেনেলোকৰ ভিতৰৰে মুলাৰ একজন আছিল। কিন্তু এতিয়া কোনো দুৰ্দ্দমতা নাছিল। মাত্ৰ আছিল ভাগৰ আৰু

ভয়। তেওঁৰ ওজন কমি গৈছিল, তেওঁৰ কোমল চৰ্বিময় গালখনৰ মঙহ ওলমি পৰিছিল। তেওঁৰ দেহৰ উজ্বল বৰণটো টক্ টক্ কৰে ৰঙা হৈছিল। হঠাতে তেওঁক বৃদ্ধ যেন লাগিল। ঘপৰাই চকীখনত তেওঁ বহি তেওঁ দলিছা খনলৈ চাই ক'লে "আপুনি জানে এই শিল-ডোখৰৰ বিষয়ে মোৰ নিশ্চয় কৰিব লগা একো নাই! নেজানে নে বাৰু ?"

"মই সেইটো জানো।"

"সেই কাম কোনে কৰিছে মই জানো। যদি আপুনি বিচাৰে মই তাক গ্ৰেপ্তাৰ কৰিবলৈ চেষ্টা কৰিম।"

"কি লাভ হ'ব ? কালিলৈ তাত আন এটা ওলাব।" মূলাৰে উখহি থকা ৰঙা চকু জুৰি তুলি ক'লে "মদ নেখায় জানো ? আপোনাৰ স্নেপ্‌চ নাইবা ব্ৰাণ্ডী ?"

"মাত্ৰ পৰ্ট হে আছে। মই দুঃখিত।"

"কোনো কথা নাই" তেওঁ জিভাৰ আগটোৰে ওঁঠখন চেলেকি ক'লে "ওলগাই মোক এৰিব খুজিছে। যদিহে তাই যাবলৈ হ'লো তেন্তে এই চহৰখনত মই শেষ হৈ যাম।" তেওঁ ব্যাকুলতাৰে কথাবোৰ কবলৈ ধৰিলে। "তাই মেগডালেনাক কোনোবাই আঘাত কৰাৰ কথা গম পাইছো। তাইক আঘাত কৰা মানুহটোক মই এতিয়া গ্ৰেপ্তাৰ কৰিব লাগে। তাই নেজানে যে মই নোৱাৰোঁ। পাঁচ মিনিটৰ ভিতৰতে মোৰ অফিচলৈ কূৰ্গেৰ আহি তাক মোকোলাই নিবহি। তাই মোক কাপুৰুষ আৰু ভণ্ড বুলি কৈছে আৰু তাই আপোনাৰ পিনে যাব খুজিছে।"

ফোঁচ ফোঁচাই উশাহ লৈ থকা ভীতগ্ৰস্ত সন্মুখৰ মানুহজনলৈ ফেলিস্কে চালে। মাত্ৰ কেইমাহমান পূৰ্ব্বে তেওঁবিলাক বন্ধু আছিল। প্ৰায়—

এতিয়া তেওঁবিলাক শত্ৰুশিবিৰত আৰু ভাগ্যৰ পৰিহাসৰ দ্বাৰা দুয়ো আছে হতাশজনক পৰিস্থিতিত। "আপুনি কিয় তাইক পঠিয়াই দিছিয়ে ?"

"তাই নেযায়। আপুনি তাইক নেজানে। তাই আত্মৰক্ষার্থে বেহু নির্ম্মাণ কৰি কলঙ্ক ৰচিব।"

তেওঁ ৰ'ল আৰু জিভাৰ আগেৰে ওঁঠ কিখন চেলেকিলে। তাৰ পাছত শেষ তাছখন খেলা এজন মানুহৰ সুৰে তেওঁ অস্ফুত ভাবে ক'লে—"চাওক মেণ্ডেলচন, মই আপোনাৰ লগত এটা চুক্তি কৰিম—যেতিয়া তাই আপোনাৰ তালৈ যাব তাইক তেতিয়া আপুনি পঠিয়াই দিব আৰু তাৰ বিনিময়ত মই আপোনাক কম এটা গোপন কথা। প্ৰকৃততে এটা বৰ ডাঙৰ গোপন কথা।"

"অপুনি মোক ক'ব নেলাগে, মই ভাবিছোঁ আপোনাৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালী কেইটাৰ কথা। ইয়াত যথেষ্ট দুঃখ হৈছে। যদি ওলগা আহে মই পঠিয়াই দিম। মই আপোনাক কথা দিলোঁ।" মুলাৰৰ চকুহালিত এক অবিশ্বাস্যৰ জিলিঙনিয়ে বিদ্যুৎ খেলি গ'ল। এইটো কেনে সহজ হৈ গ'ল। তেওঁ গুণ্‌গুনালে "ধন্যবাদ।" "আপুনি এতিয়া যোৱাগৈহে ভাল হ'ব কোনোবা ভিতৰলৈ আহিব পাৰে।"

কোনো উৎকণ্ঠিত বিমোৰ অৱস্থাৰ প্ৰত্যুত্তৰ হিচাবে মেয়ৰজনে বিশাল দেহটোত দোলনি দি অশ্বস্তিৰে উঠি অৱশেহত সন্মুখলৈ হাওলি ফুচফুচায় ক'লে "মই আপোনাক ক'ৰ খুজিছো-ঠিক একে কথাকে—ইহুদী অঞ্চললৈ এটা দস্যুৰ দল কুৰ্গেৰে পঠিয়াবলৈ ঠিক কৰিছে—এই সপ্তাহৰ কোনোবা এটা নিশা। তেওঁবিলাকৰ হাতত থাকিব অস্ত্ৰ-শস্ত্ৰ।"

"আপুনি নিশ্চিত নে?"

"প্ৰধান মাৰ্শ্বেলে মোক কৈছিল। বেভেৰিয়াৰ পৰা জাহাজেদি কুৰ্গেৰলৈ অস্ত্ৰ-শস্ত্ৰ পঠোৱা তেওঁ দেখিছে। মই আপোনাক কৈছিলো নহয় মানুহটো বলীয়া।"

"কিয়নো আপুনি তেওঁক গ্ৰেপ্তাৰ কৰিব নোৱাৰে?" "কিহৰ ভিত্তিত? আই ওলালে দেখাপোৱাৰ দৰে বলিয়ালী দেখা নেপায় নহয়? আৰু এই অস্ত্ৰ-শস্ত্ৰ কিহৰ কাৰণে কেনেকৈ প্ৰমাণ কৰিম? যদিহে চুক্তিনামাৰ বিবৃতি, কিছু কাগজপত্ৰ মোৰ হাতত থাকিলহেতেন, মই চেষ্টা কৰি চাব পাৰিলোহেতেন—"তেওঁ থিয় হ'ল।

"যেই হওক, এতিয়া আপুনি গম পালেই। যি ইচ্ছা হয় কৰক।"

"ধন্যবাদ খ্ৰীষ্টোফো।"

মেজৰ ওচৰত মুলাৰ ব'লহি। "মই নেজানো এইটো শেষ কেনেকৈ হ'ব?" চেপা সুৰে তেওঁ প্ৰায় খোকা-খুকিকৈ ক'লে। "কিন্তু আপোনাক ক'ব খুজিছোঁ, যিবোৰ ঘটিল তাৰ বাবে মই দুঃখিত। হয়তো কোনোবা দিনা আমি বন্ধু হ'ব পাৰিমগৈ"। "হয়তো পাৰিব"—তেওঁ দুৱাৰখন খুলি হলঘৰটোলৈ জুমি চাই ক'লে—"এইয়া ঠিক আছে, আপুনি এতিয়া যাব পাৰে।" মেয়ৰজনৰ প্ৰস্থানৰ পাছত ফেলিস্কে দুৱাৰখন বন্ধ কৰি তেওঁৰ মেজলৈ উভতি আহিল।

চকীখনত আওজি বহি তেওঁ ভাবিলে—"এৰা এইটোৱেই শেষ আছিল—" তেওঁ ব্যাকুল হোৱা এই কঠিন মজিয়াৰ গাদীখন এইবাৰ তেওঁ এৰি দিব পাৰে, এইবাৰ ইয়াত কোনো সন্দেহ নাই—কোনো দ্বিধা নাই। তেওঁ নিশ্চয় বিসৰ্জ্জন দিব লাগিব। ইস্তফা পত্ৰ তেওঁ কালিলৈ লিখিব। হঠাতে দেখি উচাপ খালে যে চেচিলী প্ৰবল বেগেৰে দৌৰি আহিছিল।

তেওঁ কলে "মই এই ডোখৰ চাব খুজিছোঁ।"

তেওঁ কিবা কোৱাৰ আগতেই চেচিলী তেওঁৰ বঙা দাগটোৰ ওপৰলৈ হাউলি আহিল।

"ফেলিস্ক, মই বিচাৰিছোঁ তুমি ইস্তফা দিব লাগে নহলে আমি দুয়োকে মাৰি পেলাব" তেওঁ পোন হৈ ক'লে।

"এৰা, সোণজনী, কালিলৈ—তুমি ইয়ালৈ অহাটো মই বাঞ্ছা কৰা নাছিলো।" লৰালৰিকৈ তেওঁ দেৱালৰ পিনে গৈ থাপ মাৰি তেওঁ হেঙ্গাৰডালৰ পৰা টুপী আৰু কেইপটো লৈ ক'লে—"মই তোমাক কৈছিলো—" তলৰ চোতালত হোৱা গুনগুণনি শুনি কথাৰ মাজতে তেওঁ ৰঠৰ লাগিল।

"হে ভগবান—কি সেইয়া?"

"একো নহয়—আহাঁ আমি যাওঁহক।"

কিন্তু ইতিমধ্যেই চেচিলী আহি গোপনে তললৈ চাই খিড়িকী

খনেদি দেখিলে উন্মত্ত লোকৰ এক সমাবেশ আৰু টেনজানে হাতত তুলি লোৱা চাবুকডালি। "সেইবোৰ নো কোন?"

কৰ্কশভাবে চেচিলীক এটা জোকাৰ দি তেওঁ খিৰিকীৰ পৰা আঁতৰাই আনিলে।

চেচিলীৰ হাতৰ মনিবন্ধত ধৰি টানি আনি ক'লে "তুমি পিছফালৰ বাটেদি তললৈ যোৱাগৈ আৰু কোণৰ গেটখনতে ৰ'বাগৈ। তাত সিহঁত গোট খাব নোৱাৰে। বাটটো অতি ঠেক। আমি গৈ তাৰ পৰা তোমাক লৈ যামগৈ।

"মই নেযাওঁ।"

"মই যেনেদৰে কৈছো—তেনেদৰে কৰা।"

"মই তোমাৰ লগত তললৈ যাব খুজিছো।"

"মোৰ লগত তুমি যোৱাটো মই বিচৰা নাই।"

"তেন্তে মই ইয়াতে থাকিম।" এটা শিশুৰ চৈতন্যহীন অবিচলিত বিবোধিতাৰে তেওঁ ক'লে।

খণ্ডৰ ভমকত এক চেকেণ্ড কি দুই চেকেণ্ডমান ফেলিক্সে দাঁত কৰচি চেচিলীক কিলাবনেকি ভাবিলে। চেচিলীয়ে লেউ সেউ হৈ তেওঁক মৰমেৰে নিজৰ কাষলৈ টানি আনি ক'লে "অনুগ্ৰহ কৰি মোক তোমাৰ লগতে লৈ যোৱা।" তেওঁ অধৈৰ্য্য হৈ ক্ষীপ্ৰভাবে ক'লে "তুমি নোৱাৰা, তুমি দেখা নাই জানো।"

"অনুগ্ৰহ কৰি ফেলিক্স!"

"ঠিক আছে বাৰু।" তেওঁ চেচিলীৰ হাতৰ মণিবন্ধত ধৰি ক'লে "তুমি অতি সাংঘাতিক বেয়াকৈ চাল খুৱাই দিব পৰা বুজিছানে আটাইতকৈ অধিক—"

কথা কৈ থাকোঁতে ফেলিক্সে চেচিলীক এনেধৰণে ঠেলি-হেঁচুকি লৈ গৈছিল যে উন্মুক্ত হৈ থকা হাতখনেৰে তেওঁ টুপীটো দৃঢ়ভাৱে খামুচি ধৰিলে। ফেলিক্সে দুৱাৰখন বন্ধ কৰোঁতে খিড়িকী ভেদ কৰি ভঙা আইনাৰ এজাক বৰষুণ হ'ল।

চেচিলীৰ কান্ধটো খামুচি ধৰি তেওঁ ক'লে" তুমি বুজিছানে তুমি

তললৈ অহা মই কিয় বিচৰা নাছিলো।"

চেচিলীয়ে মুৰটো জোকাকি ক'লে "প্ৰিয়তম, ড্ৰেছভেনলৈ মনত পৰেনে? ভালেই হওক নহলে শোচনীয়েই হওক।"

তেওঁৰ কোনো কথাই চেচিলীৰ মনৰ পৰিবৰ্ত্তন ঘটাব নোৱাৰিলে।

"ভাল বাৰু চেচিলী, মোৰ বাহুত ধৰা।"

পৰিত্যক্ত কৰিডোৰটোৱেদি তেওঁবিলাক নিৰৱে খোজ কাঢ়ি গৈ প্ৰবেশৰ বাবে থকা দুৱাৰ খুলি ওচৰা-ওচৰিকৈ সম্পূৰ্ণ ভাবে দেখা পোৱা ঠাইত খন্তেক পৰ থিয় দিলেগৈ। তেওঁৰ বাউসীঁৰ ওপৰত চেচিলীৰ হাতখন কঁপিছিল যদিও মুখত ভয়ৰ চিন দেখা নগৈছিল।

চেচিলীৰ আবিৰ্ভাবে সৃষ্টি কৰিলে এক উত্তেজনা। তেওঁক দেখা পাবলৈ সিহঁতে আশা কৰা নাছিল। চেচিলীৰ ৰূপলাবণ্যই সিহঁতক পেপুৱা লগালে। উদ্দেশ্যত আউল লাগিল। ফেলিক্সৰ বাউসীৰ ওপৰত ভৰদি চেচিলী যেতিয়া ধীৰ ভাবে প্ৰশস্ত খটখটিয়েদি তললৈ নামিছিল সিহঁতে তেওঁৰ দেহকান্তিৰ অপৰূপ ৰূপৰাশি দেখি তধামধা খালে। সিহঁতে তেওঁবিলাকক চেৰাই যাওঁতে অবাক বিস্ময়েৰে তেওঁলৈ মুখ মেলি চাই গৈছিল আৰু এটা মানুহে অমনোযোগীতাৰে তাৰ টুপীটোকে ডাঙিলে।

ৰাগীখনৰ মাজত তেওঁবিলাক অদৃশ্য হৈ যোৱাৰ লগে লগে সম্মোহনৰো অন্ত পৰিল। ৰাগীৰ খিড়িকীয়েদি মানুহবোৰে বিকৃত ভাবে হেচাঁদি জুমি চালে। ঘোৰাঁই ঘাহ পাগুলি থাকোতে লেগামত খামুচি ধৰিলেহি নিশকটীয়া দীঘল আৰু অশোভনীয় সৰু সৰু কঠিন নোম থকা এটা মানুহে। ৰৰণীৰ ছিপেৰে মাছ ধৰা মানুহ এজনৰ ভঙ্গীৰে টেনজানে সন্মুখলৈ হাওলি চাবুকডাল খুলি ল'লে। যেতিয়া কুণ্ডলীটোৱে তাৰ মুখৰ ওপৰত এটা ৰঙা চেকা বহুৱালে মানুহটোৱে তাৰ খামোচটো ঢিলাই দি যন্ত্ৰণাৰে গেঙালে। ফুলিউঠা নাকৰ বিদ্ধা আৰু আক্ৰমণাত্মক খুড়াবোৰেৰে চকাত ৰাদ্ধখাই থকা যন্ত্ৰণাৰে সৈতে ঘোঁৰা কেইটাই দলটোৰ ওপৰত জাপ দিলে। আধামিনিটতকৈয়ো কম সময়ৰ ভিতৰতে ৰাগীখন চোতালৰ পৰা আধা বাট পালেহি।

দপদপাই থকা উন্মত্ত দলটোলৈ খিড়িকীয়েদি জুমিচাই চেচিলীয়ে ক'লে "ফেলিস্ক মোৰ ভয় লাগিছে। আমি গুচি যাওঁগৈ হঁক বলা।" তেওঁ প্রিয়তমাৰ শেতা চেঁচাহাতখন লৈ ধীৰ ভাবে ক'লে—"তুমি এজনী সাহসী ছোৱালী চিলেটা। এই সপ্তাহৰ শেহলৈ আমি থাকিম প্রস্থানৰ পথত। কালি মই শিল্পীৰ দল ভাঙি দিম।" কিন্তু তেওঁৰ শান্ত ভাবে চেচিলীক বঞ্চনা কৰিব নোৱাৰিলে। এইয়া আছিল আৰু তেওঁৰ আশাৰ সমাপ্তি। বশ্যতাৰ মাজেৰে শেষ হ'ল সুদীর্ঘ সংগ্রাম। চেচিলীয়ে তেওঁৰ গাত হেঁচা দি সমবেদনাৰে ক'লে "মই দুঃখিত, তুমি সফলতা লাভ কৰাটো মই ইমানকৈ বিচাৰিছিলো। ই তোমাৰ কাৰণে ইমান অর্থ আছিল।"

লাহেকৈ তেওঁ চেচিলীৰ হাতখনত থপৰিয়ালে। কিন্তু চেচিলীয়ে মন কৰিলে তেওঁৰ চকুজুৰি ঢুলঢুলীয়া হোৱা। কঠিন ভাবে ফেলিস্কৰ ওঁঠজুৰি বন্ধ হৈ গৈছিল, আৰু তেওঁৰ শ্রান্তি দেখি চেচিলীয়ে বুজিব পাৰিছিল—ফেলিস্কৰ হৃদয় যে বিদীর্ণ হৈ গৈছে!

কষ্টেৰে ঢোক গিলি ফেলিস্কে ক'লে "এইটো ঠিক হ'ল। মই ভাবিছিলো এইটো কৰিব পৰা হ'ব। কিন্তু মোৰ ভুল হ'ল। আমাৰ যথাশক্তিৰে আমি কৰিলো। কিন্তু সিহঁত অধিক শক্তিশালী।" চেচিলীৰ ফালে জোৰেৰে টানি অনা এটা হাঁহিৰে চাই ক'লে "আমি দীঘলীয়া বন্ধ পাম আৰু গোটেই বিষয়টো পাহৰি যাম-নহয় জানো?"

"মই ঠিক বুজা নাই। মই ইমানকৈ প্রার্থনা কৰিছিলো—"ভাগি পৰা ঠাবিৰ দৰে তাই বেজাৰেৰে তেওঁৰ বুকুখনত আৱৰি ধৰি স্থিৰ হৈ ৰ'ল। ফেলিস্কে তেওঁক সাৱতি ধৰিলে। আৰু মৌনতাৰ মাজেৰে তেওঁবিলাকে ফাৰ্ম পালেহি।

সোণালী হাতোঁৱাৰ লাখুটীডালেৰে সৈতে উৎকণ্ঠাৰে থুকুৰিয়াই অফিচৰ মজিয়াখনত ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰি হাওলিটজে, তেওঁবিলাক উভতি অহাৰ বাবে অপেক্ষা কৰিছিল।

ফেলিক্স আহি খোটালীটোত সোমোৱা মাত্রকে তেওঁ আচৰিত হৈ

সুধিলে "চেচিলী ভালে আছেনে? তেওঁ বোৱাৰে পৰা মই এক মিনিটো শান্তিৰে থাকিব পৰা নাই। তোমাৰ এই পত্নী মোৰ মৃত্যুৰ কাৰণ হ'ব।" অৱসাদৰ এটা হাঁহিমাৰি ফেলিস্কে ক'লে "আমাৰ দুয়োৰে।"

বিৰক্তি আৰু প্ৰশংসাৰ সানমিহলিৰে গিৱানডাজত চেচিলীয়ে কৰা আচৰণৰ কথা ক'লে আৰু বৃদ্ধলোকজনে মুৰটো জোকাৰি প্ৰেম আৰু অন্তহীন ভাবে ওলোটা ভাবে কাম কৰিব পৰা শক্তি থকাৰ বিষয়ে ক'লে।

তাৰ পাছত ফেলিস্কে মুলাৰৰ আগমন আৰু কুৰ্গেৰে কৰা সিদ্ধান্তৰ বিষয়ে এটা ব্যাখ্যা কৰিলে।

আতঙ্কত বিহ্বল হৈ হাওলিটজে ক'লে-"মানুহটো সচাঁকৈয়ে বলীয়া।" অলপ বৈ পুনৰ ক'লে "এই সঙ্কেতৰ কাৰণে আপোনাক মই কেতিয়াও যথেষ্ট ভাবে ধন্যবাদ দিব নোৱাৰিম। সি আহি পায়হি মানে মাত্ৰ আমি সাজু হ'মহে।"

ফেলিস্কে ধীৰভাবে ক'লে "সিহঁত নাহে। মই মোৰ ইস্তফা পত্ৰ পঠিয়াব খুজিছো আৰু শিল্পীৰ দলটো ভঙ্গ কৰি দিও বুলিছো।" কিছু-সময় হাওলিট্জ মৌন হৈ থকাৰ পাছত অৱশেহত দুখমনেৰে তেওঁ ক'লে—"আপুনি ঠিকেই কৈছে। তাৰ বাহিৰে ইয়াত আৰু কৰিবলগা একো নাই। কুৰ্গেৰৰ আঁচনিৰ মেৰুদণ্ড ভাঙি দিব পৰা এইটোৱেই এক মাত্ৰ উপায়। আপুনি ইস্তফা দিয়াৰ খবৰ আৰু শিল্পীৰ দলটো ভঙ্গ কৰি দিয়াৰ খবৰটো যেতিয়া ৰাষ্ট্ৰ হ'ব তেতিয়া মানুহে হিংসাত্মক কাৰ্য্য সহ্য নকৰিব। ক্ষিপ্ৰ গতিৰে পৰিস্থিতি হ'ব শান্ত। প্ৰত্যেকেই ভাগৰি পৰিছে।"

তেওঁ আবেগ গোপন কৰিবলৈ অকণমান নস্যগুড়ি নাকৰ বিন্ধাত হেচি ভৰায় দিলে। "ইয়াৰ এইদৰে অন্ত পৰিব লগাহোৱাত মই সচাঁকৈয়ে দুখ পাইছোঁ।" ফেলিস্কে একো উত্তৰ নিদিলে। খন্তেক পিছত তেওঁ হাওলিট্জক বাগীলৈ আগবঢ়ায় নি তেওঁক বিদায় দিলে।

বাগীৰ খিড়িকীখন তললৈ নমাই হাওলিট্জে ক'লে "প্ৰসঙ্গক্ৰমে শিল্পী সকলক বিদায় কৰা আৰু এই দুঃসাহসিক কাৰ্য্য বন্ধ কৰা কামত

মোক যোগদান দিবলৈ দিব। বিমান সোনকালে পাৰি সিমান সোনকালে চেচিলাক লৈ আপুনি ইয়াৰপৰা যাওনা হৈ যাওক গৈ। আপোনালোক দুয়ো যেন শেষ হৈ গৈছে।”

বাগীখন অদৃশ্য হৈ যোৱা ফেলিক্সে মন কৰিলে। বাগীৰ কাষত জ্বলি থকা চাকিটো জিলিকি আছিল। বতাহ বন্ধ হোৱা তেওঁ মন কৰি চমক খালে। আকাশৰ পিনে মুৰটো ডাঙোতে অসীম মৃদুতাৰে এজোখৰ হিমানী পুঞ্জ তেওঁৰ নাকৰ আগত পৰিলহি। হাঁহি তেওঁ কাৰ্যলৈ উভতি আহিল। তেওঁ খোটালীটোলৈ সোমায় আহোঁতে অৱশেহত সমাপ্তি হোৱাৰ বাবে স্বস্তি আৰু অস্বস্তিৰ মাজত তেওঁৰ কাৰণে অপেক্ষা কৰি শোৱাপাটীত পৰি থকা চেচিলীক পালেহি। অকৃতকাৰ্য্য আৰু হতাশাৰ মাজত এই সকলোবোৰৰ সমাপ্তি হ’ল। নিৰৱে তেওঁলৈ চাই ফেলিক্স চকীখনত বহিলহি।

“এৰা,” শেহত তেওঁ ক’লে “এইটো হোৱাৰ ঠিক অৰ্থ নাছিল। আমাৰ যে ঘাটি হ’ল, এইটো মই মানি লব পৰা নাই। সঁচাকৈয়ে, সম্পূৰ্ণ ভাৱে আৰু দৃঢ় ভাবে আমাৰ পৰাজয় হ’ল।” তেওঁৰ ওঁঠত বিৰিঙিল এটা শেতা হাঁহি। “আমি আনকি বন্দুকেৰে গুলি কৰি যাবও নোৱাৰিলো, তুমি যে কৈছিলা মনত পৰেনে তোমাৰ? আমি মাত্ৰ অধঃপাতে গলো।

“সেইয়াই সকলো। অনুমান কৰোঁ বিমান ভালকৈ পাৰি তুমি মৰিব লাগে।”

চেচিলীয়ে কোমলকৈ ক’লে “মই দুঃখ পাইছোঁ, প্ৰিয়তম!” তেওঁ কান্ধটো জোকাৰি থিয় হৈ কাপোৰ খুলিবলৈ ধৰিলে।

“মেগডালেনা বাৰু কেনে আছে?”

“আজি পুৱা তাই ভালে আছিল। তাইৰ ঘা ভোখৰ শুকাইছে। কিন্তু ভালকৈ ভাল হ’বলৈ তাইৰ সময় ল’ব। আমি বেচ বন্ধু হৈ পৰিছোঁ। তাই এতিয়াও আমাৰ শিবিৰলৈ ওল্‌গাক অনাৰ কথা কৈ আছে।”

“ইয়ালৈ তাই ওল্‌গাক আনিব খোজা বিষয়টো নিশ্চয় তুমি বন্ধ

কৰিবা। যদি তাই আহেও তাইক মই গ্ৰহণ নকৰিম বুলি মূলাৰক মই কথা দিছোঁ। তাই এই বিষয়ত বাধ্য হ'ব লাগিব।"

"ভাল বাৰু, পুৰালৈ মই তাইক কম।"

তেওঁ শোৱাপাটীলৈ পিছলি আহিল আৰু ওচৰা-ওচৰিকৈ দুয়ো পৰি ৰ'ল।

তাই গুণগুনায় ক'লে "মই তোমাক ভাল পাওঁ।"

তেওঁ মৃদুভাবে ক'লে "তেনে হ'লে সকলো ঠিক হৈছে। সোণজনী শোৱা।" তেওঁ চেচিলীক চুম্বন কৰা মাত্ৰকে তেওঁৰ টোপনি আহিল। চেচিলীৰ ফালে পিঠিখন দি তেওঁ ঘূৰি এন্ধাৰৰ মাজত চকু হালি মেলি থাকিল। টোপনিতে চেচিলী তেওঁৰ আৰু কাষত চাপি অহা তেওঁ অনুভব কৰিলে। তেওঁ ফেলিস্কক ভাল পায়। আৰু সেইয়াই প্ৰতিটো বিষয়কে ঠিক কৰি দিছে। যেনেকৈ চেক্সপীয়েৰে কৈছিল—

সেইটোকেই সকলোৰে বাবে দিয়া হ'ল···

তেওঁৰ চকুৰ পতা মুদ খায় আহিল।

বাহিৰত তেতিয়া বৰফ পৰিবলৈ আৰম্ভ কৰিছিল।

১২

পুৰুহিত হেগেনে হাতখন ক্লান্ত চকুজুৰিৰ ওপৰেদি বোলায় পুৰঁতিৰ বিৱৰ্ণ খিড়িকাখনলৈ চালে। আত্মাৰ সন্ধানী নিশাই শান্তি অনা নাছিল। তেওঁ যি কৰিছে ঠিক কৰিছে বুলি বৃথাই তেওঁ বিচাৰিলে দৃঢ় আশ্বাস। আশ্বাস দৃঢ় নহ'ল। মাত্ৰ ক্ষীণভাবে বুজা গৈছিল যে তেওঁ ভাল কাম কৰিব খুজিছিল। তেওঁৰ বাবে এইটোৱেই যথেষ্ট নাছিল। যদিহে তেওঁ ভালকৈ জানিলেহেতেন পৃথিবীৰ ইতিহাসত হোৱা দুষ্কৰ্ম্ম-বোৰৰ আধা ভাগেই তেওঁবিলাকৰ গণ্ডপমৰা ধৰ্ম্মনিষ্ঠা আৰু তেওঁবিলাকৰ মতক ঈশ্বৰৰ বিচাৰ বুলি কোৱা সেই ভাল অৰ্থ কৰা লোকসকলৰ দ্বাৰা হৈছিল বুলি। এতিয়া শৃঙ্খলাবদ্ধ ভাবে থকা তেওঁৰ অধ্যয়ন খোটালীৰ

নিৰ্জ্জনতাৰ মাজত নিদ্ৰাই জুকলা কৰা চকুজুৰি তুলি খন্তেক বিশ্ৰামৰ বাবে মিনতি কৰিলে। এই মিনতিৰ প্ৰত্যুত্তৰ হিচাবেই তেওঁক অদম্য অৱসন্নতাই আবৰি ধৰিলে। তেওঁ পৰমেশ্বৰৰ ওচৰত ক্ষমা খুজি মেলা খাই থকা বাইবেল খনত মূৰ দোৱালে আৰু নিদ্ৰাত নিমগ্ন হ'ল, তেওঁৰ নিজৰ বাউসীটোৰ মাজত মূৰটো তেওঁৰ পোত খায় ৰ'ল।

চেইণ্ট জোচেফ অঞ্চলৰ গীৰ্জ্জাঘৰৰ প্ৰাথমিক অনুষ্ঠানিক উৎসৱলৈ এটা উদং আলিয়েদি কষ্টেৰে সৈতে থপ্‌থপ্‌কৈ ভিক্ষোপজীবিৰ এডাল লাখুটিৰ ওপৰত ভৰদি জীৰ্ণ বস্ত্ৰেৰে সৈতে গৈ আছিল এক বৃদ্ধা নাৰী। ধীৰ মাঠৰ পৰা কিবা এটা অগবাঢ়ি ওলায় অহা দেখি মানুহজনীয়ে চালে, তাই এই দৃশ্যদেখি তীক্ষ্ণ চিঞৰ মাৰিলে। চাৰিওফালৰ ঘৰবোৰত থকা খিড়িকীবোৰেদি নিশাৰ সাজপোছাক আৰু টুপীপিন্ধি থকা মূৰবোৰে চিঞৰি বুঢ়িজনীক প্ৰশ্ন সুধিলেহে হয়—তাই কিন্তু সেইফালে কেৰেপকে নকৰি বাজিথকা এলাৰ্ম ঘড়ীৰ দৰে পূৰ্ণগতিৰে উচ্চ ধ্বনিৰে ক্ৰমাগত চিঞৰিয়েই থাকিল। এই অমঙ্গলীয়া আৰ্ত্তনাদৰ পমখেদি সোনকালে লৰা-লৰিকৈ পোছাক পৰিচ্ছদ পিন্ধি বিষণ্ণ মূৰ্ত্তিৰ দৰে মানুহবোৰে কঁপি জপি বৰফাবৃত পথাৰৰ সিটো প্ৰান্তলৈ ওলায় আহিল। অনতিপলমে এদললোকে জাৰ আৰু ভয়াবহতাত আতঙ্কিত হৈ দাতেৰে শব্দ কৰি-কেথেৰিনা প্লেকক আবৰি ধৰিলে। অৱশেহত তাইৰ আৰ্ত্তনাদ বন্ধ হ'ল, নিদাৰুণ মিনতিৰ এটা ভঙ্গীৰে তাই ওপৰমূৰাহৈ বৰফ আৰু ফুলৰ দৰে পৰি থকা হাত এখনলৈ আঙুলিয়াই দেখুৱালে। তাৰ মাজৰে কোনোবা এজন অধিক কঠিন, দুঃসাহসী নাইবা কৌতুহলী আছিল। তেওঁ তললৈ দোঁ খায় বৰফৰ ঢাকনিৰ তলত পৰি থকা মৰা-শটোত এটা ক্ষীপ্ৰ ঠেলা দিলে, প্ৰাণহীন শটোৰ পিঠিখন ঘূৰি বোৱাত এই ৰক্তাক্ত জীৰ্ণ মঙহৰ পিণ্ডটো চিনিব পাৰি সিয়ৰি উঠিল; কেই মুহূৰ্ত্তমান পূৰ্ব্বে এইয়া আছিল মেগডালেনা ৰূপ আৰু তেওঁৰ প্ৰাণময় মুখচ্ছবি।

এই দৃশ্যত আবিৰ্ভাব হ'লহি ওলগা বেকাৰ। মানুহজনীৰ গগন ফলা চিঞৰত তায়ো সাৰ পাইছিল; মুকলি ঠাইডোখৰ তাইৰ ঘৰৰ কোণত থকাৰ কাৰণে। মেগডালেনাৰ মুখমণ্ডলৈ চাই তাই চিঞৰি

কলে, "সি তাইক হত্যা কৰিলে," আৰু হাতদুখনৰে মুখখন ঢাকি তাই অদমনীয় উচুপনিত ভাঙি পৰিল। লাট বাহাদুৰৰ লগত থকা ওলৃগাৰ মৰ্য্যাদাৰ বিষয়ে চেইণ্ট জোচেফ অঞ্চলত সকলোৱেই জানিছিল। তাইৰ বিননিত দৰ্শক সকল বিতত হ'ল। কোন আছিল সি? কোনে তাইক বধ কৰিলে? মূৰ্চ্ছা যোৱাৰ উপক্ৰম হোৱাৰ দৰে কোনোমতে খোনাই খোনাই ওলৃগাই ক'লে যে মেয়ৰে তাইক মেগডালেনাৰ লগত দেখা সাক্ষাৎ কৰিবলৈ নিষেধ কৰিছিল। মেগডালেনাই ভজন কীৰ্ত্তনটোৰ শিল্পীচামৰ লগত যোগদান কৰিবলৈ তাইক মিনতি কৰি আছিল। যোৱা নিশা মেগডালেনা তাইৰ ওচৰলৈ আহি তেতিয়াও স্পষ্ট হৈ থকা দাগটো দেখুউৱাত তাই ঘৃণা ভৰা ক্ৰোধেৰে আজি এই পুৱা তাইৰ লগত ফাৰ্মলৈ যাবলৈ কথা দিছিল।

"সেই কাৰণেই কাৰোবাৰ হতুৱাই সি তাইক হত্যা কৰালে।" তাই কান্দিলে—নতুনকৈ হোৱা উচুপনিৰ মাজত তাইৰ কথাবোৰ শেষ হ'ল।

পিছফালৰ পৰা এটা কৰ্কশ কণ্ঠস্বৰে মাত লগালে, "এতিয়া ইয়াত হৈছে কি?" এইয়া প্ৰধান মাৰ্শ্বেল পলডেন। তেওঁ চুবুৰিতে কাম কৰিছিল।

"আৰু তুমি এই অবাস্তৱ কথাবোৰ কোৱা বন্ধ কৰি নিজৰ ঘৰলৈ উভতি যোৱাই মঙ্গল।" তেওঁ কিলাকুটিটোৰে ঠেলিহেঁচি ভিৰৰ মাজে বাট উলিয়ায় আগলৈ আহিল আৰু তেওঁৰ দৃষ্টিগোচৰ হ'ল মেগডালেনাৰ জপৰা চুলি আৰু জীৰ্ণ হৈ যোৱা মুখমণ্ডল। তেওঁৰ সুশ্ৰী শৰীৰটো যন্ত্ৰণাৰে সঙ্কুচিত হ'ল। ভীতিজনক ক্ৰোধেৰে ততালিকে তেওঁ ঘূৰিলে। দৃঢ়মুঠিৰে প্ৰতিশোধ লোৱাৰ এক মৌন প্ৰতিশ্ৰুতিৰে তেওঁ আকাশৰ ফালে চাই কামত জপিয়ায় পৰিল। তেওঁ মানুহবোৰক ঘৰলৈ উভতি যাবলৈ আদেশ কৰিলে। দলটো ছেদেলি-ভেদেলি হ'ল। এই খবৰ লৈ মানুহবোৰ ততাতৈয়াকৈ আঁতৰি গ'ল। তেওঁ চিটিহলৰ পুলিচৰ কাৰ্য্যালয়টোলৈ পঠিয়ালে এজন ডেকাক আৰু তেওঁ নিজে দৌৰি গ'ল মাৰ্কেট প্লাজলৈ। সেই ঠাইৰ পৰা শেষত আঁতৰি যোৱা গৰাকী আছিল কেথেৰিনা প্লেক। আকৌ এবাৰ মাটিত পৰি থকা আকৃতিটোলৈ

চায় ধীৰে ইয়াৰ ওপৰত শূলৰ চিন্ কৰি আনত দেহেৰে কষ্টেৰে গীৰ্জ্জাৰ ফাললৈ পুনৰ তাই যাবলৈ আৰম্ভ কৰিলে। মাত্ৰ থাকিল মেগডালেনা। পুতৌজনক ভাবে তাইৰ মুখখন আকাশৰ ফালে ঘূৰাই থোৱা আছিল। ক্ৰমাগত পৰি থকা বৰফত তাইৰ কাচতুল্য চকুযুৰি মিট্‌মিট্‌কৈ জ্বলি থকা নাছিল।

এঘণ্টাৰ ভিতৰতে ক্ষিপ্ত মেজাজেৰে নিদ্ৰাতুৰ মেয়ৰজনে চটিজোতা আৰু ড্ৰেছিং গাউন পিন্ধি থকা অৱস্থাৰেই প্ৰধান মাৰ্শ্বেল পলডেনক লৌকিকতা বৰ্জ্জিত এক সাক্ষাতত জৰুৰীভাবে দেখা কৰিলে। "চাওক মাৰ্শ্বেল, এইবাৰে আপোনাক মই তলৰ পদলৈ নমাই দিম। ' কোনোবা এজনী তিৰোতাক হত্যা কৰাৰ কাৰণে আপুনি মোক হৈ-চৈ কৰি জগাব নেলাগিছিল। মই কি কৰিব লাগে বুলি আপুনি আশা কৰে বাৰু? হত্যাকাৰীক ধৰি জেলত ভৰায় থ'ব লাগে নেকি?" পুলিচৰ বিষয়াজন চেঁচা অধ্যয়ন খোটালীলৈ সোমায় আহোঁতে মেয়ৰে আৰম্ভ কৰিলে কৰলৈ।

"লাট্‌বাহাদুৰ আপুনি বুজা নাই। মানুহজনী হ'ল মেগডালেনা ক্লুপ। আৰু মানুহে কোৱা মেলা কৰিছে যে বোলে আপুনি হে তাইক বধ কৰিলে।"

"মই নে?" মেয়ৰৰ মুখখন মেল খালে।

"তাকেই আপোনাৰ—আপোনাৰ বান্ধবী শ্ৰীমতী বেকাৰে নিজে ক'লে।"

"সেইজনী মানুহক চোন মই কেতিয়াও দেখাই নাই?" তাৰ পাছত কথাষাৰৰ গভীৰতা উপলব্ধি কৰি এক আকস্মিক উত্তেজনাৰে ক'লে, "হে মোৰ ঈশ্বৰ! আপুনিনো কি কৈছে হোঁ?" পুলিচ বিষয়াজনে পুৱাৰ ঘটনাটোৰ এটা সংক্ষিপ্ত বিবৰণ তেওঁক দিলে। ওলগাই কোৱা দুষ্কৰ্ম্মৰ বিবৰণ পুনৰ কৈ তেওঁ যেতিয়া শেষ কৰিলে তেতিয়া ক্ৰোধৰ ভমকত মেয়ৰৰ মুখখন ৰঙা পৰিল। "মূৰ্খ গোলমলীয়া বেশ্যা কৰবাৰ!" উদ্বিগ্নভাবে হঠাতে তেওঁ পলডেনলৈ চালে। "আপুনি তাইৰ কথা বিশ্বাস কৰা নাই—কৰিছেনে বাৰু?"

"নাই কৰা, মই জানো এইবিষয়টো লৈ আপোনাৰ একো কৰিব লগা নাই। কাৰণ মই মানুহটো ইতিমধ্যে গ্ৰেপ্তাৰ কৰিলোৱেই। সি এই কামটো কৰা বুলি স্বীকাৰ কৰিছে।" "সেই একেটাই, যিটোৱে মাননীয় ডাইৰেক্টৰলৈ শিলগুটি দলিয়াইছিল। মই তাক শোৱাপাটীতে ধৰিলোগৈ। তেতিয়া তাক মদৰ ৰাগীয়ে ধৰিছিল আৰু তাৰ নাকে শব্দ কৰি আছিল। যেতিয়া এই কামটো শেষ কৰিবলৈ নেৰানেপেৰাকৈ লাগিছিলো তেতিয়াহে তাৰ নিচা আতৰিছিল।"

"সি এতিয়া ক'ত আছে?"

"বন্দীশালত" অৰ্থপূৰ্ণ ইঙ্গিত দি ক'লে "আৰু সেই জহ্লাদটো নাহে মানে সি তাত থাকিব।" খোটালীটো চেচাঁ হৈ থকাস্বত্বেও মেয়ৰৰ ডিঙিৰ গাঁতটোত ঘাম গোট খাইছিল। যিটোৰ বাবে তেওঁ আতঙ্কিত হৈ আছিল সেইটো ঘটিল। কুৰ্গেৰৰ এটা বৃত্তিধাৰী ডকাইত বহুতদূৰ আগবাঢ়িল। যাতে তাক মুক্তি দিয়া হয় নাইবা পলায় যাবলৈ তাঁক সুবিধা দিয়া হয় তাৰ কাৰণে কুৰ্গেৰে তেওঁক টানি ধৰিবহি আৰু এইটো কৰিব নোৱাঁৰি। পলডেনে তেওঁৰ মনোভাব যেন বুজিব পাৰিছে এনেভাবে ক'লে "আমি যদি তাক যাবলৈ দিওঁ মানুহবোৰে আপোনাৰ পিচ লব লাটবাহাদুৰ। সিহঁত ভয়ঙ্কৰ জঘন্য অৱস্থাত আছে।"

মুলাৰে তেওঁৰ ৰুমালখন উলিয়ায় আনি নিজৰ মুখখন মোহাৰি থকা অৱস্থাতেই হঠাতে বৈ সুধিলে "আপোনাৰ বাহিৰে আৰু সি গ্ৰেপ্তাৰ হোৱাৰ খবৰ আৰু আন কোনে পাইছে বাৰু?"

"কোনেও পোৱা নাই। মই তাক নিজেই ফাটেকলৈ লৈ গলো আৰু তাৰ পৰা পোনে পোনে আপোনাৰ ওচৰলৈ আহিছোঁ।" মেয়ৰে ঘপহকৈ থিয় হৈ ক'লে "মোৰ কাৰণে ৰ'ব, আমি তাক চাবলৈ যাম— এইটো আমাৰ সুযোগ হ'ব পাৰে।"

অৱশেহত পুকহিত হেগেনে তেওঁৰ ভক্তৰ সম্মানপূৰ্ণ কিন্তু গম্ভীৰ উত্তেজনাৰ প্ৰত্যুত্তৰ দিলে। উত্তেজনাৰে থিয় হৈ ফোপাঁই-জোপাঁই থকা গট্‌ফ্ৰাইডলৈ একৰকম জোৰেৰে চেষ্টা কৰি মুৰটো ডাঙি কঠিন কণিকাময় ৰঙা চকুহালি সম্মুখৰ মেজৰ ফালে মেলিলে।

"হে ধৰ্ম্মাধিকাৰ, হে ধৰ্ম্মাধিকাৰ"—

"এইটো কি !" গভীৰ ক্লান্তিৰ পৰা যাজকজনে সুধিলে।

গীৰ্জ্জাৰ কৰ্ম্মচাৰীজনে ভয়ে ভয়ে জনালে যে সি এইমাত্ৰ গাখীৰৰ দোকানৰ পৰা উলটি আহিছে আৰু তাত উত্তেজিত হৈ থকা গৃহিনী সকলৰ পৰা সি সন্দেহ পাইছে যে চেইণ্ট জোচেফ অঞ্চলত এজনী তিৰোতাক বধ কৰা হৈছে। আৰু এই হত্যাকাৰী লাট-বাহাদুৰৰ বাহিৰে হেনো আন কোনো নহয়। কিন্তু মানুহজনী তেওঁৰ ৰক্ষিতা নাছিল। নহয়—মহাপ্ৰভু সেইজনী সেই বেশ্যাজনী নাছিল। পাপ পূৰ্ণ লাম্পট্যৰ বাবে নিজৰ ভোগ চৰিতাৰ্থ কৰণৰ কাৰণে যিজনীক ৰাখিছে এইজনী সেই নৰকত জন্মহোৱা বেশ্যাজনী নহয়।"

অনেক বছৰ ধৰি এই বৃদ্ধ ভৃত্যজন যাজকৰ লগত থকা কাৰণে তেওঁ নিজৰ গৰাকীৰ পৰা লাভ কৰিছিল বাইবেলৰ কল্পনা প্ৰসূত শব্দালঙ্কাৰ কিছুমান।

"কোন তেনেহলে ?" যাজকজনে অধৈৰ্য্যৰে সুধিলে। "তাইৰ এজনী বান্ধবীক তাইৰ দৰেই জঘন্য এজনী অভিনেত্ৰী, এটা অধঃপতনমুখী জীৱ, চয়তানৰ কন্যা এজনী লাহতী তিৰোতা..."

এই পুৰণি অভিশাপ ভৰা বৰ্ণনাসমূহৰ আখ্যা পুৰুহিতজনে শুনি গ'ল। প্ৰতিটো কথা তেওঁৰ কাণত বাজিছিল এগৰাকী নিঃসহায় অজ্ঞাত তিৰোতালৈ শিল দলিওৱাৰ পীড়িত আঘাতৰ দৰে। ন্যায়-পৰায়ণতাৰ এইয়াই ধ্বনি জানো! এইবোৰ শব্দ ব্যৱহাৰ কৰিছিল প্ৰাচীন ইহুদী জাতিৰ অন্তৰ্ভুক্ত আৰু আচাৰনিষ্ঠ বুলি বিখ্যাত সম্প্ৰদায়ৰ ন্যায়পৰায়ণ আৰু ভণ্ড ব্যক্তিয়ে। এতিয়া এই নতুন ইহুদী সম্প্ৰদায়ভুক্ত এই খ্ৰীষ্টিয়ান সম্প্ৰদায়েও এইবোৰ ব্যৱহাৰ কৰে। একোকে সলনি হোৱা নাই। খ্ৰীষ্টিয়ানৰ প্ৰেম আৰু বিশ্বপ্ৰেমৰ বাৰু হ'ব কি ? যদি তেওঁ হলো চোলাটোৰে আবৃত কৰে ব্যভিচাৰ তেন্তে ভগবানৰ দৃষ্টান্তৰেই বা হ'ব কি ? যদিহে যি সকলে নিজকে খ্ৰীষ্টিয়ান বুলি কয়, খ্ৰীষ্টৰ অনুগামী বুলি কয় সেই সকলক যদি খ্ৰীষ্টৰ মৃত্যু-যন্ত্ৰণায় একোকে নিশিকালে তেন্তে তেওঁৰ জানো শূলতে মৃত্যু হ'ব লাগিছিল ?

"বাগীখন সাজু কৰাগৈ আৰু অনুগ্ৰহ কৰি খৰকৰি," যাজকে ক'লে। যেতিয়া যাজকৰ গাড়ীখন আহি অলক্ষিতে ফাৰ্মৰ প্ৰাঙ্গনলৈ সোমায় আহিছিল তেতিয়া বৰ সোনকাল হৈ আছিল আৰু বৰফে আবৰি ৰাখিছিল ধাকি।

দুৱাৰত তেওঁৰ ভীত টোকৰৰ প্ৰত্যুত্তৰ দিলে স্কীমিডৰ পৰিবাৰে। তেতিয়া ফেলিস্কে য'ত ইস্তফা পত্ৰ লিখি আছিল যে তেওঁ আৰু যীশুৰ এই মৃত্যুযন্ত্ৰণাৰ ভজনকীৰ্ত্তনটো কাৰ্য্যকৰী কৰিবলৈ ইচ্ছা নকৰে সেই অফিচটোলৈকে তেওঁক আগবঢ়াই নিলে।

যাজক হেগেন আহি খন্তেক পৰ দুৱাৰদলিত ৰ'লহি। তেওঁৰ মুখখন ছাইবৰণীয়া হৈ পৰিছিল। সোণৰ ক্ৰুছটোত তেওঁ অবলম্বনৰ বাবেহে যেন ধৰি আছিল।

এটা অঘৰীয়ে এনিশাৰ কাৰণে আশ্ৰয় ভীক্ষা কৰাৰ নম্ৰতাৰে তেওঁ সুধিলে "মই ভিতৰলৈ যাব পাৰোনে ?"

ফেলিস্কে তেওঁলৈ চায় তধা লাগিল।

বিষাদাচ্ছন্ন মুখমণ্ডলৰে সৈতে দুৱাৰ দলিত অলৰ হৈ ৰৈ থকা দীঘল আকৃতিৰ যাজকজন আছিল তুচ্ছ গৰ্ব্ববোধ, পৰম ভদ্ৰতা, তোষামোদ ভৰা নিদাৰুণ আত্মম্ভৰিতা ধুই নিয়া, দুখ আৰু অবমানিত অৱস্থাত পুনৰ জন্ম লাভ কৰা এজন নতুন মানুহ। মাত্ৰ ঈশ্বৰনিষ্ঠা দেহ-জ্যোতিৰ দৰে দীপ্ত হৈ জ্বলিছিল তেওঁৰ দেহাঙ্গত।

"মই আপোনাক কবলৈ আহিছিলো যে মই কিমান দুঃখিত, কিমান বেচি দুঃখিত—"তেওঁ ভাঙি পৰিল আৰু কথা ক'বলৈ অসমৰ্থ হ'ল। ফেলিস্কে তেওঁৰ ওচৰলৈ প্ৰচণ্ড গতিৰে দৌৰি আহি কলেহি—"হে ধৰ্ম্মাধিকাৰ, আপোনাৰ ওচৰলৈ গৈ মই যি আচৰণ কৰিছিলো তাৰ বাবে আপুনি মোক নিশ্চয় ক্ষমা কৰিব লাগিব।" "লাহেকৈ আগন্তুকৰ হাতখন তুলি লৈ তেওঁক চকীখনৰ ফালে আগবঢ়াই নি ক'লে "আমি বন্ধুহওঁ আহক।"

দুখেৰে যাজকে মেগডালেনাৰ হত্যাৰ বিষয়টো ক'লে।

"মই গম পাইছো যে তাই নিজৰ এজনী বান্ধবীক আপোনাৰ শিল্পী-

দলৰ লগত যোগদান কৰিবলৈ মিনতি কৰিবলৈ গৈছিল। আপুনি শুনি আনন্দ পাব যে শেহাস্তৰত তাই সফলো হৈছিলগৈ। আজি পুৱা সিহঁত একেলগে ইয়ালৈ অহাৰ কথা আছিল।” খবৰটোত ফেলিস্ক স্তম্ভিত হ'ল। অসম্ভৱ যেন লাগিছে যে তাইৰ মৃত্যু হ'ল, আৰু আখৰাৰ অনুশীলনৰ সময়ত তাই আৰু নিৰৱে দলৰ পৰা দলৈলৈ অহা-যোৱা নকৰে, আটিল আৰু সুন্দৰ বৰণৰ জকমকীয়া সাজপোছাকৰ সৈতে অবজ্ঞাৰে বিৰোধিতা দেখুৱাবলৈ তাই আৰু নাই। বপুৰী মেগডালেনা—তাইৰ ভ্ৰমণৰ শেহাস্তৰত অন্ত পৰিলক্ষি বৰফৰ এটি নিজম নিশাৰ উদং প্ৰান্তত। তাইক সিহঁতে সাৱধান কৰি দিছিল, তাৰ পাছত সিহঁতে তাইক মাৰপিট কৰিলে তথাপিও তাই এই ভয় প্ৰদৰ্শনৰ মাজেদিও উভতি গৈছিল ওলগাক এবাৰ মিনতি কৰি ফাৰ্মলৈ আনিবলৈ, আৰু তেওঁৰ বিষয়ে হোৱা নিৰ্ম্মম গুজৱ অপসৰণ ক'ৰিবলৈ, তেওঁক অকণমান সাময়িক বিৰাম দিবলৈ—অৱশেহত তেওঁ সুধিলে “এনে ধৰণৰ কাম কোনে কৰিব পাৰে বাৰু?” অশান্ত ভাবে যাজকজনে মুৰটো জোকাৰি ক'লে “এই পুৱা মই দেখিলো নীচতম কাপুৰুষোচিত পতন আৰু চূড়ান্ত অহঙ্কাৰ।”

তাৰ পাছত তেওঁ বৰ্ণনা কৰিলে ফাৰ্মলৈ অহাৰ আগতে বন্দীশালত দেখি অহাৰ দৃশ্যটো। মেগডালেনাৰ হত্যাকাৰীটোৱে ভয়ত দাঁত কৰচি আৰু বিস্ফাৰিত নয়নেৰে নিজৰ দুঃকৰ্ম্ম স্বীকাৰ কৰিলে। কুৰ্গেৰৰ আঁচনিক বিশ্বাসঘাটকতা কৰি এক প্ৰতিশোধ পৰায়ণতাৰে তাৰ দুষ্কৰ্ম্মৰ সহযোগীবোৰৰ নাম ধৰি চিঞৰিলে। আৰু খন্তেক পাছত যেতিয়া মেয়ৰ আৰু মাৰ্শ্বেলৰ সৈতে নিজকে ক্ষমতাশালী বুলি ভবা বিদীৰ্ণ হৈ যোৱা কুৰ্গেৰৰ অধ্যয়ন খোটালীলৈ সোমায় গৈ মানুহটোলৈ চাইছিলগৈ তেতিয়া দৃশ্যটো চৰম যন্ত্ৰণাদায়ক হৈ পৰিছিল।

থোকাথোকি মাতটোৰে তেওঁ ক'লে “এইটো ভয়ঙ্কৰ আছিল। কিন্তু মেগডালেনাই বৃথাই মৃত্যু বৰণ কৰা নাই, ডাইৰেক্টৰ, তাইৰ মৃত্যুৱে মোৰ চকু মুকলি কৰি দিলে, আৰু মানুহবোৰৰ চেতনা ঘূৰায় আনিলে। মই দেখাৰ দৰেই মানুহবোৰে শেহত সত্যটো দেখিলে আৰু তাই কিছৰ কাৰণে মৃত্যু বৰণ কৰিলে এই বিষয়টোৰ অৰ্থটো বুজিলে। মই মোৰ

সীমিত ক্ষমতাৰে আৰু সকলো সামৰ্থ্যৰে সহায় কৰিবলৈ বিচাৰিছোঁ— মেণ্ডেলচন আপোনাৰ কাৰণে চেইণ্ট থমাছ মুকলি হ'ল। ইয়াৰ অৰ্গেন আৰু শিল্পী সকল আপোনাৰ অধিকাৰত। চুবুৰীয়া টাউনৰ পৰা আন আন শিল্পীৰ দল আনি দিবলৈও মই প্ৰবল ভাবে চেষ্টা কৰিম।"

ফেলিস্কে তেওঁৰ ফালে চালে। তেওঁৰ কাণকে বিশ্বাস কৰিবলৈ টান পালে। তেওঁৰ সপোন সঁচা হ'ল। শ-শ শিক্ষিত শিল্পী মৃত্যু-যন্ত্ৰণাৰ এই ভজনটোত প্ৰাণ দিবলৈ প্ৰস্তুত। অৰ্গেনটো—যিটো অৰ্গেন বজাইছিল জোহান চেবাষ্টিয়ান বাচে নিজে—এইটো অতি সুন্দৰ আৰু এইয়া বহুত বেচি। এজন ভোকত থকা মানুহৰ কাৰণে এটা ভোজ। আৰু এইটো আহিলো বহুত পলমে। ইষ্টাৰৰ পূৰ্ব্ববৰ্ত্তী দেওবাৰ-টোলৈকো আছিল মাত্ৰ ছ-সপ্তাহ। কামটো বিশাল আৰু সময় তাকৰ। তেওঁ সবল আৰু স্থিৰ হোৱা হ'লে হয়তো এইটো কৰিব পাৰিলেহেতেন! কিন্তু পিছৰ সপ্তাহবোৰৰ নিৰ্য্যাতনবোৰে তেওঁৰ কৰ্ম্মশক্তি নিঃশেষ কৰি দিলে। দীৰ্ঘকাল ধৰি পুঞ্জিত হোৱা অৱসন্নতা শেহান্তৰত আহি তেওঁৰ ইচ্ছা শক্তিত বান্ধ খালে; তেওঁলৈ আহিল তন্দ্ৰাৰ চাকনৈয়া আৰু অদমনীয় পাশবিক নুৰ কামোৰণি। দেহ আৰু মনেৰে তেওঁ ভাগৰিছিল। তেওঁ বিচাৰিলে মাত্ৰ শুবলৈ। শুবলৈ আৰু পাহৰি যাবলৈ। প্ৰতিশ্ৰুত মাটিলৈ চায় তেওঁ মৃত্যু বৰণ কৰিব মোজেছৰ দৰে। কোনোবা এজনে এই ভজনগীত কাৰ্য্যত পৰিণত কৰি তুলিব, বিশ্বক দিব এই অমৰ সঙ্গীত।

আৰু তাৰ পাছত আহিল চেচিলী। ভাঙ্গনৰ শেষ বিন্দুত তেওঁ থিয় হৈছেহি। এই নতুন ত্যাগৰ কথা কবলৈ তেওঁৰ যে কোনো অধিকাৰেই নাই। তেওঁৰো প্ৰয়োজন জিৰণিৰ…বিষণ্ণভাবে তেওঁ যাজকজনলৈ চায় ক'লে "কিছুমান অদ্ভুত ঘটনা বৰ পলমকৈ ঘটে।"

"মই বুজি পাইছোঁ।"

কেই মিনিট মান পাছত ফেলিস্কে তেওঁক বাগীখনলৈ আগবঢ়াই লৈ গ'ল। তাৰ পাছত ধীৰ চিন্তিত খোজেৰে তেওঁ ঘৰটোলৈ উভতি আহিল। শোৱনী কোঠালৈ আহি দুৱাৰখন খুলিয়েই তেওঁ বুজিলে যে

তেওঁ অহা উচিত নহ'ল। ভৰিৰ তলৰ ওৱা কাঠৰ মজিয়াৰ এচটা কাঠ কেৰকেৰাই উঠিল। উচাপ্ খায় চেচিলীয়ে সাৰ পালে।

"এইটো কি ফেলিস্ক?"

জীৱনত আস্থা হেৰুৱাই মাত্র অমঙ্গলকেই আশা কৰাৰ সুৰেৰে উত্তেজনা আৰু আশঙ্কাৰে বিস্ফাৰিত নয়নেৰে তেওঁ কিলাকুটিৰ ওপৰত ভৰদি বিছনা চাদৰখন খামুচি ধৰি সুধিলে।

"একো নহয় সোণজনী, মই এই মাত্র আহিছিলো—"তেওঁ কোনো-মতে ক'লে—

"কিন্তু কিবা এটা হৈছে। মই এইটো তোমাৰ মুখ দেখিয়েই বুজিছোঁ। এইয়া কি—অনুগ্রহ কৰি মোক কোৱা।"

কোনোবাজনক হত্যাকৰাৰ খবৰটো কেনেকৈ বাৰু এজনে দিব পাৰে? শোৱা খাটখনৰ একোণত বহি লাহেকৈ চাদৰ খনৰ পৰা হাতখন একুৱাই আনি নিজৰ কাষলৈ তেওঁক আকর্ষণ কৰি ক'লে "তুমি আনকি মোক পুৱাৰ সম্ভাষণো জনোৱা নাই। কেনে ধৰণৰ পত্নী বাৰু এই গৰাকী?"

তেওঁ ৰং-তামচা কৰিবলৈ যত্ন কৰিলেও চেচিলীক বঞ্চনা কৰিব নোৱাৰিলে। তেওঁ ফেলিস্কক খুব ভালদৰেই জানে। তেওঁৰ হাঁহি ঠাট্টা আৰম্ভ হোৱাৰ লগে লগে তেওঁৰ চকুজুৰিত বিৰিঙি উঠিছিল পৰিহাস। তেওঁৰ চকুহালি গধুৰ আৰু নিৰস হৈ পৰিল।

চেচিলীয়ে তেওঁক চুম্বন কৰি পুৱাৰ সম্ভাষণ জনাই ক'লে "তুমি উঠোঁতে মই নুশুনিলোৱেই।"

"মই শুব পৰা নাছিলো, সেই কাৰণে মই উঠি অহাৰ কথা ভাবিলো।"

তেওঁৰ ওচৰ চাপি আহি মৰম সনা কথাৰে ক'লে "তুমি সোনকালে শুব পাৰিবা। যিমান সোনকালে আমি ইয়াৰ পৰা ওলায় যাবগৈ পাৰিম সিমান সোনকালে বুজিছা।" তাৰ পাছত এক গোপন উত্তেজনাৰে তেওঁ সুধিলে "আমি বাৰু কেতিয়ামানে ইয়াৰ পৰা যাবগৈ পাৰিম?"

তেওঁ মনে মনে থকা দেখি চেচিলীয়ে ভুল হিচাব কৰি ব্যগ্ৰ হৈ ক'লে—"মই মুহূৰ্ত্ততে মাল পত্ৰ বান্ধিব পাৰিম। তুমি—তুমি ভাবানে বাৰু আমি কালিলৈ যাবগৈ পাৰিম? আমি ইটালীলৈকে যাওঁগৈ ব'লা, চুইজাৰলেণ্ডত বৰ ঠাণ্ডা হ'ব। তুমি বুজিছা—যত নেমুগছবোৰ গজে পৰ্ব্বতৰ সেই দুৰাৰোহ স্থানত যিখন ঠাইৰ কথা তুমি কৈছিলা—"

তেওঁৰ পিনে নোচোৱাকৈয়ে ক'লে "চৰেণ্টো।" অস্ফুট কণ্ঠে তেওঁ ক'লে। "আমি তালৈকে যাম। এখন বাগিছাৰে সৈতে আমি এটা ঘৰ ল'ম। ল'ৰা-ছোৱালী কেইটাই যাতে খেলিব পাৰে আৰু আমি গোটেই দিনটো ৰ'দ পুৱাই থাকিব পাৰিম। তাত বাৰু সাগৰৰ পাৰ আছেনে?"

"ওঁ, আছে দেখোন, এটা সুন্দৰ পাৰ আছে।"

"খুব ভাল কথা। আমি গোটেই দিনটো সাগৰৰ পাৰত বহি থাকিব পাৰিম আৰু কেতিয়াবা তুমি নাৱত বৰশী বাবলৈ গ'লে ময়ো যাম, আৰু তুমি যদি এই ভজনগীতটোৰ বিষয়ে কেতিয়াবা উল্লেখ কৰা বা গান লিখা—আন কি সৰু গান এটা হলেও মই তোমাক গুলি কৰিম।"

তেওঁ একো নোকোৱা দেখি তেওঁৰ পৰা চেচিলীয়ে এচাৰ মাৰি আতৰি গ'ল। নিদাৰুণ দুঃখ আৰু ক্ৰোধেৰে তেওঁৰ ফালে চাই তেওঁ ক'লে "ভজন গীতৰ বিষয়ে তুমি মত সলনি কৰিলা হয়নে? আমি যামগৈ—নেযাম জানো আমি?—মই ইয়াত থাকিবলৈ বিচৰা নাই।"

তেওঁৰ কণ্ঠস্বৰত আতঙ্কই শিপাইছিল আৰু তেওঁ বুজিলে যে আগনিশা সন্ধিয়া লিপ্‌জিগৰ কথাবোৰ, বাগীৰ খিড়িকীয়েদি দেখা যোৱা সেই বিকৃত মুখবোৰৰ কথাবোৰ চেচিলীয়ে ভাবিছে।

তেওঁ কৈ গ'ল—"মই বুজিছিলো তুমি ইয়াত থাকিলে তোমাৰ কিবা দুৰ্ঘটনা হ'ব! মই এইটো বুজিছিলো। তোমাৰ বেমাৰ হ'ব আৰু তুমি অসুস্থ হৈ পৰা মই নিবিচাৰোঁ।" তেওঁৰ মুখমণ্ডলত চেচিলীৰ দৃষ্টি স্থিৰভাবে নিবদ্ধ হৈ আছিল। তেওঁ মিনতি কৰিছিল তথাপি কথাৰ সুৰ আছিল আদেশ ব্যঞ্জক। "তুমি সুস্থ হোৱা মই বিচাৰিছোঁ। তোমাৰ দীঘলীয়া জিৰণিৰ প্ৰয়োজন হৈছে।" ফেলিক্সৰ অস্বস্তি হৈছিল

তেওঁ জানিছিল বিবেকৰ এই অস্বস্তিবোধ আতৰাবৰ মনেৰে চেচিলীয়ে তেওঁক ফুচুলাবলৈকে ক'লে "কেইমাহ মানৰ ভিতৰত তুমি যেতিয়া আৰোগ্য হৈ উঠিবা আমি তেতিয়াও ভজন গীতটো গোৱাব পাৰিম।"

ফেলিস্কে একো শুশুনা যেন দেখি তেওঁ বৈ পুনৰ ক'লে "এইটো কি বিষয় ফেলিস্ক" প্ৰবল ভয়ত তেওঁ চিঞৰি সুধিলে "মই বুজিছো, কিবা এটা ভুল হৈছে—কি বাৰু এইটো ?"

"এটা দুৰ্ঘটনা ঘটিছে।"

"কোন—ক'ত···মোক কোৱা, মোক কোৱাচোন ফেলিস্ক! তেওঁ স্মকিং জেকেট চোলাটোৰ মাজেদি চেচিলীৰ নখৰ খামোচ অনুভব কৰিলে। "মেগডালেনা—তাইক—"আঙুলি হেচাঁটো শিথিল হ'ল আৰু উশাহ বন্ধ হ'ল। মুখখন মেলি তেওঁ ফেলিস্কৰ ফালে চাই থাকিল। নিজৰ জড়তাত ক্ষুব্ধ হৈ ফেলিস্কে ক'লে অস্ফুটভাবে—"তাইক হত্যা কৰিলে।"

কোমল নিঃসাৰণৰে চেচিলীয়ে শব্দটো ক'লে "উস্"। হত্যাকৰাজন ফেলিস্ক নহয় এই ভাবত অস্পষ্ট লাজ, ভয় আৰু স্বস্তিৰে সৈতে চেচিলীয়ে তেওঁক আকোৱালি ধৰিলে। কোনো প্ৰশ্ন তেওঁ নকৰিলে, কোনো সমালোচনাও তেওঁ নকৰিলে। আৰু অধিক কোৱা উচিত নে অনুচিত বুজিব নোৱাৰি একো নকৈ ফেলিস্ক মনে মনে থাকিল। বহুত সময় চেচিলীৰ আলিঙ্গনত আবদ্ধ থাকি মজিয়াখনলৈ থৰ লাগি চাই ৰ'ল।

তাৰ পাছত চেচিলীয়ে সুধিলে "কোনে তোমাক কলে ?"

"যাজক হেগেনে, এখন্তেক আগতে তেওঁ ইয়াতে আছিল।"

নিজকে আলিঙ্গনৰ পৰা চেচিলীয়ে মুক্ত কৰি ক'লে "তেওঁ কি বিচাৰে সেইজনে ?" চেচিলীৰ আক্ৰোহৰ অতিশয্যাৰে কোৱা কথাবোৰে তেওঁক উচাপ্ খুৱালে।

"মই অনুমান কৰিছোঁ তোমাক কবলৈকে তেওঁ আহিছিল যে তেওঁ দুঃখিত, আৰু তাইৰ মৃত্যুত কৰিব লগা তেওঁৰ একো নাই।"

এইজনী নতুন চেচিলী ঘৃণাৰে ওঁঠ কোঁচ খায় দাঁত ওলায় পৰা

এজনী নতুন চেচিলী, আৰু হয়তো যাজকজনে ঠিক কৈছিল যে তেওঁ কিমান দুঃখিত হৈছে···

খন্তেক পূৰ্ব্বৰ মহত্ব আৰু গা-বেজোৱা বিষয়টোৰ কথা তেওঁক বুজাবলৈ চেষ্টা কৰা নিষ্প্ৰয়োজন···

"আৰু তাৰ বাহিৰেনো তেওঁৰ কবলৈ বা কিয়েই আছিল ?"

"তেওঁ মোক চেইন্ট থমাচ, অৰ্গেনটো, শিল্পী মণ্ডলী—প্ৰত্যেকটোকেই যাচিছে।"

"মই ভাবিছোঁ সেইটোৱেই সকলো ক্ষতি পূৰণ কৰিব বুলি তেওঁ ভাবিছে!" খঙেৰে ফোৰোহনিমাৰি তেওঁ কলে "তুমি আঠু লৈ তেওঁক ধন্যবাদ দিয়াটো তেওঁ ছাগৈ আশা কৰিছিল—তুমি পিছে গ্ৰহণ কৰিলানে নাই ?"

"নাই কৰা।"

"বেচ, তেন্তে কালিলৈকে আমি এই ঠাইখনৰ পৰা যাবগৈ পাৰোঁ।" মাত্ৰ পলায় গুচিযোৱাৰ বাহিৰে তেওঁৰ মনত একোভাব নাছিল·।

"মই তৎক্ষণাতে বান্ধিবলৈ আৰম্ভ কৰিম।" ইতিমধ্যে তেওঁ শোৱা বিছনাখনৰ পৰা কোনোমতে নিজকে উলিয়াই আনিবলৈ "প্ৰত্যেকটো বিষয়ৰ ভাৰ তুমি হাওলিট্‌ৰ্জক দিব পাৰা" তেওঁ নিঃশ্চিন্ত আৰু অকপট ভাবেৰে আৰু ক'লে "তেখেতে তোমাতকৈ এই বিলাক বিষয় ভালকৈ কৰিব পাৰিব। তেখেত এজন ব্যৱসায়ীও। এইবিলাক বিষয়ত তেখেত ভাল।"

"সন্দেহ নাই" শোৱা পাটীৰ পৰা উঠি নিৰসভাবে তেওঁ ক'লে "কিন্তু মই ভাবোঁ, আমি প্ৰথমে মেগডালেনাৰ শৱ যাত্ৰাত যোগ দিয়া উচিত। নাইবা আমি যাবলৈ খৰধৰ কৰি তেওঁক জানো পাহৰি যোৱা উচিত ? কালিলৈ লিপ্‌জিগলৈ গৈ মৃতকৰ সমাধি ব্যৱস্থা কৰাৰ কথা ভাবিছোঁ।" তেওঁ সেইটো আদেশৰ সুৰত কৈছিল যিটো তেওঁ সন্মান কৰিবলৈ আৰু কেতিয়াবা ভয় কৰিবলৈ শিকিছিল। তেওঁ বুজিছিল ফেলিক্সে যি কাম কৰিব খুজিব ঠিক সেই কাম কৰিহে তেওঁবিলাক তাৰ পৰা যাব—যেতিয়া তেওঁ স্থিৰ কৰিব কেতিয়া তেওঁবিলাক তাৰ পৰা যোৱা উচিত হ'ব।

তেওঁৰ বাহুৰ মাজলৈ তেওঁ দৌৰি যাবলৈ চেষ্টিলীয়ে খন্তেক পৰ ইতস্তত কৰিছিল কিন্তু তেওঁ নৰ'ল, আৰু আন একো নোকোৱাকৈ খোটালীটোৰ পৰা ওলায় গলগৈ।

এক মুহূৰ্ত্ত পাছত হাওলিট্জে তেওঁক ক'লে "আপুনি অৱশ্যেই তেওঁক ক্ষমা কৰিব লাগিব। এই দিনবোৰৰ মাজত তেওঁ আত্মস্থ হৈ থকা নাই। সঘন আতঙ্কৰ মাজত তেওঁ বাস কৰিছে। কিবা ঘটিব পাৰে এই অমঙ্গলৰ আশঙ্কাত মানুহজনী বিহ্বল হৈছে। মেগডালেনাৰ মৃত্যুৱে তেওঁৰ অৱস্থা কাহিল কৰিছে, আৰু আতঙ্কও হাজাৰগুণে বঢ়ায় তুলিছে।" এটা হাঁহিয়ে তেওঁৰ চকুৰ কোণৰ কাউৰী ঠেং যেন ৰেখাবোৰ কপাঁই দিলে। "হয়তো এই মুহূৰ্ত্তত তেওঁ আপোনাক খঙ আৰু ঘৃণা কৰিছে! তেওঁ আপোনাক আৰু কেতিয়াও চাবলৈও নিবিচাৰে। যেতিয়া এই সকলোবোৰ ঠিক হৈ যাব তেতিয়া চকু-লো পৰিব।"

ফাৰ্মলৈ আহোঁতে তেওঁ পুৱাৰ দুৰ্ঘটনাটোৰ বিষয়ে গম পাইছিল, আৰু ইতিমধ্যে ফেলিস্কে এই বিষয়ে সন্দেহ পোৱাত তেওঁ যেনিবা সকাহ পালে।

"এই খবৰটো মই আপোনাক দিবলৈ শঙ্কা কৰিছিলো। ইয়াত এটা কথা আছে। হয়তো আপুনি নেজানিব পাৰে—মই মোৰ লুথেৰীয় কোষাধক্ষ্য জনৰ পৰা এইটো খবৰ পাইছো। আপুনি জানেই তেওঁ গীৰ্জ্জালৈ ব্যাকুল ভাবে সদায় যায়। আজি পুৱাহেনো যাজক হেগেনে এটা সুন্দৰ ধৰ্ম্মোপদেশ দিলে। বিনা প্ৰস্তুতিৰে উপদেশ বাণী কোৱা বোলে তেওঁৰ এয়েই প্ৰথম। এই উপদেশ বাণী শুনি শ্ৰোতামণ্ডলী বিচলিত হ'ল আৰু তেওঁবিলাকৰ চকুৰ পৰা চকুৰ লোতক বাগৰিছিল, ই তেওঁবিলাকৰ হৃদয় পৰশিলে। মই সেই মানুহজনৰ শলাগ লৈছোঁ। এজনৰ নিজৰ দোষ আৰু বীৰত্ব ৰাজহুৱাকৈ ব্যক্ত কৰিবলৈ মহৎ সাহসৰ প্ৰয়োজন। গুপ্তভাবে যেনেদৰে সাহস বিৰল তেনেদৰে ৰাজহুৱাকৈ নম্ৰতাও বিৰল।"

কূৰ্গেৰৰ মানসিক ৰোগৰ সম্পৰ্কে কিছু সময় তেওঁবিলাকে কথাবতৰা পাতিলে। "মই শুনিছোঁ যে তেওঁক এজন চিকিৎসকে চিকিৎসা কৰি

আছে, আৰু কোনো এটা বেচৰকাৰী উন্মাদালয়লৈ তেওঁক নিবলৈ আয়োজন কৰিছে।” অন্যমনস্কভাবে তেওঁৰ হাতকিখনৰ ফালে চাই থাকি ফেলিস্কে মন্তব্য কৰিলে “ঠিক একেটাই, এজন বলীয়া মানুহে ল’ব পৰা প্ৰতিশোধৰ কথা ভাবিলে ভয় লাগে।”

বৃদ্ধলোকজনে মুৰ তুপিয়ায় সুদীৰ্ঘ কালৰ ধৈৰ্য্যৰে সৈতে ফেলিস্কৰ ওপৰত দৃষ্টি থৈ ক’লে—“এৰা, তাত আনবিলাক ওলাব, সোনকালে তেওঁবিলাকো পাৰ হৈ যাব। হয়তো ইয়াত কোনোবা দিনা চূড়ান্তভাবে স্থাপন হ’ব শান্তি আৰু মিলা-প্ৰীতি। সেই কাৰণে এইটো মৰ্ম্মান্তিক বিষয় যে আপুনি যেতিয়া লক্ষ্যস্থানৰ ইমান ওচৰ পাইছিলহি তেতিয়া আপুনি এইটো পৰিহাৰ কৰিব লগা হোৱাটো। স্মৰণীয় শিল্পজনিত ঘটনাতকৈয়ো অধিক এইটো হলহেতেন মানুহৰ বিবেকে এঢাপ আগুৱাই যোৱাটো।”

ফেলিস্কে উত্তৰ নিদি বন্ধুৰ দৃষ্টি পৰিহাৰ কৰিলে। তেওঁৰ উত্তেজনা সামকটোৱাৰ এটা উপায় আছিল, আঙুলি ফুটোৱা আৰু তেওঁ আঙুলি ফুটাই থাকিল।

পাছদিনা তেওঁ চিটি হললৈ আহি লাট-বাহাদুৰক উৎফুল্ল হৈ থকা অৱস্থাত পালেহি।

ফেলিস্কে কিবা কোৱাৰ আগতেই তেওঁ চিঞৰি ক’লে “মই প্ৰায় ঠিক আপোনাক দেখা কৰাৰ কথা আছিল—”তেওঁক অভ্যৰ্থনা জনাবলৈ দৌৰি আহি ফেলিস্কৰ হাতখনত ধৰি প্ৰবল আবেগেৰে ক’লে “কি যন্ত্ৰণা ভূঞ্জিলো, আপুনি কেতিয়াও নেজানিব। অনুগ্ৰহ কৰি বহক।” জাকজমক চকীখনত তেওঁ গধুৰ ভাবে বহিল, আৰু তেওঁ গালখন ফুলাই সৰু ওঁঠখন কোচখুৱাই বজ্ৰাহত থকা অদৃশ্য পাখি দীঘলীয়াকৈ ফুৱাই ক’লে—“ঈশ্বৰক ধন্যবাদ, এইটো শেষ হল। কিন্তু মোক বিশ্বাস কৰক মোৰ কেইটিমান কষ্টৰ মুহূৰ্ত্ত হৈছিল। কুৰ্গেৰৰ লগত মোৰ শেষ সাক্ষাৎ মই কোনোদিনেই পাহৰিব নোৱাৰিম। সতৰ্ক হবলৈকে মোৰ লগত মই যাজক হেগেন আৰু মোৰ প্ৰধান চিপাহীটোক মোৰ লগত নিছিলোঁ। যিমুহূৰ্ত্তত আমি খোটালীটোলৈ সোমায় যোৱা কুৰ্গেৰে

দেখিলে সেই মুহূৰ্ত্ততে কূৰ্গেৰে বুজিলে খেলা সাং হ'ল। কিন্তু মই তাক কথা কবলৈ সময় নিদিলো। মই তাৰ ওপৰত জপিয়াই পৰিলো। তাৰ দোষ স্বীকাৰ কৰিবৰ কাৰণে মই তাক আঘাতো দিলো। চৰকাৰৰ বিৰুদ্ধে সি হত্যা কৰোৱাৰ অপৰাধত মই তাক অভিযুক্ত কৰিলো। সি কিবা মাত মতাৰ আগতেই মই তাক গ্ৰেপ্তাৰ কৰালো। তাৰ ওঠৰ প্ৰা ফেন ওলোৱা আৰু মেলেৰীয়া জ্বৰত• কপা৺ ৰোগীৰ দৰে সি কপা৺ আপুনি দেখিব লাগিছিল। খঙৰ ভমকত সি আমি হেনো সকলোবোৰ বিশ্বাস ঘাটক বুলি আস্ফালন কৰিছিল। বেচেৰা যাজক হেগেনো বাদ নগল। সি চিঞঁৰি চিঞঁৰি কৈছিল যে সি হেনো কোনোবা দিনা পোতক ভুলিব। তাৰপাছত ততালিকে লেউসেউ হৈ মানুহটো দেখোন চকীখনত এটা দ'ম হ'ল—তাৰ মুখখন তেতিয়া যদিও লৰি আছিল কিন্তু কথা হলে সি একোকে কব নোৱাৰিলে। যোৱা নিশা তাক উন্মাদালয়লৈ লৈ গৈছে।"

আনন্দ তেওঁ সহ্য কৰিবলৈ অপাৰগ হৈ ঘপৰাই উঠি তেওঁ ফেলিস্কৰ ওচৰলৈ কেইখোজমান আহি ক'লে "আপুনি সোমায় আহোঁতে মই লিখি আছিলো সি বলীয়া হোৱাৰ ঘোষণা পত্ৰ আৰু সিনো ৰাইজৰ কেনে ধৰণৰ সেৱক আছিল এই বিষয়ে। তাৰ বাহিৰেও মৃতকৰ বিষয়ে নিশ্চয় কোনো এজন লোকে ভালকৈয়েই ক'ব লাগিব।"—তেওঁ আন্তৰিকতাৰে ক'লে। তেওঁৰ কাপুৰুষালি চাবলৈ অলপতে তেওঁ যেনেদৰে হতভম্ব হৈছিল তেনেদৰে তেওঁৰ শব্দাড়ম্বৰপূৰ্ণ ভাষা শুনিও হতভম্ব হ'ল। মূলাৰে বিজয়ৰ ধ্বনি চিঞঁৰিবলৈ, পৰাজিতজনক গছকিবলৈ পালে আৰু আনন্দত জপিয়াবলৈ পালে বৰ ৰং পাব যেন ফেলিস্কৰ উপলব্ধি হ'ল। যোৱা কালিৰ ভয়াবহতাৰ পাছত মেণ্টেলৰ ওপৰত থকা ৰজা ফ্ৰেডেৰিক আগষ্টাচৰ মূৰ্ত্তি আৰু গিৱানডাজ সংঘ* স্থাপন কৰা তেওঁৰ আজো পিতৃপুৰুষ কাৰ্ল উইলহেল্‌ম মূলাৰৰ প্ৰতিচ্ছবি থকা এই খোটালীটোত এতিয়াও মূলাৰে নিজকে ক্ষমতাত অধিষ্ঠিত হৈ থকা পায়

* লিপ্‌জিগৰ ড্ৰেছডেন ৰেলওৱে ষ্টেচনৰ ফালে মুখ কৰি পাঁছৰ বছৰবোৰত মেয়ৰ কাৰ্ল উইলহেল্‌ম মূলাৰৰ এটা মূৰ্ত্তি ইয়াৰ ময়দানত নিৰ্ম্মাণ কৰা হৈছিল।

পৰমানন্দ তেওঁৰ উচলি পৰিল। এতিয়াও তেওঁ বিশ্বাস কৰিব পৰা নাছিল যে তেওঁ সম্প্ৰতি লাটবাহাদুৰ হৈয়ে আছে আৰু লিপ্‌জিগৰ মেয়ৰ অফিচৰ গধূৰ সোণৰ শিকলিৰ গৰাকী, আৰু এইবাৰ তেওঁৰ দেহত মোচড় দিবলৈ আৰু তেওঁৰ দেহৰ ঘাম বোৱাবলৈ তেওঁৰ চাৰিওফালে কোনো নাই।

তীব্ৰ অনুতাপত সেও হৈ আত্মাৰ পুনৰ শাস্তি লাভ কৰিবৰ বাবে নিজকে নম্ৰ কৰা সাধু যাজকজনৰ মূৰ্ত্তি আৰু সেই আড়ম্বৰপূৰ্ণ ওৱেষ্ট কোটৰ অন্তৰালত বুকু ফিন্দাই ৰঙা গালেৰে সৈতে থকা এই আমাৰ দম্ভকাৰীজনৰ মাজত কিযে এক পাৰ্থক্য ফেলিস্কে উপলব্ধি কৰিলে।

অনুতাপ! অনুতাপ আকৌ কিহৰ কাৰণে? মূলাৰে কলেহেতেন তেওঁ ধৰা নপৰিল। পৰিল জানো তেওঁ? তেওঁ এতিয়াও মেয়ৰ হৈ আছে—হৈ থকা নাই জানো? তেওঁ তেনেকুৱা ধৰণৰ মানুহ যালৈ আত্ম ভৰ্ৎসনা আহে মাত্ৰ দুৰ্দ্দশাৰ সৈতেহে, তেওঁ তেনেবোৰ মানুহৰ দৰে যি বেমাৰী হলেহে প্ৰাৰ্থনা স্মৰণ কৰে।

"এৰা, এইটোৰ ইমানতে শেষ হ'ল।" আত্মতুষ্টিৰে তেওঁ ফোঁপাই ক'লে—এজন অভিনেতাই প্ৰশংসাৰ হাতচাপৰিৰ বাবে অপেক্ষা কৰাৰ দৰে সমৰ্থনৰ কোনো মন্তব্যৰ বাবে, প্ৰশংসাৰ কিবা সঙ্কেতৰ কাৰণে আহি তেওঁ ফেলিস্কৰ সন্মুখত থিয় হ'লহি—। অভিনন্দন আমন্ত্ৰণ কৰি তেওঁ ক'লে "মই বৰ দ্ৰুতভাবে চিন্তা কৰিব লগা হৈছিল।" ধীৰভাবে ফেলিস্কে ক'লে "আপুনি চাগৈ বৰ সকাহ পাইছে"—এইটো বৰ প্ৰশংসা নহ'ল। প্ৰকৃততে এইটো মুঠেই প্ৰশংসা নাছিল। তথাপিও ই মেয়ৰ জনক আনন্দ দিলে।

"হয়তো মই অনুভৱ কৰিছো মোৰ যেন বয়স দহবছৰ কমি গৈ মই ডেকা হৈ পৰিছোঁ।"

মাতটো তেওঁৰ ফুচ্‌ফুচনি যেন হ'ল। "কিন্তু মই মোৰ শিক্ষা পালো। তিৰোতাই বেছি কথা কয়। ৰাজনীতিত সেইটো হ'ব নোৱাৰে। সেই মূৰ্খ ওলগাৰ কেপকেপনিৰ পৰাই হয়তো মোৰ সোণৰ শিকলিডাল মই হেৰুৱালোহেতেন।" "আপুনি কোৱাৰ দৰে

তাই কেপ্‌কেপাই নথকা হলে এতিয়াও আপুনি কুর্গেৰৰ সন্মুখত কঁপি থাকিব লাগিলহেতেন।”

“উস, মোৰ ঈশ্বৰ, মই যে কেতিয়াও এই বিষয়ে ভবাই নাছিলো। ঠিক একে কথা-এজন অতি বিচক্ষণ হ’ব নোৱাৰে। তাৰোপৰি মোৰ স্নু ঘৈণী আৰু ল’ৰা-ছোৱালীহঁতৰ কথাও মই নিশ্চয় ভাবিব লাগিব।”

ধূর্ত্তালিৰ চাৱনিৰে তেওঁ ফেলিস্কলৈ চায় ক’লে “মই তাইক দ্রেছডেনলৈকে পঠিয়াবলৈ সিদ্ধান্ত কৰিছোঁ। কামৰ খাতিৰত মই প্ৰায়েই তালৈ গৈ থাকিবই লাগিব।”

নিজক লৈ তেওঁ ইমান সুখী হৈছিল যে তেওঁ নিজৰ চাৰিওফালে ৰোপন কৰিবলৈ বিচাৰিলে সুখ। “এতিয়া বাৰু আমি কামৰ কথাকে পাতোঁইক।” মেজখনৰ সংকীর্ণ চেল্‌ফখনৰ বিপৰীতে ভাৰ সাম্য ৰক্ষা কৰি তেওঁ ক’লে।

“আপোনাৰ ভজন কীর্ত্তনটোৰ কাৰণে অর্কেষ্ট্ৰাৰ প্ৰয়োজন নাই জানো? গিৰানভাজ বাৰু কেনে হ’ব?” “এইটো বিস্ময়জনক হ’ব কিন্তু মই এই কীর্ত্তন কার্য্যত পৰিণত নকৰোঁ।”

“কি? আপুনি এইটো কৰিব নোৱাৰে। অতীতৰ গোলমাল আৰু জুলুমবোৰৰ পৰা মানুহবোৰক বিচ্ছিন্ন কৰি আনিবলৈ আমি সিহঁতক কিবা দিব লাগিব।” তেওঁ আতৰি গ’ল। ভজন কীর্ত্তনটো প্ৰদর্শন কৰা মানুহে বিচাৰিছে। মহামান্য ধর্ম্মাধিকাৰে এইটো কামনা কৰিছে, তেওঁ, মেয়ৰে বিচাৰিছে। এইটো সম্পন্ন নকৰিলে হয়তো তেওঁক কোনেও ক্ষমা নকৰিব। শিল্পীহিচাবে এইটো তেওঁৰ কর্ত্তব্যও, চেস্কনিৰ প্ৰথম নাগৰিক হিচাবে এইয়া তেওঁৰ কর্ত্তব্য, এজন জার্ম্মাণ হিচাবে······

তেওঁক কবলৈ দি ফেলিস্কে অন্যমনস্কতাৰে শুনিলে। চকু তেওঁৰ আধামুদ খায় আছিল। প্ৰকৃততে এটা বিশাল অর্কেষ্ট্ৰাৰ উৎকৃষ্ট গায়কমণ্ডলীৰ সৈতে যিটোৰ উদ্দেশ্যে এইটো লিখা হৈছিল সেই চেইণ্ট থমাচ গীর্জ্জাত এইটো গোৱালৈ বিস্ময়জনক যেন লাগিব। তেওঁৰ সপোনৰ দৰেই প্ৰকৃততে এইটো হ’ব উৎসৱ। জোহাম চেবাষ্টিয়ান

বাচৰ উচৰ্গিত তেওঁৰ অসাধাৰণ প্ৰতিভাৰ যোগ্য হব—কিন্তু চিলেটী—

ভেৰীৰ দৰে ধ্বনি কৰি মেয়ৰে ক'লে—"আপুনি শুনা নাই, এইয়া মই কৈছো আপুনি গিৱানভাজ পাব পাৰে, আপুনি পাব পাৰে লিপ্‌জিগৰ শিল্পীৰ সমাজ, আপুনি বিচৰা সকলো ধন। আৰু আপুনিচোন আধাটোপনীত। কি হ'ল আপোনাৰ ?"

থিয় হৈ ফেলিস্কে ক'লে "মই বৰ শ্ৰান্ত হৈছোঁ। মই আপোনাক জানিবলৈ দিম। মেগডালেনাৰ বাবেহে মই আপোনাক দেখা কৰিবলৈ আহিছিলো। তাইৰ কোনো পৰিজন নাই। তাইৰ শ'টোৰ স্বত্ব বিচাৰি আৰু তাইৰ অন্ত্যেষ্টিক্ৰিয়াৰ ব্যৱস্থা কৰিবলৈ মই আহিছোঁ।"

অধৈৰ্য্যেৰে মেয়ৰে হাতেৰে ঠাৰ দি মেজখনৰ ওচৰলৈ উভতি আহি ক'লে "আপুনি যি বিচাৰে কৰিব পাৰে।" আত্মসম্বৰণ কৰি তেওঁ ক'লে "মাত্ৰ কেইজনমান মানুহৰ সৈতে মুনিচুনিসময়ত অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰি পেলাব। তাৰ বাহিৰেও তাই আছিল নিচলা—" কান্ধটো জোকাৰি তেওঁ পুনৰ উইলহেলম কুৰ্গেৰিৰ প্ৰশংসাবাদলৈ উভতি আহিল। যি সকললোকৰ তেওঁ প্ৰিয় আৰু যিসকলে তেওঁক-জানিছিল সেই সকললোকে লিপ্‌জিগ চহৰৰ প্ৰথম কাউন্সিলাৰ, ৰাইজৰ সেৱকজনৰ আকস্মিক বাধাত উচাপ্‌ খালে, আৰু এতিয়া ই মৰ্ম্মপীড়া দিলে।

চেচিলীয়ে সুধিলে "আৰু সেইকাৰণে তেওঁ কি ক'লে ?" "গিৱানভাজ আৰু প্ৰয়োজনীয় সকলো ধন মই পাব পাৰোঁ।" তেওঁবিলাকৰ দিনটোৰ কৰ্ম্ম পদ্ধতিৰ এইয়া আছিল শেষ বিধান। তেওঁবিলাকৰ ওঁঠে ওঁঠে লাগিছিল কিন্তু এতিয়াও চেচিলী ভিতৰি ক্ষিপ্ত হৈ আছিল, এতিয়াও বৈৰী ভাবাপন্ন হৈ আছিল। ভজনগীতটো কাৰ্য্যত পৰিণত কৰি তুলিবলৈ একাদিক্ৰমে লাগিব ছমাহ অতি মানবিক যত্ন। ই ফেলিস্কক মাৰি পেলাব।

"তুমি কি কলা ?"

"মই তেওঁক জনাম বুলি কলো।"

এক দীঘল বিৰতি।

"তুমি এইটো কৰিবলৈ ভাল পাবা নহয় জানো? সঁচা কথা কোৱা।"

"চেচিলী প্ৰশ্ন সেইটো নহয়।"

"তেন্তে সেইটো কি?"

"মই কৰিম নে নকৰিম?"

"তুমি বাৰু কি ভাবিছা?"

"তুমি যদি এই বিষয়ত মোৰ লগত নেথাকা তেন্তে মই এইটো নকৰিম। আৰু তুমি যদি এইয়া অনুচিত বুলি ভাবা তেন্তে মোৰ কাষত তোমাক থিয় দিবলৈ ক'বলৈ মোৰ অধিকাৰ আছে বুলি মই নেভাবো।"

আন এটা বিৰতি—

"ই তোমাক মাৰিব মই জানো।"

"ইয়াত কোনো নিশ্চয়তা নাই যে ই মাৰিব। আনকি যদিহে ই মাৰেও তেন্তে মই সুখতেই মৃত্যু বৰণ কৰিম।" "তুমি কৰিবাই। পাছে মোৰ আৰু ল'ৰা-ছোৱালী কেইটাৰ হ'ব কি বাৰু? আমি একোৱেই নহয়নে?"

"তুমি জানা যে তুমি সৰ্ববস্ব। কিন্তু মোৰ এই কাম মই কৰিব পৰাহেতেন তুমি গৌৰৱান্বিত হলাহেতেন।" "হয়, মই তোমাক নিদিওঁ। মই গৌৰবান্বিত বিধবা হ'বলৈ নিবিচাৰোঁ। মই বিচাৰিছো সুখী পত্নী হবলৈ।" চকুৰ পৰা তেওঁৰ লোতক বাগৰি আহিল। "আনকি অতি দুখীয়া হৈয়ো।" তাৰ পাছত স্নেহাশিক্ত ক্ৰোধেৰে ক'লে "মই তোমাক ঘিণ্ কৰোঁ, মই প্ৰত্যেককে ঘিণ কৰোঁ।" অসন্তোষেৰে ভোৰ ভোৰায় তেওঁ ফেলিস্কৰ পৰা শুবলৈ বুলি বিদায় লওঁতে তেওঁ পত্নীৰ নাকৰ আগত কোমল মৰমী চুমা এটা খালে।

মেয়ৰৰ ইচ্ছা অনুসৰি মুনিচুনি বেলিকা মেগডালেনাৰ অন্ত্যেষ্টি-ক্ৰিয়া হৈ গ'ল। যাজক হেগেনে কৰিলে পৌৰহিত্য। কোনো বক্তৃতা ভাত হোৱা নাছিল। মাত্ৰ আহিছিল এমুঠি লোক। কফিন মাটিলৈ নিয়ামাত্ৰকে তেওঁবিলাক গুচি গ'ল।

সৰ্ব্বশেহত তাৰ পৰা যাবলৈ ধৰিলে চেচিলী আৰু ফেলিস্ক। নিৰ্জ্জতাৰ মাজত ধীৰ গতিৰে খোজকাঢ়ি অতিক্ৰম কৰি গৈছিল বৰফেৰে ঢাক খায় থকা সমাধিবোৰ। মুনিচুনি পোহৰত বহু দূৰণিত শিলৰ ফলিৰ খোৱা বৰণীয়া আকাশত কুঙ্কুমবৰণৰ এটুকুৰা গভীৰভাবে কটাঘা তেওঁৰ চকুত পৰিছিল।

এতিয়া তেওঁবিলাকে অতিক্ৰম কৰি গৈছিল জপনাখনৰ আটাইতকৈ ওচৰত থকা 'নিছিলা' সকলৰ অংশই দি।

তেওঁ হাওলি কলে—"চোৱা ফেলিস্ক"—

"এইটো কি ?" 'এইটো আন এটা সমাধি আছিল মাত্ৰ মূৰৰ ফালে থকা পেৰেঙ্গনিডাল আছিল সুলভ ওক্ কাঠৰ। "পঢ়া পেৰেঙ্গনিৰ ওপৰৰ কথাখিনি।"

কিছুমান আখৰ প্ৰায় বুজাৰ অতীত হৈ অস্পষ্ট হৈ পৰিছিল। কিছুমান এতিয়াও বুজিব পৰা হৈ আছিল।

"জোহান চেবাষ্টিয়ান বাচ"।

ঘন হৈ অহা গধূলিৰ মাজত তেওঁবিলাক খন্তেক পৰ স্তব্ধ হৈ ৰ'ল। আন কি বৰফবোৰো খোৱা বৰণীয়া হৈ পৰিছিল। তেওঁ চেচিলীলৈ চালে—দেখিলে তাত আছিল চকুলোৰ দাগ। গুণগুনায় চেচিলীয়ে ক'লে "তেওঁ ইমান দিন অপেক্ষা কৰিলে।" তেওঁবিলাকে ইজনে সিজনলৈ চালে, মূৰ দুপিয়ালে। "মই তোমালোক দুয়োজনৰ লগত যুঁজ দিব নোৱাৰোঁ।" নিচেই সৰু কৈ মৃদুভাবে চেচিলীয়ে ক'লে।

তেওঁ শোৱা পাটিত পৰি আছিল। তন্দ্ৰা বা নিদ্ৰা কোনোটোৱেই তেওঁৰ নাছিল। এই উশাহ বন্ধ হৈ যোৱা অবিশ্বাস্য বিষয়টোত ধীৰে নিজকে খাপ খুৱাইছিল—এইটো আছিল ইষ্টাৰৰ পূৰ্ব্ববৰ্ত্তী দেওবাৰটো আৰু তেওঁ এতিয়াও জীয়াই আছে।

কাণ ঢাকিলোৱা বাৰজন বলিষ্ঠ মানুহে চেইণ্ট থমাচৰ ঘণ্টাবোৰৰ প্ৰত্যেকটো ঘণ্টাকে এঘণ্টাতকৈয়ো সৰহ সময় গুৰুগম্ভীৰ গৰ্জ্জনেৰে দোলা দি এপ্ৰিলৰ আকাশ ঘণ্টাৰ ঝনঝনিৰে তোলপাৰ লগালে। প্লেইজৰ সিফালে ঘণ্টাৰ ধ্বনিৰে প্ৰত্যুত্তৰ দিলে চেইণ্ট জনে। দূৰণিৰ

এধানি নোৱেঁ মন্দিৰটোৱে, দুখীয়াৰ উপাসনা গৃহটোৱে চুবুৰীয়াক সিঁচি দিছিল উল্লাসধ্বনি।

তথাপিও তেওঁ অলৰ অচৰ হৈ পৰি আছিল।

সচাঁকৈয়ে এইটো আছিল ইষ্টাৰৰ সেই পূৰ্ব্ববৰ্ত্তী ৰবিবাৰটো। এটোৱেই আছিল সকলোতকৈ আচৰিত কথা। যোৱা ছয় সপ্তাহত কেতিয়াবা এনে লাগিছিল যেন এইটো কোনো কালেই নাহিব। আন সকলৰ কাৰণে আকৌ এইটো আহিছিল অতি সোনকালে। ঠিক আন যি কোনো দিনৰ দৰে বৰ বেগেৰে বা বৰ ধীৰেৰে নহাকৈ এইটো অহৰ্নিশে আহিয়েই আছিল নিজৰ বাটেদি, নিঃশেষ হৈ যোৱা সময়ৰ মহাসাগৰলৈ বাগৰি যাবলৈ মাত্ৰ আগদিনাৰ ঘণ্টা, মিনিট, চেকেণ্ড বোৰৰ বাবে প্ৰতীক্ষা কৰি। এতিয়া এইটোৰ সময় আহিল। ঘণ্টাৰ ধ্বনিৰে কোঢাল হলেও এইটো আছিল বসন্তৰ এটি শুভদিন। খিড়িকীয়েদি ভাহি আহিছিল মৃদু সমীৰণ। যেন এইটো বৰদিনৰ উৎসৱহে এনেদৰে ল'ৰা-ছোৱালীবোৰ উত্ৰাৱল হৈ পৰিছিল আৰু ঘৰটোত মানুহেৰে ভৰি পৰিছিল। আৰু যেতিয়া লিপ্‌জিগৰ প্ৰত্যেকেই কেতিয়াবাই শোৱাৰ পৰা উঠিছিল তেওঁ কিন্তু এলাহেৰে আৰু সুখেৰে উপভোগ কৰি আছিল এই সকলোবোৰ• আৰম্ভ হোৱাৰ পূৰ্ব্বে এই শেষ মুহূৰ্ত্তৰ নিৰ্জ্জনতাকণ, আৰু উশাহ লবলৈ সময় নেথাকিব। বিস্ময়ত হতভম্ভ হোৱাৰ দৰে কেইমুহূৰ্ত্তমানৰ ভিতৰতে এই সকলোবোৰ হৈ যাব। ইতিমধ্যে এই বৈশিষ্ট্যপূৰ্ণ অনুপম ৰবিবাৰটো প্ৰবলস্ৰোতেৰে অদম্যগতিৰে আগবাঢ়ি গৈ আছিল। আজি নিশালৈ এইটো জলপ্ৰপাতৰ দৰে উপচি পৰিব, আৰু ঠিক পাৰহৈ যোৱা আন এটা ৰবিবাৰৰ দৰে এইটো মাজনিশালৈ শূন্যত বিলীন হৈ যাব। কিন্তু তেওঁৰ বাবে এইটো বিলীন নহয়। তেওঁৰ কাৰণে এইটোৰ কেতিয়াও মৃত্যু নহয়। সাধাৰণ কথা কাৰণ এইয়া তেওঁৰ বাবে অবিস্মৰণীয় ঘটনা। এইটো তেওঁৰ অংশস্বৰূপ। তেওঁৰ যেতিয়া মৃত্যু হ'ব—এইটো তেওঁ লগত লৈ যাব।

আচৰিত কথা। একোটা দিন একোজন মানুহৰ কাৰণে কিমান বেচি

গুৰুত্বপূৰ্ণ হ'ব পাৰে! এজনৰ জীৱনৰ প্ৰধান ঘটনা সমূহলৈ লৈ যোৱা ঘটনাবোৰৰ এই অনুক্ৰমত ভৱিষ্যতৰ পূৰ্ব্বাভাষ আৰু গোপন অৰ্থ বুজি বিষয় কল্পনা কৰিবলৈ আৰম্ভ কৰাটো হাঁহি উঠা কথা। ঠিক একেদৰেই, হাঁহি উঠা কথা হওক বা নহওক এইটো এনে লাগিছিল যেন এই সকলোবোৰ কোনো শক্তিৰ দ্বাৰা, কোনো সাৰ্বভৌম ক্ষমতা সম্পন্ন শক্তিৰ দ্বাৰা সিদ্ধান্ত কৰি থোৱা হৈছিল। হয়তো পৰমেশ্বৰে···যেইহওক কোনোবা এক ঐশ্বৰিক শক্তিৰদ্বাৰা, যি হয়তো ক'লেহেতেন "জেকব লাডউইগ ফেলিস্ক মেণ্ডেলচন···এতিয়া আমাক চাবলৈ দিয়া···হামবুৰ্গত ১৮০৯ চনত জন্ম হৈছিল, বাৰ্লিনৰ এটা আঢ্যৱন্ত আৰু সুন্দৰ পৰিয়ালত ডাঙৰ হৈছিল। তেওঁ সঙ্গীত বিশাৰদ হৈ কিছুমান শ্ৰেষ্ঠ সঙ্গীত ৰচনা কৰিছিল, আৰু তেওঁৰ ৰচা কিছুমান সঙ্গীত সিমান ভাল হোৱা নাছিল। তেওঁৰ সুখ্যাতি হৈছিল। জাৰ্ম্মানীৰ সকলোতকৈ মৰম লগা ছোৱালীজনীক তেওঁ বিয়া কৰালে আৰু সুন্দৰ লৰা-ছোৱালী তেওঁৰ হ'ল। তেওঁ পৰিচালনা কৰিছিল গিৱানডাজ অৰ্কেষ্ট্ৰা আৰু প্ৰথমবাৰৰ বাবে ছুবাটৰ অসম্পূৰ্ণ চিম্ফনি পৰিচালনা কৰি প্ৰদৰ্শন কৰিছিল। তেৱেঁই লিপ্‌জিগ কনজাৰভেটৰীয়াম স্থাপন কৰিছিল আৰু ইয়াত পৰিচালকৰ কামো কৰিছিল। কিন্তু এইবোৰ কোনো বিষয়েই তেওঁৰ জীৱনৰ মুখ্য উদ্দেশ্য হোৱা নাছিল। তেওঁ পৃথিবীত থকাৰ উদ্দেশ্য হৈছিল ওঠৰ শ শতিকাৰ কোনো অখ্যাত শিক্ষক জোহান চেবাষ্টিয়ান বাচৰ ৰচিত প্ৰাচীন গীৰ্জ্জাঘৰৰ এড্ৰোখৰ পৱিত্ৰ সঙ্গীত কাৰ্য্যত পৰিণত কৰি তোলা। সেইয়াই সকলো। তেওঁৰ বাবে আৰু অধিক আশা কৰিব নোৱাৰি। আনসকলে তাৰপৰাই আহৰণ কৰিব······

কি ইয়াৰ অৰ্থ, ক'লৈ ই লৈ যাব, কোনোৱে হয়তো বুজিব পৰা নাছিল। অদৃশ্য কোনোহাতে কৌশলেৰে আৰু সৰ্পিল গতিৰে এই সকলো বিলাক আয়োজন কৰি থকাৰ কাৰণে। ধৰক বাৰু কি হ'লহেতেন যদিহে গুদামঘৰত মাননীয় বৃদ্ধ জেলটাৰে বিচাৰি নেপালেহেতেন এই ভজন কীৰ্ত্তনৰ শেষৰ চাৰিপৃষ্ঠা? কি হলহেতেন বাৰু যদি তেওঁ ফেলিস্কৰ সঙ্গীতৰ শিক্ষক নহ'লহেতেন? তাৰ উপৰিও বাৰ্লিনতচোন

আনসকল শিক্ষকো আছিল। যদি-যদি সোণৰ ক্রুছটো ধৰি ছাই-বৰণীয়া মুখখনৰে সৈতে যেতিয়া ধৰ্ম্মযাজক তেওঁৰ অফিচখোটালীলৈ সোমায় আহিছিল তেতিয়ালৈকে অনিশ্চয় ভাবে তুমি এইদৰে গৈ থাকিব পাৰিলাহেতেন। মানুহ আৰু ঘটনাৰ এইটো আছিল ধীৰে বিবৰ্ধিত হোৱা বিষয় আৰু প্ৰত্যেকটোৱেই কোনো নিৰ্দ্দিষ্ট বিষয় সম্পূৰ্ণ কৰি তুলিছিল, প্ৰত্যেকটোৱে প্ৰত্যুত্তৰৰ দৰে নিজস্থানত পৰিছিল, আবেগ-প্ৰবণতাৰ মাজত খেপিয়ায় উজুটিখায় ওচৰ চপাই আনিছিল নিৰ্দ্দিষ্ট প্ৰস্তাৱ। এই সকলোবোৰৰ বিষয়ে কি অৰ্থ হয় ভাবি তেওঁ আচৰিত হৈছিল আৰু বহু পলমে সম্পূৰ্ণ অৰ্থটো বুজিব পাৰি এইবিষয়ে তেওঁ যৎকিঞ্চিতহে কৰিব পাৰিছিল।···কিন্তু সেই হাতখনে তেওঁক পথত ৰাখিলে আৰু তেওঁক আগবঢ়ায় দিলে। তেওঁকেই সৰ্ববময়ে বাচি ললে। ঈশ্বৰক তেওঁ ধন্যবাদ দিলে। ঈশ্বৰক তেওঁ ধন্যবাদ দিলে এই মহৎ-কামটোৰ ভাৰ তেওঁক অৰ্পণ কৰাৰ কাৰণে—এজন সুৰকাৰক বিশ্বৰ সকলোবিলাক সুৰকাৰৰ গুৰুজনক মহৎ সেৱা দিয়াৰ সুবিধাৰ বাবে—আৰু ধৰ্ম্মবিশ্বাসত জন্মগ্ৰহণ কৰি খ্ৰীষ্টিয়ান সকলক তেওঁবিলাকৰ শ্ৰেষ্ঠ ভজন কীৰ্ত্তনটো ঘূৰাই দিবলৈ পোৱা সন্মানৰ বাবে। এই শেষৰ সপ্তাহবোৰত যি সংগ্ৰাম, নিকৃষ্টম্ আৰু মেৰুদণ্ড ভাঙি দিয়া নিৰ্য্যাতনৰ সন্মুখীন তেওঁ হ'ব লগা হৈছিল এইবোৰ শেহত বৃথাই নগ'ল। এইটো ইয়াৰ উপযুক্তই আছিল—এই মানসিক আৰু দৈহিক পীড়ন। এই কাৰণে জীয়াই থকাটো উপযুক্ত হৈছে।

পৃথিবীত ক'ত বাৰু চেচিলী আছেগৈহোঁ?···শোৱাপাটিতে পুৱাৰ জলপান খালে তেওঁ বৰ বেয়া পাবনেকি বাৰু? তাৰ উপৰিও আজিৰ দিনটো এটা বিশেষ দিনচোন! চেচিলীয়ে শোৱাপাটীতে জলপান খোৱা বিষয়টো কাহানিও ভালপোৱা নাছিল। তেওঁৰ মতে এইটো-ভোজন বিলাস আৰু পাপ। শোৱা পাটীতে জুতিলগা আহাৰ খায় আনন্দ লাভ কৰিবৰ কাৰণে তেওঁ চেচিলীৰ মত পৰিবৰ্ত্তন কৰিবলৈ জীৱনৰ বাকীচোৱা সময় উচৰ্গা কৰিব।

ইতিমধ্যে আলহী অতিথিৰে ঘৰ ভৰি গৈছে। এই বিজয়ক্ষণত

তেওঁ এগৰাকী সম্পূৰ্ণ গৃহিনী হৈ প্ৰত্যেকটো বিষয় তদাৰক কৰি, প্ৰত্যেকৰে প্ৰতি মনোযোগ দি, প্ৰত্যেককে আৰাম দি হয়তো তেওঁ লৰা-ধপৰাকৈ ঘূৰি ফুৰিছে। মোহময়ী, আশ্চৰ্য্য মোৰ চিলেটী—যোৱা কালি তেওঁৰ মাক আহি পাইছেহি।' দীঘলীয়া ভ্ৰমণ স্বত্বেও তেওঁক বেচ সতেজ আৰু অসম্ভৱ মাৰ্জ্জিত লাগিছে। তেওঁৰ লগত তেওঁৰ ভায়েক চওচহেও আহিছে। বায়েকে তেওঁক বেঙ্কৰ পৰা টানি আনোঁতে তেওঁ বিমূঢ় হৈছিল আৰু বিস্ময় মানিছিল। সেই জিন্‌কেনাডৰ শক্তিশালী প্ৰাণীবোৰ এই তিৰোতা সকল···তেওঁৰ বায়েক ফেনী ইয়াত আছেহি। তেওঁক আশীৰ্ব্বাদ দিয়া। ইমানচোৱা বাট তেওঁ স্বামীক লগত লৈ কৰ্লিনৰ পৰা আহিছে—এই প্ৰদৰ্শনত যোগদান দিবলৈকে। আইৰ মৃত্যুহোৱাত ফেনীয়েই ৩, লিপ্‌জিগৰ দূৰ্গৰক্ষী আছিল। আনকি পলো আহিছে। সম্ভৱ তলৰ মহলাৰ খোৱাঘৰত সি জলপান খাইছে চাগৈ। খাওতে হয়তো ৰং তামচা কৰি গুস্তভৰ লগত কথা পাতিছে নহলে বিত্ত সম্পৰ্কীয় খবৰ বোৰকে পঢ়িছে। ওমলা ঘৰটোত কল-গুঞ্জন। মাজে সময়ে কোনোবাজনে আহি দুৱাৰ খন মুকলি কৰি দিওঁতে শিশুৰ কলগুঞ্জন শুনিবলৈ পোৱা গৈছিল। কিহৰ কাৰণে সিহঁত উত্‌ৰাৱল হৈছিল এধানমানো কাৰণ নজনাকৈয়ে সিহঁত উত্তেজনাত ভাঙি পৰিছিল। হয়তো এইয়াই শৈশৱ—অকাৰণতে সুখী হ'ব পৰাটো। বাহিৰত আলিবাটৰ ওপৰত জনতাৰ গুঞ্জনধ্বনি। মানুহবোৰে কৰা অদ্ভুত গুন্‌গুন্ ধ্বনিবোৰ তেওঁ বুজিব পাৰিছিল—এতিয়া ক'ত?···নিশ্চয় দাছেলড্ৰফত। ৰাইন উৎসৱৰ সময়ত···উস, মাত্ৰ যদিহে দেউতা ইয়াত থাকিলহেতেন—কিমান খিনি তেওঁ গৌৰৱ অনুভব কৰিলেহেতেন। তেওঁ গল খেকাৰি মাৰি কণ্ঠ পৰিষ্কাৰ কৰি কলেহেতেন "জেকব মই বৰং তোমাৰ বাবে সুখী হৈছো, এতিয়া তোমাৰ ককা দেউতাৰ মোজেছ—"

আৰু ঈশ্বৰক ধন্যবাদ যে সপ্তাহ জুৰি বৰষুণ হোৱাৰদৰে সেইদিনা বৰষুণ দিয়া নাছিল। আজি বতৰ ফৰকাল আছিল। বতাহো আহিল। "এই বিশিষ্ট ৰবিবাৰটোৰ বতৰ যেনে হোৱা উচিত তেনেই

হৈছিল। হয়তো ইয়াৰ কাৰণেও চেচিলীয়ে প্ৰাৰ্থনা কৰিছিল। মিঠা মুখেৰে ফুচুলাই যিকোনো কাম আদায় কৰিব পৰা ধনী আৰু গৰম মেজাজী মোমায়েকৰ দৰে তেওঁ ঈশ্বৰলৈ চাইছিল—আৰু সাধাৰণতে কৰিছিলো।

যোৱা দু'সপ্তাহত ইমানবোৰ ঘটনা ঘটিল যে একোৱেই তেওঁৰ মনত গভীৰ সাঁচ বহুৱাব নোৱাৰিলে। তেওঁৰ কাৰণে এইটো আছিল সঙ্কেতৰ কাৰণে মুখ মেলি তেওঁৰ ফালে চাই একাকাৰ হৈ যোৱা শ্ৰেণীবদ্ধ ভাবে থকা গায়কমণ্ডলী, বাজি থকা বাদ্য, মেজখনৰ এমূৰে সৰু লাঠিডালেৰে আঘাত কৰি আদেশ দি দৌৰা দৌৰিকৈ ঘূৰি ফুৰা স্মীমিড্ আৰু ক্ষীপ্ৰতাৰে সমাপ্ত কৰা নিশাৰ ভোজন। কিমান নিৰ্য্যাতন তেওঁ আৰু সহ্য কৰিব ভাবি বিস্ময় মানি চেচিলীয়ে তেওঁৰ ফালে গৌৰৱ আৰু যন্ত্ৰণাৰ সানমিহলিৰে চাইছিল। এক ৰকম যৌথ উত্তেজনা চহৰখনলৈ নামি আহিছিল। প্ৰত্যেকেই বিচাৰিলে ক্ষতি পূৰণ কৰিবলৈ। তেওঁবিলাকৰ ঘৰলৈ পুনৰ আহিবলৈ লৈছিল মহিলা সকলে। চেচিলী উভতি অহাত কিমান সুখী তেওঁবিলাক হৈছে—তেওঁবিলাকে তেওঁক কৈছিল। অৱশ্যে ইলচা মূলাৰো আহিছিল··· এগৰাকী প্ৰকৃত বন্ধু। কাউন্সিলৰ সভ্যসকলৰ পত্নী, ট্ৰাষ্টিসকলৰ পত্নী, আন কি এমেলিয়া দোছেনবাচেও আধাথেলাৰ মূল্যৰ ফুলৰ তোৰা লৈ তালৈ আহিছিল আৰু অৱশ্যে লাট-বাহাদুৰো। তেওঁ এই ভজন কীৰ্ত্তনত যোগদান কৰিছিলহি মেগডালেনাৰ হত্যাৰ এসপ্তাহৰ পাছতে। এইটো তেওঁৰ আঁচনি আছিল। কিয়, সকলোৱেই জানে যে তেওঁ ইয়াৰ বাবেই আছিল।···এৰাতিৰ ভিতৰতে তেওঁ সঙ্গীত বিশেষজ্ঞ হৈ পৰিছিল, আৰু সোঁ হাতে, বাওঁ হাতে তেওঁ চাই ব্যৱহাৰ কৰিলে প্ৰয়োগিক বিজ্ঞান সংক্ৰান্তৰ পৰিভাষা। তেওঁ চিটি হলৰ পৰা উত্তম ভাবে উক্ত মত ঘোষণা কৰি ৰাইজক আৰু মহত্বৰ অধ্যৱসায়ৰ কাৰণে সনিৰ্বন্ধ মিনতি কৰিলে। নিজৰ অতি অসুবিধা সত্বেও আনকি তেওঁ ড্ৰেছডেনলৈ যাবলৈ আগবাঢ়ি আছিল। প্ৰয়োজনীয় চলোচিষ্টৰ অংশ পুৰাবলৈ তিনিজন অপেৰা গায়কক ছুটী দিয়াবলৈ ভন্ ওৱেৰলিংক

মাস্তি কৰাবলৈ সইত থালে। এনে দৃশ্য বিৰল আছিল। আৰু মুলাৰ আছিল ইয়াৰ মুধচন্দ্ৰ। নিজৰ বক্তৃতা সচাঁকৈয়ে তেওঁ বিশ্বাস কৰিব লগা হ'ল। আত্ম বঞ্চনা কৰিব পৰা এজন মানুহ কেনে ভাগ্যবান…

আন্তৰিকতাৰে যি জন লোকে ক্ষতি পুৰণ কৰিছিল তেওঁ আছিল যাজক হেগেন। চেইণ্ট থমাচ স্কুলৰ পাঠ তেওঁ স্থগিত ৰাখিছিল যাতে সিইঁতক ভজন কীৰ্ত্তনটো ভালদৰে শিকাব পৰা যায়। দিন বা ৰাতি যিকোনো সময়তে গীৰ্জ্জাৰ অৰ্গেনটো তেওঁ ব্যৱহাৰ কৰিবলৈ অনুমতি দিলে। আখৰাৰ অনুশীলন কৰিবলৈ দিলে গীৰ্জ্জাঘৰত। চুবুৰীয়া চহৰবোৰৰ পৰা গায়কৰ দল অনালে। কোনো লোকেই ইয়াতকৈ অধিক কৰিব নোৱাৰিলেহেতেন। এক পৰিমাণৰ শান্তি তেওঁলৈ আহিছিল। সৎভাবে পোৱা শান্তিপূৰ্ণ সুখ নহয়, প্ৰায়শ্চিত্ত কৰি পোৱা নম্ৰ অনুতাপীৰ সুখ।

কিন্তু সকলোতকৈ আচৰিত কথা হ'ল যে এই সকলোবোৰ আৰম্ভ হৈছিল মেগডালেনাৰ হত্যাৰে বৰফত ডোঙাবন্ধা তেজেৰে। কিহবাই ন্যায় আহ্বান কৰিছিল। উদাহৰণ স্বৰূপে মানুহৰ আচৰণলৈকে চাওক। কিয় আদবয়সীয়া গাঁৱলীয়া অভিনেত্ৰী এজনীৰ হত্যাই লিপ্‌জিগৰ দৰে এখন চহৰ আলোড়িত কৰি তুলিছে? উপাসনা গৃহৰ এজন যাজকৰ শান্তি বিধ্বস্ত কৰি তেওঁ নম্ৰ কৰিলে আৰু দয়াৰ পথলৈ আনিলে? ইয়াৰ গভীৰতা নিৰ্ণয় কৰিব নোৱাৰি। হয়তো সেই কাৰণেই এইটো লিখা হৈছিল যে ঈশ্বৰে গতি কৰে ৰহস্যজনক ভাবে।

তেওঁ শুনিলে দুৱাৰখন মুকলি হোৱা আৰু দলিছাৰ ওপৰত চেচিলীৰ সন্তৰ্পণ খোজ। তেওঁ আশা কৰাৰ দৰেই চেচিলীয়ে আহি তেওঁৰ ওপৰত হাওলি ক'লে—"প্ৰিয়তম তুমি এতিয়া হয়তো উঠিব লাগিব।" টোপনিত থকাৰ দৰে ভাও ধৰি থাকি তেওঁ চকুৰ পতাৰ ফাঁকেদি চেচিলীক মন কৰি থাকিল। কণ্ঠস্বৰত মিনতিৰ সুৰ আছিল। "অনুগ্ৰহ কৰি সোণটো, মই জানো তুমি বেচ ক্লান্ত, কিন্তু তুমি নিশ্চয়—"

চেচিলীৰ ওঁঠৰ চেঁচা পৰশ অনুভব কৰিলে আৰু তেওঁ চকু মেলিলে—

গাৰ ওপৰত ভৰদি তেওঁ ক'লে "মই এই চুমাটোৰ বাবেই বৈ আছিলো। বহাঁচোন আৰু মই অলপ তোমাক চাওঁ দেই।" নাম মাত্র চেচিলীক তেওঁ ভাল দেখিলে, মুঠেই নাম মাত্র। এই সপ্তাহবোৰত ঘৰুৱা পৰিবেশ আৰু লৰা-ছোৱালী কেইটাৰ উপস্থিতিয়ে সহায় কৰিছিল। কিন্তু গালকিখন হ'লে এতিয়াও শেঁতা পৰি আছিল। তেওঁৰ চকুৰ তলত কজলা বৰণীয়া দাগ্‌বোৰ নাছিল আনকি ফাৰ্মত হোৱা পানী লগাও তেওঁৰ ভাল হৈছিল। প্রায়েই তেওঁ শুনিছিল চেচিলীয়ে টোপনিতে কাঁহি থকা। চুইজাৰলেণ্ডে তেওঁক আৰোগ্য কৰিব।.

কিছুদিনৰ পৰা ফেলিস্কে নিজৰ প্রকৃত ভাববাশি গোপন কৰি বং ধেমালিৰ ভাও ধৰি কোৱাৰ দৰে ক'লে "তোমাৰ ইমান সময় নষ্ট কৰাৰ কাৰণে মোক ক্ষমা কৰিবা। কিন্তু মই ভাবি বিস্ময় মানিছো কেনেকৈ এজন কেলভিনিষ্টে এনেকুৱা আনন্দত বিহ্বল কৰা প্রাণী সৃষ্টি কৰিব পাৰে"। তেওঁ হাঁহিলে, হাঁহিটো মৰ্ম্মস্পৰ্শী আছিল; কিন্তু এই অপ্রত্যাশিত প্রশংসাত ভোল্ নগল। কোনো এগৰাকী নাৰীয়ে জানে আনতকৈ তেওঁ নিজকে শুৱনী কৰি তুলিব লাগে, কিয়নো আনতকৈ নিজে তেওঁ ভালদৰে জানিছিল কেনে তেওঁ অনুভব কৰে আৰু সৌন্দৰ্য্য আৰম্ভ হয় ভিতৰত···আৰু তেওঁৰ কাৰণে, তেওঁক কেনে দেখিছে মাত্র চেচিলীয়ে খুব ভালকৈ চাব পাৰে। তেওঁৰ মুখমণ্ডল মমত খোদাই কৰাৰ দৰে হৈছিল। নাকৰ হাড়ৰ ওপৰত থকা কঠিন চালখনৰ তলত হাড় ডাল ওলায় পৰিছিল। ক'লা ছাঁ বৰণীয়া কোটৰত চকুহালি পোত খাই গৈছিল গভীৰ ভাবে। নীলা সিৰবোৰ ফোপোলা কুম কিটালৈ বিয়পি পৰিছিল। শিলৰ দলিটোৰ পৰা হোৱা ঘা ডোখৰৰ সোঁ গালত কুৎচিত এটা ৰঙা দাগ্ বৈ গ'ল। মুখৰ কোণত গভীৰ কুঞ্চন হৈছিল যন্ত্রণা, ক্লান্তি আৰু অত্যধিক শ্রমত। আৰু দু মাহৰ পূৰ্ব্বে তেওঁ আনকি আঠত্রিশ বছৰীয়াও নাছিল আৰু তেওঁৰ বয়স এতিয়াও কুৰিবছৰ হে।

বিমৰ্ষ এটা হাঁহিৰে তেওঁ ক'লে "মই ভাবিছোঁ তুমি কি চিন্তা কৰিছা মই জানো ছাগে।"

"কি ?"

"যে আমি দুয়োকে মনোৰম প্ৰেতাত্মাৰ জোৰ দেখিছোঁ" চেচিলীয়ে পুত্তৌজনক ভাবে মুৰটো দুপিয়ালে মাত্ৰ।

"কিন্তু তুমি দেখিবা দুবছৰ চুইজাৰলেণ্ডত—আৰু আমি ইমান ভাল স্বাস্থ্য লাভ কৰিম যে আমাক দেখি তাৰ বলীষ্ঠ গাওঁ বাসীয়েই লাজত পৰিব। যেই হওক তুমি বাৰু উদ্বিগ্ন হোৱা নাইনে চেষ্টা কৰি চাবলৈ আমাৰ নতুন—"

নিজৰ উৎকণ্ঠা গোপন কৰিবলৈ চেষ্টা কৰি চেচিলীয়ে ক'লে—"তোমাঁৰ কেনে লাগিছে ? তুমি ভালকৈ শুইছিলানে ?"

"এটা শিলৰ দৰে, নহলে মৰাৰ দৰে মই শুইছিলো। তুমি তোমাৰ টোপোলা বান্ধিব পাৰা।"

"মোৰ সকলোবোৰ বন্ধা হৈ গৈছে। যি কোনো মুহূৰ্ত্ততে আমি ইয়াৰ পৰা যাব পাৰোঁ।"

দিনৰ পাছত দিন চেচিলীয়ে বান্ধিছিল। খস্তেকৰ জাননীতে যাবলৈ তেওঁ সাজু। এই দোহতীয়া সপ্তাহবোৰ ফেলিক্সৰ বাবে আছিল, ব্যস্ততাৰ আৰু চেচিলীৰ কাৰণে আছিল অন্তহীন প্ৰতীক্ষা।

চেচিলীয়ে সাৱধানে পৰামৰ্শ দি ক'লে "আজি নিশালৈ হয়তো সকলোবিলাক যাবগৈ, তেতিয়া হলে তুমি ইচ্ছা কৰিলে আমি কালিলৈকে যাবগৈ পাৰোঁ।"

"তুমি এইদৰে হে ভাবি থৈছানে ? তোমাৰ মাৰাৰ হ'বকি ?" "মামা থিয়োডোৰৰ ফ্ৰেঙ্কফোৰ্টত হেনো দৰকাৰী কাম আছে আৰু ফেনীয়ে গিৰিয়েকৰ সৈতে, পলক লগত লৈ নিশা খোৱাৰ পাছতে ৰেলেৰে যাবগৈ বোলে।"

"তেন্তে কালিলৈকে ভাল হ'ব—"তেওঁ ক'লে। প্ৰকৃততে তাৰ পৰা গুচি যাবৰ কাৰণে তেওঁ অধৈৰ্য্য হৈছিল। তেওঁ লিপজিগত যিমান দিন থাকিব সদায়েই থাকিব, কৰিব লগা বিষয়, দেখা কৰিবলৈ

থাকিব মানুহ। আৰু তেওঁ প্ৰায় নিঃশেষ হৈ আহিছে। ইয়াত তেওঁ আৰু অধিক দিন থাকিলে তেওঁ ভাগি পৰিব। এই শেহৰ দিনবোৰে তেওঁৰ মুৰ কামোৰণিবোৰ বঢ়াই তুলিছে, বিশেষকৈ গধূলিবোৰ, এটা দীঘল দিনৰ কঠোৰ শ্ৰমৰ পাছত।

"যিমান সোনকালে হয় সিমানেই মঙ্গল।"

"বেচ, একমিনিট আগতে তুমি মোক কি সুধিছিলা? মই কিবা বিষয়ত চিন্তিত হৈ আছিলোনেকি?"

"সেই আমাৰ নতুন বাগীখন! এইখন আনকি দেউতাৰখনতকৈয়ো বেচি ধুনীয়া। টেনজান হ'ব আমাৰ কাচোৱান। গুস্তভ বুঢ়া হৈ আহিছে।" চেচিলীয়ে মুৰ দুপিয়ালে।

তেওঁ হাঁহি ক'লে "বহুলোকৰ এটা বেয়া অভ্যাস আছে অৱশ্যে আমাৰ বাহিৰেহে।"

মাত্ৰে তেতিয়াহে খলপা লগোৱা মেজখনৰ কোণত পুৰাব জলপানৰ কাঁহীখন মন কৰিলে। কাৰণ তেওঁ ভাগৰত দুৰ্ব্বল হৈছিল। আৰু স্নায়ু অত্যধিক ভাবে উত্তেজিত হোৱাত সঙ্গতিহীন ভাবে এই দৃশ্যই তেওঁক বিচলিত কৰিলে।

চকু তেওঁৰ ঢুলঢুলীয়া হোৱা যেন লাগিল। তেওঁ ক'লে "চিলেটি তুমি মোক নষ্ট কৰিছা।"

"প্ৰিয়তম, মই তোমাক ইমান বেচিকৈয়ে নষ্ট কৰিব খুজিছোঁ ইমান বেচিকৈ—"

তেওঁ শেষ কৰিব নোৱাৰিলে। তেওঁৰ তলৰ ওঁঠখন কঁপিল আৰু মাতটো উচুপনিত ভাঙি পৰিল। প্ৰেম আৰু ভয়ৰ এক প্ৰচণ্ডতাত তেওঁ প্ৰিয়তমা পত্নীক সাবতি ধৰিলে। যেতিয়া ফেলিক্সে তেওঁৰ পিঠিখনত থপৰিয়াইছিল—নিজকে তেওঁ ক'লে হয়তো চেচিলীয়ে ভাবিছে তোমাৰ মৃত্যু নোহোৱালৈকে······আৰু ফেলিক্সে গুণ্‌গুণায় পুতৌজনক ভাবে চেচিলীৰ পিঠিটোত থপৰিয়ায় ভৰসা দিলে যিটোত কোনো-এজনেই পতিয়ন নগ'ল। "এতিয়া, এতিয়া······কেনেকুৱা তিৰোতা মই লাভ কৰিলো, তুমি দেখিবা সকলো ঠিক হৈ যাব—সকলো ঠিক হৈ

যাব।" দুয়ো জানিছিল এইয়া সচাঁ নাছিল। অৱশিষ্ট উত্তমখিনি আৰু তেওঁৰ কেইবছৰ মানৰ আয়ুস পিছৰ সপ্তাহবোৰে নিঃশেষ কৰি দিলে। তেওঁৰ মুৰ কামোৰণিটোৰ প্ৰকৃত স্বৰূপ চেচিলীয়ে জানিছিল। তেওঁ চেচিলীৰ বিহ্বল চাৱনি ধৰিব পাৰিছিল। যেতিয়া তেওঁ নিজৰ কপাললৈ হাতখন তুলিছিল তেওঁ তেতিয়া মন কৰিছিল চেচিলীৰ কঁপি থকা ওঁঠজুৰি। অৱশেহত তেওঁ স্বীকাৰ কৰি ক'লে "মই ভাবিছোঁ আমি দুয়ো ভাগৰিছোঁ—বৰ বেচিকৈয়ে ভাগৰিছোঁ।"

লাহেকৈ তেওঁ চেচিলীক ওচৰলৈ টানি আনি ক'লে যদি কান্দি থকা বন্ধ নকৰে তেন্তে তুমি চেইণ্ট থমাছ গীৰ্জ্জা ঘৰৰ সকলোতকৈ ভুমিয়েই অশুৱুণী তিৰোতা হ'বা।" হাতৰ পিঠিখনৰে চকু-লো মোহাৰি মুৰ দুপিয়ায় চেচিলীয়ে শেঁতা হাঁহি হাঁহিলে। তাৰ পাছত তেওঁ ভোক লগাৰ ভাও জুৰি খলপা থকা মেজখনৰ ফালে আঙুলি দেখুৱায় কৃত্ৰিম প্ৰাণবন্তুতাৰে কলে "সৌ তাত থকা কাঁহীখনে মোৰ যে কি উপকাৰ কৰিব ?"

কাঁহীখন আনি তেওঁ শোৱাপাটীৰ ওপৰত থওঁতে তেওঁ অভিযোগ কৰি ক'লে "মই ভিতৰলৈ সোমায় আহোঁতে আনকি তুমি সাৰে থকাও নাছিলা ?"

তেওঁ মুখমোছা গামোছাখন দেখুৱায় ক'লে "এতিয়া-বাৰু মোক কোৱাচোন সকলো কেনে আছে, মৰমৰ মামন ক'ত আছে ?"

ভ্ৰমণৰ ভাগৰত থকা স্বত্বেও মামনে ঢলপুৱাতে উঠি ঘৰটোত এবাৰ ঘূৰি পকি, খোৱাবস্তু থোৱা আলমাৰী কাপোৰ-কানি থোৱা নিৰ্জ্জন খোটালীটো, ভড়াল ঘৰ—প্ৰত্যেকটো চাই গ'লহি। আনকি চালৰ ওপৰৰ খোটালীটোও। অধ্যয়ন খোটালীত থকা সেই গ্ৰীক কণমান মূৰ্ত্তিটোৰ বাহিৰে তেওঁ প্ৰতিটো বিষয়কে ভাল পালে"—পিতৃ-মাতৃৰ প্ৰতি থকা বয়সস্থ সন্তানৰ দুৰ্ব্বলতাৰে হাঁহি ক'লে—"হে মোৰ ঈশ্বৰ আমি এইটো যে লুকুৱাবলৈকে পাহৰিলো। তেওঁ কি ক'লে বাৰু ?"

"তেওঁ কলে যে এইটো দেখিবলৈ বেয়া আৰু মান হানিকৰ।" "হয়, আমি ঠিক অশুৱনী মান হানিকৰ দম্পতিও।" স্নেহভৰে চেচিলীয়ে

ক'লে যে তেওঁ বুঢ়াহৈ আহিছে। তেওঁৰ পুৰণি কলীয়া নিয়ম কাৰ নো আছে।"

"আনহাতে তেখেতৰ ভাব ধাৰা চিৰন্তন। যিমান দিনলৈকে ইয়াত থাকিব শাহুসকল সিমান দিনলৈকে ইয়াত থাকিব সদায় ভদ্ৰমহিলা। তেখেতনো এতিয়া ক'ত আছে?" "মামাৰ লগত তেওঁচোন গীৰ্জ্জাঘৰলৈ ইতিমধ্যে গলেই। মই তেওঁক ক'ব খুজিছিলো যে অন্ততঃ দুঘণ্টা-মানলৈকে ধৰ্ম্মোপাসনাৰ কাম আৰম্ভ নহয় বুলি, পিছে তেখেতে ক'লে যে এডোখৰ ভাল ঠাই বিচাৰি লব খুজিছো আৰু ভগবানৰ গৃহতকৈ অপেক্ষা কৰাতকৈ আন ভাল ঠাই আছে বুলি তেওঁ হেনো ভাবিবই নোৱাৰে। আনকি এইটো যদি লুথেৰান গীৰ্জ্জাঘৰো হয়।"

ভৰ্ত্তি মুখেৰে তেওঁ ক'লে "আচৰিত মামন, মই তেওঁক ভালপাওঁ। তেওঁ বাৰু তবধ নেলাগিবনে স্বৰ্গলৈ গৈ তেওঁ যদি দেখেগৈ ঈশ্বৰ এজন মুছলমান নাইবা খ্ৰীষ্টিয়ান ধৰ্ম্মৰ ৰীতি অনুযায়ী ডুবাৰকৈ পবিত্ৰ জলদ্বাৰা অভিসিঞ্চন কৰাৰ মতবাদী হয়?" তেওঁ জিভাখনৰে কোমলকৈ শব্দ কৰি ক'লে "এইবোৰ বিষয়লৈ ধেমালি নকৰিবা কেলিস্ক! মানুহে কিবা এটাৰ ওপৰত আস্থা ৰাখিবই। ই তেওঁবিলাকক জীয়াই থকাত সহায় কৰে আৰু তেওঁবিলাকৰ মৃত্যুতো সহায় কৰে। আৰু তুমি অলপ লৰালৰি কৰাই ভাল। সাজকাপোৰ পিন্ধা। ইতিমধ্যেই বহুলোক তলৰ মহলাত গোটখাইছেহি আৰু মানুহ বেচিকৈ আহিয়েই আছে।"

"তেওঁবিলাকক নো লাগে কি?"

"তোমাক চাবলৈ। মই কাহানিও নেদেখা সেই মানুহবোৰ। হামবুৰ্গ, বাৰ্লিন, পেৰিচৰ পৰা আহিছে। আনকি লণ্ডনৰ পৰাও এজন আহিছে। কোনোবা ডাঙৰীয়া—আন কিবা—। কি কৰা উচিত গুস্তভে বুজিব পৰা নাছিল। সেই কাৰণে যেই কোনো লোকক্কে ভিতৰলৈ আহিবলৈ দিবলৈ কৈছোঁ। দৰ্শকেৰে সৈতে চহৰ খন ভাঙি পৰো যেন হৈছে। তেওঁবিলাকে কোৱা মেলা কৰা শুনিছোঁ বোলে হোটেলবোৰত একেখন শোৱা পাটিতে তিনিজন মানুহলৈকে শুবলগা হৈছে। আহা, সোনকাল কৰা।"

চুৰাৰে খনত এটা মৃদু টোকৰ পৰিল আৰু সোমায় আহিল ফেনী মেণ্ডেলচন হেনুছেল।

আগন্তুকে হাঁহি ক'লে—"শোৱা-পাটিতে জলপান খাইছানে? তাৰ পৰিবৰ্ত্তন নহ'ল আৰু। দেহি মোৰ চেচিলী—মই জানিছিলো ই যে তোমাৰ নীতি-নিয়ম উলজ্ঘা কৰি শেহলৈ নিজৰ বাটকে ল'ব—" ভায়েকৰ গালত ফেনীয়ে চুম্বন কৰিলে। পৰিহাস কৰি সৰু ভায়েকৰ সুৰেৰেই তেওঁ ক'লে—"তোমাৰো পাপ আছে হয়ে দেই। সেইবোৰ কথা মই চেচিলীক কৈ দিম।"

ভয় প্ৰদৰ্শনটো ফেনীয়ে উলাই কৰি ক'লে—"শোৱা-পাটিতে সদায় পুৱা জলপান খোৱাৰ তাৰ এটা হেপাঁহ আছিল। দেউতাই কৈছিল শেষ পৰিণামটো যে বেয়া হ'ব তাৰ এইটো ঠিক বুলি।"

গামোচা খনৰে মুখ-খন মোহাৰি তেওঁ ক'লে "মোৰ হেঁপাহ আছিল। আৰু যদি মোৰ বিষয়ে কিবা অপবাদ তোমাৰ বিয়পাব লগা আছে তেন্তে আশা কৰিছো—এইটো মোৰ মুখৰ আগত নকৰি যেন পাছত কৰা বুজিছানে?"

কথা কৈ থাকোঁতে হাঁহি থকা চকুহালিৰে তেওঁ বায়েকলৈ চালে। এগৰাকী বয়সস্থা গৃহিনী হিচাবে তোমাক পাছে আচৰিত ভাবে ভাল দেখিছো।" চেচিলীৰ ফালে ঘূৰি চাই ক'লে "পৰিয়ালটোৰ এইটো এটা বৈশিষ্ট্য—আমি মেণ্ডেলচনহঁত বয়সৰ লগে লগে অধিক শুৱনী হৈ যাওঁহক।"

তেওঁ সোঁত মোচ খোৱা গামোচাখন কাঁহিখনলৈ দলিমাৰি দি এটা স্বস্তিৰ নিঃশ্বাস পেলালে। "এইটো বৰ ভাল লাগিল। এতিয়া মই দিনটোৰ কঠোৰতাৰ সন্মুখীন হ'বলৈ প্ৰস্তুত বুজিছা।"

শোৱাপাটিৰ একোণৰ পৰা চেচিলী পিছলি আহি কাঁহীক্ষণ আতৰাই নি ক'লে—"তলত নো কি হৈছে মই চোৱাগৈয়েই মঙ্গল। তুমি উঠাই ভাল। অনুগ্ৰহ কৰি ফেনী তেওঁক উঠাই দিয়া।"

"মই বাৰু চেষ্টা কৰিম।"

চেচিলী যোৱাৰ লগে লগে তেওঁ পাছৰ পৰা মাত লগালে "গীৰ্জ্জালৈ

বাওনা হোৱাৰ আগতে তোমাক এবাৰ বাগিছাখনলৈ লৈ যোৱাৰ কথাটো মোক মনত পেলায় দিবা। মই তোমাক কিবা এটা দেখুৱাব খুজিছোঁ।"

চেচিলী গুচি যোৱা মাত্রকে ফেলিস্কে বায়েকলৈ নিৰবে চিন্তিত ভাবে চালে। স্মৃতিয়ে আৱৰা চকুৰে দুয়ো দুয়োলৈকে নিৰবে চাই স্তব্ধ হ'ল। হেপাঁহৰ হাঁহিবোৰ তেওঁবিলাকৰ ওঁঠত বিস্মৃত হৈ গ'ল। শৰৎ কালৰ বতাহত সৰি পৰা পাতৰ দৰে তেওঁবিলাকৰ মনৰ মাজত ঘূর্ণিত হ'ল তেওঁবিলাকৰ কেঁচা যৌৱনৰ কাহিনী। ঘূর্ণিত হ'ল তেওঁবিলাকৰ হৈ-চৈ ভৰা ৰং ধেমালি, চাৰিখন হাতেৰে বজোৱা দ্বৈত সঙ্গীত, ৰবিবৰীয়া গীত মাত, অতি ব্যয়বহুল নিশাৰ ভোজ, বন ভোজ,, বিশ্বাসত গোপনে ফুচফুচায় কোৱা প্রথম প্রেমত পৰাৰ কথাবোৰ এতিয়া সহজাত প্রবৃত্তিৰে তেওঁবিলাকে ইজনে সিজনৰ হাতত ধৰিলে—এক সার্ব্বজনীন অনামী ভয়েৰে, আসন্ন আৰু চূড়ান্ত বিচ্ছেদৰ পূর্ব্বাভাসেৰে।

অৱশেহত তেওঁ সুধিলে—"ফেন, তুমি সুখানে ? তোমাৰ গিৰিয়েৰা জন কেনে বাৰু ?"

তেওঁ চোন বছৰে বছৰে আৰু আচৰিত হৈ-যায়। লণ্ডনত তেওঁৰ এখন প্রদর্শনী হৈছিল, আৰু ৰাণীয়ে তেওঁৰ এখন পেইন্টিং কিনিলে, আৰু লৰা ছোৱালী কেইটাও তোৰ বৰ সুন্দৰ সুন্দৰ হৈছে অ। খন্তেক আগতে মই ওমর্লা ঘৰলৈ গৈ তোৰ অৰুণমানটোৰ সৈতে খেলিছিলো গৈ। আচৰিত, মাকৰ দৰেই সিহঁত আটাই-কেউটা সুন্দৰ হৈছে। পিছে চেচিলীক হে বৰ অবশ হোৱা যেন দেখিছোঁ।"

"মই জানো। তেওঁৰ কাৰণেই মই অস্থিৰ হৈছোঁ। মই তেওঁক চুইজাৰলেণ্ডলৈ লৈ যাবলৈ ব্যাকুল হৈছো।" ফেলিস্কে ফেনীৰ অনুসন্ধিৎসু চকুৰ দৃষ্টি বুজিব পাৰিলে। ফেনীৰ মনোভাব তেওঁৰ বোধগম্য হ'ল। "মোকো বৰ বেয়া দেখিছা নহয় জানো ?"

"তোৰো জিৰণিৰ আৱশ্যক হৈছে। এটা দীঘলীয়া জিৰণি।" তাৰপাছত অপ্রত্যাশিত ভাবে ফেণীয়ে ক'লে "সেই মূৰ কামোৰশিবোৰ—বৰ সাজ্ঘাতিক নহয়নে বাৰু ?" তেওঁৰ কপালৰ গাঠি

খোপা হ'ল। ফেনীয়ে তেওঁক কেনেকৈ বুজিলে। ফুচফুচায় ফেনীয়ে ক'লে সেইটো মোৰো আছে। সেইবোৰ এইখিনিৰ পৰাই আৰম্ভ হয়—নহয়নে বাৰু ? তেওঁ নিজৰ গলধনটো স্পৰ্শ কৰি দেখুৱালে। "চিকিৎসকে কলে যে ইয়াত আৰু অধিক কৰিব লগা একো নাই। সাধাৰণ কথা হ'ল বিশ্ৰাম আৰু প্ৰচুৰ পৰিমাণে পাখীৰ......"

জোৰ কৰি টানি অনা এটা হাঁহি মাৰি তেওঁ কিবা কব খোজোতেই তাহানিকালত কৰাৰ দৰে তেওঁৰ গাৰপৰা কম্বলখন আজুৰি কলে "এতিয়া উঠ, নহলে চেচিলীয়ে মোক খং কৰিব।"

তেওঁ ডাঢ়ি ক্ষুৰায় থকাৰ সময়তে প্ৰবলবেগেৰে চেচিলীয়ে খোটালীটোলৈ ভোৰ ভোৰায় সোমায় আহি উত্তেজনাৰে কলেহি "তলত এটা দল হৈছেগৈ। কাউন্সিলৰ সকলো সভ্যকে ধৰি মূলাৰ আহি উপস্থিত হৈছেহি। তেওঁবিলাক সকলোৱে অফিচৰ সাজ পিন্ধিছে। তেওঁবিলাক বেচ দেখনিয়াৰ হৈছে।"

যেতিয়া তেওঁ থুতৰিটোৰ তলৰ অংশইদি ক্ষুৰখন চলাইছিল তেওঁ হাঁহি ক'লে তেওঁবিলাকক শুৱনী দেখাৰ বিষয়ে মই নিশ্চিত। বিশেষকৈ খ্ৰীষ্টোফোক।" সোণৰ চেইন আৰু ৰঙাবৰণীয়া ভেলভেটৰ সাজ জোৰেৰে তুমি তেওঁক দেখা উচিত আছিল। তেওঁক ঠিক তেনেকুৱা লাগিছে...আৰু সেই ইংৰাজ ভদ্ৰলোকজন নামটো হ'ল চাৰ জৰ্জ্জ স্মাৰ্ট —তেৰোঁ আহিছে।" ফেলিস্ক স্তব্ধ হৈ গ'ল। ক্ষুৰখন তেওঁ শূন্যতে ধৰি বৈ থাকি ক'লে "হে মোৰ ভগবান, ইংলেণ্ডৰ পৰা ইমান চোৱা বাট..."

"কোননো তেওঁ ?"

"মাত্ৰ লণ্ডনৰ ফিলহাৰমণিক অৰ্কেষ্ট্ৰাৰ পৰিচালক সিমানেই। আৰু মোৰ সোণজনী, তাকেই মই অৰ্কেষ্ট্ৰাৰ আখ্যা দিছোঁ। তেওঁ মোক দিছিল প্ৰথম সুযোগ।" কেই চেকেণ্ড মানৰ বাবে তেওঁ উভতি গ'ল চাৰ জৰ্জ্জৰ অফিচলৈ...মেৰীয়া—মাননীয় স্মাৰ্ট "আপুনি এজন ডাঙৰ ঠগ......

ক্ষীপ্ৰতাৰে তেওঁ ডাঢ়ি ক্ষুৰাবলৈ আৰম্ভ কৰিলে। "মই কওঁ তোমাক চিলেটি, বৃটিচ সকল আচৰিত লোক।" "এৰা, তুমি আৰু

তোমাৰ ব্ৰুটিচ," —চেচিলীয়ে পৰিহাস কৰিয়েই ক'লে। কিয়নো ব্ৰুটিচৰ চৰিত্ৰ, ৰীতি-নীতিৰ প্ৰতি ফেলিস্কৰ আছিল শ্ৰদ্ধা।

"আন সকলোবোৰৰ দৰেই তেওঁবিলাকৰো আছে কিছুমান ভাল আৰু কিছুমান বেয়া।"

"এৰা, কিন্তু যেতিয়া তেওঁবিলাক ভাল, তেওঁবিলাক—"অ! মই পাহৰিছিলোৱেই শ্ৰীমতী ৰেইমন বুলিবৰ এগৰাকী মহিলাও আছিছে —তেওঁ বৰ শুৱনীও।"

দাপোনখনত মুখখন চাই তেওঁ ক'লে "হয়নেকি? শ্ৰীমতী ফ্ৰেইমেনক নো কি লাগে?"

"ফ্ৰেইমেন নহয়, মোৰ দেহটো—ৰেইমেন হে। তেখেতে তোমাক ক'বলৈ কৈছে তোমাৰ বাবে হেনো তেখেতে বৰ গৌৰৱ অনুভৱ কৰিছে।"

আঙুলিবোৰেৰে লৰালৰিকৈ গালখন মোহাৰি চায় ক'লে "তেখেতৰ চোন বৰ দয়া।"

তেওঁ আৰ্ত্তনাদ কৰি ক'লে "তেখেঁতেওনে? মোৰ অতীতৰ স্মৃতিয়ে কেতিয়াবা বাৰু মোৰ চিন হেৰুৱাই পেলাবনেকি? তাইক বিশ্বাস নকৰিবা চেচিলী। তাই এজনী ঠগ্। মোৰ জীৱন কালত তাইক মই কাহানিও দেখা নাই।"

"তুমিনে, হেৰা হাইঁটো, তুমি চোন তেওঁক প্ৰায় বিয়াকে কৰাব খুজিছিলা, যদিহে মই তোমাৰ কাষ চাপি নাহিলোহেতেন।"

নিচেই সৰুকৈ তেওঁ পুনৰ ক'লে "ৰেইমন" বিদ্যুৎগতিৰে তেওঁৰ স্মৰণ হ'ল—এৰা নীনা তায়ো আছেহিনে ইয়াত?"

"এৰা তেওঁৰ স্বামীৰ সৈতে। তেওঁ হেনো ব্যৱসায় কৰিছে। মোক তেওঁ ক'লে যে তেওঁ হেনো এটা নতুন ৰেলষ্টেচন সাজিব খুজিছে।"

পৈনত ভাবে তেওঁ ক্ষুৰখন মোহাৰি ক'লে—"অ-মীনা সেই গৰাকী নাৰী মোৰ বাবে আছিল। প্ৰথমে তেওঁ মোক উৎসাহ দিলে, পাছত মোক তেওঁ প্ৰত্যাখান কৰি মোক অপমান কৰিলে আৰু মই সুখী হ'ব লগা হ'ল যাজকৰ জীয়েকৰ সতেই।"

চেচিলীয়ে হাঁহিলে। এই ধৰণৰ স্বাভাবিক বং বগবে তেওঁৰ চকুলৈ আনিছিল দুষ্টালীৰ জিলিঙনি। "যদি তুমি খৰ নকৰা তেন্তে যাজকৰ জীয়েক যাবলৈ খুজিছে।"

কথাযাৰ শেষ নৌ হওঁতেই গধুৰ ফোৰ্পনি আৰু বেঙ্গামেলি অহা শব্দ শুনি ঘূৰি চাই দেখিলে কাৰ্ল ক্লিংগমেনে ভোৰভোৰায় ফেলিক্সৰ প্ৰসাধন কৰা খোটালীটোলৈ সোমায় অহা। ফেলিক্সক অবজ্ঞাকৰি ফোঁপাই ফোঁপাই তেওঁ ক'লে "মই সইতখাই কৈছো-আইদেউ, আপোনাৰ স্বামীৰ প্ৰতি থকা মোৰ বন্ধুত্বই হ'ব মোৰ আসন্ন আৰু অকাল মৃত্যুৰ কাৰণ।" তেওঁ জেপৰ পৰা এখন ডাঙৰ ৰুমাল উলিয়ায় আনি তেওঁ ডাঙৰ আৰু প্ৰফুল্লিত মুখমণ্ডল মোহাৰিলে। "কিয় বাৰু তেওঁ মোৰদৰে এটা শান্ত আৰু বৈচিত্ৰ্যহীন জীৱন পাৰ নকৰিলে? মই কেতিয়াও বুজিব নোৱাৰিলো তেওঁক শ্ৰদ্ধা কৰিম নে নাই গ্ৰেপ্তাৰ কৰাম!" কথাৰ মাজতে ফেলিক্সে ক্ষুৰখন শান পাথৰত ক্ষীপ্ৰভাবে ধাৰ দি থাকোঁতে সুধিলে "তুমি কেতিয়া পালাহি?" চেচিলীয়ে সুধিলে "সেইয়া কি হৈছিল ক্লিঙ্গমেন, সেই তেওঁক গ্ৰেপ্তাৰ কৰাটোৰ বিষয়ে?"

ফেলিক্সে নাকেৰে শব্দ কৰি কাপট্যৰে দৃঢ় ভাবে ক'লে "একো নহয়, ডিপ্লোমেটৰ বিশেষ অধিকাৰ থকাৰ বাবে কাৰ্লে সদায় গৰ্ব্ব কৰে। কিয়, যদি তেওঁ মোক কেতিয়াবা সেইয়া কৰাহেতেন মই তেওঁৰ ডিঙিটো কাটি টুকুৰা কৰিলোহেতেন।"

অৰ্থপূৰ্ণ ভাবে তেওঁ বন্ধুৰ সন্মুখত ক্ষুৰখন জোকাৰিলে। বিষয়টো সলনি কৰিবৰ মনেৰে তেওঁ পুনৰ সুধিলে "তুমি নো পালাহি কেতিয়া?"

"যোৱা নিশা আৰু এই কোঢ়াল হৈ থকা গাওঁখনত ইমান মানুহ হৈছে যে মই শুব লগা হ'লগৈ এখন বিলিয়াৰ্ড মেজত।"

কৃত্ৰিম উৎসাহ দেখুৱাই ফেলিক্সে ক'লে "এইয়া তোমাৰ আত্মাৰ কাৰণে মঙ্গল আৰু তোমাক পৰিপাটিকৈয়ো ৰাখিলে।" অজুহাত দেখুৱাই চে'চিলী আঁতৰি গ'ল। দুৱাৰ দলিয়েদি তেওঁ পাৰ হৈ যাওঁতে কাৰ্লৰ পিনে উভতি সেই বিধ্বংসনাৰ হাঁহিটো মাৰি ক'লে "সেই ডিপ্লোমেটৰ অধিকাৰৰ বিষয়ে মই আৰু শুনিবলৈ পালে ভাল পাম।"

ছুয়ো যেতিয়া নিৰলে আছিল ফেলিক্সে ক'লে "মন্দিহে ভুমি কেতিয়াবা তেওঁক কোৱা—"

"মই নকওঁ।" গা খোৱা টাবটোৰ কোণত তেওঁ নিঃশব্দে নিজৰ বিশাল দেহটো অবনমিত কৰি অকণমান নস্তগুড়ি ললে আৰু গাত সিঁচৰিত হৈ পৰা নস্তগুড়িবোৰ ঝাৰি জোকাৰি পেলাওঁতে তেওঁ উথহা চকুহালিৰে সন্দিগ্ধ ভাবে শৈশৱৰ বন্ধুলৈ চাই ক'লে—"হেৰা, বেজাৰমুৱা শিল্পী, শেহান্তৰত ভুমি এইটো কৰিলাগৈ—নাই কৰানে বাৰু? ফেলিক্স তোমাৰ দৰেই ময়ো গৌৰৱান্বিত। মই জানিছিলো ভুমি এজন মহৎ সঙ্গীতজ্ঞ বুলিহে—কিন্তু এতিয়াহে জানিলো যে ভুমি এজন মহৎ লোকো।" ফেলিক্সৰ চিনাকী সেই পৰিহাসৰ সুৰটো পুনৰ তেওঁলৈ উভতি আহিল। তেওঁ ক'লে "এজন মানুহৰ কাৰণে এইয়া অসীম ভাবে বেচি হৈছে।"

আবেগেৰে ফেলিক্সে কলে "আৰু এজন লোকে লাভ কৰিব পৰা শ্ৰেষ্ঠ বন্ধুজনো ভুমিয়েই।"

অত্যধিক ভাৱ প্ৰৱণতা থকা লোকৰ দৰে কালে' আবেগ প্ৰদৰ্শন কৰা বিষয়টো ঘৃণা কৰিছিল। সেই কাৰণে তেওঁ পোনে পোনে ক'লে "তোমাৰ বাবে মোৰ সৰু টুকুৰা খবৰ আছে। চল্লিশ বছৰৰ দুৰ্দ্দশা ভৰা অৱস্থাত আৰু বাৰ্দ্ধক্যত জীৰ্ণ হৈ মই এতিয়া সিদ্ধান্ত কৰিছো বিয়া কৰাবলৈ।"

"আশ্চৰ্য্য!"

"একমাত্ৰ মোৰ অবিচক্ষণ কথা হ'ল—এই দুষ্কৰ্ম্মটো মই এতিয়াও নকৰাটোৱেই। কিন্তু মই নিৰুপায় আছিলো। মেটাৰহৰ্ণশৃঙ্গ দেখি সম্মোহিত হোৱা পৰ্ব্বত বগোৱা লোকৰ দৰে মোৰ অৱস্থা হৈছিল। তেওঁ বুজিছিল যে বি পৰ্ব্বত বগাবলৈ চেষ্টা কৰে তেওঁবিলাকৰ প্ৰত্যেকেই খিয় গৰাত পৰি যাব, তথাপিও বগাবলৈ চেষ্টা কৰিবই লাগিব। আৰু কি আৰু আচৰিত কথা হ'ল যে মই বিচাৰি পাইছোগৈ মোক বিয়া কৰাবলৈ বিচৰা এগৰাকী তিৰোতাও। কিছুমান তিৰোতাই কি যেনো কামকে কৰিব পাৰে।"

ফেলিস্কে কাপোৰ কানি পিন্ধি থাকোঁতে তেওঁবিলাকে এনেধৰণৰ মানসিক অৱস্থাৰে কথা পাতিছিল।

কালে তেওঁৰ বাগ্‌দত্তাৰ কথা কৈ লগতে কলে যে বহুদিনৰ আগতেই বিয়াখন হবগৈ লাগে। "এনেকুৱা বিপদসঙ্কুল যাত্রা-পথত বহুদিন উৎসৱৰ আনন্দই মুকলি ভাবেই সৰবৰাহ কৰে এক আশাৰ পৰিবেশৰ।" তেওঁ বুজাই ক'লে।

হঠাতে তেওঁৰ ভাবৰ সলনি হ'ল। তেওঁ টুপীটোৰ কাৰণে হাতখন মেলিলে আৰু দুৱাৰ খনৰ ফালে কেইখোজ মান আগবাঢ়ি গৈ ক'লে "আমি আকৌ লগ নোপোৱালৈ বিদায় দেই, ফেলিস্ক। বহু-দিনলৈ-জিৰণি ল'বা। তোমাৰ প্ৰায় সকলো শেষ হৈ গৈছেগৈ। অভিনয়ৰ পাছত মই তোমাক দেখা নাপাম। তোমাক দৰ্শকে আবৰি থাকিব। আৰু মই যামগৈ পেৰিচ অভিমুখী প্ৰথমখন ৰেলেৰে।" তেওঁ খন্তেক সময় বৈ বন্ধুলৈ গভীৰ মনোযোগেৰে চাই ক'লে—"তোমাৰ দৰে মানুহৰ লগত পৰিচয় থকাটোও এটা ডাঙৰ সন্মানৰ কথা।"

ইতিমধ্যেই তেওঁ খোটালীটোৰ পৰা বাজ হৈ গ'ল। বাহিৰত চেচিলীৰ লগত কেই আষাৰমান কথা লঘু হাঁহি ধেমালিৰে তেওঁ পতা ফেলিস্কে শুনিলে। তাৰ পাছত কালৰ গধুৰ খোজৰ শব্দৰ ধ্বনি ক্ৰমে মাৰ গ'ল। খোটালীটোলৈ দৌৰি সোমায় আহি চেচিলীয়ে ফেলিস্কক সুধিলেহি—"দাপোনত তোমাৰ চেহেৰা চাই কি কৰিছাহোঁ। তোমাৰ এতিয়াও হোৱাগৈ নাইনে?"

"মই এই জঙ্গলীয়া সাজ পাৰবোৰ লৈ বৰ ব্যস্ত হৈ পৰিছোহে। মই ইচ্ছা কৰোঁ তেওঁবিলাকে অধিক কামত অহা সাজ বিচাৰি পাব লাগিছিল।"

চেচিলীয়ে আহি তেওঁৰ সন্মানৰ প্ৰতীকবোৰ তেওঁৰ কোটত লগাই দিওঁতে তেওঁ মন কৰিলে দাপোন খনত প্ৰতিফলিত হোৱা চেচিলীলৈ। তেওঁ পিন্ধিছিল গীৰ্জ্জালৈ যাওঁতে পিন্ধা সাজ। টুপীটোৰ ফিটাডাল তেওঁ থুতৰিৰ তলত গাঠি মাৰি লৈছিল। তেওঁ ক'লে—"তোমাক চোন বৰ শুৱনী লাগিছে। মই ক'ব পৰা নাই গীৰ্জ্জাত গৈ তোমাক

নিজৰ মতে বহিবলৈ দিয়া উচিত হ'বনেকি, বিশেষকৈ তুমি দেখা যায় গ্ৰীষ্টোফো আৰু তেওঁৰ সোণৰ চেইন ডালত আচ্ছন্ন হৈ আছা।"

চেচিলীয়ে কোনো কাণসাৰ নকৰিলো এইটো তেওঁৰ নিয়ম, আৰু তেওঁ কাহানিও সলনিও নহয়। আনকি সকলোতকৈ শ্ৰেষ্ঠ সন্মানৰ প্ৰতীক গাত থাকিলেও তেওঁ স্বাভাৱিক ভাৱে থাকি কৈ থাকিব বেবেৰিবাং কথাবোৰ। এনে অৱস্থাৰে আন সকলে আকৌ তেওঁবিলাকৰ প্ৰয়োজনীয়তাৰ বিষয়ে হে সাড়ম্বৰেৰে জোৰ দিলেহেতেন।

চূড়ান্ত ভাবে মূল্য নিৰূপণ কৰা এটা চাৱনিৰে চেচিলীয়ে ক'লে— "চাওঁ, তোমাক চাবলৈ দিয়াচোন, বৰ বঢ়িয়া লাগিছে।" ফেলিক্সৰ ওঠখন চুকি পাপলৈকে তেওঁ নিজৰ ভৰিৰ আঙুলিৰ ওপৰত ভৰ দিলে। "আৰু মই তোমাক খুব ভাল পা'ও।"

তলৰ মহলা পোৱাৰ আগতে তেওঁবিলাক আহি থমকি ৰ'লহি তেওঁবিলাকৰ ওমলা ঘৰত। তেওঁ সোমোৱাৰ লগে লগে উত্তেজনা আহিল। পুৱাৰ এই সময় চোৱাত উজ্জ্বল পৰিপাটি সাজ-পোছাকত দেউতাকক দেখি কাৰ্ল আৰু মেৰী যথেষ্ট সংযত হ'ল। মেৰী আৰু কাৰ্ল বেচ ডাঙৰ হৈছিল। নিজৰ নিখুঁততাত খুব আত্মসচেতন হৈ সিহঁতে সৌজন্যৰে দেউতাকৰ হাতত চুমা খালে। কিন্তু বাকী কেইটাই আশ্চৰ্য্য হৈ মনে মনে দেউতাকলৈ মুখ মেলি তধা লাগি চালে। "তুমি দেখিছানে সিহঁতে মোক চিনি পোৱা নাই। ইয়াৰ কাৰণ হৈছে এই সন্মানৰ চিন্‌বোৰ। মই তোমাক কৈছিলো নহয়—এইবোৰে মানুহক ভয় খুৱায়।" চেচিলীক তেওঁ ক'লে।

যেই হওক সোনকালে বৰফ ভাঙিল। তেওঁ মাটিত লেপেটা কাঢ়ি বহিলে; তেওঁ যেতিয়া সিহঁতক ক'লে যে তেওঁবিলাকৰ সুন্দৰ বাগী খনত উঠি কালিলৈ যাবগৈ আৰু চুইজাৰলেণ্ডত তেওঁবিলাকে আন একো কাম নকৰে—মাত্ৰ খেলিব, পৰ্ব্বত বগাব আৰু মাছ ধৰিব, তেতিয়া সিহঁতে তেওঁক বেৰি ধৰি হাত চাপৰি বজালে। সিহঁতে তেওঁক চুমা খায় আৰু অনেক প্ৰশ্ন সুধিলে। সিহঁতৰ মাজত সৰহ সময় থাকিবলৈ পোৱা হলে ভাল পালেহেতেন কিন্তু এইটো চেচিলীয়ে শুনিব।

ওমলা ঘৰৰ পৰা ওলাই আহোঁতে তেওঁ সুধিলে—"বাগিছাত তুমি মোক কি বস্তুটো দেখুৱাব খুজিছিলা ?"

"মই তোমাক ক'ব নোৱাৰিম, পাচে ইয়াত বেচি সময় নেলাগিব।" ঘৰটোৰ এক প্ৰান্তৰ খট্‌খটিয়েদি তেওঁবিলাক নামি গ'ল। উদ্যানখনৰ এক অনভিজ্ঞ নিবৱতাৰ মাজত নিজকে পালেগৈ। প্ৰিয়তমাৰ হাতখন তুলিলৈ ধীৰ গতিৰে সুৰুযৰ দাগ বহা বাটটোৰেদি তেওঁবিলাক আগ বাঢ়ি গ'ল। তেওঁবিলাকৰ মিহলি হৈ একাকাৰ হৈ যোৱা ছাঁটো পিছে পিছে বালিৰ ওপৰত দীঘল আৰু নীলা বৰণীয়া হৈ পিছলি গ'ল।

শুভ্ৰ পুষ্প মঞ্জুৰিত হৈ থকা আপেল গছত, নৱ অঙ্কুৰিত বননিত, গোলাপুৰ জোপোহাত তিৰবিৰাই থকা পাতবোৰ আৰু মুকুলিত ফুল কলিবোৰত বসন্তই কাম কৰিছিল।

তেওঁলৈ আহিছিল এক ৰকম নিবৱতাৰ মনোভাব। তেওঁৰ কাষে কাষে খোজ কাঢ়ি যাওঁতে চেচিলীয়ে উপলব্ধি কৰিছিল তেওঁৰ চিন্তা সমূহৰ দূৰত্ব। গোপনে তেওঁ তেতিয়াও বিস্ময়জনক ভাবে আনকি এই দুঃখজনক অৱস্থাটো মনোৰম হৈ থকা আকৃতিটোলৈ কাষৰ পৰা চালে। বসুমতীৰ প্ৰসন্ন বেদনাৰ গোন্ধত ফেলিস্কৰ নাকৰ বিন্ধা বহল হৈ পৰিছিল। পুৱাৰ সমীৰৰ শীতলপৰশ তেওঁৰ মুখৰ ওপৰেদি নিৰাপদে ভাঁহি যোৱা যেন তেওঁ অনুভৱ কৰিলে। নৱপৰ্ণৰাজি আৰু নতুন জীৱনৰ সুঘ্ৰাণ তেওঁ গভীৰ ভাবে ললে। হয়—তেওঁ ভাবিলে আন এটা বসন্ত আহিল। সুন্দৰতম আছিল এইটো বসন্ত, কাৰণ এইটো আছিল শেষ বসন্ত। তেওঁ বুজিলে আৰু বিদ্ৰোহ নকৰিলে। তেওঁৰ এটা জীৱন আছিল—সুখময়, মধুময় আৰু আশ্চৰ্য্যময়, আৰু তেওঁ বৃথাই জীয়াই থকাও নাছিল। এজন মানুহে আৰু অধিক বাৰু কি কৰিব পাৰে ? উদ্যান খনৰ শেষ প্ৰান্ত আহি পাওঁতে যপহকৈ তেওঁবিলাক আহি পৰিছিলহি এই খনৰ ওচৰলৈ। শেলুৱৈৰে ভৰি থকা শিলৰ চৰিয়াটোৰ পানীৰ ঢৌত আকাশখন কঁপি উঠিছিল। যেন নিজকেহে কৈছে এনেদৰে ওচৰত কৰবাত এটা চৰায়ে কিচিৰ মিচিৰ শব্দ কৰিছিল, আৰু এইখন আছিল এই খিলিজেই। এখন যেক—

এখন সাধাৰণ ৰাজহুৱা বেঞ্চ। চেচিলীয়ে এইখন চিনিব নোৱাৰিব বুলি তেওঁ শঙ্কা কৰিছিল; কিন্তু তেওঁ পলকতে চিনি পালে।

"চহৰবোৰে সাধাৰণতে তেওঁবিলাকৰ ৰাজহুৱা বেঞ্চবোৰৰ পৰা বিচ্ছিন্ন হ'বলৈ টান পায়। সিহঁতে এইবোৰৰ ওপৰত চকু ৰাখে। এইবোৰ গণি থাকে আৰু বিলাতীমাটিৰে অচল কৰি খিলিমাৰি আটি ৰাখে। সিহঁতে এইবোৰ বিক্ৰিও কৰিব নোখোজে। সিহঁতে এইবোৰ দিবও নোখোজে। সৰ্ব্বশেষত টেন্‌জানে চিপাহীৰ ভোট দিব লগা হ'ল —মোৰ বোধেৰে সেই একেজন চিপাহীয়েই হ'ব লাগে যিজনে প্ৰথমেই তোমাৰ নামটো মোক কৈছিল। সিহঁতে একেলগে আহি নিশা এইখন খুলি গাৰীত ভৰায় পঠিয়ায় দিলে। "তোমালোকৰ ফ্ৰেঙ্কফোৰ্টৰ চিপাহীবোৰ চমৎকাৰ।"—চকুত একজিলিঙনিৰে তেওঁ ক'লে।

চেচিলীয়ে স্বপ্নালু দৃষ্টিৰে ক'লে "তুমি ইয়াত এতিয়াও বহি থকা মই দেখিছোঁ।"

"তুমি কৈছিলা যে মই অতি অহঙ্কাৰী আছিলো।"

"নহয়, ঠিক অজলা আৰু বেজাৰ লগা আছিলা। তুমি যিদিনা বৰষুণত তিতি টেপটেপিয়া হ'লা সেইদিনাই মই তোমাৰ প্ৰেমত পৰিলো আৰু মই কাহানিও ইয়াৰ পৰা আতৰি থকা নাই।"

"প্ৰেমত পৰা দুজন লোকে পৃথিৱী ভৰায় তুলিব পাৰে।"—তেওঁ কোমলকৈ ক'লে।

ক্ষণিক সময় দু'য়ো নিজৰ ভাবত তন্ময় হ'ল। তাৰ পাছত দুয়ো শান্তিৰে ঘৰটোলৈ উভতি আহিল।

পুনৰ তেওঁবিলাকে পৰিচাৰকৰ খটখটিয়েদি যেতিয়া তেওঁবিলাক তললৈ নামি আহিছিল তেতিয়া তেওঁ ৰ'ল আৰু গভীৰ ভাবে চেচিলীৰ চকুহালিলৈ চায় তেওঁৰ ওঁঠত চুম্বন কৰিলে। তেওঁ শেষত ক'লে "এতিয়া, আমি নিশ্চয় যাব লাগিল।"

অৰ্গেনটোৰ স্বৰচাবিবোৰৰ ওপৰত তেওঁ হাতখন মেলি দিলে। তেওঁৰ কাণে ব্যাকুলভাবে শৃঙ্খলাবদ্ধ হৈ তেওঁৰ সঙ্কেতৰ কাৰণে অপেক্ষা

কৰি চাই থকা অৰ্কেষ্ট্ৰা লৈ, চলোচিষ্টলৈ, গায়কৰ বিভিন্নদলবোৰলৈ তেওঁ এবাৰ শেষ বাৰৰ কাৰণে চকু ফুৰালে। উত্তেজনাৰে কেকোঁৰা চেলাউৰিযোৰ নচুৱাই বাঁহী হাতত লৈ থকা স্কীমিডলৈ তেওঁ গোপনে চালে। পুৰুষৰ সমবেত গায়কৰ দলত টেনজানে সকলোকে চেৰায় গৈছিল। তাৰ স্বৰগ্ৰামত এগৰাকী সুন্দৰ নেতৃ আছিল যদিও কেনেবাকৈ তাইক আতৰাই মেগডালেনাই তাইৰ আসন লৈছিলহি···

তেওঁ সঙ্কেত দিলে।

মৃত্যু যন্ত্ৰণাৰ ভজনগীতৰ উদ্বোধন হ'ল বেদনাৰ তৰঙ্গৰে—গীৰ্জ্জা ঘৰটোৰ মাজেদি এইটো তৰঙ্গায়িত হ'ল। মৃদুগতিৰে এই সুৰ উচ্চতৰ হ'ল, এক অটল দ্ৰুতস্পন্দিত সুৰৰ তীব্ৰতাৰ ক্ৰম বৃদ্ধিৰে। তাৰপাছত ই তলৰ পৰা ওপৰ অভিমুখে দ্ৰুতভাবে আহি চেইণ্ট থমাছ গীৰ্জ্জাৰ কেন্দ্ৰস্থল ভেদ কৰি উৰি যোৱা উকহ চৰাইৰ দৰে এই অমৰ গীত ওপৰত নীলা বোৰলৈ উত্তাল তৰঙ্গইদি ভাঁহি গৈ ওপৰলৈ-এতিয়াও আৰু ওপৰ অভিমুখে দৃশ্যমান শীৰ্ষ দেশ অতিক্ৰম কৰি আগবাঢ়িল অসীমলৈ।

# উপসংহাৰ

সেই ইষ্টাৰৰ পূৰ্ব্বৰ দেওবাৰটোৰ ছ-সপ্তাহ পাছত ১৮৪৭ চনৰ মে মাহৰ সোঁতৰ তাৰিখে ফেলিস্ক মেণ্ডেলছনে খবৰ পালে যে পিয়ানো বজায় থাকোঁতে বায়েক ফেনীৰ হঠাতে মৃত্যু হ'ল। এই খবৰ পায় তেওঁ অজ্ঞানহৈ মাটিত পৰি গৈছিল। আৰু কেইবাঘণ্টাও তেওঁ চেতনা লাভ কৰা নাছিল।

এই উচাপ্ খোৱাৰ পৰা তেওঁ আৰু কাহানিও সম্পূৰ্ণ ভাবে আৰোগ্য হ'ব নোৱাৰিলে। ভ্ৰমণৰ কাৰণে তেওঁ সুস্থহোৱাৰ পাছত চেচিলী আৰু লৰা-ছোৱালী কেইটাক লৈ চুইজাৰলেণ্ডলৈ আহিল। পুনৰ শক্তিলাভ কৰিবলৈ জহকালটো তেওঁ ইয়াতে পাৰ কৰিলে। কিন্তু সেই সময়ৰে পৰা চিঠিপত্ৰ আৰু দলিলে দেখুৱায় যে তেওঁ সঘনাই মৃত্যুৰ কথা চিন্তা কৰিছিল। কোনো উপায়েৰে ধাতুৰ ওপৰত তোলা (ডেগ্‌ৰিওটাইপ) ফটো আছে—সেইখনেই মাত্ৰ তেওঁৰ অস্তিত্ব আছিল। তেতিয়া তেওঁ দেখিবলৈ যেনে আছিল তেনে আছিল এইখন। দীঘল কেইপটোৰে সৈতে তেওঁ থিয় হৈ আছিল। অত্যধিক খাটনিত আৰু বেমাৰৰ কাৰণে শুৱনী মুখখন গাঁত হৈ গৈছিল আৰু ৰেখাৰ সাঁচ বহিছিল। এবাৰ তেওঁ জহকালি ব্ৰেইন্‌ও হ্ৰদৰ পাৰত থকা গাওঁখনলৈ গৈ তেওঁৰ জীৱনত শেষ বাৰলৈ বজাইছিলগৈ অৰ্গেন। শৰৎকালত উভতি আহিল মেণ্ডেলছনসকল লিপ্‌জিগলৈ, আৰু ইয়াত ফেলিস্কৰ স্বাস্থ্য ক্ৰমাৎ শোচনীয় হ'বলৈহে ধৰিলে। তেওঁৰ বায়েকৰ মৃত্যুৰ ছমাহৰ পাছত চাৰি নবেম্বৰৰ নিশা আঠত্ৰিশ বছৰ বয়সত চেচিলীৰ বাহুবন্ধনৰ মাজত তেওঁৰ শেষ নিঃশ্বাস পৰিল। তেওঁৰ কি ৰোগ হৈছিল সঠিক ভাবে কোৱা টান। কিন্তু কিছুমান কৰ্ত্তৃপক্ষই দৃঢ়ভাবে প্ৰমাণপত্ৰৰ ওপৰত ঘোষণা কৰিছে যে তেওঁবিলাক দুয়োৰে মৃত্যু হৈছিল চেৰিব্ৰেল হেম্মৰাইজত (Cerebrel haemorrhages)। বাকীছোৱা জীৱন চেচিলীয়ে লৰা-ছোৱালী কেইটাৰ বাবে উচৰ্গা

কৰিলে। কিন্তু তেৰোঁ ফেলিক্সৰ মৃত্যুৰ পাছত ছৰছৰবো কাৰ্য সময়লৈহে জীয়াই আছিল।

১৮৫৩ চনৰ পঁচিশ চেপ্টেম্বৰৰ দিনা তেওঁৰ মৃত্যু হ'ল।

বিশ্বৰ ওপৰত কিছুমান জীৱনে এনেকৈ বায় গভীৰ আৰু চিৰস্থায়ী সাঁচ আৰু ফেলিক্স মেণ্ডেলছনো আছিল তেনে এটি জীৱনেই। তেওঁৰ মৃত্যুৰ অনতি বিলম্বেই স্থাপন কৰা হৈছিল তেওঁৰ স্মৃতিৰ ৰক্ষা অৰ্থে স্মৃতিপুঁজি। এই পুঁজিৰে সঙ্গীতৰ বাবে বৃত্তি দিয়াৰ ব্যৱস্থা কৰা হৈছিল। এই অৰ্থে লণ্ডনত চাৰ জৰ্জ্জ স্মাৰ্টক সভাপতি আৰু কাৰ্ল ক্লিঙ্গমেনক চেক্রেটৰী ৰূপে লৈ এখন কমিটি গঠন কৰা হ'ল। জেনিলিণ্ডৰ আৱশ্যকীয় সহায়ত ধনগোটোৱা হৈছিল আৰু মেণ্ডেলছনৰ বৃত্তি প্ৰথম লাভ কৰোঁতাজন আছিল গ্ৰন্থকাৰ আৰ্থাৰ চুলিভান।

জোহান চেবাষ্টিয়ান বাচৰ অত্যুচ্চ প্ৰতিভাক মানি লবলৈ মেণ্ডেলছনে দিয়া প্ৰেৰণা আছিল চূড়ান্ত। এজন শিল্পীয়ে আন এজনক কেতিয়াও ইয়াতকৈ ডাঙৰ সুবিধা দিয়া নাছিল। বাচৰ অধিক ৰচনা এতিয়াও বিচাৰি পোৱা নাই; তেওঁ লিখা বুলি জনা এশতকৈয়ো বেচি গান (centatas) এতিয়াও পোৱা নাই। কিন্তু মেণ্ডেলছনৰ তেওঁৰ অমৰ ভজন প্ৰদৰ্শনৰ পাছত প্ৰায় এশ বছৰ কাল এই চেইণ্ট মেথিউজৰ অন্তগন মৃত্যুৰ ভজন অৱহেলিত হৈ থকাৰ পাছত আৰু বাচৰ হাতেলিখা পুথিৰ বাবে কৰা পৰবৰ্ত্তী অনুসন্ধানে ইতিমধ্যে সেই বিনয়ী শিক্ষকজনক সঙ্গীতৰ সেই স্থানত স্থাপনা কৰিলে যি স্থান ন্যায়সঙ্গত ভাবে তেওঁৰ প্ৰাপ্য সেই উচ্চ স্থানত।